# দণ্ডিনাথ কলিতা ৰচনাৱলী

## প্ৰথম খণ্ড



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী ৭৮১ ০২১

DANDINATH KALITA RACHANAWALI : ( PRATHAM KHANDA )
A collection of writings of Dandinath Kalita published by Satish Bhattacharyya Secretary, Publication Board Assam, Guwahati, Assam, India.
First Published November 1990 pp 32+662 Price 150.00

---



প্ৰকাশক
সতীশ ভট্টাচাৰ্য্য
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী ৭৮১ ০২১
প্ৰথম প্ৰকাশ নৱেম্বৰ ১৯৯০

মূল্য : ১৫০.০০ টকা

মুদ্ৰক
নবীন বৰুৱা
ৰঞ্জিকা প্ৰিণ্টাৰ্ছ
বৰঠাকুৰ মিল ৰোড
উলুবাৰী, গুৱাহাটী ৭৮১ ০০৭

# প্ৰকাশকৰ টোকা

দণ্ডিনাথ কলিতাৰ জন্ম-শতবৰ্ষ পূৰ্ণ হ'ল।

ঊনৈশ শতিকাৰ আৰু কুৰি শতিকাৰ আদিছোৱাত জন্ম গ্ৰহণ কৰা অসমৰ কবি-সাহিত্যিকসকলৰ ভিতৰত দণ্ডিনাথ কলিতাই এখন উল্লেখযোগ্য আসন অধিকাৰ কৰে। জাতীয় সংস্কৃতি তথা ঐতিহ্যৰ প্ৰতি পৰম আস্থাশীল এই সাহিত্যিকসকলে জাতি এটাক ভাবে ভাষাই উন্নীত কৰাৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল।

ৰামায়ণ, মহাভাৰত আৰু সংস্কৃত সাহিত্যৰ শ্ৰেষ্ঠ কাব্যৰ প্ৰভাৱ ভাৰতীয় আৰ্য-ভাষাসমূহত বিস্তৰ ৰূপত পৰিছে। আমাৰ ভাষাতো মহাকাব্য দুখনৰ মূলানুবাদ নাইবা তাৰ আলমত অসংখ্য কাব্য-কাহিনী আৰু নাটক আদি প্ৰাক্-শঙ্কৰ যুগৰ পৰা বৰ্তমান যুগলৈকে প্ৰায় ধাৰাবাহিকভাৱে লিখা হৈছে। আনহাতে ইয়াৰ বিপৰীতে সংস্কৃত কাব্য-নাটকৰ অনুশীলন আশানুৰূপ নহয়। সম্ভৱতঃ পোনতে দণ্ডিনাথ কলিতাই এই দিশটোৰ প্ৰতি বিশেষ গুৰুত্ব দিয়ে। কালিদাস, ভৱভূতি, শূদ্ৰক আদিৰ শ্ৰেষ্ঠ কীৰ্তিৰ কাহিনী-ৰূপ 'সংস্কৃত নাটকৰ গল্প' দণ্ডিনাথৰ অসমীয়া সাহিত্যলৈ বিশেষ অৱদান স্বৰূপ। বিশাল সংস্কৃত সাহিত্যৰ ৰস-ভাণ্ডাৰৰ ৰস সাধাৰণ পাঠকক দিয়াৰ প্ৰচেষ্টা আজিও বৰ্তমান।

দণ্ডিনাথ আছিল সমাজ-সচেতন শিল্পী আৰু দেশপ্ৰেমিক। জাতীয় প্ৰেমত উদ্বুদ্ধ নহ'লে সামাজিক দোষ-ত্ৰুটিবোৰ সহজতে চকুত পৰাটো টান। অতীত গৌৰৱ-গাথা, ইতিহাস আৰু জাতীয় বীৰ, নেতা আৰু সাহিত্যিকৰ কৰ্ম আৰু জীৱনৰ ওপৰত আলোক-পাত কৰাটো দণ্ডিনাথৰ অন্যতম উদ্দেশ্য আছিল। আন এটা অন্তৰ্নিহিত উদ্দেশ্য আছিল বৰ্তমান সময়ৰ লোকক অতীত সম্পৰ্কে সঁকীয়া আৰু মানসিকভাৱে প্ৰস্তুত কৰি তোলা। 'অসম সন্ধ্যা,' 'গণ-বিপ্লৱ' 'বীৰ চিলাৰায়' আদি গ্ৰন্থ অসমৰ ধৰ্ম, বুৰঞ্জী, ৰাজনীতি, সমাজনীতি সকলোৰে সমন্বয়। 'কৰ্মবীৰ চন্দ্ৰনাথ' তদানীন্তন অসমৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক বুৰঞ্জীৰ দলিল স্বৰূপ। পদ্মনাথ গোহাঞিবৰুৱাৰ জীৱন আধাৰত ৰচিত 'গোহাঞিবৰুৱা' গ্ৰন্থতো প্ৰায় একে দিশকে সামৰিছে বুলিব পাৰি। দণ্ডিনাথৰ ৰচনাত তেওঁৰ ব্যাপক অধ্যয়নপুষ্ট মনটোৰ উমান পোৱা যায়।

অসমীয়া জাতি আৰু ভাষা-সাহিত্যৰ সৰ্বাঙ্গীন উন্নতি সাধনৰ কাৰণে তেওঁ দেহে-কেহে খাটিছিল আৰু ইয়াৰ ফলস্বৰূপেই তেওঁ সাহিত্যৰ বিভিন্ন দিশত হাত-দিছিল। তেওঁ একাধাৰে কবি, ঔপন্যাসিক, নাট্যকাৰ, ব্যঙ্গলেখক আৰু পাঠ্য-পুথিৰ সংকলক-সম্পাদক। 'গণ-বিপ্লৱ', আবিষ্কাৰ' আৰু কুমলীয়া বয়সতে লিখা 'ফুল' উপন্যাস অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ উপন্যাসসমূহৰ লগত স্থান পাবৰ যোগ্য। কপটতা, ভণ্ডামি, নৈতিক অধঃপতন আৰু সামাজিক ত্ৰুটি-বিচ্যুতি তেওঁ নিৰ্মমভাৱে সমালোচনা কৰিছিল। এনে সমালোচনাক শাণত দিছিল তেওঁৰ হাস্য-ব্যঙ্গ ৰচনাসমূহে। পূৰ্বসূৰী হেমচন্দ্ৰ বৰুয়া, লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে দণ্ডিনাথেও ব্যক্তি আৰু সমাজৰ দুৰ্বল তথা বিসঙ্গতিপূৰ্ণ দিশবোৰত আঘাত হানিছিল আৰু এনে কৰোতে ভাষাত বিদ্ৰূপ-ব্যঙ্গ চবি গৈছিল। 'আত্মানন্দৰ আত্মকাহিনী', 'বহুঘৰা', 'বহুৰূপী,' 'পোহনীয়া কুকুৰ,' 'কীচকবধ' আদি গ্ৰন্থ আচলতে আধুনিক ৰাজনীতি আৰু সমাজনীতিৰ তীৰ্যক সমালোচনা।

দণ্ডিনাথৰ সময়ত উপযুক্ত পাঠ্য-পুথিৰ অভাৱ বৰকৈ অনুভূত হৈছিল। এই সময়ছোৱাৰ প্ৰায়খিনি সাহিত্যিকক পাঠ্য-পুথিৰ ৰচকৰ ৰূপত আমি পাইছো। 'প্ৰদীপ,' 'সাহিত্য-মুক্তাৱলী', সংস্কৃত ব্যাকৰণাদৰ্শ:' আদিৰে তেওঁ পাঠ্য-পুথি সংকলক হিচাপেও এক বিশিষ্ট আসনৰ দাবীদাৰ হ'বৰ যোগ্য।

দণ্ডিনাথ আছিল প্ৰকৃত সাধক আৰু শিল্পী। সাহিত্য তেওঁৰ জীৱনৰ ব্ৰত। তেওঁৰ সৃষ্টিত স্বাভাৱিক ৰুচি, অধ্যয়নৰ গভীৰতা আৰু ব্যক্তিত্বৰ পৰি-স্ফুৰণ ঘটিছে। আধুনিক যুগৰ কবটি শিলত জীৱন, প্ৰেম, সুখ-দুখ, হাস্য-ব্যঙ্গ আৰু তাৰ মাজেৰে নিৰবচ্ছিন্ন জীৱন-সত্তাৰ উপলব্ধি তেওঁ সততে ৰত আছিল।

আমাৰ ভাষা-সাহিত্যৰ ভালেমান কাণ্ডাৰীৰ ৰচনা ইতিমধ্যে দুষ্প্ৰাপ্য হৈ পৰিছে। দণ্ডিনাথৰো অনেক ৰচনাৰ লগত এতিয়াৰ চাম পাঠক অপৰিচিত। দণ্ডিনাথ কলিতা ৰচনাৱলীৰ প্ৰথম খণ্ড পাঠক সমাজলৈ আগ বঢ়োৱা হ'ল। প্ৰথম খণ্ডটোত কলিতাৰ আঠাইকেইখন উপন্যাস আৰু জীৱনী গ্ৰন্থকেইখন সন্নিবিষ্ট কৰা হৈছে। তেওঁৰ অন্যান্য কৃতিসমূহ পৰৱৰ্তী খণ্ডত সন্নিবিষ্ট কৰি যথা সময়ত প্ৰকাশ কৰা হ'ব।

দণ্ডিনাথ কলিতাৰ কেইখনমান গ্ৰন্থ আমাৰ হস্তগত নোহোৱাত বাতৰি কাকতৰ যোগে বিচৰা হৈছিল। অসমৰ বিভিন্ন ঠাইৰ ব্যক্তি আৰু অনুষ্ঠানে

সেইকেইখন আমালৈ পঠিয়াই, পঠোৱাৰ প্ৰতিশ্ৰুতি দি আমাক অনুগৃহীত কৰিছে। এই ক্ষেত্ৰত এখেতসকলৰ শলাগ ললোঁ।

ডক্টৰ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যই 'দণ্ডিনাথ কলিতা ৰচনাৱলী'ৰ পাতনিটি লেখি দি আমাক ঋণী কৰিছে। দণ্ডিনাথ আৰু তেওঁৰ যুগৰ পৰিপ্ৰেক্ষিতত ৰচনাৰাজিৰ সম্যক অধ্যয়নৰ দিশত পাতনিখনিয়ে পাঠকক সহায় কৰিব।

শেহত ৰচনাৱলী প্ৰকাশত আমাক বিশেষ সহায় কৰা যাবে দণ্ডিনাথ কলিতাৰ পৰিয়ালৰ লোকসকল, বিশেষকৈ কলিতাদেৱৰ পুত্ৰ সত্যৰঞ্জন কলিতা আৰু ৰচনাৱলীখন প্ৰকাশৰ ক্ষেত্ৰত দিহা-পৰামৰ্শৰে উপকৃত কৰা যাবে ডঃ নগেন শইকীয়ালৈ আমাৰ কৃতজ্ঞতা জনালোঁ।

( সতীশ ভট্টাচাৰ্য্য )
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
নবেম্বৰ ১৯৯০

# এই সংকলনৰ বিষয়ে দুআষাৰ

## এক

## ৰচনাৱলীৰ পটভূমি

দণ্ডিনাথ কলিতাৰ সাহিত্যিক জীৱন তেওঁৰ গ্ৰন্থসমূহৰ প্ৰকাশনৰ তাৰিখ চায়েই নিৰ্দ্ধাৰণ কৰিব পাৰি। তেওঁৰ প্ৰথম গ্ৰন্থ 'ফুল' প্ৰকাশ পাইছিল ১৯০৮ চনতে। এই গ্ৰন্থখন আছিল উপন্যাস। তেওঁৰ মৃত্যু হয় ১৯৫৫ চনত। কিন্তু মৃত্যুৰ পিছতো তেওঁৰ গ্ৰন্থ কেইখনো প্ৰকাশিত হৈছে। এই সংকলন প্ৰকাশ পোৱা গ্ৰন্থসমূহৰ ভিতৰত 'বীৰ চিলাৰায়' নাটকখনেই শেহতীয়া। এইখন লেখকৰ মৃত্যুৰ পিছত ১৯৬৫ চনত প্ৰকাশিত হৈছিল। এক প্ৰকাৰে চাবলৈ গ'লে দণ্ডিনাথ কলিতাৰ ৰচনাৱলী বা গ্ৰন্থ যেতিয়ালৈকে জীয়াই থাকিব, তেতিয়ালৈকে তেওঁৰ সাহিত্যিক জীৱনো চলি থাকিব। সাহিত্যিকৰ দৈহিক মৃত্যু হ'লেও সাহিত্যিক জীৱনৰ মৃত্যু নহয়।

তেওঁৰ ৰচনাৱলীক সাহিত্য-ৰূপৰ পৰা চালে তলত দিয়া ধৰণে ভাগ কৰিব পৰা যায় : উপন্যাস ৭ খন ; নাটক ৮ খন ; ব্যঙ্গ কবিতাৰ সংকলন ৩ খন, কাব্য ১খন, কবিতা সংকলন ২ খন, গল্প পুথি ১ খন, সংস্কৃত নাটকৰ সাধু ১ খন, ব্যঙ্গ গদ্য পুথি ১ খন, স্কুলীয়া পাঠ্য সংকলন ২ খন আৰু জীৱনী ২ খন,। গুটীয়া প্ৰকাশনৰ সময়-ক্ৰম অনুসৰি তলত দিয়া ধৰণে কলিতাৰ গ্ৰন্থসমূহ তালিকাভুক্ত কৰিব পাৰি।

১. ফুল ( উপন্যাস ; ১৯০৮ চন )
২. বহৰুৱা ( ব্যঙ্গ কবিতা ; ১৯১৬ চন )
৩. প্ৰদীপ ( স্কুলীয়া পাঠ্য সংকলন ; ১৯১৮ চন )
৪. সাতসৰী ( গল্প ; ১৯২২ )
৫. ৰগৰ ( ব্যঙ্গ কবিতা ; ১৯২২ )
৬. কৰ্মবীৰ চন্দ্ৰনাথ ( জীৱনী ; ১৯২৪ )
৭. দীপ্তি ( কবিতা ; ১৯২৫ )
৮. বহুৰূপী ( ব্যঙ্গ কবিতা ; ১৯২৬ )
৯. সাধনা ( উপন্যাস ; ১৯২৮ )

১০. সতীৰ তেজ ( নাটক ; ১৯৩১ )
১১. সাহিত্য মুক্তাৱলী ( স্কুলীয়া পাঠ্য সংকলন ; ১৯৩৪ )
১২. আত্মানন্দৰ আত্মকাহিনী ( ব্যঙ্গ গদ্য ; ১৯৩৫ )
১৩. অগ্নি পৰীক্ষা ( নাটক ; ১৯৩৭ )
১৪. মুক্তিৰ অভিযান ( নাটক ; ১৯৪১ )
১৫. পোহনীয়া কুকুৰ ( নাটক ; ১৯৪৬ )
১৬. নগৰৰ বিহুতলী ( নাটক ; ১৯৪৬ )
১৭. গোহাঞিবৰুৱা ( জীৱনী ; ১৯৪৬ )
১৮. হত্যাকাৰী কোন ( ৰহস্য উপন্যাস ; ১৯৪৭ )
১৯. পণ বিপ্লৱ ( উপন্যাস ; ১৯৪৮ )
২০. অসম সন্ধ্যা ( কাব্য ; ১৯৪৯ )
২১. অদৃষ্ট ( উপন্যাস ; ১৯৪৯ )
২২. পৰাচিত ( নাটক ; ১৯৪৯ )
২৩. কীচক বধ ( নাটক ; ১৯৫০ )
২৪. পৰিচয় ( নাটক ; ১৯৫০ )
২৫. বীণাৰ ঝংকাৰ ( কবিতা ; ১৯৫১ )
২৬. সংস্কৃত নাটকৰ সাধু ( কাহিনী ; ১৯৫১ )
২৭. আবিষ্কাৰ ( উপন্যাস ; ১৯৫১ )
২৮. বীৰ চিলাৰায় ( নাটক ; ১৯৬৫ )

সৰ্বমুঠ ২৮ খন গ্ৰন্থক দণ্ডিনাথ কলিতাৰ ৰচনাৱলীত নিয়মিতভাৱে অন্তৰ্ভুক্ত কৰিব পাৰি। ইয়াৰ ভিতৰত দুখন পাঠ্য-পুথি পৰে। এই দুখন প্ৰকৃত পক্ষে বিভিন্ন লেখকৰ বচা বচা ৰচনা আৰু কবিতাৰ সংগ্ৰহহে। প্ৰত্যেক খনতে দুই চাইটা কলিতাৰ লেখা পোৱা যায়। সিমানেই। প্ৰকৃত পক্ষে এই দুখন গ্ৰন্থত কলিতাক আমি সম্পাদকৰ ৰূপতহে দেখো। এই সংকলনত অন্তৰ্ভুক্ত হোৱা জীৱনী দুখনবো অসমীয়া সাহিত্যত বিশেষ স্থান আছে। 'কৰ্মবীৰ চন্দ্ৰনাথ'—কলিতাৰ আশৈশৱ বন্ধু অক্লান্ত ৰাজনৈতিক আৰু সামাজিক কৰ্মী চন্দ্ৰনাথ শৰ্মাৰ একমাত্ৰ নিৰ্ভৰযোগ্য জীৱনী। পদ্মনাথ গোহাঞিবৰুৱা কলিতাৰ সাহিত্য গুৰুৰ দৰে আছিল। তেওঁৰ জীৱনীখনো সেইবাবে বিশেষ অৰ্থত মূল্যবান। ইয়াৰ লগতে 'সংস্কৃত নাটকৰ সাধু'খনবো বিশেষ উল্লেখ আৱশ্যক বুলি ভাবো। এইখনক ড° বাণীকান্ত কাকতিয়ে Lamb's Tales

from Shakespeare ৰ লগত তুলনা কৰিছে। পাতনিত তেওঁ কৈছে, “আমাৰ অসমীয়া ভাষা-ভাষীৰ সংস্কৃত সাহিত্যৰ লগত পৰিচয় ঘটিছে শঙ্কৰী যুগৰ অনুবাদৰ ভিতৰেদি। পাঁচ শ বছৰৰ মূৰত কলিতাদেৱে নতুন সংযোগ এটি বিচাৰিছে সংস্কৃত নাট্য-কাব্যৰ ৰস-গ্ৰহণত” (পাতনি, সংস্কৃত নাটকৰ সাধু)। এই বক্তব্য সাধাৰণভাৱে গ্ৰহণযোগ্য। নাটকবিলাকৰ ভিতৰত ‘কীচক বধ’, ‘পোহনীয়া কুকুৰ’ আৰু ‘পৰাচিত’ আদি নাট ব্যঙ্গপ্ৰধান। ‘অগ্নিপৰীক্ষা’ নাটৰ কাহিনী ভাগ বাল্মিকী, ভট্টিকাব্য আৰু কৃত্তিবাসৰ ৰামায়ণৰ পৰা সংগৃহীত বুলি ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ অনুমান।

দণ্ডিনাথ কলিতাৰ সাহিত্য সেৱাৰ প্ৰধান বৈশিষ্ট্য আছিল একাণপতীয়া-ভাৱে লিখি থকা। সহপাঠী বাণীকান্ত কাকতিয়ে কলিতাৰ এই একাণপতীয়া সাধনাৰ বিশেষ প্ৰশংসা কৰি লিখিছে, “স্বৰ্গীয় বেজবৰুৱাৰ পিছত একাণপতীয়া-ভাৱে যথালাভ পণ কৰি অসমীয়া সাহিত্য চৰ্চা কৰা লোক কলিতাত বাজে দ্বিতীয়জন নোলায়। আন আন ক্ষেত্ৰত “ত্যাগী” পুৰুষৰ সংখ্যাৰ লেখ নাই, কিন্তু সাহিত্য ক্ষেত্ৰৰ ত্যাগীক একেটা আঙুলীৰে গণিব পাৰি। এই বিৰলতাতেই সাহিত্যিক ত্যাগীৰ শ্ৰেষ্ঠতা। তিনি টকা দৰমহাৰে জীৱন আৰম্ভ কৰা *৺হেমচন্দ্ৰ বৰুৱা এজনো অসমীয়া ভাষা-ভাষী বৰ্ত্তি থাকে মানে জীয়াই থাকিব।”* (পাতনি: সংস্কৃত নাটকৰ সাধু)। আজিকালি অসমীয়া পাঠকে কলিতাৰ সাহিত্য সাধনাৰ এই বৈশিষ্ট্যলৈ চকু ৰাখিলেহে তেওঁৰ প্ৰকৃত মোল বুজা হ’ব। দাৰিদ্ৰ্যক নেওচি তেওঁ একান্তভাৱে বাণীৰ সাধনা কৰি নিজৰ যুগৰ পাঠকৰ মাজত নিজকে সুপ্ৰতিষ্ঠিত কৰি লৈছিল, ই কম গৌৰৱৰ কথা নহয়। উপন্যাস আৰু ব্যঙ্গ সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ নাম হৈ-হৈ পৰিছিল। নাটক ৰচনা তেওঁ পলমকৈ হাতত লৈছিল যদিও সমসাময়িক মহলত তেওঁৰ নাটকৰ যথেষ্ট আদৰ আছিল। কবিতা ৰচনাত তেওঁৰ বাপ সৰুৰে পৰা আছিল। দুটি কবিতা সংকলনৰ উপৰিও তেওঁ আমাক এখন কাব্য উপহাৰ দি গৈছে। তেওঁৰ কবিতা তিনিভাগে ভগাব পাৰি; (১) ব্যঙ্গ কবিতা, (২) কবিতা আৰু (৩) কাব্য। ব্যঙ্গ কবিতাবোৰক স্বৰ্গীয় মহাদেৱ শৰ্মাই ‘ৰঙৰ ৰিল’ বুলি কৈছে। এই কবিতাবোৰ লিখাৰ উদ্দেশ্য গ্ৰন্থকাৰে নিজেই ‘ৰঙৰ’ৰ পাতনিত পৰিষ্কাৰকৈ কৈছে: ‘ৰহস্য,’ ‘ৰঙৰ’ আৰু ‘ৰহস্যনী’ৰ আস্বাদ বা সাক্ষাৎ পাই কোনোৱে হাঁহিছে, কোনোৱে কান্দিছে, কোনোৱে ৰুদ্ৰমূৰ্তি ধৰি গৰ্জিছে, *কোনোৱেবা আগধৰি সতৰ্ক হৈ খাম-কাপোৰৰ খাৰত লুকাইছে। কিন্তু তেওঁলোকে*

যদি সিমানতেই তেওঁলোকৰ কৰ্ত্তব্য শেষ নকৰি আৰু অলপ আগ বাঢ়িব খুজিলেহেঁতেন, যদি বিলাপৰ কাৰণ মধিমূৰ কৰি অখণ্ড আৰু সম্মিলিত হাঁহিৰ ৰোল তুলিবৰ উপায় বিচাৰিলেহেঁতেন, তেন্তে ৰাইজৰ এই বাক্যমাত্ৰসম্বল নিঃকিন সেৱকৰ অন্তৰাগ্নি নিৰ্ব্বাপিত হ'লহেঁতেন।" ('বগৰ'ৰ পাতনি)। সমাজত অখণ্ড আৰু সম্মিলিত হাঁহিৰ ৰোল তুলিবলৈকে যে কলিতাই ব্যঙ্গ কবিতা ৰচনা কৰিছিল এই কথা ওপৰৰ উক্তিত পৰিষ্কাৰকৈ ফুটি ওলাইছে। দণ্ডি কলিতাৰ ব্যঙ্গৰ উদ্দেশ্য পাতনি লেখক মহাদেব শৰ্মাই ভালদৰে ব্যাখ্যা কৰিছে; "শেষ কথা, এই হাঁহিৰ চলত কেতিয়াবা বিক্ৰূপ কৰাটো ভাল নহলেও তাৰ পৰা আমাৰ বহুতো উপকাৰ হয়। ডাঙৰ হ'লে আমি শিক্ষকৰ হাতৰ কোব নেখালেও ভয় কৰো বিক্ৰূপলৈ। তাৰ পৰা আমাৰ উপকাৰহে হয়। 'বহুৰুবা' ৰাইজৰ আগত মেলি দিছো খাই উপকাৰ হব'লৈহে।" ('বহুৰুবা'ৰ পাতনি')।

ব্যঙ্গ কবিতাৰ উদ্দেশ্য আৰু সাধাৰণ কবিতাৰ উদ্দেশ্য একে নহয়। সাধাৰণ লিৰিক কবিতাৰ উদ্দেশ্য কাব্যিক আনন্দ দান. কিন্তু তাত পদ্ধতি চিত্তমুখী। ব্যঙ্গ কবিতাৰ বিষয়বস্তুৰ ক্ষেত্ৰত সাধাৰণতে সংসাৰমুখী। দণ্ডি কলিতাৰ কবিতাবোৰৰ এটা ভাগ প্ৰাৰ্থনাময়, এটা ভাগ কোনো বিষয়বস্তুৰ আলম্বত ৰচা ভাবাবেগপূৰ্ণ আত্মপ্ৰকাশ আৰু বৰ্ণনাময়। প্ৰথম সংকলন 'দিপ্তী' ওলায় ১৯১৫ চনত। এইখন তেওঁৰ প্ৰিয়তম বন্ধু কৰ্মবীৰ চন্দ্ৰ নাথ শৰ্মাৰ উদ্দেশ্যে উৎসৰ্গিত। এই কবিতাবোৰ সম্পৰ্কে তেওঁ কৈছে, "ধৰ্ম আৰু সমাজৰ সম্পৰ্কে লিখকৰ নিজৰ মনোভাৱ ব্যক্ত কৰাই এই কবিতাবিলাকৰ প্ৰধান উদ্দেশ্য। কবিতাবিলাকৰ গোটাচেৰেক "বাঁহী" আৰু "চেতনা'ত সময়ে সময়ে বাহিৰে দেখিছিল আৰু বাকীখিনিয়ো সৰহ ভাগ "তেজপুৰ সাৰস্বত সভাৰ" সভ্যসকলে শুনিছিল। পাঠক আৰু শ্ৰোতাসকলে কবিতাকেইটা কেনে পাইছিল ক'ব নোৱাৰো, কিন্তু ইয়াৰ প্ৰত্যেকটোৱেই মোৰ প্ৰাণৰ কথা, অন্তৰৰ নিভৃত প্ৰদেশৰ পৰা ওলোৱা ভাবৰ ভূমুক, বিবেকৰ বাণী।" (পাতনি)। এই সংগ্ৰহৰ কবিতা-বোৰত একোটি সৰল দাৰ্শনিক প্ৰত্যয় পোৱা যায়, সীমা আৰু অসীম, ক্ষুদ্ৰ আৰু বিৰাট, উচ্চ-নীচৰ সমতাপূৰ্ণ মিলনৰ এই দৰ্শন কেতিয়াবা প্ৰাৰ্থনা গীত, কেতিয়াবা ব্যাখ্যাত্মক কবিতা আৰু কেতিয়াবা উপদেশাত্মক কবিতাৰ ৰূপত প্ৰকাশ পাইছে। এই যুগৰ কবিতাত যি দৰ্শন পোৱা যায়, সেই দৰ্শন অকল দণ্ডিনাথ কলিতাৰ ক্ষেত্ৰতেই একক হৈ প্ৰতিভাত হোৱা নাছিল, অম্বিকাগিৰীৰ

দৰে কবিৰ মাজতো তাৰ প্ৰতিফলন পোৱা যায়। এই যুগৰ কবিতাৰ দুটা গতি; এটা উৰ্দ্ধমুখী, এটা গতি পৃথিৱীৰ সমান্তৰাল। কেৱল প্ৰত্যেকজন কবিৰে মানসিকতা আৰু ব্যক্তিগত অভিজ্ঞতা বেলেগ আছিল। দণ্ডিনাথ কলিতাৰ দুটা কবিতা সংকলনে ('বীণা' আৰু 'নৱজীৱন') প্ৰকাশনৰ মুখ দেখিবলৈ নেপালে। সংকলন কৰোতে কবি বোধহয় সততে আত্মসমীক্ষাৰ সন্মুখীন হৈছিল। ফলত তেওঁ নিজৰ কিছু কবিতা মনোমত নোহোৱাত পুথি পেলালে। 'বীণা' কবিতা পুথিৰ কিছুমান কবিতা "কিছু পৰিমাণে বৈপ্লৱিক আৰু উগ্ৰ ধৰণৰ আছিল আৰু তাত স্বদেশী আন্দোলনৰ প্ৰভাৱো পৰিছিল।" (পাতনি: বীণাৰ ঝংকাৰ)। 'বীণা'ৰ হাতে লিখা পুথিখন হেৰোৱাৰ কথাও কলিতাই পাতনিত ইঙ্গিত দিছে। ওপৰৰ কথাবোৰৰ পৰা আমি এটা কথা সহজেই অনুমান কৰিব পাৰো। অম্বিকাগিৰীয়েই স্বদেশী আন্দোলনৰ প্ৰভাৱত পৰা একমাত্ৰ কবি নহয়, দণ্ডিনাথ কলিতাৰ ওপৰতো তাৰ নিশ্চিত প্ৰভাৱ পৰিছিল। প্ৰকৃত পক্ষে ঊনবিংশ শতিকাৰ শেষ ভাগত অসমীয়া সাহিত্যলৈ যি উদাৰ জাতীয় চেতনাৰ আমদানি হয়, তাৰ প্ৰভাৱ 'জোনাকী' যুগতে সীমাবদ্ধ থকা নাছিল, স্বদেশী যুগলৈকো সি প্ৰসাৰিত হৈছিল। দণ্ডিনাথ কলিতাই স্বদেশী আন্দোলনৰ বৈপ্লৱিক আৰু উগ্ৰ প্ৰভাৱৰ কথা কৈছে, সেই প্ৰভাৱ অৱশ্যে অম্বিকাগিৰী আৰু তেওঁৰ নিজৰ কবিতাত যি ধৰণে প্ৰতিফলিত হৈছিল, বেজবৰুৱা আদিৰ লেখাত সেই ধৰণে প্ৰতিফলিত হোৱা নাছিল।

'অসম সন্ধ্যা' কলিতাৰ একমাত্ৰ কাব্য। কাব্য লেখাৰ পৰম্পৰা এটি অসমীয়া সাহিত্যৰ মধ্য যুগতো আছিল। কিন্তু আধুনিক যুগত মানৱীয় দৃষ্টিভঙ্গীৰ দ্বাৰা প্ৰভাৱান্বিত আৰু অমিত্ৰাক্ষৰ ছন্দত বিৰচিত এক নতুন ধৰণৰ কাব্য ৰচিত হ'বলৈ ধৰে। দণ্ডি কলিতাৰ 'অসমত সন্ধ্যা' অসম স্বাধীনতাৰ বেলিমাৰৰ কাহিনীৰ ভেটিত ৰচিত। 'অসম সন্ধ্যা' কাহিনী-কাব্য। গীতি কবিতা আৰু ব্যঙ্গ কবিতাৰ ৰূপত লগত ইয়াৰ ৰূপ নিমিলে। তিনিটা বেলেগ বেলেগ আকাৰৰ কবিতা-ৰূপত মনোনিৱেশ কৰা হেতুকে তেওঁৰ কোনো এবিধতে পূৰ্ণ প্ৰতিভা প্ৰয়োগৰ সুবিধা নথকা যেন বোধ হয়। তথাপি ক'ব লাগিব যে জনপ্ৰিয়তাৰ দিশৰ পৰা তেওঁৰ ব্যঙ্গ কবিতাবোৰেই আটাইতকৈ সাৰ্থক কবিতা। 'অসম সন্ধ্যা' কাহিনী প্ৰধান বৰ্ণনাত্মক কাব্য। ইয়াৰ এটা স্বকীয় গাম্ভীৰ্য্য আছে।

দণ্ডি কলিতাৰ খ্যাতি ঔপন্যাসিক ৰূপেও যথেষ্ট। 'সুৰ' উপন্যাসখনৰ

কাহিনী আৰু পটভূমি বিচাৰ কৰিলে দেখা যায় ই বেজবৰুৱা-গোহাঞিবৰুৱা -ৰজনী বৰদলৈৰ উপন্যাসৰ আদৰ্শৰ দ্বাৰা পৰিপুষ্ট। 'কুল'ৰ কাহিনীৰ পটভূমি মানৰ আক্ৰমণৰ কাল। এই চালুকীয়া সৃষ্টিৰ পিছত কলিতাই বহুত দিনলৈ উপ-ন্যাসত হাত দিয়া নাছিল। ১৯২৮ চনত প্ৰকাশিত 'সাধনা' উপন্যাসখনৰ বিষয়-বস্তু সামাজিক সমস্যা। সামাজিক সমস্যা দণ্ডি কলিতাৰ প্ৰিয় বিষয়। তেওঁৰ সমসাময়িক ঔপন্যাসিক দৈৱ চন্দ্ৰ তালুকদাৰে সামাজিক সমস্যাৰ প্ৰতি গভীৰভাৱে আকৃষ্ট হৈছিল। 'সাধনা'ৰ পাতনিত লেখকে ৰচনাৰ পটভূমি বৰ্ণনা কৰোতে আওপকীয়াভাৱে হ'লেও তাত আঁকা নাগৰিক জীৱনৰ নিৰ্ভৰযোগ্যতাৰ কথা উনুকিয়াই গৈছে। এই উপন্যাসখনৰ পাতনিৰ এটা ঐতিহাসিক মূল্য আছে। তেওঁ লিখিছে: "বাস্তৱতাৰ মাজেদি আদৰ্শৰ উজ্জ্বল লোকলৈ পথ নিৰ্মাণ কৰাই উপন্যাসৰ চৰম লক্ষ্য। ......'সাধনাৰ' প্ৰথম সংস্কৰণ ওলোৱাৰ পাচত গোটেই অসমতে এটা হুলস্থূল লাগি পৰিছিল। কেইবাখনো জিলাৰ লোকে 'সাধনাত' বৰ্ণিত ঘটনাৱলী তেওঁলোকৰ নিজৰ নিজৰ জিলাৰ বুলি ধৰি লৈ নানা প্ৰকাৰ প্ৰশ্ন আৰু মন্তব্য প্ৰকাশ কৰিছিল; আন কি কোনো কোনোৱে উকীলৰ লগতো পৰামৰ্শ কৰিছিল। আনফালে, বহুতো সাহিত্যিক আৰু শিক্ষিতা মহিলাই লিখকক অভিনন্দিত কৰি তেওঁলোকৰ শুভ ইচ্ছা জ্ঞাপন কৰিছিল। ইয়াৰ পৰা আন একো নহ'লেও লিখকে এইটো বুজিবলৈ সুযোগ পাইছিল, যে বৰ্ত্তমান অসমৰ নাগৰিক জীৱনৰ প্ৰকৃত জীৱন আঁকাত কৃতকাৰ্য্য হ'ব পাৰিছে। ই লিখকৰ পক্ষে সৌভাগ্যৰ কথা।" দণ্ডি কলিতাৰ উপন্যাসৰ এই খুঁটিটো ঐতিহাসিক দৃষ্টিত গুৰুত্বপূৰ্ণ। অসমীয়া সামাজিক উপন্যাসৰ বাটকটীয়াসকলৰ ভিতৰত কলিতাৰ স্থান নিৰূপকৰ্ণীয়া। কলিতাই পিছলৈ 'গণ-বিপ্লৱ'ৰ দৰে ঐতিহাসিক উপন্যাস লিখিছিল যদিও তেওঁৰ উপন্যাসৰ খুঁটিটো হ'ল সামাজিক।

তেজপুৰৰ বাণ ৰঙ্গমঞ্চই বহুতো নাট্যকাৰৰ জন্ম দিছে। তাৰে এজন হ'ল দণ্ডিনাথ কলিতা। তেওঁৰ প্ৰথম নাট "সতীৰ তেজ" জয়মতীৰ উপাখ্যানৰ ওপৰত বিৰচিত। এই নাটকৰ পাতনিত তেওঁ লিখিছে: "এই নাটক ৰচনাৰ মূলত বাণ থিয়েটাৰৰ বিখ্যাত অভিনেতা ডাক্তৰ ললিত মোহন চোধুৰী। প্ৰথমতে ইয়াক হাতত ল'বলৈ লেখকৰ সমূলি ইচ্ছা নাছিল, কিন্তু উক্ত চৌধুৰী-দেৱে দিনে-ৰাতিয়ে এনেভাৱে পীড়া-পীড়ি কৰিবলৈ ধৰিলে যে শেহত ইয়াক নিলিখাকৈ তেওঁৰ হাত সৰা অসম্ভৱ হৈ উঠিল। অগত্যা দিনে এক অঙ্কৈ

লিখি তেওঁৰ হাতত অৰ্পণ কৰা হ'ল। নাটকৰ নামকৰণো তেওঁৰেই। ১৮৫৩ শকৰ বহাগ মাহত জয়ন্তী উৎসৱ উপলক্ষে 'সতীৰ তেজ' বাণ থিয়েটাৰত প্ৰথম অভিনীত হয়। সৌভাগ্যৰ কথা, অভিনয়ে দৰ্শকসকলক আশাতীতভাৱে সন্তুষ্ট কৰিছিল। নাটক আৰু অভিনয়ৰ কৃতকাৰ্য্যতাৰ মূলতে শ্ৰীযুক্ত চৌধুৰীদেৱ। অসমীয়া ৰঙ্গমঞ্চৰ উন্নতিৰ নিমিত্তে তেওঁৰ যি প্ৰবল আগ্ৰহ দেখিছোঁ, এই নাটকৰ উৎপত্তিৰ কাৰণ। অৱশ্যে এইখনেই নহয়, বাণথিয়েটাৰত সুখ্যাতিৰে অভিনীত হোৱা লেখকৰ 'চিলাৰায়' আৰু 'অগ্নিপতাকা' নাটকবো জন্ম কাহিনী প্ৰায় একেই।" ( ১৯৩১ )।

নাটক সাধাৰণতে মঞ্চমুখী। নাটকক সেই বাবে অভিনয়মুখী কলা বুলি ক'ব পাৰি। কলিতাৰ নাটকৰ দুটা ভাগ। এবিধ গহীন আৰু আন বিধ হাস্যৰসমূলক বা ধেমেলীয়া। ধেমেলীয়া নাটকবোৰত ব্যঙ্গ কৰিতাৰ কমিক সুৰটো শুনা যায়, আৰু এই কমিক সুৰটোৰ মূল উদ্দেশ্য কলিতাৰ নিজৰ প্ৰিয় বিষয় সমাজ সংস্কাৰৰ সমস্যা উত্থাপন কৰা। মদ-কানি আদি মাদক দ্ৰব্য নিবাৰণ কলিতাৰ মানত এটি ঘাই সামাজিক সমস্যা। পুৰুষ-নাৰীৰ সম্বন্ধত হোৱা আধুনীক ধেমেজালিবোৰৰ প্ৰতিও তেওঁ আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। বিবাহ বহিৰ্ভূত নৰ-নাৰীৰ অনিয়মিত সম্পৰ্কৰ বিৰুদ্ধে তেওঁ নাটকবোৰত তীব্ৰ কটাক্ষপাত কৰিছে। গাওঁ আৰু নগৰৰ যোগাযোগৰ সমস্যা জটিল। কলিতাৰ নাটক আৰু উপন্যাসত পাৰ্ৰ্তলীয়াই নিজৰ ধৰণ-কৰণ এৰি নগৰীয়া ধৰণ-কৰণ লোৱাৰ কৰুণ অথবা 'কমিক' পৰিণামৰ কথা সততে পোৱা যায়। অসমীয়া জাতীয়তাৰ হক ৰক্ষা কৰাৰ ভাবধাৰা এটিও তেওঁৰ সাহিত্যত উহ্য অথবা প্ৰকাশ্য হৈ বৈ আছে। 'সতীৰ তেজ' আৰু 'চিলাৰায়, নাটকত ই প্ৰকাশ্য। আৰু 'সাধনাত' ই উহ্য।

'সংস্কৃত নাটকৰ সাধু' যে কলিতাৰ এখন বিশিষ্ট গ্ৰন্থ এই সম্বন্ধে আমি নিসন্দেহ। ইয়াৰ ৰূপৰ বিষয়ে দুই-এটা কথা উল্লেখ কৰা আৱশ্যক। নাটকৰ পৰা কাহিনী ৰচনা কৰাৰ সমস্যা সম্পৰ্কে কলিতাই যিখিনি কথা কৈছে সেই-খিনি সাৰগৰ্ভ মন্তব্য। তেওঁ কৈছে : "নাটক আৰু গল্প বা উপন্যাস সুকীয়া বস্তু। দুয়োৰে প্ৰকাশ ৰীতিও সুকীয়া। নাটকৰ অন্তৰোৰ চমুকৈ লিখি গলেই গল্প নহয়। গল্পৰ সৌন্দৰ্য্য ৰক্ষা কৰিবলৈ হ'লে নাটকীয় ঘটনাখিনিক নতুন গঢ়েৰে সজোৱাবো সময়ত প্ৰয়োজন হয় আৰু বহুত কবিতাময় উক্তিও এৰিব লগাত পৰে। এই গল্পখিনাকতো তেনে কৰা হৈছে আৰু প্ৰয়োজন মতে

ক'ৰবাত দুই-এপাৰী কথা যোবাও লগোৱা হৈছে। অৱশ্যে লেখকে এইখিনি স্বাধীনতা গ্ৰহণ কৰিলেও নাটকৰ মূল কথাৰ যাতে লৰচৰ নহয় তালৈ বিশেষ লক্ষ্য ৰাখিছে।" (গ্ৰন্থকাৰৰ নিবেদন)। এটা সাহিত্য-ৰূপৰ পৰা আন এটা সাহিত্য-ৰূপলৈ নিগুঁতে ৰচনাৰ যি ৰূপান্তৰ ঘটে, তাৰ প্ৰক্ৰিয়া সম্পৰ্কে ওপৰৰ উদ্ধৃতিত এটা গুৰুত্বপূৰ্ণ মন্তব্য আছে। সেইটো হ'ল "ক'ৰবাত দুই-এপাৰী কথা যোবাও লগোৱা হৈছে।" সাহিত্যিক ৰূপান্তৰৰ কাৰ্য্যত এনে যোবা দিয়া কাৰ্য্য যে আৱশ্যকীয় এই কথা সাধাৰণভাৱে সত্য। মাধৱ কন্দলীয়ে সংস্কৃত ৰামায়ণ অসমীয়ালৈ ৰূপান্তৰ কৰোতে গ্ৰহণ কৰা পদ্ধতি এই প্ৰসঙ্গত মনত পৰে:

বাল্মিকী ৰচিলা শাস্ত্ৰ গন্ত ছন্দে
তাহাক বিচাৰ আমি কৰিয়া প্ৰবন্ধে।
আপোনাৰ বুদ্ধি অৰ্থ যি মই বুজিলো
সংক্ষেপ কৰিয়া তাক পদ বিৰচিলো।
সমস্ত ৰসক কোনে জানিবাক পাৰে
পখী সব উৰয় যেন পাখা অনুসাৰে।
কবি সব নিবন্ধয় লোক ব্যৱহাৰে
ক'ভো নিজ কণ্ঠে লজ্জা কথা অনুসাৰে।। (কিষ্কিন্ধ্যা কাণ্ড)

দণ্ডি কলিতাই সংস্কৃত নাটকৰ কাহিনী সাধু ৰূপে অসমীয়াত বৰ্ণাওঁতেও অনুৰূপ এটা পদ্ধতিয়েই অৱলম্বন কৰিছে। কলিতাৰ 'সংস্কৃত নাটকৰ সাধু'ৰ পৰম্পৰাগত আৰু ঐতিহাসিক মূল্য আছে।

## দুই

## সাহিত্যৰ কেইটিমান বৈশিষ্ট্য

'বন্ধু-স্মৃতি' নামৰ কবিতাত আমি দণ্ডি কলিতাৰ আহত জীৱন-সপোনৰ খবৰ পাওঁ। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ লগত তেওঁ একেলগে থাকি জীৱনৰ আৰু দেশৰ যি উন্নতি কৰাৰ কল্পনা কৰিছিল, শৰ্মাৰ অকাল মৃত্যুৱে তাক দুপতীয়াতে নাশ কৰিলে।

"স্থিৰ হ'ল দুয়োজনে          আজীৱন প্ৰাণপণে
গুচাম দেশৰ যত অজ্ঞতাৰ মলি;
ধৰাত নমাম স্বৰ্গ          হ'ব লাভ চতুৰ্ব্বৰ্গ
সমাজৰ যত মানে অনাচাৰ দলি।
নীচ ভাব নীচকাম          গুচাই, জাতিৰ নাম
জিলিকাম জাতিকাৰ কৰি জগতত;
দূৰ হ'ব হিংসা দ্বেষ          প্ৰীতিৰে ভৰিব দেশ
সবাৰে আপোন-সুখ বাঢ়িব প্ৰাণত
ৰাজনীতি শিখৰত          উঠি তুমি অবিৰত
নামিবা তলৰ কালে কৰিলা নিশ্চয়
পৰ্বত বগাম মই          এখোজ দুখোজ কৈ
বোকোচাত সমাজৰ মহাভাৰ লই।"



কিন্তু এই সপোন ভাগিচিগি চুৰমাৰ হ'ল। "নহ'ল কামনা পূৰ, নহ'ল বৈৰমা দূৰ, সীমাবদ্ধ লেখনীতে কৰ্ত্তব্যৰ ত্ৰঃ।" ইয়াৰ পৰা বুজা যায় সমাজ-সংস্কাৰ আৰু সমাজৰ সৰ্বাঙ্গীন উন্নতি তেওঁৰ জীৱনৰ ব্ৰত আছিল। লেখনী হয়তো তাৰ এটা উপায় আছিল। এই উপায়েই শেষত জীৱনৰ সংকল্প-পূৰণৰ একমাত্ৰ উপায়ত পৰিণত হ'লগৈ। ইয়াৰ ফলতেই তেওঁৰ সাহিত্যত সমাজ-সংস্কাৰৰ তীব্ৰ চেতনা বৈ গ'ল। এই চেতনাই তেওঁৰ ব্যঙ্গ কবিতাত বিদ্ৰূপ আৰু উপহাস হৈ ফুটি ওলাইছে। পিছলৈ 'পোহনীয়া কুকুৰ' আদি নাটকতো এই সুৰ সমান তীব্ৰভাৱে প্ৰতিধ্বনিত হৈছে। সমাজ-সংস্কাৰৰ বিটো বাস্তৱ গতিৰ দিশ সেইটো পৰিস্ফুট হৈ পৰিছে তেওঁৰ 'সাধনা' উপন্যাসৰ দীনবন্ধু চৰিত্ৰৰ মাজেদি। দীনবন্ধু প্ৰকৃত পক্ষে তেওঁৰ এটি অনুপম সৃষ্টি। উপন্যাসৰ আনবিলাক চৰিত্ৰয়ো যদি সমতালত গতি কৰিব পাৰিলেহেতেন, তেন্তে 'সাধনা' এখন সৰ্বাঙ্গ-সুন্দৰ উপন্যাস হ'লেহেতেন। নিৰ্দয় বিদ্ৰূপৰ ভাবে উপন্যাসখনৰ 'দুষ্টচৰিত্ৰ' পাত্ৰ-পাত্ৰীবোৰৰ পূৰ্ণ স্বাভাৱিক বিকাশ হ'বলৈ নিদিলে। তথাপি 'সাধনা'খনৰ দীনবন্ধু চৰিত্ৰই দুৰ্নীতি আৰু যৌনলিপ্সাৰে বিচলিত এখন সাগৰত নীতিৰ জাহাজখন ঠিক মতে বাই নিৰ্দিষ্ট বন্দৰত নমাই নিব পৰাটো লেখকৰ বিশেষ কৃতিত্ব। দীনবন্ধুয়ে প্ৰভাক এই জাহাজ-খনৰ প্ৰিয়তম যাত্ৰী ৰূপে চিহ্নিত কৰিছে আৰু তেওঁ প্ৰভাৰ বিমল প্ৰেমৰ ওচৰতো আত্মসমৰ্পণ কৰিছে। কিন্তু নিয়তিৰ কি ইচ্ছা। চৰম প্ৰাপ্তিৰ মুহূৰ্ততো

প্ৰভাই নিজকে দীনবন্ধুৰ পত্নী নকৰিলে, পত্নী কৰিলে উষাক। সেহেত প্ৰভাই কৈছে: "মই আপোনাৰ সেৱাৰ ভাৰ গ্ৰহণ কৰিবলৈ অনুপযুক্ত। আৰু কালে আপোনাৰ সেৱাৰ ভাগ পাবলৈ উষাই দিনে-ৰাতিয়ে সাধিব লাগিছে। সেইকাৰণেই সেৱাৰ সম্পূৰ্ণতাৰ নিমিত্তে আমি দুয়ো লগ লাগিলো। ইমান দিন মোৰ অকলশৰীয়া ক্ষীণ আহ্বানে আপোনাক টানিব পৰা নাছিল, আজি দুয়োৰে যুটীয়া আহ্বানত এই শুভ মুহূৰ্ত্তত আপুনি দেখা দিছে।" (পৃঃ ৩৯০ : উপসংহাৰ)। এই মিলনৰ সাৰ্থকতা দীনবন্ধুৰ সাধনাৰ পুণ্যাশ্ৰমৰ পবিত্ৰতা ৰক্ষাত।

অসমীয়া সামাজিক উপন্যাসৰ জন্মৰ প্ৰসৱ-বেদনা আমি 'সাধনাৰ' গৰ্ভত অনুভৱ কৰো। 'ফুল' উপন্যাসত আমি বেজবৰুৱা-গোহাঞিবৰুৱা যুগৰ বুৰঞ্জীমূলক পটভূমিৰ ৰচিত কাহিনীৰ অনুৰূপ গাথনি এটি দেখা পাওঁ। এই ধাৰাটিয়ে ৰজনী বৰদলৈৰ উপন্যাসত সবল আৰু সফল ৰূপ ধাৰণ কৰিলে। দণ্ডিনাথ কলিতা আৰু দৈৱ তালুকদাৰ উভয়েই সমাজ-সংস্কাৰক বিষয়-বস্তু ৰূপে লৈ উপন্যাস ৰচনা কৰিছিল। দণ্ডি কলিতাৰ 'সাধনা'ৰ ঐতিহাসিক তাৎপৰ্য্য চৰিত্ৰাঙ্কনৰ সবলতাত আৰু চলিত সমাজৰ প্ৰগতিকামী মনোভাৱ প্ৰতিফলিত কৰাত।

ব্যঙ্গ কবিতাৰ ক্ষেত্ৰত দণ্ডি কলিতাক বেজবৰুৱাৰ পিছৰ আৰু চন্দ্ৰধৰ বৰুৱাৰ সমসাময়িক হাস্যৰসিক লেখকৰ শাৰীত থ'ব পাৰি। 'বহুৱৰা' পুথিখন কলিতাই লক্ষ্মীনাথ বেজবৰুৱাক উৎসৰ্গা কৰাটো তৎপৰ্য্যপূৰ্ণ। ইয়াক 'ৰজৰ ফিল' বুলি পাতনি লেখক মহাদেৱ শৰ্মাই অভিহিত কৰিছে: মহাদেৱ শৰ্মাই অভিহিত কৰিছে। মহাদেৱ শৰ্মাই কলিতাৰ ব্যঙ্গৰ উদ্দেশ্য ভালকৈ সদৰি কৰিছে তলৰ কথাখিনিত: "বহুৱৰাৰ বাহৰে লিখকে এটি কথালৈ নিৰ খোজাটো আমি প্ৰায়খিনাক মিশ্ৰিত ৰকতে পাওঁ আৰু সেইটিয়েই হৈছে মনে মুখে এক কৰা। সংসাৰত আমি আটায়ে মুখত মুখা পিন্ধি 'চং' দিছো, এই মুখাই যেতিয়া আধিক্য লাভ কৰে, তেতিয়া তাৰ পৰা সমাজত ভয়ানক বিশৃংখলা উপস্থিত হয়—বহুতো অনিষ্ট ঘটে। আৰু এই অনন্ত পৰিৱৰ্তনীয় জগতত তেনে নহৈ নোৱাৰে। পৰিৱৰ্তন আছে যেতিয়া সি নিশ্চয় উন্নতিৰ কাললৈ হ'বই আৰু সেই উন্নতি নিশ্চয় অন্তৰ্নিহিত গুণৰতে নিৰ্ভৰ কৰে। কুসংস্কাৰ দুই তিতা বহুৱৰাৰ মিঠাই মাৰিব বুলি আমাৰ বিশ্বাস।"

'মোৰি তীৰ্থলৈ যায়' কলিকতাৰ বিখ্যাত ব্যঙ্গ কবিতা। ইয়াত তেওঁ

মানুহৰ অজ্ঞতা আৰু যুক্তিহীন নৈতিক আচাৰৰ বিদ্ৰূপ কৰিছে :

মেধিয়ে বোলে "এইটো কোন?"
ডেকাই বোলে "ৰাজনি বামুণ।"
মেধিয়ে বোলে "বামুণ যদি
পোজনো নাই কিয়?"
ডেকাই বোলে "এনে বাপুৰেই
মেধি তীৰ্থলৈ যায়।"
মেখেলা পিন্ধা মেধিয়ে কয়,
"মুছলমান এইটো বুজিছো মই
ইয়াৰ হাতেৰে ভাত খুৱাই
সেইটো কৰিলো চাই
আকনো কিহৰ আশা কৰি
মেধি তীৰ্থলৈ যায়?"

কলিতাই এই কবিতাটোত অতিৰঞ্জনাৰ সহায়েৰে মানুহৰ ভুল জাত সম্পৰ্কীয় বিশুদ্ধতাৰ ধাৰণাক উপহাস কৰিছে। কবিতাটো গহীন হোৱা হ'লে কৰুণ হ'লহেতেন। কাৰণ মেধিয়ে তীৰ্থলৈ যাব নোৱাৰি উভতি আহোঁতে মাজ বাটতে নাও বুৰ যোৱা বাবে ইহ লীলাকে সম্বৰণ কৰিব লগা হ'ল। কিন্তু কলিতাৰ উপহাসৰ লক্ষ্য মেধিৰ কুসংস্কাৰ। মেধিৰ দৰে মানুহৰ কুসংস্কাৰ নাতৰিলে সমাজৰ উন্নতি আৰু মানুহৰ মনুষ্যত্ব বিকাশ অসম্ভৱ।

জাতৰ অহমিকাৰ বিৰুদ্ধে কলিতাৰ বিদ্ৰূপ কিমান কোৰাল তাক তেওঁৰ 'আমাৰ জাত' আৰু 'বহুৰূপী' (এইটো 'বহুৰূপী' গ্ৰন্থৰ অন্তৰ্ভুক্ত) কবিতা পঢ়িলে ভালকৈ বুজা যায়। 'আমাৰ জাত'ত জাতিৰ অহমিকাক তেওঁ তীব্ৰ ব্যঙ্গৰ বাণেৰে থকা-সৰকা কৰিছে :

ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত......
আন ধৰ্মৰ আছে যিমান
অপবিত্ৰ হ'ব সিমান।
সিংহে চুলে অশুচি হয়
আমাৰ বাট-ঘাট ;
ভূমণ্ডলত আমাৰটোৱেই
আটাইতকৈ উত্তম জাত।

'বহুৰূপী' কবিতাটোত এজন ব্ৰাহ্মণ ডেকাৰ উক্তিৰ যোগে জাতৰ চেতনাক কেন্দ্ৰ কৰি গঢ় লৈ উঠা ভণ্ডামিৰ ভাবৰ বিদ্ৰূপ কৰা হৈছে :

মই ভট্টাচাৰ্য্যৰ লৰা
ইংৰাজী বঙলাত পঢ়া
এশ একুৰি ডাঙৰ ডাঙৰ
কিতাপ মুখস্থ কৰা
... ... ...

মোৰ কপালত মস্ত ফোঁট
মূৰত টিকনি গোট
ডাঙৰ মানুহ দেখিলে আগত
মাটিত লোট সোট।
মোক নেভাবিবা কম
ঘৈণীৰ ওপৰত যম
স্ত্ৰী স্বাধীনতাৰ বক্তৃতাত কিন্তু
কোনো নাই মোৰ সম।
. .

মই বাল্য বিবাহ দেখি
কৰো প্ৰতিবাদ লেখি
নিজে কিন্তু বিচাৰো গৌৰী
আঙুলিত বছৰ লেখি।

'দণ্ডবিধি' কবিতাত তেওঁৰ ব্যঙ্গ আৰু তীব্ৰতৰ হৈ উঠিছে :

শূদ্ৰৰ সৌভাগ্য দয়ালু ব্ৰাহ্মণে
মাৰিলে বুকুত লাঠি
শূদ্ৰিয়ে বামুণক মাৰিম বুলিলে
ভৰিহাত পেলাবা কাটি।

কলিতাৰ বিদ্ৰূপ বাণ সমসাময়িক সমাজ আৰু ৰাজনীতিৰ দুৰ্নীতি আৰু ভণ্ডামিৰ বিৰুদ্ধেও বৰ্ষিত হৈছিল। তেওঁৰ 'দেশোদ্ধাৰৰ মহাসভা'ত এটি ধেমেলীয়া ঘটনাৰ বৰ্ণনা আছে। সমাজ সংস্কাৰৰ এখন সভাত এজন উদাৰ নৈতিক ব্ৰাহ্মণে জাতপ্ৰথা নিৰ্মূলৰ হকে এটা প্ৰস্তাৱ দিছিল। ফলত, সভাত হুলস্থূল সৃষ্টি হ'ল। কোনেও ব্ৰাহ্মণৰ প্ৰস্তাৱ গ্ৰহণ নকৰিলে। অলপ পিছতে সভা পণ্ডশ্ৰম হ'ল :

দেশোদ্ধাৰৰ মহাসভা কেনিবা উবি গ'ল
পণ্ডিত কওক হিচাপ কৰি উন্নতি কিমান হ'ল।

কলিতাৰ 'বিকৰ্ম-সুন্দৰী' কবিতাত নিৰ্বাচন আৰু এম-এল-এ সম্পৰ্কে ভোটাৰৰ কটু অভিজ্ঞতাক লৈ ব্যঙ্গ কৰা হৈছে। নিৰ্বাচন হৈ যোৱাৰ পিছত বিধান সভাৰ সদস্যসকল বিয়াৰ পিছত দৰা-কন্যাই 'হনিমুন' খাবলৈ যোৱা দৰে প্ৰমোদ-ভ্ৰমণত ব্যস্ত হোৱা দেখি ভোটাৰসকলৰ ধৈৰ্য্য হেৰাই গ'ল। কলিতাই সেই ঘটনা লৈ তীব্ৰ ব্যঙ্গ কৰিছে:

ওলাল সকলো বাইজৰ ধনেৰে
নিজৰ জোলোঙা ভৰি
ৰেল-জাহাজত ফুৰিলে বগাই
হনিমুন এনজয় কৰি
ভেবা লাগি ৰ'ল ভোটাৰসকল
দেখি মেম্বৰৰ ভাও......

কৃষিশভিকাৰ আগভাগৰ সমাজজীৱন আৰু ৰাজনৈতিক লৈ কলিতাই কৰা ব্যঙ্গবোৰ সেই সময়ৰ সামাজিক দলিল ৰূপে গণ্য কৰিব পাৰি।

'আত্মানন্দৰ আত্মকাহিনী' ব্যঙ্গাত্মক ৰচনাৰ উল্লেখযোগ্য পুস্তক। ব্যঙ্গাত্মক পদ্যৰ দৰেই ব্যঙ্গাত্মক গদ্যৰ লক্ষীনাথৰ যে নিজা এটা ৰচনা-ৰীতি আছিল তাক বুজিবলৈ এই কিতাপখন পঢ়িলেই যথেষ্ট। বেজবৰুৱাৰ দৰে তেওঁ ভাষা স্বতঃস্ফূৰ্ত্ত আৰু মকৰা নহয়। কিন্তু শানিত আৰু সকলিত। চৰিত্ৰটোৰ কল্পনাও যথেষ্ট চিন্তাৰ ফল। তলত দিয়া কথাখিনিয়ে কলিতাৰ ব্যঙ্গাত্মক গদ্যৰ ষ্টাইল আৰু কল্পনাশক্তিৰ গুণো প্ৰকাশ কৰে:

"হওঁতে মোৰ উপাধি নোহোৱাও নহয়, আনবোৰ এৰি দিলেও, মানুহে আগত আৰু পাচত ব্যৱহাৰ কৰা এজোৰ ভালজুৰীয়া উপাধি মোৰ নামৰ আগত লাগিয়েই থাকে। আগত ব্যৱহাৰ কৰাটো হৈছে আচাৰ্য্য আৰু পাচত কৰাটো হৈছে পগলা। যেতিয়া কোনো সভাসমিতি বা কঠিন সমস্যাৰ উদ্ভৱ হয় তেতিয়া কি শিক্ষিত, কি অশিক্ষিত, কি ল'ৰা, কি বুঢ়া সকলোৱে মোক আচাৰ্য্যদেৱ বুলি আদৰি নিয়ে, যেন আচাৰ্য্য নহ'লে একোৱেই নহয়। আকৌ যেতিয়া গুহলীয়া জুহালৰ কাষত ডেকা, বুঢ়া, ল'ৰা আদি গোটখাই থেকাৰ আৰু শিকেৰে গোটেই জুহাল চিত্ৰ-বিচিত্ৰ কৰি খুজি-বিখুজিৰ আলোচনা কৰে, নাইবা যেতিয়া অফিচাৰসকল অফিচৰ পৰা কোপাই-জোপাই আহি এটুপি চাহৰ পানীৰে উদৰাগ্নিৰ কিঞ্চিৎ উপশম কৰি তাচ বা পাশাৰ ওচৰত

শৰাণাগত হৈ দেশ উদ্ধাৰৰ উপায় বিচাৰি কেতিয়াবা কোঁচ-কোঁচায়, আৰু কেতিয়াবা ফেচ-ফেচায়, অথবা যেতিয়া কোনো কোনো মহাশয় লোকে বাত্তিৰ আন্ধাৰৰ আঁৰত কাচপাত্ৰাৱগুণ্ঠিতা দ্ৰবীভূতা দেবীৰ অধৰস্পৰ্শ কৰাৰ সময়ত আনৰ চৰিত্ৰৰ সমালোচনা কৰে, তেতিয়া যদি কোনোবা কাণ থকা মানুহ ওচৰেদি যায়, তেনেহলেই শুনিব যে তেওঁলোকৰ গণনাত মই পগলা অকল সেয়েই নহয়, হাটে বাটে, পথাৰে-সমাৰে, সবাহে-ভাওনাই যেয়ে মোৰ লগত কথন-মথন কৰে, সেয়ে ঘপহ কৰে সাব্যস্ত কৰি লয় যে মোৰ দৰে পগলা তেজপুৰ কাটেকতো দ্বিতীয়জন নাই।" ( পৃঃ ২-৩ )

দণ্ডিনাথ কলিতাৰ শানিত আৰু সংকলিত গল্পক বেজবৰুৱাৰ নিজবাৰ লেখীয়া হাঁহিমুখীয়া গল্পৰ লগত তুলনা কৰা অন্যায়। দুয়োজনাৰ বিশ্বদৃষ্টি, মানসিকতা আৰু ব্যক্তিত্ব বেলেগ বেলেগ। বেজবৰুৱাৰ কৃপাবৰ চৰিত্ৰ পৃথিৱীৰ সাহিত্যৰ টেটোন বা খেমেলীয়া চৰিত্ৰবোৰৰ শাৰীত ঠাই পাবলগীয়া চৰিত্ৰ। আত্মানন্দই এনেকুৱা এখন আসন পায় নে নেপায় বুলি সুধিলে খপ্ কৰে উত্তৰ দিয়া টান হ'ব। কিন্তু লেখাৰ ভাৰৰ সংখ্যাই তেওঁলোকৰ এনে মৰ্যাদাৰ বিপৰীতে সাক্ষ্য দিব। আত্মানন্দৰ ব্যঙ্গৰ বিহাৰ ক্ষেত্ৰ সীমিত, কিন্তু বেজবৰুৱাই তেওঁৰ কমিক লেখাত পৃথিৱীখনকে সামৰিছে। বেজবৰুৱাৰ ভাষাই হাঁহেও হুহঁৱায়ো। কিন্তু দণ্ডি কলিতাৰ ভাষা নিৰস আৰু শান্ত। হাঁহি তাৰ অৰ্থতহে লুকাই থাকে।

ব্যঙ্গ বা কমিক নাটকো দণ্ডি কলিতাই লিখিছে। কিন্তু এইবোৰত বিষয়-বস্তুৰ বিবিধতাৰ অভাৱ। ব্যঙ্গ নাটকবোৰৰ ভিতৰত 'পোহনীয়া কুকুৰ' খনেই সুখপাঠ্য আৰু বুজন। দণ্ডিনাথ কলিতাৰ ব্যঙ্গ বাণ-ঠায়ে ঠায়ে বৰ নিৰ্মম। যাৰ ওপৰত তাৰ বৰ্ষণ হয়, সি খন্তেকতে বিব্ৰতো হ'ব পাৰে। একেবাৰে ধৰাশায়ীও হ'ব পাৰে। পঢ়িলে এনে হেন ভাৱ হয় যেন সাবিত্ৰীৰ দৰে ( বা সাধনাৰ বল্লাৰ দৰে ) চৰিত্ৰবোৰৰ বাবে আত্মোদ্ধাৰৰ পথ এটাই। কলিতাৰ যাই চৰিত্ৰসমূহে দেখুওৱা নৈতিক পথ নল'লে তেওঁলোকৰ মুক্তি নঘটে। দণ্ডি কলিতাৰ মানদণ্ড কঠোৰ। "পোহনীয়া কুকুৰ"ৰ এটি বিশেষত্ব আছে। ইয়াৰ ঘটনাৰ পটভূমিত জাপানী যুদ্ধ আৰু বিয়াল্লিছৰ বিপ্লৱৰ সময়ৰ আঁচোৰ আছে। ইয়াৰ মূল চৰিত্ৰ আনন্দৰো চং দিয়া অভ্যাস। ই যদিও মূলতঃ ব্যঙ্গাত্মক নাটক, তথাপি ব্যঙ্গৰ ওপৰত প্ৰহসনৰ এটি মিহি নোৱাৰা আৱৰণ আছে। তেওঁৰ এইখন ব্যঙ্গ নাটকক মোৰ শ্ৰেষ্ঠ বুলি অনুমান হয়।

কলিতাৰ চৰিত্ৰবোৰ বৈধিক, গোটা নহয়। যি তেওঁৰ মানদণ্ড নেমানে, তাৰ চাৰিত্ৰিক বেমেজালি তেওঁ বৌদ্ধিক দৃষ্টিৰে বিশ্লেষণ কৰি দেখুৱায়, কিন্তু সহানুভূতিৰে সৈতে তাৰ মূল নত্তাত্ত্বিক ৰূপত প্ৰৱেশ নকৰে। কঠোৰ আদৰ্শবাদী-সকলৰ কলাত কেতিয়াবা এনে এটা 'আৱশ্যকীয়' বাধ্যবাধকতা থাকি পৰে যিটোৰ কলাত তেওঁলোকে নিজ নিজ নৈতিকতাৰ দিগ্‌বলয়ৰ পৰা এৰাব নোৱাৰে। য'ত আদৰ্শনীয় মানদণ্ড আৰু বিষয়বস্তুৰ সুসমন্বয় ঘটে, ত'ত দণ্ডি কলিতাৰ ভাষাই মুক্তি পায়। দীনবন্ধুৰ চৰিত্ৰ অঙ্কন, আত্মানন্দৰ আত্মকথন আৰু কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ জীৱন-চিত্ৰণত তেওঁৰ আদৰ্শৰ মানদণ্ড আৰু বিষয়বস্তুৰ মাজত বিৰোধ ঘটা নাই। সেইবাবে এইবোৰ ৰচনাত তেওঁৰ ভাষা আৰু কল্পনাই আৱশ্যকীয় মুক্তি লাভ কৰিছে।

'সংস্কৃত নাটকৰ সাধু' পঢ়িলে কলিতাৰ নূতন কাহিনী-কথনৰ শক্তিৰ আভাস আমি পাওঁ। এই শক্তি তেওঁৰ ভাষাতো জিলিকি উঠিছে আৰু কাহিনী পৰিবেশনতো পৰিস্ফুট হৈছে। পুৰণি কাহিনী ন কৈ কোৱাৰ চখ্ প্ৰাচীন যুগৰে পৰা ভাৰতীয় সাহিত্যত দেখা যায়। কলিতাৰ সাহিত্যত এই চখ্ বিদ্যমান।

তেওঁৰ কবিতাবোৰৰ ছন্দ আৰু ভাবত তেওঁৰ যুগৰ গোন্ধ আছে। 'বাণাৰ বন্ধাৰ' আৰু 'দীপ্তি'ৰ কবিতাবিলাক পঢ়িলে এই ধাৰণা দৃঢ় হয়। 'অনুন্নত জাতিসকললৈ' নামৰ কবিতাটিত কবিয়ে কৈছে:

ন্যায়ৰ কৰ্মৰে যদি হৃদয় বন্ধোৱা
বোওৱা প্ৰেমৰ জুৰি কৰি অতপন
সত্যক আশ্ৰয় কৰা কৰি প্ৰাণপন
দৈত্যৰ শকতি নাই কৰে অত্যাচাৰ
নিদিয়ে তোমাক ন্যায্য প্ৰাপ্য অধিকাৰ
সিদিনা নেলাগে কোনো ধ'ৰ কাৰো হাত
বিশ্ব জুৰি হ'ব এটি মানুহৰ মাত। (দীপ্তি: পৃঃ ৩১-৩২)

অনুন্নত জাতি বা পতিত লোকসকলৰ প্ৰতি এই সহানুভূতি কলিতাৰ সামাজিক দৃষ্টিৰ এক বিশিষ্ট উপাদান। উপন্যাস আৰু ব্যঙ্গ ৰচনাবোৰতো আমি এই উপাদান পাওঁ। দীপ্তিৰ ধৰ্ম-গীতবোৰত এটি আধ্যাত্মিক সুৰ শুনা যায় যিটো আমি ৰবীন্দ্ৰনাথ আৰু অম্বিকাগিৰীৰ মাজতো শুনো। এইবোৰক আধুনিক ধৰ্মীয় গীতি কবিতা বুলিব পৰা যায়:

মোৰ হৃদয় দুৱাৰ ৰাখিছো মেলি
জানোচা নাহিবা বুলি
অন্তৰ আসন ৰাখিছো পাতি
পেলোৱা চৰণ ধূলি।
আলোক তোমাৰ আলোক ৰাশি
পাপ হৃদয়ৰ তিমিৰ নাশি,
তোমাৰ প্ৰশান্ত কান্তি নিৰিখি
যাওঁ (আপোনাকে ভুলি। (দীপ্তি:)

'বীণাৰ ঝংকাৰ'ত বিবিধ কবিতা আছে, কিন্তু তাৰ কিছুমান কবিতাহে বিশিষ্ট আৰু আকৰ্ষণীয়। 'বসন্ত' কবিতাটোত নিমজ সুন্দৰ বৰ্ণনাৰ গুণ পোৱা যায়:

বসন্ত! তোমাক মই বৰ ভাল পাওঁ
জগত ভুলোৱা ৰূপ দেখি ভোল যাওঁ
নতুন পাতেৰে বন্ধা খোপা মনোলোভা
সুগন্ধি ফুলৰ চাকি তাতে ধৰে শোভা
মলয়াৰ পৰশত নচা হালি জুলি
জোনালী বসনে ধৰে হিয়াখনি ভুলি
মন্ত্ৰমুগ্ধ সৰ্প প্ৰায় একেবাৰেহে চাওঁ,
বসন্ত তোমাক মই বৰ ভাল পাওঁ। (বীণাৰ ঝংকাৰ; পৃ: ১৯)

কলিতাৰ কবিতাবোৰত আৰু এটি উপাদান দেখা যায়, যিটো তেওঁৰ নাটক আৰু অন্যান্য ৰচনাত সিঁচৰতি হৈ আছে। এইটো হ'ল লোকগীতৰ আহিত ৰচা কিছুমান গীত। এটা গীতৰ কেইটামান শাৰী ইয়াত তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলো:

কানীয়াই কানি খাই গা কৰিলে সৰু
ঐ গা কৰিলে সৰু
কানিৰ লগত বেচি খালে বৈচাৰে গৰু
ঐ বৈচৰে গৰু।
কানীয়াই কানি খাই গা কৰিলে লাহি
ঐ গা কৰিলে লাহি।
কানিৰ লগত বেচি খালে ভাত খোৱা কাঁহী
ঐ ভাত খোৱা কাঁহী।
ইত্যাদি (মুক্তিৰ অভিযান; ১ম অঙ্ক প্ৰথম দৃশ্য)

ৰতি কলিতাৰ কবিতাত ৰজা এই বিলাক সুৰ সেই যুগৰ কাব্যৰ সাধাৰণ সুৰ আছিল যদিও, কলিতাই তাত এটি নিজৰ তাল-মান দিব পাৰিছিল। বিশেষকৈ মন কৰিব লগীয়া কথা হ'ল লোক সংস্কৃতি আৰু লোক গীতত থকা তেওঁৰ দখল। লোক সংস্কৃতি তেওঁৰ সাহিত্যৰ এটি এৰাব নোৱাৰা উপাদান।

## তিনি

## উপসংহাৰ

বাণীকান্ত কাকতিয়ে কলিতাৰ 'সংস্কৃত নাটকৰ সাধু'ৰ পাতনিত এষাৰ তাৎপৰ্য্য পূৰ্ণ মন্তব্য কৰিছে। তেওঁ কৈছে, "শ্ৰীদণ্ডিনাথ কলিতাৰ ৰচনাৰ পাতনিৰ আৱশ্যকতা নাই। তেওঁৰ ৰচনাই বিচাৰে গুণাগুণ আলোচনা। "...কাব্য, উপন্যাস, নাটক, ব্যঙ্গ কবিতা আদিৰে তেওঁৰ সাহিত্য-প্ৰচেষ্টা ফলৱতী হৈ উঠিছে। ......স্বৰ্গীয় বেজবৰুৱাৰ পিছত একাণপতীয়া ভাৱে যথা লাভ পণ কৰি অসমীয়া সাহিত্য চৰ্চা কৰা লোক কলিতাত বাজে দ্বিতীয়জন নোলায়। আন আন ক্ষেত্ৰত ত্যাগী পুৰুষৰ সংখ্যাৰ লেখ নাই কিন্তু সাহিত্য ক্ষেত্ৰৰ ত্যাগীক একেটা আঙুলীৰে গণিব পাৰি। এই বিৰলতাতেই সাহিত্যিক ত্যাগৰ শ্ৰেষ্ঠতা। তিনি টকা দৰমহাৰে জীৱন আৰম্ভ কৰা ৺হেমচন্দ্ৰ বৰুৱা এজনো অসমীয়া ভাষা-ভাষী বৰ্ত্তি থাকে মানে জীয়াই থাকিব।" এই মন্তব্য সাধাৰণ ভাৱে সমৰ্থন কৰিব পাৰি। যদিও একাণপতীয়া ভাৱে সাহিত্য ৰচনা কৰা লোক আৰু দুই একজন ওলাব।

এই পাতনিত আমি কলিতাৰ ৰচনাৰ গুণাগুণ আলোচনা কৰাতকৈ তেওঁৰ ৰচনাৱলীৰ বাট চ'ৰা এটিহে সাজি উলিয়াবৰ যত্ন কৰিছো। কিন্তু সময় যথেষ্ট নোপোৱাত, ঠিক যেনেকৈ বাটচ'ৰা সাজিম বুলি ভাবিছিলো, সেই ধৰণে সাজিবলৈ সমৰ্থ নহ'লো। তথাপি পাঠকে বাটচ'ৰাটিত সোমাই ঘৰলৈ আগ বাঢ়িবলৈ বল পালে, পাতনি লেখকৰ মনৰ বহুত খুহুৰি আৰু খকাখুন্দা যাব যাব বুলি মোৰ ধাৰণা।

'বাঁহী' আৰু 'উষা' যুগৰ সাংস্কৃতিক চেতনাৰ এটি বিশিষ্ট ধাৰা আমি কলিতাৰ চিন্তাত দেখো। স্বদেশী আৰু অসহযোগ আন্দোলনৰ পটভূমিত

এই যুগৰ সাংস্কৃতিক চেতনাই ক্ৰমাৎ সাহিত্যিকসকলক আধ্যাত্মিক বিষয়-বস্তুৰ লগতে সামাজিক আৰু ৰাজনৈতিক বিষয়বস্তুৰ প্ৰতি আকৃষ্ট কৰিলে। দণ্ডিনাথৰ ৰচনাৱলীত ধৰ্মসঙ্গীতো আছে, সামাজিক আৰু ৰাজনৈতিক বিষয়-বস্তুৰ জেউতিত ৰচা ব্যঙ্গ কবিতাও আছে। ভাষাৰ অনুশীলন তেওঁৰ সাহিত্যিক চেতনাৰ এটি আৱশ্যকীয় অঙ্গ। লম্বোদৰ বৰা, সত্যনাথ বৰা আৰু পদ্মনাথ গোহাঞি বৰুৱাৰ দৰেই তেওঁ এটি নিজা পদ্যশৈলী আহৰণ কৰিছিল। বৰ্ণনাৰ শক্তিত তেওঁ সিদ্ধহস্ত। লুইতৰ বৰ্ণনা বেজবৰুৱাৰ লেখাত যেনে মনোৰম, দণ্ডিনাথৰ লেখাত তাতকৈ কোনো গুণে কম নহয় :

"*এনেকৈ বহি থাকোতেই বেলি পৰিবৰ হ'ল, তেওঁ পশ্চিমলৈ চকু ঘুৰালে। তেতিয়া বিশ্বধনিকৰৰ মায়াবাজিৰ মাজেদি প্ৰকৃতি দেৱীয়ে ৰূপ সলাইছিল। সূৰ্যদেৱ নিজৰ তাপত নিজে দগ্ধ হৈ ব্ৰহ্মপুত্ৰত স্নান কৰি দেহা শীতলাবলৈ নামি গৈছিল, প্ৰকৃতি দেৱীয়েও হাঁহি মুখেৰে তেওঁক বিদায় সম্ভাষণ জনাইছিল। সেই হাঁহিৰ ৰহণ সানি নীল আকাশ হেঙুলীয়া হৈ উঠিছিল, লুইতৰ বিশাল বুকু ৰঙচুৱা ঢৌৰ ৰং-ধেমালিত আন্দোলিত হৈছিল, পাৰৰ পাদপশ্ৰেণী আৰু নদীপাৰৰ পৰ্বতমালা সেই কপিল কিৰণেৰে উদ্ভাসিত হৈ উজ্জ্বল সৌন্দৰ্য্যৰ আকৰ হৈ উঠিছিল। পানীৰ মাজত শিহুৱে আৰু পাৰৰ ওচৰত সৰু সৰু মাছে সাঁতুৰি সাঁতুৰি আনন্দ উৎসৱত আপোন-পাহৰা হৈছিল, দুই চাৰিজন ডেকাই নাও খেলাইছিল, বহুতো বয়ুৱা মানুহে এডিঙি পানীলৈকে নামি গা ধুই দিনটোৰ দুখ-ভাগৰৰ পিচত শান্তি লাভ কৰিছিল। ঘাটত বহুত আৰোল আৰু ছাত্ৰ গোট খাই কথা পাতিছিল। কোনো কোনোৱে গা খেলাইছিল পৰ্বতৰ দাঁতিৰ শিল এটাৰ আঁৰৰ পৰা সুমধুৰ সঙ্গীত উঠিছিল।*" (সাধনা : প্ৰথম খণ্ড, প্ৰথম অধ্যায়)।

কলিতাৰ ৰচনাৱলীৰ পৰা বহু বহু এনে বৰ্ণনা বহুত উদ্ধৃত কৰিব পৰা যায়। এই পটু বৰ্ণনা শক্তিৰ উপৰিও তেওঁৰ ভাষাত তদ্ভৱ আৰু তৎসম শব্দ, জতুৱা ঠাচ আৰু সাংস্কৃতীয়া ঠাচ মিহলি কৰি এটি শক্তি দেখা যায়। জতুৱা ঠাচৰ ব্যৱহাৰ 'আত্মানন্দৰ আত্মকাহিনী'ৰ দৰে ব্যঙ্গাত্মক ৰচনাত অধিক পোৱা যায়।

কলিতাৰ সাহিত্যৰ কোনবোৰ উপাদান সাহিত্যৰ ইতিহাসে নিজৰ বুলি ল'ব তাক ধৰপহাই কোৱা টান। আধুনিক সাহিত্যৰ প্ৰথম আৰু দ্বিতীয় পৰ্বত যি ব্যঙ্গ সাহিত্যৰ প্ৰসাৰ ঘটিছিল, সেই ব্যঙ্গ ৰচনাৰ এজন থাই দ্ৰষ্টা

ৰূপে দত্তি কলিতাৰ নাম ইতিমধ্যে ইতিহাসে উল্লেখ কৰিছে। বিশেষকৈ কবিতাৰ ক্ষেত্ৰত তেওঁৰ স্থান চন্দ্ৰধৰ বৰুৱাৰ লগতে বা পিছতে। ব্যঙ্গ কবিতা, নাটক আৰু গল্পৰ সৃষ্টিৰ প্ৰেৰণা তেওঁ পাইছিল উন্নত ধৰ্মীয়, সামাজিক আৰু ৰাজনৈতিক আদৰ্শৰ পৰা। আদৰ্শৰ লগত বাস্তৱৰ অসামঞ্জস্য বা বৈপৰীত্য দৰ্শাই হাস্যৰস সৃষ্টি কৰাই তেওঁৰ ব্যঙ্গ ৰচনাবোৰৰ লক্ষ্য আছিল। তেওঁৰ আদৰ্শ সৰ্বমান্য নহ'ব পাৰে। সেই বাবে থল বিশেষে তেওঁৰ হাস্যৰস পুৰণি যেন বোধহয়। যুগধৰ্মৰ সীমাবদ্ধতাৰ পৰা কোনো লেখকেই হাত সাৰিব নোৱাৰে। দত্তিনাথেও নোৱাৰে। নাৰী-পুৰুষৰ সম্পৰ্কৰ ক্ষেত্ৰত তেওঁ পশ্চিমীয়া নাৰী মুক্তিৰ আদৰ্শক সৰ্বান্তঃকৰণে সমৰ্থন কৰিবলৈ টান পাইছিল। আন হাতে জাত-প্ৰথাৰ অপকাৰবোৰ আৰু অন্তৰালোকৰ দ্বাৰা অসংশোধিত ধৰ্মৰ পৰা হোৱা অনিষ্টবোৰৰ বিষয়ে তেওঁ সততে সজাগ আছিল।

সামাজিক উপন্যাসৰ ক্ষেত্ৰত তেওঁ আগবঢ়ুৱা, এই কথা অসমীয়া সাহিত্যৰ ইতিহাসে বোধ হয় স্বীকাৰ কৰিব। এই কথা আমি আগতেই আলোচনা কৰিছো। কলিতাই অন্য প্ৰকাৰৰ উপন্যাসো দুই-এখন লিখিছিল, কিন্তু সেইবোৰৰ সমসাময়িক গুৰুত্ব থকা সত্ত্বেও ঐতিহাসিক মূল্য কিমান সেই সম্পৰ্কে তালকৈ অনুসন্ধান নকৰিলে কোৱা টান।

একাগ্ৰতীয়া সাহিত্যসেৱক হিচাপে তেওঁৰ স্থান ইতিহাসত থাকি যাব। যি কালত সাহিত্য সেৱা বৃত্তি বুলি মানুহে নেভাবিছিল আৰু পাঠক সমাজ অতি সৰু আছিল, সেই সময়ত আধুনিক সাহিত্য নিৰ্মাণ কৰিবলৈ মনপুতি লগাটো যে এটা ডাঙৰ ত্যাগ, বাণীকান্তৰ এই মন্তব্য আমি অকুণ্ঠচিত্তে সমৰ্থন কৰো। কলিতাই সাহিত্যত জীৱন-পণ কৰিছিল। এই জীৱন-পণৰ মূল্য ইতিহাসে স্বীকাৰ কৰিবলৈ বাধ্য।

কলিতাৰ সকলোবোৰ লেখা একেলগে এই সংকলনত উলিয়াব পৰা হ'লে ভাল আছিল। কিন্তু সেয়ে সম্ভৱ হৈ নুঠিল। আশা কৰো দ্বিতীয় সংকলন এটি ওলাব আৰু তাত তেওঁৰ বাকী থকা গ্ৰন্থকেইখনিও ওলাব।

দত্তি কলিতাৰ শতবাৰ্ষিকীৰ বছৰত তেওঁৰ এখন জীৱনী প্ৰকাশ হোৱাটোও বাঞ্ছনীয়। লগতে আৱশ্যক তেওঁৰ সাহিত্যৰ গুণাগুণ বিচাৰ। এই বিলাক কাম শতবাৰ্ষিকীৰ বছৰতে হ'লে তেওঁৰ পুণ্য স্মৃতিৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধাঞ্জলি জনোৱা হ'ব।

খাৰঘুলি
গুৱাহাটী-৪ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য
৪।১১।৯০

# সূচী

# উছৰ্গা

মাতৃ-ভাষা-সেৱা ব্ৰত হিয়াত পতাই,
কৰিছিলোঁ যতনেৰে পতি সৰ্ব্বদাৰ।
তাৰ ফলে পুথি গঢ়ি ক্ষুদ্ৰ "ফুল" পাহি,
যদিওবা গন্ধহীন নিছে লেখা হাঁহি।
উছৰ্গিলোঁ তাকে ভৰি প্ৰীতিৰ শৰাই,
অসমীয়া ৰাইজক; যেন লিখিলাৰ।

৪ চ'ত
১৮৩০ শ'ক

লিখক

# গ্ৰন্থকাৰৰ নিবেদন

যেতিয়া প্ৰথমেই স্কুলৰ জন্ম হয়, তেতিয়া স্কুল-বচক ইংৰাজী স্কুলৰ তৃতীয় শ্ৰেণীৰ ছাত্ৰ আছিল মাথোন। সেই কাৰণে তাইৰ গঢ় আৰু সাজ-পাৰ শৈশৱ কল্পনাৰ আদৰ্শ অনুযায়ী হোৱা স্বাভাবিক। তথাপিও যে তাই ৰাইজৰ মনোৰঞ্জন কৰিব পাৰিছিল, সি নিশ্চয় বচকৰ সৌভাগ্য। আজি পাঁচ বছৰ স্কুল কাৰো আগলৈ ওলাব পৰা নাই, কিন্তু তাইক মৰম কৰিবলৈ ৰাইজৰ আগ্ৰহ ক্ৰমশঃ বাঢ়ি যোৱা দেখা গৈছে। ইমান দিন তাইক ৰাইজৰ মৰমৰ পৰা বঞ্চিত কৰি ঘৰৰ ভিতৰতে সুমুৱাই ৰখাৰ প্ৰধান কাৰণ হৈছে বচকে তাইৰ আগৰ গঢ় পৰিবৰ্ত্তন কৰি, নতুন সাজ-পাৰ পিন্ধাই, উলিয়াবলৈ ইচ্ছা কৰিছিল, কিন্তু তেনে কৰিলে তাইক হত্যা কৰা হ'ব বুলি বহুতে আশঙ্কা কৰাত সম্প্ৰতি তাইক আগৰ গঢ়েৰেই ৰাইজৰ ওচৰলৈ পঠিওৱা হ'ল। সালসলনিৰ ভিতৰত মাথোন তাইৰ দুই এপদ অলঙ্কাৰ ঘঁহিপিহি চকচকীয়া কৰা হৈছে আৰু সাজপাৰত যি দুই এটা চকুত পৰা চেঁকা আছিল, তাকো ধুই-পখালি একেবাৰে দিয়া হৈছে। এই কাৰ্য্যত বচকে তেওঁৰ সাহিত্যিক বন্ধু শ্ৰীযুক্ত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ বি, এ, আৰু প্ৰতিমাৰ খনিকৰ শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াৰ সংকেতৰ পৰা বিশেষ সাহায্য লাভ কৰিছে; সেই বাবে তেওঁ দুয়ো জনৰ ওচৰত কৃতজ্ঞ।

সামৰণিত কবলগীয়া এয়ে যে স্কুলক লগ পাবলৈ যিসকলে ইমান দিনে আগ্ৰহেৰে বাট চাই আছিল, তাইক হাতত পায়ো যদি তেওঁলোকৰ সেই আগ্ৰহ সমানে থাকে, তেনেহলেই তাইৰ অভিভাৱক যথেষ্টৰূপে পুৰস্কৃত হ'ব। অলমতিবিস্তৰেণেতি।

তেজপুৰ
১ ফাগুন, ১৮৪৫ শক

বিনীত নিবেদক
গ্ৰন্থকাৰ

# কুল

## প্ৰথম অধ্যায়

### নৈৰ দাঁতিত

বহাগ মাহ। বেলি দুপৰ। আকাশ নিৰ্ম্মল, ক'তো অলপো ডাৱৰৰ চিন দেখিবলৈ নাই। সূৰ্য্যৰ প্ৰখৰ ৰশ্মি পোনে পোনে আহি পৃথিৱীত পৰিছে। ওপৰলৈ চাবই নোৱাৰি; কেউফালে যেন জুইৰ হে আগ। তাপত সকলো বস্তু শুকাই খৰ্খৰীয়া হৈছে। আলিবাটবোৰ ধূলিৰেই ভৰি পৰিছে। হোলাডোবা আদিত অলপো পানীৰ চিন নাই, ফাটি ফাটি তলি-বিলাক পকা চিৰাল যেন হৈছে। বেলিৰ তাপে খাওঁ খাওঁ মূৰ্ত্তি ধৰি মানুহৰ ভৰণি ফেকুৱাইছে; তলি-ফটা কলহৰপৰা বিৰিঙি বিৰিঙি পানী ওলোৱাদি, প্ৰতি নোমৰ গুৰিৰ পৰা ঘামৰ টোপাল বিৰিঙি ওলাইছে। তত নেপাই বাটকৰা মানুহবিলাকে গছৰ তলে তলে বহি জিৰণি লৈছে। এনে সময়ত এজন অশ্বাৰোহী দ্ৰুতবেগে আহি ভৰলী নৈৰ দাঁতিত উপস্থিত হ'ল। তেওঁৰ বয়স অনুমান পঁচিছ বছৰ; বৰণ একেবাৰেই বগলীপাখি যেন নহলেও বগা বুলিব পাৰি। ডাড়ি-গোঁফ অলপ অলপ ঠুঁটিয়াইছে। মানুহজন বৰ শকত-আৱত; হিয়াচবিখন প্ৰায় এহাতমান বহল; চকু দুটা অলপ ডাঙৰ কিন্তু টেলেকা নহয়; মুখৰ গঢ় কাৰ্ত্তিকৰ নিচিনা নহলেও সুন্দৰ আৰু লনি। মূৰৰ চুলিবোৰ দীঘল আৰু পাচ ফালে গলধৰ খোৱাকৈ খোপা বন্ধা। তাৰ ওপৰত এখন ধুনীয়া চেলেঙেৰে ধুনীয়াকৈ মৰা পাগ। হাতত এখন তৰোৱাল আৰু কঁকালত এখন টঙালি বন্ধা। অন্যান্য সাজো তথ থাপৰ। মানুহজনলৈ ভালকৈ চকু দিলে তেওঁক এজন ডাঙৰ বিষয়া আৰু বলুৱা বুলি জানি। তেওঁ বোধ কৰোঁ বহুত দূৰৰ পৰা আহিছে। কিয়নো, তেওঁৰ গোটেই গা—পিন্ধা কাপোৰ-কানি ঘামেৰে তিতি পৰিছে; গোটেই মুখমণ্ডল পকা থেকেৰা যেন হৈ পৰিছে। তেওঁ বৰ ক্লান্ত হৈ ঘোঁৰাৰ পৰা নামি ঘোঁৰাটো এজোপা গছৰ ছাঁত বান্ধিলে আৰু লাহে লাহে পানীলৈ নামি গ'ল। ভৰলীৰ সুশীতল পানীৰে হাত মুখ ধুলে,—আঁজলিচেৰেক খাই চক মাৰিলে। ওচৰতে এটা শিল আছিল, তাতে বহি নৈৰ সোঁত চাবলৈ ধৰিলে।—নৈখনে কুল্ কুল্ সুৰেৰে সৃষ্টি-কৰ্ত্তাৰ অনন্ত মহিমা ঘোষণা কৰি, কিবা এটা উদ্দেশ্যত ক'ৰবালৈ অবিৰাম গতিৰে বৈ গৈছে। দুই দাঁতিয়ে থকা গছবিলাকে নিজৰ শাখা-প্ৰশাখা বিস্তাৰ কৰি জল-কুঁৱৰীক আকোঁৱালি ধৰিবলৈ উদ্যত হৈছে; দুটা এটা ডালে থিৰেৰে হ'ব নোৱাৰি পানীত মুখ জুবুৰিয়াই চুমা খাইছে। গছৰ ডালত পৰি থকা সৰু সৰু চৰাইবিলাকে এই মধুৰ মিলন দেখি নানাসুৰীয়া গীত-গাই, আনন্দ প্ৰকাশ কৰিছে। কট্‌কটীয়া ফটিক পানীৰ তলত ধ্যান-মগ্ন তপস্বীৰ দৰে, আপোন আসনত

মভলীয়া হৈ বহি থকা, বগা, ক'লা সক বৰ শিলগুটি-য়ে দৰ্শকৰ মন-প্ৰাণ আকৰ্ষণ কৰিছে। মইমতীয়া ভাবত ওপঙি মাছবিলাকে পানীৰ তলত নাচি ফুৰিছে। তাকে দেখি, গৰাচিলনী আৰু মাছৰোকা চৰাই দুই এটাই লোভ সামৰিব নোৱাৰি সক সক মাছ ঠোঁটোলাত সুমুৱাইছে আৰু নিজৰ অসীম পৰাক্ৰমৰ পৰিচয় দিছে;— মাজে মাজে পানীত জোবোৰা মাৰিছে। বালিৰে ঢকা দুয়ো পাৰে নদীৰ সৌন্দৰ্য্যৰ দুগুণে জেউতি চৰাইছে।

তেওঁ তাত বহি থাকোঁতেই বেলি পৰি আহিল; অলপ অলপকৈ বতাহ বলিবলৈ লাগিল; বালিবিলাক ফৰ্ ফৰ্ কৰে উৰিবলৈ ধৰিলে; পানীয়ে পাৰৰ বালিৰ লগত মালশ্ৰম কৰিবলৈ সাজু হ'ল। বাটকৰা মানুহেও গছৰ ছাঁ এৰি, গন্তব্য স্থানলৈ বাট ললে।

ঘাটৰ পৰা ওপৰলৈ দেখা যায় যে তাৰপৰা অলপমান আঁতৰতে এঘৰ মানুহ আছে। মানুহ ঘৰ বৰ চহকীও নহয়, বৰ দুখীয়াও নহয়। ঘৰ কেইখাটাও, অলপ ভালকৈ চকু দিলে নৈৰে পৰা দেখিব পাৰি। যেনে:—এটা বৰ ঘৰ এটা মাৰল ঘৰ, এটা ভঁৰাল, এটা গোহালি আৰু এটা চ'ৰা ঘৰ। তাৰ বাহিৰেও মাৰল ঘৰৰ পৰা দক্ষিণ কাললৈ কিছু আঁতৰত পূবা-পচিমাকৈ সজা এটা ভাওৰ ঘৰ; পচিম মূৰে টুপ লগোৱা, পিৰালিবিলাক শিলেৰে বন্ধোৱা আৰু পূব মূৰে এটা ওখ বেদীৰ ওপৰত কিবা এটা মূৰ্ত্তি থাপনা কৰা। গতিকে, ঘৰটোৰ গড়-গতি দেখিয়েই তাক গোঁসাই ঘৰ বুলি ঠাহৰাব পাৰি। বাকীকেইটা ঘৰৰ বিষয়ে নকলেও হব। কিয়নো, সেই কেইওটা ঘৰ সকলো অসমীয়াৰ আছে।

ঘৰৰ পচিম কালে নৈৰ কাষলৈ এখন ফুলনি; কিন্তু সি বৰ জাকজমক নহয়। গতিকে, পাঠকসকলে এই ফুলনিখনক ভাওৰ ভাওৰ ৰাজঘৰীয়া ফুলনিৰ লগত বিজাবলৈ নাযাব। গলেও নিশ্চয় ভুল হব। তাত শাৰী পাতি শৃঙ্খলা লগাই ৰোৱা বিবিধ ফুল লতাৰ গছো নাই, মানুহ বহিবলৈকো একো আসন পাৰি থোৱা নাই। আছে মাথোন কেউকালে লেটেকু পনীয়াল, আম, কঠাল প্ৰভৃতি গছ আৰু মাজ ভোখৰত গোলাপ, তগৰ, চেনিচম্পা, গুলচ, বকুল প্ৰভৃতি ঘকুৱা ফুলৰ গছ। ফুল-গছৰ গাৰোৰ এতিয়া নানা বৰণীয়া ফুলেৰে ৰমকজমক আৰু তাৰ পৰাই সুগন্ধ ওলাই কেউফাললৈ বিয়পি পৰিছে। ফুলনিৰ ঠিক মাজতে এজোপা নাহৰ গছ,—এতিয়া সুগন্ধি ফুল ধৰি, মানুহক নিজৰ জেউতি দেখুৱাই ভোল নিয়াইছে। গছডাল প্ৰায় চাৰি হাত মানলৈকে নাগুঠা,—ডাল পাত একো নাই। তাৰ ওপৰ ছোৱা সেউজীয়া পাতেৰে ছোৱা,— ওপৰলৈ চিঁয়া হৈ মন্দিৰৰ চূড়াৰ দৰে শোভা ধৰিছে। ফুলনিৰ মাজেদি নৈলৈ যাবলৈ এটা বাট আছে।

মলমলাই থকা ফুলৰ গোন্ধ পাই ডেকাজনে ক'ৰ পৰা গোন্ধ আহিছে চাবলৈ লাগিল। নদীৰ কুলকুলনিত মলয়াৰ বাত, ফুলৰ মনমোহা গোন্ধত তেওঁৰ মন-প্ৰাণ পমি যোৱা যেন লাগিল। তাতে ভাগৰুৱা পথিক, জুৰ পাই মনে মনে শান্তি অনুভৱ কৰিবলৈ ধৰিলে। এনেতে ওপৰত কোৱা ঘৰৰ পৰা কাষত কলহ এটা লৈ এজনী গাভৰু ওলাই আহি ফুলনিত সোমাল আৰু এটি ধুনীয়া গোলাপ ফুল ছিঙি নাকৰ ওচৰলৈ তুলি, গোন্ধ ল'লে। তাৰ পাছত, সেই নাহৰ জোপাৰ ওচৰলৈ গ'ল আৰু কলহটো কাষৰ পৰা নমাই অলপ বেলি বহি আম-কঠালবোৰ চাবলৈ ধৰিলে। আমবোৰ এতিয়া কলি অৱস্থাতে, কঠাল কোনোটো আঙুলী যেন কোনোটো

থাকুটীয়া হৈছে। তেওঁ ভাবিছে, আক ধিনদিয়েক গ'লে মাটি-মিঠা আমবোৰ খাবৰ হ'ব আক টেঙা আমবোৰ পিছনাত পিহি লোণ জলকীয়া সানি খাবলৈ জুতি লাগিব। তাৰ পাচত, তাৰ পৰা উঠি কলহটো আকৌ দাত্তি লৈ নৈৰ কাললৈ খোজ ল'লে। নৈৰ পানী অতি নির্ম্মল,—আর্চী যেন কটকটীয়া। তেওঁ পাৰতে কলহটো থৈ কঁকালত গোঁজাও থন দি পানীৰ কাললৈ মুখৰ থিয় হৈ কিছুমান বেলি নৈলৈ চাই ব'ল। তাৰ পাছত, ধুনীয়া চাই গোটাচেৰেক শিল-গুটি বুটলি বিহাৰ আঁচলত বান্ধি ল'লে আক কলহটো লৈ পানীলৈ নামি গৈ খেমালি কৰিবলৈ লাগিল। তেওঁ কলহটো পানীৰ ওপৰত এৰি দিয়ে, সোঁতে বল দি, কিছুমান দূৰৈলৈ লৈ যায়। আকৌ ধৰি আনি পানীৰ ওপৰত থয়, আকৌ সোঁতে লৈ যায়। এইদৰে কিছুমান বেলি আনন্দ উপভোগ কৰাৰ পাচত এবাৰ কলহটো পানীত জুবুৰিয়াই দিলে। কলহৰ পেটত এপেট হৈ সোমাই থকা বায়ুখিনিয়ে পানী সোমায়াত বাধা দিব নোয়াৰি নিজেই হাৰ মানি খণ্ডত গোৰোহণি মাৰি উঠিল আক বকবক্কৈ কিবাকিবি কৈ পানীক ভবিয়াই, "বল নাইকিয়া সাপৰ কোঁপা উৰিয়েই সাৰ" কথাৰ প্রমাণ দেখুৱাই থিতাতে আঁতৰ হ'ল। গাভৰুয়ে পানী কলহ লৈ অহা বাটেই উঠি গ'ল আক সক সক ফুল-গছবিলাকৰ গুৰিয়ে গুৰিয়ে অলপ অলপকৈ ঢালি দিলে। লাহে লাহে কলহৰ পানীৰ অন্ত পৰিল, তেওঁ আকৌ নৈৰ কাললৈ খোজ ললে।

আমাৰ অশ্বাৰোহী ডেকা শিলত বহি জিৰণি লোৱাৰ লগে লগে গাভৰুৰ বেহ-ৰূপ চাই ভোল গৈছিল। চাই থাকি থাকি তেওঁ মনে মনে ভাবিলে :—"এওঁ কোন? জল-সুন্দৰী নে কি? এনে অতুল ৰূপ, এনে মনোহৰ গঠন মানুহত মই কেতিয়াও দেখা নাই, কোনোবা অপেচ্‌ৰীয়ে কোনোবা ঋষিৰ ধ্যান ভাঙিবলৈ এনেকৈ সাজি পাৰি ওলাইছে খা! আহা! চকুৰ ভুৰ দুটি কেনে সুন্দৰ! তিলফুল যেন নাকৰ আগটি কেনে মনোহৰ! জামুৰ মণি যেন ৰঙা ওঁঠ দুটি দেখিলে বোধ হয় যেন তাৰ পৰা মৌৰ টোপাল সৰিব লাগিছে! দীঘল ক'লা চুলি-ডাৰিয়ে পাচ কাললৈ ওলমি পৰি বগা শৰীৰৰ কেনেকৈ জেউতি চৰাইছে! এনে সৌন্দর্য্য যাৰ নিত্য উপভোগ্য, তেওঁ কেনে ভাগ্যবান! কেনে সুখী! কোন এওঁ? দেবী নে মানবী? তেওঁৰ পৰিচয়টো জানিব পৰা হলে!"

ডেকাই চকু দুটা গাভৰুৰ ওপৰত থৈ মনে মনে এনেকৈ প্রশ্ন কৰি আছে, গাভৰুও আহি আগৰ দৰেই পানীত নামিছে, এনেতে ডেকা গাভৰুৰ চকুৰ দৃষ্টি মিহলি হ'ল। ঘাটৰ ওচৰত এজন অচিনাকি মানুহ দেখি গাভৰু প্রথমে আচৰিত হ'ল আক অলপ ভয়ো খালে, কিন্তু সেই ভয় বেচি পৰ নাথাকিল; ডেকাজনৰ গঢ়-পতি দেখিয়েই তেওঁ এজন সাধু পুৰুষ বুলি গাভৰুৰ মনত বিশ্বাস জন্মিল। তেওঁ নিজে নিজে কলে :—"এনে জন পুৰুষৰ মনত কেতিয়াও কু ভাব থাকিব নোৱাৰে। তেওঁক দেখিলেই দয়া, মমতা আক পৰোপকাৰৰ সজীৱ মূৰ্ত্তি বুলি বোধ হয়।"

ডেকা গাভৰুৰ মনত তেতিয়া কি ভাবৰ ধুমুহা উঠিছিল, তাক কোনে জানে! গাভৰুয়ে তেতিয়া তেওঁৰ অৱস্থিতি পাহৰি গ'ল; কিবা এটা অজ্ঞাত ভাবৰ সোঁতত তেওঁ উটি গ'ল। অজ্ঞতেই হওক, বা আন কাৰণতেই হওক তেওঁ পানীত নামি লোৱাৰ লগে লগে একো একোবাৰ ডেকাৰ প্রতি দৃষ্টি-পাত কৰিবলৈ ধৰিলে। ডেকাজনেও আগৰ দৰেই গাভৰুৰ

চাই থাকিবলৈ ধৰিলে। যিমানেই চাইছিল সিমানেই তেওঁৰ চাবৰ হেপাহ বাঢ়ি গৈছিল। কিন্তু ই কি! ই যে বিনা মেঘে বজ্ৰপাত! গাভৰু কলৈ গ'ল! তেওঁ যে চাই থাকোঁতেই পানীৰ মাজতে অদৃশ্য হৈ গ'ল! ভেকাই একো বুজিব নোৱাৰিলে; তেওঁৰ আপাদ-মস্তক কঁপি উঠিল।

# দ্বিতীয় অধ্যায়

## যুবক কোন

যুবক কোন? এই ভৰলী দাতিত অকলে বহি কি কৰিছে? পাঠক! আমি এই খিনিতে কথাটো অলপ উজাই ধৰোঁ।

মহাৰাজ চন্দ্ৰকান্ত সিংহৰ ৰাজত্ব কালত বদনচন্দ্ৰ গুৱাহাটীৰ বৰফুকন অৰ্থাৎ ৰাজ প্ৰতিনিধি আছিল। তেওঁ এজন বৰ উদ্ধত স্বভাৱৰ আৰু মইমতীয়া মানুহ আছিল। কামৰূপীয় মানুহৰ ওপৰত নথৈ অত্যাচাৰ কৰিছিল। সেই কাৰণে ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁহায়ে তেওঁৰ পতনৰ উপায় বিচাৰিবলৈ ধৰিলে আৰু সাৱশেহত তেওঁক ধৰি আনিবৰ নিমিত্তে মহেশ্বৰ পৰ্ব্বতীয়া ফুকনক পঠিয়াই দিলে।

বৰফুকনৰ জীয়েক পিজৌ গাভৰু বুঢ়াগোঁহাইৰ পুতেক ওৰেষানাথ গোঁহাইৰ সহধৰ্ম্মিণী আছিল; গতিকে, এই ষড়যন্ত্ৰৰ বিষয়ে সকলো সন্তেদ পাই আছিল। বুঢ়াগোঁহায়ে পঠিওৱা মানুহে ধৰিবলৈ পালে দেউতাকৰ মৃত্যু ঘটিব পাৰে ভাবি তেওঁ সকলো সংবাদ মনে মনে বৰফুকনলৈ পঠিয়াই দিলে। বাতৰি পাই বৰফুকন প্ৰথমতে হতবুদ্ধি হ'ল। শেহত সপুত্ৰে পলায়ন কৰাকেই ৰক্ষাৰ উপায় ঠিক কৰিলে আৰু কোনেও বুজ নোপোৱাকৈ ভটীয়াই বাট ললে। ইফালে, নতুনকৈ পতা ঘনশ্যাম বৰফুকনে পাচে পাচে খেদা দিলে। কিন্তু বদনৰ কপাল ভাল, অসমৰ সীমাৰ ভিতৰত তেওঁক কোনেও নাপালে। পাচত বঙ্গদেশৰ ভিতৰত লগ পাইছিল গৈ যদিও, সেই ঠাই ব্ৰিটিছ শাসনৰ তলত থকাৰ বাবে আনিব নোৱাৰিলে। বৰফুকনে সুবিধা পাই কলিকতাত ওলাল গৈ। সেই সময়ত কলিকতা "ইষ্ট ইণ্ডিয়া কোম্পানীৰ" অধিকাৰত আছিল। "ইষ্ট ইণ্ডিয়া কোম্পানী" মানে ভাৰতত বেপাৰ কৰিবলৈ অহা এদল বিলাতী বেপাৰী। তেওঁলোক ষোড়শ শতাব্দীৰ আদি ভাগতে জাহাজেৰে আহি ভাৰতবৰ্ষত পদাৰ্পণ কৰে আৰু তেতিয়াৰে পৰা বেপাৰ কৰাৰ চলতে বঙ্গদেশ, বোম্বাই আৰু মাদ্ৰাজ তেওঁলোকৰ শাসনৰ তললৈ আনে। কলিকতাত তেওঁলোকৰ "ফোৰ্ট উইলিয়াম" নামেৰে এটা দুৰ্গ আছে। ই ভাৰতৰ সকলো দুৰ্গতকৈ শ্ৰেষ্ঠ। কলিকতা চহৰখনিকেই বা কি চাবা! যেনি চোৱা তেনি উচ্চ অট্টালিকাৰ চূড়া—কেইওকালে আচৰিত কৌশলৰ অভিনয়। বাস্তৱতে কলিকালত কলিকতায়েই স্বৰ্গীয় জেউতি লাভ কৰিছে। ওচৰেদি পবিত্ৰসলিলা ভাগীৰথীয়ে অনন্ত মিলিবলৈ লৰ দিছে আৰু মুখেৰে বিভুৰ মহিমা কীৰ্ত্তন কৰিছে। নতুনকৈ অহা মানুহে এনেখন চহৰ দেখি নিশ্চয় আপোন পাহৰা হব। বদনচন্দ্ৰই এই কলিকতা চহৰতে সোমাই ব্ৰিটিছ গৱৰ্ণমেণ্টৰ ওচৰত সাহায্য প্ৰাৰ্থনা কৰিলে গৈ, কিন্তু ইংৰাজ গৱৰ্ণমেণ্টে "পৰৰাজ্য সম্পৰ্কীয় কাৰ্য্যত হাত নিদিওঁ" বুলি সহায় কৰিবলৈ অস্বীকাৰ কৰিলে। বদনে নিৰুপায় হৈ কৃষ্ণ ভদ্ৰত পলাই থুৱা মৰ্তীৰজাৰ নিচিনাকৈ থাকে জিৰি তাৰে ওচৰত

সহায় ভিক্ষা কৰিবলৈ ধৰিলে। অসমৰ দুৰ্কপাল! সেই সময়ত কিবা কামত মানদেশৰ পৰা এজন বিষয়া কলিকতালৈ আহিছিল, বদনে তেওঁৰ ওচৰলৈ গৈ সকলো কথা ভাঙি ছিঙি ক'লে। সুতৰাই দণ্ডীৰজাক সহায় কৰিবলৈ প্ৰতিজ্ঞা কৰি তীমৰ হাতত সোধাই দিয়াদি, এই বিষয়াজনেও ফুকনক সহায় কৰিবলৈ গাত লৈ, তেওঁক নি, মান ৰজাৰ আগত থিয় কৰিলে। বদনে অসমৰ দুৰৱস্থাৰ কথা তিলকে তাল কৰি মান ৰজাৰ আগত বৰ্ণনা কৰিলে আৰু দেশত শান্তি স্থাপন কৰিবলৈ কিছুমান সৈন্য খুজিলে। দেশৰ দুৰৱস্থাৰ কথা শুনি মান-ৰজাই দুহেজাৰ সৈন্য বদনৰ লগত পঠিয়াই দিলে; কিন্তু অসমৰ দুৰ্ভাগ্যবশতঃ সেই সৈন্যদলে দেশৰ শান্তি স্থাপন কৰা দূৰত থাকোক, অশান্তিৰ সাগৰতহে বুবুৰিয়াই পেলালে। সিহঁতৰ অত্যাচাৰত বুঢ়া-ডেকা, ল'ৰা-ছোৱালী, জীয়াৰী-বোৱাৰী—সকলোৱে থান-থিত হেৰুৱাই, মান-মৰ্য্যাদাত জলাঞ্জলি দি, পলাবলৈ ধৰিলে। লৰা-বুঢ়াৰ আৰ্ত্তনাদত, সতীৰ গগন-ভেদী চিঞৰত আকাশ বিদীৰ্ণ হবলৈ ধৰিলে। এবাৰ নহয়, দুবাৰ নহয়, সিহঁত তিনিবাৰ এই দেশলৈ আহে। কিন্তু তাৰ বিস্তাৰিত বিৱৰণ দি পুথিৰ কলেৱৰ বঢ়োৱাৰ আৱশ্যক নাই, বুৰঞ্জী-পাঠকসকলে তাক ভালকৈ জানে। তৃতীয় বাৰৰ মানৰ আক্ৰমণত স্বৰ্গদেৱে খেদা খাই ব্ৰিটিছ ৰাজ্যত সোমাল গৈ। ইফালে মানহঁতে প্ৰজাৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ কৰি দেশ ছাৰ-খাৰ কৰিবলৈ লাগিল। স্বৰ্গদেৱে লাজ আৰু অপমানত মৰ্ম্মাহত হৈ কিছুমান বাছে বৰণীয়া সৈন্য গোটাই লৈ মানৰ বিৰুদ্ধে ঠোঁচা ল'লে আৰু দুই এটা সৰু-সুৰা মান-সেনাৰ দল পৰাস্ত কৰি উভাই আহিবলৈ ধৰিলে। তাকে দেখি, দুই এজন সাহিয়াল বীৰ পুৰুষে স্বৰ্গদেৱক সাহায্য কৰিবলৈ আগ বাঢ়িল। আমি উমৰ দাতিত লগ পোৱা ডেকাজনো তাৰে এজন। স্বৰ্গদেৱৰ উভাই অহাৰ খবৰ পাই তেওঁ কিছুমান সৈন্য গোটাই লৈ তেওঁৰ লগ লবলৈ ওলাইছে। তেওঁ সৈন্যবোৰক তেওঁৰ সহকাৰী এজনৰ লগত আগেয়ে পঠিয়াই দি তৰলী-ঘাটত ৰ'বলৈ কৈছিল। কিন্তু নিজে বাট ভুল কৰি, নিৰ্দ্দিষ্ট ঘাটলৈ নগৈ এইটো ঘাটত ওলাইছেহি আৰু নিজৰ ভুল বুজিব নোৱাৰি, কোনোবা দূৰণ ঘাটে আহোঁতে সৈন্যবিলাকৰহে পলম হৈছে বুলি ভাবি, বাট চাই বহি আছে।

## তৃতীয় অধ্যায়

### ডেকা গাভৰু

গাভৰু অদৃশ্য হ'লত ডেকাই প্ৰথমতে একো স্থিৰ কৰিব নোৱাৰিলে। সঁচাকৈয়ে গাভৰু দেৱী নে মানৱী? যদি দেৱী তেনেহ'লে তেওঁক দেখিয়েই অন্তৰ্দ্ধান হ'ল; যদিহে মানৱী, তেনেহলে নিশ্চয় পানীত পৰিল। যদিও একে সময়তে তেওঁৰ মনত এই দুই বিৰুদ্ধ ভাবনাই ঠাই পাইছিল, তথাপি তেওঁ তাকে ভাবি সময় নষ্ট কৰা নাছিল। ভাবনাৰ লগেই লগেই তেওঁ গৈ পানীৰ কাষ পালে। হঠাৎ তেওঁৰ চকুত পৰিল—পানীৰ মাজত একোচা চুলি আৰু এটি সুগোল বাহু। তেওঁ আৰু অলপো অপেক্ষা নকৰিলে; সহজে সোলোকাৰ পৰা সাজপাৰ খিনি একে আজোৰেই সোলোকাই থৈ জাঁপ মাৰি পানীত পৰিল।

ঠাইৰ পানী পাৰৰ ওচৰত ইমান কম আছিল

যে অলপ নামি অহলে কলহ-টেকেলি ভৰাব নোৱাৰি। সেই বুলি বেছি মাজলৈ নামি গলে ঘুলিত সোমোৱাৰ ভয়ো আছে। ঘুলিটো পাৰৰ পৰা দুই নল আঁতৰত, আৰু বৰ দ; দাঁতিটো এনে আওপৰীয়া আৰু পিছল যে এবাৰ তাত ভৰি দিলে একেবাৰেই ভৰি নেদেখাকৈ উলটি অহা অসম্ভব। গাভৰুৰো আজি সেয়ে হ'ল। আন সময়ত তেওঁ এই ঘুলিলৈ লক্ষ্য ৰাখি পানীত নামে; আজি কিন্তু সেই অপৰিচিত ডেকাক দেখি কিবা ভাবনাত মগ্ন হৈ সেই কথা পাহৰি গ'ল। অজ্ঞাতসাৰে ঘুলিৰ দাঁতিত ভৰি দিলে আৰু মুহূৰ্ত্ততে ঠাউনি নোপোৱা পানীত পৰি ককবক কৰিবলৈ ধৰিলে।

অলপ সময়ৰ ভিতৰতে গাভৰুক লৈ ডেকাজন পাৰলৈ উঠিল। পানীত পৰাৰ পৰা গাভৰুৰ আন অপকাৰ বিশেষ একো হোৱা নাছিল, মাথোন হঠাৎ ভয় পোৱাৰ বাবে মূৰ্চ্ছা গৈছিল। অলপ পিছতে তেওঁৰ সম্পূৰ্ণৰূপে সংজ্ঞা আহিল; পানীত পৰোঁতে গাভৰুৰ সাজ-পাৰ বিশৃঙ্খল হৈ পৰিছিল। বিহাৰ আচল খহি গৈছিল, চুলিবিলাক সিচ্‌ৰতি হৈ পৰিছিল। এতিয়া এজন অচিনাকি মানুহৰ আগত তেওঁ নিজৰ অৱস্থাটো দেখি লাজতে বগা পৰিল; লৰালৰিকৈ কাপোৰ-কানিখিনি ভালকৈ ল'লে। ডেকাজনে তেতিয়া কিবাকিবি কেবাটাও প্ৰশ্ন সুধিলে, কিন্তু গাভৰুৰ মুখৰ পৰা কোনো কথা নোলাল। ডেকাই তেওঁক কেনে অৱস্থাত সাৱটি ধৰি পাৰলৈ তুলিছিল, সেই কথা ভাবি তেওঁ লাজতে মূৰ দাঙিব নোৱাৰা হ'ল; এবাৰ কি দুবাৰ যদিও চেষ্টা কৰিছিল, তথাপি ডেকাৰ চকুত চকু পৰা মাত্ৰকে আকৌ তলমূৰ কৰিলে। ডেকাই আন প্ৰশ্নৰ উত্তৰ নাপাই শেষত সুধিলে:—"তুমি জানো অকলৈ ঘৰলৈ যাব পাৰিবা?"

গাভৰুৱে মূৰ দুপিয়াই ক'লে:—"ওঁ।"

ডেকা: ঘৰ কিমান দূৰৈত?

গাভৰুৱে ওচৰৰ বাৰীখন আঙুলীয়াই দেখুৱালে।

ডেকা: বেলি পৰিবৰ হ'ল; তুমি তেন্তে এতিয়া লাহে লাহে যোৱাঁ।

গাভৰু যাবলৈ ওলাল; এবাৰ শৰীৰ আৰু মনৰ সকলোখিনি শক্তি প্ৰয়োগ কৰি মূৰটো দাঙিলে আৰু যুবকৰ প্ৰতি দৃষ্টিপাত কৰিলে। ইমান বেলি যুবকে যিবোৰ প্ৰশ্ন কৰিছিল, তাৰ সকলো উত্তৰ যেন দৃষ্টিত মিহলি হৈ আছিল। কিন্তু সেই দৃষ্টি দীঘলীয়া নহয়, পিচ মুহূৰ্ত্ততে আকৌ মূৰ দোঁ খাই আহিল। ডেকাই কলে—"যোৱা," ঈশ্বৰে তোমাৰ মঙ্গল কৰক।"

গাভৰুৱে এই বাৰ প্ৰথম কথা কলে: "আপুনি—মোৰ প্ৰাণ ৰক্ষা কৰিছে, মই আজীৱন আপোনাৰ ওচৰত ধৰুৱা হৈ থাকিম।"

ডেকা: মই মাথোন মোৰ কৰ্ত্তব্য কৰিছোঁ। তোমাৰ প্ৰাণ ৰক্ষা কৰাত মোৰ কোনো হাত নাই, সি ঈশ্বৰৰ করুণা মাথোন।

গাভৰু: তথাপি আপুনি ঈশ্বৰৰ হাতৰ অস্ত্ৰ স্বৰূপে কাম কৰিছে।

ডেকা: গতিকে, প্ৰশংসাৰ ভাগো ঈশ্বৰে পাব। অস্ত্ৰই শলাগ পাব নোৱাৰে।

গাভৰুৱে কিবা এটা ক'ব খুজিছিল, এনেতে দূৰণিত এটা শব্দ উঠিল গাভৰুৱে দেখিলে যে তেওঁলোকৰ মূৰা লতাটোৱে কিবা ডাল এটা

কাটিছে। "এজন ডেকাৰ লগত এইদৰে কথা পাতি থকা দেখিলে তেওঁ কি বুজিব" ইয়াকে ভাবি তেওঁ যুৱকৰ ওচৰত কৰযোৰে বিদায় লৈ যাবলৈ ওলাল আৰু সতৃষ্ণ দৃষ্টিৰে এবাৰ যুৱকলৈ চাই ক'লে, "আপুনি অকলশৰীয়া, সন্ধিয়াও লাগি আহিল ; যদি অলপ কষ্ট কৰি, দুখীয়াৰ ভগা বহাত ৰাতিটো ৰ—"

হঠাৎ কিবা এটা ভাবে তেওঁৰ কথাৰ মাজত বাধা জন্মালে। কিন্তু ডেকাই বুজিবলৈ একো বাকী নাথাকিল। লাহেকৈ ক'লে,—"বাৰু, ভাবি-চিন্তি চাই যি হয় কৰিম।"

এনেতে লগুৱাটোও তাতে ওলালহি। গাভৰুলৈ চাই কলে:—"আইদেউ! এই সন্ধিয়া পৰত তুমি ইয়াত কি কৰিছা?"

গাভৰু লাজত ৰঙা পৰি লাহে লাহে সকলো কথা ক'লে। লগুৱাটোৱে তেতিয়া ডেকাজনলৈ চাই সুধিলে,—"আপুনি ক'ৰ পৰা আহিছে?"

ডেকা : মই বহুত দূৰৰপৰা আহিছোঁ।

লগুৱা : পাচে, ইয়াতে দেখোন আন্ধাৰ হ'লহি, ৰাতিটো নো ক'ত থাকিব খুজিছে?

ডেকা : য'তে সুবিধা হয়।

লগুৱা : তেনেহলে আমাৰ ঘৰলৈকে আহক।

ডেকা : সম্প্ৰতিকৈ মই কলৈকো যাব নোৱাৰোঁ, মোৰ কেইজনমান লগৰীয়া আছে, তেওঁলোক এতিয়াও আহি পোৱা নাই।

লগুৱা : যদি তেওঁলোক আজি নাহে।

ডেকা : তেতিয়া যি হয়, এটা কৰা যাব।

লগুৱা : বাৰু, আপোনাৰ যি ইচ্ছা তাকে কৰক। আমি এতিয়া আহিলোঁহে। কিন্তু এটা কথা। আপুনি যেনে তেনে দুখীয়াৰ বহাত যেন এবাৰ ভৰিৰ ধূলা পেলাই আনন্দ দিয়ে।

তাৰ পাছত, আগে আগে লগুৱাটো আৰু পাচত গাভৰু ঘৰমুৱা হৈ যাবলৈ ধৰিলে। যাওঁতে সময়ত গাভৰুৱে ডেকাৰ ফাললৈ কেবাৰিকৈ চাই যাবলৈ ধৰিলে। ই কিহৰ চাৱনি! কৃতজ্ঞতা প্ৰকাশৰ দৃষ্টি নে? নিশ্চয় নহয়। এই দৃষ্টিত হৃদয়ৰ অন্তস্থলৰ কিবা এটি গুপুত বাসনাৰ বহল জিলিকি পৰিছে।

ডেকাৰো চকুৱে দেখালৈকে একে থৰে গাভৰুলৈ চাই থাকি, অদৃশ্য হ'লত, আকৌ আগৰ শিলটোতে বহি কিবাকিবি ভাবিবলৈ ধৰিলে। তেওঁৰ দৃষ্টিতো যেনে কিবা এটি বাসনাৰ ছাঁ পৰিছিল।

# চতুৰ্থ অধ্যায়

## ফুলেশ্বৰী

গাভৰু যদিও ঘৰলৈ গ'ল, তথাপি তেওঁ নৈলৈ আহোঁতে যেনে ভাবে আহিছিল, তেনে ভাবেৰেই ঘৰলৈ উলটি যাব নোৱাৰিলে। নৈলৈ যাওঁতে তেওঁৰ বদন প্ৰফুল্ল আৰু ওঁঠত চিকমকীয়া মিচিকিয়া হাঁহিয়ে খেলা কৰি আছিল। কিন্তু এতিয়া তেওঁৰ মুখত চিন্তাৰ কলীয়া মেঘ জিলিকি পৰিছে। তেওঁৰ যেন কিবা এবিধ অলঙ্কাৰ কোনোবাই চুৰ কৰিলে। চুৰ নো কোনে কৰিব? তেওঁতো কোনো চোৰৰ লগ পোৱা নাই; মুঠেই, সেই অপৰিচিত ডেকাৰ লগত দেখা হৈছিল। তেওঁ জানো চোৰ? নিশ্চয় চোৰ। তেওঁ আন বস্তু চুৰ কৰোক নকৰোক, মানুহৰ মন চুৰ কৰে। নহলে ইমান সোনকালে গাভৰুৰ মুখৰ হাঁহি, মনৰ প্ৰফুল্লতা, ধাঁতৰ নহলহেঁতেন। অতঞ্জৰৰ আচৰণে হাঁহি-মাতি আনন্দত ওপঙি ফুৰা গাভৰু ইমান সোনকালে যোগিনীৰ দৰে গভীৰ ভাবুক হয়

নহ'লহেঁতেন। তেওঁ ভাবি চিন্তি চাই দেখিলে যে তেওঁৰ হৃদয় মন্দিৰৰ মাজত অজ্ঞাতসাৰে কোনোৱা দেৱমূৰ্ত্তি প্ৰতিষ্ঠিত হ'ল। তেওঁ সেই মূৰ্ত্তি আঁতৰাবলৈ যিমান চেষ্টা কৰে, সিমান বেছিকৈ লিপিত খাই হে ধৰে।

গাভৰুৰ নাম ফুলেশ্বৰী। দেউতাকৰ নাম কনকচন্দ্ৰ শইকীয়া। তেওঁৰ বয়স এতিয়া পঞ্চাচ বছৰ। পত্নীহীন কনকৰ ফুলেই এক মাত্ৰ আদৰ আৰু যতনৰ ধন, ফুলেই একমাত্ৰ জীৱনসৰ্ব্বস্ব, ফুলেই সকলো আশা ভৰসাৰ স্থল। পত্নীবিয়োগৰ লগে লগে তেওঁ সংসাৰ এৰিবলৈ মন কৰিছিল; কিন্তু ফুলক এৰি যাবলৈ,—তেওঁৰ আন্তৰিক চেনেহৰ লাড়ু পৰৰ হাতত গচ্ছিত ৰাখিবলৈ, সাহ নহ'ল। সেই কাৰণে ঘৰতে এটা নামঘৰ সাজি লৈ সকলো সময় ধৰ্ম্ম কাৰ্য্যত অতিবাহিত কৰিবলৈ ধৰিলে। গাঁৱৰ মানুহে তেওঁক নথৈ ভক্তি কৰে আৰু কিবা কাৰ্য্যত সাহাৰ্য্য খুজিলে তেওঁ ভাত পিচ নোহোঁহকে। ওচৰৰে এজনী তিৰুতাই তেওঁৰ ভিতৰুৱা কাজ-কাম কৰে আৰু চাউলপাত বানি-খুন্দি দিয়ে। তেৰোঁ তাইক লাগতিয়াল বস্ত্ৰ-বাহানিৰে সাহায্য কৰে।

ফুলেশ্বৰীৰ বয়স এতিয়া চৈধ্য বছৰ। নৈৰ পৰা পানী কঢ়িওৱা, বাপেকৰ আলপৈচান ধৰা আৰু সময়মতে শাকপাচলি আদি যতনোৱাৰেই তেওঁৰ কাম। কনকে নিতৌ সন্ধিয়াতে গা-পা ধুই গোঁসাই সেৱা কৰি ভাত বাঢ়ে গৈ আৰু ভাত হলে চেঁচা হয় মানে কীৰ্ত্তন বা ঘোষা পুথিৰ পৰা আধ্যাচেৰেক মান পঢ়ে।

সন্ধ্যা লাগি আহিলহি। কনকে ভাত পানী বাঢ়ি নামঘোষা পুথিখন উলিয়াই লৈ পঢ়িবলৈ লাগিল। ফুলেও ওচৰতে বহি মাজে মাজে দুই এটাৰ অৰ্থ সুধি শুনি থাকিবলৈ ধৰিলে। কিন্তু আজি তেওঁ অন্যমনস্ক। কনকে পঢ়িলে,—

শিশুৰ বিষয় আশা আগ,
যুবা সেৱা কৰে পায়া লাগ,
বৃদ্ধে ভোগ কৰি পিঠি দিলে বিষয়ক।
হৰি ভকতিক পৰিহৰি
বৃদ্ধে বিষয়ক চৈৰ কৰি
পুত্ৰ পালটিয়া নিৰখি আছে কিসক॥
বালকে কৰোক বহু মান,
যুবায়ে সেৱোক পাৱে মান,
বৃদ্ধ বিষয়ৰ বহিৰ্ভূত হৈয়া গৈলা
ভোগ কৰিবাক নপাৰয়
তথাপিতো আশা নছাড়য়,
হৰি হৰি হৰি কিনো বিপৰীত ভৈলা।
বৃদ্ধ সবে জানা বিষয়ক
ভোগ কৰিবাক নপাৰয়,
ভক্তিহীন বৃদ্ধে ত্যজিতে সমৰ্থ নয়॥
দশন-বিহীন কুক্কুৰা যেন
হাড় চোবাইবাক নপাৰয়,
জিহ্বা লৰবৰ কৰি মাত্ৰ চেলেকয়॥

এইখিনিলৈকে পঢ়ি কনকে এটা বিষাদপূৰ্ণ হুমুনিয়া কাঢ়িলে, পুথিখন জপাই থৈ ফুলক কলে, "আই অ'। পানী এটোপা আনচোন, হাতটো ধোওঁ।" ফুলে পানী এলোটা আনি দিলে, কনক হাত ধুই ভাতৰ চকলৈ গ'ল। ফুলক কলে—"আই। ভাত বাঢ়োঁমানে অলপমান পঢ়চোন"

ফুলে লিখিবলৈ শিকা নাই যদিও পুথি পঢ়িব পাৰে। কনকৰ লগা মথকাত ফুলকে কলাকেখন আৰু বাকেৰতৰা শিকাইছিল। তাৰ বাহাৰেৰে তেওঁ এতিয়া দুখনমান সাঁচিপতীয়া পুথিও মুটিয়াইছে।

বাপেকৰ কথা শুনি পুথিখন মেলি পঢ়িবলৈ ধৰিলে।

ব্ৰহ্মা আদি কৰি জীৱ যত
ৰাম ৰাম ৰাম ৰাম ৰাম
মায়া-শয্যা মাজে আছয় ঘুমটি যাই।
তুমি সি চৈতন্য সনাতন
ৰাম ৰাম ৰাম ৰাম ৰাম
আমি অচেতন নিয়োক নাথ জগাই॥
ক্ষুদ্ৰ সুখে বহু আশা কৰি
ভৱ কূপে জীৱ আছে পৰি
কাল-সৰ্পে দংশি হৰিল চেতনা ভাৱ।
মোক্ষৰূপ তযু বাক্যামৃত
কৃপায়ে সিঞ্চিয়া প্ৰতিনিত
দয়াময় কৃষ্ণ কৰিও মোক উদ্ধাৰ॥

ফুলৰ মাত বৰ সুৰুলা আছিল। তেওঁ পঢ়ি পঢ়ি এইখিনি পাইছে, কনকে একেথৰে শুনি আছে, এনেতে বাহিৰত এটা খট্‌খট্‌ শব্দ আৰু লগে লগে এটা গল-হেকাৰি শুনা গ'ল। শুনিয়েই ফুলে চিঞৰ মাৰি উঠিল। কনক উধাতু খাই লৰি আহি ফুলৰ কাষ পালে আৰু কি হ'ল সুধিবলৈ ধৰিলে। ফুলে কঁপি কঁপি সেহাই সেহাই ক'লে,—"মা—আ—ন।"

কনকচন্দ্ৰ কঁপি উঠিল; কৰুণ সুৰেৰে ক'লে "মান! সৰ্ব্বনাশ! এতিয়া মোৰ দশা কি হ'ব? মোৰ যেই নোহোক মোৰ ছোৱালীৰ—" কথা শেষ নহ'ল; তেওঁৰ হুচকুৰে দুধাৰ চকুলো বৈ গ'ল। সাহত ভৰ দি, দীঘল দা এখন লৈ দুৱাৰমুখত থিয় দি, প্ৰতি মুহূৰ্ত্তে মানৰ আক্ৰমণলৈ অপেক্ষা কৰি ৰ'ল কিন্তু মান নাহিল। কনকে কিছুমান বেলি বিস্মিত আৰু সচকিত নেত্ৰে দুৱাৰলৈ চাই থাকি, কাকো দুৱাৰ ভাঙি সোমাবলৈ চেষ্টা কৰা নেদেখি বুজিলে মান অহা নাই। কিন্তু আকৌ ভাবিলে,—মানৰ বাহিৰে কোনে এই ৰাত নিশা ঘনে ঘনে মোৰ চোতালত ভৰি দিবহি? তেনে হলে মানেই নে কি? যদি মান হয় তেন্তে ইমান বেলিয়ে ভিতৰ সোমোৱা নাই কিয়? নিশ্চয় সি মান নহয়। কোনোবা পথভ্ৰান্ত পথিক বা? কনকে মৰোঁ-জীওঁ-নোঁ-আধিকৈ মাত লগালে:-

"কোন?"

'মই দূৰণিবটীয়া মানুহ।"

"কলৈ যোৱা?"

"থাকিবলৈ আশ্ৰয় বিচাৰি আহিছোঁ।"

কনকৰ মনৰ ভয় দূৰ হ'ল, দুৱাৰ মেলি দি ক'লে:—

"ভিতৰলৈ সোমাই আহাঁ।"

"এটা ঘোঁৰা আছে, তাক বান্ধি থলে হে যাব পাৰোঁ।"

কনকে গোহালি ঘৰলৈ আঙুলীয়াই ক'লে— সেই ঘৰটোৰে মুখৰ খোটালী খালী হৈ আছে. তাতে বান্ধা। মই যাব নোৱাৰোঁ, ধুতি কাপোৰেৰে আছোঁ। লণ্ঠনটোও ঘৰত নাই।

অলপ পাচত এটি বীৰ-লক্ষণ-সম্পন্ন ধুনীয়া ডেকা সোমাই আহিল। কনকে বহিবলৈ দি দেশীয় ৰীতি-মতে তামোল ছালি খাবলৈ দিলে। তাৰ পাচত দুয়ো কথা-বাৰ্ত্তা হবলৈ ধৰিলে।

কনক : বোপা! ইমান ৰাতি তুমি নো ক'লৈ যোৱা?

আলহী : কিবা এটা সকামত এই ফালে যাবলৈ আহিছিলোঁ। পিচে, বাটতে ৰাতি হোৱাৰ কাৰণে আপোনাৰ ঘৰত আলহী হ'ব লগাত পৰিলোঁ।

কনক : কি কাম?

আলহী : যাৰে তাৰে আগত কবলৈ ইচ্ছা নকৰোঁ।

কনক : ক'লে জানো কিবা অপকাৰ আছে?

আলহী : অপৰাধ হোক বা নোহোক, মনত কল্পনা কৰা কথা ক'বলৈ বৰ ভাল যেন বিবেচনা নকৰোঁ। কিয়নো কৃতকাৰ্য্য হব নোৱাৰিলে পাচত লাজত পৰিব লাগিব।

কনক : কথাটো বুজিব নোৱাৰিলোঁ।

আলহী : বুজাই দিবৰ মোৰো ইচ্ছা নাই।

কনক : বাৰু, যদি তোমাৰ একান্ত ক'বৰ ইচ্ছা নাই, তেন্তে নালাগে ক'ব। কিন্তু কোৱা হলেও সেই কথা আনে নাজানিলেহেঁতেন।

আলহী : বাৰু, আপোনাৰ কথাতে বিশ্বাস কৰি মই ক'ম। কিন্তু এতিয়া ৰাতি বহুতো হ'ল; সেই কাৰণে, সেইবোৰ কথা পুৱালৈ থাকোক। এতিয়া বৰ ভাগৰ লাগিছে, গুৰুলৈ এটা দিহা কৰি দিলেই হয়।

কনক : নহয় বোপা! দুখে ভাগৰে আহিছা, এতিয়া পাটো খোৱাঁ। মই চাউল পাত যতনাই দিওঁ, তুমি এমুঠি সিজোৱাঁ।

আলহী : নহয় বুজিছেনে! মোক আৰু সেই বিষয়ে নধৰিব।

কনক : সেইটো হবই নোৱাৰে। অতিথি পাই সৎকাৰ নকৰাকৈ কেতিয়াও এৰিব নোৱাৰোঁ আৰু তেনে কৰিলে মোৰ পিতৃ-পিতামহে নকৰা কাম কৰিব লাগিব।

আলহী নিমাত হ'ল।

কনকে আলহীৰ আপাদমস্তক নিৰীক্ষণ কৰি অলপ পাচতে সুধিলে,—"বোপা! তুমি ক'ৰ পৰা আহিছা?

আলহী : ধৰ্মপুৰৰ পৰা।

কনক : নাম কি?

আলহী : দেবেন্দ্ৰনাথ বৰুৱা।

কনকে অলপ বেলি ৰ লাগি থাকি ক'লে, "বোপা! মই তোমাক দেখিবৰে পৰা চিনো চিনো লাগিছে। তুমি মহেন্দ্ৰনাথ বৰুৱাৰ পুতেক নোহোৱা নে?"

দেবেন্দ্ৰই 'হয়' বুলি কৈ কনকৰ মুখৰ পৰা ভৱিলৈকে চাবলৈ ধৰিলে।

কনক : বোপা! মই যি সন্দেহ কৰিছিলোঁ, সেয়ে। তুমি মোৰ অতি আপোন মানুহ। তোমাৰ দেউতাৰা মোৰ পৰম বন্ধু আছিল আৰু দুয়োৰো ঘৰলৈ দুয়োৰো অহা যোৱা চলিছিল। পিচে, মোৰ পৰিবাৰ চুকাল, তোমাৰো দেউতাৰাৰ মৃত্যুবাতৰি শুনিলোঁ তেতিয়াৰে পৰা আজি সাত বছৰ হ'লছি, মই সেই কাললৈ মুকে কৰা নাই। মই দেখোঁতে তুমি সৰু আছিলা, সেই হে চিনোতে পলম হ'ল। কিয়, তুমি কনকচন্দ্ৰ নামে কাৰো নাম শুনা নাই নে?

দেবেন্দ্ৰ : শুনিছিলোঁ, সেইটো আপোনাৰ নামেই নে?

কনক : এৰা।

দেবেন্দ্ৰ : হয়তে ময়ো আপোনাক দেখা মনত পৰিছে। আজি বহুত দিন দেখা নাই দেখি হে পোনেই চিনিব নোৱাৰিছিলোঁ। পিচে, আপোনাৰ আৰু কোন আছে?

কনক : বোপা! সেইবোৰ নো কি সোধা? সকলোৰে মুৰ-হাড় খাই চুকুৱালোঁ। এতিয়া মাথোন ছোৱালী এটি আছে। তাইৰো দেখোন বিপদ-আপদ মুগুচেই। আজি পাপী আনিৰুলৈ বাওঁতেই মূৰ্চ্ছিত পৰি ৰয়েছে। পিচে, কোনোবা এজন সদাশয় মানুহে ৰয়াভহে ৰক্ষা পৰিল।

দেৱেন্দ্ৰ : ধৰ্ম্মত থাকিলে নিশ্চয় ঈশ্বৰে দয়া কৰিব।

কনক : মানুহজনক এবাৰ ধন্যবাদ দিবলৈকো নাপালোঁ; তেওঁ বা ক'ৰ মানুহ আছিল?

দেৱেন্দ্ৰ : তেওঁ যেই মানুহেই হওক, তেওঁ তেওঁৰ কৰ্ত্তব্য কৰিছে; সেই বাবে তেওঁক গুনাই ধন্যবাদ দিয়াৰ কোনো প্ৰয়োজন নাই। কৰ্ত্তব্যপৰায়ণ হ'বলৈ তেওঁক আশীৰ্ব্বাদ কৰক, তেতিয়া হলেই কৃতজ্ঞতা প্ৰকাশ কৰা হব।

কনক : সেইটো হয়। পিচে, এতিয়া খোৱা-বোৱাৰ কি কৰা? হওঁতে তোমাৰ দেউতাৰা থাকোঁতে, আমাৰ মাজত একো খিণ-খাণ নাছিল। আন কি, দুয়ো একেখন পাতত খাইছিলোঁ। এতিয়া যদি তুমি নিজে সিজা-বলৈ এলাহ কৰা আৰু মোলৈ ঘিণ নকৰা তেন্তে মোৰ—

দেৱেন্দ্ৰ : সেইটো কবই নালাগে; আপোনাৰ হাতে খাবলৈ মোৰ কোনো আপত্তি নাই।

কনকে "আই অ' ফুল! এওঁক গা ধুবলৈপানী-ছুনি যতনাই দে, মই ভাত বাঢ়োঁগৈ" বুলি ভাত-চৰলৈ গ'ল।

দেৱেন্দ্ৰৰ শিৰে শিৰে প্ৰবল ধুমুহা বলিবলৈ ধৰিলে; গোটেই গা কঁপি উঠিল। 'ফুল! ফুল কোন? অ, কনকৰ এটি ছোৱালীহে আছে। তেনেহলে নৈৰ ঘাটত, লগ পোৱা সেই অপেচৰী যেন ছোৱালীটিৰ নামেই ফুল।"

পাঠক সকলে বুজিব লাগিব যে, দেৱেন্দ্ৰ সেই নৈৰ ঘাটৰ শিলত বহি থকা মানুহ জনেই। দেৱেন্দ্ৰ আৰু কনকে কথাবতৰা হৈ থাকোঁতে ফুলে বেৰৰ ফাঁকত ৰহি সকলো শুনি আছিল। বাপেকৰ আগেন পাই কলহ-ভুৰীয়া আদি ঠিক কৰি দিলে। কিন্তু দেৱেন্দ্ৰই গা ধোৱাৰ কথালৈ পাহৰি ফুলৰ কথা ভাবিবলৈ ধৰিলে। কিবা এটা অদ্ভুত ভাৱে তেওঁৰ অন্তৰত খোকি-খাখো লগালে। ফুলৰ মোহিনী মূৰ্ত্তি তেওঁৰ মানস-পটত আগতকৈও উজ্জল হৈ উঠিল। তেওঁ মনে মনে কলে :—"ঈশ্বৰৰ কৰুণা হলে মোৰ আশা পূৰ হবলৈ বেছি টান হব নালাগে। যদি এই যাত্ৰাৰ পৰা সুকলমে ঘুৰি আহিব পাৰোঁ, তেন্তে নিশ্চয় এদিন এই সুগন্ধি ফুলৰ পৰিমলেৰে নৈতে উমলিবলৈ পাম।"

দেৱেন্দ্ৰ গা ধুবলৈ মুঠা দেখি কনকে আকৌ মাত লগালে :—"বাপা! কি কৰিছা? ৰাতি বহুতো হল; যোৱা, গা ধোৱাগৈ। দূৰেভাগৰে আহিছা, লৰালৰি কৰিলে হে যদি ভালকৈ এমুঠি শুবলৈ পোৱা।"

দেৱেন্দ্ৰই ধৰা পৰাৰ ভয়ত লৰালৰিকৈ উঠি সাজটো থৈ গা ধুলে গৈ আৰু অলপমান সময়ৰ পাচতে খোৱা-বোৱা শেষ কৰিলে। তাৰ পাচত, তামোল-ছালি খাই কনক আৰু দেৱেন্দ্ৰই কিবাকিবি ধৰুৱা কথা পাতি থাকোঁতেই ফুলে শোৱাৰ দিহা কৰি ৰাখিলে। তেতিয়া কেউজন গৈ নিজ নিজ শোৱাপাটীত পৰিল।

দেৱেন্দ্ৰ পাটীত পৰি কিছুমান বেলিলৈ চটফটাই থাকিবলৈ ধৰিলে। ফুলৰ সুখৰ মেউতিয়ে ঘনে ঘনে তেওঁৰ চকুৰ আগত নৃত্য কৰিবলৈ লাগিল। কিন্তু তাৰৰ ক্লান্ত হৈ থকা বাবে অলপ পাচতে টোপনি আহিল।

আন ফালে, ফুলৰ বেয়াৰ দেৱেন্দ্ৰতকৈও টান। তেওঁৰ কোমল হিয়া-ফুল-কলিত দেৱেন্দ্ৰ-পোকে ধৰিছিল। তেওঁ যেই দিনাই চাই সেই দিনাই

দেবেন্দ্ৰ। তেওঁৰ মানত আকাশত দেবেন্দ্ৰ, পাতালত দেবেন্দ্ৰ, পৃথিবীতো দেবেন্দ্ৰ। গছলতা, ফল-ফুল, জোন-তৰা, বেৰ-ছাল সকলোতে দেবেন্দ্ৰৰ জেউতিয়ে আন সকলোৰে জেউতি চেৰ পেলাইছে। তেওঁ দেবেন্দ্ৰৰ মূৰ্ত্তি-পট চাই চাই কত বেলি চটকটাই আছে। তথাপি টোপনি নাহে। এবাৰ চিলমিলকৈ অলপ টোপনি আহিছিল, এনেতে ওচৰত থকা আম গছজোপাৰ ডালৰ পৰা এটা কেঁচাই ভয় লগা চিএৰ মাৰিলে,—"নি-ই-উ।" ফুল চক্ খাই উঠিল। আকৌ সেই চিন্তা, আকৌ দেবেন্দ্ৰৰ মূৰ্ত্তি। এইদৰে দেবেন্দ্ৰৰ ভাৱত বিভোল হৈ থাকোঁতেই ৰাতি শেষ-নিশা হ'লহি। লাহে লাহে শান্তিময়ী নিদ্ৰা-দেৱীয়ে তেওঁৰ কোলাত ঠাই দি, ফুলৰ মনৰ চিন্তা-ভাবনা আঁতৰ কৰিলে। কিন্তু দেবেন্দ্ৰ-পটখনি সিমানতো দূৰ ন'হল, আকৌ স্বপ্নৰূপে তেওঁৰ কাষ চাপিবলৈ ধৰিলে।

## পঞ্চম অধ্যায়

### বিদায়

ৰাতি পুৱাই আহিছে। নিস্তব্ধ জগতৰ নিজুই প্ৰাণ-বীণা বাজি উঠিছে। পূবকালে ৰঙা বেলিয়ে অলপ অলপকৈ দেখা দিছে কিন্তু চোকা তেজ দেখুৱাব পৰা নাই। তৰাবিলাকে বেলিৰ ৰশ্মিৰ আগত নিজৰ ক্ষুদ্ৰ ৰশ্মি দেখুৱাবলৈ লাজ পাই বোৱাৰী ছোৱালীৰ দৰে মেঘৰ ওৰণি লৈছে গৈ। গৃহস্থৰ ঘৰৰ ওপৰেদি দুই এটা কাউৰীয়ে 'ৰাতি পুৱাল,' 'তুই নেথাকিবি,' 'কামলৈ যাহিঁ' বুলি নিজৰ ভাষাৰে ৰিঙিয়াই ৰিঙিয়াই কৈ উৰি গৈছে। ৰাতি "নিউ নিউ"কৈ ভয়লগা চিএৰ মৰা কেঁচাই এতিয়া সুৱলা মাতেৰে কুকলি দিছে। দুটা এটা কেৰ্কেটুৱাই মনে মনে লোকৰ ওঁৰালত সোমাই, ধানৰ চেঁই কঢ়িয়াইছে। কোনো তিৰোতাই পিৰিয়েকক কোনো দূৰৈ ঠাইলৈ পঠিয়াব লগা হোৱাত পাটীৰ পৰা উঠি কাষত কলহ লৈ পানী আনিবলৈ গৈছে। ধীৰে ধীৰে পুৱাৰ মলয়া বলিছে আৰু গছবোৰত লাগি শোঁ-শোঁকৈ শব্দ উঠিছে। দুই এজন পুৱাতে উঠা অভ্যাস থকা মানুহে শোৱাৰ পৰা উঠি পিৰালি কাষত বহি মুখ ধুইছে। এনে সময়তে, আমাৰ ফুল আইদেৱেও শোৱাৰ পৰা উঠি কাষত কলহ এটা লৈ নৈ পালে গৈ, পানীত নামি হাত মুখ ধুলে আৰু তাৰ পাচত একলহ পানী লৈ উভতি আহিল। দেবেন্দ্ৰ আৰু কনক এতিয়াও উঠা নাই। ফুলে কাকো নজনাই চোতাল পদূলি সাৰিলে,—চ'ৰা ঘৰৰ দুৱাৰ মুখত দুখন পীৰা পাৰি ওচৰতে এটা লোটা আৰু এখন গামোচা ঠিক কৈ ৰাখিলে। কাষতে তামোলৰ বটাটো সজাই থলে। তাৰ পাচত লাহে লাহে ফুলনিত সোমাল গৈ আৰু এজোপা বকুল গছৰ তললৈ গ'ল। বকুলৰ সক সক ধুনীয়া ফুলবোৰ তল ঢাকি সৰি মলমলাই আছিল ফুলে তাৰে কিছুমান বুটলি কোঁচত ভৰাই ললে;—কল গছ এজোপাৰ পৰা এডাল সূতা যেন আঁহ উলিয়াই আনিলে আৰু নাহৰ জোপাৰ তলতে বহি মালা গাঁথিবলৈ লাগিল।

দেবেন্দ্ৰ আৰু কনক দুয়ো শোৱাৰ পৰা উঠি হাত মুখ ধুলে। তাৰ পাচত, তামোল-চাহি খাই কথা-বতৰা হবলৈ লাগিল। দেবেন্দ্ৰই মনে মনে ফুলৰ কাৰ্য-নিপুণতাত শলাগিবলৈ ধৰিলে।

পাঠক সকলৰ সুবিধাৰ অৰ্থে তেওঁলোকৰ কথা-

বতৰা জনাত তুলি দিয়া গ'ল।

কনক : পিচে, যদি মোক অবিশ্বাস নকৰা, তেন্তে গধূলি কম বোলা কথা কোৱাঁ এতিয়া।

দেবেন্দ্ৰ : আপোনাক অবিশ্বাস কৰিম! মই আপোনাৰ সন্তান। সন্তানে কেতিয়াও বাপেকক অবিশ্বাস কৰিব পাৰে নে?

কনক : বাৰু, কোৱাঁ তেনেহলে।

দেবেন্দ্ৰ : কথাটো এই,—মানৱ উপদ্ৰৱ বৰকৈ অসহনীয় হোৱাত, স্বৰ্গদেৱে বশ কৰিবৰ ইচ্ছাৰে কিছুমান সৈন্য লৈ উজাই আহিছে। কিন্তু তেওঁৰ সৈন্য-সংখ্যা নিচেই অলপীয়া। সেই দেখি, তেওঁক সাহায্য কৰা কৰ্তব্য ভাবি, ময়ো কিছুমান সৈন্য লৈ তেওঁৰ লগ লবলৈ আহিছোঁ।

কনক : মোৰ মনেৰে কামটো বৰ ভাল নকৰিলা।

দেবেন্দ্ৰ : কিয়?

কনক : আজিলৈকে মানৱ লগত কেইখন যুঁজ হৈছে কিন্তু আমাৰ সৈন্য কোন বাৰ জিকিছে? যি মানৱ দিন, মানৱ দিনেই। কি জানি ইমানতে আহোম স্বৰ্গদেৱসকলৰ অন্ত পৰাটোৱেই বিধাতাৰ ইচ্ছা।

দেবেন্দ্ৰ : সেইদেখি আপুনি মোক ঘূৰি যাবলৈ ক'ব খোজে নে কি?

কনক : ক'ব খুজিছিলোঁ। কিয়নো—

দেবেন্দ্ৰ : নক'ব ভাণ্ডৰীয়া, আপোনাক মিনতি কৰি কৈছোঁ, আৰু সেইবাৰ কথা মুখত নানিব। চাওকচোন, পাৰতহঁতে আমাৰ কি কৰিবলৈ বাকী থৈছে! ৰজাৰ ৰাজ্য কাঢ়ি লৈছে, প্ৰজাৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ কৰি, অসমদেশ মৰুভূমিৰ তুল্য কৰিলে। সিহঁতৰ ভাগত সতীৰ সতীত্ব নোহোৱাত পৰিল; ইমানতো আপুনি আমাক বহি থাকিবলৈ কয় নে? মোৰ মনেৰে জন্মভূমিৰ এনেকুৱা দশা চাই থকাতকৈ মৃত্যু শতগুণে শ্ৰেয়ঃ।

কনক : সেইটো ময়ো বুজিছোঁ, মোৰ মনতো তেনে ভাব খেলাইছে। কিন্তু—

দেবেন্দ্ৰ : কিন্তুলৈ নাযাব আৰু, যত্নৰ অসাধ্য একো নাই। তেন্তে নিশ্চয় মানৱ পতন হ'ব। অকল ইচ্ছা কৰিলেই কোনো কাৰ্য সিদ্ধ নহয়, তালৈ চেষ্টা লাগে। কিয়নো, "উদ্যমেন হি সিধ্যন্তি কাৰ্যানি ন মনোৰথৈঃ। নহি সুপ্তস্য সিংহস্য প্ৰৱিশন্তি মুখে মৃগা॥"

কনক : কিন্তু বলে নোৱৰা শিলক পৰি মৰকাৰ তাৰ প্ৰতিকূলে চলিবলৈ গলে বা কি লাভ হব?

দেবেন্দ্ৰ : বলে নোৱাৰিম কিয়? ইমান এখন ডাঙৰ ৰাজ্যৰ সকলো প্ৰজা যদি একেলগ হওঁ, তেন্তে ক্ষুদ্ৰ মান কি বস্তু! বতাহত ধূলি উৰা দি উৰি যাব। "অল্পানামপি বস্তূনাং সংহতিঃ কাৰ্যসাধিকা। তৃণৈৰ্গুণত্বমাপন্নৈৰ্বধ্যন্তে মত্তদন্তিনঃ॥" আৰু সেইদৰে যদি সকলোৱে মিলি কাম কৰিব নোৱাৰোঁ, তেনেহলেও এই ক্ষুদ্ৰ শক্তিৰেই এবাৰ চেষ্টা কৰি চোৱা নিতান্ত কৰ্তব্য। কিয়নো, যদি [illegible] ভাই বন্ধুৰ দুখ ভাঙ নোৱাৰোঁ, সতীৰ সতীত্ব ৰাখিব নোৱাৰোঁ, জননী—জন্মভূমিৰ দুৰ্গতি ভাঙ নোৱাৰোঁ, তেন্তে এই নিৰ্লজ্জ দেহা ধৰাৰ পৰা লাভ কি? সেই কাৰণে,

মাতৃ-সেৱাকে জীৱনৰ ব্ৰত কৰি, মাতৃভূমিৰ উদ্ধাৰার্থে এই দেহা বলি দিবলৈ কেতিয়াও কুণ্ঠিত নহওঁ।

কনক : তোমাৰ উদ্দেশ্য, মহৎ। গতিকে, মই তোমাক হাক নিদিওঁ। আশীৰ্ব্বাদ কৰিছোঁ যেন পাৰওঁ মানক—মাতৃভূমিৰ শত্ৰুবিলাকক সিহঁতৰ যোগ্য শাস্তি দি, ভালে কালে উভতি আহিব পাৰা।

দেবেন্দ্ৰ : আপোনাৰ অতিথি-সৎকাৰৰ বাবে আপোনাৰ ওচৰত যিমান ধৰুৱা, এই আশীৰ্ব্বাদৰ বাবে তাতোকৈ বেছি ধৰুৱা থাকিলোঁ।

এনে সময়তে কনকৰ লগুৱাটো আহি ওলাল। সি আগদিনা নৈৰ ঘাটৰ পৰা অহাৰ পাচতে মিত্ৰিৰ এঘৰলৈ গৈছিল। দেবেন্দ্ৰক দেখি মাত লগালে—"অ', আপুনি কালি ইয়াতে থাকিল নে কি?"

দেবেন্দ্ৰ : এৰা।

লগুৱাটোৱে চিনাকি ভাবেৰে কথা কোৱা শুনি কনকে সুধিলে,—"তুমি নো এওঁক কেনেকৈ চিনিলা?"

লগুৱা : কালি যি জনে আইদেউক পানীৰ পৰা তুলিছিল তেৱেঁই এওঁ।

কনকে মনে মনে দেবেন্দ্ৰৰ শলাগ লৈ আনন্দাশ্ৰু টুকিলে: আৰু ফুলক কেনেকৈ উদ্ধাৰ কৰিবলৈ পালে দেবেন্দ্ৰক সুধিলে। দেবেন্দ্ৰয়ো যথাযথৰূপে সকলো ঘটনা বৰ্ণনা কৰিলে। কনকে অন্তৰেৰে সৈতে দেবেন্দ্ৰৰ শলাগ লৈ কলে—"বোপা, তোমাৰ দয়া নোহোৱা হ'লে আজি মই নিঃসন্তান হব লাগিলহেঁতেন। তোমাৰ যোগ্য পুৰস্কাৰ দিবলৈ মোৰ একো নাই; তথাপি, যদি সময় আৰু সুবিধা পাওঁ, তেন্তে এটি ক্ষুদ্ৰ পুৰস্কাৰেৰে তোমাৰ মহাৰ শলাগ লব পাৰিম বুলি আশা কৰিলোঁ।"

দেবেন্দ্ৰৰ অন্তৰত এটা প্ৰবল খুন্দা লাগিল। মনে মনে ভাবিলে "সেই ক্ষুদ্ৰ পুৰস্কাৰ কি?" ফুটাই কলে,—আপোনালোকে মোৰ এনে এটা ক্ষুদ্ৰ কাৰ্য্যৰ বাবে শলাগ লৈ মোক লাজ নিদিব। কিয়নো, ঈশ্বৰৰ ইচ্ছাতহে সকলো ঘটিছে। সি যেই নোহোক, মই এতিয়া আপোনালোকৰ ওচৰত বিদায় হে গ্ৰহণ কৰিব খোজোঁ। কিয়নো, মোৰ পলম হোৱা দেখি সৈন্যবোৰ চাগৈ নিৰুৎসাহ হৈ পৰিছে।

কনক : "নহয় বোপা! বেলিও উঠি আহিল, এতিয়া তুমি এমুঠি নোখোৱাকৈ কেনেকৈ যাবা? তুমি যদি ইচ্ছা কৰা, তেন্তে সৌ নৈৰ দাঁতিত এপাক ফুৰি আহাঁ গৈ। মই ভাত এমুঠিৰ দিহা কৰোঁ।" এই বুলি কনক ভাত ৰান্ধিবলৈ গ'ল, দেবেন্দ্ৰও ফুলনিৰ ফাললৈ সোমাই গ'ল।

নাহৰ গছজোপাৰ তলত বহি ফুলে মালা গাঁথি আছিল। দেবেন্দ্ৰও গৈ সেইখিনি পালে গৈ, ফুলৰো মালা গঁথা হ'ল। তেওঁ লৰা-লৰিকৈ মালাধাৰ কাপোৰৰ তলত সুমুৱালে।

ফুলক অকলে বহি থকা দেখি দেবেন্দ্ৰই সুধিলে—"কি হে! অকলে অকলে ইয়াত বহি কি কৰিছা?"

ফুল : একো কৰা নাই।

দেবেন্দ্ৰ : একো নকৰাকৈ মানুহ এইদৰে বহি থাকে নে? ফুলে উত্তৰ দিবলৈ কথা নাপাই নীৰৱে তলৰ মু কৰিলে।

দেবেন্দ্ৰ : কিহে, মই অহাত বেয়া পালা নে কি? তেনে বুলি জনা হলে মই ইয়ালৈ নাহিলোহেঁতেন।

ফুল অপ্ৰস্তুত হ'ল। লাহেকৈ, কলে—"কিবা

এটা ভাবিছিলোঁ।"

দেৱেন্দ্ৰ : কি ভাবিছিলা?

কুল বিমোৰত পৰিল। কি উত্তৰ দিব, একো ঠিক কৰিব নোৱাৰি নিমাত হৈ ৰ'ল। অলপ পাচত কথা পাহৰাবৰ চলেৰে ক'লে :—"আপুনি কাহানিলৈ যাব?"

দেৱেন্দ্ৰই মিচিকি কৰে হাঁহি কলে :—আজিয়েই—এতিয়াই।"

কুল : এতিয়াই! ইমান খৰধৰ নো কিয়?

দেৱেন্দ্ৰ : কাৰণ আছে, পুৱাতে যাব খুজিছিলো; পাচে তোমাৰ দেউতাৰাই হে ৰেলি কৰাইছে।

কুল : আজি নগলে নহ'ব জানো?

দেৱেন্দ্ৰই মনে মনে ভাবিলে,—"ইয়াৰ মানে কি? আজি নগলে নহব জানো সোধাৰ মানে কি?' ফুটাই ক'লে—"নহয়! আৰু মিছাতে তোমালোকক আমনি কৰিবও নোখোজোঁ।"

কুল : আপুনি নো আমাক কি আমনি কৰিছে? মোৰ মনেৰে আহকাল কৰাতকৈ আপোনাৰ শুভাগমনে আমাৰ আনন্দ হে বঢ়াইছে।

দেৱেন্দ্ৰ : সেইটো মুখৰহে কথা।

কুলে কোনো উত্তৰ নিদিলে; ওঁঠ দুটা কঁপি উঠিল, চকু চুল-চুলিয়া হ'ল; শৰীৰো অৱসন্ন হৈ আহিল। দেৱেন্দ্ৰই দেখিলে কুলে তেওঁৰ কথাত বৰকৈ বেজাৰ পালে। তেওঁ কলে :—"কুল ক্ষমা কৰিবা, সঁচাকৈয়ে মই বেয়াদিহে কৰিছোঁ, বেজাৰ নকৰিবা।"

কুল অলপ স্থিৰ হৈ দেৱেন্দ্ৰলৈ চালে; কিন্তু মুখেৰে একো নকলে। দেৱেন্দ্ৰই ক'লে :—"কুল, মোৰ এটা কথা আছে।"

কুল : কি?

দেৱেন্দ্ৰ : কালিৰ ঘটনা তোমাৰ মনত থাকিব নে?

কুল : তাক মই এই জীৱনত পাহৰিব নোৱাৰোঁ।

দেৱেন্দ্ৰ : সেয়ে যদি হয়, তেনেহলে মই তাৰ এটা চিন ৰাখি যাব খোজোঁ। ৰাখিবা নে তুমি?

কুল : কি?

উত্তৰত দেৱেন্দ্ৰই আঙ্‌লীৰ পৰা এটা বাখৰ পতা আঙঠি সোলোকাই ল'লে; কুলে একো নামাতিলে। দেৱেন্দ্ৰই ক'লে : "যদি খং নকৰা, তেনেহলে মোৰ কঠুৱা হাতেৰেই তাক উপযুক্ত ঠাইত থ'ব খোজোঁ।"

কুলে একো নামাতিলে; দেৱেন্দ্ৰই কুলৰ হাতৰ উদ্দেশে হাত মেলিলে। কুলৰ গোটেই শৰীৰ কঁপি উঠিল, লাহে লাহে সোঁহাতখন আগ বঢ়াই দিলে। কুলৰ হাতত থকা মালাধাৰ হঠাৎ হাতৰ পৰা পৰি দেৱেন্দ্ৰৰ ভৰিত পৰিল, দেৱেন্দ্ৰই তাক আগ্ৰহেৰে তুলি লৈ ডিঙিত পিন্ধিলে। তাৰ পিচত আঙঠি পিন্ধাবলৈ কুলৰ হাতত ধৰিলে। কিবা এটা অবৰ্ণনীয় পুলকত তেওঁৰ গোটেই গা কঁপি উঠিল; স্বৰ্গীয় পাৰিজাতৰ গোন্ধ নাকত সোমোৱা যেন লাগিল। তেওঁ আঙঠিটো লাহে লাহে কুলৰ আঙ্‌লীত সুমুৱাই দি তেওঁৰ হাতখন অলপমান বেলি দুয়োখন হাতৰ মাজত সুমুৱাই ৰাখিলে। তাৰ পিচত কুলৰ হাতটো লাহে লাহে ওপৰলৈ তুলি ছি-ছি,—দেৱেন্দ্ৰই চুমা খালে।

কুলৰ হাত এৰি দেৱেন্দ্ৰই মালাধাৰ সোলোকাই লৈ কলে :"তোমাৰ মালাধাৰ তুমি ইচ্ছা কৰি দিয়া নাই, সেই কাৰণে তাক মই লোৱা অনুচিত। এই লোৱা তোমাৰ মালা।"

কুলে মালাধাৰ লৈলৈ ক'লে "আপুনি পিন্ধক।"

দেবেন্দ্ৰ : মই নিজে এবাৰ পিন্ধিলোঁ, এতিয়া তুমি নিজে পিন্ধাই নিদিলে, মই নিপিন্ধোঁ।

দেবেন্দ্ৰই মালাখাৰ ফুলৰ হাতত দিলে, ফুলে অগত্যা কঁপা হাতেৰে তাক দেবেন্দ্ৰৰ ডিঙিত পিন্ধাই দিলে। যি জনে প্ৰাণ ৰক্ষা কৰিছে তেনে জনৰ অনুৰোধ তেওঁ উপেক্ষা কৰিব কেনেকৈ ?

দেবেন্দ্ৰই ক'লে: "এই মালাখাবিয়ে আজিৰ ঘটনাৰ বাহিৰেও তোমাৰ নামটি সদায় মোৰ মনত পেলাই থাকিব।"

ফুল : মোৰ নামেৰে নো কি কৰিব ?

দেবেন্দ্ৰ : তোমাৰ নামেৰে কি কৰিম ? থাওক এতিয়া নকওঁ। যদি পাচেকৈ সময় পাওঁ, যদি প্ৰাণ লৈ উলটিব পাৰোঁ, যদি ঈশ্বৰ কৃপাত ভালে-কালে আকৌ এই খিনি পাওঁহি তেতিয়া কম; তেতিয়া বুজিবা তোমাৰ নামেৰে কি কৰিম।

বতাহত কঁপা মাধৈমালতীৰ দৰে ফুলৰ গোটেই গা কঁপিবলৈ ধৰিলে। "যদি পাচেকৈ সময় পাওঁ" "যদি প্ৰাণ লৈ উলটিব পাৰোঁ" "যদি ভালে কালে আকৌ এই খিনি পাওঁহি" এইবোৰৰ মানে কি ? লাহে লাহে ক'লে: "আপোনাৰ কথাৰ অৰ্থ একো বুজুজিলোঁ।"

দেবেন্দ্ৰ : বুজাই দিবও নোখোজোঁ।

ফুল : কিয় ?

দেবেন্দ্ৰ : শুনিলে তুমি ভয় পাবা।

ফুল : নুশুনিলেহে বেছি চিন্তিত হ'ম।

দেবেন্দ্ৰ : নিতান্ত নকলে নহয় যদি কওঁ, শুনা: মানৰ বিৰুদ্ধে স্বৰ্গদেৱে সৈন্য গোটাইছে, মহো তেওঁৰ সাহায্যৰ নিমিত্তে ওলাইছোঁ। ৰণৰ ফলাফল কেনে হয়, তাক কোনে জানে।

ফুল : দেশৰ মঙ্গলৰ নিমিত্তে স্বদেশৰ শত্ৰু-নাশ কৰিবলৈ ওলাইছে, ই আপোনাৰ মহৎ জীৱনৰ উপযুক্ত কাম হৈছে। ভগৱানে নিশ্চয় আপোনাক সাহায্য কৰিব।

দেবেন্দ্ৰই ফুলৰ পৰা এনে বীৰাঙ্গনাৰ যোগ্য কথা শুনি বৰ সন্তোষ পালে; মনে মনে ক'লে: "ধন্য তোমাৰ স্বদেশপ্ৰেম! আন কাৰণত নহলেও অকল এই বাবেই তোমাক ভাল নাপাই নোৱাৰোঁ।"

ঠিক এনে সময়তে কনকে ফুলক মাতিলে। ফুল ধীৰে ধীৰে ঘৰলৈ গ'ল; দেবেন্দ্ৰও লৈ লৈ নামিল। হৈ যোৱা সকলো ঘটনা জুকিয়াই লৈ কিছুমান বেলি তেওঁ নীৰবে ভাবিলে। তাৰ পিচত গা ধুই কনকৰ ঘৰলৈ আহিল আৰু কাপোৰ-কানি সলালে।

কনকৰ তেতিয়া ভাত ৰন্ধা হৈছিল। দেবেন্দ্ৰ লগতে তেওঁ ভাত বাঢ়ি দিলে; তেৱোঁ লৰালৰিকৈ ভোজন-কাৰ্য্য সমাধা কৰিলে। তাৰ পাচত তামোল-ছালি খাই, কাপোৰ-কানি সলাই যাবলৈ ওলাল; কনক আৰু ফুলৰ ওচৰত কৃতাঞ্জলিপুটে বিদায় লৈ দেবেন্দ্ৰ ঘোঁৰাত উঠিল। ঘোঁৰা বিজুলীবেগেৰে চেকুৰিবলৈ ধৰিলে। কনক আৰু ফুলে চাই থাকোঁতেই নিমিষৰ ভিতৰতে দেবেন্দ্ৰ তেওঁলোকৰ দৃষ্টিৰ বহিৰ্ভূত হৈ পৰিল।

## ষষ্ঠ অধ্যায়

### মান সেনা

সন্ধ্যা সময়ত দেবেন্দ্ৰনাথে তেওঁৰ সৈন্যবোৰৰ লগ পালেগৈ। সৈন্যবোৰে তেওঁৰ আগমন অপেক্ষা কৰি, জঙ্গলীৰ আন এটা ঘাটত বাহৰ কৰি আছিল।

তেওঁ সৈ পোৱা মাত্ৰেই সকলোৱে জয়ধ্বনি কৰি উঠিল। সেই ধ্বনি কেউফালৰ গছ বিলাকত লাগি প্ৰতিধ্বনিত হবলৈ ধৰিলে আৰু লাহে লাহে ধীৰ বতাহৰ লগত মিহলি হৈ শূন্যত বিলীন হ'ল। তাৰ পাচত দেবেন্দ্ৰনাথ ঘোঁৰাৰ পৰা নামিল; এটা মানুহ আহি ঘোঁৰাটো ধৰিলে। তেওঁ সৈ গছৰ তলতে আসন গ্ৰহণ কৰিলে; সৈন্যবোৰ আহি তেওঁৰ কেউফালে বেৰি ৰহিল। দেবেন্দ্ৰনাথে সুধিলে "তোমালোক কেনে আছাহঁক?"

এজন সেনাই উত্তৰ দিলে—"আমি সকলো ভালে কুশলে আছোঁ, আপুনি এতিয়া গা ধোওক।"

দেবেন্দ্ৰনাথে ক'লে :—"মই এৰৰ চিনাকি মানুহৰ ঘৰত সোমাই খাই- বৈ আহিছোঁ।"

তেতিয়া সন্ধিয়া লাগি আহিল। বেলিয়ে তাপৰ পোহাৰ সামৰি- সুতৰি লাহে লাহে নাইকিয়া হ'ল, লগে-ভাগে হজুৰা মানুহ-বিলাকেও কামকৰা সঁজুলি বান্ধি-কুন্ধি লৈ নিজ নিজ ঘৰলৈ বাট ললে। গৰখী-য়াহঁতে পথাৰৰ পৰা গৰু আনি গোহালিত সুমুৱাই জলপান খাবলৈ লাগিল; বিদেশী পথিক থানথিত বিচাৰি ওলাল। শিয়ালে হাবিৰ মাজৰ পৰা ওলাই "হোৱা হোৱাকৈ" বনৰীয়া স্বৰগীতত সুৰ ধৰিলে। সত্ৰত গোসাঁই সকলে দবা কোবাই তাল বাই প্ৰসং কৰিবলৈ লাগিল। বাৰুনীবিলাক গা-পা ধুই ভাত-চৰুলৈ গ'ল; পদূলি মুখত বহি জতুৱা কুকুৰে ভুকি-বলৈ ধৰিলে। পহুপছুবিলাকে হাবিৰ পৰা ওলাই বাৰীচুকত সোমাই ভুৰুকি খাবলৈ লাগিল। এবাৰাৰীৰ মাজৰ পৰা হুদুৱে মাত লগালে 'হু-উ-হু, মোৰ জেঠিৰ পৰা ওঠোঁ।" হুদুৰ সেই কেৰেঁৰীয়া মাত শুনি নানা জনে নানা প্ৰকাৰে সমালোচনা কৰিবলৈ ধৰিলে। আকাশৰ জনাই লাহে লাহে নিজৰ বিমল কিৰণেৰে চাকি পৃথিৱীক শুভ্ৰবসনা সুন্দৰী সাজিলে। সেয়েহে সেই জোনৰ পোহৰত বহি লৈ সকলো সৈন্যক সম্বোধন কৰি কবলৈ ধৰিলে :—"সৈন্যসকল! শুনা, দুৰাত্মা মানৰ অত্যাচাৰত আমাৰ স্বৰ্ণপ্ৰসবিনী জননী কলা-ঙলৈ যাব লগাত পৰিল। লৰা-তিৰুতাৰ কান্দোনত সতীৰ গগনভেদী চিঞৰত, দশোদিশ পূৰ্ণ হ'ল; আজি অসমীয়াৰ খাবলৈ ভাত, পিন্ধিবলৈ কাপোৰ নোহোৱাত পৰিল। এতিয়াও তোমালোকৰ মনত প্ৰতিশোধ দিবলৈ ইচ্ছা হোৱা নাই নে? আৰু তোমা আমিয়েই আমাৰ দুখুনী মাতৃৰ সন্তান। গতিকে, অসমৰ উন্নতি-অৱনতি, স্বাধীনতা পৰাধীনতা, সকলো আমাৰ ওপৰতে নিৰ্ভৰ কৰে। তেনেস্থলত, যদি আমি আওকণীয়া হৈ হাত সাবটি বহি থাকোঁ তেন্তে আমাতকৈ আৰু কোনোবা কুপুত্ৰ হব পাৰে নে? আহাঁ, কেও ভয় নকৰিবা। দেখা নাই নে এটো-পাল এটোপালকৈ ধৰাধুণ পৰি কেনেকৈ গাওঁ-ভুঁই তল নিয়ায়? এতিয়াও যদি আমি একে লগে মিলি মাতৃ-ভূমিৰ উদ্ধাৰাৰ্থে দেহা উৎসৰ্গা কৰোঁ, তেন্তে নিশ্চয় মান-পশুক খেদি মাতৃৰ ভিতিৰ পৰা দাসত্ব-শৃংখল সোলোকাই, স্বাধীনতা- কণ্ঠহাৰ পিন্ধাই দিব পাৰিম; ক্ষুদ্ৰ মান ৰণ-তৰজত ওপঙি যাব। হিংসা, দ্বিধাল, গাইগোটা তাৰ আৰু পৰশ্ৰীকাতৰতাৱেই আমাৰ পতনৰ মূল। যি দিনাই এইবোৰ চেঁকা আমাৰ মনৰ পৰাআঁতৰহ'ব, সেই দিনাই অসমৰ গৌৰব বেলিয়ে দেখা দিব।"

হঠাৎ কেইটামান মানুহে কথা হোৱা যেন শুনা গল। কতেকলৈ সভা নীৰৱ—কাৰো মুখত একেষাৰো মাত-কথা নাই, মাথোন উশাহ-নিশাহত যি শব্দ উঠিছে। যি কালৰ পৰা কথা কোৱা যেন শুনা গৈছিল, দুটা মানুহ সৈ সেইফালে চাই আছিল, কিন্তু

ক'তো একো দেখা নাপালে। দেবেন্দ্ৰই আকৌ কৰলৈ ধৰিলে :—"আমি হাড়ক মাটি, তেজক পানী কৰি ধন ঘটিছোঁ, মানে তাৰে বাহাদুৰী কৰিছে, আমি খেতি, বাতি কৰি জীৱিকা উলিয়াইছোঁ, থাকিবলৈ ঘৰ সাজি লৈছোঁ, সিহঁতে আহি জুই লগাই বিছ কৰিছে। ইমানতো আমি সহি থকা উচিত নে? বন্ধুসকল। উঠাঁ, কঁকালত টঙালি বান্ধাঁ; সাহেৰে বুকু ডাঠ কৰাঁ, নতুন ভাবেৰে, নতুন উছাহেৰে সকলোৰে হিয়া পূৰ্ণ কৰি লোৱাঁ; প্ৰাণপণে যুদ্ধ কৰিবলৈ প্ৰতিজ্ঞা কৰি ৰণস্থলীলৈ অগ্ৰসৰ হোৱা। তেতিয়া নিশ্চয় আমাৰ লুপ্তৰয় স্বাধীনতা উদ্ধাৰ হব; জগতে অসমৰ গৌৰৱ ঘোষণা কৰিব।"

দেবেন্দ্ৰৰ ঘোঁৰাটো অলপ আঁতৰত বন্ধা আছিল। হঠাৎ চক খাই ফুপ্‌ফুপাই উঠিল। দেবেন্দ্ৰনাথে কিবা আহিছে বুলি হাতত তৰোৱাল লৈ খেদা মাৰি গ'ল। তেওঁ দেখিলে তিনটা মান সেনাই ঘোঁৰা-টো মেলিবলৈ ধৰিছে। তেওঁক দেখি তিনিওটাই তিৰাই ধৰি লৰ মাৰিলে। দেবেন্দ্ৰই ঘোঁৰাটো বান্ধৰ পৰা মেলি একে চাৰেই পিঠিত উঠিল আৰু সিহঁতৰ পাচে পাচে খেদা দিলে। মানকেইটাই এটা মানুহে অকলে খেদি যোৱা দেখি বলে পাৰিব বুলি তিনি ডাল যাঠি লৈ সাজু হৈ ৰ'ল। দেবেন্দ্ৰক ওচৰ চপা দেখি এটাই তেওঁলৈ টোঁৱাই এপাট যাঠি মাৰি পঠিয়ালে। দেবেন্দ্ৰই গা কাতি কৰি ৰক্ষা পৰিল আৰু চকু চাওঁতেই আক্ৰমণকাৰীটোৰ মূৰ দেহাৰ পৰা বিচ্ছেদ কৰিলে; কপুৰা ওৰি কঠাল পৰাদি সেই ঠাইতে সিবিংকৰে বাগৰি পৰিল। সেই মুহূৰ্ততে আন এটাই ঘোঁৰাটোলৈ টোঁৱাই আকৌ এপাট যাঠি মাৰিলে। দেবেন্দ্ৰনাথৰ দৰে এজন বুদ্ধিমান আৰোহী নোহোৱা হলে, তেতিয়াই ঘোঁৰাৰ পতন হ'লহেঁতেন। কিন্তু তেওঁ তৎক্ষণাৎ উপস্থিত বুদ্ধিৰ সহায় লৈ, ঘোঁৰাৰ লেকামত বল দিলে, ঘোঁৰা জ'াপ মাৰি উঠিল, যাঠি ঠেঙৰ তলে সৰকি গ'ল। এনেতে তৃতীয়টোৱে তেওঁৰ বুকলৈ পোনাই আৰু এপাট যাঠি মাৰিলে। দেবেন্দ্ৰই যাঠি ডাল ওপৰতে চোপ ধৰা দি ধৰিলে আৰু সেই যাঠিকে এটা সেনালৈ পোনাই মাৰি পঠিয়ালে। তৎক্ষণাৎ মান সেনাৰ পতন হ'ল আৰু প্ৰথমটো শৰ লগত শাৰী পূৰ কৰিলে। লগৰ দুটাৰ দশা দেখি, ইটোৱে তৰা নৰা ছিঙি লৰিবলৈ ধৰিলে, দেবেন্দ্ৰয়ো পাচে পাচে খেদিবলৈ ধৰিলে। মানুহৰ বেগতকৈ ঘোঁৰাৰ বেগ বেছি হোৱাৰ কাৰণে, অলপ পাচতে তেওঁ মানসেনাৰ ওচৰ চাপিল; কিন্তু তৰোৱাল দাঙোঁতেই মানসেনা অদৃশ্য হ'ল। ক'লৈ গল, কি হ'ল তেওঁ তাৰ একো তত্তকে ধৰিব নোৱাৰিলে। তেওঁ বহুতো ভাবি চিন্তি কেউফালে অনুসন্ধান কৰি চালে, কিন্তু ক'তো মান সেনাৰ চিনো নোলাল। বিচাৰি বিচাৰি, বিফল মনোৰথ হৈ সৰ্বাশেহত তেওঁ উভতি বাট ললে। হঠাৎ দহোটামান মানুহ তেওঁৰ চকুত পৰিল। প্ৰথম দৰ্শনত সিহঁতক তেওঁ মানসেনা বুলি জানিছিল, কিন্তু অলপ পাচতে চিনিলে যে সিহঁত তেওঁৰ নিজা মানুহ হে। তেতিয়া তেওঁ সেনা-সকলৰ ফাললৈ চাই সুধিলে :—"তোমালোক আহিলা কেলেই?"

সেনা : আপোনাৰ পলম হোৱা দেখি কিবা দুৰ্ঘটনা ঘটিল বুলি আগবাঢ়ি আহিছোঁ। পাচে, খবৰ কি?

দেবেন্দ্ৰ : তিনটা মানসেনাই মোৰ ঘোঁৰাটো ধৰিছিল লৈ, মোক দেখিয়েই সিহঁতে তৰা-নৰা ছিঙি লৰ দিলে। মই খেদি আহি অলপ পাচত সিহঁতক পালোঁ আৰু দুটাক যমাগাৰী

কৰিলোঁ। কিন্তু তোমালোকে বাটত পাই আহা নাই নে?

সেনা: পাই আহিছোঁ, পাছে, সিটো—

দেবেন্দ্ৰ: সি ছুটাক মাৰোঁতেই সেইটো আকৌ লৰ মাৰিলে। মই খেদি খেদি গৌখিনিতেই লগ ধৰিছিলোঁ, কিন্তু তৰোৱাল দাঙি লৈ কোব মাৰিব খোজোঁতেই হঠাৎ নোহোৱা হ'ল। বিচাৰি বিচাৰি কতো নাপাই, এতিয়া উভতি আহিছোঁ।

সেনা: তেনে হলে তো সৰ্ব্বনাশ! সি যদি আমাৰ বাতৰি সেনাপতিক দিয়ে গৈ তেন্তে আমি স্বৰ্গদেৱৰ লগ নৌ পাওঁতেই সিহঁতে আগ ভেটিবহি। গতিকে, ব'লকচোন আমিও বিচাৰোঁ গৈ।

দেবেন্দ্ৰ: সি জানো একে ঠাইতে বৈ আছে?

সেনা: কি ঠিক! সি জানো কম লৰিছে? কি জানি কৰবাত পৰিয়েই আছে। নহলে নো আপুনি নেদেখাকৈ সি ক'লৈ যাব? সি তো দেৱতা নহয়, যে অদৃশ্যভাৱে পলাব পাৰে।

দেবেন্দ্ৰই আকৌ যাবলৈ সম্মতি প্ৰকাশ কৰিলে আৰু সকলো গৈ ঘটনাস্থলত উপস্থিত হ'ল; সকলোৱে পিয়াপি দি কেউফালে বিচাৰিবলৈ ধৰিলে। প্ৰতি গছৰ গুৰি, ডাল-পাত, জোপোহা, চাই চাই হাইৰাণ হ'ল; কিন্তু ক'তো মানসেনাৰ ভংপুত্ৰও পোৱা নগ'ল। "অতি আচৰিত কথা" বুলি কোৱা-কুই কৰি তেওঁলোক উলটি আহিবলৈ ধৰিলে। এনেতে মায়াৰাম নামেৰে এজন সৈনিকে "ঐ এইটো ঐ, পালোঁ ঐ" বুলি আটাহ পাৰি উঠিল। আটাহ শুনি আটাইবিলাক সেই ঠাইলৈ ঢাপি গ'ল আৰু দেখিলে যে মানসেনাটো এটা ওখ গছত লুকাই আছে।

দেবেন্দ্ৰনাথে ক'লে:—"তাক একো নকৰিবা, লাহে লাহে তুলি আনা।" তেতিয়া দুজনমানে কাপোৰ জোৰা দি, তাৰ ওচৰলৈ নমাই দিলে। সি তাতে ধৰি উঠি আহিল। দেবেন্দ্ৰই তাক একো নকৈ বন্দী কৰি লৈ গ'ল।

তেতিয়া ৰাতি প্ৰায় এপৰমান অতীত হৈছিল গতিকে, সকলো খোৱা-বোৱাত ব্যস্ত হ'ল। মান সেনাটোকো ভাত খাবলৈ দিলে।

পক্ষটো শুক্ল। সন্ধিয়া লাগিবৰে পৰা গোটেই জগত জোনৰ পোহৰত হাঁহিব লাগিছে। সেই দেখিয়ে মান সেনাৰ পাচ লবলৈ দেবেন্দ্ৰৰ সুবিধা হৈছিল। এতিয়া খাই-বৈ উঠি সেই জোনাকতে সকলো বহিল। দেবেন্দ্ৰই মান সেনাটোক সুধিলে:—"কচোন বাৰু তই কোন আৰু কিয় নিশা আহি আমাক আমনি কৰিছিলি?

মানসেনা: মই এটা মানসেনা আৰু মৰা ছুটাও মোৰ লগৰীয়া।

দেবেন্দ্ৰ: মৰা ছুটা তোৰ লগৰীয়া বুলি তই নোকোৱাকৈয়ে জানো। পিচে, কেলেই আহিছিলি, তাক ক।

মানসেনা: তহঁতৰ ৰজাটো পলাই গ'ল আমি আৰু লুট-পাট কৰি ফুৰিছিলোঁ। আজি আহি তহঁতক দেখিলোঁ, বোলোঁ ভাল হ'ল, সেনাপতিক কৈ দিওঁ গৈ। পিচত মাতিলে গলে পলম হ'ব। সেই দেখি, তোৰ ঘোঁৰাটোকে লৈ যাব খুজিছিলোঁ। তই আৰু দেখিলি।

দেবেন্দ্ৰ: পিচে গছত পৰিলি কেনেকৈ?

মানসেনা: তই খেদি দিলি, আমিও লৰি গ'লো। পিচে তই আৰু ছুটা মাৰিলি। গছটোতে

মোখো তাণ্ডৱ লাগিল। বোলো যি কৰে কৰক, ৰণলাগ'। তই আকৌ তৰোৱালখন দাঙিলি, মোৰ ভয় লাগিল, আকৌ লৰ মাৰিলোঁ। খালটো আক ওচৰতে আছিল, ছকম কৰে পৰিলোঁ।

*দেবেন্দ্ৰ : পিচে, তোক এতিয়া কি শাস্তি দিব লাগে?*

মানসেনা : তই আক যি কৰ। মই হলে এৰি দে বুলি ক'ম।

এজন সেনা : দেউতাও ভাল। কৰবাত নো চকক সুখি চাউল বহায় নে?

দেবেন্দ্ৰ : মই তোক ছোৱাছোৱাকৈ কাটি কাউৰ-শগুণক বিলাই দিম।

মানসেনা : মই আক খালত পৰোতেই মৰিলোঁ। তই এতিয়া ৰাখিলেও ৰাখ, মাৰিলেও মাৰ। তই আক যি কৰিব খুজিছ, কৰ।

দেবেন্দ্ৰ : বাক মই তোক নামাৰোঁ। তই তাৰ বাবে মোক কি কৰি দিবি?

মানসেনা : মই নো আক কি কৰিম। কি কৰিব লাগে, তই কবি, মই আক কৰি দিম।

দেবেন্দ্ৰ : তহঁতৰ সৈন্য ক'ত আছে?

মানসেনা : তহঁতৰ ৰজা বোলে আকৌ উজাই আহিছে, আমি সেই দেখি ভটীয়াই আহিছোঁ।

দেবেন্দ্ৰ : তহঁতৰ সৈন্য কোন কেনি আছে, মোক ক'ব লাগিব।

মানসেনা : তই যি কৱ, তাকে কৰিম, মুঠেই আমাৰ মানুহৰ লগত যুঁজ কৰিবলৈ নকবি।

দেবেন্দ্ৰ : তোক যুঁজ কৰিবলৈ কোৱা নাই। আন বিষয়ত হে—

মানসেনা : মই কি পাৰোঁ কৰিম। তই দেখিবি নহয়।

দেবেন্দ্ৰ : বাক, মই তোৰ কথাত বিশ্বাস কৰি মাত্তি হলোঁ আক তোক স্বাধীনতা দিলোঁ। কিন্তু সাৱধান! কথা অলপ লৰ চৰ হলে, বৰ শোচনীয় পৰিণাম ভুঞ্জিব লাগিব।

কথা বতৰা হৈ থাকোঁতেই ৰাতি প্ৰায় দুপৰ হ'ল; দেবেন্দ্ৰই সভা ভঙ্গ কৰিলে। তেতিয়া সকলোৱে অনন্ত নীলাকাশৰে চোৱা, সেই প্ৰাকৃতিক অট্টালিকাৰ তলত, সুবিস্তৃত ভূমিশয্যাত পৰি, চাৰিও-ফালৰ সৌন্দৰ্য্যত মিহলি হৈ থকা ঈশ্বৰৰ অনন্ত কীৰ্ত্তিৰ জেউতি নিৰীক্ষণ কৰি, লাহে লাহে দুখ সন্তাপ-হাৰিণী, জগজ্জননী নিদ্ৰাদেবীৰ কোমল কোলাত মূৰ থৈ শান্তি লাভ কৰিলে।

# সপ্তম অধ্যায়

## ভাল মানুহ নে চোৰ

বেলি লাহে লাহে পৰি আহিছে। দুপৰীয়া ভৰ পক উঠা গৰম এতিয়া বহীয়া পৰিছে, খাই-বৈ উঠি সকলো প্ৰাণীয়ে জিৰণি লৈছে।—গৰুৱে গছৰ ছাঁত শুই ঘাঁহ পাগুলিছে, ম'হে ঘুলিত পৰি বোকাৰে লেটি লৈছে, চৰাই-চিৰিকতিয়ে হাবিৰ মাজত সোমাই নিমাত হৈ বহিছে, মানুহে পাটীত পৰি বিচনীৰে বিচি জুৰ বিচাৰিছে; কোনোৱে পুথি একোখন মেলি লৈ তাকে পঢ়ি গৰমলৈ পাহৰিছে; মাথোন বোৱাৰীয়ে চোতালৰ ধান হাতত দি তাপত ভৰণি মাপ্পাই বেলিক পাৰে মানে শাও দিছে আক তাপৰ বং বাহিনিৰ ওপৰত সাৰিছে। মুঠতে প্ৰকৃতিয়ে সম্পূৰ্ণৰূপে শান্ত ভাব ধাৰণ কৰিছে; গোটেই ধৰাৰ ওপৰত নিস্তব্ধতাই অকণ্টক ৰাজত্ব কৰিছে।

ভাত-পানী খাই উঠি কৈলক চ'ৰাঘৰতে এখন

খাটত শুই আছে; গুচৰতে বহি ফুল আইদেয়ে এখন বিচনীৰে লাহেঁ লাহে বিচি আছে। এনেতে দুটা অপৰিচিত মানুহ আহি তেওঁৰ ঘৰত ওলাল। মানুহ-কেইটাৰ বাহিৰা সাজ-পাৰ চাই ভাল মানুহ বুলিবলৈ টান—সিহঁতৰ চকুৰ চাৱনিত অলপ বিশেষত্ব আছে। চকুয়ে যদি অন্তৰৰ ভাৱ প্ৰকাশ কৰে তেন্তে সিহঁতৰ বাহিৰ ভিতৰ একে নহয়।

দুজন আলহী অহা দেখি কনকে পাটীৰ পৰা উঠি লবালবিকৈ বহিবলৈ দিলে। বাপেকৰ ইঙ্গিতমতে ফুলে তামোলৰ বটাটো আগত দি খিড়াতে ভিতৰলৈ সোমাল। কিন্তু আচৰিত কথা! আগন্তুক দুজনে চকু মুখুৰোৱাকৈ ফুলৰ গঢ়-পতি, বেহ-ৰূপ চাবলৈ ধৰিলে আৰু দুয়োটাই চকুৰ ঠাৰেৰে কথা হবলৈ ধৰিলে। ইহঁতৰ মতলবটো কি? লোকৰ জীয়াৰী ছোৱালীৰ মুখলৈ ৰ-লাগি চাবলৈ ইহঁতৰ লাজ লগা নাই নে? নাইবা লাজ বোলা বস্তুটোৰে সৈতে ইহঁতৰ কোনো কালে ভেটাভেটি হোৱা নাই?

তামোল-ছালি দিয়াৰ পাচত কনকে সুধিলেঃ "তোমালোকক দেখোন চিনিব পৰা নাই, ক'ৰ পৰা নো আহিছা?"

মানুহ দুটাৰ এটাৰ নাম মেহেন্তা ইটোৰ নাম মদন। মেহেন্তা সাধাৰণতঃ মানুহ যিমান ওখ সিমানেই। ভিতিটো কাছুৰ দৰে, পিঠিত ভাত বন্ধা আখাৰ উধান যেন এটা কুঁজ, বাওঁভৰিটো অলপ চুটি, গতিকে, খোজ কাঢ়িবৰ সময়ত ভেকুলীৰ দৰে জঁপিয়াই যায়। মদন মেহেন্তাতকৈ প্ৰায় এবেগেতৰ ওখ, দাঁতকেইটা উজলা, সোঁ চকুটো কেঁৰা, তলৰ ওঁঠটো বৰ শকত। উভয়ে ৰবণ এডাবৰ দৰে ক'লা। ডাড়ি-চুলিবিলাক মাজে মাজে বগা হৈ পৰিছে, কিন্তু বল হলে যথেষ্ট আছে।

কনকৰ কথা শুনি মেহেন্তাই কলে—"আপুনি চিনি নাপাব তো, আমি আগেয়ে এই ফাললৈ অহাই নাই। আমাৰ ঘৰ নগাঁৱত।"

কনক : পাচে, অহাৰ মতলব কি?

মেহেন্তা : সকাম বৰ ডাঙৰ। পিচে, আপুনি কি কৰে জানো?

কনক : আগেয়ে শুনিলে হে উত্তৰ দিব পাৰোঁ।

মেহেন্তাই মদনৰ চকুলৈ চালে, দুয়োটাই চকুয়ে চকুয়ে কিবা কথা হ'ল। সিহঁতক নীৰৱ, দেখি কনকে আকৌ সুধিলেঃ— "কি হে, একো নক'লা দেখোন।"

মেহেন্তা : ক'বলৈ অলপ খোকোজা লাগিছে। কথাটো এই,—আপোনাৰ লগত মিতিৰ পাতিবৰ আশাৰে আহিছিলোঁ।

কনকৰ মনত সন্দেহ হ'ল। অলপ বেলি নীৰৱে চিন্তা কৰিলে। তাকে দেখি মেহেন্তাই ক'লেঃ—"আপুনি ভয় নকৰিব, যাৰ লগত মিতিৰ পাতিবলৈ আপোনাক ধৰিছোঁ, তেওঁৰ নিচিনা মানুহ আপুনি ক'তো নাপায়। নগাওঁ অঞ্চলৰ ভিতৰত তেওঁৰ নাম নজনা মানুহ নাই।

কনক : হব পাৰে, কিন্তু নগাঁৱত নো ঠিক কৰিব নোৱাৰিলা নে?

মেহেন্তা : হওঁতে তেনেকুৱাই, আজি দুবছৰেও তেওঁৰ জোখৰ ছোৱালী বিচাৰি নাপালোঁ। এতিয়া, আপোনাৰ ছোৱালীটিয়েই উপযুক্ত হ'ব বুলি শুনি আপোনাৰ ওচৰ পাইছোঁহি। এতিয়া আপোনাৰ অনুগ্ৰহ হলেই হয়।

কনক : তেওঁৰ নাম কি?

মেহেন্তা : মদন হাজৰিকা। সেই বিষয়ে আপুনি

ভাবিবৰ আৱশ্যক নাই। হাতী-ঘোঁৰা, গৰু-মহ, ধান-ধনেৰেই দ'ল বন্ধা।

কনক : (মদনলৈ আঙুলীয়াই) এওঁ নো ক'ৰ পৰা আহিছে?

মেহেঙা : এওঁৰ পৰিচয় পাচেও পাব, সম্প্ৰতিকে মোৰ কথাৰ উত্তৰ দিয়ক।

কনক : মই নো কি ক'ম?

কনকে কি কিয় শুনিবৰ মনেৰে মদন আৰু মেহেঙাই উশাহ-নিশাহ বন্ধ কৰি আগ্ৰহেৰে তেওঁলৈ চাবলৈ ধৰিলে। কনকে কপালত হাত দি নীৰৱে চিন্তা কৰিলে। কিছুমান বেলিৰ মূৰত বহুত কথা ভাবি চিন্তি, মাজে মাজে দুটা এটা হুমুনিয়াহ কাঢ়ি লাহে লাহে ক'লে :—"মই নো কি ক'ম! মোৰ ক'বলৈ একো নাই; তোমালোকৰ কথাত মই মান্তি হব নোৱাৰিলোঁ। মোৰ নিচিনা নিছলা মানুহ তোমালোকৰ দৰে চহকী মানুহৰ মিতিৰৰ লায়ক নহওঁ। তদুপৰি মোৰ আগলৈকো নাই, পাচলৈকো নাই, তাইয়ে মোৰ জীৱন সৰ্বস্ব,—চকুৰ মণি। গতিকে, সিমান দূৰলৈ আঁতৰাই দিবৰ ইচ্ছা নাই।"

মেহেঙা : আপোনাক বন্দী-বেটী, হাতী-ঘোঁৰা যি লাগে তাকে দিবলৈ গাত ল'ব পাৰোঁ। আপুনি মুঠেই আমাৰ কথাত মান্তি হলেই হয়।

কনক : মই বুঢ়া মানুহ। মোক হাতী-ঘোঁৰা, বন্দী-বেটী কেলেই লাগিছে! তুমিক নেদেখিলে যে মই এখন্তেকো থাকিব নোৱাৰোঁ।

তাৰ পাচত দুয়োপক্ষৰ নানাপ্ৰকাৰ কথা-বতৰা হ'ল, কিন্তু কনকৰ কথা নললিব।

কনকৰ লগুৱাটো ওচৰৰ এটা ঘৰত তেওঁ থকাৰ পৰা সকলো কথা শুনি আছিল। এতিয়া পাচিৰ পৰা উঠি পোন চাতেই তেওঁ লোকৰ মাজত অলাগছি আৰু কনকলৈ চাই সুধিলে :—"এই কেইটা নো ক'ৰ মানুহ?"

মেহেঙা আৰু মদনে চকু টিপিয়া-টিপি কৰিবলৈ ধৰিলে, তাকে দেখি লগুৱাটোৱে কনকলৈ চাই ক'লে :—"আপুনি কি এই কেইটাৰ লগত বেল-বেলাই আছে, ইহঁত নো কুল আইদেউৰ জোৰৰ নে?"

এই কথা শুনা মাত্ৰকে সিহঁত দুয়ো বহাৰ পৰা উঠিল। মদনে মেহেঙাৰ কাণে কাণে কলে :—"বলা যাওঁ, এইবাৰ আন এটা উপায় হে বিচাৰিব লাগিব।" তাৰ পাচত দুয়ো উচাট মাৰি গুচি গ'ল।

কনকে এই ঘটনাৰ একো মূৰ ধৰিব নোৱাৰি, মনে মনে ভাবিবলৈ ধৰিলে। ভাবনাৰ আদি-অন্ত নাই; অতীত আৰু ভৱিষ্যতৰ বিবিধ ঘটনা তেওঁৰ চকুৰ আগত উদয় হ'ল।

লগুৱাটোৱে ক'লে :—"আপুনি চিন্তা নকৰিব। সেই কেইটাই আমাৰ কিটো কৰিব পাৰে? ক'ৰবাৰ ছালছিগা তিকহু, ইয়াত ভাওনাৰ ভাও দিবলৈ আহিছিল। আপুনি সিহঁতৰ চকুকেইটালৈ মন কৰা নাই নে? সিহঁত চোৰ।"

কনকেও মনে মনে ভাবিবলৈ ধৰিলে :—"ইহঁত ভাল মানুহ নে চোৰ?"

# অষ্টম অধ্যায়

## বত্তাবতী

কনকৰ ঘৰৰ পৰা প্ৰায় ধাৰ মাইলমান আঁতৰত এখন ডাঙৰ হাবি আছে। তাত সাধাৰণতে

মানুহৰ বসতি নাই বুলিলেই হয়। হাবিৰ মাজে মাজে দুটা এটা ভগা ঘৰ দেখিবলৈ পোৱা যায়। সেইবোৰ ঘৰত আগেয়ে মানুহৰ বসতি আছিল, কিন্তু মানৰ প্ৰথম আক্ৰমণৰ সময়তে সকলোবিলাক পলাই গৈ, ইয়াক অগম্য অৰণ্য হ'বলৈ এৰি দিয়ে। অৱশ্যে, ডাকবীয়া লোক সংখ্যাৰ বাবে ই আগেয়েও আধা জাবৰি আছিল।

মানৰ অত্যাচাৰত তৰণি নাপাই শান্ত প্ৰজা পলাই যোৱা দেখি, কিছুমান দুষ্ট মানুহে নিজৰ ৰক্ষা আৰু জীৱিকাৰ নিমিত্তে মানৰ ভাও ধৰি, মানৰ দুষ্ট প্ৰবৃত্তিৰ অনুসৰণ কৰি, লুং-লুং ঠুং-ঠাং মাত মাতি, মানৰ নিচিনাকৈ যাকে বিছকে পাই তাকে লুটি নিয়া বৃত্তিত ধৰে আৰু তেনে মানুহৰ কিছুমান গোট খাই একোটা দল বান্ধি সুবিধা-জনক হাবিৰ মাজত বসতি লয়। এতিয়া এই হাবিৰ মাজতো তেনে বিধৰ এদল মানুহ থাকে।

সন্ধ্যা ভাগোঁ ভাগোঁ হওঁতে দুজন মানুহে সেই জাবৰিৰ দুৰ্গম বাট অতিক্ৰম কৰি বেগেৰে মাজলৈ সোমাই গ'ল আৰু এটা ঘৰৰ দুৱাৰ মুখত থিয় হৈ মাত লগালে, "ভোলা"।

ভোলা আহি দুৱাৰ মেলি দিলে। মদন আৰু মেহেন্তা ভিতৰলৈ সোমাই গ'ল, পীৰা দুখন পাৰি দুয়ো দুঠাইত থপৰ কৰে বহি, উস্-আস্ কৰিবলৈ ধৰিলে। এনেতে ভোলাই ধপাত আৰু জুই আঙঠা আনি চিলিম এটা লৈ ফুৱাই ফুৱাই আহি, নলিচা লগোৱা এপৰীয়া ডাঙৰ বাঁহৰ চুঙা এটাৰ মুখত খুৱাই মদনৰ কাষলৈ চপাই দিলে। মদনে ধোঁৱা-খোৱাকলী চুঙাৰ নলিচাৰ মুখত মুখ লগাই "নাল-লগা চুঙা" খাবলৈ লাগিল। চুঙাটোৱে আনন্দত উৎফুল্ল হৈ সুৰ ধৰিলে—'কোৰ্-কোৰ্-কোৰ্।' ঢোলৰ মাত শুনি হাত নাম দি, ধা দৈৰংৰৈৰিকৈ, নাচনি ওলাই অহা দি, সেই সংগীতৰ পাকত মদনৰ নাক-মুখৰ পৰা বেঁকাবেঁকিকৈ নাচি-বাগি, লানি-নিছিগা ধোঁৱা ওলাবলৈ ধৰিলে।

পাঠক! এতিয়া বুজিলে নে আমাৰ মদন হাজৰিকা কেনে বিধৰ মানুহ? এওঁৱেই এই অৰণ্যৰ মালিক আৰু দস্যুদলৰ নেতা। কুলৰ ৰূপ-লাৱণ্যৰ কথা কাণত পৰাত তেওঁক চাবৰ মনেৰে মদন আৰু মেহেন্তা দুয়ো কনকৰ ঘৰলৈ গৈছিল। কিন্তু কুলক বাহিৰত দেখা নাপালে। সেই কাৰণে, হোৱালী খুজিবলৈ যোৱাৰ ভাও ধৰি কনকৰ আগত উপস্থিত হৈছিল গৈ। উদ্দেশ্য এই আছিল যে, এই সুযোগতে অহা-যোৱা ঘটিলে কুলৰ গতি-বিধি ভালকৈ মন কৰিব পাৰিব।

কিছুমান বেলি সালসলনিকৈ মদন আৰু মেহে-ন্তাই "বেটাৰ লবাই চকা ভাত খোৱাদি" ধূম্ৰামৃত পান কৰিলে। সেই অৱসৰতে শুৰি পকৰাৰ লালীৰ ৰবে আৰু কেইটামান মানুহ পিৰ-পিৰ কৰে ওলাই আহি জুৰ বান্ধিলে। ধোঁৱাখোৱাটো থৈ মদনে ক'লে—আমি সকলোটি বলা-ডাঙৰ মানুহ, আমি মৰিলে আমাৰ সম্পত্তি কোনে খাব? সেই দেখি, মোৰ মতে, লাহে লাহে আমাৰ সকলোৰে ঘৰ পাতিবলৈ যত্ন কৰিব লাগে? হওঁতে মোৰ এক প্ৰকাৰ হলেই, কাদিলৈ খড়ি হলেই হব। তাৰ পাচত তোমালোকৰ নিমিত্তে চাব লাগিব।"

সকলোৱে তাতে হয় দিলে।

দলৰ ভিতৰত কণিয়েকৈ কাণীয়া ডাঙৰো আছিল। সিহঁতে টিকিলা পুৰিবলৈ ধৰিলে। বাকী-বিলাক বহু আগত থকা একোৰৰ মূৰণি টাইত ... বহিল।

এতিয়া বহাগ মাহ প্ৰায় শেষ হওঁ হওঁ হৈছে। বতাহ অকণো নাই; আন কি, গছৰ পাত এটায়ো ইফাল-সিফাল কৰা নাই। ওচৰত থকা শিমলু গছ কেজোপাই একো একো জন মুনিৰ নিচিনাকৈ বহি যেন কাববাক ধ্যানহে কৰিছে। জগত নীৰব— আকাশ নিস্তব্ধ। মাথোন জিলীবিলাকে কাণ-কলা হোৱা কেৰ্কেঁৰীয়া সুৰেৰে সেই নিস্তব্ধতাত ব্যাঘাত জন্মাইছে আৰু মাজে মাজে কানীয়া ভকতসকলৰ হোকাৰ কোৰ্কোঁৰণি আৰু গুৰৰ চেলেকাৰ বং-চং-খুউৱা লানি নিছিগা টিকিৰা পৰ্ব্ব মহাভাৰতৰ সপ্তম সুৰ চকুৰে নেদেখা বায়ু দেৱতাৰ পিঠিত বোকোচা উঠি আছি সেই সুৰৰ লগত মিহলি হৈ অপূৰ্ব্ব সঙ্গীত প্ৰচাৰ কৰিছে আৰু গছবোৰত লাগি প্ৰতি-ধ্বনিত হৈ লাহে লাহে কোনোবা দূৰ দেশলৈ উটি গৈছে।

ভাত-পানী বন্ধা হ'ল। নানাপ্ৰকাৰ কথা বতৰাৰে সকলোৱে আহাৰ কৰি আকৌ বাহিৰতে বহিলহি। তাৰ পাচত, তামোল, পাণ, চূণ ধপাত—এই চাৰি-বিধ সুকীয়া বস্তু ৰাসায়নিক পদাৰ্থত পৰিণত কৰি সৃষ্টিকৰ্ত্তাই অম্লজান, জলজান, অঙ্গাৰাম্লক আৰু যবক্ষাৰোৎপাদক আদি একেলগে মিহলিকৈ পৃথিৱীত অনাই-বনাই ফুৰিবলৈ দিয়া দি, উদৰ-ৰাজ্যত পৰি-ভ্ৰমণ কৰিবলৈ পঠিয়াই দিলে। অলপমান বেলিৰ পাচত মদনে ক'লে—"আজি দুখে-ভাগৰে আহিছোঁ আৰু কলৈকো নাযাওঁ; সকলোটি শুৱেই থাকোঁ। হেৰ হলি! তই কিবাকিবি অলপমান বস্তাক দি আহ গৈ। কিন্তু সাৱধান তই একো ন'কৰি।"

তাৰ পাচত সকলো শুলেগৈ। মাথোন হলিয়ে ভাতৰ জোৰ এটা লৈ বাহিৰ ওলাল; লাহে লাহে গোৱা যাইলমান বাট গৈ এটা বহাৰ ওচৰ পালে। বহাটো সৰু, কিন্তু বেৰকেখন বাঁহ ঠাঁহি ভালকৈ দিয়া আৰু ওপৰত গোবৰ মাটিৰে লেও দিয়া। দুৱাৰ মাথোন এখন, সেয়ে ভালকৈ বন্ধা আৰু বাহিৰফালে শলখা মৰা। হলি দুৱাৰ মেলি ভিতৰলৈ সোমাল; লগত লৈ যোৱা সম্বলখিনি মাটিতে থ'লে। তাৰ পাচত, মাটিৰ চাকি এটাত সৰিয়হৰ তেল এচাকি ভৰাই, তাতে সলিতা এডাল দি সি লৈ যোৱা জোৰটোৰ ওচৰত ধৰিলে, চাকি জ্বলি উঠিল। সেই পোহৰত স্পষ্টকৈ ওলাই পৰিল যে ভিতৰত এখন খাট পৰা। সেই খাটত বহি, গাৰু এটাত সোঁ হাতৰ কিলাকুটি আৰু গালত ভলুৱাখন দি এজনী সুন্দৰী যুৱতী বহি আছে; প্ৰস্ফুটিত গোলাপৰ পাহিৰ ওপৰত নিশাৰ নিয়ৰ পৰিলে জোনৰ পোহ-ৰত তাৰ সৌন্দৰ্য্য বঢ়াৰ দৰে, তেওঁৰ হৰিণী-নয়ন দুটিৰ পৰা ওলোৱা চকুৰ পানীৰ টোপালবিলাকে গোলাপী গালৰ ওপৰত মুকুতাৰ দৰে শোভা ধৰি, সেই চাকিৰ পোহৰত তেওঁৰ ধুনীয়া দেহাৰ জেউতি দুগুণকৈ চৰাইছে। চাকি লগোৱাৰ পাচত হলিয়ে খোৱা বস্তুখিনি বস্তাৰ ওচৰলৈ চপাই দি ক'লে— "বস্তা! তুমি একো খোৱা নাই? সৌৱা দেখোন তোমাক খাবলৈ বাতিপুৱা দিয়া সমলো তেনেই পৰি আছে।"

বস্তাই তাৰ ফাললৈ চকু ঘূৰায়ো নাচালে; আগেয়ে যি দৰে আছিল সেই দৰেই অচল-অটল হৈ থাকিল; যেন তেওঁ বাহ্যজ্ঞান-ৰহিতা। বস্তাৰ গাত সাৰ-সঁহাৰি নোহোৱা যেন দেখি হলিয়ে খাটৰ কাষলৈ চাপি গৈ তেওঁৰ গালৈ হাত মেলিলে। তাৰ এই দুষ্কাৰ্য্য দেখি বস্তাই টোপনিৰ পৰা উঠা সিংহীৰ দৰে চকু মেলি, ভিঙি বেঁকাকৈ হলিলৈ চাই, বণোন্মত্ত বীৰৰ দৰে, অবিচলিত ভাবে ক'বলৈ

ধৰিলে—"নৰাধম! তোৰ পাপীয়া হাতেৰে মোৰ দেহা স্পৰ্শ কৰিব খোজ?"

হুলি : তুমি সিমান গৰ্ব নকৰিবা। ইয়াতো নো তোমাৰ কোন আছে?

বন্তা : নৰকৰ কীট! তোৰ পাপ-চকুত জেউতি নাই। সেই কাৰণেই তই কাকো দেখা নাই। কিন্তু নৰপিশাচ! তই নাজান যে নিৰাশ্ৰয়া অবলাৰ ৰক্ষাৰ নিমিত্তে, অসহায়ৰ সহায়, সৃষ্টি-স্থিতি-প্ৰলয়-কাৰণ, সকলোৰে পিতৃস্বৰূপ পৰমেশ্বৰ আছে।

হুলি : তোমাৰ ঈশ্বৰে এতিয়া তোমাক ৰক্ষা কৰিব নোৱাৰে। তুমি মোৰ কথা শুনা; নহলে, তোমাৰ ভয়ানক অনিষ্ট ঘটিব।

বন্তা : অনিষ্ট ঘটিবলৈ আৰু বাকী নাই। পতিকে, তোৰ কথাত মোৰ ভয় খাবৰ একো কাৰণ নাই।

হুলি : এতিয়া যদি মই তোমাৰ ওপৰত বল প্ৰকাশ কৰোঁ, তুমি কি কৰিব পাৰা?

বন্তা : তোৰ নিচিনা শ শ পৈশাচিক শক্তিৰ সন্মিলন হলেও সতীৰ বল চুৰ কৰিব নোৱাৰে। মই এতিয়াও তোক ভালেৰে কৈছোঁ, তই মোৰ চকুৰ আগৰ পৰা আঁতৰ হ। নহলে তাৰ উচিত প্ৰতিফল পাবি।

এজনী তিৰোতাৰ মুখৰপৰা ইমান বীৰোচিত কথা শুনি হুলি পোনেই থৰ হ'ল, কিন্তু পাচৰ মুহূৰ্ত্তত "চাওঁচোন বাৰু কি প্ৰতিফল দিব পাৰা" বুলি বন্তাৰ পালৈ খেদি গ'ল। বন্তাই "এই তোৰ পাপৰ পৰাচিত্ত" বুলি কাপোৰৰ তলৰপৰা এখন কটাৰী উলিয়াই, হুলিৰ বুকলৈ টোৱাই খোঁচ মাৰি দিলে। কিন্তু হুলিৰ কপাল ভাল! কটাৰীৰ জোঙাল আগ তাৰ বুকত নোসোমাই বাওঁহাতত লোমাল। সেই কাৰণে, সি গভীৰ নহৈ মূৰ্চ্ছিত হ'ল মাথোন। এই সুযোগতে বন্তা বাহিৰলৈ ওলাল, হুলিকো বাহিৰৰপৰা ভালকৈ বান্ধিলে, তাৰ পাচত লৰিবলৈ ধৰিলে। অলপো নোবোৱাকৈ লৰিয়েই আছে, লৰোঁতে লৰোঁতে ভৰিৰ বিষত অথনি নোহোৱা হৈছে, হুল-জোঙত লাগি গাৰ কাপোৰ-কানি ছিৰাছিৰ হৈছে—গাৰপৰা ধাৰাসাৰে তেজৰ সোঁত বৈছে। তথাপি জিৰণি লোৱা নাই, অবিশ্ৰাম লৰিবই লাগিছে, কিন্তু হাবিৰ ওৰ নপৰে, যেন তেওঁ লৰিছে মানে হাবিখনো লৰি গৈছে, বহল হৈ গৈছে। বন্তাই মনত ভাবিছে—খাই যদি বাঘ-ভালুকেই খাওক, কিয়নো নৰ-বাঘৰ হাতত মৰাতকৈ বনৰ বাঘৰ হাতত মৰা শতগুণে শ্ৰেয়ঃ।

বহুত বেলি এইদৰে লৰি লৰি বন্তাৰ একেবাৰেই শক্তি লোপ পালে, আৰু লৰিব নোৱৰাত পৰিল। তেওঁ একেবাৰেই ক্লান্ত হৈ এজোপা গছৰ তলত বহি পৰিল; তাতে ৰাতিটো কটাবলৈ মনে মনে ঠিক কৰিল; কিন্তু মনত বন্য জন্তুৰ ভয় উদয় হ'ল। ইমান বেলি হতাশাৰ হেঁচাত বন্য জন্তুৰ হাতত মৰা সুখৰ মৰণ বুলি ভাবিছিল; কিন্তু এতিয়া নতুন আশাৰ চিকিমিকাৰ পোহৰত সেয়ে ভয়ৰ কাৰণ ৰূপে জিলিকি পৰিল। গছডাল গুৰিৰে পৰা ঠাল-ঠেৰেঙনিৰে ভৰা আছিল, বন্তাই চুচৰি-বাগৰি গছডালৰ ওপৰলৈ উঠিল আৰু কেনেবাকৈ সৰি পৰে বুলি ৰিহাৰ আচলেৰে সৈতে গছৰ গাত বান্ধি থলে।

অলপমান বেলি এই অৱস্থাতে থকাৰ পাচত এহাল টেকীয়াপতীয়া বাঘ-বাঘিনী আহি সেই গছ জোপাৰ তল পালে। ভয়ত বন্তাৰ গা কঁপি উঠিল। উঃ, ঈশ্বৰৰ অপূৰ্ব্ব লীলা! তেওঁ যদি চুচৰি-বাগৰি

গছৰ ওপৰৰ পৰা জুমি চাই আছিলেন তেন্তে এনেতে বেলি সেই বাঘ-বাঘিনীয়ে তেওঁৰ মগুহ শত খণ্ডত বিভক্ত কৰিলেহেঁতেন। কোন দেৱতাই নো তেওঁক ওপৰলৈ উঠিবলৈ বুদ্ধিটো দিলে! বস্তাই একেবাৰেই নিতাল মাৰি, আনকি কাহ-হাঁচি এটাও নমৰাকৈ, ঈশ্বৰক চিন্তি গোটেই নিশাটো বনৰজাৰ শাসনৰ তলত থকা সেই ভীষণ অৰণ্যৰ মাজত গছৰ ওপৰতে বহি কটালে। তেওঁৰ ভয়—মানুহ থকা গম পালে জানোচা বাতি-পুৱাও বাঘ আঁতৰ নহয়।

লাহে লাহে উষাৰ শুকমৰ জিলিঙনি আহি বাতিৰ আন্ধাৰৰ লগত ভীষণ যুদ্ধ আৰম্ভ কৰিলে। আন্ধাৰে যুঁজত হাৰি পলাই পত্ৰং দিলে; বেলিৰ কিৰণে গছৰ আগবিলাক সোণোৱালী বৰণেৰে সজালে। বাঘ-বাঘিনীয়ে বস্তাৰ গম পাইছিল নে নাই কব নোৱাৰোঁ, কিন্তু বেলি ওলাওঁতেই দুয়ো কঁকাল হেকেৰা-হেকেৰিকৈ পুবফাললৈ খোজ ললে। বস্তাই একে থৰে চাই থাকি, যেতিয়া দেখিলে বাঘ-বাঘিনী চকুৰ বহিৰ্ভূত হ'ল, তেতিয়া লাহে লাহে গছৰপৰা নামি আকৌ লৰিবলৈ ধৰিলে। কিছুমান বেলি একেবাহে লৰাৰ পাচত তেওঁ এডোখৰ মুকলি পথাৰ ওলাল গৈ আৰু ভাগৰত ক্লান্ত হৈ এটা আলিৰ মূৰতে বহিল।

হালোৱাবিলাকে তেতিয়া গৰু-ম'হ লৈ পথাৰৰ ফাললৈ বাট লৈছিল, দুই-এজনে আকৌ হাল জুৰিছিলহিয়েই। বস্তা বহি থাকোঁতেই এটা বুঢ়া হালোৱা নাঙল-গৰু লৈ ওচৰতে উপস্থিত হ'লহি। তেওঁৰ চকু বস্তাৰ ওপৰত পৰিল; মুখত বিস্ময়ৰ ভাবে দেখা দিলে; অলপমান বেলি একে থৰে বস্তাৰ মুখলৈ চাই থাকি ওচৰলৈ চাপি আহিল আৰু সুধিলে—"আইদেউ! এই দোকমোকালিতে এই অগাধ হাবিৰ দাঁতিত অকলৈ বহি বহি কি কৰিছা?"

বস্তা : মই ইচ্ছা কৰি ইয়াত বহাহি নাই। ঈশ্বৰ হে সকলোৰে গৰাকী।

হালোৱা : আই! মই তোমাৰ কথাটো ভালকৈ বুজকিব নোৱাৰিলোঁ; ভালকৈ ভাঙি-ছিঙি কোৱাঁচোন।

বস্তা : মোৰ দুখৰ কথা কৈ আপোনাৰ চকুলো টোকাবৰ ইচ্ছা নাই।

হালোৱা : নহয় আই! নিজৰ দুখ-বেজাৰৰ কথা আনৰ আগত ক'লে দুখৰ বোজা অলপ পাতল হয়। কোৱাঁচোন, কি জানি ময়ো কিবা উপকাৰ কৰিব পাৰোঁয়েই।

বস্তা : বাৰু যদি আপুনি শুনিবৰ ইচ্ছা কৰিছে, তেন্তে শুনক। এই বুলি বস্তাই নিজৰ বৃত্তান্ত বুঢ়াৰ আগত বৰ্ণাবলৈ ধৰিলে—"মই এজনী দুখীয়া মানুহৰ ছোৱালী। ঘৰ ইয়াৰ পৰা বহুতো আঁতৰত। ঘৰত আইৰ বাহিৰে আপোন বুলিবলৈ আৰু কোনো নাই। মোৰ কেচুৱা অৱস্থাতে পিতাদেউ ঢুকাল। সন্তানহীন আইৰ মই একমাত্ৰ আদৰৰ ধন—আলাসৰ লাড়ু আছিলোঁ। তেওঁৰ যত্নতেই মই এনে অৱস্থা পালোঁহি। কিন্তু বিধিৰ বিধান খণ্ডাব নোৱাৰি, তেওঁৰ কোপ দৃষ্টিত পৰি আমাৰ মিলনৰ বাহু সুলকি পৰিল। পৰহি দিনা সন্ধ্যা সময়ত মই পানী আনিবলৈ ঘৰৰ আগত থকা পুখুৰীলৈ গৈছিলোঁ; এনেতে ক'ৰ পৰা ক'ব নোৱাৰোঁ, দুটা শকত আৰক্ত মানুহ গৈ তাতে ওলাল আৰু

সোণ-সেন্দুৰ মোহোৰাকৈ এটাই মোক বাপ শালি ধৰি খোকোচা কৈ লৰ দিলে। মই চিঞৰত গহন পাত সবাবলৈ ধৰিলোঁ। কিন্তু মান আহিছে বুলি কোনো খেদি নাহিল। আগে কান্দি কান্দি পাচত চুলি মেলি লৰি অহা দেখিছিলোঁ, কিন্তু এনে সময়তে সিহঁতে মোক এজনা হাবিৰ মাজত সুমুৱালে নি। আই কেনি গ'ল, কি হ'ল মই একোকে ক'ব নোৱাৰোঁ। তাৰ পাচত সিহঁত সেই হাবিয়ে হাবিয়ে কিছুমান বেলি গৈ এখন নৈ পালে; নাঁৱেৰে সৈতে নৈ পাৰ হৈ মোক এখন জাবৰিৰ মাজলৈ লৈ গ'ল আৰু এটা ঘৰত সুমুৱালে। তেতিয়া ৰাতি অলপ হৈ আছিল; সিহঁতে মোক তাতে এৰি গুচি গ'ল, যাবৰ সময়ত দুৱাৰখন ভালকৈ বান্ধি থৈ গ'ল। মই গোটেই ৰাতিটো কান্দি-কাটি বহি থাকিলোঁ। ৰাতি পুৱাও-তেই আগদিনাৰ এটা মানুহে কিবাকিবি খোৱাবস্তু অলপমান লৈ আহিল। মানুহ-টোৰ নাম হেনো মদন। সি মোৰ ওচৰত বহুখিনি থৈ নানাপ্ৰকাৰ কথা কবলৈ ধৰিলে। মই তাৰ কথালৈ কাণ নিদি মোক ঘৰত থৈ আহিবলৈ কাকুতি কৰি-বলৈ ধৰিলোঁ। সি মোৰ কথা শুনি পিশাচৰ দৰে হো হো কৰে হাঁহিবলৈ ধৰিলে আৰু পাচত মোৰ লগত তাৰ বিবাহ প্ৰস্তাৱ কৰিলে। মই লাজ, ভয় আৰু খিলত মৰ্মাহত হৈ ভেকুৰ কৰি কান্দিবলৈ লাগিলোঁ। সি তাৰ কথাৰ একো উত্তৰ নাপাই লাহে লাহে গুচি গ'ল আৰু দুৱাৰখন বান্ধি যাবলৈ পাহৰি পেলোৱা নাছিল।

মদন গুচি যোৱাৰ পাচত মই ঘৰটোৰ বেৰৰ চুক ভালকৈ চাই-চিতি ললোঁ; এঠাইত মাটিৰ তলত পৰি থকা এখন কটাৰী পালোঁ, তাকে মাটি-বুলি কাপোৰৰ তলত সুমুৱাই ললোঁ, কটাৰীখন পাই মোৰ মনত সাহ হ'ল; মনতে ভাবিলোঁ, সিহঁতৰ হাতত পৰা সাৰিব নোৱাৰিলেও সিহঁতে মোৰ ওপৰত একো অত্যাচাৰ কৰিব নোৱাৰে; কিবালো টনাটনি দেখিলে আপোনঘাতী হৈ কলঙ্কৰ হাত সাৰিব পাৰিম। এই ভাবনাত মন দৈ ঈশ্বৰক চিন্তি দিনটো বহি থাকিলোঁ। সাজনিশা-মানত এটা মানুহে কিবাকিবি খোৱা বস্তু অলপমান লৈ আহি ওচৰতে থ'লে। তাৰ পাচত কিছুমান বেলি যাবে-ওচৰ কথা চোৰাই থাকি মোৰ প্ৰতি পশুবৎ আচৰণ কৰিবলৈ উদ্যত হ'ল। মই নিৰুপায় হৈ কটাৰী খন তাৰ গাত বহুৱাই দিলোঁ। সি বাপৰে বাই পৰিল। সেই অৱসৰতে মই ওলাই গুচি আহিলোঁ।

হালোৱা: তেনেহলে তুমি এতিয়াও নিৰাপদ হব পৰা নাই; সিহঁতে চাগৈ এতিয়া কেইকাপে তোমাৰ বিচাৰ লগাইছে। সেই কাৰণে ব'লা, তোমাক মোৰ ঘৰতে থৈ আহোঁ।' আন কথাৰ পিচে পৰেও দিহা কৰা যাব।

ৰত্নাই সন্মতি প্ৰকাশ কৰিলে। বুঢ়াই ৰত্নাক ঘৰলৈ লৈ গৈ ঘৈণীয়েকৰ হাতত গতাই দি ক'লে "এই ছোৱালীজনী আজি কেইটা সাজো ভাত খোৱা নাই, সোনকালে এমুঠি খাবলৈ দিহা কৰি দে।"

তাৰ পাচত বুঢ়া পথাৰলৈ গ'ল। বুঢ়ীয়ে ৰত্নাক ঘূৰাই-পকাই কিবাকিবি কথাবতৰা সোধাৰ পাচত

ডেওঁৰ ইচ্ছামতে গুৰলৈ দিহা কৰি দিলে।

# নৱম অধ্যায়

## নতুন বিপদ

ৰাতিপুৱা শোৱাৰ পৰা উঠি মদন সদলে মেলত বহিল। কামৰ তালিকা বিবৃত কৰাৰ পাচত ক'লে: "মই আৰু মেহেঙা এতিয়া কালি কোৱালৈ যাওঁ, পাৰিলে চুপৰতে ঘূৰিম, যদি নোৱাৰোঁ তেন্তে হলি আৰু কলীয়াই এখন নাও লৈ যাবি। বাকীবিলাক কিবাকিবি বিচাৰি পাৰলৈ যাব লাগিব।"

এনেতে এটাই মাত লগালে: "ক'তা, হলি দেখোন এতিয়াও নাহিল?"

মদন : কি! এতিয়াও অহা নাই? উঃ ইহঁতত মুঠেই বিশ্বাস নাই। হেৰ কলীয়া, লৰ মাৰচোন, সি ক'লৈ গ'ল, চাগৈ।

কলীয়াই হলিক চাবলৈ লৰ দিলে।

মদন : মই বুজিব পৰা নাই হলিৰ মতলবটো কি? নহলে সি তাত কি কৰিছে?

মেহেঙা : ভয় নকৰিব আপুনি, হলি বেয়া মানুহ নহয়। কানীয়া মানুহ, টোপনি আহিল মনেৰে, সাৰকে পোৱা নাই। সেই হে অহা নাই।

মদন : মই বুজিব পৰা নাই। মোৰ মনেৰে সি বিশ্বাসঘাতকতাৰ কাম কৰি কেনিবা পলাল।

মেহেঙা : সি তেনে কাম কৰিবৰ হলে নো ক'লৈ যাবিৰ? আমাৰ আগত সি নো কিমান পানীৰ মাছ? মাগুৰ মাছ কচা দি কচিব নহয়।

মদন : হওঁতে সিও তেনে কামলৈ হাত মেলিব নাপায় আৰু তাৰো কম নহয়, হলিৰ নিচিনা মানুহে এনা-পেচাকে ভুলাব পৰা সহজ যেন নালাগে। মুঠেই যদি সি মুকলি কৰি দিবলৈ আহিছো বুলি বিশ্বাস জন্মাই পলুৱাই নিয়ে, তেনেহলে হে লেঠা।

মদন আন এটাই ক'লে "অঁ", ভাবি-চিন্তি মুৰৰ ঘিউ শুকুৱাব নালাগে; সৌৱা হলিহঁত আহিব লাগিছে।

মেহেঙা : মই আগেয়েই নকৈছিলোঁ হলি পলোৱা নাই বুলি।

এনেতে হলি আহি পাওঁ পাওঁ হ'ল। বন্তাৰ প্ৰহাৰত মূৰ্ছিত হোৱাৰ পৰা অলপ পাচতে হলিয়ে সংজ্ঞা লাভ কৰিছিল, কিন্তু ভুৱাৰ মৰা কাৰণে ওলাব নোৱাৰিলে! নিৰুপায় হৈ কটাখিনিত গামোচা বান্ধি বাতিটো চটফটাই বহি থাকিল। কলীয়াই ভুৱাৰ মেলি দিলত হে ওলাই আহিব পাৰিছে।

হলি আহি ওচৰ পালতে মদনে পলম হোৱাৰ কাৰণ সুধিলে। হলিয়ে আচল কথা লুকুৱাই ৰাখি নানা প্ৰকাৰ কথাৰ মৰণা-মাৰি শেহত কলে: "বন্তা পলাল।"

কেতিয়া পলাল, কেনেকৈ পলাল, একো সুধিব আটাইখনে অৰাইচ মাত মাতি হলিৰ পিঠিত ঐ পাৰিবলৈ ধৰিলে জ'উবিয়ে জ'উবিয়ে তাৰ পিঠিত কিল-ভুকু পৰিবলৈ ধৰিলে। হলিয়ে ৰক্ষাৰ উপায় নেদেখি মৰাভাও ভুৰি পৰিল; চকু চেল খালে। তাকে দেখি সকলোৱে তাক মৰাৰ পৰা বিৰত হ'ল।

অলপ পাচত মদনে সুধিলে: "ভাই অকল পলাল বুলি কলেই নহব। সকলো কথা ভাঙিছিঙি কব লাগে।"

হলিয়ে আকৌ মাৰে বুলি ভয়ত মুখেৰে একো নামাতি পৰিয়েই থাকিল। গোটেইবিলাকে উটা-পুটাকৈ সোধেহে সোধে, হলিয়ে নামাতে। শেহত সিহঁতে আন একো উপায় নেদেখি, পানী একলহ আনি নাকে কাণে ঢালি দিবলৈ মাতি ল'লে; হলি জঁাপ মাৰি উঠিল। তাৰ কাণ্ড দেখি সকলোৱে গিৰ্‌জনি মাৰি হাঁহিবলৈ ধৰিলে। তাৰ পাচত সি নিজৰ নিৰ্দোষিতা প্ৰমাণ কৰিবলৈ এটা গল্পৰ সৃষ্টি কৰিলে, কিন্তু তাৰপৰা বস্তাৰ পলায়নৰ কথা আগতকৈ একো বেছি জনা নগ'ল।

সকলোৱে মিলি চাৰিওফালে বিচাৰিবলৈ ধৰিলে। হাবি, বন, খাৱৈ, জোপোহা, এৰাঘৰ, এৰাখাল পিতপিতকৈ বিচাৰিলে, কিন্তু ক'তো বস্তাৰ গুংসূত্ৰও নোলাল। তেতিয়া মদন সিহঁতৰ ঘাই মন্ত্ৰণাদাতা গোপাল বুঢ়াৰ ঘৰলৈ গ'ল।

মদন যেতিয়া গোপালৰ ঘৰ পালেগৈ তেতিয়া বুঢ়া পাটীত পৰি শুই আছিল, মদন তালৈকে সোমাই গ'ল আৰু বুঢ়াই উস্‌ আস্‌কৈ থকা দেখি সুধিলে "কিহে! দেখোন বেয়াকৈ দীঘল দিছা? কি হ'ল নো আকৌ?"

বুঢ়া : এঁ নকবা দেও, আজি পথাৰৰ পৰা ঘূৰি আহোঁতেই মথা এডাল সোমাই ভৰিটো তেনেই ছুছিটা কৰিলে। বিষত ভৰিদিকে পোৱা নাই।

মদন : এৰা, বোলে "দৰিদ্ৰ লঙ্কালৈ যায়, ছলে ছুটে, বৰলে খায়!"

বুঢ়া : পাচে, সকাম কি?

মদন : কি নো ক'ম! কালি ৰাতি আমি কলৈকো যাবলৈ নহ'ল, দুখে-ভাগৰে আহি শুই থাকিলোঁ। হলিক পঠিয়াই দিলোঁ বস্তাক কিবাকিবি অলপ দি আহিবলৈ। পাচে, সি হেনো দুৱাৰ মেলি ভিতৰ সোমাওঁতেই উজুটি খাই পৰিল আৰু ভিতৰত পৰি থকা জেওৰা এচটাত পৰি হাতটোও কাটিলে। সি বিষত অজেলা হৈ পৰি থাকোঁতেই দুৱাৰ-ঘৰ মাৰি বস্তা পলাল। কেনি গ'ল কি হ'ল সি তাৰ একোকে কব নোৱাৰে। আনকি, ৰাতি-পুৱাও কলীয়াই হে তাক উলিয়াই আনিছে গৈ।

বুঢ়া : পাচে, তোমালোকে বিচাৰ কৰিছিলা জানো?

মদন : বিচাৰ কৰিছিলা বুলি আকৌ সুধিছা হে নে? সেই পুৱাৰ পৰা এতিয়ালৈকে বিচাৰি হাৰবাণ হলোঁ, তেও খোজৰ চিন এটাও দেখা নাপালোঁ। সেই দেখিহে এতিয়া তোমাৰ ওচৰলৈ আহিছোঁ। এতিয়া কি কৰিম, এটা বুধি উলিওৱা। তুমিয়েই হে আমাৰ বুধিৰ থুপুপাক।

বুঢ়া : বাৰু সেইটো ভাৰ মই লওঁ ; তোমালোকে ধুমখুলি বাই মৰিব নালাগে।

মদন : কিবা সন্দেহ পাইছা নে কি?

বুঢ়া : তোমাক বাৰু সেইবোৰ কথা নালাগে; তুমি আন কামলৈকে যোৱা। সেই কামৰ ভাৰ মোৰ ওপৰত থাকিল। কিন্তু হলিয়ে মিছা কথা কৈছে, তাৰ কথা আন এটা হে; সি বিশ্বাস-ঘাতকী।

মদন : কি কথা?

বুঢ়া : এতিয়া মোৰ গা বৰ বেয়া লাগিছে। এতিয়া সেইবোৰ কথা বাৰলৈ দিয়া, পাচে পাছেও ক'ম।

তেতিয়া মদনে ফুলেশ্বৰী সম্পৰ্কীয় কথা-বতৰা আৰু এতিয়া কি কৰিবলৈ পাতিছে, সকলো ভাঙি-ছিঙি ক'লে।

বুঢ়াই কলে: "বাৰু, যি ভাল পোৱা কৰি থকা, কিন্তু গা চাই ফুৰিবা।"

মদনে "বাৰু সেইটো কব নালাগে, কিন্তু ৰত্নাৰ বিষয়ে সকলো ভাৰ তোমাৰ ওপৰতে অৰ্পিলোঁ; কাম সিদ্ধি হ'লে, তোমাক উচিত পুৰস্কাৰ দিম" বুলি কৈ প্ৰস্থান কৰিলে।

এই খিনিতে গোপাল বুঢ়াৰ বিষয়ে দুবাষাৰমান কথা কোৱা বোধ কৰোঁ বেয়া নহয়।

যিটো বুঢ়াই ৰত্নাক পথাৰত পাই আনিছিল, সেই বুঢ়াৰ নামেই গোপাল। গতিকে, ৰত্না এতিয়া সম্পূৰ্ণৰূপে বুঢ়াৰ শাসনৰ তলত। বুঢ়া এটা সামান্য হালোৱা মানুহ আছিল। পিচে মদনৰ লগ পাই তাৰ, প্ৰধান সহায় হৈ উঠে। ক'ত কি পায়, ক'লৈ কেনি সুবিধাজনক বাট-পথ আছে, সেইবোৰৰ দিহা-পোহা কৰি দিয়াটোৱেই বুঢ়াৰ কাম আৰু সেই বাবে মদনৰ পৰা মাজে সময়ে টকাটো মহাটো পাই থাকে। ৰত্নাৰ বিষয়েও এই বুঢ়ায়েই সকলো ঠিক কৰি দিয়ে। সেই দেখিছে ৰত্নাক পথাৰৰ মাজত দেখি আচৰিত হৈছিল।

বুঢ়াৰ পৰিয়ালৰ ভিতৰত ঘৈণীয়েক আৰু এটা পুতেক। ঘৈণীয়েকৰ বিষয়ে কবলগা বেছি একো নাই। কিন্তু এইটো কব লাগিব। যে তেওঁ বৰ মৰমিয়াল মানুহ। পৰৰ দুখ দেখিলে তেওঁৰ চকুলো ওলায় আৰু পৰাপক্ষত গুচাবলৈকো পিচ নোহোঁহকে।

পুতেকৰ নাক শশিকান্ত। বয়স ত্ৰিচ বছৰ, এতিয়াও অবিবাহিত, দেহাৰ গঠন ধুনীয়া, স্বভাব-চৰিত্ৰ ভাল। বাপেকৰ চৰিত্ৰৰ লগত তেওঁৰ চৰিত্ৰ সমূলি নিমিলে। আন কি, সুবিধা পালে তেওঁ বাপেকৰ দুষ্কাৰ্য্যৰ প্ৰতিবাদ নকৰাকৈ নাথাকে। সেই কাৰণে, বাপেকেও পৰাপক্ষত সকলো কাম পুত্ৰৰ অজ্ঞাতসাৰে কৰিবলৈ চেষ্টা কৰে, কিন্তু তেওঁ তলে তলে সকলো জানে। আজি মদন আৰু বাপেকৰ মাজত হোৱা কথা বতৰাও তেওঁ বেৰৰ আঁৰৰ পৰা শুনি আছিল। শুনি থাকি তেওঁ ভাবিবলৈ ধৰিলে: "ই বৰ অন্যায় কথা! বিপদৰ হাত এৰাবৰ মনেৰে এজনে যদি কাৰবাৰ ওচৰত সাহায্য বিচাৰে, তেন্তে প্ৰাণপণ কৰিও তেওঁক ৰক্ষা কৰা উচিত। যদি তাকে নকৰি আশ্ৰিত-জনক আৰু এটা নতুন বিপদত পেলোৱা যায়, তেন্তে সেইটো কিয় মহাপাপ নহব? ঈশ্বৰৰ ৰাজ্যত এনে মহাপাপৰ পৰাচিত নাই নে? যদি ঈশ্বৰ আছে, যদি পৃথিৱীত ধৰ্ম্ম আছে, তেন্তে নিশ্চয় এদিন ইয়াৰ উচিত দণ্ড হ'ব" তাৰ পাচত লাহে লাহে ক'লে: "হায় ৰত্না। তুমি বাঘৰ চোঙৰ পৰা ওলাই সিংহৰ গাতত সোমালাহি। হায়। নিয়তিৰ কুটিল ইচ্ছা! সংসাৰৰ গতি দুবুজা নিৰ্দ্দোষী অবলাৰ এই দশা!"

# দশম অধ্যায়

## উন্মাদিনী

আজি পূৰ্ণিমা তিথি। আকাশৰ পূৰ্ঠ জোনে ৰূপালী কিৰণ ছটিয়াই জগতক আলোকিত কৰিছে; চাৰিওকালে বেৰি তেওঁৰ মুখলৈ চাই তৰাবিলাকে আনন্দত নাচিব লাগিছে, দুই এটাই লাজুকী ছোৱালীৰ দৰে মেঘৰ আঁৰত মুখ লুকুৱাইছে। যদিও

জোনৰ হাঁহিত সকলো হাঁহিছে, তথাপি চকু থাইকৈ তেওঁৰ চেনেহৰ প্ৰণয়িণী ভেঁট পাহিৰ ওপৰত হে আছে। বিৰহিণী ভেঁট ফুলেও দিনটো আঁতৰি থকা হৃদয়ৰ মণি চন্দ্ৰক দেখা পাই, মন মুহিৰৰ মনেৰে হাঁহি হাঁহি ঘনে ঘনে মন-প্ৰাণ-হৰা কটাক্ষ নিক্ষেপ কৰিছে। এনে সময়ত কনকচন্দ্ৰৰ ফুলনি বাৰীত অসংখ্য ধুনীয়া ফুলেৰে পৰিবেষ্টিত হৈ প্ৰস্ফুটিত কমলিনীৰ নিচিনা সৌখনি কাৰ প্ৰতিমা জিলিকি আছে? কাৰ নিৰাশাব্যঞ্জক দীঘলীয়া হুমুনিয়াৰ বা লাগি ফুলবিলাকৰ মুখ মলিন হৈ পৰিছে? ওপৰত অসংখ্য নক্ষত্ৰৰ মাজত চন্দ্ৰৰ আৰু তলত এই অলেখ ক্ষুদ্ৰ ফুলৰ মাজত এই ধুনীয়া মুখৰ গৰাকিনীৰ দেহত কি অপৰূপ সৌন্দৰ্য্যই লীলা কৰিছে! জোনৰ দৰেই তেৰোঁ ওচৰৰ ফুলত চকু দিয়া নাই। তেওঁৰ চকুয়ে কল্পনা-আৰ্চীৰ মাজে দি, কোনোবা দূৰ দেশত থকা কিবা বাঞ্ছিত বস্তুৰ সৌন্দৰ্য্য চাই তৃপ্তি লাভ কৰিছে।

তেওঁ কোন? তেওঁ আমাৰ পৰিচিতা ফুল আইদেউ,—জোনৰ পোহৰত জেউতি চৰা ফুলনিত সোমাই ফুৰ লৈছে। কিবা পুৰণি কথাৰ চোঁ তেওঁৰ মাজত তোলপাৰ লগাই লাহে লাহে দীঘল হুমুনিয়াৰূপে বাহিৰ ওলাইছে; হিয়া উপচি যোৱা মনৰ আবেগ লুকুৱাই ৰাখিব নোৱাৰি, তেওঁ করুণ সুৰেৰে প্ৰকাশ কৰিছে,—"দুৰাশা, দুৰাশা মাথোন, একেবাৰেই দুৰাশা। নাজানি নুশুনি কাম কৰাৰ,—বাওনা হৈ চন্দ্ৰ ধৰিবলৈ হাত মেলাৰ, অৱশ্যে প্ৰতিফল পাব লাগিব। বাৰু একেবাৰে প্ৰাণ গঁপি দিলোঁ, যাৰ নিমিত্তে আজিও এই ভগা শৰীৰ টানি লৈ ফুৰিছোঁ, প্ৰতি মুহূৰ্ত্তে যাৰ দেৱ-প্ৰতিমাক পূজা কৰিছোঁ, তেওঁ কি জানি মোক পাহৰিলেই! উঃ! দিন-ৰাতি একেকুৰা চিন্তাৰ জুই! একেটি চিন্তাৰ প্ৰবল দহন! মোৰ চকুত আকাশ পৃথিৱী সকলোৱেই শূন্য,—যেনি চাওঁ তেনি শূন্য। হায় শান্তি! দুখীয়াৰ নিমিত্তে পৃথিৱীত শান্তি নাই। শান্তিৰ ঠাইত অশান্তিৰ ৰাজত্ব। পূৰ্ণিমাৰ জোনৰ সুধাময় কিৰণ, ফুলৰ মনমোহা গোন্ধ, নৈৰ কুলুকুলুনি এইবোৰ মোৰ মানত কেনে সুখৰ বস্তু আছিল,—কেনে তাপিত হিয়া চেঁচা কৰাৰ সৰ্ব্বোৎকৃষ্ট মহৌষধ আছিল! কিন্তু আজি সেইবোৰ দেখি শুনি, সুখ-শান্তি পোৱা দূৰত থাকোক, হৃদয়ৰ মাজত অশান্তিৰ আলামুখীৰ উদ্ভৱ হৈছে। ইডালৰ পৰা সিডাললৈ জঁপিয়াই জঁপিয়াই পাতৰ মাজত লুকাই কুলিয়ে সুললিত গীত গোৱা শুনিলে, আগেয়ে মোৰ মন কেনেকৈ নাচি উঠিছিল; কিন্তু হায়! আজি সেইবোৰ মোৰ কাণত কঠুৱা গালি যেন হে লাগিছে! গা চেঁচা পেলাই নিয়া মলয়াৰ বাত যেন কিবা বিপদৰ বাতৰি ওপঙি আহিছে। উঃ, অন্তৰৰ বলে নোজোকা চিন্তাৰ বোজাৰ তলত প্ৰাণ অস্থিৰ হৈছে!"

অলপমান বেলি নিতাল মাৰি থাকি আকৌ ভাবিবলৈ ধৰিলে,—"নহয়, ই মোৰ বৰ অন্যায় হৈছে। তেওঁ মোক পাহৰা নাপাহৰাৰ লগত মোৰ মনৰ গতি সলনি হোৱা নিতান্ত অনুচিত। মই নাপাহৰিলেই হ'ল। যদি তেওঁ ভাল পোৱাৰ আশাতেই হে মই ভাল পাওঁ, তেন্তে সি নিস্বাৰ্থ প্ৰেম নহব। মই তেওঁৰ চৰণত এবাৰ মন-প্ৰাণ গঁপি দিলোঁৱেই। গতিকে, এতিয়া তাৰ বিপৰীতে কৰাৰ আৱশ্যক নাই। যদি তেওঁক ইষ্টদেৱতা পাতি তেওঁৰ চৰণত ভক্তি-ফুলেৰে পূজা কৰোঁ, তেন্তে হলেই মোৰ কৰ্ত্তব্য সাধন কৰা হ'ব। নিৰ্ম্মল ভকতি আৰু নিস্বাৰ্থ প্ৰেমেই জগতৰ নিৰ্ভাঁজ পদাৰ্থ।

গতিকে, দান কৰি প্ৰতিদান বিচৰা মোৰ কোনো-মতেই উচিত নহয়।"

এনেতে এজনী মলিন কাপোৰ-কানি পিন্ধা তিৰুতা আহি ফুলনিত সোমাল। তেওঁ চিঞৰি আছিছে,—"সংসাৰ সমূলি অসাৰ। ইয়াত ধৰ্ম নাই, ধাৰ্মিকৰ সুখ নাই; ৰজাৰ অট্টালিকা, ধনীৰ ধনৰ ভঁৰাল তেনেই মিছা,—মৰিশালি—গোটেই সংসাৰ মৰিশালি। ইয়াত অধৰ্মৰ ৰাজত্ব, পাপীৰ সুখ আৰু পাপকাৰ্য্য সকলোৰে আদৰণীয়। যি চোৰ, লোকৰ ঘৰ-বস্তু কাঢ়ি-টুঁহি নিয়াটোৱেই যাৰ কাম, যি মাকৰ বুকুৰপৰা সন্তান কাঢ়ি নিব পাৰে, যাৰ হিয়া লোহাৰ নিচিনা কঠিন, তাৰ সুখ। যি কাৰো কুটা এগছো কাহানিও তুলি নলয়, যি পৰা পক্ষত পৰৰ উপকাৰ কৰিবলৈ পাচ নোহোঁহকে তাৰ সুখ নাই, তাৰ পদে পদে বিপদ, পদে পদে শত্ৰু। সেই হে মানুহে ঈশ্বৰক কণা বোলে। বাস্তৱতে বিধতা কণা।—"

ফুলে একেবাৰে এই অদ্ভুত ধৰণৰ তিৰুতা-জনীলৈ চাই থাকি সুধিলে:—"আপুনি কোন? কিয় সংসাৰৰ আৰু ইয়াৰ স্ৰষ্টোতাৰ ওপৰত ইমান খং। কোনোবা শত্ৰুৱে আপোনাৰ কিবা চেনেহৰ বস্তু কাঢ়ি নিলে নে কি? আপুনি ঈশ্বৰৰ ওপৰত দোষ নিদিব, ঈশ্বৰ নিৰপেক্ষ। তেওঁ সকলোৰে পাপ-পুণ্য দেখি আছে। কাপোৰৰ মাজৰ জুইৰ জিবিঙনি লাহে লাহে জ্বলি উঠা দি, পাপীৰ অন্তৰো সময়ত পাপজুয়ে পুৰি ছাই কৰিব। যদি আপোনাৰ কিবা বিপদ—।"

তিৰুতা কিবা বিপদ!—মোৰ যি বিপদ, যি কষ্ট, যেনে বেজাৰ, তাক কোনোবাই ভুগিবলৈ পাইছে নে নাই, সন্দেহ। পাপাত্মাইঁতে মোৰ জনম-সৰ্বস্ব, চকুৰ মণিটি কাঢ়ি নিলে; সেই কাৰণে, আজি মই কণা! আইদেউ! পলম নকৰিবা, তুমি সোন-কালে পলোৱাঁ। নহলে যদি তোমাৰ কোনোবা আছে তেন্তে তেৰোঁ মোৰ নিচিনা হ'ব। পলম নকৰিবা আইদেউ এক্ষন্তেকৰ পলম কৰিলেই বিপদত পৰিবা। এতিয়াও পলাবৰ সময় আছে। মোৰ কথা পাগলীৰ কথা বুলি দলিয়াই নেপেলাবা। সঁচাকৈয়ে মই উন্মাদিনী; কিন্তু এতিয়া যি কেবাৰ কথা ক'লো, সি বলিয়াৰ প্ৰলাপ নহয়; মই জানি-শুনিহে কৈছোঁ। আইদেউ! মোৰ কথা শুনা। এতিলো ন'বৈ এতিয়াই ইয়াৰ পৰা আঁতৰ হোৱাঁ। নহলে পাচে অনুতাপ কৰিব লাগিব।

ফুল: আপুনি কি অশুভ বাতৰি পাইছে, কওক-চোন।

"সোনকালে আঁতৰ হোৱাঁ, নহলে বিপদত পৰিবা" বুলি কৈ উন্মাদিনী তৎক্ষণাত উৰি যোৱা চৰাইৰ দৰে কেনিবা গুচি গ'ল।

ফুলে সেইবোৰ কথাৰ একো মূৰ ধৰিব নোৱাৰিলে; ক'ৰবাৰ পাগলীয়ে কিবা বলকি গুচি গ'ল বুলি ভাবি মনে মনে থাকিল। এনেতে মানুহ-জনী আকৌ ঘূৰি আহি ক'বলৈ ধৰিলে:—"আই-দেউ। তুমি এতিয়াও যোৱা নাই? মোৰ কথা অবিশ্বাস কৰিছা? মই সঁচাকৈয়ে কৈছোঁ, তোমাৰ বিপদ অতি ওচৰত। সোৱা নৈ লৈ চোৱাঁচোন।"

বাস্তৱতে, নৈৰ শতসহস্ৰ ঢৌৰ বাধাবিঘিনি অতিক্ৰম কৰি এখন নাও ফুলে পানী অনা ঘাটত লাগিলহি। দেখিয়েই পাগলীৰ কথা সঁচা বুলি ফুলে ঘৰৰ ফাললৈ লৰ মাৰিলে। কিন্তু হায়! কেউফালে বিপদ। তেওঁ চাৰি খোজমান যাওঁ-তেই এটা মানুহে পাছৰ পৰা জাঁপ মাৰি ধৰি

আগ ভেটি ধৰিলে। "নৰাধম, সাৱধান! তই সতীৰ দেহ স্পৰ্শ নকৰিবি।" এই বুলিয়েই পাগলীয়ে কাপোৰৰ তলত লুকুৱাই থোৱা কটাৰী এখন উলিয়াই ফুলৰ আক্ৰমণকাৰীটোৰ বুকুত বহুৱাই দিলে আৰু নিমিষৰ ভিতৰতে অদৃশ্য হ'ল। ফুলে বিচুৰ্ত্তি হৈ আকৌ লৰ মাৰিব খোজোঁতেই আৰু এটা মানুহ গছৰ পৰা জঁাপ মাৰি পৰি তেওঁক গৰা মাৰি ধৰিলে।

পাঠক সকলক বোধ কৰোঁ নকলেও হব যে এই দুটা মানুহ আমাৰ চিনাকি মদন আৰু মেহেন্তা? মদন গোপালৰ ঘৰৰ পৰা অহাৰ পাচত সিহঁত দুয়ো ফুলৰ উদ্দেশ্যে যাত্ৰা কৰে আৰু দুজনক নাও লৈ আহিবলৈ কয়। তাৰ পাচত সিহঁত আহি কনকৰ ফুলনিত সোমাই গছৰ-ডালত বহি নাওলৈ অপেক্ষা কৰি থাকে। নৈৰ ঘাটত দেখা খন সিহঁতৰেই নাও। নাও অহাৰ পাচত ফুলক ধৰিবলৈ গৈ পাগলীৰ হাতত প্ৰাণ শোধোৱাটোৱেই মেহেন্তা।

মদনে ধৰাৰ পাচত ফুল দুবাৰমান চিঞৰি অচেতন হৈ পৰিল। মদনে তেওঁক বোকোচাকৈ লৈ আহি নাৱত তুলি দি লৰালৰিকৈ নাও মেলি দিলে। কাঁৰ যোৱা দি নাও ভটিয়াই যাবলৈ ধৰিলে।

## একাদশ অধ্যায়

### "চোৰক মোৰে পালে"

মাজ নিশা হৈছে। সকলো মানুহে ভাত-পানী খাই, শুই নিঃপালি দিছে। জগত নিস্তব্ধ,—ক'তো মানুহৰ মাত এটিও শুনিবলৈ নাই। আন কি, এটি গছৰ পাতো লৰা নাই। মাথোন গছৰ ডালত পৰি থকা জোনাকই সময়ে সময়ে কঁহুৱা মাজেদি গভীৰ ৰাতিক আৰু গভীৰ কৰি তুলিছে। শিয়াল-বাঘ আদিয়ে গৰু ছাগলী আদি বনৰীয়া জন্তু খাবৰ মনেৰে ডাঠ হাবিৰ মাজৰ পৰা লাহে লাহে মুকলিলৈ ওলাইছে আৰু বাটত দুয়োৰে দেখা-দেখি হ'লত শিয়ালে "কেউ, কেউকৈ" বাঘ অহাৰ জাননী দিছে। চোৰ-ডকাইত আদিয়েও সিহঁতৰ উপযুক্ত সময় অহা দেখি, জোলোঙা-জুপুৰি বান্ধি বাহিৰ ওলাইছে। সুযোগ পাই পদ্মকান্তও বস্তাৰ ওচৰলৈ গ'ল।

মদন আৰু বাপেকৰ কথা-বতৰা শুনি পদ্মই দিনতে বস্তাক সাৱধান কৰিবলৈ ইচ্ছা কৰিছিল; কিন্তু সুবিধাৰ অভাৱত সেই কাম ৰাতিলৈ থৈ দিবলৈ বাধ্য হৈছিল।

বস্তাই দস্যুৰ হাতৰ পৰা সাৰিলোঁ বুলি ভাবি আজি দুদিনৰ হাৰণ পুৰাই নিশ্চিন্ত মনে শুই আছে। ওচৰতে এটা সৰিয়হৰ তেলৰ চাকি লাহে লাহে জ্বলি আছে। সেই চাকিৰ পোহৰত বস্তাৰ মুখমণ্ডল দুগুণ-কৈ উজ্জ্বল হৈ উঠিছে। আহা! কি মনোহাৰিণী মূৰ্ত্তি! কি সুন্দৰ নাক-মুখৰ গঠন! কেউকাষলৈ সিচৰতি হৈ পৰি থকা চুলিটাৰীয়েই বা কেনে শোভা ধৰিছে! ঠোঁপনিত অৰ্দ্ধোন্মুক্ত বক্ষস্থলত কি অনিন্দনীয় সৌন্দৰ্য্যই লীলা কৰিছে! পদ্মকান্ত বস্তাৰ সেই অনাবৃত ৰূপ দেখি মোহিত হ'ল, একেবাৰে চাবলৈ ধৰিলে। চাই মানে যেন তেওঁৰ হেপাহ নপলায়। তেওঁ যেন সদায় চকুৰ আগতে ৰাখি দিনে-ৰাতিয়ে চায়েই থাকিব। তেওঁ প্ৰথমেই বস্তাক জগাবলৈ চাপি গ'ল; কিন্তু পাচৰ মুহূৰ্ত্তত তাৰ সলনি হ'ল। মনে মনে ভাবিলে,—জানোচা হিতে বিপৰীত ঘটায়? এই বুলি তেওঁ মুখেৰে একো নামাতি, বস্তাৰ ওচৰতে বহি তেওঁৰ

সৌন্দৰ্য্য অমিয়া পান কৰিবলৈ লাগিল।

অলপ পাচত বন্তাই কৈ উঠিল :—"প্ৰভু! মই অপাৰ সমুদ্ৰত পৰি ডুব যাওঁ। কৃপা কৰি এই মহা বিপদৰ পৰা উদ্ধাৰ কৰোক।"

বন্তাই সপোন দেখিছিল। তেওঁ দেখিছিল,—ভৰলী নৈখন কেনে-কোটাকাৰে ওফন্দি আহি লাহে লাহে গাওঁ-ভূঁই ডুব নিয়ালে। গোটেই দেশ একেবাৰেই অপাৰ সমুদ্ৰৰং হৈ পৰিল। তেওঁ যেন শুই আছিল, অকস্মাৎ পানীয়ে উটুৱাই লৈ গ'ল। তেওঁ নিৰুপায় হৈ কায়মনোবাক্যে ঈশ্বৰৰ চৰণ চিন্তিবলৈ ধৰিলে। ঈশ্বৰো যেন তেওঁৰ কাতৰোক্তিত তুষ্ট হ'ল। তেওঁ সন্মুখত এডাল উটি অহা গছ দেখা পাই তাতে ধৰি প্ৰাণ ৰক্ষা কৰিলে। কিন্তু পাচ মুহূৰ্ত্তকে তেওঁৰ জীৱন আকৌ সঙ্কটাপন্ন হ'ল, গছ ডাল এটা চাকত সোমাই ডুব গ'ল। তেতিয়া তেওঁ হোলোকা-হোলোকে পানী খাবলৈ ধৰিলে। জীৱ যাওঁ যাওঁ হৈছে, এনেতে এজন অপৰিচিত ডেকা তেওঁৰ কাললৈ এখন নাও লৈ অহা দেখা পালে। নাওখন দেখি তেওঁ চিঞৰি চিঞৰি কবলৈ ধৰিলে :—"প্ৰভু! মই অপাৰ সমুদ্ৰত পৰি ডুব যাওঁ। কৃপা কৰি এই মহা বিপদৰ পৰা উদ্ধাৰ কৰোক।"

বন্তাৰ টোপনি ভাঙিল। আগতে পদ্মকান্তক দেখা পালে। আচৰিত, ভীত আৰু লজ্জিত হৈ ডুমমূৰ কৰিলে।

পদ্মকান্তও অতিকৈ আচৰিত হ'ল। কিয়নো, তেওঁ বন্তাৰ কথাকেবাৰ স্পষ্টকৈ শুনিবলৈ পাইছিল। তেওঁ সচকিত নেত্ৰে বন্তালৈ চাই থাকি মাত লগালে —"বন্তা!"

বন্তাই চকু-মুখ মোহাৰি ৰ-লাগি পদ্মলৈ চাবলৈ ধৰিলে। এতিয়াও তেওঁৰ টোপনিৰ জ্বাল মৰা নাই। সেই কাৰণে, দিনত পদ্মক দেখিছিল যদিও, এতিয়া তেওঁ চিনিব নোৱাৰিলে। তেওঁ ভাবিলে,—"এওঁ কোন? কি কাৰণত এই মাজনিশা মোৰ ওচৰলৈ আহিছে? নিশ্চয় মনত কিবা কু অভিপ্ৰায় আছে।" তাৰ পাচত বুকত সাহ বান্ধি তেওঁলৈ চাই থাকিবলৈ ধৰিলে।

পদ্মই আকৌ মাত লগালে :—"বন্তা, নামাতা কিয় বন্তা?" বন্তাই এইবাৰ পদ্মকান্তক চিনি পালে। কিন্তু তেওঁৰ মনৰ ভাব বুজিব নোৱাৰি মনে মনে থাকিল।

বন্তাক নীৰৱ দেখি পদ্মই ক'বলৈ ধৰিলে :—"বন্তা তুমি ভয় নকৰিবা। মোৰ পৰা তোমাৰ তিলমাত্ৰও অপকাৰ নহয়, বৰং মোৰ কথা শুনিলে তোমাৰ উপকাৰ হে হ'ব। তুমি চাগৈ মোক ইয়াত দেখি মোৰ স্বভাৱৰ ওপৰত সন্দেহ কৰিছা। অৱশ্যে, এনে সময়ত সকলোৰে তেনে ঘটা তো অৱশ্যম্ভাবী। কিন্তু আচলতে, মই তোমাৰ উপকাৰৰ নিমিত্তে হে ইয়ালৈ আহিছোঁ।"

বন্তাই পদ্মৰ কথাত বিশ্বাস কৰিব নোৱাৰিলে। কিয়নো, তেওঁৰ মনত মদনৰ দুষ্ট স্বভাৱৰ কথা দকৈ বহিছিল। তেওঁ মুখেৰে একো নামাতি পদ্মৰ কাললৈ চাবলৈ ধৰিলে।

পদ্মই কবলৈ ধৰিলে :—"মই বুজিছোঁ, তুমি মোৰ কথা পতিয়াব পৰা নাই। কিন্তু মই চন্দ্ৰ, সূৰ্য্য, বায়ু, বৰুণ আৰু আই বসুমতী সকলোকে সাক্ষী কৰি কৈছোঁ, মোৰ পৰা তোমাৰ এক ৰত্তিমানো হানি নহয়। মই তোমাক এটা বিপদৰ বাতৰি কবলৈ আহিছোঁ। তুমি মোৰ কথা শুনা, আৰু যদি সেই বিপদৰ পৰা ৰক্ষা পাব খোজা, তেন্তে মোৰ অনুৰ

ভয়, লাজ—একো নকৰিবা।

ৰত্নাই পদ্মকান্তক দেখি সঁচাকৈয়ে ভয় খাইছিল। তেওঁ জানিছিল যে মাজ নিশা একন ডেকা মানুহ সোমাই অহাত অৱশ্যে কিবা দুৰভিসন্ধি আছে। কিন্তু এতিয়া তেওঁৰ কথা শুনি সেই ভয় কিছু পৰিমাণে পাতলিল; একেবাৰে পদ্মলৈ চাবলৈ ধৰিলে।

পদ্মই আকৌ কবলৈ ধৰিলে:—"ৰত্না! তুমি ভাবিছা যে, তুমি দস্যুৰ হাতৰ পৰা সাৰিলা। কিন্তু প্ৰকৃত পক্ষে সেইটো হোৱা নাই,—তুমি এতিয়াও আপদৰ হাত সাৰিব পৰা নাই। বাঘৰ হাতৰ পৰা এৰাই আহি তুমি সিংহৰ গাঁতত সোমাইছা। এতিয়াও সময় আছে। সাৰিব খোজা যদি, পলম নকৰিবা, এতিয়াই পলোৱা।"

ৰত্নাই পদ্মৰ কথা একো বুজিব নোৱাৰিলে। কঁপি কঁপি ক'লে—"ডাঙৰীয়া! আপুনি কি ওচৰ চপা বিপদৰ কথা কৈছে, মই বুজিব পৰা নাই। অনুগ্ৰহ কৰি কথাটো অলপ ভালকৈ বুজাই দিয়ক।"

পদ্ম : তুমি অৱশ্যে বুজিব পৰা নাই; বাৰু মই তোমাক ভাঙি কওঁ। তুমি যি পশুহঁতৰ হাতৰ পৰা পলাই আহিছা, পিতাদেৱো তাবে একন। গতিকে, তুমি, এক মুহূৰ্ত্তও পলম নকৰি এতিয়াই পলোৱা। নহলে, ৰাতিটো গলে তুমি সৰা টান হব, আকৌ সেই পশুহঁতৰ হাতত পৰিবা। তুমি মোৰ কথাত অবিশ্বাস নকৰিবা, পলাবলৈ কাৰবাৰ কৰা।

ৰত্না অত্যন্ত ব্যাকুল হৈ উঠিল, গোটেই গা কঁপিবলৈ ধৰিলে, কলৈ যাব, কি কৰিব একো থিৰ কৰিব নোৱাৰি, একেবাৰেই বিমোৰ হৈ পৰিল। সৰসৰকৈ চকু-লো বৰবলৈ ধৰিলে। তাকে দেখি পদ্মই ক'লে:—"ৰত্না! তোমাৰ চকুৰ পানীয়ে তোমাক ৰক্ষা কৰিব নোৱাৰে। এতিয়া ভাবি-গুণি থাকিবৰ সময় নহয়।"

ৰত্নাই চকু-লো মচি মচি ক'লে:—"আপুনি যাবলৈ কৈছে হয়, কিন্তু এই দুপৰ ৰাতি অন্ধকাৰ অৱস্থাত এই হতভাগিনী অকলে অকলে কলৈ যাব! এতিয়া মোৰ কৰিবলৈ একো নাই। একমাত্ৰ ৰক্ষাৰ উপায়—এই কটাৰীখন।" এই বুলি ৰত্নাই কাপোৰৰ তলৰ পৰা কটাৰীখন উলিয়াই, জোতাল আগটো বুকলৈ টোঁৱাই দাঙি ধৰিলে। (ৰত্নাই সকলো সময়তে আনকি, শোওঁতেও কটাৰীখন লগতে ৰাখিছিল।) কটাৰী দঙা দেখি পদ্মকান্তই বুজিলে যে ৰত্নাই আত্মহত্যা কৰিব খুজিছে। তেওঁ "ৰত্না! কি কৰিব খুজিছা তুমি?" বুলি ৰত্নাৰ হাতত খাপ মাৰি ধৰিলে। ৰত্না বিমোৰ হৈ ৰ'ল। পদ্মই ৰত্নাৰ হাতত ধৰা অৱস্থাতে থাকি ক'বলৈ ধৰিলে:—"ছি! ৰত্না! তোমাৰ অন্তঃকৰণ ইমান দুৰ্ব্বল নে? তুমি আত্মহত্যা কৰিব খোজা?"

ৰত্না : নিৰাশ্ৰয়া অবলাৰ অন্তঃকৰণ সঁচাকৈয়ে দুৰ্ব্বল। কিন্তু মই যে এই কেইদিন ধৈৰ্য্য ধৰি আছিলোঁ, সেই বাবেই মই মোৰ অন্তঃকৰণ বলী বুলিছে ভাবিছোঁ। এতিয়া আপুনি মোক পলাবলৈ কৈছে, কিন্তু অকলৈ ক'লৈ যাম?

পদ্ম : তোমাক নো এতিয়া ক'ৰ লগৰীয়া দিম? যদি সন্দেহ নকৰা, তেন্তে মরে তোমাৰ সহায় স্বৰূপে লগত যাব পাৰোঁ।

ৰত্নাই মনে মনে ভাবিলে,—"সেয়ে হওক। কিয়নো, কটাৰীখন হাতত থাকোঁতে কোনেও একো অত্যাচাৰ কৰিব পৰা নাই। কিবা বিপদৰ আশঙ্কা

হলে আপোনঘাতী হ'ম।" কুটাই ক'লে:—"আপোনাৰ ওপৰত সন্দেহ কৰিবলৈ একো কাৰণ নাই।"

"বাৰু তেনেহলে মই তোমাৰ লগৰীয়া হলোঁ," এই বুলি পদ্ম ভিতৰলৈ সোমাই গ'ল। অলপ পাচতে এটি টোপোলা আৰু এখন দাবে সৈতে ওলাই আহিল; ৰত্নাও যাবলৈ সাজু হ'ল। তেতিয়া দুয়ো কোবাকুবিকৈ পূব-মুৱাহৈ যাবলৈ ধৰিলে।

কিছুমান বাট যোৱাৰ পাচত থমকা খাই বৈ ৰত্নাই সুধিলে:—"পাচে আপুনি নো মোক ক'লৈ নিব খুজিছে?"

পদ্ম : মোৰ ইচ্ছা তোমাক যেনে তেনে প্ৰকাৰে ঘৰত থৈ আহোঁ।

ৰত্না : আপুনি মোৰ ঘৰ কেনেকৈ চিনিব?

পদ্ম : তুমিতো চিনি পাবা।

ৰত্না : মই কেনেকৈ চিনিম? গাভৰু ছোৱালীয়ে নিজৰ মজিয়া, ঢেকীশাল, শোৱাঠাই, আৰু মাজে সময়ে পানী আনিবলৈ যাওঁতে দেখা বাটৰ বাহিৰে আন ঠাই কেনেকৈ চিনিব? মোক কোন বাটে ক'লৈ আনিছিল, মোৰ ঘৰ বা কোনফালে আছে মই তাৰ একোকে ক'ব নোৱাৰোঁ।

পদ্ম : তোমাৰ ঘৰ ভৰলীৰ ইপাৰে নে সিপাৰে?

ৰত্না : সিপাৰে। কিয়নো, মোৰ মনত আছে, সিহঁতে মোক আনোতে নৈ পাৰকৈ আনিছিল।

পদ্ম : যেনে তেনে মানুহক সুধি পুছি উলিয়াব লাগিব।

এনেতে কেইটামান মানুহৰ পদশব্দ আৰু কথাবতৰা শুনা গ'ল। তেওঁলোকে স্থিৰ কৰ্ণেৰে শুনিবলৈ ধৰিলে।—ইকি! তাৰ লগে লগে কোনোবা বিপদীয়া তিৰুতাৰ কৰুণ ক্ৰন্দনধ্বনি আৰু কোনোবা মানুহৰ কঠোৰ কণ্ঠস্বৰ। পদ্মকান্তই বুজিলে দস্যুহঁতে যে দিনতে কোনোবা গাভৰুক ধৰি আনিবলৈ আলচ পাতিছিল, এতিয়া সেই ঘটনাই উপস্থিত। তেওঁ ৰত্নাক "ইয়াতে এখন্তেক ৰ'বা" বুলি কৈ, ঘৰৰ পৰা লৈ অহা দীঘল দাখন দাঙি লৈ, যি ফালৰ পৰা শব্দ আহিছিল সেই ফাললৈ খেদা মাৰি গ'ল আৰু চিঞৰি চিঞৰি ক'লে,—"নৰাধমহঁত! কাৰ আয়ুস চাপিছে? কোন দুৰাত্মাই অবলা ৰমণীৰ ওপৰত অত্যাচাৰ কৰি, নিজেই নিজৰ মহামাৰি চিন্তিছে? সাৱধান।"

হঠাৎ কেইটামান মানুহ লৰ মৰাৰ দৰে শব্দ হ'ল। তাৰ পাচত গোটেইখন নীৰৱ। পদ্মকান্তই বিচাৰি বিচাৰি কাকো ক'তো দেখা নাপালে। মূঠেই বাটৰ দাঁতিত এখন দোলা পৰি থকা দেখিলে। তেওঁ ঠিক কৰিলে যে সেই দোলাতে তুলি কোনোবা তিৰুতাক দস্যুহঁতে আনিছিল। কিন্তু এইটোহে আচৰিত কথা যে সিহঁত একেবাৰেই অন্তৰ্ধান হ'ল। পদ্মকান্তই বহুত বেলি বিচাৰি বিফল মনোৰথ হৈ ৰত্নাক থৈ যোৱা ঠাইলৈ উভতি আহিল। কিন্তু সৰ্ব্বনাশ। ৰত্নাও নাই।

## দ্বাদশ অধ্যায়

### অনুসন্ধান

পদ্মকান্ত এতিয়া মহা বিপোৰত পৰিল। তেওঁ কি কৰিব, কি নকৰিব একো ঠিক কৰিব নোৱাৰি ভাবিবলৈ ধৰিলে। কিন্তু উভয় সঙ্কট। তেওঁ কাক বিচাৰিব? ৰত্নাক বিচাৰিব নে দুখা দোলাৰ অভ

অনুসন্ধান কৰিব ? পুবে যাব নে পশ্চিমে যাব ? বিছিয়াই মাতিব নে নীৰৱে বিচাৰিব ? বাস্তৱতে, সৰহীয়া বিপদত পৰিলে মানুহৰ এনে দশাই হয়। বহুত বেলি ভবাৰ পাচত তেওঁ বস্তাক বিচাৰিবলৈ ধৰিলে। কিন্তু বস্তা এন্ধাৰেৰে সৈতে মিহলি হৈ ক'ত লয় পালে, তাক কোনে জানে ? পদ্মই হাবি ভাঙি ভাঙি পিতপিতকৈ বিচাৰিবলৈ ধৰিলে। কোনো ঠাইত বগা হৈ থকা গছৰ মূঢ়া, কোনো ঠাইত কাটি থোৱা গছৰ ডালৰ শুকান পাত দেখি তেওঁ মনত ভাবে,—এয়ে বস্তা ; কিন্তু ওচৰ চাপি নিৰাশ হয়। এইদৰে নীৰৱে বহুত বেলি বিচাৰিও বস্তাক নাপাই তেওঁ বিছিয়াবলৈ ধৰিলে। সেই বিছি দূৰদূৰান্তৰ লতাকুঞ্জত প্ৰতিধ্বনিত হবলৈ ধৰিলে। তেওঁ ভাবিলে,—বস্তাই মাতিছে। বেগা-বেগিকৈ সেই ফাললৈ খোজ ল'লে ; কিছুমান বাট গৈ কেনি মাত শুনিছিল ঠিক কৰিব নোৱাৰি আকৌ মাতিবলৈ ধৰিলে। আকৌ আন একালে প্ৰতিধ্বনিত হ'ল ; আকৌ তেওঁ সেইফালে বিচাৰিবলৈ ধৰিলে। এইদৰে, কেউফালে বস্তাক বিচাৰি তেওঁ হায়ৰাণ হ'ল, কিন্তু বস্তা ক'তো নোলাল। সামৰশেষত তেওঁ ভাগৰত ক্লান্ত হৈ এজোপা গছৰ তলত বহি ৰাতি পুৱালৈ অপেক্ষা কৰি ৰ'ল ; নানা প্ৰকাৰ চিন্তা ভাবনাই তেওঁৰ মন উথল-পুথল লগাই পেলালে। পদ্মই ভাবিবলৈ ধৰিলে—"এই সংসাৰখন এটি ভাও-নাৰ ঘৰ ; নদ-নদী, পৰ্ব্বত-সাগৰ, বন-উপবন, দিন-ৰাতি আদি ইয়াৰ একো একোখন চিত্ৰিত পট। মানুহ-গৰু, হাতী-ঘোঁৰা, বান্দৰ-ভালুক, কুকুৰ-মেকুৰী কীট-পতঙ্গ আদি ভাৱনীয়াবৃন্দই সততে এই ভাওনা ঘৰত ভাও দিব লাগিছে। এই অভিনয় অনন্তকাল চলি থাকিব, ইয়াৰ যৱনিকাৰ পতন নহয়। জাল-জুৱাচুৰি, অন্যায়-অধৰ্ম্ম, কপটতা-কুটিলতা, মিছা-বেশ্যা প্ৰভৃতি লৈয়েই এই নাটকৰ প্ৰধান প্ৰধান অংশ গঠিত। ইয়াত বলীৰ নিমিত্তে সোণৰ সিংহাসন সজোৱা, দুৰ্ব্বলৰ নিমিত্তে ভুখৰি পীৰা এডোখৰো নাই। বুধিয়কে দায় লগায়, নিৰ্ব্বোধে শাস্তি ভোগ কৰে। চোৰে চুৰ কৰি ধন-ঐশ্বৰ্য্যৰ গৰাকী হৈ মহাসুখে খায়।

বহুতে কান্ধত জোলোঙা লৈ পদূলিয়ে পদূলিয়ে ফুৰিব লগাত পৰে। ধনীয়ে দৰিদ্ৰৰ ওপৰত অত্যা-চাৰ কৰি ধনবস্তু কাঢ়ি নিয়ে। তাত সি মুখ ৰজাব নোৱাৰে ; সেয়ে হ'লে তাৰ গুৰুতৰ শাস্তিৰ দিহা হ'ব। ইয়াত আলহীয়ে পকামৃত ভুঞ্জিবলৈ পায়, গৃহস্থ দাঁত চেলাই পৰি থাকে। প্ৰবঞ্চক, কপটী, চোৰ-ডকাইতৰ সুখ, ধাৰ্ম্মিক চিৰদুখী। সংসাৰৰ নিয়মেই এনে। পৰম ধাৰ্ম্মিক যুধিষ্ঠিৰ ৰজাই জীৱনৰ ভিতৰত এদিনলৈকো সুখ লভিব নোৱাৰিলে ; চিৰ-দিন চকু-লো টোকোঁতেই গ'ল। বলী ৰজাই ধৰ্ম্মৰ পৰা নিপিছলাৰ বাবেই পাতালত বন্দী হ'ল। মহাসতী সীতাদেৱীয়ে জীৱনৰ ভিতৰত সুখৰ মুখ নেদেখিলে। গতিকে, এইটো ধুৰুপ যে, পৃথিৱীত ধাৰ্ম্মিকৰ, সাধ্বী-সতীৰ সুখ নাই।

"আক মনুষ্য জীৱন ! তই অতি অসাৰ। কিয় আহ, কিয় যাৱ, কিয় দুদিনৰ নিমিত্তে টৌটুক মায়া কাঁচ লগাই কলপ-জলপকৈ ফুৰ ? সংসাৰৰ ভিতৰত ক'ৰবাত কিবা এটি ভাল বস্তু দেখিলে তই থিৰেৰে ৰ'ব নোৱাৰ, তত্তালিকে তাক লাভ কৰিবলৈ ব্যগ্ৰ হয়। আকৌ কিবা বিপদৰ আগজাক দেখিলে ভয়ত কোঁচ খাৱ। সুখৰ আগমন দেখিলে আনন্দত মতলীয়া হয়, দুখত পৰা যেন দেখিলে ব্যাকুল হৈ পৰা। কিন্তু তই এবাৰো ভাবি চাইনে সুখ কি,

দুখ কি? ভাল কেনেকুৱা,? বেয়া কেনেকুৱা? তই দিনে বাতিয়ে মোৰ মোৰকৈ কতনাক স্যাবটি ধৰ, কতনাৰ মিলনত আনন্দাশ্রু টোক, কতনাৰ হাতত নিজক সঁপি দিয়, কিন্তু কেতিয়াবা ভুলতো তোৰ নিজৰ অস্তিত্বৰ বিষয়ে ভাবি চাৱনে? তই তোৰ ইচ্ছা পূৰণৰ সুবিধা পালে আন কি, সৃষ্টিকৰ্ত্তাৰ বন্ধা নিয়মৰো বিপৰীতে চলিবলৈ পাচ হোঁহক নে? যদি তই ভূত-ভবিষ্যত একো নাভাবি, বৰ্ত্তমানৰ ক্ষন্তেকীয়া অসাৰ মায়াতেই বান্ধ খাই কাৰ্য্য কৰ, তেন্তে আন আন পশু-পক্ষীৰ জীৱনতকৈ তই কেনেকৈ শ্ৰেষ্ঠ বোলাৱ? ধিক তই! ধিক তোৰ অহঙ্কাৰ!!

হায়! এই অসাৰ সংসাৰত অসাৰ মনুষ্য-জীৱন ধৰি টেটুত অসাৰ মায়াজোল লগাই, অসাৰ সুখৰ আশাত ওলোম-খোলোম হৈ কতনাই নিজ কুল-মান পৰিত্যাগ কৰিছে, কতই কত মহাপাপ আচৰিছে! কিন্তু কাৰো বুজিবৰ সাধ্য হোৱা নাই, কি মহাভুলত পৰিছে? এই মহাভুলত পৰাৰ কাৰণেই সংসাৰ বিবিধ জাতীয় ঘৃণিত প্ৰাণীৰ লীলাস্থলী হৈ উঠিছে। হায়! যদি মানুহে নিজৰ এই ভুল বুজিব পাৰিলেহেঁতেন। যদি এই ভুল বুজি সংশোধন কৰিলেহেঁতেন তেনেহলে এই পৃথিৱীত কেনে শান্তিয়ে বিৰাজ কৰিলেহেঁতেন! নিষ্ঠুৰতা, কপটা, প্ৰবঞ্চনা, ঘৃণা ভয় আদিৰ বজ্ৰ-ক্ষুৰিত কি শোভাৰে সৈতে দয়া, ক্ষমা, শান্তি, সুখ প্ৰভৃতিয়ে দেখা দিলেহেঁতেন! কিন্তু মোহান্ধ মানৱ, বুজিও নুবুজে, দেখিও নেদেখে। বাস্তৱতে, চকু থাকি কাণত পৰা মানৱজাতিৰ দোষতেই হে এই সংসাৰ মৰুভূমিত পৰিণত হৈছে।

"ফুল ফুলিছে, তাৰ গোন্ধে চৌদিশ আমোদমোদ কৰিছে। সেই গোন্ধত মজিয়া হৈ কলীয়া ভোমোৰাই গুন্ গুন্ গীত গাই সোঁ চুমিছে। তাত উভয়ৰে-সুখ ফুলৰো সুখ ভোমোৰাৰো সন্তোষ! ই এটা স্বাভাৱিক ধৰ্ম্ম। কিন্তু এজনৰ বুকুৰপৰা এটি বস্তু কাঢ়ি লৈ গৈ দুখৰ পুখুৰীত জুবুৰিয়াই পেলোৱা মানুহৰ কেনে ধৰ্ম্ম? ইয়াত অপহৃত আৰু অপহাৰকৰ বাসনাৰ গতি সম্পূৰ্ণ বিপৰীত। তেনেস্থলত মনুষ্য জীৱন কোন গুণত শ্ৰেষ্ঠ?

"এই সংসাৰত মই এটা কি বস্তু? অপাৰ সমুদ্ৰৰ অপাৰ জলৰাশিৰ মাজত মই এটা ক্ষুদ্ৰ কণিকা! মোৰ অস্তিত্বই বা কি! মোৰ অৱস্থিতিয়েই বা কি? তেনে স্থলত মোৰ ইচ্ছা কেনেকৈ পূৰ্ণ হব? পূৰ্ণ হব জগৎ-নিয়ন্তাৰ ইচ্ছা। মোৰ কি সাধ্য যে তেওঁৰ ইচ্ছাৰ প্ৰতিকূলে বাট লওঁ! মোতকৈ লক্ষগুণে ডাঙৰ কত জীৱই সংসাৰ-চক্ৰৰ পাক-ঘূৰণিত পৰি লাল কাল হৈছে! তেনেহলে মোৰ এই ক্ষুদ্ৰ শক্তিৰে কেনেকৈ সংসাৰ ৰণৰ থলীত আগুৱাবলৈ সমৰ্থ হ'ম? সংসাৰৰ অধিপতি, জীৱন নৌকাৰ গুৰিয়াল, জগৎ নিয়ন্তাৰ কৰুণাৰ নিৰ্ম্মালি এই কেশহীন মূৰত পৰিব নে?

"বাৰু, সংসাৰ অসাৰ। কিন্তু বাসনাৰ সোঁতে প্ৰতি শিৰে শিৰে তিৰবিৰাব লাগিছে কিয়? এনে অসাৰৰ মাজত কি সাৰ দেখি মোৰ প্ৰাণ উত্ৰাৱল হৈ উঠিছে? "ধন জন পুত্ৰ ভাৰ্য্যা সবে অকাৰণ।" কিন্তু কি বাবে বস্তাৰ নিমিত্তে প্ৰাণ কান্দে? কিয়? প্ৰাণে বস্তাক হৃদয়-আসনত বহুৱাবলৈ বিচাৰে? বস্তাই নাজানে, মই তেওঁক কেনে চকুৰে চাইছোঁ, মযো নাজানো বস্তাৰ মনত মোৰ প্ৰতি কেনে ভাৱ! ইমানতো কিয় মোৰ হিয়াৰ মাজত বস্তাৰ প্ৰতিমূৰ্ত্তি জিলিকি উঠে? কিয় তেওঁৰ নাম কণ্ঠতন্ত্ৰীত অস্ফুট সুৰত বাজি উঠে? এতিয়া বুজিছোঁ দুৰ্ব্বল অন্তঃকৰণে সংসাৰৰ দুখুহা সহ্য কৰিব নোৱাৰে। মোৰ প্ৰাণ

অতি দুৰ্ব্বল! মই কেনেকৈ এই মহা আকৰ্ষণৰ বিপৰীতে বাট বুলিম?

"বাক বস্তাৰ লগত মোৰ কোনো সম্বন্ধ নাই। বস্তাৰ সুখ-দুখ কৰ্ম্মফল বা বিধাতাৰ লিখন বুলি ক্ষান্ত থাকিলেও মোৰ একো হানি নহয়। মই ক'ব পাৰোঁ, বস্তা মোৰ কি? মই কিয় তেওঁৰ নিমিত্তে কষ্ট কৰিম? কিন্তু বস্তা আন নহলেও, মোৰ লগত তেওঁৰ ভাই-ভনীৰ সম্বন্ধ আছে। কিয়নো, আমি দুয়ো একেজন পৰম পিতাৰ সন্তান। আৰু যদি মোৰ লগত তেনে সম্বন্ধও নাথাকে, তথাপি পৰৰ উপকাৰ কৰাত নো হানি কি? নিকৰ্ম্মা হৈ পৰি থকাতকৈ, যিটো কামৰ পৰা নিজৰ বা পৰৰ একো অপকাৰ নহয়, তেনে এটা কামত লাগি যোৱাত দোষ কি? জ্ঞানী লোকে কৈছে,—

ধনানি জীবিতং চৈব পৰাৰ্থে প্ৰাজ্ঞ উৎসৃজেৎ।
সন্নিমিত্তে বৰং ত্যাগো বিনাশে নিয়তে সতি॥

গতিকে, আজি মই মন বান্ধিলোঁ, বস্তাক বিচাৰিম। যদি সোনকালে বিচাৰি উলিয়াব নোৱাৰোঁ, তেন্তে এবছৰলৈ বিচাৰিম। সিমানতো যদি মোৰ উদ্দেশ্যৰ গুটি নধৰে, তেতিয়া মূৰত কলঙ্কৰ বোজা লৈ, নিকৰ্ম্মা হৈ জড়ৰ লভিবলৈ চেষ্টা কৰিম।"

পদ্মই এইদৰে আগ-গুৰি নোহোৱা চিন্তাৰ সোঁতত ওপঙি ফুৰোঁতেই গগনবিহাৰী সূৰ্য্যাই নিজৰ দুইৰ নিচিনা কিৰণ ছটিয়াই, মানুহৰ হাড়, ছাল আৰু মঙহ একেলগে গোটাই খিটিখি পাগিবৰ মনেৰে গোটেই নিশা কামত ব্যস্ত থকা চন্দ্ৰক জিৰণি লবলৈ গোৱালপাটীলৈ পঠিয়াই দি, নিজৰ কৰ্ত্তব্যৰ মেটমৰা ভাৰখন কান্ধত তুলি ললেহি। লাহে লাহে গছৰ আগবিলাক সোণালী হৈ উঠিল। পুখুৰীৰ পানীৰ সৌৰ লগত তেওঁৰ ৰশ্মিয়ে নৃত্য কৰিবলৈ লাগিল। নব প্ৰস্ফুটিত কমলিনীয়ে আনন্দোৎফুল্ললোচনে তেওঁলৈ চাই থৰ লাগিল। পদ্মই বহাৰ পৰা উঠি আকৌ হাবিয়ে হাবিয়ে ঘূৰিবলৈ ধৰিলে।

# ত্ৰয়োদশ অধ্যায়

## মহগৰৰ ৰণ

ওপৰত বৰ্ম্মদেশৰ ৰণ-সজ্জাৰ বিষয়ে অলপ উল্লেখ কৰা হৈছে। মানৰ অত্যাচাৰত অৱশি নাপাই বৰ্ম্মদেৰ হাদীৰাচকী পাৰ হৈ ইংৰাজ ৰাজ্যত সোমাইছিল গৈ। তাৰেপৰা হিন্দুস্থানী, শিখ প্ৰভৃতি কিছুমান সৈন্য গোটাই লৈ উজাই আহে আৰু লুট পাট কৰি ফুৰা মানৰ কিছুমান ক্ষুদ্ৰ দল পৰাস্ত কৰে। "আত্মানং সততং ৰক্ষেৎ" এই কাকি কথাৰ পৰিলা লৈ বৰ্ম্মদেৰ ইমান দিন আঁতৰি ফুৰিছিল। কিন্তু এইবাৰ স্বৰ্গাদপি গৰীয়সী জননী জন্মভূমিৰ প্ৰেমে তেওঁৰ ভীৰুতা দূৰ কৰিলে। "মন্ত্ৰং বা সাধয়েৎ, শৰীৰং বা পাতয়েৎ" তেওঁৰ বীজ-মন্ত্ৰ হৈ পৰিল। তেওঁ মাতৃভূমিৰ উদ্ধাৰাৰ্থে আত্মোৎসৰ্গ কৰিবলৈ সাজু হ'ল। যুদ্ধ-ক্ষেত্ৰ নেদেখা মানুহ সৰু সাহ দি যুঁজলৈ ওলাল।

আগতে পৰা মিজিমাহা তিলোৱাই অসমত মান সেনাৰ নেতা বা সেনাপতি আছিল। এতিয়া বৰ্ম্মদেৰ উজাই অহাৰ বাতৰি পাই মান সেনাৰ পৰা মিজিমাহা বদুলা নামেৰে আৰু এজন সেনাপতি আছিল আৰু বৰ্ম্মদেৱৰ গতি-ৰোধ কৰিবৰ কাৰণে আগ বাঢ়িল।

মান সৈন্য আগ বঢ়াৰ খবৰ পাই চন্দ্ৰকান্ত সিংহ

স্বৰ্গদেৱে তেওঁৰ সৈন্যবোৰক সাজু হ'বলৈ আদেশ কৰিলে। সকলো নিজ নিজ সাজ-সজ্জাৰে ভূষিত হৈ ৰণৰ নিমিত্তে প্ৰস্তুত হ'ল। স্বৰ্গদেৱে সকলো সৈন্যক সম্বোধন কৰি বজ্ৰনাদে কবলৈ ধৰিলে :— "সৈন্যসকল! আজি আমাৰ বহুতৰ এয়ে শেষ দেখাদেখি। কত জনে দুৰন্ত মান-বাঘৰ হাতত প্ৰাণ এৰিব লাগিব তাৰ ঠিক নাই। সেই বুলি কেয়ে ভয় নকৰিবা, নিৰুৎসাহ নহবা; মাতৃভূমিৰ উদ্ধাৰাৰ্থে কোনেও এই মহা যজ্ঞত নিজৰ প্ৰাণ আহুতি দিবলৈ কুণ্ঠিত নহবা। সন্তানৰ ৰক্তপাত নোহোৱাকৈ কোনো দেশেই স্বাধীনতা লাভ কৰিব পৰা নাই। গতিকে সকলোৱে প্ৰতিজ্ঞা কৰাঁ—যেতিয়ালৈকে শৰীৰত এটোপাল তেজ থাকিব, যেতিয়ালৈকে দেহ-প্ৰাণৰ বিচ্ছেদ নঘটে, তেতিয়ালৈকে ৰণ ক্ষেত্ৰত পিঠি নেদেখুৱাওঁ। সকলোৱে এক মন, এক প্ৰাণ আৰু ব্ৰতৰ ব্ৰতী হৈ, ৰণৰ নামত হিয়া নচুৱাই আগ বাঢ়াঁ, নিশ্চয় আজি মানক সমুচিত প্ৰতিফল দিব পাৰিম, মাতৃভূমিৰ কণ্টক গুচাব পাৰিম।"

সকলো সৈন্যই গৰ্জ্জি উঠিল: "আজি মানক সমুচিত প্ৰতিফল দিম, মাতৃভূমিৰ কণ্টক গুচাম।"

স্বৰ্গদেৱ আকৌ কবলৈ ধৰিলে :—"আৰু শুনা আমাৰ পূৰ্ব্ব পুৰুষৰ কথা স্মৰণ কৰা আৰু এতিয়াৰ কথা ভাবি চোৱাঁ; আগৰ বীৰপুৰুষ সকলৰ বীৰত্ব কাহিনী মনত পেলোৱাঁ আৰু এতিয়াৰ আমাৰ লগত বিজাই চোৱাঁ, দেখিবা স্বৰ্গ-মৰ্ত্ত্য আঁতৰ। আজি-কালি অসমীয়াক আগৰ বল, আগৰ তেজ, আগৰ সাহ আগৰ পৰাক্ৰম সকলোৱে এৰিলে। সেই বুলি আমি এতিয়া বহি থকা সম্পূৰ্ণৰূপে অনুচিত। চুক-তেকুলীৰ দৰে চুকত সোমাই থাকিলে নিশ্চয় এদিন এই স্বৰ্ণ-প্ৰসবিনী অসম-জননী ৰসাতললৈ যাব। এতেকে, সকলো নতুন উছাহেৰে ওলোৱাঁ, পলম কৰাৰ সকাম নাই। আজি যাক সকলোৱে ঘৃণনীয় পৰাধীন জাতি বুলি নিন্দা কৰিছে, আহাঁ জগতক দেখুৱাওঁ,—সেই জাতিৰ বল-বীৰ্য্য-পৰাক্ৰম আৰু মাতৃ-ভক্তি কিমান।

"প্ৰাণলৈ ভয় কৰিলে, নিজ স্বাৰ্থত মতলীয়া হ'লে, কোনো জাতিয়ে উধাব নোৱাৰে। মহা মহা পুৰুষৰ জীৱন চৰিত আৰু পৰাক্ৰমী জাতিৰ বুৰঞ্জী মেলি চালে তাৰ ফটফটীয়া উদাহৰণ পোৱা যায়। এতিয়া আহাঁ, আমিও জন্মভূমিৰ কাৰণে প্ৰাণ উছৰ্গা কৰিবলৈ আগ বাঢ়োঁ, দেশৰ দুৰ্গতি দূৰ কৰোঁ। উঠাঁ বন্ধুসকল! আগ বাঢ়োঁ, তীক্ষ্ণ তৰোৱাল মানৰ ৰক্তেৰে ৰঞ্জিত কৰাঁ।"

স্বৰ্গদেৱৰ এই উৎসাহপূৰ্ণ তেজ্জী কথাবোৰে প্ৰতি সৈনিকৰ হাড়ে হাড়ে বিন্ধিলে। সকলোৱে "জয় অসমৰ জয়", "জয় স্বৰ্গদেৱৰ জয়" ৰবেৰে দশোদিশ পূৰ্ণ কৰিলে। সকলোৰে শিৰে শিৰে বীৰ-তেজ নাচিবলৈ ধৰিলে। মানৰ লগ পাবৰ ইচ্ছা সকলোৰে অন্তৰত বলৱতী হৈ উঠিল। ৰক্ত-পিপাসু বাঘৰ দৰে উন্মত্ত স্বৰ্গদেৱৰ সৈন্যই মানৰ আগমনলৈ অপেক্ষা কৰি ম'হগৰতে সাজু হৈ ৰ'ল। আন কালে মানসৈন্যও আগ বাঢ়ি আহিল। ধেনু-কাঁড়, জাঠি-জোং, বন্দুক-বাৰুদ আদিৰে সৈতে মুৰত পাগুৰি মৰা অসংখ্য মানসেনা অসমীয়া সৈন্যৰ দৃষ্টিগোচৰ হ'ল। লাহে লাহে দুয়ো পক্ষৰ অস্ত্ৰ-শস্ত্ৰ চলিবলৈ ধৰিলে। দেখোঁতে দেখোঁতে ম'হগৰত ঘোৰ ৰণমেধ যুদ্ধ আৰম্ভ হ'ল। স্বৰ্গদেৱে আগবাঢ়ি ক'বলৈ ধৰিলে—"যোদ্ধা, ৰণৰথী, পাষণ্ড মান-পশু! সাৱধান! আজি জীৱনৰ অন্তিম কাল উপস্থিত। শেষ সময়ত ইষ্ট গুৰুক সুঁৱৰি ল।" সকলো সৈন্যই গৰ্জ্জি উঠিল;

সেই গৰজনি বাৰিবাৰ মেঘৰ ঢেৰেকণিৰ দৰে কেউ-কালে বিয়পি পৰিল। মানসেনাৰ কাণ তাল মাৰিলে। গোটেই ৰণক্ষেত্ৰ জুৰি ভীষণ সমৰাগ্নি জ্বলি উঠিল। ঘনে ঘনে উভয় পক্ষৰ জয়-ধ্বনি আহি বিপক্ষৰ কাণত বাজিবলৈ ধৰিলে। ৰণক্ষেত্ৰ অস্ত্ৰ-শস্ত্ৰেৰে পৰিপূৰ্ণ হ'ল, ঘনে ঘনে আহত সৈন্যৰ গগনভেদী চিঞৰে আকাশ-পাতাল তাল লগাবলৈ ধৰিলে। ৰণক্ষেত্ৰ তেজেৰে প্লাবিত হৈ পৰিল। বহুত দিনীয়া অপমানৰ প্ৰতিশোধ দিবৰ মনেৰে অসমীয়া সৈন্যই দুৰ্দ্দমনীয় সাহেৰে যুঁজিবলৈ ধৰিলে। পৰাস্ত হোৱাৰ ভয়ত মানইঁতেও মৰণত শৰণ দি লাগিল। দৰাচলতে, সেই সময়ত যেনে যুদ্ধ হ'ল তাক কাকত-কলমৰ সহায়েৰে বৰ্ণাব নোৱাৰি। যি যুদ্ধ ক্ষেত্ৰত ফুৰিছে বা এনে ৰণৰ অংশ গ্ৰহণ কৰিব লগাত পৰিছে, তেওঁলোকে মনে মনে অনুভৱ কৰিলে মাথোন বুজিব পাৰিব। স্বৰ্গদেৱে হাতত তৰোৱাল লৈ কুমাৰৰ চাকৰ দৰে ঘূৰাই মানসেনা দংশিবলৈ ধৰিলে। তাকে দেখি সকলো অসমীয়া সৈন্যৰ শিৰে শিৰে বীৰ-তেজ উতলি উঠিল। স্বৰ্গদেৱৰ আহি লৈ সকলোৱে প্ৰাণ-পণে যুঁজিবলৈ লাগিল। খোজৰ ভৰত আক হুপ-হুপনিত ৰণক্ষেত্ৰত ভুইকঁপ হোৱা যেন লাগিবলৈ ধৰিলে। মানইঁতে বুজিলে যে আজি অসমীয়াৰ আগত নিজৰ বীৰত্ব দেখুওৱা সহজ কথা নহয়। মান নাম আজি অসমীয়াৰ কাণত ভয় লগা কথা নহয়। মানসেনা হুঁহকিবলৈ ধৰিলে। ঘৃতাহুতি পোৱা হুতাশনে অভ্ৰলেহী জিভা মেলি দশোদিশ ভষ্ম কৰা দি স্বৰ্গদেৱৰ সৈন্যই মানসেনাক খেদি খেদি মাৰিবলৈ ধৰিলে। মানইঁতেও বিপক্ষৰ গতিৰোধ কৰিবৰ নিমিত্তে প্ৰাণপণে চেষ্টা কৰিবলৈ ধৰিলে। কিন্তু আজি অসমীয়াৰ ভীম পৰাক্ৰমৰ আগত সিইঁতৰ বল-বীৰ্য্য-পৰাক্ৰম লুইতত কঁপাই উটি যোৱাদি যাবলৈ ধৰিলে। মান সৈন্য হুঁহকিবলৈ লাগিল। শাচৰ মুহূৰ্ত্ততে "আজি প্ৰাণ এৰিম, কেতিয়াও অসমীয়াৰ ওচৰত পৰাজয় স্বীকাৰ নকৰোঁ" বুলি মানইঁতে নেগুৰত গচকা সাপৰ দৰে ফেঁট তুলি উঠিল; কিন্তু অসমীয়া সৈন্যৰ আগত বেছি পৰ ঠাৰৰিব নোৱাৰিলে। ক্ৰমাৎয়ে পাচ হোঁহোকা দিবলৈ লাগিল। সকলোৱে জানিলে আজি অসমৰ মান যোৱা গৌৰৱ বেলিয়ে পূবাকাশত ওলাই বাগুলী কিৰণ বৰ্ষি জগতক মুহিব পাৰিব।

কিন্তু হায়! অসমীয়াৰ ওপৰত ঈশ্বৰৰ কিবা শাওপাত আছে, বিধাতাই অসমীয়াৰ কপালত চিৰ-দিন বিদেশীৰ পদলেহন কৰিবলৈকে লিখিছে, সি কেতিয়াও খণ্ডন নহয়। স্বৰ্গদেৱৰ খাৰ-বাৰুদ আজি ৰণৰ সঁজুলি চুকাই আলহি আক লগে লগে মান সৈন্যৰ বল বাঢ়ি আহিবলৈ ধৰিলে। গতিকে, যদিও অসমীয়াৰ সম্পূৰ্ণ জয়ৰ লক্ষণ দেখা গৈছিল, তথাপি সি অসমীয়াৰ কপালত ঘটি নুঠিল। খাৰ-বাৰুদহীন নিৰস্ত্ৰ অসমীয়াই হতাশ হৈ সশস্ত্ৰ মানৰ ওচৰত পৰাজয় স্বীকাৰ কৰিবৰ নিমিত্তে বাধ্য হ'ল। বহুতে মানৰ হাতত প্ৰাণ শোধালে, বাকীবিলাক নিৰস্ত্ৰ হৈ মানৰ হাতত মৰাতকৈ ৰণস্থলতে পিঠি দিবলৈ সাজু হ'ল। এনেতে "জয় অসমৰ জয়" "জয় স্বৰ্গ-দেৱৰ জয়" ৰবেৰে খলক লগাই, হাতত খোলা তৰোৱাল নচুৱাই, এজন শকত আৱত সুন্দৰ যুবা পুৰুষ সদলে ৰণক্ষেত্ৰত প্ৰবেশ কৰিলে। আকৌ ঘোৰ যুদ্ধ হ'বলৈ ধৰিলে। সিঁচৰিত হৈ যোৱা অসমীয়া সৈন্য আকৌ চাপি-চুটি আহিল। নতুন দলুৱাই সাহায্য কৰিবলৈ অহা দেখি স্বৰ্গদেৱে মনৈ আনন্দ পালে। বিজয়-গৌৰৱ পাই মতলীয়া হোৱা

মানসৈন্ত পুনৰাক্ৰমণ দেখি ক'লা পৰিল।

যুবক ভয়ানক যোদ্ধা। গজেন্দ্ৰৰ দৰে কালৈকো ভ্ৰূক্ষেপ নকৰি বেলিৰ পোহৰত জিক্‌মিকাই থকা খোলা তৰোৱাল হাতত লৈ মানসেনাৰ মাজত সোমাল আৰু সন্মুখত যাকে য'তে পালে কাটিবলৈ ধৰিলে। তৰোৱালৰ জনজননিত মানুহৰ কাণ তাল মাৰিবলৈ ধৰিলে। তেওঁ মাজে মাজে চিঞৰি চিঞৰি কবলৈ ধৰিলে, "বন্ধু সকল! সকলোৱে জীৱনৰ মায়া পৰিত্যাগ কৰাঁ; জন্মভূমিৰ উদ্ধাৰৰ নিমিত্তে—অমূল্য ৰত্ন স্বাধীনতা ৰক্ষাৰ নিমিত্তে, বাউসীৰ বল ক্ষয় কৰিবলৈ কেৰেঁ পাচ মুহূৰ্ত্ত হকিবা। সকলোৱে একে উত্তমেৰে সৈতে জীৱনৰ কৰ্ত্তব্য মাতৃসেৱা মহাব্ৰত পালন কৰাঁ।—আগ বাঢ়াঁ; যুদ্ধ কৰাঁ; শত্ৰু নিপাত কৰাঁ।"

যুৱকে ভীম পৰাক্ৰমেৰে প্ৰায় চাৰি দাঁড়মান বেলি যুঁজিলে। তাৰ পাচত তেওঁৰ শৰীৰ দুৰ্ব্বল হৈ আছিল—বাউসীত বল নোহোৱাত পৰিল। তেওঁৰ সৈন্যবিলাকেও তেওঁক সাহায্য কৰিবলৈ কাষ চাপিব নোৱাৰা হ'ল। সুযোগ পাই, অভিমন্যুক সপ্তৰথীয়ে বেৰি ধৰা দি, তেওঁক মানসৈন্তই কেউ-ফালে বেৰি পেলালে। তেওঁ এই মান-চক্ৰবেহুৰ মাজৰ পৰা ওলাব নোৱাৰি অভিমন্যুৰ দৰে সন্মুখ সংগ্ৰামত মৃত্যু-শয্যা গ্ৰহণ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। করুণ সুৰেৰে ক'লে—"বিদায়! বন্ধুসকল! বিদায়! স্বৰ্গদেৱৰ চৰণত দাসে এই শেষ প্ৰণাম জনালে। হে স্বৰ্গাদপি গৰীয়সী জননী জন্মভূমি! তোমাৰ, অযোগ্য পুত্ৰই আজি শেষ বিদায় গ্ৰহণ কৰিলে। জন্মভূমি! তোমাৰ নিমিত্তে মৰিবলৈ বেজাৰ নাই, কিন্তু তোমাৰ যে স্বাধীন কোলাত মৰিবলৈ নাপাওঁ, এই দুখ-জুয়ে মোৰ হিয়া জমে জমে পুৰি ছাই কৰিব! জন্মভূমি! জন্মভূমি! মোৰ চেনেহৰ জন্মভূমি বিদায়!" তাৰ পাচত জীৱনৰ মায়া এৰি নিৰাশা-জনিত বীৰত্বেৰে সৈতে অসম সাহসেৰে যুঁজিবলৈ ধৰিলে। কিন্তু হায়! অসংখ্য মান সেনাৰ মাজত অকলশৰীয়া বীৰে কি কৰিব! বিপক্ষৰ ঘাত-প্ৰতি-ঘাতত তেওঁৰ একমাত্ৰ সহায় হাতৰ তৰোৱালখনিও খণ্ডবিখণ্ড হ'ল। তেওঁ নিৰস্ত্ৰ ভাৱে মৃত্যুক আকোঁৱালি ধৰিবলৈ সাজু হ'ল। লাহে লাহে ক'লে—"ফুল! বিদায়! আকৌ দেখা কৰা মোৰ ভাগ্যত নঘটিল।" তাৰ পাচত মানৰ দ্বাৰা আহত হৈ বাগৰি পৰিল। অসমীয়া সৈন্যই সেই মহা যোদ্ধা বীৰ পুৰুষৰ দেহা ৰণ-থলীত এৰি, অগত্যা নিজ প্ৰাণ লৈ পলাবলৈ বাধ্য হ'ল।

পাঠক! আপুনি চিনি পালে নে এওঁ কোন? এওঁ সকলোৰে চিনাকি দেবেন্দ্ৰনাথ। এওঁ লৰা-লৰিকৈ আহিছিল যদিও স্বৰ্গদেৱৰ লগ নৌ পাওঁতেই ৰণ হৈ উঠিল। সেই কাৰণেহে ৰণৰ সামৰণিত আহি এনে দুৰ্ভাগ্যৰ শৰণ লব লগাত পৰিল।

# চতুৰ্দ্দশ অধ্যায়

## ভুতৰ ওপৰত দানহ

বেলিৰ উঠাৰ পৰা প্ৰায় এপৰ মান সময় অতীত হৈছে। বেলিৰ ৰশ্মিয়ে পৃথিৱীৰ ওপৰ হোৱা সোণালী সাজেৰে সজাইছে। নীলবৰণীয়া নিৰ্ম্মল আকাশ মণ্ডল এটি বৃত্তৰ দৰে ভলৈ নামি আহি, পৃথিৱীৰ শস্যশ্যামলা ক্ষেত্ৰক চুমা খাইছে। প্ৰকৃতিৰ দৃশ্য বৰ সুন্দৰ—অতি মনোহৰ - দেখিলে চকু জুৰোৱাই টান। নাগে কলাপ সালোৱাৰি, পকা

পাতপুত সলাই কুমলীয়াই কুঁহি পাতেৰে সুশোভিত হোৱা গছবিলাক সেই সৌন্দৰ্য্যত দুগুণে জিলিকি উঠিছে। দেখিলেই বোধ হয় যেন বিবিধ অলঙ্কাৰেৰে-সুসজ্জিতা নৱপৰিণীতা গাভৰুৱে নতুন স্বামীক অভ্যৰ্থনা কৰা দি, প্ৰকৃতি দেৱীয়েও নতুন সাজেৰে নতুন ঋতুৰাজক অভ্যৰ্থনা কৰিছে। পাতৰ মাজত ৰঙা, বগা, কলা, হালধীয়া, সেউজীয়া—বিবিধ বৰণৰ ফুলবিলাকে মিচিকিয়াই হাঁহিছে। সেই হাঁহিৰ চোকা আকৰ্ষণে মতলীয়া ভোমোৰাক ওচৰলৈ টানি আনিছে। ভোমোৰাই ফুলৰ চাৰিও কালে উৰি উৰি, ঘূৰি ঘূৰি, ধুনীয়া মুখৰ ওপৰত চুমাৰ উপৰি চুমা দি, প্ৰণয়-সঙ্গীত গাইছে—"গুণ্ গুণ্ গুণ, মোৰ মইনা নে কোন?" কিন্তু ভোমোৰা সাধাৰণ জীৱ নহয়। সি বৰ ধূৰ্ত্ত—বান্ধনি উচটাই জোলখোৱা। ফুলক ভুলাই-চলাই কোনোমতে ৰস-টোপা চুহিবলৈ পালেই তাৰ সকলো সিদ্ধি। তেতিয়া সি ফুললৈ উভতি নাচায়, ফুলৰ কাকুতি শুনেনে, ফুলে অভিমানত মুখ ওন্দোলোৱা দেখিলে মান ভাঙিবলৈ নাহে। ভোমোৰাৰ এই ধূৰ্ত্তালি দেখি পাতৰ মাজৰ পৰা কুলিয়ে মাত লগাইছে—"কু উঃ" —উঃ, কি কুকাৰ্য্য।

চাৰিওকালে এনে প্ৰাকৃতিক কাৰ্য্য-কলাপৰ সৌন্দৰ্য্য দৰ্শন কৰি কত ভাবুক ভাবত মগন হৈছে, তাৰ ঠিক নাই। কিন্তু গৰুকান্তৰ মনত আজি এইবোৰ নৰকৰ দৃশ্য যেন হে লাগিছে; যেন সৌন্দৰ্য্যৰ প্ৰতি ভাগতে প্ৰবঞ্চনাৰ মূৰ্ত্তি লুকাই আছে। তেওঁ তাত চকু মিলি নিজ কাৰ্য্যোদ্ধাৰৰ উপায় চিন্তিবলৈ ধৰিলে। এনেতে এটা ৰমণীৰ সুৰ বীণ বতাহত উঠি আহি তেওঁৰ কাণত সোমাল। তেওঁ একে থৰে গীতটো শুনিবলৈ ধৰিলে।—

"জাগৰে কমলাপতি পৰভাত দিল।
ভেবি চান্দ মুখ দেখো উঠৰে গোবিন্দ॥
ৰজনী বিদূৰ দিশ ধৱলি অৰুণ।
তিমিৰ কাবিয়া ৰাজ ৰবিৰ কিৰণ॥
শত-পত্ৰ বিকসিত ভ্ৰমৰ উৰায়।
ব্ৰজ-বধূ দধি মথে তুয়া গুণ গায়॥
দাম সুদাম ডাকে ভেবি লৈয়া দাম।
হেৰ দেখ উঠিয়া আসিল বলৰাম॥
নন্দ গৈল বাথানে গোৱাল গৈল পাল।
সুৰভি চাৰিতে লাগে উঠ ৰে গোপাল॥
ক্ষীৰ-লক্ষু লৈয়া শিঙ্গা বেত্ত বেণু।
সকালে মেলিও বৎস হেম্বালায়ে ধেনু।
কহয় মাধৱ মাই কিনো তপসাইলা।
ত্ৰিজগত-পতি হৰি ৰাখোৱাল পাইলা।"

গীত শেষ হ'ল। কিন্তু পাচৰ মুহূৰ্ত্তত কাৰোবাৰ কৰুণ ক্ৰন্দন ধ্বনি তেওঁৰ শ্ৰুতিগোচৰ হ'ল তেওঁ কোবাকুবিকৈ সেই শব্দৰ কাললৈ খেদি গ'ল। গৈ দেখিলে এটা লকা-ওলোৱা, মৰকুটীয়া, খঙালকা, ওলোমাপেটা অভঁজা মানুহে এজনী অপৰূপ ৰূপ-লাৱণ্যৱতী গাভৰুক আক্ৰমণ কৰিবলৈ উদ্যত হৈছে। ছোৱালীজনী বৰ ধুনীয়া। পূৰ্ণিমাৰ জোনৰ দৰে তেওঁৰ মুখৰ গঢ় অতি সুন্দৰ। গাল দুখন সোণাপৰ পাহি যেন কোমল আৰু তেজেৰে ৰঙা ৰাঙলী হোৱা, ওঁঠ দুটিৰ বৰণ কোবাকাতুৰীৰ পাহিৰ কালে চালে চাবই নালাগে। তাৰ পৰা যেন টপ্ টপ্ কৰে মৌৰ টোপাল হে সৰিছে। চকু দুটিয়েই বা কি সুন্দৰ! দেখিলে দৰ্শকৰ মন-প্ৰাণ সেই কাললৈ আকৰ্ষিত হোৱা যেন লাগে। কিন্তু এতিয়া তাত প্ৰফুল্লতাৰ চিন নাই। চকুৰ দুয়ো দুটি কাৰ্তীৰ টোঁটি যেন কঁপা আৰু মেঘৰ দৰে দুয়ো মুখ জানলৈ

নামি অহা। চুলিতাৰ কিচ্ কিচ্ কৰে ক'লা আৰু আগ ফাললৈ সাপৰ নেগুৰৰ দৰে চিঁয়া। আন সময়ত চাগৈ গোন্ধ তেল সানি, মেলাই, সেওঁতা কাঢ়ি ধুনীয়াকৈ খোপা বান্ধি থয়, কিন্তু এতিয়া আউল-বাউলহৈ কলাফুললৈকে ওলমি পৰি আছে। পুবাৰ মলয়াৰ বা লাগি, পানীত ঢৌ উঠা দি, তাৰ পৰাও একৰকম মনোহৰ তৰঙ্গ-লহৰী উঠি বগা দেহৰ সৌন্দৰ্য্যৰ চতুৰ্গুণে জেউতি চৰাইছে। তেওঁৰ পৰিধেয় বস্ত্ৰ পাটৰ ৰিহা মেখেলা। ডিঙিত এধাৰ মণি আৰু কাণৰ ললিত এযোৰ কঁৰীয়াই তেওঁৰ সৌন্দৰ্য্য বৰ্দ্ধন কৰিছে। হাত দুটি মোলানৰ নিচিনা ঘুৰণীয়া আৰু এজোৰ ৰূপৰ ডাল খাৰু পিন্ধা। আঙুলীবিলাক আগফাললৈ সৰু, কেবাটাও সোণ-ৰূপৰ আঙঠিৰ সৌন্দৰ্য্যৰে সুশোভিত। মুঠতে তেওঁৰ প্ৰত্যেক ভাগতে অঙ্গপ্ৰত্যঙ্গই সুন্দৰ আৰু লনি। তেওঁৰ শৰীৰৰ প্ৰত্যেক ভাগতে স্বৰ্গীয় আভাই লীলা কৰিব লাগিছে, এনে এজনী গাভৰুৰ ওপৰত অত্যাচাৰ কৰিবলৈ এটা ছালবাকলি নোহোৱা আদনাঙঠা মানুহ আগ বঢ়া দেখি, পদ্মকান্ত পোনেই তথা লাগিল। কিন্তু ততালিকে "নিৰাশ্ৰয়া অবলাৰ ওপৰত অত্যাচাৰ কৰাৰ যোগ্য প্ৰতিফল গ্ৰহণ কৰ" বুলি দাখন দাণ্ডি খেদা মাৰি গ'ল। মানুহ-টোৱে উচাপ খাই উঠি পাচলৈ নোচোৱাকৈ ভৰা-লৰা ছিগি লৰ দিলে। পদ্মকান্তই মানুহটোৰ পাচ নললৈ গাভৰুৰ ওচৰলৈ চাপি গ'ল আৰু মাতিলে, —"বন্তা!"

গাভৰু নিমাত, নিতাল, অবাক, চকুৰ দৃষ্টি স্থিৰ।

পদ্ম : বন্তা! বন্তা! নামাতা কিয়?

গাভৰু : মোৰ নাম বন্তা নহয়।

পদ্মই বন্তাক দিনৰ ভিতৰত ভালকৈ দেখা নাছিল। ৰাতি দেখিছিল যদিও এতিয়া প্ৰথম দৰ্শনত তত ধৰিব নোৱাৰিলে। গাভৰুৰ কথা শুনি তেওঁ সচকিত-নেত্ৰে অলপমান বেলি তেওঁৰ আপাকমস্তক নিৰীক্ষণ কৰি বুজিলে, সঁচাকৈয়ে গাভৰু বন্তা নহয়।

পদ্মকান্ত লজ্জিত হ'ল। লাহে লাহে ক'লে :— "এনে এখন অৰণ্যৰ দাঁতিত তোমাৰ নিচিনা ৰূপৱতী গাভৰুক দেখি মই অতিশয় আচৰিত হৈছোঁ।"

গাভৰু : আৰু এনে সময়ত মোক ৰক্ষা কৰিবলৈ আপোনাৰ শুভাগমন দেখি মই তাতোকৈ আচৰিত হৈছোঁ।

পদ্ম : বাৰু সেইটো নালাগে। কোৱাচোন, তুমি কেলেই ইয়ালৈ আহিছিলা?

গাভৰু : সেইটো ঈশ্বৰৰ ইচ্ছা।

পদ্ম : কথাটো নুবুজিলোঁ।

গাভৰু : যদিও আপুনি মোৰ উপকাৰ কৰিছে, তথাপি মোৰ এতবত অপৰিচিত। সেই কাৰণে, মই আপোনাৰ কথাৰ উত্তৰ দিব নোখোজোঁ।

পদ্ম : মোৰ পৰিচয় পালে—

গাভৰু : যদি মোৰ বিবেচনা মতে পৰিচয় দিয়া উচিত যেন দেখোঁ, তেন্তে তাত অলপো সন্দেহ নাই।

পদ্ম : মোৰ পৰিচয় পুবাকৈ নিদি ইয়াকে মাথোন কওঁ যে এজনী অপৰিচিতা নব যুৱতীক এটা আসন্ন বিপদৰ পৰা ৰক্ষা কৰিবৰ কাৰণে মই কালি ৰাতি ঘৰত কেওঁ নজনাকৈ পলাই আহিব লগাত পৰিলোঁ; কিন্তু আহি আহি এই হাবিৰ মাজ পাওঁতেই কোনোবা তিৰুতা মানুহৰ কাঁন্দোন শুনিলোঁ। মই

তেতিয়া লগত লৈ অহা গাভৰুক তাতে এৰি কান্দোনৰ ফাললৈ খেদি গ'লোঁ। কিন্তু ক'তো কাকো দেখা নাপালোঁ; মাথোন হাবিৰ মাজত এখন দোলা পৰি থকা পালোঁ গৈ। তেতিয়াৰে পৰা গোটেই হাবি বিচাৰি কাৰো গুংসূত্ৰ উলিয়াব নোৱাৰি, মনে মনে কিবাকিবি ভাবি-চিন্তি আছিলোঁ; এনেতে তোমাৰ করুণ আৰ্ত্তনাদ শুনি ওচৰলৈ চাপি আহিছোঁ। তুমি মোলৈ ভয় নকৰিবা, মই যথাসাধ্য তোমাৰ উপকাৰ হে কৰিম।

গাভৰু : আপুনি যেতিয়া পৰৰ উপকাৰৰ অৰ্থে ই এনে ঠাইলৈ আহিছে, তেনে স্থলত, আপোনাৰ ওচৰত পৰিচয় দিবলৈ একো আপত্তি নাই। আপুনি শুনিব খুজিছে যেতিয়া শুনক,—আমাৰ ঘৰ ভৰলী নৈৰ দাঁতিতে। কালি সন্ধিয়া মই অকলে অকলে নৈৰ দাঁতিৰ ফুলনিত বহি জুৰ লৈ আছিলোঁ। এনেতে গোটাচেৰেক মানুহে মোক বলেৰে ধৰি আনি এখন নাৱত তুলি দিলে। তেতিয়া মই অচেতন হৈ পৰিছিলোঁ। কিছুমান বেলিৰ মূৰত মোৰ চেতনা আহিলত মই দেখিলোঁ সিহঁতে মোক এখন দোলাত তুলি হাবিৰ মাজেদি লৈ গৈছে। মই কান্দিবলৈ ধৰিলোঁ। তাৰ পাচত সিহঁতে হঠাৎ মোক এখন দোলাত তুলি হাবিৰ মাজেদি লৈগৈছে। মই কান্দিবলৈ ধৰিলোঁ। তাৰ পাচত সিহঁতে হঠাৎ মোক দোলাই সৈতে পেলাই লৰ মাৰিলে। সিহঁতক লৰ মৰা দেখি, কিবা বিপদ ওচৰ চাপিছে বুলি ভাবি, মযো আন এফালে লৰ মাৰিলোঁ। মোৰ মনেৰে আপুনি সেইখন দোলাকে হে দেখা পাইছিল। তাৰ পাচত হাবিয়ে হাবিয়ে ঘূৰি ঘূৰোঁতেই ৰাতিটো গ'ল। এতিয়া এইকালে সেই মানুহটোৱে গীত গোৱা শুনি মুকলি ওলাবৰ মনেৰে হাবি ফালি তাৰ ওচৰ ওলালোঁহি। কিন্তু সি সাহায্য কৰা দূৰত থাওক, বিপদত হে পেলাবলৈ চেষ্টা কৰিলে। ভাগ্যবশতঃ আপুনি ওলালহি দেখি হে, নহলে সি মোৰ ওপৰত কি অত্যাচাৰ কৰিলেহেঁতেন তাক ঈশ্বৰে হে জানে?

পদ্ম : আইদেউ! তোমাৰ নাম কি?

গাভৰু : মোৰ নাম ফুলেশ্বৰী। কিন্তু আপুনি মোক প্ৰথমতে বন্ধা বুলি মাতিছিল কিয়?

পদ্ম : মই তোমাক আগেয়ে কৈছোঁ যে মই এজনী গাভৰুৰ লগত আহিছিলোঁ। পিচে তেওঁ হাবিৰ মাজতে হেৰাল। সেই গাভৰুৰ নাম বন্ধা আছিল। তেওঁ দেখিবলৈ তোমাৰে নিচিনা। সেই কাৰণে, মোৰ ভ্ৰম হৈছিল; তোমাকে বন্ধা বুলি ধৰিছিলোঁ।

পদ্ম এতিয়া কেইবাটাও কাৰ্য্যৰ সোঁতত ওপঙিব লগা হ'ল। তেওঁৰ দুই নাৱত দুই ভৰি থোৱাৰ নিচিনা হ'ল। একালে বন্ধাক বিচৰা, আনকালে ফুলক ঘৰত নাইবা আন কোনো নিৰাপদ ঠাইত থিক লগাই থবা। তেওঁ বহুত বেলি ভাবি ওচৰৰ গাঁৱৰে কোনো ভাল মানুহৰ ঘৰত ফুলক থৈ আহিবৰ মন কৰিলে। ফুলক ক'লে :—"আইদেউ! এতিয়া মই তোমাক ঘৰত থৈ আহিব নোৱাৰিম। কিয়নো, তোমাৰ ঘৰ ক'ত ক'ব নোৱাৰোঁ। অনুপাৰি

ৰত্তা ক'লৈ গ'ল, তাৰো বিচাৰ কৰিব লাগিব। হওঁতে মোৰ মনেৰে তুমি অন্ততঃ কেইদিনমান নিমিত্তে আঁতৰি থকা হে মঙ্গলজনক। কিয়নো ডকাইতহঁত আকৌ তোমাক বিচাৰি নোযোৱাকৈ নাথাকে। সেই কাৰণে, মোৰ মতে, ওচৰৰে কোনো ঘৰত দিহা লগাই থোৱাটোহে বেছি মঙ্গলজনক আৰু সুবিধাজনক। পাচে, তুমি কি কোৱা?

ফুলে কোমল মাতেৰে ক'লে:—"মই কি ক'ম। আপুনি মোক বিপদৰ পৰা ৰক্ষা কৰিছে; এতিয়াও যি ভাল দেখে তাকে কৰক। মই আজিলৈকে এনে বিপদত পৰা নাই; গতিকে, এনে বিষয়ৰ ধাৰো খোৱা নাই।"

"ব'লা তেনেহলে এই ওচৰৰ গাওঁখনলৈকে যাওঁ" বুলি পদ্মই ফুলক লৈ টুক টুক কৰে যাবলৈ ধৰিলে।

# পঞ্চদশ অধ্যায়

## পাৰ্বতীয়া সমাজ

ফুলগুৰি এখন মজলীয়া জপৰ গাওঁ। লোক সংখ্যা তিনি কুৰিতকৈ ওপৰত। সকলোৰে ভিতৰত বেছ মিলা-প্ৰীতি আছে। যদিও সৰহভাগ মানুহেই অশিক্ষিত, তথাপি কপটতা আদি দুষ্ট-প্ৰবৃত্তি-শূন্য।

আজি ফুলগুৰি গাৱঁত তাওনা। নিচেই ৰাতি-পুৱাৰে পৰা সকলো ৰাইজ কামত ব্যস্ত। কোনোৱে নামঘৰৰ কাষৰ বন চিকুণাইছে, কোনোৱে চো-ঘৰ সাজিছে, কোনোৱে ঠাই মচিছে, কোনোৱে টুপত্তে বহি মুখাত ৰহণ লগাইছে। দুজনমানে কল-পটুৱা কাটিছে, এটাই ওচৰত থকা হাবিৰ পৰা, তোলাপাত আনিবলৈ গৈছে আৰু এটাই ঘৰে ঘৰে চাউল-পইচা তুলি ফুৰিছে। কোনোৱে আকৌ নানা প্ৰকাৰে লেল-পেল নিছিগা বক্তৃতা জুৰি নানা জনক নানা কাৰ্য্যলৈ হুকুম দি, নিজৰ গা সকৰাইছে। ওচৰত থকা বকুল গছ জোপাৰ তলত কেইবাটাও লৰা-ছোৱালী গোট খাই উমলিব লাগিছে।

এইদৰে গাইপতি বেলেগ বেলেগ কাৰ্য্যত লাগি থাকোঁতেই বেলি প্ৰায় ডেৰ-পৰমান হ'লহি। সকলোৱে গা-পা ধুই নতুন সাজপাৰ পিন্ধি আহিবৰ নিমিত্তে ঘৰলৈ যাবলৈ ওলাল। এনেতে পাত আনিবলৈ যোৱা মানুহটো ভৰা-নৰা-ছিঙি লৰি ওলালহি আৰু পুলুং-পালাংকৈ কেউফাললৈ চাবলৈ ধৰিলে। তাৰ এনে ভাব-ভঙ্গি দেখি ৰাইজ-সকলে নানা প্ৰকাৰ প্ৰশ্ন সুধিবলৈ ধৰিলে।

প্ৰথম : কি হ'ল অ' মিনাৰাম?

২য় : হেৰ' পাত ক'তা?

৩য় : হেৰ' ইমানকৈ কঁপিছ কিয়?

মিনা : দাইনী—ধৰিনো—আও! কেনেকৈ খেদি আহিছে। এই বুলি মিনাৰামে কেউফাললৈ চাবলৈ ধৰিলে।

১ম : কি হ'ল ভাঙি নকয় কিয়?

মিনা : আজি আমাৰ কালে শৰাধৰ সাং হৈছিল আৰু কি?

৪ৰ্থ : কেনেকৈ কি হ'ল, ভালকৈ নকয় কিয়?

মিনা : মই আৰু মোৰ জীয়ৰটো থাকে যানে সেই হাবিৰ ওচৰলৈ নাযাওঁ। আজিয়েই শিকিলোঁ!

২য় : এইটোক ভূতে পালে নে কি অ'? হেৰ' হ'ল কি?

মিনা : হয়, তাইতে আৰু উশাহটো লবলৈকো সময় নিদিলেহেঁতেন।

তাৰ পাচত অলপমান বেলি জিৰাই-শুঁতাই লৈ মিনাৰামে ক'বলৈ ধৰিলে,—"দেশকাল তেনেই গুচিল। হাবি-বননি খাল-বিল,—গোটেইখন ভূত-পিশাচেৰে ভৰিল। মই পাত আনিবলৈ গৈ সেই-খিনি পালোঁগৈ হে, কৰবাৰ পৰা এজনী ডাইনী নে যখিনী এটা ধুনীয়া গাভৰুৰ ৰূপ ধৰি মোৰ কাষলৈ চাপি আহিল। মই তেতিয়া পিশাচৰ মায়া নুবুজি ক'ৰ মানুহ, কেলেই হাবিৰ দাঁতিত ফুৰিছে, সুধিলোঁ। তাই কিবা-কিবি কৈছিল, কিন্তু মোৰ মনত একেবাৰ কথাও নৰ'ল। তাৰ পাচত, মই তাইক অকলশৰীয়া দেখি ঘৰলৈ লৈ আহিব খুজিছিলোঁ। কিন্তু এনেতে ক'ৰবাৰ পৰা বৰ দ'ত এডাল খেদা মাৰি আহিল। মই পাচলৈ নোচোৱাকৈ দিলোঁ লৰ, সিও পাচে পাচে খেদিবলৈ লাগিল এতিয়া মই আহি তোমালোকৰ ওচৰ পালতে নোহোৱা হ'ল।

মিনাৰামৰ কথা শুনি সকলো ৰাইজে নিজ নিজ মতামত প্ৰকাশ কৰিবলৈ ধৰিলে।

১ম : হয় কথাটো। এই হাবিত ভূত থাকে বুলি ময়ো শুনিছোঁ। সিদিনা সেই পুৱাৰামৰ বৰ লৰাটোৱে ম'হ ৰাখি থাকোঁতেই বোলে ভূতে পাই আচুৰি-বাকুহি, ঘুহু-ৰাই-কিলাই, নকৰিবৰ চকৰি কৰিলে।

২য় : হয়, হয়। তইতে আৰু পহৰ পাত এটা সৰা শুনিলেও মাথোন ভূতকেহে দেখ! লোকৰ বাৰীৰ কুঁহিয়াৰ চুৰ কৰোঁতে সিদিনাইতৰ মাৰ খাই পুৱাৰামৰ পুতেক উঠিব নোৱাৰা হ'ল; বাটি বুলিল ভূতে মাৰিলে।

৩য় : তুমিও কিবা ওপৰে ওপৰে কথাবোৰ কোৱা। আমাৰ ককা দেউতাই আকৌ ভূতৰ আঙুলীকে কাটি আনিছিল।

এনেতে পদ্ম আৰু ফুল আহি নামঘৰ পালে। মিনাৰামে তত কোঁচ খাই ফুচ ফুচ কৰে ক'লে,—"সোৱা দেখিছা, ইয়ালৈকে খেদি আহিছে।"

দ্বিতীয় মানুহটোৰ নাম বলোৰাম। বলোৰামে কলে:—"তই মনে মনে থাক।"

তাৰ পাচত তেওঁ পদ্মহঁতৰ ফাললৈ চাই সুধিলে: "তোমালোক ক'ৰ মানুহ, কলৈ যোৱা?"

পদ্মকান্তই তেওঁলোকৰ নিজ নিজ বিৱৰণ আৰু মনৰ কথা সকলো ভাঙি-ছিঙি ক'লে। সকলোৱে তেওঁৰ কথাত বিশ্বাস কৰিলে। কিন্তু মিনাৰামে বিশ্বাস কৰিব নোৱাৰিলে। তাৰ মনৰ পৰা ভূতৰ ভয় নযুলি হওছিল। পাঠকসকলে বুজিব লাগিব যে এই মিনাৰামেই পাত আনিবলৈ গৈ বকলীত গাইছিল আৰু ফুলক দেখি বলেৰে ধৰি আনিব খুজিছিল। তাৰ পাচত পদ্মই খেদি অহা দেখি সেইবোৰ ভৌতিক কাণ্ড বুলি ভয় খাই লৰ মাৰিছিল।

পদ্মৰ কথা শুনি বলোৰামে কলে:—"যদি তোমালোকৰ আপত্তি নাই, তেন্তে ফুলক মোৰ ঘৰতে ৰাখিব পাৰা। মোৰো ঘৰত সৰহীয়া মানুহ নাই। লৰা ছোৱালীৰ ভিতৰত এটি ছোৱালীয়েই সকলো বুজিব লাগে।

পদ্মকান্ত বলোৰামৰ কথাত মান্তি হ'ল আৰু ফুলক লৈ তাৰ পৰা গুচি গ'ল। ফুল বলোৰামৰ ঘৰতে থাকিবলৈ ধৰিলে।

# ষোড়শ অধ্যায়

## ঋণ-পৰিশোধ

ৰণ শেষ হ'লত স্বৰ্গদেৱ কিছুমান সৈন্যেৰে সৈতে এডোখৰ ঠাইত গোট খালে। মানসেনা-টোৱেও তাৰ প্ৰতিজ্ঞা ভঙ্গ কৰা নাছিল, সি যদিও স্বজাতিৰ বিৰুদ্ধে অস্ত্ৰ ধৰা নাছিল, তথাপি দেবেন্দ্ৰক বহুতো কাৰ্য্যত সাহায্য কৰিছিল। স্বৰ্গদেৱে নিজৰ অৱস্থালৈ চাই চকু লো টুকি ক'বলৈ ধৰিলে,:— হায়! দুৰাত্মাইঁতে সোণৰ অসম ছাৰখাৰ কৰিলে। মোৰ চেনেহৰ অসমীয়া প্ৰজাক সৰ্ব্বস্বান্ত কৰি বনলৈ খেদিলে। ইমান তো যে মোৰ এই প্ৰাণ ওলাই যোৱা নাই, ই সঁচাকৈয়ে আশ্চৰ্য্যৰ কথা। কুলাঙ্গাৰ বদনচন্দ্ৰ! তোৰ ভাল মহিমা! তয়েই এই সোণৰ অসম মাতৃক শ্মশানত পৰিণত কৰালি! ভাই অসমীয়াক বনলৈ খেদিলি! সতীৰ সতীত্ব নাশ কৰালি!! মান! পাষণ্ড মান! নৰৰক্তপায়ী দুৰাত্মা মান! এই পৃথিৱীত—ঈশ্বৰৰ সৃজনৰ ভিতৰত তহঁতৰ দৰে নীচ প্ৰকৃতিৰ পশু প্ৰবৃত্তিৰ মানুহ আৰু ক'তো নাই। স্বৰ্ণ-প্ৰসবিনী অসম জননীৰ সৌভাগ্য লক্ষ্মীয়ে তহঁতৰ তাপত পলাই কাঁট মাৰিলে। তথাপি তহঁতৰ হেপাহ নপলাল। উঃ মোৰ প্ৰাণ কি কঠিন! স্বদেশ-স্বজাতিৰ এনে দুৰ্দ্দশা দেখিও কিয় মোৰ প্ৰাণ যোৱা নাই! কত বীৰ পুৰুষে স্বদেশৰ অৰ্থে, গো-ব্ৰাহ্মণৰ ৰক্ষাৰ অৰ্থে, প্ৰাণ এৰি নিজৰ দেহা পৱিত্ৰ কৰিছে, —মৃত্যুকালতো সজ কামত দেহা এৰিছোঁ বুলি আনন্দ উপভোগ কৰিছে, মই কিয় তেওঁলোকৰ পথৰ পথিক হ'ব পৰা নাই।

স্বৰ্গদেৱক শোকে খুন্দা মাৰি ধৰিলে। অলপ পাচত তেওঁ আকৌ ক'বলৈ ধৰিলে,— 'সেনাসকল! যদিও আমাৰ দিন দুখতেই গৈছে, তথাপি আজিৰ নিচিনা দুখৰ দিন আমাৰ ভাগ্যত ইয়াৰ আগেয়ে ঘটা নাই। আজি আমাৰ কঁকাল ভাগিল। আকৌ যে কেতিয়াবা আমি মুৰ তুলিব পাৰিম তাৰ আশা নাই! তদুপৰি, আজি অসম-আকাশৰ পৰা এটি উজ্জ্বল নক্ষত্ৰ খহি পৰিল। অহো! আজি দেবেন্দ্ৰনাথে ৰণ ক্ষেত্ৰত যি কাৰ্য কৰিলে, যি বিক্ৰমেৰে, যি ৰণকৌশলেৰে ৰণ কৰিলে, আন কি মৃত্যুকালতো যি বীৰত্ব প্ৰকাশ কৰিলে, সি অভূতপূৰ্ব্ব। এতিয়া আমি তেওঁৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশৰ চিন স্বৰূপে তেওঁৰ মৃত-দেহ বিচাৰি সংস্কাৰ কৰা উচিত। গতিকে, এতিয়া সকলোৱে তেওঁৰ মৃতদেহ অন্বেষণ কৰাঁ।"

স্বৰ্গদেৱৰ কথা মতে সকলোৱে ৰণক্ষেত্ৰলৈ গৈ দেবেন্দ্ৰৰ মৃতদেহ বিচাৰিবলৈ ধৰিলে। কিন্তু বহুত বেলি বিচাৰিও ক'তো তেওঁৰ ছায়াকো দেখা নাপালে। বিচাৰি বিচাৰি নাপাই উভতি আহিব খোজোঁতেই মানসেনাটোৱে নিশ্চিন্ত ভাবেৰে শুই থকা দেবেন্দ্ৰক দেখা পালে। ভাল মতে চোৱাৰ পাচত তাৰ বোধ হ'ল যেন দেবেন্দ্ৰ এতিয়াও মৰা নাই। নাকৰ গুৰিত হাত দি চালে, বোধ হ'ল যেন এতিয়াও নিশ্বাস বৈ আছে। মানসেনাৰ কৰস্পৰ্শত দেবেন্দ্ৰই কেঁকাই কেঁকাই মাতিলে,—"কো-ও-ন?" দেবেন্দ্ৰৰ মাত শুনি মানসেনাটো নাচি উঠিল আৰু আন বিলাকক মাতি ক'লে :—"এওঁ মৰা নাই, তোমালোক দুজনমানে এওঁক লৈ ব'লা। মই এটা ঔষধ বিচাৰি আনোঁ।"

দুটামান মানুহে তেতিয়া তেওঁক তাৰ পৰা লৈ আহিল। মানটোৱে কিবা দৰৱ এটা আনি কত মান বিলাকত তাৰ ৰস টেপি দিলে। চন্দ্ৰকান্ত

সিংহ স্বৰ্গদেৱে দেৱেন্দ্ৰক জীৱিতাৱস্থাত পাই নথৈ আনন্দ পালে।

গোটেই ৰাতি দেৱেন্দ্ৰৰ গাত চেতনা নাই। মাথোন মাজে মাজে দুই-একেবাৰ প্ৰলাপ বকিছিল। মানসেনাটোৱে ওচৰতে বহি গোটেই নিশাটো পৰ দি থাকিল।

লাহে লাহে পূব আকাশত ৰাঙলী বেলিয়ে দেখা দিলে। গছৰ আগবিলাক সোণালী হৈ উঠিল; লাহে লাহে পুৱাৰ শীতল বতাহ বলিবলৈ ধৰিলে। দেৱেন্দ্ৰৰ গাত চেতনা আহিল; কিন্তু গাত শক্তি নাই। স্বৰ্গদেৱে উপযুক্ত পথ্যৰ ব্যৱস্থা কৰিলে।

* * *

লাহে লাহে সাতদিন হ'ল, দেৱেন্দ্ৰনাথো কিছু পৰিমাণে আৰোগ্য হ'ল, মানসেনাৰ দৰবৰ গুণতে তেওঁৰ ঘাৰ বিষ কমি আহিল আৰু উঠি-লৰি ফুৰিব পৰা হ'ল। তেওঁ তালৈ চাই ক'লে—এদিন মই তোমাৰ প্ৰাণ ৰক্ষা কৰিছিলোঁ। এতিয়া তুমি এই সঙ্কটত মোৰ প্ৰাণ ৰক্ষা কৰি তোমাৰ ঋণ পৰিশোধ কৰিলা। সেই কাৰণে, মই আজি এই মুহূৰ্ত্ততে তোমাক স্বাধীনতা দান কৰিলোঁ। তুমি এতিয়া তোমাৰ ইচ্ছামতে চলিব পাৰা।

মান : দেউতা! মই আৰু আসামত থাকিব নোখোজোঁ। দেউতাৰ অনুমতি পালে ঘৰলৈ গৈ পো-পৰিয়ালৰে সৈতে বাকী দিন কেইটা নিয়াব পাৰোঁ।

দেৱেন্দ্ৰই তেতিয়া যথোচিত পুৰস্কাৰ দি মানসেনাটোক দেশলৈ পঠিয়ালে।

তাৰ পাচত দেৱেন্দ্ৰ আৰু সাতদিন স্বৰ্গদেৱৰ লগত থাকিল। তেতিয়া তেওঁ প্ৰায় সম্পূৰ্ণৰূপে আৰোগ্য হ'ল আৰু ঘৰলৈ উভতিবৰ কাৰণে স্বৰ্গদেৱৰ ওচৰত প্ৰস্তাৱ কৰিলে।

স্বৰ্গদেৱে দেৱেন্দ্ৰক এখন সোণেৰে নাল বন্ধোৱা তৰোৱাল পুৰস্কাৰ দি ক'লে:—"দেৱেন্দ্ৰ! তোমাৰ গুণৰ পুৰস্কাৰ দিবলৈ মোৰ একো নাই, তথাপি সামান্য চিন স্বৰূপে এই তৰোৱাল খনি উপহাৰ দিলোঁ। গ্ৰহণ কৰি বাধিত কৰাঁ।"

দেৱেন্দ্ৰই তৰোৱালখন লৈ স্বৰ্গদেৱক সেৱা জনাই ক'লে:—"দাসৰ এনে গুণ নাই, যাৰ দ্বাৰা এনে কৃপা লাভ কৰিব পাৰোঁ। তথাপিও আপুনি দাসৰ প্ৰতি এনে মহৎ কৃপা প্ৰদৰ্শন কৰিছে, সি আপোনাৰ মহৎ আৰু কোমল অন্তঃকৰণৰ চিনাকি দিছে মাথোন।"

চন্দ্ৰকান্ত : দেৱেন্দ্ৰ! তুমি নিজক সামান্য বুলি পৰিচয় দিবলৈ যোৱাত তোমাৰ নম্ৰ স্বভাৱৰ আৰু শ্ৰেষ্ঠতা চৰিছে। কিন্তু প্ৰকৃত পক্ষে, তোমাৰ দৰে আৰু কেইজনমান মোৰ সহায় থকা হলে এনে কষ্টত পৰিব নালাগিলহেঁতেন। আৰু কি ঠিক সময়ত তুমি সাহায্য কৰিবলৈ পোৱাহি হলেও মানৱৰ কি সাধ্য যে আমাক পৰাস্ত কৰে! যেই নোহোক এতিয়া আৰু পুৰণি কথা সুঁৱৰি বিলাপ কৰাৰ সকাম নাই।

তাৰ পাচত দেৱেন্দ্ৰই বিনীত ভাৱে স্বৰ্গদেৱৰ ওচৰত বিদায় লৈ ঘৰমুৱা হৈ খোজ ল'লে। স্বৰ্গদেৱো ইংৰাজৰ ওচৰত সাহায্য বিচাৰিবৰ মনেৰে ভটীয়াই গ'ল।

# সপ্তদশ অধ্যায়

## যেনে কৰ্ম্ম তেনে ফল

ৰাতি প্ৰায় এপৰ অতীত হৈছে। ৰান্ধনীয়ে ভাত পানী ৰন্ধাত ব্যস্ত হৈছে, আন মানুহ দুই-চাইটা গোট খাই ৰাজহত বহি জুৰ লৈছে আৰু কোনো কোনোৱে পুথি পঢ়ি ব্যাখ্যা কৰিছে।

কনকচন্দ্ৰৰ ঘৰত কনকে ভাত ৰান্ধিছে, বস্তাই মাৰল ঘৰত বহি সূতা উৰাইছে, লগুৱাটোৱে চ'ৰা ঘৰতে বহি খৰাহিৰ কাঠি তুলাই আছে। এনেতে গাৱঁত "মানও, মানও, পলাও, পলাও" কৈ চিঞৰ উঠিল। সঁচাকৈয়ে ম'হগৰৰ বণত বহুতো লোকচান হোৱাত মানহঁতে যাৰে যিহকে পায় তাকে লুটি নিবলৈ ধৰিলে। আজি তাৰে গোটাচেৰেক আহি কনকহঁতৰ গাৱঁত সোমাইছে। চিঞৰ শুনি লগুৱাটোৱে হাতত কাঠি তুলোৱা নালীয়া কটাৰীখন লৈ থিয় হ'ল। কনক এবেলগেই আহি বস্তাৰ ওচৰ চাপিল।

অলপ পাচতে এটা মান আহি কনকৰ ঘৰ পালে। লগুৱাটোৱে তাৰ গালে কটাৰীখন মাৰি দিলে, কিন্তু কটাৰী এফলীয়া হৈ গ'ল। মানটোৱে নিৰাপদ হবৰ মনেৰে দাখন দাণ্ডি লৈ এটা পূৰ্ণহতীয়া কোষ মাৰিলে। সেই মুহূৰ্ত্ততে লগুৱাৰ পঞ্চ ভূতৰ বিচ্ছেদ ঘটিল। বাহিৰত গোলমাল শুনি কনক আজৰাঢ়ি আহিল আৰু মানটোক দেখি আগ ভেটি ধৰিলে। মানটোৱে একে ভুকুৱেই কনকক লুটিয়াই পেলালে। কনক শুৰি কঠাল পৰাদি দিবিং কৰে পৰি মূৰ্চ্ছা গ'ল। মানটোৱে পিশাচৰ দৰে হো হো কৰে হাঁহি ভিতৰত সোমাই গ'ল। মাৰল সোমাই বস্তাক দেখিয়েই ভথা লাগিল; অলপমান বেলি একে থৰে চাই থাকি লাহে লাহে ওচৰ চাপি গ'ল। বস্তালৈ চাই কলে—"তোৰ ঘৰত আৰু কোন আছে?"

বস্তা : কেওঁ নাই তায়া; তোমাক ভৰিত ধৰি মাতিছোঁ; তুমি যি লাগে তাকে লৈ গুচি যোৱাঁ।

মানটোৱে আকৌ হো হো কৰে হাঁহি ক'লে : "কলৈ গুচি যাম? তোক নিবলৈ নাপালে কেলেই যাম?" আৰু বস্তাৰ নিচেই ওচৰ চাপিলগৈ।

বস্তাই খং আৰু ভয়ত অধীৰ হৈ ক'লে :— "পাষণ্ড! তোৰ যদি প্ৰাণলৈ মমতা আছে, যদি ধৰ্মলৈ ভয় আছে, তেন্তে এতিয়াই ইয়াৰ পৰা আঁতৰ হ।"

বস্তাৰ কথা শুনি মানটো প্ৰথমতে থমকা খাই ৰ'ল; তাৰ পাচত ৰেঁাৱাৰ দৰে ঢোকৃঢেকনি মাৰি হাঁহি বস্তাক ধৰিবলৈ হাত মেলিলে। হঠাৎ সৰিয়হৰ তেলৰ চাকিৰ ক্ষীণালোকত এখন ওপৰলৈ দণ্ডা তৰোৱালৰ জিকমিকনি দেখা গল; পাচৰ মুহূৰ্ত্ততে মানটোৰ ডিঙিৰ পৰা মূৰৰ বিচ্ছেদ ঘটিল।

বস্তাই ঘটনাৰ একো মূৰ ধৰিব নোৱাৰি থৰ লাগিল, অজ্ঞাতসাৰে মুখৰ পৰা চিঞৰ ওলাল। আন সময়ত হোৱা হ'লে সেই চিঞৰ শুনি মানুহে জুম পাতিলেহিহঁতেন; কিন্তু আজি তালৈ কোনে কাণ কৰে! লোকৰ কথালৈ কাণ দিয়া দূৰত থাকোক, আপোন প্ৰাণ লৈয়েই টনাটনি! সকলো গা সকাৰৰ কাৰণে পলায়নত ব্যস্ত। বস্তাই দেখিলে, সন্মুখত খাপৰ পৰা উলিওৱা তৰোৱাল দাণ্ডি এজন বীৰপুৰুষ থিয় দি আছে। তেওঁৰ সৌম্য মূৰ্ত্তি দেখি বস্তাৰ মনত সাহ জন্মিল; ঘাইকৈ যেতিয়া তেওঁ "নিৰাশ্ৰয়া অবলাৰ প্ৰতি অত্যাচাৰ কৰোঁতা আৰু কোন আছে, চাপি আহাঁক, এটা এটাকে যমৰ আলহী কৰিম" বুলি কোৱা শুনিলে,

তেতিয়া বস্তাৰ হৃদয় ভক্তি আৰু আনন্দত আপ্লুত হৈ পৰিল। তেওঁ একেবাহে সেই পুৰুষলৈ চাবলৈ ধৰিলে। বস্তাই সেই দৰে চোৱা দেখি সৈনিকজনে আচৰিত অথচ পৰিচিত ভাবেৰে সুধিলে :—"তুমি দেখোন বেয়াকৈ চাইছা? চিন হেৰুৱালা নে কি?"

বস্তা : আপোনাক ইয়াৰ আগেয়ে দেখা মোৰ মনত নপৰে।

সৈনিক : বুজিলোঁ; সংসাৰত তিক্ততাৰ চিন ধৰা অতি দুঃসাধ্য। দুদিন নৌ হওঁতেই চিনি নোপোৱা হ'লা! নিশ্চয়, মই বুজিছোঁ, কেঁচা-বাঁহত ঘুণে ধৰিলে। হায়! কালৰ কুটিলা গতি!! এই বুলি কৈ তেওঁ বাহিৰ ওলাল। কনকে তেতিয়া চেতনা লাভ কৰিছিল; চকুমেলি চায়েই দেবেন্দ্ৰক দেখা পালে।

পাঠক! সৈনিক দেবেন্দ্ৰৰ বাহিৰে আন কোনো নহয়।

দেবেন্দ্ৰক দেখি কনকে ক'লে: —"বাপা বেগাই যোৱাঁ, এতিয়াই এটা মানে মোক তুকু মাৰি পেলাই বস্তাক আক্ৰমণ কৰিবলৈ গৈছিল। কি জানি কি—"

দেবেন্দ্ৰ : আপুনি ধৈৰ্য্য ধৰক। মান এতিয়া এই পুৰীত নাই; তাৰ পাপৰ যোগ্য পৰাচিত হৈছে। কিন্তু এটা কথাত মোৰ সন্দেহ হৈছে, বস্তা কোন?

কনক : কিয়, তুমি জানো দেখা নাই।

দেবেন্দ্ৰ : ক'তা! মই এইমাত্ৰ আহি এইখিনি পাইছোঁ। গাওঁ সোমাওঁতেই কেউকালে "মান মান" চিঞৰ শুনিবলৈ পাই, কোবা-কুবিকৈ আহি আপোনাৰ ঘৰ পালোঁ। আপোনাৰ ঘৰ বাগাই সোনেই চোতা-লতে ধ'ৰ খুজিছিলোঁ, এনেতে ভিতৰত গোলমাল শুনি, ভিতৰত মাজ সোমাইছে বুলি তৰোৱাল দাঙি খেদি গলোঁ। তেতিয়া মান এটাই ফুলক ধৰিবলৈ ধৰিছিল, মই কোব মাৰি তাৰ মূৰটো কাটি পেলালোঁ। তাৰ পাচত আপোনাৰ বাতৰি সুধিব খুজিছিলোঁ কিন্তু ফুলে এই দুদিনৰ ভিতৰতে মোক চিনিবই নোৱৰা হ'ল।

কনক : বোপা! তোমাৰ ভ্ৰম হৈছে, তেওঁ ফুল নহয়। তুমি সুধিছিলা নহয় বস্তা কোন? তেৱেঁই বস্তা, আন্ধাৰত তুমি হে চিনি নাপালা।

দেবেন্দ্ৰই নিজৰ ভুল বুজিব পাৰি লজ্জিত হ'ল আৰু বস্তাক কোৱা কথাৰ বাবে অনুতাপ কৰিবলৈ ধৰিলে। ফুল কলৈ গ'ল আৰু বস্তা ক'ৰ পৰা আহিল, একো বুজিব নোৱাৰি তেওঁৰ মূৰ ঘূৰি গ'ল। লাহে লাহে ক'লে—"আপুনি কি কৈছে মই একো বুজিব পৰা নাই। ফুল কলৈ গ'ল? আৰু বস্তা নো আহিল ক'ৰ পৰা?"

কনকে সাউৎ কৰে তাৰ উত্তৰ দিব নোৱাৰিলে। কথা ক'বলৈ ধৰোঁতেই তেওঁৰ চকুৰ পৰা সৰসৰ কৰে চকু-লো ওলাল। তাৰ পাচত অলপ থিৰ হৈ কবলৈ ধৰিলে :—"এদিন সন্ধ্যা সময়ত মই ঘৰত নথকাত, ফুল গৈ ফুলনিত সোমাই বহি ফুল লৈ আছিল। মই ঘৰলৈ আহি ফুলক নাপাই বিচাৰিবলৈ ধৰিলোঁ। এনেতে কৰবাৰ পৰা পাখলী এজনী আহি ক'লে তাইক যেনো কেইটামান মানুহে ধৰি নিলে। মই তেতিয়াই তালি-টোপোলা বান্ধি লগুৱা-টোৰ লৈতে বাহিৰ ওলালোঁ। পাচ দিনা এজন হাবিৰ মাজত বস্তাক পালোঁ। তাইকো যেনো কোনোবাই ধৰি নিছিল। পাছে, তাৰ পৰা পলাই

আছি, এজন মানুহৰ সাহায্য লৈ ঘৰলৈ যাবলৈ আহোঁতে, হাবিৰ মাজত কাৰবাৰ কান্দোন শুনি, মানুহজন সেই ফাললৈ খেদি গ'ল। বস্তায়ো অলপমান বেলি বৈ থাকি ভয়ত লৰ মাৰিলে। মানুহজনৰ লগত আৰু তাইৰ দেখা নহ'ল। আমি পাই তাইক লৈ আহিলোঁ। কিন্তু আজিলৈকে ফুলৰ শুংসূত্ৰও নাপালোঁ।

দেবেন্দ্ৰ : পিছে বস্তাক কেওঁ বিচৰা নাই নে?

কনক : নাই। বিচাৰিবলৈ বস্তাৰ মাকৰ বাহিৰে কেওঁ নাই। আমি অনুসন্ধান কৰিছিলোঁ, কিন্তু মাকো, জীয়েকক ধৰি নিয়াৰ লগে লগে হেৰাল। সেই দেখি তাইক মোৰ ইয়াতে ৰখা উচিত যেন দেখিলোঁ।

কনকৰ কথা শুনি দেবেন্দ্ৰৰ মূৰ ঘূৰি গ'ল, কেউফালে ধুঁৱলি-কুঁৱলী দেখিবলৈ ধৰিলে। অকস্মাৎ দেবেন্দ্ৰৰ সুখৰ সপোনৰ অন্ত পৰিল। বহু যত্নেৰে সজা প্ৰণয়-মন্দিৰৰ চালখনি হুৰ, হুৰ, কৰে ভাগি পৰিল। দেবেন্দ্ৰ আৰু কনক দুয়ো গোট খাই মানটোৰ মৃতদেহ ভৰলীত ওপঙাই দিলে আৰু লগুৱাটোৰো সংস্কাৰ কৰিলে।

সেই ৰাতি আৰু কাৰো শোৱা-খোৱা নহ'ল। মৃতদেহ সংস্কাৰ কৰাৰ পাচত ৰাতি যি খিনি বাকী আছিল, সেইখিনি ৰণৰ বয়-বাতৰি কওঁতেই গ'ল।

ৰাতিপুৱা দেবেন্দ্ৰই খাই-বৈ উঠি, ফুলক বিচাৰিবলৈ ওলাল আৰু কনকলৈ চাই ক'লে :— "মই এতিয়া ঘৰলৈ নাযাওঁ। ফুলৰ বিচাৰ কৰা নিতান্ত উচিত। সেই দেখি, মই আজি এতিয়াই ওলালোঁ, ফুলৰ এটা নিশ্চয় বাতৰি নোপোৱাকৈ নুঘূৰোঁ।"

# অষ্টাদশ অধ্যায়

## ফুলৰ কি হ'ল

পদ্মকান্তই থৈ যোৱাৰ পাচত ফুল বলোৰামৰ ঘৰতে থাকিবলৈ ধৰিলে। বলোৰাম আৰু বৈৰ্ণীয়েকেও তেওঁক জীয়েকৰে সৈতে সমানে আদৰ-সাদৰ কৰে, ফুলেও তেওঁলোকক মাকবাপেকৰ দৰে ভক্তি কৰে। এইদৰেই এদিন গ'ল, দুদিন গ'ল লাহে লাহে এপষ পাৰ হ'ল। কিন্তু ফুলক বিচাৰি কেওঁ নাহিল। পদ্মকান্তও ক'লৈ গ'ল তাৰ ঠিক নাই। ফুলৰ মনত সদায় চিন্তা, চকুত সদায় চকু-লো। তেওঁ তেওঁৰ চেনেহৰ বাপেক, চেনেহৰ ঘৰৰ কথা সমূলি পাহৰা নাই। কেনেকৈ নিজৰ ঘৰ আকৌ দেখিবলৈ পাব, বাপেকৰ বুকুত মুখ লুকুৱাই কান্দিবলৈ পাব,—এয়ে তেওঁৰ দিন-ৰাতি চিন্তা। আৰু দেবেন্দ্ৰ! যাৰ মূৰ্ত্তি তেওঁৰ অন্তৰত পোত খাই বৈছে, তেওঁৰ খাতৰি নাই। তেনে হলে আকৌ দেখা নহব নে কি? তেনে হলে তো সৰ্বনাশ! দেবেন্দ্ৰৰ লগত দেখা নহলে আধাফুলা অৱস্থাতে ফুল শুকাই যাব যে! ফুলৰ মানত এতিয়া আকাশ-পাতাল, জল-স্থল,—সকলোতে দেবেন্দ্ৰ। তাতোকৈ তেওঁৰ মনঃপটত দেবেন্দ্ৰৰ উজ্জ্বল মূৰ্ত্তি জিলিকিব লাগিছে। কিন্তু সেই মূৰ্ত্তি নিৰ্জীৱ, সেই মূৰ্ত্তি বাক্‌শক্তিহীন। সেই মূৰ্ত্তিৰ গৰাকী তেজমঙহৰ দেবেন্দ্ৰই আকৌ তেওঁক বুকুত সুমুৱাই লৈ শান্তি নিদিলে কেনেকৈ ফুলে প্ৰকৃত সুখ লাভ কৰিব!

ফুল এতিয়া ফুলত নাই। কলিতে পোকে ধৰা ফুলৰ দৰে তেওঁ এতিয়া ম'ৰ পৰিল। এতিয়া তেওঁৰ মনত আগৰ নিচিনা প্ৰফুল্লতা নাই, সদায়

গম্ভীৰ ভাবেৰে চিন্তাত নিমগ্ন থাকে। বলোৰামৰ জীয়েক চেনেহীয়ে সদায় তেওঁৰ মনত ৰং লগাবলৈ চেষ্টা কৰে; কিন্তু ফুলে তাত শান্তি নাপায়।

বলোৰামে ফুলৰ পৰা তেওঁৰ পিতাকৰ পৰিচয় পাইছিল আৰু দেখা-শুনা নাথাকিলেও আগৰে পৰা তেওঁৰ নাম শুনিছিল। তথাপি তেওঁ ফুলক ঘৰলৈ পঠিয়াবলৈ কোনো আয়োজন নকৰিলে। কনকে যে ফুলক বিচাৰি পাব, তেনে আশা বলোৰামে কৰা নাছিল। কাৰণ তেতিয়া মানৰ দিন। কেতিয়া আহি মানে লুট-পাট কৰিব, গৰু-ছাগলীৰ দৰে মানুহক হত্যা কৰি উৎসৱ পাতিব গাভৰু ছোৱালীহঁতক ধৰি লৈ যাব, তাৰ ঠিক নাছিল। ওলাই-সোমাই ফুৰিবলৈ সকলো মানুহৰেই ভয়। তাতে ম'হগৰৰ ৰণত জয় লাভ কৰি সিহঁত আগতকৈও মতলীয়া হৈ উঠিছিল। মানুহৰ মনত ইমান ভয় সোমাইছিল যে মান আহিছে বুলি উৰা বাতৰি এটা শুনিলেও সকলোৱে ঘৰ-দুৱাৰ এৰি হাবিত আশ্ৰয় লবলৈ লৰ দিছিল; ইকালে মানৰ ভয়ত মানুহ ভাগি যোৱাৰ বাবে প্ৰথম আক্ৰমণৰ সময়ৰে পৰা দেশ অৰণ্যময় হৈ উঠিছিল; বাট-পথৰ চিন-বান নোহোৱা হৈছিল। দেশৰ এনেকুৱা অৱস্থাত কনকে ফুলক বিচাৰি উলিয়াব পাৰিব বুলি বলোৰামে এখন্তকলৈকো ভবা নাছিল, আৰু সেই কাৰণেই ফুলক পিতাকৰ লগলৈ পঠিয়াবলৈ তেওঁৰ সমূলি ইচ্ছা নাছিল।

বলোৰামৰ তেনে অনিচ্ছাৰ আৰু এটা কাৰণ আছিল। বলোৰামৰ ঘৰৰ ওচৰতে ৰঙীৰাম নামেৰে এটা মানুহ আছিল। তাৰ লগত বলোৰামৰ কিবা এটা সম্বন্ধও আছিল। ফুলক দেখিবৰে পৰা সি কিবা এটা গুপুত বাসনাৰ বহ্নিত চেঁচা-পোৰা হৈছিল, আৰু ফুলক লাভ কৰিবৰ নিমিত্তে বলোৰামৰ ওচৰ চাপিছিল। বলোৰাম প্ৰথমতে অসন্মত হৈছিল, কিন্তু ধনৰ লোভত পৰি শেষত সন্মতি দিলে। সেই দেখিয়েই তেওঁ ফুলক পঠিয়াবলৈ অলপো যত্ন নকৰিলে, বৰং এমাহৰ ভিতৰত তেওঁক বিচাৰি কোনো নাহিলে ৰঙীৰামৰ লগত তেওঁৰ বিয়া দিবলৈ মনতে স্থিৰ কৰি থ'লে।

লাহে লাহে মাহৰ অন্ত পৰিল, কিন্তু ফুলৰ খবৰ লওঁতা কোনো নোলাল। ৰঙীৰামে বলোৰামক বৰকৈ পীড়াপীড়ি কৰিবলৈ ধৰিলে, অগত্যা বলোৰাম তেওঁৰ প্ৰতিজ্ঞা ৰক্ষা কৰিবলৈ মান্তি হ'ল। কিন্তু টেকেলি দিয়াৰ আগলৈকে ফুলে ঘুণাক্ষৰেও এই ভীষণ সংবাদ পোৱা নাছিল।

টেকেলি দিবৰ দিনা এই আকস্মিক বাতৰি ফুলৰ কাণত মাটিৰ খোঁচ পৰা দি পৰিল, তেওঁ ততালিকে মূৰ্চ্ছা গ'ল। তিৰুতাবিলাকে পানী ছুলি, ধৰি মেলি নি তেওঁক গাৰ বলেৰে লোৱালে।

আজি ফুলৰ খিলাই চাই কোনে। পাগলীৰ কথা আজি তেওঁৰ মনত পৰিল,—"পৃথিবীত ধাৰ্ম্মিকৰ সুখ নাই, ইয়াত অধৰ্মৰ ৰাজত্ব।" সঁচাকৈয়ে পৃথিবীত অধৰ্মৰ ৰাজত্ব নে কি? ফুলে বহুতো ভাবিলে, ভাবি চিন্তি একেবাৰে আত্মহত্যা কৰিবলৈকো মন মেলিছিল। কিন্তু কোনোবাই যেন তেওঁৰ কাণে কাণে কৈ দিলে:—"ধৈৰ্য্য নেহেৰুৱাবা, খন্তেকৰ ভোজ খাওঁতা নাই, শেষলৈকে অপেক্ষা কৰা, কোনো দৈৱিক উপায়েৰে হয়তো ইয়াৰ ভিতৰতে তোমাৰ উদ্ধাৰ হব পাৰে।"

ফুলে ধৈৰ্য্য ধৰিলে, পাৰিলে ইয়াৰ ভিতৰতে পলাবলৈ স্থিৰ কৰিলে; কিন্তু বলোৰামে দিনে ৰাতিয়ে সমানে চকু ৰখাৰ বাবে সি কাৰ্য্যত পৰিণত

হৈ উঠিল। তেওঁ ৰলোৰামৰ ভৰিত পৰি নানা প্ৰকাৰে কাকুতি কৰিলে, বিয়াৰ আগেয়ে মৰিয়াই মাৰিবলৈ প্ৰাৰ্থনা কৰিলে, কিন্তু ফল একো নহ'ল — ৰলোৰামক একোৱে বিচলিত কৰিব নোৱাৰিলে।

আজি বিয়া। আন সময়ত হোৱা হ'লে ছয়ো ঘৰত তোলপাৰ লাগিলহেঁতেন, বুঢ়া-ডেকা, জীয়াৰী-বোৱাৰী সকলোৰে মুখত আনন্দৰ হাঁহি দেখা গ'লহেঁতেন, চেঙেলীয়া ডেকা আৰু গাভৰুসকল হাঁহি-মাতি নাচি-বাগি দহ ভোখৰ হৈ ফুৰিলেহেঁতেন, ধুলীয়া, খুলীয়া, কালীয়া, নামতী আদিৰ গীত-বাদ্যৰ ধ্বনিয়ে আকাশ পাতাল খলক লগালেহেঁতেন। কিন্তু এই বিয়াত তেনে আড়ম্বৰ বিশেষ একো নাই, মানৰ ভয়ত সকলো পেপুৱা-লগা।

ৰাতি হ'ল। যথা সময়ত দৰা আহি ৰভাতলত বহিল, পুৰোহিতে সকলো ঠিক-ঠাক কৰি লৈ কাৰ্য্য আৰম্ভ কৰিলে, কন্যা উলিয়াবৰ হ'ল।

ফুল ভিতৰত তিকতাবিলাকৰ মাজত বহি আছিল। তেওঁৰ মুখত মাত নাই, প্ৰাণত শান্তি নাই, কিন্তু আগৰ কেই দিনতকৈ আজি তেওঁ বেছি স্থিৰ, যেন তেওঁ মনতে কিবা এটা সংকল্প স্থিৰ কৰিছে তেওঁৰ ওচৰত থকা তিকতাবিলাকে ভেদ-ভেদ নোহোৱাকৈ কথা পাতিব লাগিছে। কথাৰ মাজতে এজনীয়ে ক'লে:—"এই বাৰ যুঁজত মানবোৰ হাৰিব বুলিহে ভাবিছিলোঁ, পিচে সিহঁতহে জিকিল। আমাৰ পিৰিহঁতো দেবেন্দ্ৰ বৰুৱাৰ লগত ৰণলৈ গৈছিল, পিচে যুঁজত হাৰি কোনো মতেহে প্ৰাণ লৈ পলাই আহিছে।"

আন এজনীয়ে সুধিলে:— "পিচে বৰুৱাৰ হ'ল কি?"

"কি নো হব! তেওঁক বোলে মানে কাটিলে।"

সকলোৱে "হায়! হায়!" কৰিবলৈ ধৰিলে, ফুল একেবাৰেই চৰণ পৰা মানুহ যেন হ'ল। ঠিক সেই সময়তে কন্যা হোমৰ গুৰিলৈ নিবৰ নিমিত্তে পুৰোহিতে আদেশ কৰিলে। আদেশ পালন কৰিবলৈ ৰলোৰাম ভিতৰ সোমাল। হঠাৎ বাহিৰত কোঢ়াল লাগিল:—"মান, মান, পলা পলা।" মানৰ নাম শুনিয়েই বিয়াঘৰীয়া সকলো যেনি পায়, তেনি পলাবলৈ ধৰিলে, পুৰোহিত উঠি লৰ মাৰিলে, আন কি দৰাও উঠি কোন ফালে পলাল, তাৰ ঠিক নাই। তিকতাবিলাকো যেনি পায় তেনি পলাবলৈ ধৰিলে। সকলো নিজ নিজ প্ৰাণৰক্ষাৰ নিমিত্তে ব্যস্ত হ'ল। এই হুৰামুৰিৰ সময়ত ফুলো পাচ দুৱাৰে দি ওলাই লৰ মাৰিলে।

# উনবিংশ অধ্যায়

## জালত পহু

ৰাতি ডেৰ পৰ অতীত হৈছে। আন্ধাৰৰ ক'লা চাকনীয়ে ধৰণীক কৃষ্ণবসনা সজাইছে। আকাশত ডুকপৰা এচপৰা ক'লা ডাৱৰ, সেয়ে লাহে লাহে বহল হৈ আহিবলৈ ধৰিলে। অলপ অলপকৈ বতাহ বলি শেহত শকত হৈ উঠিল, ঘনে ঘনে বিজুলীয়ে চকমকাবলৈ ধৰিলে। এনে দুৰ্যোগৰ সময়ত এজনী গাভৰু নৈৰ কাললৈ লৰি গৈছিল! বিজুলীৰ পোহৰত যি দেখা গৈছিল, তাৰ পৰাই তেওঁক সুন্দৰী বুলিবৰ মন যায়, কিন্তু তেওঁৰ মুখখন শেঁতা, চকুৰ দৃষ্টি কৰুণ; দেখিলেই বোধ হয়, যেন তেওঁৰ অন্তৰত কিবা এটা বলে নোৱৰা দুখ-চিন্তাৰ বোজাই হেঁচা দিছে। তেওঁ নৈৰ পাৰত বৈ এটা দীঘল

হমুনিয়াহ কাঢ়িলে। হঠাৎ পিচফালে কাৰবাৰ খোজৰ শব্দ শুনা গ'ল। গাভৰুৱে আৰু অপেক্ষা নকৰি নৈলৈ চোঁচা ল'লে। ঠিক পানীলৈ জঁাপ মাৰিবলৈ উদ্যত হৈছে, এনেতে তেওঁ কাৰবাৰ বাহু-বন্ধনত আবদ্ধ হ'ল। তেওঁ আৰু পানীত পঁচিৰ নোৱাৰিলে সেই কালেই মুৰ্চ্ছ গ'ল।

প্ৰায় এখন মান তামোল খোৱা বেলিৰ মূৰত গাভৰুৰ সংজ্ঞা আহিল কিন্তু তেতিয়াও তেওঁ ক'ত আছে, ক'ব পৰা নাছিল। হঠাৎ একাষাৰ কথা তেওঁৰ কাণত পৰিল:—"ফুল, মইনা, চকু মেলি, চোৱাঁ। মই আহিছোঁ।"

ফুল চক খাই উঠিল। তেওঁ দেখিলে তেওঁৰ আৰাধ্য দেৱতা দেবেন্দ্ৰনাথে তেওঁ মূৰটো কোলাত লৈ চেলেঙৰ আগেৰে বিচিব লাগিছে। ফুলে চেতনা লাভ কৰিও প্ৰকৃত কথা বুজিব নোৱাৰিলে। তেওঁ এখন্তক আগতে যাৰ মৃত্যু বাতৰি শুনি আহিছে সেই দেবেন্দ্ৰ সোঁ শৰীৰে তেওঁৰ ওচৰত কেনেকৈ উপস্থিত হ'ব? তেওঁ মনে মনে ভাবিলে:—"নিশ্চয় মই সপোন দেখিছোঁ, কিন্তু অতি সুখৰ সপোন।" কায়মনোবাক্যে ঈশ্বৰক প্ৰাৰ্থনা কৰি ক'লে—"হে ঈশ্বৰ, যদি ই সপোন হয়, তেন্তে যেন এই সুখৰ টোপনিৰ কেতিয়াও অন্ত নপৰে।"

দেবেন্দ্ৰই আকৌ মাতিলে:—"ফুল।"

ফুলে বুজিলে—ই সপোন নহয়, কিন্তু ঘটনাবো একো মূৰ ধৰিব নোৱাৰিলে। তথাপি লাজত তেওঁৰ মুখ ৰঙা পৰিল লৰালৰিকৈ উঠি বহিল, কিন্তু একো কব নোৱাৰিলে।

দেবেন্দ্ৰই পুনৰায় মাত লগালে:—"ফুল! নামাতা কিয়?"

ফুলে কঁপা সুৰেৰে লাহে লাহে ক'লে—"আপুনি সঁচাকৈয়ে মানুহ নে? নাইবা কোনোবা দেৱতা অভাগিনীক ছলনা কৰিবলৈ আহিছে?"

দেবেন্দ্ৰ: ই দেৱতাৰ মায়া নহয়, ভূতৰ কাণ্ড নহয়, এদিন বাট হেৰুৱাই যি জন সৈনিক তোমালোকৰ ঘৰত আলহী হৈছিল মরেই সেই সৈনিক।

ফুল: আচৰিত কথা!

দেবেন্দ্ৰ: আচৰিত কিয়?

ফুলে বিয়াঘৰীয়া মেলত কি শুনিছিল তাক হুবহু বৰ্ণনা কৰিলে। তাৰ পাচত ক'লে:—যদি আপুনি সঁচাকৈয়ে আপুনিয়েই হয়, তেন্তে মই যে এই সময়ত ইয়াত আছোঁ, সেইটো আপুনি কেনেকৈ জানিলে।"

দেবেন্দ্ৰ: মই জনাৰ কাৰণ আছে, সি বহুত কথা। মূঠতে মই ৰণৰ পৰা ঘূৰি আহি আকৌ তোমালোকৰ ঘৰত আলহী হবলৈ গৈছিলোঁ আৰু গৈয়েই তোমালোকৰ সকলো বাতৰি শুনিব লগাত পৰিলোঁ। তেতিয়াৰে পৰা আজি তিনি দিন একেৰাহে তোমাক বিচাৰি ফুৰিছোঁ, কিন্তু আজি সন্ধ্যা সময়লৈকে ক'তো একো শুনা নাছিলোঁ। সন্ধ্যা ভগাৰ পিচত এই গাঁৱত এজনী পৰাকী নোহোৱা ছোৱালীৰ বলেৰে বিয়া পাতিছে বুলি বাতৰি পালোঁ। বাতৰি পাই সেই ছোৱালী তুমিয়েই বুলি মোৰ মনত দৃঢ় বিশ্বাস জন্মিল। যদিও সেই ঠাইৰ পৰা ইয়ালৈ বহুতো দূৰৈ, ৰাতি আন্ধাৰ আৰু বাট-পথো, পাবলৈ নাই, তথাপি যেনে তেনে কিয়া নৌ হৈ উঠোতেই এই খিনি পাবলৈ মই প্ৰাণ-পণে খোজ কাঢ়িবলৈ ধৰিলোঁ। পাওঁ পাওঁ বিয়াৰ ঘৰ উলি-

ৱাওঁতে কিছু পলম হৈছিল। বিয়া ঘৰৰ পদূলিতহে মই উশাহ ল'ব পাৰিছিলোঁ। পদূলিতে থিয় হৈ মই দেখিলোঁ বিয়াৰ পাতনিহে পাতিছে। মই তাতে এখন্তেক ৰ'লোঁ, কিন্তু প্ৰকৃত তথ্য কেনেকৈ পোৱা যাব, আৰু যদি মোৰ অনুমান সঁচা হয়, তেন্তে কেনেকৈ তোমাক উদ্ধাৰ কৰা যাব, তাকে ভাবিবলৈ ধৰিলোঁ। সেই বুলি তেনে অৱস্থাত যে বৰ বেছি পৰ থাকিবলৈ পাইছিলোঁ এনে নহয়। মই পদূলি পোৱাৰ অলপ পিচতে এটা ল'ৰা সেই ফাললৈ ওলাই আহিছিল, মই আন্ধাৰত থকাৰ কাৰণে সি পোনতে মোলৈ মন কৰা নাছিল। মই ভাবিছিলোঁ সি মোৰ ওচৰ পালে, তাৰ পৰা মনে মনে আঁতি-গুৰি ল'ম, কিন্তু সি হঠাৎ মোক দেখি "মান ঔ" বুলি চিঞৰি মাৰি একে লৰেই কোনোবা ফিনি পালেগৈ। তাৰ পিচত কোন কেনি গ'ল, তাৰ ঠিক নাই। সুযোগ দেখি মই সোমাই আহিলোঁ। ঠিক সেই সময়তে তোমাক এই ফাললৈ লৰি অহা দেখিলোঁ, কিন্তু তেতিয়া মই তোমাক চিনি পোৱা নাছিলোঁ। সেই দেখি গা দেখা নিদিয়াকৈ তোমাৰ পিচে পিচে ইয়ালৈকে আহিলোঁ, তুমি কলৈ আহিছিলা তাকো তেতিয়া বুজিবৰ উপায় নাছিল। যেতিয়া তুমি নৈৰ পৰাত থিয় দিলা আৰু বিজুলী পোহৰত মই আধাডোখৰীয়াকৈ দেখা পালোঁ, তেতিয়া তুমি কি ভীষণ উদ্দেশ্য লৈ আহিছা তাক বুজিবলৈ আৰু বাকী নাথাকিল। সেই দেখি মই একে লৰেই গৈ ধৰি পেলালোঁ। কিয় তুমি এনে ভীষণ কাৰ্য্য কৰিবলৈ আগ বাঢ়িছিলা?

ফুল : অৱস্থাই তেনে কৰিবলৈ বাধ্য কৰিছিল। আগেয়ে এই বিপদৰ পৰা সাৰিব পাৰিলে জীয়াই থাকিবলৈ বৰ আগ্ৰহ আছিল, কিন্তু যেতিয়া এই জন্মত আপোনাক দেখা পোৱাৰ আশা নাই বুলি শুনিলো, তেতিয়া আৰু জীয়াই থকাৰ পৰা সম্পদতকৈ পদে পদে বিপদ ঘটাৰ বাহিৰে আন একো নেদেখিলোঁ। সেই কাৰণে ধৰ্ম্মৰক্ষাৰ নিমিত্তেও তেনে কৰাকে উচিত বুলি ভাবিছিলোঁ। এতিয়া কওকচোন কিয় আপোনাৰ তেনে অমঙ্গলীয়া বাতৰি ওলাইছিল।

দেবেন্দ্ৰই আদিৰ পৰা অন্তলৈকে সকলো বয়-বাতৰি বৰ্ণনা কৰিলে। শুনি শুনি ফুলৰ চকু চল-চলীয়া হৈ উঠিল।

দেবেন্দ্ৰৰ লগত কিবাকিবি জলপান গৈছিল, দুয়ো তাকে খাই-বৈ সেই নৈৰ দাঁতিৰ বালিতে বাকীডোখৰ ৰাতি অতিবাহিত কৰিলে।

ৰাতিপুৱা দুয়ো কনকৰ ঘৰৰ ফাললৈ খোজ ল'লে। ওপৰত নীল আকাশ, তাৰে পূব চুকত ৰাঙলী ৰেলিৰ বিবিধ ৰঙেৰে ৰঞ্জিত জগৎ-ভুলোৱা কিৰণৰ ছটা। চাৰিওফালে প্ৰকৃতিৰ মনমোহা-জগতৰ আদি আৰু অকৃত্ৰিম সাজ গছ-লতা, পৰ্ব্বত-ভৈয়াম, তাৰ মাজত নতুন তেজৰ, নতুন যৌৱনৰ নতুন সৌন্দৰ্য্যৰ আৰু নতুন প্ৰণয়ত তল যোৱা এই হালি নতুন প্ৰেমিক-প্ৰেমিকা। আহা! কি সুন্দৰ চিত্ৰ! কি চিত্ৰ-কৰৰ আঁকি পটু! বতাহৰ কি বিতোপন দৃশ্য!

বাস্তৱতে, এই দৃশ্য সুন্দৰ—অতি সুন্দৰ; জগতৰ নিভাঁজ সৌন্দৰ্য্যৰ সমষ্টি! সৃষ্টিকৰ্ত্তাৰ এই সুনিপুণ কৌশল দেখি কাৰ হিয়া নপমে? উভয়ৰে মন নতুন আনন্দৰ ঢৌত তোলপাৰ! পৰ্ব্বতজীয়াৰী নৈৰ তিৰবিৰকৈ নাচি অহা নিৰ্ম্মল চেঁচা পানীৰ দৰে হিয়াৰ তলিৰ পৰা ওলোৱা প্ৰণয়-সুঁতিৰ চেঁচা পানীয়ে দুয়োৰো হিয়াৰ জিভা মেলি উঠা বিৰহ-জুই নিৰ্ব্বাণ কৰিছে। ইমান দিন চকু-লোৰে তিতি-বুৰি ঘোপত সোমোৱা চাৰি চকুত হাঁহিৰ জিলিকনি পৰিছে; চল পাই ওঁঠৰ মাজত মিচিকিয়া হাঁহিয়ে নাচোন-বাগোন ধৰিছে।

আনন্দৰ ঢৌত উটি-ভাহি দুয়ো আগলৈ খোজ দি দীঘলীয়া বাট চুটি কৰি নিছে। গছৰ ডালত পৰি কাউৰী এজনীয়ে "কা কা" কৈ কিবা বাতৰি দিছে। কাউৰীৰ মাত শুনি ফুলৰ ভয় লাগিল, মুখত অলপ বিষাদৰ ছাঁ পৰিল, খোজৰ গতিতো অলপ ব্যাঘাত জন্মিল। দেবেন্দ্ৰই সুধিলে—ফুল! কি হ'ল?

ফুল : একো হোৱা নাই। কিন্তু মোৰ মনেৰে সোনকালে কিবা এটা বিপদ হ'ব। চাওক-চোন কাউৰীজনীয়ে কেনেকৈ বমলিয়াব লাগিছে। মোৰ মনেৰে তাই কিবা বিপদৰ বাতৰি হে আমাক বিজ্ঞিয়াই কৈছেহি।

দেবেন্দ্ৰ : কাউৰীয়ে কওক বা নকওক, আমাৰ নিমিত্তে বিপদৰ আকাল নাই। যেনি যাওঁ, তেনিয়েই বিপদ-বকাসুৰে ঠোঁট মেলি আছে; কিন্তু ওপৰত দুষ্ট-দমন ভগৱন্তও আছে, তেওঁ তাৰ প্ৰতিকাৰ কৰিব।

তাৰ পাচত তেওঁলোক আকৌ আগ বাঢ়িবলৈ ধৰিলে। কিন্তু এখনমান তামোল-খোৱা বেলি নৌ হওঁতেই সন্মুখত এটা মানুহ থিয় হ'লহি। দেবেন্দ্ৰই মানুহটোৰ গড়-গতিলৈ চাওঁতেই পাচ ফালৰ পৰা আন এটা মানুহ আহি তেওঁৰ কান্দমিত ভলুকা বাঁহৰ টোকোনৰ এটা পূৰ্ণহতীয়া মাৰ শোধালে। দেবেন্দ্ৰ বাগৰ খাই পৰিল; ফুলে তেওঁৰ গাত সাবট মাৰি ধৰিলে। এই সুযোগতে, পকৰাৰ জালীৰ দৰে পিৰ পিৰ কৰে আৰু কেবাটাও মানুহ ওলাই আহি তেওঁৰ হাত ভৰি জপাই বান্ধি পেলালে। দেবেন্দ্ৰই একো বুজিব নোৱাৰি অবাক হ'ল। দুটা-মানে দেবেন্দ্ৰক আৰু এটাই ফুলক লৈ হাবিৰ মাজে মাজে প্ৰস্থান কৰিলে।

এই মানুহ কেইটাৰ লগত পাঠকসকলৰ চিনাকি থাকিব পাৰে। কিয়নো, ইহঁতৰ লগত পাঠকৰ কেবা-বাৰো দেখা হৈছে। মদনৰে সৈতে আমি যি দলৰ লগ পাইছিলোঁ, যি বস্তা আৰু ফুলক ধৰি নিছিল, ইহঁত সেই দস্যুৰ দলেই। বস্তা-ফুলইঁতক হেৰুৱাই সিহঁতে ইমান দিন আঁতি-গুৰি বিচাৰি ফুৰিছিল। আজি সিহঁতৰ কপাল ফুলিল, কোনোৰা কামলৈ যাবলৈ আহোঁতে চিকাৰ আহি আগতে ওলাল! আন-ন্দত অধীৰ হৈ দেবেন্দ্ৰ আৰু ফুলক লৈ গৈ সিহঁতৰ থকা ঠাইত উলিয়ালে। দেবেন্দ্ৰক এটা ভগা ঘৰত আৰু ফুলক বস্তাক থোৱা ঘৰটোতে থলে, ওচৰত বখীয়া থাকিল।

চাওঁতে চাওঁতেই দিনমণি সূৰ্য্যই দীঘল বাহুৰে পুথুবীৰ কমলিনীক সাবটি ধৰি, শেষ চুম্বন কৰিলে। হাত-ভৰি বন্ধা দেবেন্দ্ৰই অকলে ভগা ঘৰত পৰি দীঘল হুমুনিয়াহ কাঢ়িবলৈ ধৰিলে। তেওঁৰ মনত কত চিন্তা, কত ভাবনা আৰু কত পুৰণি কথাই তোল-পাৰ লগাইছে তাৰ অন্ত নাই। তেওঁ সকলো

দুখ-যন্ত্ৰণা নীৰৱে সহি থাকি মনে মনে ভাবিলে,—'হৰি আছে যদি মই একো দোষ কৰা নাই, যদি মই পাপ পলবোকাত লেটি লোৱা নাই, তেন্তে নিশ্চয় তেওঁ মোৰ দুখ হৰণ কৰিব। এতিয়া তেওঁৰ চৰণ চিন্তাৱেই একমাত্ৰ শান্তিৰ স্থল। কিন্তু ফুল! প্ৰাণেশ্বৰী! তোমাৰ কি গতি হ'ব? তোমাৰ এই দুৰ্গতি চাবলৈ, তোমাৰ সুকোমল শৰীৰত নৰকৰ কুকুৰে হাত দিয়া দেখিবলৈ, মই ইমান দিন জীয়াই"—দেবেন্দ্ৰৰ চকুৰ পৰা পানী ওলাল, মনৰ আবেগ বান্ধিব নোৱাৰি নিজৰ বুৰ নিজে আফালিবলৈ ধৰিলে।

দস্যুইঁত খাই-বৈ মেলত বহিল। মদনে ক'লে,—আজি আমাৰ বৰ সুখৰ দিন; হেৰোৱা ৰতন পাই, মনত যি আনন্দ হৈছে, তাক কৈ অঁতাব নোৱাৰি। চোৰাঁচোন সেই মানুহটোৰ সাহটো আমাৰ বস্তু লৈ সি পলাব খোজে! এতিয়া আক সি সাৰিব ক'লৈ? পুৱালৈ তাৰ গড় লগাব লাগিব।

এনেতে ভোলা ক'ৰবাৰ পৰা আহি ক'লে:—

"আজি বৰ সুখৰ বাতৰি আনিছোঁ।

কলি: কি বাতৰি?

ভোলা: বস্তাৰ খবৰ পাই আঁহিছোঁ।

কলি: সঁচা নে? বেছ্ হৈছে তেন্তে। আমিও ইজনী পালোঁ নহয়।

তেতিয়া সিহঁতৰ বগা-ক'লা ওঁঠত হাঁহিয়ে নৃত্য কৰি উঠিল।

কিছু বেলি এইদৰে আনন্দৰ পুখুৰীত বুৰিয়াই সকলো নিজম হ'লত, মদনে ক'লে,—আজি ৰথীয়া ছুটাৰ বাহিৰে সকলো শোৱাঁগৈ। কালিলৈ পুৱাতে যাব লাগে; যেনে তেনে বস্তাক কালিলৈ আনিব লাগিব। তাৰ পাচে হে কৰ্ত্তীৰ যি হয় ব্যৱস্থা কৰিম। সকলোৱে তাতে জয় দিলে; সভা ভঙ্গ কৰি, দুটা ৰখীয়াৰ বাদে সকলো শুলে গৈ।

# বিংশ অধ্যায়

## পাপৰ প্ৰায়চিত

এতিয়া জেঠ মাহ শেষ হৈ আষাঢ় সোমাইছে। সকলোৰে গাত নব যৌৱনৰ ভৰপক উঠিছে। আম-কঁঠালবিলাকে এই ভৰপকতে পক ধৰি মোক খা, মোক খা কৰিছে। ওপৰত লৰি লৰি কুৰা ক'লা বগা ডাৱৰ মাজে-সময়ে পকি পানী হৈ সৰিছে। নৈয়েও যৌৱনৰ বসত ওফন্দিবলৈ আৰম্ভ কৰিছে। বতৰৰ অৱস্থা সদায় একে নহয়। কেতিয়াবা হয়তো এজাক বৰষুণকে আনিছে, কেতিয়াবা আকৌ টিকাকটা ৰ'দে গাৰ তৰণি নোহোৱা কৰিছে,। আজি কিন্তু বতৰৰ অৱস্থা মাজে মাজে। ৰ'দো নাই, বৰষুণো নাই; আকাশখন গোমা হৈ পৰিছে।

প্ৰায় গক মেলামান সময় হৈছে; হালোৱাই হালবোৱাত ধুম্‌ধাম লগাইছে। এনে সময়ত এজন মানুহ সাপৰ নেগুৰ ছিগা বেগেৰে বৈ যোৱা ভৰলীৰ দাঁতিত ওলালহি। তেওঁৰ দীৰ্ঘাবয়ৱ, বীৰোচিত চকুৰ চাৱনি আক বহল হিয়াচবিয়ে তেওঁক এজন শকত-আৱত, বলী আক ধুনীয়া মানুহ বুলি চিনাকি দিছে। তেওঁ নৈৰ পাৰত থিয় হৈ কবলৈ ধৰিলে, "অত দিন, অত দিন মিছাতে কুৰিলোঁ, মিছাই মিছাই জীৱন আযামবা কৰিলোঁ। হৃদয়ৰ একেটি আৱেগ, একেটি ইচ্ছা, একেটি বাঞ্ছিত বস্তুৰ পাচ ধৰি অত দিন ঘূৰি পকি ভাগৰিলোঁ, দুখ যন্ত্ৰণাত হৃদয় জ্বলাকলা হ'ল; কিন্তু কাৰ্য্যত আটাই শূন্য নহ'ল:—ইমান দুখ ইমান কষ্ট বিফল হ'ল। কাৰ নিচিনে এইদৰে

অনাই-বনাই ফুৰিছোঁ? কাৰ নিমিত্তে এনেকৈ সুখ-শান্তিত জলাঞ্জলি দিছোঁ? অহো! যাৰ নিমিত্তে মোৰ এনে দশা, তেওঁ ক'ত? বন্তা! বন্তা! তোমাক আকৌ দেখা পাম নে? মোৰ যত্নৰ গুটি ধৰিব নে? ওঁ হোঁ আশা নাই, লাভলৈ চাওঁতে মূলেই হেৰাল। জীৱনৰ লগৰীয়া কৰিম বুলি আশা পালি থাকোঁতেই চকুৰে দেখাৰ পৰাও বঞ্চিত হলোঁ। হায়! বন্তা! নৰ বাঘৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ আনি, তোমাক বনৰ বাঘৰ মুখত দিলোঁ। নহলে আকৌ দেখা নাপালোঁ কিয়? হৰি! হৰি! পুৰুষ হৈ এজনী তিকতাক ৰাখিব নোৱাৰিলোঁ!!"

ঠিক সেই সময়তে ভৰলী-বুকুত এখন নাও উজাই অহা পদ্মকান্তৰ চকুত পৰিল। পাঠক! যুৱক পদ্মকান্তৰ বাহিৰে আন নহয়। পদ্মই নাওখন দেখিয়েই তাৰ আৰোহীবিলাকলৈ চকু দিলে আৰু প্ৰথম দৃষ্টিতেই চিনিলে যে সিহঁত মদন আদি ডকাইতৰ দল। সিহঁতে নানা প্ৰকাৰ ভঙ্গিৰে গীত গাই তাৰ ছেৱে ছেৱে বঠা মাৰিব লাগিছে। সিহঁতৰ বলৰ ওচৰত কেনেকোটোকাৰে উপচি পৰা, ঢৌৱে আফালি থকা, নৈয়েও হাৰ মানি উজাই যাবলৈ বাট এৰি দিছে। কিছুমান বেলি এই দৰে আহি থকাৰ পাচত নৈৰ সোঁতত উটি অহা এডাল প্ৰকাণ্ড কাঠে নাৱত খুন্দা মাৰিলে। নাও লুটি খাই প'ল আৰু লগে লগে আৰোহীবিলাকো সেই বিস্তৃত জলৰাশিৰ বিশাল ঢৌৰ লগত মিহলি হৈ যাব প'ল। পাপৰ পৰাচিত হ'ল।

এই ঘটনা দেখি পদ্মকান্ত চৰগপৰা মানুহৰ দৰে থিৰ হৈ চাইয়েই থাকিল। এনেতে আমাৰ পৰিচিতা সেই উন্মাদিনী আহি তেওঁৰ ওচৰ চাপিল। তেওঁ পদ্মৰ কথা-বতৰা সকলোখিনি শুনি আছিল। পদ্মই হঠাৎ তেওঁক দেখি, ক'ৰ পৰা আহিছে সুধিলে। উন্মাদিনীয়ে তাৰ একো উত্তৰ নিদি ক'লে:—"বহুত দিন হ'ল মই তোমাক বিচাৰি ফুৰিছিলোঁ। তুমি সৌভাগ্যক্ৰমে আহা।

পদ্ম: ক'লৈ যাব লাগে?

উন্মাদিনী: "ক'লৈ যাব লাগে" পাচতেও বুজিবা, এতিয়া মই বাট দেখুৱাই নিম।

পদ্ম: পৰিচয় নাপালে মই তোমাৰ লগত যাব নোৱাৰোঁ।

উন্মাদিনী: এজনী তিকতা মানুহৰ লগত যাবলৈ ভয়!

পদ্ম: 'ক'লৈ যাব লাগে' তাক নজনাকৈ যোৱা নিতান্ত অবিবেচকৰ কাৰ্য্য। কি জানি তুমি নিৰ খোজা ঠাইলৈ যোৱাত মোৰ বাধা-য়েই আছে।

উন্মাদিনী: বাৰু, উৎহী গছৰ ওৰ নাপালে নেখা যদি কওঁ শুনা। এতিয়াই এই নৈত এখন নাও বুৰা দেখিছিলা নে?

পদ্ম: ওঁ, দেখিছিলোঁ।

উন্মাদিনী: সিহঁতে ইয়াৰ অহাৰ আগেয়ে দুজন নিৰ্দ্দোষী মানুহক বন্দী কৰি থৈ আহিছে। এতিয়া তেওঁলোকক মুকলি কৰি দিবৰ দিহা কৰিব লাগে।

পদ্মকান্তৰ মনত কিবা এটা অতীত ঘটনাই বিজুলী মৰা দি মাৰিলে। তেওঁ বিনাবাক্য-ব্যয়ে তিকতাজনীৰ পাচ ল'লে।

## একবিংশ অধ্যায়

### মিলন

পদ্মকান্ত আৰু উন্মাদিনী গোলেই ফুলক বন্দী কৰি থোৱা ঘৰটোৰ ওচৰত ওলাল। তাকে দেখি

ৰখীয়াটোৱে আগ ভেটি ধৰিলে আৰু তেওঁলোকক তালৈ যাবলৈ মানা কৰিলে। পদ্মকান্ত তাৰ হাক নামানি দুৱাৰ মেলিবলৈ আগ বাঢ়িল, ৰখীয়াটোৱে তাকে দেখি পদ্মলৈ টোঁৱাই মাৰ মাৰিলে; পদ্মই টোকোনডাল খাপ মাৰি ধৰিলে আৰু দুয়োৰে আজোৰ-পিজোৰ লাগিল। টোকোনডাল কাৰো হাতত পৰা একবাৰ নোৱাৰি দুয়ো শেহত হতাহতি লগাই দিলে আৰু তাৰ কলত মাটিত বাগৰি পৰিল। দেবেন্দ্ৰৰ ঘৰৰ ওচৰত যিটো ৰখীয়া আছিল, এই ঘটনা দেখি সিও তাৰ লগৰীয়াক সাহাৰ্য্য কৰিবলৈ লৰি আহিল। তাক অহা দেখিয়েই উন্মাদিনীও অদৃশ্য হ'ল।

পদ্মকান্ত এতিয়া অকলশৰীয়া, দুটা প্ৰায় সমান বলী মানুহৰ লগত তেওঁ যুঁজে কেনেকৈ? প্ৰথমটো ৰখীয়াক তেওঁ এক প্ৰকাৰ বশলৈ আনিছিল আৰু তলত পেলাই ভালকৈয়ে গোটাচেৰেক ভুকুও দিছিল, এনেতে দ্বিতীয়টো আহি পোৱা দেখি তেওঁ হতাশ হৈ পৰিল। পদ্মকান্তক ওপৰত দেখি দ্বিতীয় ৰখীয়াই পোনেই এটা মাৰ মাৰিলে, আসন্ন বিপদ দেখি পদ্মকান্তই বাগৰ মাৰি নিজে তলত পৰি ৰখীয়াটোক ওপৰলৈ তুলি দিলে, মাৰ ৰখীয়াটোৰ গাতে পৰিল। তাকে দেখি দ্বিতীয় ৰখীয়ায়ো টোকোন এৰি হাতেৰে লাগিল। কিছু সময় দুয়োৰে লগত যুদ্ধ কৰাৰ পিচত পদ্মকান্ত অৱশ হৈ পৰিল, ৰখীয়া দুটাই তেওঁক বান্ধি থবলৈ চেষ্টা কৰিবলৈ ধৰিলে। এনেতে দেবেন্দ্ৰৰে সৈতে উন্মাদিনী আহি উপস্থিত হ'ল। দেবেন্দ্ৰক অহা দেখি এটা ৰখীয়াই পদ্মক এৰি তেওঁৰ গালৈ চোঁচা ল'লে। দেবেন্দ্ৰই একে জাঁপেই তাক ধৰি লৈ মোহাৰি পেলালে। তাৰ অৱস্থা দেখি ইটো ৰখীয়াই ভিৰাই ধৰি লৰ মাৰিলে। ইয়াৰ ভিতৰতে উন্মাদিনীয়ে ফুলক উলিয়াই আনিলে। দেবেন্দ্ৰই ইটো ৰখীয়াকো এৰি দিলে। দেবেন্দ্ৰই পদ্মৰ পৰিচয় পালে। আৰু মদনইঁতৰ নাও বুৰা কথাও শুনিলে। দেবেন্দ্ৰ আৰু ফুলে পদ্মকান্ত আৰু উন্মাদিনীক ধন্যবাদ জনালে আৰু সকলোয়ে ভক্তি গদগদ চিত্তে পৰম পিতাৰ উদ্দেশ্যে মূৰ দোঁৱালে। তাৰ পাচত, ফুলক থৈ যোৱাৰ পাচত ইমান দিন ক'ত ফুৰিছিল, কি কৰিছিল, তাক শুনিবলৈ সকলোৱে আগ্ৰহ প্ৰকাশ কৰিলত পদ্মই আৰম্ভ কৰিলে :—

"ফুলক থৈ যোৱাৰ পাচত বস্তাক বিচাৰিবলৈ ধৰিলোঁ। বিচাৰোঁতে বিচাৰোঁতে দুদিন গ'ল, কিন্তু সকলো মিছা, সকলো অসাৰ্থক হ'ল। এই দুদিনত আন কি, মই চকুৰ টিপ এটাও মৰা নাই। এনেতে মোৰ ভাগ্যৰ পৰিবৰ্ত্তন ঘটিল, মই দুৰ্দ্দশাৰ গৰাহত পৰিব লগা হলোঁ। তৃতীয় দিনা ঘূৰি-পকি ফুৰি এখন গাৱঁত ওলাই মানুহ এঘৰত আলহী বলোঁগে। অলপ পাচতে, মান তিনিটা আহি তাতে ওলাল। ঘৰৰ মানুহ দিহাদিহি পলাবলৈ ধৰিলে। মোৰ হাতত এখন দীঘল দা আছিল, তাকে দাঙি লৈ মই মানলৈ অপেক্ষা কৰি থাকিলোঁ আৰু ওচৰ পালতে সিহঁতৰ এটাক একে ঘাপেই কাটিলোঁ। সেই অৱসৰতে বাকী দুটাই মোক হাত দুটা জপাই বান্ধি পেলালে আৰু মানুহৰৰ ভিতৰৰ পৰা কিবাকিবি কিছুমান বস্তু উলিয়াই আনি, মোৰ পিঠিত বান্ধি দি হেঁচি-ঠেলি, সিহঁতৰ থকা ঠাইলৈ লৈ গ'ল। তাৰ পাচত এটা ডাঙৰ ঘৰৰ গুদা খোটালী এটাত সুমুৱাই থলেহি। মই মৰিবলৈ ধৰা চৰাইৰ দৰে ঠেং-তৰি এৰাবি তাতে পৰি থাকিলোঁ। এই দৰেই পাঁচ দিনত সোমালহি। পাঁচদিনৰ দিনা বাহিৰ কোঠাত থকা ৰখীয়াটো ক্ৰদ খাই অচেতন হৈ আছিল। মই ভাবিলোঁ, "এয়ে সোণৰ সুযোগ,

পলাবৰ ইয়াতকৈ ভাল উপায় নাই।” তেতিয়া কেউফালে মানুহ-ছমুহৰ গম লৈ তাক কাটি পেলালোঁ আৰু তাৰ সাজটো সোলোকাই লৈ মোৰ সাজৰ ওপৰতে পিন্ধিলোঁ। প্ৰহৰীৰ সাজটো পিন্ধি ময়ো এটা মান হৈ পৰিলোঁ আৰু সেই সাজৰ সাহাৰ্য্যতে মানহঁতৰ চকুত ধূলি দি, মই সেই ঘৰৰ পৰা বাহিৰ ওলালোঁ; কোনেও বুজিব নোৱাৰিলে যে মই সিহঁতৰ বন্দী। মই সেই দিনা গোটেই ৰাতিটো আহি এখন গাওঁ পালোঁ। মানৰ বন্দীশালত মোৰ শৰীৰ একেবাৰেই অৱশ হৈ পৰিছিল, এতিয়া এই পথ-শ্ৰমত সি দুগুণ হৈ উঠিল। মই জ্বৰত পৰিলোঁ। নিৰুপায় হৈ সেই গাৱঁৰে এজন ভাল মানুহৰ ঘৰত আশ্ৰয় বিচাৰি গলোঁ। মানুহজন বৰ দয়ালু; তেওঁ মোক তেওঁৰ ঘৰতে থাকিবলৈ দিলে আৰু যথোচিতৰূপে শুশ্ৰূষা কৰিবলৈ লাগিল। এইদৰে প্ৰায় দহ বাৰ দিন হ'ল, মোৰ অৱস্থা একেবাৰেই শোচনীয় হৈ উঠিল। মই বাঁচিম বুলি কেৰেঁ নাজানিছিল। আন কি, দুই এজনে মোক খেদি দি হাৰ মাল গুচাবলৈ তেওঁক উপদেশো দিছিল। কিন্তু তেওঁ দয়া-পৰবশ হৈ মোক তেওঁৰ আশ্ৰয়ৰ পৰা বঞ্চিত নকৰিলে। ঈশ্বৰৰ কৃপাত আৰু সেই মানুহজনৰ শুশ্ৰূষাত মোৰ ভালৰ লক্ষণে দেখা দিলে। লাহে লাহে গা ভাল হৈ আহিল, আৰু এসপ্তাহৰ মূৰত সম্পূৰ্ণৰূপে আৰোগ্য হ'লোঁ। গা ভাল হ'লত মোৰ শুশ্ৰূষাকাৰীৰ ওচৰত বিদায় লৈ হতাশ মনেৰে ঘৰমুৱা হৈ উলটিলোঁ আৰু আহি আহি নিৰ্ব্বিঘ্নে নৈৰ ঘাট ওলালোঁ। তাৰ পাচত কি হ'ল, তাক কোৱা অনাৱশ্যক।”

পদ্মৰ কথা শুনি, সকলোৱে তেওঁৰ প্ৰতি সহানুভূতি দেখুৱাবলৈ ধৰিলে। কিন্তু কথাখিনি শুনি, উন্মাদিনীৰ মুখৰ বৰণ কেবাবাৰো সলনি হ'ল। তাৰ পাচত, আটাই কেইজন কনকৰ ঘৰৰ ফাললৈ খোজ ল'লে।

প্ৰায় সন্ধিয়া সময়ত, তেওঁলোক গৈ কনকৰ ঘৰ পালে। কনক তেতিয়া চ'ৰা ঘৰতে বহি আছিল আৰু বস্তাই আগত তামোলৰ বটাটো লৈ তামোল কাটিছিল। দেবেন্দ্ৰহঁতক অহা দেখি কনকে স্থিৰ-নয়নে সেই ফাললৈ চাবলৈ ধৰিলে। ফুলক দেখা-মাত্ৰেই তেওঁ “ফুল! ফুল!” বুলি লৰি গ'ল। “দেউতা!” বুলি লৰ মাৰি আহি ফুলেও তেওঁক সাবটি ধৰিলে। আনফালে, বস্তাক দেখিয়েই উন্মাদিনীয়ে চিনা অহাদি আহি বুকত সুমুৱাই ল'লে। চাৰি জুৰি চকুৰ শীতল লোৰ সম্মিলনে বিতোপন শোভা ধৰিলে। দেবেন্দ্ৰ আৰু পদ্মই একে চকুৰে এই অনুপম দৃশ্য চাই থাকিবলৈ লাগিল।

## দ্বাবিংশ অধ্যায়

### উন্মাদিনীৰ পৰিণাম

উন্মাদিনী বস্তাৰ মাক। বস্তাক ধৰি নিয়াৰ পাচত তেওঁ চুলি মেলি খেদি গৈছিল বুলি পাঠকক আগেয়ে কোৱা হৈছে। জীয়েকক নাপাই তেওঁ আৰু ঘৰলৈ ঘূৰি নগ'ল; যেনি পাই তেনি জীয়েকক বিচাৰি ফুৰিবলৈ ধৰিলে। কিন্তু বস্তা নোলাল। বস্তাৰ চিন্তাত তেওঁ লাহে লাহে উন্মাদিনী প্ৰায় হৈ উঠিল; ঘৰ দুৱাৰৰ কথা পাহৰি, দিনে ৰাতিয়ে ঘূৰি ফুৰাকেই জীৱনৰ উদ্দেশ্য বুলি ভবা হ'ল। এই দৰে বাউলী হৈ ফুৰোতেই পাঠকে সেই দিনা তেওঁক ফুল আইদেউৰ ওচৰত দেখা পাইছিল তেওঁ অৱনী-দাতিত মদন আৰু মেহেলোক কথা পাতি থকা শুনি ফুলক

সাৱধান কৰিবলৈ গৈছিল আৰু ফুলক নিয়াৰ পাচত তেওঁৰেই কনকক বাতৰি দিছিল। তাৰ পাচত তেওঁ কত ঠাইত ফুৰিলে, তাৰ ঠিক নাই। পৰ্ব্বত-ভৈয়াম হাবি বননি তেওঁৰ মানত সকলো একে; দিন-ৰাতিৰ পাৰ্থক্য তেওঁৰ চকুত নপৰা হ'ল। তেওঁ সকলো সময়তে একেদৰে ঘূৰি ফুৰিবলৈ লাগিল। কেতিয়াবা কেতিয়াবা কোনো দয়ালু মানুহে তেওঁৰ দুৰ্দ্দশা দেখি একো সাজ খুৱাইছিল, বাকী সময়ত উপবাস কৰোঁতেই গৈছিল। এইদৰে ফুৰোঁতেই হঠাৎ শুনিলে যে বলোৰামৰ ঘৰত থকা ছোৱালী এজনীক বলেৰে কাৰবালৈ বিয়া দিব খুজিছে। তেওঁ অলপো পলম নকৰি, মানুহক সুধি-পুছি বলোৰ ঘৰলৈ লৰ দিলে; কিন্তু বন্তাক নাপালে, সলনিত ফুলক দেখিলে মাথোন। ইকালে মানৰ নাম শুনি সকলো বিয়াঘৰীয়া মানুহ পলাবলৈ ধৰিলে: ফুলো ওলাই লৰ মাৰিলে। উন্মাদিনীয়ে প্ৰকাশ্যে দেখা নিদি তেওঁৰ পাচে পাচে যাবলৈ ধৰিলে আৰু ফুল আৰু দেবেন্দ্ৰৰ কথা-বতৰা শুনি, আকৌ অদৃশ্যভাবে তেওঁলোকৰ পাচ ল'লে। তাৰ পাচত দেবেন্দ্ৰ-ফুলৰ দশা আৰু মদনহঁতৰ মন্ত্ৰণা শুনি ৰাতিয়েই তাৰ পৰা আঁতৰিল। পাচ দিনা নৈৰ ঘাটত উপস্থিত হৈ, নাও বুৰা দেখি, পদ্মকান্তৰ সাহায্যেৰে দেবেন্দ্ৰ আৰু ফুলক উদ্ধাৰ কৰিলে।

বন্তাক আকোঁৱাল মাৰি ধৰাৰ পাচত অতিশয় উত্তেজনাৰ নিমিত্তে উন্মাদিনী একেবাৰেই সংজ্ঞাশূন্য হৈ পৰিল। কিছুমান বেলিৰ মূৰত কৈ উঠিল,'—বন্তা! বন্তা! হায়! মোৰ বন্তা কলৈ গ'ল?" অলপ পাচত আকৌ ক'লে—"মান! মান! তহঁতৰ আয়ুস টুটিল, অচিৰে তহঁতৰ নাম লুমাব। তহঁতৰ সংহাৰৰ নিমিত্তে বিধাতাই বজ্ৰ নিৰ্ম্মাণ কৰিব লাগিছে। তহঁতৰ নিমিত্তেই,—তহঁতকে আহি লৈ দুইহঁতে মোৰ বুকুৰ বন্তাটি কাঢ়ি নিলে। সোনকালে তহঁতৰ দশাও আমাৰ নিচিনা হব! বন্তা! বন্তা! মোক এৰি মোৰ বুকু শুদা কৰি তই কলৈ গলি?"

বন্তাই মাকৰ গাত ধৰি কলে:—"আই! আই! মই আছোঁ নহয়।"

"কি! মোৰ বন্তা আহিল!" বুলি উন্মাদিনীয়ে আকৌ বন্তাক কোলাত সুমুৱাই ল'লে। অলপ পাচতে আকৌ ক'লে—"ক'তা মোৰ বন্তা? তই বন্তা নহয়; সৌৱা মোৰ বন্তা নতুন জেউতিৰে ওপৰত বহি আছে।" এই বুলি তেওঁ স্থিৰ দৃষ্টিৰে ওপৰলৈ চাবলৈ ধৰিলে।

সেই ৰাতিটো এনেদৰেই অতিবাহিত হ'ল। ৰাতিপুৱা উন্মাদিনীৰ অৱস্থা আৰু শোচনীয় হৈ উঠিল। তেওঁ চিঞৰিবলৈ ধৰিলে "মান! মান! সৌৱা জাকে জাকে মান আহিছে, জাকে জাকে দস্যু আহিছে; পলা, পলা; বেগাই, বেগাই, পালেহি, পালেহি।" অলপ বেলি নিতাল মাৰি থাকি, খেল্ খেল্ কৰে হাঁহি আকৌ ক'বলৈ ধৰিলে,—"কেনে মজা! লোকৰ ওপৰত অত্যাচাৰ কৰাৰ কেনে প্ৰতিফল! বেছ, বেছ, কেনে পালি! আটাইখন মান কাটি খাস্তাং কৰিলে। এইদৰেই তহঁতৰ পিৰি উঠিব। আহা! কোন শান্তিময়ী দেবীমূৰ্ত্তি সৌৱা স্বৰ্গৰ পৰা নামি আহি অসমৰ ৰাজসিংহাসনত বহিছে!"

তাৰ পাচত বহুত বেলি অচেতন অৱস্থাতে পৰি থাকিল।, সন্ধিয়া সময়ত অলপ চেতনা পোৱা যেন দেখি বন্তাই মাতিলে—"আই!"

উন্মাদিনী: কোন! যমদূত! মোক নিবলৈ আহিছ?
কলৈ নিবি?

আকৌ অচেতন হ'ল।●

কিছুমান বেলিৰ মূৰত বন্তাই আকৌ মাতিলে:

"আই! আই! মই আহোঁ নহয়।"

উন্মাদিনীয়ে মুখটো দাঙি ক'লে:—"কোন? বন্তা? অ' তই আহিলি?"

বন্তা: মই কালিবে পৰা বহি আছোঁ নহয়।

"কালিবে পৰা!" এই বুলি উন্মাদিনীয়ে বন্তাৰ হাতত ধৰি পদ্মৰ হাতৰ মাজত দি, কলে,—"এদিন বন্তা মোৰ ছোৱালী আছিল; এতিয়া নাই, মৰিল। এই বন্তা তোমাৰ, তুমি লৈ যোৱাঁ।" তাৰ পাচত আকৌ অচেতন হৈ পৰিল।

* * *

কনক, দেবেন্দ্ৰ, পদ্ম, ফুল আৰু বন্তাৰ দ্বাৰা পৰিবেষ্টিত হৈ, মাজে-সময়ে প্ৰলাপ বকি উন্মাদিনীয়ে দিনটো অতিবাহিত কৰিলে। সন্ধ্যা সময়ত তেওঁ একেবাৰেই জ্ঞানশূন্যা হৈ পৰিল। মাথোন এবাৰ ক'লে:—"যমদূত! যমদূত! মোক নিবলৈ আহিছ? লৈ ব'ল; পলম নকৰিবি।"

অলপ পাচতে তেওঁৰ বাক্‌বোধ হ'ল। চাওঁতে চাওঁতেই তেওঁৰ প্ৰাণ-পখী দেহা-সজাৰ পৰা বাহিৰ ওলাল। তেতিয়া মাথোন ৰাতিৰ অন্ধকাৰে ভয়ে ভয়ে ভুমুকি মাৰিছিল; ওচৰত থকা আম গছডালৰ পৰা কেঁচা এটাই চিঞৰ মাৰিছিল—"নি-ই-উ।"

# ত্ৰয়োবিংশ অধ্যায়

## সামৰণি

ওপৰত কোৱা ঘটনাৰ পৰা প্ৰায় ছমাহমান অতীত হৈছে। দেবেন্দ্ৰৰ লগত ফুলৰ আৰু পদ্মৰ লগত বন্তাৰ মহা সমাৰোহেৰে বিয়া হৈ যোৱাও আজি চাৰি মাহ হ'ল। তেওঁলোক নতুন বসন্ত নতুন আনন্দত, নতুন প্ৰণয়ত ভাল দৈ বিহাৰ আকাশে সাল-সলনি কৰি, স্বৰ্গীয় সুখ মন্দাকিনীত ডুব দিছে। দুখ-যন্ত্ৰণাৰ পাচত পোৱা এই সুখ-শান্তি তেওঁ-লোকৰ মনত সঁচাকৈয়ে অতি মধুৰ লাগিছে। পাঠক! আমি তেওঁলোকৰ সুখ-শান্তি, হাব-ভাব, মৰম-চেনেহ আৰু প্ৰেমালাপৰ বিষয়ে বৰ্ণনা দি, আপোনাৰ লুভীয়া মনত চাৰ বঢ়োৱাৰ নোখোজোঁ। সেই বাবে দোষ হ'লে বৰং ক্ষমা প্ৰাৰ্থনা কৰোঁ।

ফুলক বিয়া দিয়াৰ পাচত কনক তীৰ্থ কৰিবলৈ গ'ল। পদ্মকান্তই নিজ ঘৰলৈ নগৈ কনকৰ ঘৰতে থাকিবলৈ ল'লে আৰু কনকৰ মাটি-বাৰীৰ উৎপন্নেৰেই জীৱিকা নিৰ্বাহ কৰিবলৈ ধৰিলে।

চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে ভটীয়াই যোৱাৰ পাচত মনে মনে মানৰ হাতত আত্মসমৰ্পণ কৰিবলৈ ঠিক কৰিলে। তেওঁ ভাবিলে যে মানহঁতে তেওঁক ৰাজ্য দিবলৈ মাতিছিলেই, তেওঁ নিজে হে নগ'ল। গতিকে, এতিয়াও সিহঁতে তেওঁক ক্ষমা কৰিব পাৰে। এই বুলি ভাবি তেওঁ উজাই গ'ল, কিন্তু তেওঁৰ আশা নিষ্ফল হ'ল। মানহঁতে তেওঁক ৰাজ্য নিদি, ৰংপুৰত বন্দী কৰি থ'লে। তাৰ পাচত সিহঁতে কেইকালে অত্যাচাৰ কৰিবলৈ লাগিল আৰু লাহে লাহে ব্ৰিটিছৰ গাতো হাত দিবলৈ ধৰিলে। ব্ৰিটিছ সিংহ গৰ্জি উঠিল। গৱৰ্ণৰ জেনেৰেল লৰ্ড আমহাৰ্ষ্ট চাহাবে মানৰ লগত যুদ্ধ কৰিবলৈ শ্ৰীহট্ট আৰু গোৱালপাৰা দুয়ো ফালৰ পৰা সৈন্য পঠিয়াই দিলে। দুয়োদল সৈন্যই মানহঁতক চেপি আনিলে আৰু কেপ্তেইন্ বিচাৰ্ড্‌চ্ চাহাবে সিহঁতক কেবাখনো ৰণত পৰাস্ত কৰিলে। তাৰ পাচত সিহঁতৰ ইচ্ছামতে, কিছুমানক দেশলৈ যাবলৈ আৰু কিছুমানক কোনো অত্যাচাৰ

নৰুৱাকৈ ইয়াতে থাকিবলৈ দিলে। স্বৰ্গদেউ ভটীয়াই আহি গুৱাহাটীত থাকিল।

সিকালে, ইংৰাজৰ সৈন্যই ব্ৰহ্মদেশ আক্ৰমণ কৰিলে আৰু মান-সেনাক খেদি নগুৰ-নাগতি কৰিবলৈ ধৰিলে। মান বজাই নিৰুপায় হৈ ইংৰাজৰ লগত সন্ধি কৰিলে। সেই সন্ধি উপলক্ষে অসমদেশ মানৰ হাতৰ পৰা ইংৰাজৰ হাতলৈ গ'ল। লগেভাগে মানৰ অত্যাচাৰো আঁতৰিল। ব্ৰিটিছৰ শাসনৰ তলত—দেৱতুল্যা মহাৰাণীৰ শাসনৰ তলত, অসমীয়াই নিৰ্ব্বিঘ্নে শান্তি লাভ কৰিবলৈ ধৰিলে। উন্মাদিনীৰ কথা কাৰ্য্যত পৰিণত হ'ল।

পাঠক! আপুনি এই সুখময় ব্ৰিটিছ ৰাজত্বত নিৰ্ব্বিঘ্নে জিৰণি লওক, আমিও এই সুযোগতে বিদায় লওঁ।

অন্ত

# অৰ্পণ

## শ্ৰীযুক্ত নোমলচন্দ্ৰ গোস্বামীৰ হাতত

প্ৰিয়বৰেষু,

স্কুলীয়া ছাত্ৰ হৈও সাহিত্যক্ষেত্ৰত প্ৰৱেশ লাভ কৰিছিলোঁ। এদিন তোমাৰেই অযাচিত অৰ্থ সাহাৰ্য্যৰ বলত। মোৰ দৈন্যক্লিষ্ট জীৱনৰ সি এক মধুৰ প্ৰভাত। তাৰ স্নিগ্ধ আলোকতেই মোৰ বৰ্ত্তমান সাহিত্য-সাধনাৰ আৰম্ভণ। সেই সুমধুৰ স্মৃতি সজাগ কৰি আজি সাধনাক তোমাৰ হাতত সমৰ্পণ কৰিলোঁ।

তোমাৰ
স্নেহাকাঙ্ক্ষী
শ্ৰীদণ্ডিনাথ কলিতা

কলিকতা
৭ শাওন, ১৮৫০ শক

# গ্ৰন্থকাৰৰ নিবেদন

বাস্তৱতাৰ মাজেদি আদৰ্শৰ উজ্জ্বল লোকলৈ পথ নিৰ্ম্মাণ কৰাই উপন্যাসৰ চৰম লক্ষ্য। এই লক্ষ্য মনত ৰাখিয়েই লিখকে সাধনা আৰম্ভ কৰিছে; সিদ্ধিলাভ জগৎনিয়ন্তাৰ হাতত।

সাধনা লিখাৰ পিচতেই জনচেৰেক কৃতবিদ্য লোকৰ সঙ্কেত লাভ কৰি, লিখক বিশেষ উপকৃত হৈছিল। সেই সকলৰ ভিতৰত শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত চন্দ্ৰকুমাৰ আগৰৱালা, শ্ৰীযুক্ত বেণুধৰ দাস, শ্ৰীযুক্ত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, শ্ৰীযুক্ত নকুলচন্দ্ৰ ভূঞা, শ্ৰীযুক্ত বসন্তকুমাৰ বৰুৱা আৰু শ্ৰীযুক্ত ললিতমোহন চৌধুৰী প্ৰধান। তেওঁলোক সকলোটিকে লিখকে আন্তৰিক কৃতজ্ঞতা জনাইছে।

১৮৪৮ শকত অসম সাহিত্য-সভাৰ পৰা সৰ্ব্বোৎকৃষ্ট উপন্যাসৰ নিমিত্তে তিনি শ টকা পুৰস্কাৰ ঘোষণা কৰা দেখি সাধনাক প্ৰতিযোগিতাৰ নিমিত্তে উক্ত সভাৰ সম্পাদকলৈ পঠোৱা হৈছিল। সৌভাগ্যৰ কথা, পৰীক্ষাত সকলোখিনি উপন্যাসৰ ভিতৰত সাধনাই প্ৰথম স্থান অধিকাৰ কৰি ঘোষণা কৰা পুৰস্কাৰ লাভ কৰিলে।

সাধনাৰ প্ৰথম সংস্কৰণ ওলোৱাৰ পাচত গোটেই অসমতে এটা হুলস্থুল লাগি পৰিছিল। কেইবাখনো জিলাৰ লোকেই সাধনাত বৰ্ণিত ঘটনাৱলী তেওঁলোকৰ নিজৰ নিজৰ জিলাৰ বুলি ধৰি লৈ নানা প্ৰকাৰ প্ৰশ্ন আৰু মন্তব্য-প্ৰকাশ কৰিছিল; আন কি, কোনো-কোনোৱে উকীলৰ লগতে পৰামৰ্শ কৰিছিল। আন ফালে, বহুতো সাহিত্যিক আৰু শিক্ষিতা মহিলাই লিখকক অভিনন্দিত কৰি তেওঁলোকৰ শুভ ইচ্ছা জ্ঞাপন কৰিছিল। ইয়াৰ পৰা আন একো নহলেও লিখকে এইটো বুজিবলৈ সুযোগ পাইছিল, যে তেওঁ বৰ্তমান অসমৰ নাগৰিক জীৱনৰ প্ৰকৃত চিত্ৰ আঁকাত কৃতকাৰ্য্য হ'ব পাৰিছে। ই লিখকৰ পক্ষে সৌভাগ্যৰ কথা।

যিসকল সহৃদয় পাঠক-পাঠিকাৰ অনুগ্ৰহত সাধনাৰ দ্বিতীয় সংস্কৰণ ওলাব পাৰিছে, তেওঁলোকৰ প্ৰতি লিখকৰ অশেষ ধন্যবাদ। আগৰ সংস্কৰণৰ দৰেই এই সংস্কৰণেও তেওঁলোকৰ সমাদৰ লাভ কৰিব পাৰিলেই লিখকৰ অৰ্থব্যয় সাৰ্থক হব। ইতি

তেজপুৰ — নিবেদক

১৮ আঘোণ, ১৮৫৬ শক — গ্ৰন্থকাৰ

# সাধনা

## প্ৰথম খণ্ড

## প্ৰথম অধ্যায়

### কবি-প্ৰিয়া

"উঃ ! আজিৰ দৰে গৰম হলে সেখোন কাম-বন কৰা দূৰৰ কথা, মানুহ টিকাই টান হ'ব"। এই বুলি দীনবন্ধুৱে হাতৰ কাপটো মেজৰ ওপৰত থৈ, লিখি থকা বহিখন জপাই বাহিৰলৈ ওলাল আৰু বাৰাণ্ডাত থকা মাচিয়া এখনত বহি তাল-পাতৰ বিচনী এখনেৰে বিচিবলৈ ধৰিলে। অলপ পিচতে মাত লগালে,—"গঙ্গা, এগিলাচ চৰ্বত লৈ আহ।"

"গৈছোঁ দেউতা"—এই বুলি অলপ সময়ৰ ভিতৰতে গঙ্গাৰামে এগিলাচ নেমুটেঙাৰ চৰ্বত আনি দিলে। দীনবন্ধুৱে একে শোহাই চৰ্বতখিনি খালে আৰু অলপ সুস্থিৰ হৈ বহিল। অলপ এনেকৈ বহাৰ পিচত তেওঁ উঠি ভিতৰলৈ গ'ল। তাৰ পিচত গাত এটা কামিজ সুমুৱাই আৰু হাতত এটা ছাতি লৈ এখোজ এখোজকৈ ঘৰৰ পৰা ওলাল। তেওঁ পোনে পোনে ব্ৰহ্মপুত্ৰৰ পাৰলৈ খোজ ললে। বেতিয়া নৈৰ ওচৰ পালেগৈ তেতিয়া তেওঁৰ মন-প্ৰাণ অলপ শীতল বোধ হ'ল; কিছু সময় পাৰে পাৰে ইকাল সিকালকৈ ঘূৰি শেহত তেওঁ নৈৰ পাৰত থকা গছ এজোপাৰ তলত শিল এটাৰ ওপৰত বহিল। তেতিয়া নৈৰ পৰা মৃদু মধুৰ সুশীতল বতাহ একো ছাটি আহি তেওঁৰ শৰীৰ শীতল কৰিলে, শৰীৰৰ ক্লান্তি অৱসাদ ক্ৰমশঃ আঁতৰি গ'ল। তেওঁ তাতে বহি বহুত বেলিলৈকে নদীৰ আৰু তাৰ আশে-পাশে থকা প্ৰাকৃতিক দৃশ্যাৱলীৰ সৌন্দৰ্য্য নিৰীক্ষণ কৰিবলৈ লাগিল। বোধকৰোঁ তেতিয়া তেওঁৰ মনত কিবা কবিতাৰ ঝঙ্কাৰ উঠিছিল।

এনেকৈ বহি থাকোঁতেই বেলি পৰিবৰ হ'ল, তেওঁ পশ্চিমলৈ চকু ঘূৰালে। তেতিয়া বিশ্বশিল্পকৰ মায়া-বাজিৰ মাজেদি প্ৰকৃতি দেবীয়ে ৰূপ সলাইছিল, সূৰ্য্যদেৱ নিজৰ তাপত নিজে দগ্ধ হৈ ব্ৰহ্মপুত্ৰত স্নান কৰি দেহা শীতলাবলৈ নামি গৈছিল, প্ৰকৃতি দেবীয়েও হাঁহি মুখেৰে তেওঁক বিদায়-সম্ভাষণ জনাইছিল। সেই হাঁহিৰ ৰহণ সানি নীল আকাশ ৰেঙলীয়া হৈ উঠিছিল, লুইতৰ বিশাল বুকু বজুৱা ঢৌৰ ৰং-ৰেমালিত আন্দোলিত হৈছিল, পাৰৰ পাদপশ্ৰেণী আৰু নতোন্নত পৰ্ব্বতমালা সেই কপিল কিৰণেৰে উদ্ভাসিত হৈ উজ্জ্বল সৌন্দৰ্য্য আকৰ হৈ উঠিছিল। পানীৰ মাজত শিহৰে আৰু পাৰৰ তলত সৰু সৰু মাছে পাতুৰি পাতুৰি আনন্দ-উৎসৱত

আপোন-পাহৰা হৈছিল, দুই চাৰি জন ডেকাই নাও খেলাইছিল, বহুতো বয়স্কা মানুহে এডিভি পানীলৈকে নামি গা ধুই দিনটোৰ দুখ-ভাগৰৰ পিচত শান্তি লাভ কৰিছিল। ঘাটত বহুতো আমোলা আৰু ছাত্ৰ গোট খাই কথা পাতিছিল, কোনো কোনোৱে গা মেলাইছিল। পৰ্ব্বতৰ দাঁতিৰ শিল এটাৰ আঁৰৰ পৰা সুমধুৰ সঙ্গীত উঠিছিল।

অকলে ফুৰাটোৱেই দীনবন্ধুৰ স্বভাৱ; সেই কাৰণেই নৈৰ দাঁতিত বহিলেও তেওঁ ঘাটত নবহি বহলে মানুহৰ সমাগম কম তেনে ঠাই বিচাৰি লয়। আজিও তেওঁ যিটো শিলত বহিছে সি ঘাটৰ পৰা কিছু আঁতৰত। আজৰি পোৱা দিনত পুৱা আৰু সন্ধ্যা সময়ত তেওঁ এই শিলটোত বহি সূৰ্য্যদেৱৰ উদয় আৰু অস্ত কালৰ মহিমামণ্ডিত সৌন্দৰ্য্য নিৰীক্ষণ কৰে। আজিও তেওঁ তাতে বহি সূৰ্য্যাস্ত আৰু তাৰ আনুষঙ্গিক দৃশ্য চাই মুগ্ধ হৈ ব'ল। তেতিয়া তেওঁৰ মনত কি ভাব খেলাইছিল কোনে জানে!

প্ৰায় আন্ধাৰ হৈ আহিছে, এনেতে পাচফালে কিবা এটা শব্দ শুনি দীনবন্ধু চক্ খাই উঠিল, উভতি চাই দেখিলে তেওঁৰ এজন বন্ধু-উমাকান্ত।

উমাকান্তই ক'লে—"কি হে ইমান কৈ ভাবিলোঁ, তেও সঁহাৰি নাই। মই নহা হলে কিজানি ইয়াতেই ৰাতি কটালাহেঁতেন হ'বলা!"

দীনবন্ধু : নহয়, কিবা এটা ভাবি আছিলোঁ।

উমা : সেইটো মযো বুজিছো। পিচে এতিয়া নোযোৱা জানো?

দীন : এই যাওঁ, ব'লা।

দীনবন্ধু উঠিল আৰু উমাকান্তৰে সৈতে ঘৰমুৱা হৈ খোজ ল'লে। কেইখোজমান যোৱাৰ পিচতে উমাকান্তই ক'লে—পিচে তোমাক কথা এটা সোধো বুলি ভাবিছিলোঁ; বেয়া নোপোৱা যদি কওঁ।

দীন : কি কথা?

উমা : নতুন কথা একো নহয়। মই সুধিব খুজিছিলোঁ যোলে তুমি অকল কবিতা-কে লৈয়েই জীৱন-কটাব খুজিছা নেকি?

দীন : পৰা হলেতো বেয়া নাছিল।

উমা : তোমাক দেখোন দেখিছোঁ পুৱা-গধূলি প্ৰায়েই নৈৰ দাঁতিত আৰু আজৰি পোৱা সময়ত ঘৰৰ চুকত। সংসাৰৰ লগত যদি তোমাৰ মিলিবৰ ইচ্ছা নাই, তেন্তে তাৰ পৰা একেবাৰেই বাহিৰ নোহোৱা কিয়?

দীন : সংসাৰ এৰি ঠাই ক'ত! মই যে ঘোৰ সংসাৰী।

উমা : তুমি যদি ঘোৰ সংসাৰী, সন্ন্যাসী নো কোন?

দীন : মই সন্ন্যাসী কেনেকৈ হ'ম! মই দেখোন সংসাৰৰ একোকে ত্যাগ কৰা নাই আৰু কেতিয়াবা যে তেনে কৰিম বা কৰিব পাৰিম তাৰো সম্ভাৱনা নাই।

উমা : তেনেহলে ভালকৈ সংসাৰক সাৱটি নধৰা কিয়? বিয়া-বাৰু কৰাই গৃহস্থ ধৰ্ম্ম পালন নকৰা কিয়?

দীন : অ' তাকে কবলৈকে হবলা এই কথা পাতনি পাতিছিলা। মই দেখোন তাৰ উত্তৰ তোমাক কেতিয়াবাই দিছোঁ।

উমা : বৰ্ত্তমান জগতৰ লগত মিলাই চালে তোমাৰ উত্তৰৰ কোনো অৰ্থই নহয়। তোমাৰ কল্পনাৰ আৰু বাস্তৱ জগৎ কেতিয়াও এক হ'ব নোৱাৰে। বয়স এৰি তুমি জিঠফলৈ আহা, তেতিয়াহে

সংসাৰৰ প্ৰকৃত সোৱাদ বুজিবা।

দীন : মই যদি স্বপ্ন ৰাজ্যত ঘূৰিয়েই আনন্দময়ৰ আনন্দবিন্দু উপভোগ কৰিব পাৰোঁ, তেনেহলে তোমাৰ নিৰানন্দ ৰাজ্যলৈ ঘূৰি অহাৰ প্ৰয়োজন কি? এই নিষ্ঠুৰ সংসাৰক মোৰ স্বপ্নৰাজ্যত পৰিণত কৰিব পাৰিলেহে মোৰ আদৰ্শৰ সফলতা।

উমা : কিন্তু সেই সফলতা-লাভ কোনো কালে নহয়। তোমাৰ কল্পনা অসংযত। তাক সংযত কৰিব নোৱাৰিলে, বাস্তৱ জগতৰ লগত মিলাব নোৱাৰিলে, কেতিয়াও তোমাৰ উদ্দেশ্য সিদ্ধি হ'ব নোৱাৰে। সৰ্ব্বসাধাৰণৰ মঙ্গল সাধিব খুজিলে প্ৰথমে তেওঁলোকৰ ভিতৰৰে এজন কৰি নিজক গঢ়িব লাগিব, তাৰ পিচত তেনে জীৱনৰ মাজেদিয়েই তোমাৰ আদৰ্শ ফুটাই তুলিব লাগিব। তেতিয়াহে তোমাৰ আদৰ্শৰাজ্য স্থাপন কৰিব পাৰিবা, নতুবা আংশিক সফলতা কৰিলেও তোমাৰ উদ্দেশ্য সম্পূৰ্ণ সিদ্ধি হ'ব নোৱাৰে।

দীন : মই যে সৰ্ব্বসাধাৰণৰ লগৰ পৰা আঁতৰি পৰিছোঁ, সেই কথা সঁচা বুলিব নোৱাৰো।

উমা : মই যি উদ্দেশ্যে সেই কথা কৈছোঁ, তুমি তালৈ মন কৰা নাই, সেইহে তেনেকৈ কৈছা। মই কৈছোঁ ইয়াকে, যে তোমাৰ অৱস্থাৰ, তোমাৰ বয়সৰ মানুহ সাধাৰণতঃ অবিবাহিত নাথাকে; এই খিনিতেই সৰ্ব্বসাধাৰণৰ লগত তোমাৰ অমিল। আকৌ তোমাৰ কৰ্ম্ম-ক্ষেত্ৰত পুৰুষ-স্ত্ৰীৰ পাৰ্থক্য নাই, জন্ম অনুসৰি মানুহৰ উচ্চতা বা নীচতা নাই। ইয়াতো বেছি ভাগ মানুহৰ লগত তোমাৰ মতৰ অমিল। তোমাৰ এইবোৰ কাৰ্য্যই বহুতৰ স্বাৰ্থত ব্যাঘাত নজন্মোৱাকৈ নাথাকে। তেতিয়া সেই মানুহবোৰে তোমাৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাটো স্বতঃসিদ্ধ। বহুতে তেতিয়া তোমাক অবিবাহিত বুলিয়েই সাধাৰণ মানুহৰ বিশ্বাস জন্মা কাহিনীৰ সৃষ্টি কৰি তোমাৰ কাৰ্য্যত ব্যাঘাত জন্মাব, তাৰ ফলত তোমাৰ উদ্দেশ্য সিদ্ধি হোৱা কঠিন হৈ পৰিব। সেই কাৰণে মই কওঁ তুমি সোনকালে বিয়া কৰোৱা।

দীন : বিয়া কৰোৱা মানুহ কেতিয়াও উন্মাৰ্গগামী হব নোৱাৰে বুলি তুমি বিশ্বাস কৰানে?

উমা : নকৰোঁ। আৰু অবিবাহিত হলেই তেনে হব বুলিও বিশ্বাস নকৰোঁ। কিন্তু তুমি যিবোৰ মানুহৰ মাজত কাম কৰিবা তাৰ সৰহ ভাগে তেনে বিশ্বাস কৰিব। সেই দেখিয়েই তুমি যেতিয়া সংসাৰী মানুহৰ মাজত থাকি কাৰ্য্য কৰিবলৈ ওলাইছা, তুমিও তেনে সংসাৰীয়েই হৈ লোৱা মই উচিত বুলি ভাবোঁ।

দীন : তুমি যেখোন মোৰ কথা সকলো জানা। মই জানো চিৰব্ৰহ্মচাৰী থাকিমেই বুলি কেতিয়াবা কৈছোঁ? মই মাত্ৰ কৈ আহিছোঁ যে যদি মোৰ আদৰ্শৰ অনুৰূপ

সঙ্গিনী নোলায়, তেনেহলে এই জীৱনত মোৰ বিবাহ নহয়। আৰু যদি কোনোবা ওলায়, তেনেহলে আনন্দ মনেৰে দাম্পত্য জীৱনৰ কৰ্ত্তব্য গ্ৰহণ কৰিম, কল্পনাৰ আদৰ্শ আচলত পৰিণত কৰি মুক্ত বিহঙ্গমৰ দৰে বিচৰণ কৰিম, এক প্ৰাণ, এক উদ্দেশ্য লৈ মঙ্গলময়ৰ আলোকময় ৰাজ্য বিস্তাৰ কৰিম।

উমা : ৰ'বা ৰ'বা, তোমাৰ কবিতাৰ বলিয়া-লিয়ে এনেকৈ উক দিলে আমাৰ পলা-য়নৰ বাহিৰে উপায় নাথাকিব।

দীন : তুমিয়েই হে জোকাই লৈছা, মোৰ গাত দোষ কি?

উমা : বাৰু জোকাই নলওঁ। তোমাক আৰু এটা কথা ক'ব লগা আছে।

দীন : কি কথা কৈ যোৱা।

উমা : কথা হৈছে তুমি বিয়া নকৰোৱাৰ পৰা বহুতৰ অপকাৰ হৈছে।

দীন : মোৰ পৰা অপকাৰ হৈছে! কেনেকৈ?

উমা : কেনেকৈ শুনা। তোমাক জোঁৱাই পাবলৈ বহুতৰ আশা আছে, আৰু সেই বাবেই তেওঁলোকৰ ছোৱালী আন কাকো নিদি তোমালৈ বুলি সাঁচি থৈছে। শেহত তুমি বিয়া নকৰালে এই ছোৱালীহঁতলৈ সাউৎকৰে ক'ত ভাল দৰা পোৱা যাব। তেতিয়া যদি যেনে তেনে পাত্ৰক দিব লগা হয়, আৰু ছোৱালীহঁতৰ দুখ হয়, তেন্তে তাৰ বাবে কোন দায়ী হ'ব? আন নালাগে, তুমি বিয়া কৰালেও এজনীহে বিয়া কৰাবা, বাকীবোৰৰ কি হ'ব? তুমিতো আৰু সকলোকে নাপাবা।

দীন : তাৰ বাবে মই দায়ী নহওঁ। মই কাকো তেনে কৰিবলৈ কোৱা নাই।

উমা : তথাপিও তোমাৰ বিয়া নোহোৱালৈকে তোমাৰ অজ্ঞাতসাৰে হলেও তুমিয়েই সেই অনৰ্থৰ মূল হৈ থাকিবা।

দীন : তাৰ প্ৰতিকাৰৰ উপায় নাই। আৰু এটা কথা—মোৰ বিশ্বাস বিবাহ-বন্ধন-টো এক জন্মৰ নহয়, ইয়াত জন্ম-জন্মান্তৰৰ আকৰ্ষণ আছে। পতি-পত্নী দুজনৰ যেয়ে য'তে থাকক, দুয়োজনৰ ভিতৰত এটা অজ্ঞাত আকৰ্ষণ থাকে,—পৰস্পৰৰ প্ৰতি এটা বুজিব নোৱাৰা আকুলতা জন্মে। বিধাতাৰ ইচ্ছাত যেতিয়াই দুয়োৰে সাক্ষাৎ ঘটে, তেতি-য়াই দুয়োখনি হৃদয় আলোড়িত হৈ উঠে আৰু দুয়োৰে সত্তা একত পৰিণত হয়। মুঠতে মই বিশ্বাস কৰোঁ—

দ্বীপাদন্যস্মাদপি মধ্যাদপি জলনিধের্দিশোঽপ্যন্তা।
দানীয় ঝটিতি ঘটয়তি বিধিৰভিমতমভিমুখীভূতঃ॥

উমা : তুমি লাগিলা আকৌ কবিতা আও-ৰাবলৈ। এনেকৈ হলে তোমাৰ লগত কথা পতাই টান দেখিছোঁ।

দীন : তুমিও বৰ পোন-পটিয়ে কথা পাতিছা বুলি মোৰ মনে ধৰা নাই। তোমাৰ উদ্দেশ্য কি ভাঙিয়েই কোৱাচোন।

উমা : মোৰ কথা এক ৰকম ভাঙিয়েই কৈছোঁ। মোৰ উদ্দেশ্য এই যে তুমি তোমালৈ আশ ৰখোৱা ছোৱালীবিলাকৰ ভিতৰত

যাকে মনোমত পোৱা, তেওঁকেই বিয়া কৰোৱাঁ। লগে লগে ইয়াকো কওঁ যে উষাৰ লগত তোমাৰ বিবাহ হলে মই সুখী হ'ম আৰু মোৰ বিশ্বাস তুমিও সুখী হব পাৰিবা। তাইৰ লগত মোৰ সম্বন্ধ থকাৰ বাবে অকল স্বাৰ্থলৈ লক্ষ্য ৰাখি মই এই কথা কোৱা নাই, তাই তোমাৰ উপযুক্ত হ'ব বুলি মোৰ পূৰ্ণ বিশ্বাস আছে দেখিছে কৈছোঁ। তোমাৰ কবিতা, তোমাৰ প্ৰবন্ধ তাই যি আগ্ৰহেৰে পঢ়ে, তোমাৰ প্ৰশংসা শুনিলে তাইৰ যি আনন্দ হয়, তোমাৰ আদৰ্শৰ উপযোগী হবলৈ যেনে যত্ন কৰে, তাতে চাই মোৰ কথা অলপো অতিৰঞ্জিত নহয় বুলি ভাঠি ক'ব পাৰোঁ। মুঠতে, তাই তোমাৰ নিমিত্তেই, তুমি বিয়া কৰালে তাই সুখী হ'ব, তুমিও এজনী উপযুক্ত গৃহিণী লাভ কৰি সুখী হব পাৰিবা।

দীন : তোমাৰ অনুমান যদি সঁচা হয়, তেনেহলে বিয়া কৰাৰ পৰা হলে তেওঁক অন্ততঃ সুখী কৰিব পাৰিলোঁহেঁতেন; কিন্তু সম্প্ৰতি মই তাৰ নিমিত্তে অপাৰগ।

উষা : আগলৈতো সমৰ্থ হবা।

দীন : তাতো মোৰ সন্দেহ আছে। মুঠতে মই তেনে বিধৰ কোনো দায়িত্ব গ্ৰহণ কৰিব নোখোজো।

উষা : বাৰু যি হওক, তুমি অলপ দকৈ কথাটো গমি চাবা।

এনেতে উষাকান্তই খবৰ ওচৰ পাই দীনবন্ধুৰ ওচৰত বিদায় ল'লে। দীনবন্ধুও অন্যমনা হ'ল।

# দ্বিতীয় অধ্যায়

## নৈশ সঙ্গীত

দীনবন্ধু যবলৈ উভতি আহোঁতে আন্ধাৰ হৈছিল। তেওঁ আহিয়েই মেজৰ ওচৰত বহিল আৰু আবেলি সাময়ি থৈ যোৱা বহিখন মেলি কিবা লিখিবলৈ ধৰিলে। লিখা শেষ হ'লত বহীখন মেজতে এৰি বাহিৰ ওলাল, চোতালত পাটী এখন পাৰি তাতে বহিল, অলপ অলপকৈ বলা জুৰ বতাহ বৰ স্নিগ্ধ, বৰ শান্তিদায়ক বোধ হ'ল। তেওঁ আধা বহা আৰু আধা শোৱা অৱস্থাৰে একোবাৰ আকাশলৈ আৰু একোবাৰ ঘৰৰ সন্মুখত থকা ফুলনিখনলৈ চাবলৈ ধৰিলে। নীল আকাশত লাখে লাখে তৰাই উজ্জল হাঁহিৰ কিৰণ কণা ছটিয়াই দি সৌন্দৰ্য্যময় চন্দ্ৰতাপ বিস্তাৰ কৰিছে, ফুলনিৰ ফুলে ক্ষুদ্ৰ ক্ষুদ্ৰ বেণু বতাহৰ বোকোচাত তুলি দি বায়ুমণ্ডল সুৰভিত কৰি তুলিছে। দুয়ো স্নিগ্ধ, দুয়ো ক্লান্তিনাশক। দীনবন্ধু কবি, জোনাক ৰাতি এনে অৱস্থাত কবিতাৰ উদয় হোৱা তেওঁৰ পক্ষে স্বাভাবিক; তেওঁ আপোন মনেৰে কাব্য-কাননত বিচৰণ কৰিবলৈ ধৰিলে। হঠাৎ এটা গীতৰ সুৰ আহি তেওঁৰ কাণত পৰিল, তেওঁ চমকিত হ'ল, মনোযোগেৰে গানটো শুনিবলৈ ধৰিলে। গান চলিবলৈ ধৰিলে—

আহা! নীল আকাশত জোনক দেখি তৰাই পাতে ফুল।

ধৰাৰ বুকুত কুসুম বিয়া,
(দেখি) জুৰাই হিয়া,
জিলিৰ গীতৰ বোল।

নিমজ্জ ভিতি গায়ক পখীৰ,
শুনি বিচে মলয় সমীৰ,
বিশ্ব-পিতাই আপোন-হাতে লগাই মিলন-ডোল।

গীত শুনি দীনবন্ধু মুগ্ধ আৰু আচৰিত হ'ল! সঁচাকৈয়ে সেই সময়ত তেওঁ হৃদয়-বীণত যি কবিতাৰ নিফুট ঝঙ্কাৰ উঠিছিল, ই তাৰেই তাল-লয় যুক্ত পৰিস্ফুট প্ৰতিধ্বনি! তেওঁ অবাক হ'ল! কিবা মোহত পৰি তেওঁ অন্তৰৰ সঙ্গীতকে বাহিৰত প্ৰতিধ্বনিত হোৱা শুনিছেনেকি? কিন্তু সেয়েই বা হয় কেনেকৈ? তেওঁতো সম্পূৰ্ণ জাগ্ৰত! তেওঁ স্পষ্টকৈ শুনিবলৈ পাইছে যে গীত তেওঁৰ সন্মুখত থকা ঘৰটোৰ পৰা আহিছে। সি যে আৰু আচৰিত! সেই ঘৰটো সাজি উলিওৱাৰ পৰা তাত তেওঁ কোনো মানুহ থকা দেখা নাই! তেনেহলে মানুহ নোহোৱা ঘৰত কোনে এই ৰাতি গান গাব! তাতে সুৰ শুনি ভালকৈ বুজা যায় ই পুৰুষৰ কণ্ঠস্বৰ নহয়, ইয়াত কামিনী-কণ্ঠৰ কোমলতা বিদ্যমান। তেন্তে ই কাৰ গান? অপ্সৰাৰ! অসম্ভৱ। নিশ্চয় আজি কোনোবা মানুহ এই ঘৰলৈ আহিছে। কিন্তু কোন আহিছে তাৰ তত্ত্ব পোৱা যায় কেনেকৈ? এইদৰে নিজৰ মনতে দীনবন্ধুৱে বহুতো প্ৰশ্ন আৰু উত্তৰ কৰিলে; কিন্তু কোনো সিদ্ধান্তত ওলাব নোৱাৰিলে। শেষত মনতে ভাবিলে—"যেয়ে আহক, যেয়ে গাওক, তাৰ সন্ধান বিচৰাৰ প্ৰয়োজন কি? যি সুন্দৰ, যি মধুৰ, সি যৰে পৰাই আহক, মনত মলি নাথাকিলে যেয়ে সেয়ে উপভোগ কৰিব পাৰে।" ইমানতো একো একোবাৰ তেওঁৰ মনত সন্দেহ জন্মিছিল। কিজানি ভাবি থাকোঁতে তেৰেঁই জাগ্ৰত স্বপ্ন দেখিছিল। কিন্তু তেওঁৰ সকলো সন্দেহ আঁতৰাই নৈশ নিস্তব্ধতা ভঙ্গ কৰি, আকৌ পিছৰ মুহূৰ্ত্ততে কামিনী-কণ্ঠৰ কোমল কবিতাময় গীত আহি তেওঁৰ কাণত পৰিল—

তুমি কোন নন্দনৰ পাৰিজাত তুলি
গাঁথিছা কি মালা যতনে?
মোৰ হৃদি-মন্দিৰৰ পবিত্ৰ থাপনা
শূন্য ৰ'ল তোমা-বিহনে।
তোমাকে বিচাৰি ভ্ৰমিছোঁ ভুবন,
নিৰ্দ্দয়, তথাপি নিদিয়া দৰ্শন,
মালতীৰ মালা গঁথাতে শুকাল,
বেণু কাঢ়ি নিলে পৱনে।
নেদেখোঁতে হিয়া বিৰহে দহিলে,
নোৱাৰা পলাব এবাৰ ধৰিলে,
শূন্য থাপনাত থাপি যতনেৰে
পূজিম জীৱনে-মৰণে।

দীনবন্ধুৰ বিস্ময়ৰ সীমা নোহোৱা হ'ল! ই যে যেনে তেনে গীত নহয়, তেওঁৰ প্ৰাণৰ কথা! আজি কত দিন তেওঁৰ প্ৰাণৰ মাজত কিবা এটা অভাৱ অনুভৱ কৰি আহিছে, কত দিন কিবা এটা অজ্ঞাত বস্তুৰ চিন্তাত আকুল হৈছে, কিন্তু যিমানেই ভাবিছে, যিমানেই বুজিবলৈ চেষ্টা কৰিছে, তেওঁ বুজিব পৰা নাই সেই অভাৱটো নো কিহৰ! সি যেন কিবা এটা অতি সুন্দৰ, অতি মধুৰ, অতি প্ৰাণস্পৰ্শী! একো একোবাৰ ছোওঁ ছোওঁ হয়, ছুব নোৱাৰে, ধৰোঁ ধৰোঁ হয়, ধৰিব নোৱাৰে; যেন বিণিকি বিণিকি চকুত পৰে, অথচ নেদেখে! যেন কৰবাত তাৰ কিবা এটা সুৰ বাজি উঠে, কাণ পাতি থৰ হৈ থাকে, কিন্তু একো নুশুনে। তেওঁ বহুতো অনুসন্ধান কৰিছে, কিন্তু ক'তো তেওঁৰ আকাঙ্ক্ষাৰ অজ্ঞাত বস্তু বিচাৰি পোৱা নাই। আজি এই গীত শুনি তেওঁৰ সেই অতীতৰ ভাবৰ চৌবোৰে নানা ভঙ্গীৰে তেওঁৰ অন্তৰ ওপচাই পেলালে, তাত এক

বিশাল হেন্দোলনি উঠিল, তেওঁ সদায় উপভোগ কৰি অহা ষভাৱ চিত্ৰৰ মাজেদি তেওঁৰ ইঙ্গিত অজ্ঞাত পদাৰ্থৰ কিবা এটা আলোক-ৰেখা নাচি নাচি উৰি গ'ল; কিন্তু তেওঁ বুজিব নোৱাৰিলে সি কি! আকাশৰ তৰাই ইঙ্গিতেৰে কিবা এটা দেখুৱাই দিলে, ফুলনিৰ ফুলে মূৰ দুপিয়াই সমৰ্থন কৰিলে, তেওঁৰ হৃদয় আনন্দত আপ্লুত হ'ল, কিবা এক অবৰ্ণনীয় পুলকত গোটেই শৰীৰ কঁপি উঠিল। কিন্তু আকৌ সেই লোকালোক! তেওঁতো নুবুজিলে তেওঁক কি লাগে! আৰু আচৰিত এই গায়িকাই তেওঁৰ মনৰ কথা ঢুকি পালে কেনেকৈ? নহলে কেৱোঁ সেই একে অভাৱকেই অনুভৱ কৰিছেনেকি? যদি সেয়ে হয়, তেন্তে নিশ্চয় দীনবন্ধুৰ লগত তেওঁৰ মনৰ মিল আছে। আজি ইমান দিনে দীনবন্ধুৱে তেওঁৰ লগত মনে মনে মিলা কাকো পোৱা নাই; এই গায়িকা তেওঁৰ সেই অভাৱ পূৰ্ণ কৰিবলৈকে আহিছেনেকি? যি হওক, ইমান ওচৰত আছে যেতিয়া সোনকালে সকলো তত্ত্ব পোৱা যাব বুলি তেওঁ নিজৰ মনক প্ৰবোধ দিলে।

দীনবন্ধুৱে এনেকৈ ভাবি থাকোঁতেই গজাই মাত লগালে,—"দেউতা খাবৰ হ'ল, আহক।"

দীনবন্ধু বহাৰ পৰা উঠি ভাত খাবলৈ সোমাল।

# তৃতীয় অধ্যায়

## দীনবন্ধুৰ স্বপ্ন

দীনবন্ধুৰ ঘৰটো চহৰৰ একুকত। ঘৰটোৰ পাচ-ফালে এটা পুখুৰী, সন্মুখত এডোখৰ মুকলি পথাৰ। পথাৰৰ সিফালে এটা বাট আৰু তাৰ সিফালে এটা ভাল ঘৰ অলপ দিনৰ আগতহে সজা হৈছে। ওচৰত কোনো আমোলা-বিষয়াৰ ঘৰ নাই। ইফালে সিফালে জনচেৰেক চহা মানুহ থাকে।

দীনবন্ধুৰ ঘৰটো চাৰিচলীয়া আৰু সন্মুখৰ ফালে আগ বঢ়াই টুপ লগোৱা। এই টুপৰে সৈতে ঘৰটোত চাৰিটা খোটালি। এটাত দীনবন্ধু শোৱে, এটাত লিখা পঢ়া কৰে, আৰু এটাত পৰিবাৰ থাকে; টুপটোৱে চ'ৰা ঘৰৰ কাম কৰে। থকা ঘৰটোৰ পৰা অলপ আঁতৰতে বান্ধনী ঘৰ, মাজত মাত্ৰ এখন চোতাল। বৰ ঘৰটোৰ পৰা কুৰি হাত আঁতৰত এটা দীঘল ঘৰ; তাত তেওঁ সাহাৰ্য্য কৰি পঢ়োৱা ছাত্ৰ কেইজনমান থাকে। তাৰ বিপৰীত ফালে এটা সৰু ঘৰত তেওঁৰ গাই দুজনী থাকে। থকা ঘৰটোৰ সন্মুখত এখন সাধাৰণ ফুলনি আছে।

ঘৰটোৰ আটাইকেউটা খোটালিৰ ভিতৰত চকুত লগাকৈ সজোৱা হৈছে পাঠাগাৰটো; তাত চাৰিও-কালে পৃথিৱীৰ ডাঙৰ ডাঙৰ মনীষী সকলৰ ছবি আৰু বহুতো সুন্দৰ সুন্দৰ পৰ্ব্বত, হ্ৰদ আদিৰ স্বাভাৱিক চিত্ৰ; কৃত্ৰিম লতা ফুল আদিয়ে ঠায়ে ঠায়ে প্ৰাকৃতিক দৃশ্যৰ অভিনয় দেখুৱাইছে। চিত্ৰ-বিলাকৰ সৌমাজতে এখন কবিতাময় পট; এইখন তেওঁ নিজ হাতেৰে আঁকা। চিত্ৰখনত এজোপা লতা আঁকা হৈছে, লতাডালত কেইবাটাও ফুল। প্ৰথম দৃষ্টিত যদিও তাত এজোপা ফুলেৰে জকমকীয়া লতা মাথোন দেখা যায়, তথাপি ভালকৈ চালে, প্ৰত্যেকটা ফুলৰ তলনিত একোটা আখৰেৰে লিখা শব্দ ওলাই পৰে। সেই কেইটা শব্দ হৈছে—সত্যং শিৱং, অদ্বৈতং, পবিত্ৰতা, প্ৰেম, আনন্দ আৰু শান্তি। তাৰ উপৰিও গোটেই লতাডালৰ আকৃতি হয় "ওঁ"। এই প্ৰসন্ন চিত্ৰখন আনে ভাল পাওক বা নাপাওক,

দীনবন্ধুৰ হলে বৰ আদৰৰ ; আন কি সেই চিত্ৰৰ যে চিত্ৰকৰ হ'ব পাৰিছে, সেই বাবে গৰ্ব্বও অনুভব কৰে। খোটালিটোত আলমাৰী কেইবাটাও, আটাই-কেইটা দৰ্শন, বিজ্ঞান, বুৰঞ্জী, পুৰাতত্ব, সমাজতত্ব আদি বিভিন্ন ভাষাৰ গ্ৰন্থ আৰু সংস্কৃত কাব্য, নাটক, বেদ স্মৃতি, উপনিষদ, মহাভাৰত, ৰামায়ণ আদি গ্ৰন্থেৰে ভৰা। সঙ্গীত আৰু চিত্ৰবিষয়ক পুথিও খনচেৰেক আছে। এখন মেজত ইংৰাজী, সংস্কৃত আৰু অসমীয়া অভিধান আৰু লিখাৰ সঁজুলি সজাই থোৱা হৈছে। দুটা "ফুলদানিৰ" পৰা সদায় নতুন ফুলৰ গোন্ধ মলমলাই থাকে। দীনবন্ধুৱে আজৰি পোৱা সময়ৰ সৰহখিনি ইয়াতে কটায়। চ'ৰা খোটালিতো খন-চেৰেক ছবি আছে ; সেই কেইখন হৈছে, দেশৰ আৰু দহজনৰ নিমিত্তে জীৱন উচৰ্গা কৰোঁতা কেইজনমান অমৰ মহাত্মাৰ চিত্ৰ। তাৰ উপৰিও প্ৰাকৃতিক দৃশ্যৰ প্ৰতিকৃতি কেইখনমানো দেখা যায়, তাৰ ভিতৰত তেওঁৰ স্বহস্ত-অঙ্কিত সূৰ্য্যাস্তনামক চিত্ৰখনি অতি মনোৰম। খোটালিটোৰ মাজতে এখন মেজ আৰু তাৰ বুকত খনচেৰেক বাতৰি-কাকত সদায় থাকে। অভ্যাগতক অভ্যৰ্থনা কৰিবলৈ পাঁচ কি ছখনমান চকি আৰু এখন খাটো ইয়াত ৰখা হৈছে।

দীনবন্ধুৰ বৰণ একেবাৰেই বগা নহয়, কিন্তু শাওঁ বৰণীয়া, দীঘলে জোখতে, গাটো বিশেষ শকত নহলেও ক্ষীণো নহয়। মুখতো সদায় এটা গাম্ভীৰ্য্যৰ চিত্ৰ পৰিস্ফুট। মূৰৰ চুলি দীঘল আৰু কেঁকোৰা-কেঁকুৰি, তাৰ সৌন্দৰ্য্যই তেওঁৰ অৱয়ৱ বেছি শুৱনি কৰি তুলিছিল।

সাজ-পাৰত দীনবন্ধুৰ কোনো খুন-পেঁচ নাই। সাধাৰণতঃ এখন ধুতী, এটা কামিজ বা পাঞ্জাবী, এখন চেলেং কাপোৰ আৰু এযোৰ চটি জোতা হলেই তেওঁৰ সাজ-পাৰ সম্পূৰ্ণ হয়। জাৰকালি তাৰ লগতে এটা কোট আৰু এখন এৰীয়া কাপোৰ লগ লাগে।

দীনবন্ধুৰ লগত অকল গঙ্গাৰাম থাকে, সিয়েই তেওঁৰ লগুৱা, ৰান্ধনি—সকলো। সি এতিয়া দীনবন্ধুৰ ঘৰকেই তাৰ নিজা ঘৰ বুলি ভাবে, দীনবন্ধুৱেও তাক যথেষ্ট আদৰ আৰু সম্পূৰ্ণ বিশ্বাস কৰে। আনকি, খৰচ-পাতিৰ হিচাপো গঙ্গাকেই ৰাখিবলৈ দিয়ে। ইমানতো গঙ্গাৰ আগেয়ে এটা লগুৱাও দীনবন্ধুৰ লগত বেছি দিন টিকিব নোৱাৰিছিল। তাৰ কাৰণ থাইকৈ দুটা ; প্ৰথম—তেওঁ মিছা কথা সমূলি সহিব নোৱাৰে, দ্বিতীয়—যেই সেই কাম নিৰ্দ্দিষ্ট সময়ত নহলে তেওঁৰ ধৈৰ্য্য হেৰায়। লগুৱাৰ গাত এই দুটা দোষ দেখিলে প্ৰথম দিনা তেওঁ গালি-শপনি একো নাপাৰি বা কোনো প্ৰকাৰৰ শাস্তি নিদি অতি সংযতভাবে উপদেশ দিয়ে। আকৌ দ্বিতীয় দিনা সেই একে দোষেই ঘটিলে তেওঁ একোকে নকয়, মাত্ৰ প্ৰাপ্য দৰমহাখিনি দি তেনে লগুৱাক বিদায় দিয়ে। এবাৰ যা বুলি ক'লে তাৰ হাজাৰ কান্দোন-কাটোন কাবৌ-কোকালিয়েও একো গুণ দিব নোৱাৰে। তেনে সময়ত যদিও তেওঁ মুখেৰে একো নকয়, তথাপি তেওঁৰ চকুলৈ চালেই যাবে ভাবে হৃৎকম্প হয়। দীনবন্ধুৰ দৰে কোমল প্ৰকৃতিৰ মানুহৰ এনে কঠোৰতা বহুতৰ মতে আচৰিত কথা। সেই দেখি মানুহে কয় বোলে "কবি মানুহৰ ধাতু বুজা টান।" গঙ্গাৰামে কিন্তু তেওঁৰ ধাতু বুজি লৈছে, সেইহে তেওঁৰ ইমান আদৰ সাদৰ লাভ কৰিছে।

দীনবন্ধুৰ সংসাৰখন দেখাত ক্ষুদ্ৰ হলেও তেওঁৰ কাম নিতান্ত অলপীয়া নহয়। তেওঁ জীৱিকাৰ নিমিত্তে খেতি-বাতি কৰে, দুখীয়া গাৱঁলীয়া ল'ৰাৰ নিমিত্তে

বাইজৰ সাহায্য লৈ কেইখনো নৈশ বিদ্যালয় চলায় আৰু অন্যান্য শিক্ষক নিযুক্ত কৰাৰ উপৰিও নিজে প্ৰত্যেক স্কুলতে সপ্তাহত এদিনকৈ শিক্ষা দিয়ে। মাউৰৰ বা আকালৰ সময়ত দুখীয়াৰ সাহায্য আৰু আশ্ৰয়ৰ নিমিত্তে এটি সেৱাশ্ৰমো তেওঁৰ যত্নতেই চলে। তেওঁৰ আশ্ৰয়ত থাকি পঢ়া লৰাকেইটাৰ পঢ়া-শুনা আদিতো চকু দিব লাগে। ইয়াৰ উপৰিও স্থানীয় ধৰ্ম্ম-সভা আৰু সাহিত্যসভাৰো তেৱেঁই সম্পাদক। নিজৰ দৰিদ্ৰ অৱস্থাৰ লগত যুঁজি ইমানখিনি কাম যথাৱতে সমাধা কৰাৰ পিচত যি অলপ সময় আজৰি উলিয়াব পাৰে, তাক তেওঁ সাহিত্য চৰ্চ্চাত কটায়। তেওঁৰ কবিতা, তেওঁৰ প্ৰৱন্ধ— সকলো বাইজৰ আদৰণীয়। দেশ আৰু সমাজৰ সৰ্ব্বতোভাবে মঙ্গল সাধনেই তেওঁৰ ৰচনাৰ উদ্দেশ্য, আৰু তাত তেওঁ আংশিক সফলতা লাভ কৰা নাই বুলিও ক'ব নোৱাৰি।

দীনবন্ধুৰ বন্ধু-বান্ধৱ চহা মানুহৰ ভিতৰত। নগৰীয়া মানুহৰ ভিতৰত যদিও তেওঁৰ লগৰীয়াৰ সংখ্যা কম নহয়, তথাপি তেওঁ প্ৰায় কাকো বন্ধুৰ আসন দিয়া নাই। অৱশ্যে প্ৰকৃত বন্ধু বুলিলে তেওঁ যি বুজে, তেনে বন্ধু নাই বুলিলেও অত্যুক্তি নহয়। সেই দেখিয়েই তেওঁ তেওঁৰ উদ্দেশ্যৰ কথা সিদ্ধিলাভৰ আগতে প্ৰায় কাকো জানিবলৈ নিদিয়ে, একমাত্ৰ উমাকান্তইহে কেতিয়াবা কেতিয়াবা তেওঁৰ মনৰ কথা দুই এটা গম পায়। আনবোৰৰ লগত তেওঁ অৱস্থা বুজি ব্যৱস্থা কৰে। তেওঁলোকে কেতিয়াবা সামাজিক ৰাজনৈতিক, আধ্যাত্মিক নাইবা দাৰ্শনিক আলোচনা কৰিলে তেওঁ তাত মুকলি মনেৰে যোগ দিয়ে; কিন্তু তেওঁলোকে তেনে আলোচনা কেতিয়াবাহে কৰে। সাধাৰণতঃ তেওঁলোকৰ আলোচ্য বিষয় পৰৰ স্ত্ৰী-কন্যাৰ ৰূপ-যৌৱন, আনুমানিক ধন-সম্পত্তি আৰু পৰ-নিন্দা। তেনে কালত তেনে আলোচনা হেনো বহুতে ভাল পায়, কিন্তু আঠাইশ বছৰীয়া দীনবন্ধু সেই দলৰ বাজ। তেওঁ তেনে আলোচনাত যোগ দিয়া বা আনন্দ পোৱা দূৰৰ কথা, কোনোবাই তেনে কথাৰ অৱতাৰণা কৰিলেও মন এৰি পলায়। লগৰীয়াবোৰে কয়:—"দীনবন্ধু কবি হৈও নীৰস।"

সেই দিনা খাই-বই উঠি দীনবন্ধু পাটীত পৰিল, কিন্তু বহুত ৰাতিলৈকে তেওঁৰ টোপনি নাহিল; কল্পনাত এনেকৈ গা এৰি দিলে যে তেওঁ নিজেই বুজিব নোৱৰা হ'ল—তেওঁ দেখিলে—সন্মুখত নীলাকাশ, তেওঁ আজিলৈকে যিবোৰ সুন্দৰ বস্তু দেখিছিল, সেই সকলোবোৰৰ পৰা সৌন্দৰ্য্যৰ কিৰিঙটি উকৰি সেই মহা নীলাকাশৰ ফালে ধাৱমান হ'ল; চাওঁতে চাওঁতেই আকাশ-পৃথিৱী, জল-স্থল, গছ-লতা, ফুল-ফল—সকলোৱে সৌন্দৰ্য্য এক হৈ সজীৱতা লাভ কৰিলে; চাওঁতে চাওঁতেই সেই সৌন্দৰ্য্য-ৰাশি এক নাৰী-মূৰ্ত্তিত পৰিণত হ'ল। সেই দৃশ্যৰ পৰা তেওঁ চকু ঘূৰাব নোৱৰা হ'ল। চাওঁতে চাওঁতেই সেই মহা নীলাকাশ তৰঙ্গিত কৰি সুমধুৰ সঙ্গীত উঠিল; তাৰ ছত্ৰে ছত্ৰে অমিয়া-বিন্দু, তালে তালে ললিত ঝঙ্কাৰ। দীনবন্ধুৰ ধৈৰ্য্য হেৰাল, অজ্ঞাতসাৰেই মুখৰ পৰা গীতৰ প্ৰতিধ্বনি ওলাল:—"হৃদ্ধ খাপনাত থাপি আদৰেৰে পূজিম জীৱনে মৰণে।"

এই চিত্তোন্মাদকাৰী সৌন্দৰ্য্যত মুগ্ধ হৈ থাকোঁতেই দীনবন্ধুৰ টোপনি আহিল।

ৰাতিপুৱা শোৱাৰ পৰা উঠি চকু-মুখ ধোৱাৰি দীনবন্ধুৱে খিৰিকীখন মেলিলে। এই খিৰিকীৰ পৰা সন্মুখৰ ঘৰটোৰ বাৰাণ্ডা স্পষ্টকৈ দেখা যায়। দীনবন্ধুৱে বাহিৰলৈ চকু দিয়েই বাৰাণ্ডাত এজনী সুন্দৰী

যুৱতী দেখিবলৈ পালে, লগে লগে বাতিৰ গোটেই-খিনি কথা তেওঁৰ মনত পৰিল। তেওঁ অলপ সময় যুৱতীলৈ চাই থাকিল, যুৱতীয়েও তেওঁক দেখা পালে, কিন্তু আনৰ দৰে নপলাল। দীনবন্ধু ধীৰে ধীৰে আঁতৰি আহিল, নিশাৰ দৰে তেতিয়াও যেন তেওঁ কাণত পৰিছিল :—

"শূন্য থাপনাত থাপি আদৰেৰে পূজিম জীৱনে মৰণে।"

## চতুৰ্থ অধ্যায়

### পানীৰামৰ পৰিয়াল

এই আখ্যায়িকাত যি সময়ৰ কথা কোৱা হৈছে, তাৰ প্ৰায় আঢ়ৈ কুৰিমান বছৰৰ আগতে ফেচুৱা নামেৰে এটা মানুহ আহি ওপৰত কোৱা চহৰৰ দাঁতিত এটা পঁজাত ঘৈণীয়েকৰে সৈতে বাস কৰিছিল আৰু চিপাহী কাম কৰি পেট প্ৰবৰ্তাইছিল। এওঁৰ ঘৰ আগেয়ে মঙ্গলদৈ অঞ্চলৰ কোনোবা ঠাইত আছিল আৰু এওঁ সৰুৰে পৰা এজন বামুণৰ ঘৰত হালোৱা থাকি পেট পুহিছিল। দুৰ্ভাগ্যবশতঃ প্ৰায় তিনি কুৰিমান বছৰ বয়সত বামুণৰ পত্নী বিয়োগ হয় আৰু এহেজাৰমান টকা খৰচ কৰি তেওঁ দ্বিতীয়-বাৰ পত্নী গ্ৰহণ কৰে। যথা সময়ত শান্তি কৰাই বামুণীক ঘৰলৈ অনা হ'ল; কিন্তু বামুণ-বামুণীৰ খৰিয়াল এদিনলৈকো নাভাগিল। এনেকৈয়ে এবছৰ-মান যোৱাৰ পিচত এদিনাখন বাতি বামুণী আৰু হালোৱা দুয়ো বামুণৰ ঘৰৰ পৰা অদৃশ্য হ'ল। বামুণে বহুত দিন বিচাৰিলে; কিন্তু কাকো ধৰা পেলাব নোৱাৰিলে।

ফেচুৱাই বামুণীক লৈ আজি অ'ত, কালি ত'ত কৈ নানা ঠাইত ঘূৰি তিনি বছৰ কটালে; শেহত বামুণ মৰিল বুলি শুনি প্ৰকাশ্য ভাবেই বামুণীক ৰাখি ওপৰত কৈ অহাৰ দৰে থাকিবলৈ আৰু জীৱিকা উলিয়াবলৈ ধৰিলে। এনেকৈ থাকোঁতেই ফেচুৱাক দুটি বংশধৰৰ মুখ দেখুৱালে; বৰটো মাটিৰাম আৰু সৰুটো পানীৰাম। কিন্তু লৰাকেইটাক বুজন কৰিবলৈ ফেচুৱাই বাট চাব নোৱাৰিলে, চিত্ৰ-গুপ্তৰ বহিত তেওঁৰ হিচাপ শেষ হ'ল। ফেচুৱাৰ মৃত্যুৰ পিচত বামুণীয়ে এটা এটাকৈ কেইবাটাও চিপাহী ৰাখিলে; কিন্তু এটাৰ পৰাও বামুণীৰ উদ্দেশ্য সিদ্ধি নহ'ল। শেহত ভিক্ষাবৃত্তি অৱলম্বন কৰি লৰাকেইটাক কিছু বুজন কৰি তুলিলে।

মাটিৰাম পানীৰামতকৈ চাৰি বছৰৰ ডাঙৰ। পানীৰামৰ বয়স সাত বছৰ হ'লত মাকে তাক এখন দুখীয়া স্কুলত ভৰ্ত্তি কৰি দিলে আৰু ককায়েকক এজন ভাল মানুহৰ ঘৰত খাই বৈ দুটকা দৰমহাৰ বন্দবস্তত লগুৱা কৰি দিলে। বামুণীয়ে খুজি মাগি যি পায় তাৰ লগতে মাটিৰামৰ দুটকা যোগ দি কোনোমতে খোৱাৰ আৰু পানীৰামৰ কাকত-বহী আদিৰ খৰচ চলায়। এই দৰেই বাৰ বছৰ বয়সত পানীৰাম নিম্ন-প্ৰাইমাৰী পৰীক্ষাত উত্তীৰ্ণ হ'ল।

মাটিৰাম যাৰ ঘৰত আছিল, তেওঁৰ দুটা লৰাই তেতিয়া ইংৰাজী পঢ়িছিল। তাকে দেখি মাটিৰামেও ভায়েকক কেনেকৈ ইংৰাজী পঢ়াব তাৰ বিষয়ে সদায় ভাবিছিল। ভায়েক পৰীক্ষাত উঠা শুনি মাটিৰাম আনন্দৰ পাৰ নোহোৱা হ'ল, আৰু যেনে তেনে পঢ়াবই লাগিব বুলি ইংৰাজী স্কুলত ভৰ্ত্তি কৰি দিলে। কিন্তু আনৰ ঠাইতে থাকি ভায়েকৰ খৰচ যোগোৱা মাটিৰামৰ পক্ষে অসম্ভৱ হ'ল; সেই কাৰণে তেওঁ

সেই কাম এৰি এজন বামুণৰ হালোৱা লোৱাই খেতি কৰিবলৈ ধৰিলে, বজৰুত হ'ল—মাটিৰামে বামুণৰ পৰা কোনো দৰমহা নলয়? কিন্তু উৎপন্নৰ একতৃতীয়াংশ পাব। সেই মতেই খেতি কৰি আৰু লগতে অলপ অলপকৈ হাৰি মাটি ভাঙি স্বকীয়া খেতিতো হাত দি মাটিৰামে ঘৰ চলাবলৈ আৰু ভায়েকক পঢ়াবলৈ ধৰিলে। এনেকৈয়ে নানা কষ্টৰ মাজেদি পানীৰামে ইংৰাজী স্কুলৰ তৃতীয় শ্ৰেণীলৈকে পঢ়িলে। এনেতে মাকৰ মৃত্যু হ'ল। মাটিৰামে আন উপায় নেদেখি ভায়েকক স্কুলৰ পৰা একৰাই বহুতৰ হাতে ভৰিয়ে ধৰি কোনোমতে কাছাৰীত নকল-নবীচ কৰি দিলে। সেই সময়ত জাকে জাকে এম, এ,; বি, এ, পাচ কৰা মানুহ নাছিল, কৰবাতহে দুই এজন প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ মানুহ পোৱা গৈছিল। এইবোৰ কাৰণত পানীৰামৰ পক্ষে এটা নিগাজী কাম পোৱাও টান নহ'ল; কেইবছৰমানৰ পিছতে তেওঁ দেৱানীৰ পেস্কাৰ হৈ বহিল। পেস্কাৰ হলে যে ধন নানা প্ৰকাৰে আহে—অকল ধন নহয়, চাউল, মাহ, তামোল-পাণ, কল-কুঁহিয়াৰ আদিৰো যে অভাৱ গুচে, সেইটো গোচৰত ফুৰা মানুহৰ মুখে শুনা যায়। পানীৰামেও সেইটো উপায় ভালকৈ কামত খটাই নিজৰ অৱস্থা বিশেষ টনকিয়াল কৰি লৈছিল। এই ধনাগমৰ সময়ত সদায় তেওঁৰ মনত খেলাইছিল যে ককায়েকৰে সৈতে বেলেগ নহলে, তেওঁকো ইয়াৰ ভাগ দিব লাগিব; সেই কাৰণে সোনকালে বেলেগ হোৱা নিতান্ত কৰ্ত্তব্য। ইয়াকে ভাবি এদিন মানুহ গোটাই বাপতী-কলিয়া যি কাঁহী-বাটি দুভোখৰ আছিল তাকো ভাগ কৰি ললে। ভায়েকৰ ব্যৱহাৰত মাটিৰামে মানুহৰ মাজতে হুকুহুকু কৰে কান্দিবলৈ ধৰিলে। বহুত সময়ৰ পিচত অলপ স্থিৰ হৈ ক'লে,—"পানীৰাম, মোক একো নালাগে, যদি ঈশ্বৰে মোক খাবলৈ দিয়ে খাম, নহলেও তেওঁৰ যি ইচ্ছা সেয়ে হ'ব। তই এতিয়া ডাঙৰ মানুহ, মোৰ লগত থাকিলে তোৰ মান কমিব। তই পেস্কাৰ, আৰু মই হলোৱা। সেই কাৰণে তোৰ অপমানৰ কাৰণ হৈ তোৰ ওচৰত নাথাকোঁ। ধৰি লবি মাটিৰাম বুলি কোনো নাছিল; সি তোৰ ককায়েৰ নহয়, তোক পঢ়াবৰ নিমিত্তে,—তোক ডাঙৰ মানুহ পাতিবৰ নিমিত্তে সি হাড়ক মাটি, তেজক পানী কৰি নাওঠা কালৰে পৰা খটা নাছিল; সি মৰিল। মই এতিয়া ওলালোঁ; ঈশ্বৰে তোক কুশলে ৰাখক।" এইদৰে কৈ এটা দীঘল হুমুনিয়াহেৰে চকু-লো মোহাই মাটিৰাম তাৰপৰা আঁতৰ হ'ল আৰু পতিত মাটি ভাঙি খেতি কৰি পেট প্ৰৱৰ্ত্তাই থাকিবলৈ ধৰিলে।

ককায়েকক বেলেগাই দিয়াৰ পিচত পানীৰামে আগেয়ে থকা ঠাইৰ ওচৰতে এডোখৰ মাটি কিনি ভালকৈ ঘৰ দুৱাৰ সজালে। অলপ দিনৰ ভিতৰতে দুজনী গৃহিণীও সংগৃহীত হ'ল। এই দুজনী তিৰোতা হাত কৰিবলৈ পানীৰামে নিতান্ত কম পৰিশ্ৰম কৰিব লগা হোৱা নাছিল, পৈতৃক বুৰঞ্জীয়েই এই আহৰণৰ গুৰি। পানীৰামৰ লগত এই কোমলাঙ্গী দুজনাৰ মিলন, তেওঁলোকৰ পূৰ্ব্ব কাহিনী আৰু বৰ্ত্তমান সংসাৰযাত্ৰাৰ বিৱৰণ ইমান বহুল, এনে ৰহস্য-বিজড়িত যে তাৰ বৰ্ণনা দিবলৈ এখন ডাঙৰ গ্ৰন্থ লিখাৰ প্ৰয়োজন, অথচ সুসভ্য পাঠকসকলে ব্ৰীড়া অনুভৱ নকৰাকৈ তাক পাঠ কৰিবও নোৱাৰিব। সেই কাৰণে পানীৰামৰ ৰকমা জীৱনৰ এইহোৱা কাহিনী বাদ দি ইয়াকে কলেই হব যে কালক্ৰমত বৰ ঘৈণীয়ে এটি পুত্ৰ, দুটি কন্যা, আৰু সৰু ঘৈণীয়ে এটি কন্যাৰে সৈতে পানীৰামৰ ঘৰ উজ্জ্বল কৰিলে। বৰ ঘৈণীৰ

লৰাটোৰ নাম লক্ষ্মীকান্ত আৰু ছোৱালীকেইজনীৰ নাম ক্রমান্বয়ে উর্ব্বশী আৰু কুসুমকুমাৰী, সৰু ঘৈণীৰ ছোৱালীটীৰ নাম ৰম্ভা। কি মিল ৰাখি এই নাম-কেইটা ৰখা হৈছিল তাক পানীৰামেই হে জানে।

পেন্সাৰ কামত থাকি পানীৰামে বহুত ধন বাহি কৰিলে। তেওঁ ইমান কৃপণ আছিল যে অৱস্থা ভাল কৰিও খোৱা-বোৱা আদি ঠিক সৰু কালৰ ভিকহু অৱস্থাত চলোৱাৰ দৰেই চলাইছিল। এনেকৈ ধন বাহি কৰি অলপ দিনতে তেওঁ তিনটা ভাল টিনৰ ঘৰ সজালে আৰু এখন ডাঙৰ পাম লৈ তাত খেতি-বাতি কৰাবলৈ ধৰিলে। এই পামখন লোৱাৰ পিচতে সৰু ঘৈণী ঘৰৰপৰা বেলেগ হৈ গৈ পামত ৰহিল। তেতিয়াৰে পৰা তেওঁ পানীৰামৰ ঘৰত ভৰি দিয়া নাই; কিন্তু পানীৰাম মাজে মাজে গৈ দুই এদিন তেওঁৰ তাত থাকি আহে। পামত থকা কালত তেওঁৰ দুটি পুত্র জন্মিছিল।

পানীৰামে লক্ষ্মীকান্তক স্কুলত পঢ়াই এণ্ট্রেন্স পাচ কৰালে, আৰু কাছাৰীৰ কাম এটাত সুমুৱাই দিলে। অলপ দিন হৈছে বোৱাৰীও ঘৰ সুমুৱাইছে। ছোৱালীকেইজনীৰ ভিতৰৰ ৰম্ভাক মাথোন পঢ়োৱা হৈছিল। তেতিয়া ওচৰত অসমীয়া বালিকা স্কুল নাছিল, কিন্তু ৰম্ভা এনে ধুনীয়া ছোৱালী আছিল যে ভালকৈ লিখা-পঢ়া শিকাব পাৰিলে কোনোবা ব্রাহ্ম ডাঙৰ মানুহক বিয়া দিব পাৰিব বুলি পানী-ৰামে পেটে পেটে আশা ৰাখিছিল। সেই দেখি-য়েই ৰম্ভাক বঙালী বালিকা-স্কুলতে পঢ়াই ছাত্রবৃত্তি পৰীক্ষা দিয়ালে। এতিয়া ৰম্ভা ঘৰতে আছে, পানী-ৰামে জীয়েৰক সকলোপিনে সুশিক্ষিতা কৰিবৰ নিমিত্তে সম্প্রতি দুজন ঘৰুৱা শিক্ষক নিযুক্ত কৰি দিছে। এজনে চিত্র আৰু গান-বাদ্য আৰু ইজনে ইংৰাজী শিকাবলৈ গাত লৈছে। শিক্ষক কেইজনক কোনো দৰমহা দিব নালাগে, পানীৰামৰ মুখত শুনা যায় তেওঁলোক পৰোপকাৰী মানুহ, সেই দেখি এনেয়ে শিকাব খুজিছে।

উর্ব্বশী আৰু কুসুমকুমাৰীৰ কি হ'ল, তাকো ইমানতে কৈ লেঠা ছিঙি থোৱাই ভাল। পূর্ব্বে কোৱা হৈছে যে, পানীৰামৰ এখন পাম আছিল, তাক চলাবৰ নিমিত্তে দুটা হালোৱা ৰখা হৈছিল; ঘটনা-চক্রৰ বিষম ঠেলাত পৰি তাৰে এটাৰ লগত উর্ব্বশীৰ বিয়া দিবলৈ পানীৰাম বাধ্য হয়। দ্বিতীয়টো হালোৱায়ো নিয়মমতে দৰমহা নলৈ পানীৰামৰ হাততে জমা ৰাখিছিল; শেহত পাঁচ বছৰৰ মূৰত ঘৰলৈ যাবৰ ইচ্ছা কৰি পানীৰামক টকা সাধিলে। পানীৰামে দেখিলে তাক দৰমহা দিব লাগিলে একেবাৰেই তিনি শ টকা দিয়াত পৰিব; কিন্তু ইমান টকা তেওঁৰ এছোৱা কটা গলেও তেওঁ দিব নোৱাৰে। তেওঁ হালোৱাক নানা প্রকাৰ ফাঁকি দিবলৈ ধৰিলে। হালোৱাই কোনো টকা উলিয়াব নোৱাৰি আদালতৰ আশ্রয় ললে; টকা ডিক্রী হ'ল। পানীৰামে আন উপায় নেদেখি হালোৱাটোক ৰবাই-বুজাই আনি কুসুমকুমাৰীক দি জোঁৱাই পাতিলে। ইয়াৰ দ্বাৰা তেওঁৰ তিনটা কাম হ'ল, যেনে:— প্রথম ধনখিনি ৰ'ল, দ্বিতীয় জোঁৱাই লাভ হ'ল, তৃতীয় বিনা দৰমহাতে ভৱিষ্যতলৈকো এটা হালোৱা মিলিল। সেই বাবে তেওঁ ঈশ্বৰক ধন্যবাদ দিলে।

এইবোৰ ঘটনাৰ কিছুদিনৰ পিচত পানীৰামৰ বৰ ঘৈণী ঢুকায় আৰু তাৰ মাহচেৰেকৰ পিচতে তেৰোঁ পেন্সন লয়। আজি কালি তেওঁ প্রায়ে পামত থাকে, কেতিয়াবাহে দুই এদিন ঘাই ঘৰত থাকেহি।

পাঠক! এই এডবা পাত্তনিৰ পিচত বোধকৰোঁ আমাৰ বন্ডা আইদেউৰ লগত আপোনাক চিনাকি কৰি দিলে বেয়া নাপায়। বন্ডা শিক্ষিতা, বন্ডা যুৱতী আৰু বন্ডা স্বাধীনা ৰমণী। সেই দেখিয়েই যাৰে তাৰে লগত দেখা কৰিবলৈ, নাইবা কথা পাতিবলৈ তেওঁৰ আপত্তি নাই; মুঠেই আগন্তুকৰ সাজপাৰ আৰু মুখৰ গঢ় আওঁজা হব নালাগে, বয়সত বুঢ়া হব নালাগে। তাৰ লগতে যদি সেওঁতা-ফলা মূৰত জবাকুসুমৰ গোন্ধ থাকে, যদি উৰ্মালে এচেন্সৰ স্পৰ্শ লাভ কৰে, যদি মুখত মিচিকিয়া হাঁহিয়ে বিৰাজ কৰে, তেনেহলেতো কথাই নাই, সোধ-পোচ নোহোৱাকৈ সোমাই যাব পাৰে। নহলেও বাহিৰৰ পৰা আলেখ-লেখ চোৱাতো আৰু বাধা নাই। এতেকে আহক, এবাৰ তেওঁৰ গতি-গোত্ৰকে বুজি আহোঁ।

# পঞ্চম অধ্যায়

## ঘৰুৱা শিক্ষক

পানীৰামৰ তিনিটা ভাল ঘৰৰ কথা ওপৰত কৈ অহা হৈছে। এটা বাৰীখনৰ উত্তৰ কালে পূৱা-পশ্চিমাকৈ সজা। এইটো বৰ ঘৰ, ইয়াতে লগাই উত্তৰা-দক্ষিণাকৈ মাৰল ঘৰটো সজা হৈছে। দক্ষিণ কালে বাটলৈ মুখ কৰি চ'ৰা ঘৰটো সজা। এই তিনিওটা ঘৰ টিনৰ, আৰু সজাওঁতে খৰচো কমকৈ পৰা নাই। ইয়াৰ ভিতৰত বৰ ঘৰটোত পানীৰাম আৰু বন্ডা শোৱে, মাৰলত লক্ষীকান্ত বৈণীয়েকৰে সৈতে থাকে। চ'ৰা ঘৰটোৰ এখোটালিত আলহী অতিথি বা আন অভ্যাগত ৰহে আৰু ইটো খোটালিত বন্ডাই লিখা পঢ়া কৰে, চিত্ৰ আঁকে আৰু গান-বাদ্য শিকে। খোটালিটোত এখন মেজ আৰু ওচৰতে দুখন চকি আছে। একাষে এখন চালপীৰা, তাত এখন কলিচা পাৰি থোৱা আছে, দুজনতকৈ বেছি মানুহ হলে, ইয়েই বহা আসনৰো কাম দিয়ে, সম্প্ৰতি তাত এটা হাৰ্মোনিয়ম তুলি থোৱা আছে। মেজৰ ওপৰত এটা ৰঙৰ বাকচ আৰু খনচেৰেক চিত্ৰৰ কাগজ। ওচৰতে এটা সৰু আলমাৰীত খনচেৰেক অসমীয়া, বঙালী আৰু ইংৰাজী কিতাপ। অসমীয়াৰ ভিতৰত খনচেৰেক উপন্যাস, বাণাহৰণ, উষাহৰণ, আৰু মনোহৰ কৌৰৱ। বঙলা কিতাপৰ ভিতৰত খনচেৰেক বটতলাৰ উপন্যাস, পাঁচকড়ি দেৰ দুখনমান ডিটেকটিভ উপন্যাস, বিদ্যা-সুন্দৰ আৰু খেমটা সঙ্গীত, প্ৰেমসঙ্গীত আদি সঙ্গীত পুস্তকাৱলী। ইংৰাজী কিতাপৰ ভিতৰত ইংৰাজী প্ৰথম পাঠ মাত্ৰ। খোটালিটোৰ বেৰত কেইখা-খনো ছবি আছে; তাৰ ভিতৰত মান-ভঞ্জন, গোপীৰ বস্ত্ৰহৰণ, ৰাসলীলা আৰু কেইখনমান বিলাতী প্ৰেম চিত্ৰ প্ৰধান। এই চিত্ৰবোৰৰ মাজে মাজে বন্ডাৰ নিজৰ চিত্ৰ চাৰিখন আছে। এখনত বন্ডা আধা বহা আধা শোৱা অৱস্থাত, গা দেখা পাতল চেমিজৰ ওপৰত দীঘল চুলি-কোছা মেলি দি প্ৰাকৃতিক পৰিচ্ছদৰ সৌন্দৰ্য্য বিস্তাৰ কৰিছে। এখনত হাৰ্মোনিয়ম বজাইছে, এখনত চিত্ৰ আঁকিছে, আৰু এখনত নানাপ্ৰকাৰ ফুলপাতেৰে গাটো সজাই ফুল-কুঁৱৰী সাজিছে। এই আটাইকেইখন চিত্ৰ হেনো চিত্ৰ-শিক্ষকজনে বিনামূল্যে তুলি দিছে।

এই গ'ল চ'ৰা ঘৰৰ কথা। ইয়াৰ বাহিৰেও এটা বাকৰি ঘৰ, এটা গোহালি আৰু দুটা ভঁৰাল ঘৰৰ লেখ দিলেহে পানীৰামৰ আটাইকেইটা ঘৰৰ কথা কোৱা হয়। কিন্তু সেইবোৰত তাপকৈ চকু

দিয়ৰলৈ আমাৰ সময় নাই; কাৰণ তেনে কৰিবলৈ গলে ইফালে বন্তাৰ লগত সাক্ষাৎ কৰি পাব খোজা আনন্দৰ ভাগ হেৰাব।

সন্ধ্যা লগাৰ পৰা অলপ সময় অতীত হৈছে মাথোন। বাহিৰত জোনাক। দিনৰ চোকা ৰ'দৰ চোকা উত্তাপৰ পিচত এতিয়া অলপ অলপকৈ জুৰ বতাহ বলিছে। বন্তাই আগত হাৰ্ম্মোনিয়মটো লৈ দলিচাৰ ওপৰত বহি হাতৰ তলুৱাত গালখন আওজাই বাটৰ ফাললৈ চাই আছে আৰু মুখেৰে গুণ-গুণকৈ কিবা গাইছে। এটা উৎকণ্ঠাৰ চিন গোটেই মুখত বিয়পি পৰিছে, যেন কাৰবাৰ আগমনলৈ প্ৰতীক্ষা কৰি হতাশ হৈছে। এনেকৈ কিছু সময় থকাৰ পিচত তেওঁৰ মুখ উৎফুল্ল হৈ উঠিল; কিন্তু আগেয়ে থকা অৱস্থাৰ পৰা অলপো লৰচৰ নকৰিলে। অলপ পিচতেই সঙ্গীতশিক্ষক মহেশচন্দ্ৰ আহি খোটালিটোত সোমাল আৰু বন্তাৰ সেই গঢ় দেখি মিচিকিয়াই হাঁহি গীত ধৰিলে:—

হেৰা কোৱাঁ তুমি কোন!
মুখখনি চাওঁ যদি পূৰ্ণিমাৰে জোন।
কঁপা বুকু লৰে চৰে ঘামৰ টোপাল মুখত পৰে,
খোপাটি স্থলকি নাচে ধৰি কিযে ধুন!
ঘনাই ঘনাই উচাপ খাই আছা কালৈ বাট চাই?
তোমাৰ প্ৰাণৰ সঙ্গী বাৰু কোন নো কোৱাঁচোন।

বন্তাই গহীন হৈ মাত লগালে:—"থাওক, বেমালি ভাল নালাগে।

মহেশে কিন্তু তাৰ উত্তৰ নিদি গাবলৈ ধৰিলে:—

তোল পলোঁ তোমাৰ ঋণত, চাপি আহাঁ সুমাওঁ বুকত,
এবাৰ মাথোন হাঁহি-মুখে কথা কোৱাঁ সোণ।

বন্তাই তেতিয়া মুখেৰে একো নামাতি অহাৰ পৰা উঠিল, যেন তাৰ পৰা ওলাই যাব খুজিছে। মহেশে বন্তাৰ হাতত খাপ মাৰি ধৰি কলে,—"আজি ইমান অভিমান কিয়? বিশেষ কাম থকাত ঠিক সময়ত আহিব নোৱাৰিলোঁ।— চন্দ্ৰসূৰ্য্যকো এদিন গ্ৰহণ লাগে,— তাতেই ইমান খং কৰিব লাগে নে?

বন্তা: খং কৰিবলৈ মোৰ কি অধিকাৰআছে? আপুনি নাহিলেতো মই বলেৰে আনিব নোৱাৰোঁ।

মহেশ: মই জানো এতিয়া নহাকৈ আছোঁ?

বন্তা: এতিয়া অহা নহা একে কথা। এতিয়াতো আৰু গান শিকা নহয়, অলপ পিচতে উকীল পাবহিয়েই।

মহেশ: তুমি বোধকৰোঁ জানা মই তোমাৰ ওচৰত থকাখিনি সময় স্বৰ্গত থকা যেন পাওঁ, তেনেস্থলত পাৰোঁতেনো বাৰু পলম কৰোঁনে?

বন্তা: বুজিছোঁ, মোৰ ওচৰলৈ অহাৰ পৰা আপোনাৰ লাভ নহয়, মোৰ পৰা দৰমহা নাপায়; সেই দেখিয়েই অহাত পলম হয়।

মহেশ: ছিঃ! ছিঃ! আৰু তেনে কথা মুখলৈ নানিবা। তোমাৰ বন্ধুতাৰ ওচৰত টকা! তুমি জানা নে তোমাৰ বন্ধুতাৰ সলনি আৱশ্যক হলে প্ৰাণ পৰ্য্যন্ত দিব পাৰোঁ।

বন্তা: আপুনি সময়মতে এবাৰ দেখা দিব-লৈকে টান পায়, আকৌ প্ৰাণ দিয়ে!

মহেশ: আজিৰ পৰা আৰু পলম নহয়, হাজাৰ কাম থাকিলেও নহয়।

বন্তা: মোৰে শপত?

মহেশ : তোমাৰ শপত মই আজিৰ পৰা কেতিয়াও পলম নকৰোঁ। আহাঁ, এতিয়াও আধা ঘণ্টামান সময় আছে, এটা গত শিকিব পাৰিবা।

তেতিয়া বন্তাই আৰু আপত্তি নকৰিলে, হাৰ্মোনিয়মটো মাজত লৈ দুয়ো দলিচাৰ ওপৰতে বহিল। মহেশে গত এটা বজালে, বন্তাই চাই থাকিল। তাৰ পিচত বন্তাই বজাবলৈ ধৰিলে, মহেশে চাই থাকি ভুল লাগিলে আঙুলীত ধৰি ধৰি শিকাবলৈ লাগিল।

মহেশ গ'ল; লগে লগে গকুলচন্দ্ৰ দাস উকীল আহি সোমাল। এওঁ এই জিলাৰ প্ৰবীণ উকীল, গুচৰীয়া পদকীয়া দুয়ো পক্ষৰ ধন খাই ওকালতি কৰাত এওঁৰ প্ৰতিপত্তি আছে। তাৰ উপৰিও এওঁ লোকেলবোৰ্ড আৰু মিউনিচিপেলিটিৰ কমিচনাৰ। ইয়াৰ বাহিৰেও সন্ধ্যাবেলিকা আলি-বাটৈত এখাৰৈ হৈ থকা বিদ্যাটিৰ বাবে এওঁৰ বিশেষ খ্যাতি আছে। এৱেঁই হৈছে বন্তাৰ ইংৰাজী শিক্ষক।

মুখৰ পৰা ভেলেকা-ভেলেক গোন্ধ উলিয়াই গকুলচন্দ্ৰ ভিতৰ সোমাল আৰু চকি এখনত বহি উন্মাদ দৃষ্টিৰে বন্তালৈ চাবলৈ ধৰিলে। অলপমান সময় এনেকৈ থকাৰ পিচত বন্তাক কলে:—"চাওঁ, তুমি কি লিখিছা আনাচোন।"

বন্তাই "কপি-বুকত" লিখা আখৰ দেখুৱালে, উকীলে বহিখন আগত থৈ আকৌ বন্তাৰ মুখলৈ চাই ভেলেকা লাগিল। বন্তাই উকীলৰ এনে গঢ়-গতি সদায় দেখি আহিছে, গতিকে তাত আচৰিত নামানিলে। উকীলে আপোনা-আপুনি কবলৈ ধৰিলে- "বন্তা আৰু প্ৰভা—কোন বেছি সুন্দৰী? প্ৰভাৰ মুখখন বেছি গঢ়িত; কিন্তু বন্তাৰ চকুত পাক বেছি। প্ৰভাৰ ওঁঠত হাঁহি নাই, বন্তাৰ মুখত আছে। প্ৰভাই মানুহৰ আদৰ ল'ব নাজানে, বন্তাই জানে। বন্তা থাকোঁতে প্ৰভাৰ প্ৰয়োজন কি?"

বন্তাই যদিও তেওঁৰ শিক্ষকৰ বতাহ জানে, তথাপি এইবোৰ কথাৰ একো ভত ধৰিব নোৱাৰিলে; সেই দেখি প্ৰশ্ন কৰিলে,—"আপুনি এইবোৰ কি কৰকিছে?"

উকীল : তুমি কিমান সুন্দৰ তাকে কৈছোঁ।

বন্তা : কিয়? মই আজি হঠাৎ সুন্দৰী হলোঁনেকি? নে আগেয়ে ঘিণ-লগা আছিলোঁ?

উকীল : What do you say? তুমি কি কৈছা? By Jove, তুমি আগেয়েও সুন্দৰী আছিলা, এতিয়াও আছা, আগলৈকো থাকিবা। বাৰু বন্তা কোন জানা?

বন্তা : কিয় মই।

উকীল : আৰু কোন?

বন্তা : আৰু কোন নো হ'ব?

উকীল : কিয় স্বৰ্গৰ অপেচৰা,—heavenly nymph—সদায় সুন্দৰী, সদায় যুৱতী, সদায় হাঁহি, সদায় নাচগান। কি মজা! ঠিক তুমি সেই বন্তাই। পৃথিৱীলৈ আহিছা কাৰবাৰ তপস্যা ভাঙিবলৈ। That's I, O my darling, thou art mine.

এনেকৈ কৈয়েই উকীল বহাৰ পৰা উঠি বন্তাৰ গালৈ চাপি গ'ল। বন্তাই আগেয়ে হাত দুটাত ধৰি ক'লে:—"যদি আপুনি স্থিৰ হৈ নবহে, তেন্তে মই হলে ওলাই গুচি যাম।"

"নাযাবা, মই বহোঁ, তুমি নাযাবা" এই বুলি উকীল আকৌ আসন আসনতে বহিল আৰু আগৰ দৰেই বন্তালৈ চাই থাকিল। বন্তাই ক'লে—"মই

এটা কথা বুজা নাই; আপুনি যে প্ৰভা প্ৰভা কৰিছিল তাই নো কোন?

উকীল : Damned vagabond ঘৰ-বাৰী নোহোৱা ক'ৰবাৰ খাবলৈ নোপোৱা ভিকতা এজনী। তাই হেনো ইয়াত বালিকা-স্কুল পাতিবলৈ আহিছে। ইয়ালৈ অহা আজি এসপ্তাহ হৈছে বুলি শুনিছোঁ। এই কেইদিন ঘৰে ঘৰে ঘূৰি ফুৰিছে আৰু বৰঙনি তুলি স্কুল এখন পাতি দিব লাগে বুলি সকলোকে ধৰিছে। আজি মোৰ তালৈকো আহিছিল।

বক্তা : আপুনি কি ক'লে?

উকীল : মই কি ক'ম? মই কলোঁ বোলো এতিয়াও ইয়াত তেনে স্কুলৰ আৱশ্যকেই হোৱা নাই।

বক্তা : পিচে তাই কি কলে?

উকীল : তাই ক'লে বোলো এখন ৰাজহুৱা সভাকে পাতি দিয়ক, মই নিজে এবাৰ চেষ্টা কৰি চাওঁ।

বক্তা : পিচে?

উকীল : মই কলোঁ বোলো মোৰ দ্বাৰা একো নহয়। তাৰ লগতে সিবেলি তোমাক এখন স্কুল পাতি দিবলৈ কেনেকৈ যত্ন কৰিছিলোঁ আৰু কেনেকৈ জাননী দিও মানুহকে গোটাব নোৱাৰিলোঁ, তাকো কলোঁ।

বক্তা : তাই তেতিয়া কি কলে?

উকীল : তাই নো আৰু কি ক'ব। কল্পনামূৱা হৈ গুচি গ'ল। বক্তাৰ মুখত হাঁহি বিৰিঙিল; কিন্তু পিচ মুহূৰ্ত্ততে গহীন হৈ কলে,:—"এটা কথা আপোনাৰ মনত আছে নে—সেইবাৰ কিয় মানুহ গোট নাখালে?"

উকীল : বঢ়িয়াকৈ আছে। জাননীত সেই অসভ্য-টোৰ নাম নাছিল দেখি কোনো নাহিল।

বক্তা : আমাৰ তেতিয়া এটা ভুল হ'ল। দীন-বন্ধুক হাতত নোলোৱাৰ পৰা সকলো মাটি হ'ল; তেওঁক লোৱা হলে কিজানি তেতিয়াই স্কুল পাতিব পাৰিলোঁহেঁতেন।

উকীল : কি! মোৰ দৰে মানুহক দীনবন্ধুৰ সাহায্য লবলৈ কোৱা! তাৰ দৰে অসভ্য ভিকহু এটাকো মই খাতিৰ কৰিব লগাত পৰিলোঁনে?

বক্তা : আপুনি বা আপোনাৰ দলৰ মানুহে নহয় দীনবন্ধুক খাতিৰ কৰিব নোৱাৰে, মই ধৰা হলেতো লেঠা নাছিল। তেতিয়াও কিজানি কিবা হ'লহেঁতেন।

উকীল : অসম্ভৱ! তোমাক তেনে এটা সামান্য মানুহৰ ওচৰলৈ কেতিয়াও যাবলৈ নিদিওঁ। তাৰ অলপো ভদ্ৰভাৱ জ্ঞান নাই, তুমি গলে অপমানৰ বাহিৰে আন একো নোপোৱা।

বক্তা : তেনেহলে মানুহে তেওঁক ইমান ভাল পায় কিয়? আন কি জাননীতে তেওঁৰ চহি নোহোৱাৰ বাবেই সভালৈকো কোনো নাহিল।

উকীল : নীচ মানুহে, নীচ মানুহক ভাল পাবই। তোমাৰ আমাৰ মোল সিহঁতে কি বুজে। দীনবন্ধুৰতো মান-অপমান জ্ঞান নাই।

সি সামান্য মানুহবোৰৰ লগত মিলি ফুৰে দেখি সিহঁতে ভাবে সি বৰ ভাল মানুহ।

বন্তা : সি যি হওক, প্ৰভাই মানুহৰ ঘৰে ঘৰে সাহায্য বিচাৰি ফুৰিছে বুলি আপুনিয়েই কৈছে। যদি দীনবন্ধুক হাত কৰি লৈ ফুল পাতে, তেনেহলেতো আমাৰ আশা একেবাৰেই গ'ল!

উকীল : বাক আগেয়ে পাতকচোন, পিচতো দেখা যাব।

বন্তাই বিৰক্তিৰ স্বৰেৰে ক'লে,—"এৰা, মোমাই মৰক, ভুতক পিচে পাম।" আপোনালোকৰ কথাই হে সাৰ। দীনবন্ধুৰ ওচৰত আপোনালোকৰ কোনো মূল্য নাই।

উকীল : কি! তুমি তেনেহলে দীনবন্ধুৰ প্ৰণয়িণী বাক দেখা যাওক। তাৰ ইমান সাহ! তাক ধ্বংস কৰিম!

বন্তা : আপুনি কি বকিছে আজি! এনেকৈ বলিয়ালি কৰিছে কিয়?

উকীল : মই বলিয়া Very good বলিয়াই সকলো কৰিব পাৰে।

এই কথা কোৱাৰ লগে লগে উকীল একে জাপেই বহাৰ পৰা উঠিল আৰু বন্তাৰ দুয়োখন হাত জপাই ধৰিলে।

# ষষ্ঠ অধ্যায়

## অপৰিচিতা

দীনবন্ধুৰ ঘৰৰ আগৰ বহাটোলৈ মানুহ অহাৰ প্ৰায় এসপ্তাহ হৈছে। এই কেইদিনৰ ভিতৰত তেওঁ সেই গায়িকাৰ বিষয়ে এই কেইটা কথা জানিব পাৰিছে। গায়িকা যুৱতী আৰু সুন্দৰী, বয়স প্ৰায় কি ওঠৰ বছৰ হ'ব। তেওঁৰ সাজ-পাৰ পৰি-পাটি কিন্তু বেছি জাকজমকপূৰ্ণ নহয়। তেওঁ বাটেপথে অকলাই সোমাই ফুৰে, মতা মানুহৰ লগতো আলাপ কৰে। গীত-বাদ্যত তেওঁৰ ভাল জ্ঞান থাকিব পায়, আৰু সম্ভৱতঃ তেওঁ উচ্চ শিক্ষাত শিক্ষিতা। লগত এটা লৰা আৰু এজনী দাসীৰ বাহিৰে আন কোনো নাই।

ইয়াৰ বাহিৰেও আৰু কিছুমান খবৰ দীনবন্ধুৰ কাণত নপৰাকৈ থকা নাই। সেইবোৰ হৈছে যুৱতীৰ স্বভাৱ-চৰিত্ৰৰ বিষয়ে। এইটো কোৱা উচিত যে আজিকালি দীনবন্ধুৰ ঘৰলৈ মানুহৰ সমাগম বৰ বেছি। যিবোৰ মানুহ আগেয়ে দীনবন্ধুৰ ঘৰলৈ কেতিয়াও নাহিছিল, তেনে মানুহকো এতিয়া তেওঁৰ চৰাত দেখা যায়। তেওঁলোকৰ উদ্দেশ্য হৈছে যুৱতীৰ আলেখ লেখ চোৱা আৰু একমাত্ৰ আলোচ্য বিষয় তেওঁৰ স্বভাৱচৰিত্ৰ। এইবোৰ আলোচনাত তেওঁৰ বিষয়ে বহুতো জঘন্য কাহিনীও ওলায়। দীনবন্ধুৱে যদিও এইবোৰ আলোচনাত যোগ নিদিয়ে, তথাপি সেই কাহিনীবোৰ তেওঁৰ কাণত নপৰাকৈ নাথাকে; কিন্তু ভাল প্ৰমাণ নাপালে কাৰো বিৰুদ্ধে কোনো কথা গ্ৰহণ কৰা তেওঁৰ অভ্যাস নাই। তাতে সেই কাহিনীবোৰৰ বিষয়ে নানা মুনিৰ এনে নানা মত যে তেওঁ সেইবোৰ কাৰবাৰ গাল্পৰা সূৰৰ পৰা ওলোৱা বুলি ভাবি লবলৈ বাধ্য হৈছিল। তেওঁৰ বিশ্বাস আছিল যে বগৰী গাভৰুৰ সম্পৰ্কে জেকা মানুহে প্ৰকাশ কৰা মন্তব্যত কেতিয়াবাহে নিখুঁত সত্য থাকে, কাৰণ তেওঁৰ মতে বেছি ভাগ তেনে কথাৰ মূল ঈৰ্ষা নাইবা অতৃপ্ত বাসনা। সেই দেখিয়েই তেওঁ এনে আলোচনাত প্ৰায়েই বিৰক্তি প্ৰকাশ কৰিছিল।

এই এসপ্তাহৰ ভিতৰত প্ৰায় দিনেই দীনবন্ধুৱে মিলনৰ পৰা যুৱতীক দেখা পাইছিল, আৰু মাজে মাজে গীত শুনিছিল। গায়িকাৰ সৌন্দৰ্য্যত তেওঁ আনন্দ পাইছিল, গীতৰ মাধুৰ্য্যত মুগ্ধ হৈছিল; আনকি, সেই সৌন্দৰ্য্যৰ, সেই মাধুৰ্য্যৰ পুনৰাভিনয়ৰ নিমিত্তে তেওঁৰ আগ্ৰহো জন্মিছিল। প্ৰথম দিনা তেনে হোৱাত তেওঁ অন্যায় হৈছে বুলি নিজক তিৰস্কাৰ কৰিছিল; কিন্তু অলপ পিচতেই তেওঁৰ ভাৱৰ পৰিৱৰ্ত্তন ঘটিল: তেওঁ ভাবিলে,—"সৌন্দৰ্য্যত মুগ্ধ হোৱাত দোষ ক'ত? সৌন্দৰ্য্য নষ্ট কৰাহে অন্যায়। মইতো নিতৌ প্ৰভাত-সূৰ্য্যৰ লোহিত ৰাগ, অস্তোন্মুখ ভাস্কৰৰ জল-কেলি, পূৰ্ণ-চন্দ্ৰৰ ৰজত-ৰশ্মি, মুকলিত ফুলৰ সৌৰভ, পল্লবিত তৰুলতা, কলনাদিনী স্ৰোতস্বিনী, পক্ষীৰ কলৰৱ, মলয়াৰ ব্যজন উপভোগ কৰি মুগ্ধ হৈ আহিছোঁ, পুনঃ পুনঃ তাৰ আস্বাদৰ নিমিত্তে অভিলাষ কৰি আহিছোঁ, তাৰ পৰাতো কাৰো একো ক্ষতি হোৱা নাই! সৌন্দৰ্য্য হ্ৰাস হোৱা নাই। তেন্তে এই আগ্ৰহত কাৰ কি হানি হ'ব পাৰে! ই যে প্ৰাকৃতিক সৌন্দৰ্য্যৰ উপাসনাৰ বাহিৰে একো নহয়। তাক নষ্ট কৰিবলৈ যেতিয়া মোৰ আগ্ৰহো নাই, অহৰহ অমূলক আশঙ্কাৰ আৱশ্যক কি। যি কাম হৃদয়ত পাপ বা মলিনতা লৈ কৰা নহয়, সি কেতিয়াও দোষণীয় হ'ব নোৱাৰে।"

সেই দিনাৰ পৰা তেওঁৰ মনত নিজৰ বিৰুদ্ধে কোনো অভিযোগ উঠা নাই।

সেইদিনা ৰাতিপুৱা সাত বজাৰ সময়ত দীনবন্ধুৱে চাহ খাই উঠি কিৰাকিৰি হিচাব মিলাই আছিল। এনেতে সেই অজ্ঞাতা যুৱতীৰ লগত থকা লৰাটো আহি দীনবন্ধুৰ হাতত এখন চিঠি দিলে। দীনবন্ধুৱে আচৰিত হৈ সুধিলে,—"কাৰ চিঠি?"

"আপোনাৰ"।

"কোনে দিছে?

"বাইদেৱে।"

"থাক, এতিয়া যোৱা"।—এই বুলি লৰাটো পঠিয়াই দি চিঠিখন মেজৰ ওপৰতে থৈ দীনবন্ধু আকৌ হিচাপ-পৰীক্ষাত লাগিল। প্ৰায় আধা ঘণ্টামান সময়ৰ পিচত হিচাপৰ বহিটো সামৰি তেওঁ চিঠিখন মেলিলে। চিঠিখন এই—

ওঁ

মান্যবৰেষু,

অচিনাকি হৈও আজি আপোনাক আমনি কৰিবলৈ আৰু আপোনাৰ বহুমূলীয়া সময় নষ্ট কৰিবলৈ ওলোৱাৰ বাবে ক্ষমা কৰিব বুলি আশা কৰিলোঁ।

মই এজনী পাৰ্বতীয়া ছোৱালী; কিন্তু পৰমেশ্বৰৰ কৃপাত নানা দুঃখ-কষ্ট আৰু অভাৱৰ মাজেদিও যৎকিঞ্চিৎ শিক্ষালাভ কৰিছিলোঁ। শিক্ষাৰ অন্ততঃ এবছৰমান বিদেশতে শিক্ষয়িত্ৰীৰ কাম কৰিছিলোঁ; কিছুমান বিষয়ত স্কুল-কৰ্ত্তৃপক্ষৰ লগত মন নিমিলাত কাম এৰি দি ঘৰলৈ গুচি আহিলোঁ। ইয়াতে এখন বিদ্যালয় পাতি ছোৱালীৰ শিক্ষা প্ৰচাৰ কৰিবলৈ মোৰ একান্ত ইচ্ছা আছিল; কিন্তু অকল লিখা-পঢ়াৱেই যথেষ্ট শিক্ষা নহয় বুলি মোৰ সকল পৰা ধাৰণা। ছোৱালীহঁতক সম্পূৰ্ণ গাৰ্হস্থ্য-জীৱনৰ উপযুক্ত কৰি তুলিব নোৱাৰিলে, বিদ্যালয় পতাৰ পৰা বিশেষ লাভ হোৱাৰ আশা কম। সেই দেখিয়েই আজি এবছৰে এক্লা স্থিৰ কৰিব নোৱাৰি অৱশেষে

সোমাই আছিলোঁ। এইদৰে থাকোঁতেই আপোনাৰ "স্ত্ৰী-শিক্ষা আৰু জাতীয় আদৰ্শ" নামৰ প্ৰবন্ধটো মাহেকীয়া কাকত এখনত পঢ়িবলৈ পালোঁ; লগে লগে মোৰ সকলো পুৰণি ভাব-চিন্তা নতুন হৈ উঠিল। স্ত্ৰী-শিক্ষাৰ আৱশ্যকতা আৰু জাতীয় আদৰ্শত তাৰ প্ৰচাৰৰ সম্পৰ্কে আপুনি যি কৈছে, তাৰ প্ৰত্যেকটো আখৰেই সত্য বুলি মোৰ প্ৰত্যয় জন্মিল। আপোনাৰ প্ৰবন্ধ পঢ়ি মই যেন এক নতুন বল, নতুন উৎসাহ পালোঁ আৰু এবাৰ চেষ্টা কৰি চাওঁ বুলি ঘৰৰ পৰা বাহিৰ ওলালোঁ। আজি এসপ্তাহ হ'ল ইয়াতে ঘূৰি ফুৰিছোঁ; কিন্তু আজিলৈকে আশাৰ মুখ সমূলি দেখা নাই। শ্ৰীযুক্ত কমলচন্দ্ৰ বাজখোৱা, গকুলচন্দ্ৰ দাস প্ৰভৃতি কেইবাজনৰ ওচৰলৈ গৈ অলপো আশা নাপালোঁ। তেওঁলোকৰ সকলোৱেই ক'লে বোলে ইয়াৰ মানুহে এতিয়াও স্ত্ৰীশিক্ষাৰ মোল বুজা নাই, ইয়াত একো নহয়। তেওঁলোকে হেনো এই বিষয়ে আলোচনা কৰিবলৈ এবাৰ এখন সভাও আহ্বান কৰিছিল; কিন্তু মানুহ হেনো গোট নাখালে।

আপুনি এই জিলাতে থাকে বুলি মই আগেয়ে নাজানিছিলোঁ, নহলে প্ৰথমেই আপোনাৰ উপদেশ লৈহে চেষ্টা কৰিলোঁহেঁতেন। কালি কেইবা ঠাইতো ঘূৰি হতাশ হৈ গাৱঁৰ মানুহৰ কেনে মত বুজিবৰ ইচ্ছাৰে ওচৰৰ গাওঁ এখনলৈ গৈছিলোঁ। তাতে প্ৰথম আপোনাৰ কথা শুনিলোঁ আৰু আপুনি এইখিনিতে থাকে বুলিও জানিব পাৰিলোঁ। তাৰ লগতে এইটোও শুনিলোঁ যে আপুনিয়েই হে ইয়াৰ বাইজৰ মুখপাত, আপোনাৰ মতেই সৰ্ব্বসাধাৰণৰ মত। সিবেলিও আপোনাক বাদ দিয়া দেখি হে বাইজ গোট নাখালে। এতিয়া মোৰ দৃঢ় বিশ্বাস হৈছে, আপুনি কাৰ্য্যটো হাতত ললেই সি ফুলদগুৰ হ'ব। আপুনি যদি বিদ্যালয়ৰ আৱশ্যকতাৰ কথা সকলোকে বুজাই কয়, তেনেহলে নিশ্চয় সকলোৱে মাত দিব। মোৰ সৰ্ব্ব ভৰসা আপোনাৰ ওপৰতে। মই আপোনাৰ তালৈ এবাৰ যাম বুলি ভাবিছিলোঁ, অনুমতি পালে যাব পাৰোঁ। সোনকালে উত্তৰ দি যেন বাধিত কৰে। চিঠিত যদি কিবা দোষ কৰিছোঁ মাৰ্জ্জনা কৰিব। ইতি।

বিনীতা
শ্ৰীপ্ৰভাৱতী দাস।

চিঠিখন পঢ়া হ'লত দীনবন্ধুৱে বহুত বেলি মনে মনে ভাবিলে। পিচত কাগজ এখন লৈ লিখিলে:—

ওঁ

মাননীয়ে,

আপোনাৰ চিঠি পঢ়ি আপোনাৰ উদ্দেশ্যৰ কথা শুনি বৰ পালোঁ। ইয়াত যে স্ত্ৰীশিক্ষাৰ অভাৱত বহুতো অনৰ্থ ঘটিছে, তাত কোনো সন্দেহ নাই। আজি বহুত দিনৰে পৰা মই সেই বিষয়ে ভাবিছোঁ; কিন্তু মোৰ আদৰ্শ-মতে স্কুল চলাবলৈ দিহা কৰিব নোৱাৰাত, ইমান দিনেও তাক হাতত ল'ব পৰা নাই। যদিও স্ত্ৰীশিক্ষা-বিস্তাৰৰ নিমিত্তে মোৰ একান্ত আগ্ৰহ আছে, তথাপি বিজাতীয় আদৰ্শৰ শিক্ষা দিয়াত মোৰ মত নাই। মই দেখি আহিছোঁ—তেনে আদৰ্শত শিক্ষা পোৱা ছোৱালীৰ সৰহভাগেই বিলাস-বাসনাত উঠি ৰমণীৰ স্বাভাৱিক কৰ্ত্তব্যৰ সীমা পাৰ হৈ লোকালোকত প্ৰবেশ কৰে। মোৰ ছোৱালীহঁতৰ নহয়, বিজাতীয় শিক্ষাৰ হে। তেনে শিক্ষা আমাক নালাগে। য'ত ধৰ্ম্মশিক্ষা নাই, গৃহ-পৰিচালনাৰ, আত্মনিৰ্ভৰতাৰ শিক্ষা নাই, য'ত অন্তৰৰ পবিত্ৰ আৰু সুকোমল প্ৰকৃতিবিলাকৰ মনুষ্য কৰি

সজ পথে দি চলাবলৈ চেষ্টা নাই, তাত কি শিক্ষা হ'ব পাৰে! বিলাসিতাৰ শিক্ষা দিবলৈ বিদ্যালয় পতাৰ পৰা লাভ নহৈ লোকচান হোৱাৰেই সম্ভাৱনা বেছি। যেতিয়ালৈকে লৰা-ছোৱালী আত্ম-সংযমত অভ্যস্ত নহয়, তেতিয়ালৈকে চোকা অভিভাৱকৰ শাসনৰ তলত থকাৰ আৱশ্যক। বিদ্যালয়তো শিক্ষক-শিক্ষয়িত্ৰী কি সাজ-পাৰত, কি ভাব-প্ৰৱণতাত, কি আলাপ-প্ৰলাপত—সকলোতে সংযত আৰু আদৰ্শ হোৱা উচিত, বিশেষকৈ লৰাতকৈও ছোৱালীৰ শিক্ষাত বেছি সতৰ্ক হোৱাৰ প্ৰয়োজন। কাৰণ পৰিয়ালৰ উন্নতি, দেশৰ উন্নতি সকলো তিৰুতাৰ সুশিক্ষাৰ ওপৰতে নিৰ্ভৰ কৰে। এই বিষয়ে মই বহুলাই কব নোখোজোঁ, আপুনি মোৰ প্ৰবন্ধটো পঢ়িছে যেতিয়া, মোৰ মতামত ভালকৈ বুজিব পাৰিছে। সেই দেখিয়েই উপযুক্ত শিক্ষয়িত্ৰীৰ অভাৱত ইমান দিনলৈকে মই চেষ্টা কৰা নাছিলোঁ। আজি আপোনাৰ চিঠি পঢ়ি মোৰ আশা হৈছে, যদি আপুনি তাত লিখা মতেই কাৰ্য্য কৰিব পাৰে, তেনেহলে আপোনাৰ দ্বাৰাই নিশ্চয় এই অভাৱ-পূৰ্ণ হ'ব। যি হওক, এই কাৰ্য্য আৰু বেছি দিন পেলাই থোৱা উচিত নহয়; সেই কাৰণে দুই-এদিনতে মই বিদ্যালয় স্থাপনৰ ব্যৱস্থা কৰিম। কিন্তু এটা কথা আপোনাক কৈ থওঁ যে বিদ্যালয় স্থাপন হলেও শিক্ষয়িত্ৰী কিছুমান ধৰা-বন্ধা নিয়মৰ তলতীয়া হ'ব লাগিব আৰু তাৰ ব্যতিক্ৰম নঘটাকৈ চলিব পাৰিলেহে স্থায়ীভাৱে থাকিব পাৰিব। সেই নিয়ম-প্ৰণালী মোৰৰ এখন আহিঁ পাৰিলে আজিয়েই, নহলেও কালিলৈ পুৱা আপোনালৈ পঠিয়াম।

আপুনি মোৰ ঘৰলৈ আহিব নালাগে আৰু মজো আপোনাৰ ঘৰলৈ যাব নোৱাৰিম। কিবা ক'ব লগা থাকিলে লিখি পঠিয়াব। ইতি।

বিনীত

শ্ৰীদীনবন্ধু।

লিখা হ'লত চিঠিখন সামৰি এটা খামত ভৰাই দীনবন্ধুৱে প্ৰভাৱতীলৈ পঠিয়াই দিলে। তাৰ পিচত বহুত বেলি তেওঁ গভীৰ চিন্তাত নিমগ্ন হ'ল।

হঠাৎ ঘৰ ঘৰ শব্দ শুনি দীনবন্ধুৰ ধ্যান ভাগিল। তেওঁ মুৰ ডাঙিয়েই তেওঁৰ ঘৰৰ আগত এখন ভেবোণীয়া গাড়ী দেখিবলৈ পালে আৰু কোন আহিছে বুলি ভাবিবলৈ সময় পোৱাৰ আগেয়েই এজনী ৰূপহী গাভৰু গাড়ীৰ পৰা নামিল। তেওঁৰ বৰণটো বগা, মুখখন গঢ়িত, চকুকেইটা চঞ্চল, ওঁঠত হাঁহি, চুলিকোছা দীঘল আৰু এফলীয়াকৈ সেঁওতাফলা। মুখৰ স্বাভাৱিক বং বগা হলেও তাৰ ওপৰত "পাউডাৰ" সানি আৰু উজ্জ্বল কৰা হৈছে। চেমিজৰ ওপৰত কঁকালত এখন বেনাৰচী শাৰী কোঁচ দি দি ঘূৰিব নিচিনা কৰি পিন্ধা। ওপৰ ছোৱাত এটা 'ব্লাউজ' আৰু এখন আলোৱান, ভৰিত "লেডি শু" আৰু বেচমী মোজা। অলঙ্কাৰৰ ভিতৰত মাত্ৰ বাওঁ হাতৰ ঠাৰিত বান্ধি লোৱা এটা হাত-ঘৰি। গাড়ীৰ পৰা নামিয়েই তেওঁ উৰণীয়া পখিলাটিৰ দৰে দীনবন্ধুৰ কাষ পালেহি। এইদৃশ্য দেখি অলপ সময়ৰ নিমিত্তে দীনবন্ধু হতবুদ্ধি হোৱা দি হ'ল। হবৰ কথাই; কিয়নো এনে ধৰণৰ যুৱতীৰ লগত ইতিপূৰ্ব্বে তেওঁৰ সাক্ষাৎ হোৱা নাই আৰু কোনো দিনে কোনো ৰমণীক তেওঁৰ ঘৰত অভ্যৰ্থনা কৰিব লগাত পৰা নাই। তেওঁ এবাৰ ভাবিলে কিজানি কৰবাতে আহি ভুল কৰিছে। এই ভাব মনতে আছিলত তেওঁৰ অলপ ভাল লাগিল; বিনীত ভাবে সুধিলে "আপুনি কাক বিচাৰিছে?"

যুৱতী : আপোনাকেই বিচাৰি আহিছোঁ। এটা বিশেষ প্ৰয়োজন আছে।

যুৱতীৰ গঢ়-গতি, সাজ-পাৰ দেখি আৰু কথা শুনি দীনবন্ধুৰ সন্দেহ উপস্থিত হ'ল। যি হওক, ততালিকে আত্মসংবৰণ কৰি, যুৱতীক বহিবলৈ ক'লে।

যুৱতী বহিল আৰু খোটালিটোৰ চাৰিওফাললৈ চাবলৈ ধৰিলে; মাজে মাজে কেৰাহি-কেৰাহিকৈ দীনবন্ধুলৈ চাবলৈ লাগিল। দীনবন্ধুৱে যুৱতীৰ উদ্দেশ্য একো বুজিব নোৱাৰিলে; আন কি তেওঁ অসমীয়া নে বঙালী তাকো ঠিক কৰিব নোৱাৰিলে। মনে মনে ভাবিলে, এওঁ কোনোবা মিশ্যনেৰীৰ স্কুলনিত পৰি খৃষ্টান হোৱা নাইবা কাৰবাৰ প্ৰেমত পৰি ব্ৰাহ্ম হোৱা বঙালী-ছোৱালী।

# সপ্তম অধ্যায়

## বক্তাৱতী

অলপ পৰ নীৰৱ হৈ থকাৰ পিচত দীনবন্ধুৱে কলে, "পিচে অহাৰ সকাম?"

যুৱতী : মই এটা বিশেষ প্ৰয়োজনত আপোনাৰ ওচৰলৈ আহিছোঁ।

দীন : অৱশ্যে। পিচে প্ৰয়োজনটো কি ভাঙি কলেই হয়।

যুৱতী : নিশ্চয় ক'ম; কবলৈকে আহিছোঁ। আপুনি বোধ কৰোঁ মোক চিনি পাইছে।

দীন : ক'তা! আপোনাক দেখোন আগে-পিচে দেখা মোৰ মনত নপৰে।

যুৱতী : আপোনাৰ মনত নপৰিব পাৰে; কিন্তু আগে-পিচে দেখিছিল।

দীন : হ'ব পাৰে। কিন্তু এতিয়া হলে সমূলি মনত পৰা নাই।

যুৱতী : কিয়, তাহানিখন আপুনি ককাইদেউৰ সৈতে একেলগে স্কুলত পঢ়িছিল নহয়। তেতিয়া এদিন আমাৰ ঘৰলৈ গৈছিল, মই তামোল আনি দিছিলোঁ, আপুনি মোক মৰম কৰিছিল।

দীন : আপোনাৰ ককাইদেৱক কোন?

যুৱতী : লক্ষ্মীকান্ত দাস।

দীন : অ' এতিয়া বুজিছোঁ—তুমি বক্তা। মই দেখোঁতে তুমি একেবাৰেই সৰু আছিলা। তাৰ উপৰি তোমাৰ সাজ-পাৰৰ এনে সলনি ঘটিছে যে অলপ দিনৰ আগতে দেখা হলেও কিজানি চিনি নাপালোঁহেঁতেন। পিচে হঠাৎ আহিলা যে?

যুৱতী : কিয়, অহাত বেয়া পালে নে কি? আপুনিতো আমাৰ ঘৰলৈ নাযায়েই; সেইদেখি ময়ে বিচাৰি আহিছোঁ।

বক্তাৰ কথাৰ গঢ় দেখি দীনবন্ধুৱে তাৰ কি উত্তৰ দিব, একো স্থিৰ কৰিব নোৱাৰিলে; তেওঁ মনে মনে বিৰক্তি অনুভৱ কৰিবলৈ ধৰিলে। বক্তাই আকৌ ক'লে,—"ইয়াৰ ভিতৰতে এদিন জানো আমাৰ ঘৰত পদধূলা পেলাব?"

কথাৰ লগে লগে এটা মিচিকিয়া হাঁহিৰে সৈতে এনে এটা চকুৰ পাক দিলে যে দীনবন্ধু স্তম্ভিত হৈ গহীন ভাৱেৰে ক'লে—"মোৰ সময় বৰ কম, গাওঁ ফুৰিবলৈ অৱসৰেই বা ক'ত? তাকে যদি তোমাৰ ককাইদেৱৰ আগৰ নিচিনা মৈত্ৰী আছে, তেন্তে তেওঁক ঘৰত পোৱাও সহজ নহয়।"

বক্তা : কৰাইলেও বৰত নাথাকিব পাৰে, মইতো প্ৰায় বৰতেই থাকো। আপোনাক অভ্যৰ্থনা কৰিবলৈ পালে, মই নিজক কৃতাৰ্থ মানিম। আমাৰ জানো তেনে ভাগ্য হ'ব!

আকৌ সেই বক্ৰ দৃষ্টি! দীনবন্ধুৰ অসহ্য হ'ল তথাপি কোনোমতে আত্মসংবৰণ কৰি ক'লে, "সেই বিষয়ে ভাবিবলৈ যথেষ্ট সময় পোৱা যাব। সম্প্ৰতি তোমাৰ আগমনৰ উদ্দেশ্য কি সোনকালে জানিবলৈ পালে বাধিত হ'ম। মোৰ গা ধুবৰ সময় প্ৰায় হৈ আহিল।"

বক্তাই ভাবিলে দীনবন্ধু নিতান্ত নীৰস গাৰ্হলীয়া ধৰণৰ মানুহ। তেওঁৰ নিচিনা সুন্দৰীৰ লগত আলাপ কৰিবলৈ কত মানুহে হাবাথুৰি খাই ফুৰে, কিন্তু দীনবন্ধুৱে যেন তেওঁক বিদায় দিব পাৰিলেহে ৰক্ষা পৰে! তথাপি সহজে পৰাজয় মনা বক্তাৰ স্বভাৱ নহয়, এটা অতি তীব্ৰ কটাক্ষপাত কৰি ক'লে— "মই আপোনাৰ বহুমূলীয়া সময় নষ্ট কৰিব লগাত পৰিছোঁ; সেইবাবে ক্ষমা কৰিব। যদি এতিয়া সময় নাই, তেন্তে আবেলিকৈ আহিম, এতিয়া আহোঁৱেই।"

আকৌ আবেলিকৈ! যদিও বক্তা গলেই দীনবন্ধু ৰক্ষা পৰে, তথাপি আকৌ এবাৰ লগ পোৱাতকৈ এতিয়াই কাৰ্য্যশেষ কৰাকে তেওঁ বুদ্ধিমানৰ কাম বুলি বিবেচনা কৰিলে। সেই দেখি গহীন ভাবেৰে ক'লে,—"আবেলিকৈ মই তোমাক লগ দিব নোৱাৰিম, অকল আজি আবেলি কিয় কেইবা-দিনলৈকে মোক লগ নাপাবা। যদি কিবা প্ৰয়োজনীয় কথা আছে তেন্তে এতিয়াই কোৱাই হে ভাল!"

বক্তা : মইতো ক'ম বুলিয়েই আহিছোঁ, আপুনি সময় নাই বুলি কোৱাত হে তেনেকৈ কৈছিলোঁ।

দীন : কোৱা তেন্তে।

বক্তা : সকলোৱে জানে ইয়াত আপোনাৰ হাত নালাগিলে কোনো সজ কাম নহয়; সেই দেখিয়েই মই আপোনাৰ সাহায্য বিচাৰি আহিছোঁ।

দীন : কি বিষয়ে?

বক্তা : ইয়াত স্ত্ৰীশিক্ষাৰ সুবিধা নথকাত বহুতো অপকাৰ হৈছে; ছোৱালীবিলাক আন্ধাৰতে সদায় থাকিব লগাত পৰিছে। আপুনি ইচ্ছা কৰিলেই এই অভাৱটো গুচাব পাৰে; তেনেস্থলত আপুনি কিয় এই বিষয়ে মন-কাণ কৰা নাই, তাক বুজিব নোৱাৰিলোঁ।

দীন : কৰোঁ বুলিয়েই কৰিব পৰা হলে, ইমান দিনে বহুতো সজ কাম হৈ থাকিলেহেঁতেন। সকলোৰে একোটা সময় আছে, হেপ বুজি হে কাৰ্য্যত হাত দিয়া উচিত; নহলে চেষ্টা মিছা হয়।

বক্তা : মোৰ বিশ্বাস আপুনি চেষ্টা কৰা হ'লে কেতিয়াবাই কৃতকাৰ্য্য হ'লহেঁতেন। মই এই বিষয়ে বহুত দিনৰে পৰা ভাবিছোঁ; কিন্তু কাৰো সাহায্য নাপালে এনে এটা ডাঙৰ কাম কৰিবলৈ মোৰ কি শক্তি আছে। সেই দেখি বাজতে পতুল উকী-লক এই বিষয়ে অনুৰোধ কৰিছিলোঁ। তেওঁ মোৰ কথা শুনি আপোনা-লোকৰ লগত পৰামৰ্শ "নকৰাকৈ

মইমতীয়াভাবে কাম কৰিবলৈ গৈ সকলো পণ্ড কৰিলে। আপোনাৰ সাহায্য নহলে যে এনে কাম ইয়াত কোনেও কৰিব নোৱাৰে, সেইটো একেবাৰেই ধ্ৰুৱ ; তেওঁলোকৰ খাটি-লুটি আপোনাৰ ওচৰলৈ পঠিয়াব নোৱাৰি আজি মই নিজে আহিলোঁ। আপুনি মোক যেনে-তেনে এখন স্কুল পাতি দিব লাগে।

দীন : স্কুল এখন যে সোনকালে পাতিব লাগিব, সেইটো ঠিক। আজি পুৱাৰে পৰা মই সেই কথাকেই ভাবিব লাগিছোঁ।

বক্তা : শুনি সুখী হলোঁ ; আপুনি মোৰ আন্ত-ৰিক কৃতজ্ঞতা "আৰু ধন্যবাদ গ্ৰহণ কৰিব।

দীন : তোমাৰ ধন্যবাদ পাবলগীয়া কাম মই একো কৰিব নোৱাৰিম। পঢ়াশালি পাতিলেও তোমাক বোধকৰোঁ শিক্ষয়িত্ৰীৰ ভাৰ দিব নোৱাৰিম। তোমাৰ দ্বাৰা সেই কাৰ্য্য হব পাৰে বুলি ভাবিব পৰা হলে বহুত দিনৰ আগেয়েই বিদ্যালয় স্থাপন কৰিলোঁহেঁতেন ; শিক্ষয়িত্ৰীৰ অভাৱৰ কাৰণেই মই ইমান দিন মনে মনে আছিলোঁ।

বক্তাৰ মুখ ক'লা পৰিল ; ব্যগ্ৰভাৱে সুধিলে,—

"কিয় ? মোৰ দ্বাৰা স্কুলৰ কাম হব নোৱাৰে কিয় ?"

দীন : স্কুল সম্পূৰ্ণ জাতীয় আদৰ্শত চলিব লাগিব। তাত লিখা-পঢ়াৰ বাহিৰেও অসমীয়া তিৰুতাৰ যৰুৱা কৰ্ত্তব্যৰ শিক্ষা ভালকৈ দিব লাগিব। সূতা কটা, তাঁত বোৱা, কাপোৰ সিয়া ইত্যাদি কামসকলোৱে শিকিব লাগিব; সাজ-পাৰত নিভাঁজ অসমীয়া হ'ব লাগিব আৰু শিক্ষয়িত্ৰী এই সকলো বিষয়তে আদৰ্শ হ'ব লাগিব। কিন্তু মোৰ বিশ্বাস তুমি তেনেকৈ চলিব নোৱাৰিবা।

বক্তা : মই তেনে হ'ব নোৱাৰোঁ সঁচা ; কিন্তু মোৰ বোধেৰে তেনে হোৱাৰ আৱশ্যকো নাই। মই গান-বাজনা, লিখা-পঢ়া আৰু বেজিৰ কাম শিকাব পাৰিম, চিত্ৰ আঁকিবলৈকো শিকাব পাৰিম হে। মোৰ বোধেৰে এই বোৰেইহে সভ্য-সমাজৰ আৱশ্যকীয় শিক্ষা। আপুনি কৈছে অসমীয়া সাজ-পাৰ পিন্ধিবলৈ ; কিন্তু কোনো সুশিক্ষিতা মহিলাই তেনে অধলা সাজ পিন্ধিবও নোৱাৰে, সি স্বাভাৱিকে সৌন্দৰ্য্যও নষ্ট কৰে। বোৱা-কটা আদিও সামান্য অসভ্য মানুহৰ কাম। আপোনাৰ নিচিনা এজন উচ্চশিক্ষিত মানুহে কেনেকৈ তেনে অসভ্যৰ কাম আৰু সাজ-পোচাক দিন নকৰাকৈ থাকিব পাৰিছে, তাকে ভাবি মই আচৰিত হৈছোঁ।

দীন : কাৰণ ময়ো তেনে অসভ্য অসমীয়া।

বক্তা : আপুনি কিয় তেনে কথা কয়। আপুনি যদি মোৰ অন্তৰ দেখিলেহেঁতেন তেন্তে বুজিলেহেঁতেন—মই আপোনাক কিমান ভাল পাওঁ কিমান শ্ৰদ্ধা কৰোঁ।

দীন : তুমি মোক শ্ৰদ্ধাই কৰা বা ঘিণেই কৰা তাত মোৰ কোনো লাভ লোকচান নাই ।

ইমান গৰ্ব্ব ! যাৰ একেষাৰ মুখৰ মাত শুনিবলৈ হেজাৰ হেজাৰ মানুহ লালায়িত, তেনে সুন্দৰীৰ অযাচিত শ্ৰদ্ধাৰ প্ৰতি দীনবন্ধুৰ এনে তাচ্ছিল্য ! বন্তাৰ অন্তৰত জুই জ্বলি উঠিল। বন্তাই ভাবিলে দীনবন্ধুয়ে ভুল পাতি প্ৰভাৱতীক দিব খুজিছে ; সেই দেখিয়েই তেওঁক দিব নোখোজে। মনৰ খং মাৰ নিয়াৰ নোৱাৰি বন্তাই বিদ্ৰূপৰ সুৰেৰে ক'লে— "কিন্তু প্ৰভাৱ ওচৰত তাৰ যথেষ্ট মূল্য থাকিব হবলা।"

দীনবন্ধুয়ে আগৰ দৰেই শান্ত ভাবে উত্তৰ কৰিলে,—"থাকিলেও থাকিব পাৰে।"

বন্তা : কিন্তু আপুনি জানে নে প্ৰভাৱ কাহিনী, প্ৰভাৱ চৰিত্ৰ, প্ৰভাৱ ঘৃণিত জীৱনৰ কথা ? তাইৰ দৰে অভাৱৰ তিকতাই যে আপোনাক মুহিব, তাত আচৰিত হবলগীয়া একো নাই ।

দীনবন্ধুয়ে এইবাৰ হাঁহিলে ; তাৰ পিচত ক'লে,— "তাত আচৰিত হ'ব লগা একো নাথাকিব পাৰে, কিন্তু তুমিও যে আন তিকতাৰ গাত দুশ্চৰিত্ৰৰ টেঁকা দেখা, তাত হ'লে মই আচৰিত নহৈ নোৱাৰোঁ।"

বন্তাৰ মুখ বিবৰ্ণ হ'ল। তেনেহলে দীনবন্ধুয়ে তেওঁৰ সকলো কথা জানে নেকি ? হতাশাৰ সুৰেৰে ক'লে,—"মই বহুত দিনৰ পৰা আশা কৰিছিলোঁ যোলো এখন ভুল হাতত পালে, তাতেই মোৰ গোটেই জীৱন কটাম, স্ত্ৰীশিক্ষাৰ প্ৰচাৰৰ নিমিত্তেই এই জীৱন উচৰ্গা কৰিম। কিন্তু মানুহে পাচে, ঈশ্বৰে ভাঙে। মোৰ আশা আৰু পূৰ নহ'ল।

দীন : তোমাৰ বিষয়ে ময়ো যে কম ভাবিছিলোঁ, এনে নহয়। দুবছৰৰ আগেয়েই মই তোমাক লৈ এখন পঢ়াশালি পাতিম বুলি ভাবিছিলোঁ। যদিও তোমাৰ লগত মোৰ পৰিচয়েই নাছিল, তথাপি, তোমাৰ দ্বাৰা এই কাৰ্য্য হৈ উঠিব বুলি মোৰ বিশ্বাস আছিল। পিচত তোমাৰ সম্পৰ্কে সকলো তত্ত্ব লৈ জানিব পাৰিলোঁ যে তুমি মোৰআদৰ্শমতে পঢ়াশালি চলাবলৈ সমৰ্থ হ'ব নোৱাৰা। বৰং তোমাৰ নিজৰ আৰু বাইজৰ মঙ্গলৰ বাবে তোমাক তেনে অনুষ্ঠানৰ পৰা আঁতৰাই ৰখাহে উচিত বিবেচনা কৰিলোঁ। সেই কাৰণেই মোৰ সকলো আয়োজন স্থগিত থাকিল ।

বন্তা : আপুনি অকল মোৰ শত্ৰুৰ কথা শুনিয়েই বোধকৰোঁ তেনে কৰিলে। অন্ততঃ মোক এবাৰ সুধি চাব পাৰিলেহেঁতেন।

দীন : তাৰ আৱশ্যক নহ'ল। মই মোৰ কৰ্ত্তব্য বুজোঁ। তুমিও বোধকৰোঁ জানা যে মই বিনা প্ৰমাণে কাৰো বিৰুদ্ধে কোনো কথা গ্ৰহণ কৰিবলৈ সাজু নহওঁ।

বন্তা : আপুনিনো তেতিয়া মোৰ অনুপযুক্ততাৰ কি প্ৰমাণ পাইছিল ?

দীন : সেইবোৰ কথা কৈ তোমাক মনোকষ্ট দিয়াৰ মোৰ ইচ্ছা নাই।

বন্তাৰ তেতিয়া সাহ-পিত্ত সকলো গৈছিল। তথাপি ক'লে,—"মোৰ বোধেৰে আপুনি মোৰ ওপৰত কি অভিযোগ কৰি ৰাখি আছে, মই শুনা হলে

তাৰ সহুত্তৰ দি মোৰ নিৰ্দ্দোষিতা প্ৰমাণ কৰিব পাৰিলোঁহেঁতেন।

দীন : তাৰ কোনো প্ৰয়োজন নাই। তুমি মোৰ মতত চলিব নোৱাৰোঁ বুলি নিজ মুখেই কৈছা। তেনেস্থলত আন তৰ্ক-বিতৰ্কলৈ যাব লাগিছে কিয় ?

বন্তাই আকৌ কিবা এটা ক'ব খুজিছিল ; কিন্তু দীনবন্ধুৱে ঘৰিলৈ চাই ক'লে,—"ক্ষমা কৰিবা, মই আৰু কথা পাতিব নোৱাৰোঁ। মোৰ গা ধোৱাৰ সময় অতীত হ'ল। এতিয়া তোমাক বিদায়হে দিলো ?"

বন্তা বহাৰ পৰা উঠিল। যাবৰ সময়ত ক'লে,—মই আজি বা কালিলৈ আকৌ আপোনাৰ ওচৰলৈ আহিম।

দীন : মই আগেয়েই কৈছোঁ কেইদিনমানলৈ মোক লগ নাপাবা।

বন্তা গাড়ীত গৈ উঠিল, দীনবন্ধুও গা ধুবলৈ গ'ল।

# অষ্টম অধ্যায়

## সান্ধ্য ভোজন

ওপৰত যিখন চহৰৰ কথা কোৱা হৈছে, তাৰ প্ৰায় সোঁ মাজতে এখন দোকান আছে। দোকানৰ তিনটা ভাগ। এভাগত য়ুৰোপীয়সকলৰ লাগতিয়াল বস্তু—কাপোৰ-কানি, পেৰা-পেটাৰি, জোতা টুপী, বিলাতী মদ, চীনামাটিৰ পাত্ৰ, গাহৰিৰ মঙহ, বেলানা, আখৰোট, কিচ্‌মিচ্, বাদাম, চাট্নি, খোঁৱাৰ লাগতিয়াল সঁজুলি, বাইচাইকেলৰ সৰঞ্জাম আদি সুন্দৰকৈ সজোৱা ; এখোটালিত বস্তু জমা থোৱা হয় আৰু ইখোটালিত মেনেজাৰ থাকে।

মেনেজাৰৰ খোটালিটোৰ একাষে এখন চাল-পীৰা, তাৰ ওচৰতে গোটাচেৰেক পেৰা-পেটাৰি, এডাল কাপোৰ থোৱা ভঁাৰ, আৰু কিৰাখিৰি লাংখা-লিংখি তোখৰচেৰেক। চালপীৰাৰ ওচৰতে বেৰত কেইখনমান থিয়েটাৰৰ অভিনেত্ৰীৰ আৰু আৰু এখন বিবস্ত্ৰা অপেচৰীৰ চিত্ৰ। খিৰিকীৰ ওচৰত এখন মেজত এখন দাপোণ এখন ফণি এডাল, বুৰুচ আৰু ক্ষৌৰকৰ্ম্মৰ সঁজুলি। বাকীভোখৰ ঠাইৰ মাজতে এখন ঘূৰণীয়া মেজ আৰু চাৰিওকালে কেইখনমান মাচিয়া। খোটালিটোত পুষ্পসাৰ আৰু হুইস্কিৰ এটা বিকট মিহলি গোন্ধ সদায় থাকে।

প্ৰায় সন্ধ্যা লাগোঁ লাগোঁ হৈছে ; এনেতে গকুলচন্দ্ৰ দাস উকীল, কমলচন্দ্ৰ বাজখোৱা, পেঞ্চন-পোৱা হাকিম, সৰ্ব্বানন্দ দত্ত বেপাৰী, ভূপেশ্বৰ বৰ-মহৰী আৰু কৃষ্ণ কুমাৰ কাকতী ওপৰত কোৱা খোটালিটোত সোমাই মাচিয়া কেইখনৰ কোলাত আশ্ৰয় গ্ৰহণ কৰিলে। দোকানৰ মেনেজাৰ গদাধৰ শৰ্মায়ো তেওঁলোকৰ শাৰী পূৰালে।

তাৰ পিচত বটলত আহিল হুইস্কি আৰু বিলাতী পানী, থালত আহিল কটি আৰু ভজা মঙহ, আৰু আহিল কেইটামান গিলাচ, কাটা-চামুচ ইত্যাদি। বটলৰ ঠিলা সোলোকোৱা হ'ল ভেকেতা-ভেকেত গোন্ধেৰে গোটেই ঘৰ ভৰি গ'ল। পান-ভোজন বহুত বেলিলৈকে চলিল, লগে লগে নানাপ্ৰকাৰ কথাও চলিবলৈ ধৰিলে।

গকুলচন্দ্ৰ : হেৰা, লিবেলি মিউনিচিপেলিটিৰ ইলেক্চন হওঁতে আমাৰ ভিতৰতে থৰিয়াল লাগিছিল ; এইবাৰৰ পৰা যেন তেনে নহয়।

বাজখোৱা : আগলৈ আৰু তেনে নহয়, এতিয়াৰ

পৰা আমাৰ এক মত।

গকুল : আমাৰ এক মত।

সকলোৱে : আজিৰ পৰা আমাৰ এক মত।

গকুল : মোৰ কেতিয়াবা ভুল হয়, তুমি থং নকৰি শুধৰাই দিবা দেই, বাজখোৱা।

বাজখোৱা : মোৰ ভুল হলেও মিঃ দাস তাত নালাগিবা।

গকুল : নালাগোঁ, কেতিয়াও নালাগোঁ। চাওঁ তোমাৰ হাতখন দিয়াচোন।

তেতিয়া দুয়োজনে হাতত ধৰি বহুত বেলি জোকাবিলে। বাকী কেইজনে তেওঁলোকৰ অভিনয় নীৰৱে চাই থাকিল। গদাধৰ সুৰাদেৱীৰ উপাসনাতেই বিশেষকৈ ব্যস্ত আছিল; এতিয়া তেওঁ মাত লগালে,—"উকীল ডাঙৰীয়াৰ ওপৰত মোৰ এটা ডাঙৰ অভিযোগ আছে।"

সকলোৱে : কি ? কি ?

গদা আমাৰ দলটো পূৰ হবলৈ গান-বাজনা আৰু ধুনীয়া মুখৰ হাঁহিৰ প্ৰয়োজন। উকীল ডাঙৰীয়াই তেনে সুবিধাৰ পৰা আমাক বঞ্চিৎ কৰিছে।

গকুল : মিছা কথা। মই কেতিয়া কৰিছোঁ ? চোৱাঁ হঁক তোমালোকে, ই মিছা দোষাৰোপ। মই দণ্ডবিধি আইনৰ সাহায্য লব পাৰোঁ।

বাজখোৱা : নিশ্চয় পাবে, যদি হে কথাটো মিছা।

গকুল : বাজখোৱা, তুমিও মোক অপমান কৰিছা। মোৰ কথাৰ ওপৰতো আকৌ সন্দেহ! মতবমতে মান-হানিৰ মোকৰ্দ্দমা চলে।

সৰ্ব্বানন্দই এনেতে মাত লগালে – "কিন্তু কথাটো কি শৰ্ম্মাই ভাঙি নকলে আমি একো বাবু দিব নোৱাৰোঁ।

তপেশ্বৰ : ঠিক কথা, শৰ্ম্মাই ভাঙি ক'ব লাগে, নহলে তেওঁৰ দোষ সাব্যস্ত হ'ব। কি কয় কাকতী ? আপুনি দেখোন একো নকয়, কিনো ভাবিছে ?

কৃষ্ণ : এটা কথা তোমালোকে গম পোৱা নাই। এই মানুহ, গৰু, চৰাই পছু, পোক-পৰুৱা আৰু অইন প্ৰাণীবোৰ কেনেকৈ হ'ল ক'ব পাৰা জানো ?

বাজখোৱা : প্ৰটোপ্লাজমৰ পৰা ক্ৰমোন্নতিহৈ হৈছে।

কৃষ্ণ : সেইটোৱেই তোমালোকৰ ভুল। মই ভাবি চিন্তি চাই নিৰ্ভুলকৈ জানিছোঁ, সেই আটাইবোৰ পোনেই গছত লাগিছিল। এতিয়া, যি গছত সুন্দৰী-সকল লাগিছিল, তেনে গছ এজোপা বিচাৰি পালেই সকলো ঠিক হৈ যাব।

সৰ্ব্বা : কিন্তু পোৱা যাব ক'ত ?

কৃষ্ণ : তাকেইতো ভাবিছোঁ।

তপেশ্বৰ : ভাবিলেইতো পোৱা নাযায়। যেতিয়া পোৱা যাব, তেতিয়া যি হয় কৰিম। সম্প্ৰতি শৰ্ম্মাৰ কথাৰ বিচাৰ হওক।

গদা : মই নকলেও কথাটো আপোনালোকে জানে। বাৰু উকীল যে সদায় আমাৰ লগ এৰি গুচি যায়, সোধকচোন কলৈ যায়।

গকুল : কি সুধিব! মোৰ "প্ৰাইভেট টিউচন" আছে।

গদা : ক'ত আছে ? *

গকুল : পানীবাজাৰ ৰবত।

সৰ্ব্বা : ছাত্ৰ কোন ?

কৃষ্ণ : মই ভাবিছোঁ ছাত্ৰ নহৈ ছাত্ৰী হে হ'ব লাগে।

পকুল : হয় ছাত্ৰীয়েই। মই যে বস্তাৰ 'প্ৰাইভেট্‌ টিউটৰ'।

গদা : এতিয়া চাওক, তেওঁ ইচ্ছা কৰা হলে আমাৰ আড্ডাকে তালৈ তুলি নিব নোৱাৰিলেহেঁতেন জানো ? তেনেস্থলত তেওঁ অকলৈ সেই সুবিধা ভোগ কৰাটো জানো অন্যায় হোৱা নাই ?

ৰাজখোৱা : নিশ্চয় হৈছে। দেখিছা মিষ্টাৰ দাসে, তুমি আপোনপেটীয়া বুলি প্ৰমাণ হ'ল। কি কোৱা দত্ত ?

সৰ্ব্বানন্দ : মই হেজাৰ-বাৰ কওঁ, উকীল আপোনপেটীয়া।

তপেশ্বৰ : ময়ো তাকে কওঁ। আমি সকলো এক যেতিয়া, সকলোৱে ভাগ পাব লাগে।

পকুল : মোৰ গাত দোষ কি ? মই চপাই দিছিলোঁ নহয় তোমালোকে ফুলখন পাতি দিব নোৱাৰিলা কিয় ?

সৰ্ব্বা : অ' ঠিক কথা মনত পৰিছে, পৰহিলৈ দীনবন্ধুৱে সভালৈ মাতিছে নহয়। সেই প্ৰভা নে কি সেইজনীক ফুল পাতি দিয়ে হেনো।

পকুল : Damned দীনবন্ধু। আমি সভালৈ নাযাওঁ। "If I can catch him once upon the hip I will feed fat the ancient grudge I bear him."

তপেশ্বৰ : তাক এটা শিকনি নিদিলে নহয় ; সি সদায় আমাৰ কামত বি[illegible] জন্মায়। তাক শুনিয়াই মৰা উচিত।

গদা : প্ৰভাৱতী হোৱালীজনীও বেছ্ সুন্দৰী ; তাইকে হাত কৰিব পৰা হলেও উপায় আছিল। কিন্তু সেই অসভ্যটোৰ হাতত পৰিছে যেতিয়া কেনেকৈ কি কৰিবা।

সৰ্ব্বা : আমি সভালৈ যাওঁৱেই বা নাযাওঁৱেই এইবাৰ ফুল পাতিব, এতিয়া কেনেকৈ তাইক হাত কৰিব পাৰি তাকে হে ভাবিব লাগে।

কৃষ্ণ : মই ভাবিছোঁ এই দীনবন্ধুৱে কালিৰ ল'ৰা হৈ পৰশুইৰ গীত গাবলৈ যায় কিয় ? এটা কাম কৰা যাওক, প্ৰভাৱতীৰ লগত তাৰ এটা বদ্‌নাম উলিয়াই দিওঁ, তেতিয়া সভালৈ কোনো নাহে।

ৰাজখোৱা : তেনে কথাৰ পৰা একো ফল নহয়, মানুহে তেনে কথা দুই এদিনতে বিশ্বাস নকৰে। সভা হওক, আমিও যাম, তাৰ পিচত যি কৰিব লাগে মই কৰিম।

সকলোৱে : কি কৰিবা ?

ৰাজখোৱা : কি কৰোঁ দেখিবা। ফুল যেনেকৈ হওক আমাৰ হাতত বাখিবই লাগিব। মাথোন তোমালোক সমস্তকেও অলপ আগতে যাবা—দীনবন্ধু কেনিবা উৰি যাব।

পকুল : তুমি পাৰিবা নে ?

ৰাজখোৱা : নিশ্চয় পাৰিম।

কৃষ্ণ : মই ভাবিছোঁ আমাৰ ৰাজখোৱা নহলে কোনে ইমান সাহ কৰিব। মোৰ এতিয়া শিয়াল তামুলীৰ কথা মনত পৰিছে। উচিত-অসময়তে শিয়াল—

গকুল : কি উদ্ভিদ্‌তত্ত্ব উদ্ভিদ্‌তত্ত্ব কৰি থাকা! থৈ দিয়া সেইবোৰ; কামৰ কথা কোৱাঁ।

এনেতে গদাধৰে মাত লগালে, "পিচে আজিৰ খৰচৰ হিচাপটো কাৰ নামে ৰাখিম?"

ৰাজখোৱা : আজি গৃহস্থৰ নামে থাকিলে ভাল।

গদা : কেতিয়াও নহয়।

ৰাজখোৱা : তেন্তে উকীলৰ নামে ৰখা হওক।

গকুল : এঃ দুজনকৈ সদাগৰ থাকোঁতে আকৌ ভাবিব লাগিছে! আজিৰ খৰচ সৰ্ব্বানন্দৰ নামে থাকক।

সৰ্ব্বা : মই সদায় দিম নে? মই কালি দিছোঁ, আজি দিব নোৱাৰোঁ।

গকুল : কিনো আপত্তি কৰি থাকা হে! এই টকাকেইটাৰ বাবে দুখীয়া হোৱা যদি হ'বা।

তপেশ্বৰ : আমাৰ ৰাজখোৱাইতো এটা ফুটা কড়িও ভঙা নাই। মোৰ মতে আজি তেওঁৱেই দিয়ক।

কৃষ্ণকুমাৰৰ বাহিৰে সকলোৱে:—হয়, হয়, আজি তেওঁৰ নামতে লিখা।

কৃষ্ণকুমাৰ : মই ভাবিছোঁ উদ্ভিদ্‌তত্ত্বমতে সকলো একেদৰে চলিব নালাগে—কোনো গছ আপুনি হয়, কোনোক সাৰ পানী যোগাৰ লাগে, কোনো আকৌ আন গছৰ ওপৰতে প্ৰবৰ্ত্তি থাকে। প্ৰত্ন-তত্ত্বমতেও আৰ্জ্জে নষ্ট গুৱালে, খায় বোলা শিয়ালে। সমাজতত্ত্বমতে আলহীয়ে একো দিব নালাগে।

গকুল : এদিনৰ আলহী, দুদিনৰ আলহী, চিৰকাল কোনো আলহী নহয়। ৰাজখোৱাৰ আচল ঘৰ ইয়াত নহয় বুলিয়েই যে তেওঁ সদায় আলহী হৈ থাকিব, তাৰ কি মানে আছে!

ৰাজখোৱাই ইমান বেলি নীৰৱে চিন্তা কৰিলে। এতিয়া সৰ্ব্বানন্দলৈ চাই গহীনাই সুধিলে,—হেৰা, তোমাৰ দোকানত বহুত মানুহে টকা জমা থয়, তাৰ ভিতৰত কোনোবা ডেকা ল'ৰা আছে নে?

সৰ্ব্বা : কেইবাটাও আছে।

ৰাজখোৱা : লিখা পঢ়া নজনা নগৰৰ ওচৰৰ গাৱঁত থকা তাৰ ভিতৰত কেইটা?

সৰ্ব্বা : তুমি কোৱাৰ দৰে এটা হে আছে। তাৰ ঘৰ নগৰৰ পৰা আধা মাইল মান দূৰতে। তাৰ বাপেকে তিনি হেজাৰ টকা মোৰ দোকানত জমা থৈছিল। আজি দুমাহমান হ'ল বাপেক মৰিছে। লৰাটোৱে লিখাপঢ়া নাজানে। বাপেক মৰাত জমা টকা, খাত পাম আৰু এটা গৰুৰ খুটি তাৰ হাততে পৰিছে।

তপেশ্বৰ : আপুনি আমাৰ গাৱঁৰ কাতিৰামৰ কথা কৈছে নেকি?

সৰ্ব্বা : এৰা, তাৰ কথাকেই কৈছোঁ।

ৰাজখোৱা : তেন্তে বঢ়িয়া হৈছে। তুমি তাক কালিলৈ ইয়ালৈ লৈ আহিবা।

তপেশ্বৰ : আনিব পৰা যাব, কিন্তু সেই কৃষি বহুৱীয়া লৰাটো আমাৰ লগত সুমুৱালে দেখাত ভাল নহ'ব। সি নিতান্ত চহা। লিখা-পঢ়াৰ ভিতৰতো মুঠেই যোঁটাই যোঁটাই পদ-পুথি পঢ়িব পাৰে।

ৰাজখোৱা : তাকেই তো লাগে; ঠিক যেনে বিচাৰিছিলোঁ, তেনেকুৱাই মিলিছে। এবাৰ

আনি দিয়া মুঠেই, এবছৰৰ খৰচ ওলাই যাব।

তপেশ্বৰ : আনিব বোধকৰোঁ পাৰিম।

ৰাজখোৱা : তুমি তাৰ ভালে বোৱাৰ আগতে এবাৰ মোক লগ ধৰি যাবা।

গদা : পিছে, ছিচাপটো কাৰ নামে লিখিম?

ৰাজখোৱা : তাৰ দিহা কাৰিলৈ হ'ব; এতিয়া মৰেই তাৰ বাবে দায়ী থাকিলোঁ।

তাৰ পিচত গকুলচন্দ্ৰ উঠিল; বাকী কেইজন তাচত বহিল আৰু লগে লগে নানা বিষয়ৰ আলোচনা হবলৈ ধৰিলে।

# নৱম অধ্যায়

## সভা

আজি "টাউন হলত" বিৰাট সভা। চকি, বেঞ্চ, আদিৰে গোটেইটো ঘৰ ভৰপুৰ। মতা-তিকতা দুয়োৰে নিমিত্তে সুকীয়াকৈ ঠাই ৰখা হৈছে।

মানুহৰ সংখ্যাও বৰ বেছি। নগৰীয়া হাকিম-উকীল আদিৰ পৰা গাৱঁলীয়া চহালৈকে সকলো বিধৰ মানুহ আহিছে। তিকতাৰ সংখ্যাও কম নহয়। বহিবলৈ ঠায়ে নটাত বহুতো মতা মানুহ থিয় হৈ থাকিব লগাত পৰিছে।

সভা আৰম্ভ হ'ল। গকুলচন্দ্ৰৰ প্ৰস্তাৱ, কৃষ্ণকুমাৰৰ সমৰ্থন, আৰু সৰ্ব্বসম্মতিক্ৰমে কমলচন্দ্ৰ ৰাজখোৱাই সভাপতিৰ আসন গ্ৰহণ কৰিলে। যদিও সৰ্ব্বসম্মতিক্ৰমে বোলা হৈছে, এই নিৰ্ব্বাচনত সৰহভাগ মানুহেই পেটে পেটে বেয়া পাইছিল; কিন্তু প্ৰস্তাৱ আৰু সমৰ্থন হৈ যোৱাৰ পিচত আপত্তি কৰিলে মানুহজনক অপদস্থ কৰা হয় দেখি, অগত্যা মৌনং সম্মতিলক্ষণম্ প্ৰকাশ কৰিলে।

সভাপতিয়ে আসন গ্ৰহণ কৰাৰ পিচত কাৰ্য্য-বিৱৰণীমতে দীনবন্ধুক সভাৰ উদ্দেশ্য বৰ্ণনা কৰিবলৈ আহ্বান কৰিলে। দীনবন্ধু থিয় হ'ল, আৰু সমজুৱাসকলক সম্বোধন কৰি স্ত্ৰী-শিক্ষাৰ আৱশ্যকতা সম্বন্ধে এটা সুদীৰ্ঘ বক্তৃতা দিলে। সমাজত স্ত্ৰী-পুৰুষৰ স্থান আৰু কৰ্ত্তব্য, স্ত্ৰী-শিক্ষাৰ প্ৰয়োজনীয়তা, কেনে আহিত শিক্ষা দিলে স্ত্ৰী-শিক্ষাৰ মাজেদি ধৰ্ম্ম-কৰ্ম্মৰ অনুষ্ঠান আৰু জাতীয়তা ৰক্ষা হ'ব পাৰে, কেনেকৈ জাতীয় আদৰ্শত দিয়া স্ত্ৰী-শিক্ষাই সমস্ত জাতিক সুস্থ আৰু সবল কৰি তুলিব পাৰে—এই সকলো কথা এনে পৰিপাটীকৈ বিশদৰূপে বুজাই দিলে যে, সকলোৱে একাগ্ৰচিত্তীয়া হৈ শুনিবলৈ ধৰিলে। সমজুৱাৰ মাজৰ পৰা নগৰীয়া-দলৰ "শুনক, শুনক" আৰু গাৱঁলীয়াসকলৰ "বোপা-দেউতাই সাকৱা কথা কৈছে"—ইত্যাদি মন্তব্য ঘনে ঘনে শুনা গৈছিল। তাৰ পিচত, এই কাৰ্য্য সাধনৰ নিমিত্তে কিয় সকলোৱে হাত উজান দিয়া উচিত, বাইজে নথ জোকাৰিলে নৈ বৈ যোৱা কথাটো মন কৰি কেনেকৈ ধনী, দুখীয়া সকলোৱে শক্তি অনুযায়ী দান দিয়া উচিত আৰু বিদ্যালয় পতাৰ পিচত তাক সজীৱ ৰাখিবলৈ কেনেকৈ মাহেকীয়া বৰঙনি দিয়াৰ প্ৰয়োজন, এই সকলো কথা তন্ন-তন্নকৈ ব্যাখ্যা কৰি দীনবন্ধুৱে আসন গ্ৰহণ কৰিলে।

তাৰ পিচত উঠিল প্ৰভাৱতী। স্ত্ৰী-শিক্ষাৰ আৱশ্যকতাৰ বিষয়ে তেওঁ এনে এটা হৃদয়গ্ৰাহী বক্তৃতা দিলে যে সকলোৱে থৰ-থৰকৈ শলাগিবলৈ ধৰিলে। তেওঁ কেনেকৈ এই উদ্দেশ্যকে মনত লৈ প্ৰবাসত ঘূৰি ফুৰিছে আৰু তাত সিদ্ধিলাভ হোৱাটো কেনেকৈ

বাইজৰ ইচ্ছাৰ ওপৰতে নির্ভৰ কৰে, তাক সকলোৱে মনত বখি যোৱাকৈ এনেভাৱে বুজাই কলে যে সকলোৱেই অৱস্থাৰ উপযোগী সাহায্য কৰিবলৈ কৃত-সঙ্কল্প হ'ল।

ইয়াৰ পিচত মাহেকীয়া বৰঙনি আৰু এক-কালীন দানৰ নিমিত্তে কাকত আগ বঢ়োৱা হ'ল। কোনোৱে প্রতিশ্রুতি দিলে আৰু কোনোৱে নগদ টকাকে আদায় কৰিলে। জাননীত এই বিষয়ে আগেয়েই ভাঙি লিখা হৈছিল।

সকলোৱে চহি হোৱাৰ পিচত দেখা গ'ল—এককালীন দান ৮০০৲ টকা আৰু তাৰে আদায় ৩৬০৲ টকা। প্রতিশ্রুত মাহেকীয়া বৰঙনি হ'ল মুঠতে ৫৪৲ টকা।

ইয়াৰ পিচত থাকিল কৰিবলগীয়া কার্য্য—স্কুল-কমিটি-গঠন, চেক্রেটাৰী আৰু সভ্য-নির্ব্বাচন; তাৰ লগতে স্কুল পৰিচালনা আৰু শিক্ষয়িত্রীৰ কর্ত্তব্যৰ সম্পর্কে নিয়মাৱলী গঠন। এই কেইটা কাম কৰাৰ আগেয়ে তাৰ আৱশ্যকতা বুজাই দিবলৈ দীনবন্ধু থিয় হ'ল; গকুলচন্দ্র প্রভৃতিৰ মুখত বিষাদৰ চিন দেখা গ'ল, তেওঁলোকে ইজনে সিজনৰ চকুলৈ চাবলৈ ধৰিলে, সভাপতিও যেন অলপ উদ্বিগ্ন হৈ উঠিল। ঠিক এনে সময়তে গদাৰাম উধাতু খাই লবি আহি সভা-ঘৰত সোমাল। গদাক তেনে অৱস্থাত দেখি দীনবন্ধু বিস্মিত হ'ল; গদা আহি ওচৰ পালতে সুধিলে,—"কি গদা, কি হ'ল ?"

গদা : দেউতা, ক'ৰবাৰ মানুহ এটা আহিল, লৰোঁতে লৰোঁতে তাৰ উশাহেই নোহোৱা হৈ আহিছে। সি মোক এই চিঠিখন দি কাবৌ কোকালিকৈ ক'লে যোনে এতিয়াই এইখন দেউতাক দেখৈ, এখন্তেক পলম হলেই সর্ব্বনাশ হব, মই ব'ব নোৱাৰোঁ

—এই বুলি সি সিফালে লৰ মাৰিছে, ময়ো একো বুজিব নোৱাৰি দেউতাৰ ওচৰলৈ লৰি আহিছোঁ। দেউতা, মানুহটোৰ বৰ বিপদ হ'ব পায়।

দীনবন্ধুৱে চিঠিখন লৈ পঢ়িলে; এটা উৎকণ্ঠা আৰু বিষাদৰ চিন তেওঁৰ মুখত বিয়পি পৰিল। তেওঁ গদাৰ কাণত কিবা এটা কৈ তাক ভেতিয়াই পঠিয়াই দিলে। তাৰ পিচত সভাপতিৰ ওচৰলৈ গৈ চিঠিখন দেখুৱালে। সভাপতিয়ে চিঠিখন পঢ়ি ক'লে,—"কি কৰিব! নগলে নহয় যেতিয়া, যাবই লাগিব। সভালৈ চালে আপোনাক এবাটোও টান; কিন্তু সিটো যে আৰু টান—জীৱন-মৰণৰ কথা। সভাৰ কার্য্য স্থগিত ৰাখিব পাৰি, কিন্তু সিফালেতো স্থগিত নাথাকে।"

সভাপতিৰ অনুমতি পাই দীনবন্ধুৱে বাইজলৈ চাই ক'লে,—"মাননীয় ভাণ্ডৰীয়া আৰু সমনীয়া ভাই-ভনীসকল, হঠাৎ মোলৈ এনে এটা কার্য্যৰ আহ্বান আহিল, যাক এক মুহূর্ত্তৰ নিমিত্তেও অৱহেলা কৰিব নোৱাৰি; সেই কাৰণে মই অতি দুখেৰে আপোনালোকৰ ওচৰত বিদায় লবলৈ বাধ্য হলোঁ। আপোনালোকে মোক ক্ষমা কৰি সভাৰ বাকী কর্ত্তব্য শেষ কৰক।"

এইদৰে কৈ তেওঁ এটা কাকতৰ টোপোলা প্রভাৱতীৰ হাতত দিলে। ঠিক এনে সময়তে হাতত এটা দৰবৰ বাকচ লৈ এখন টিকাগাড়ীৰে সৈতে গদাৰাম আহি "টাউন হলৰ" সন্মুখত উপস্থিত হ'ল। দীনবন্ধু ওলাই গ'ল আৰু গৈ থাকোঁতেই কাগজ এডোখৰত কিবা লিখিলে। গাড়ীৰ ওচৰ পাই কাগজ ডোখৰ গদাৰ হাতত দি ক'লে—"তই এইখন লৈ এতিয়াই আদালৈ যা"।

এইদৰে কৈয়েই গদাৰ হাতৰ পৰা বাকচটো

লৈ দীনবন্ধু একে জঁাপেই গাড়ীত উঠিল। কোচো-ৱানক ক'লে—"জানৰ পাৰলৈ"। কোচোৱানে গাড়ী চলাই দিলে।

জানৰ পাৰৰ কেইবা জনো মানুহ সভালৈ আহি-ছিল। দীনবন্ধুক তেওঁলোকৰ গাৰ্ডলৈ তেনে ভাবে যোৱা দেখি কিবা বিপদ ঘটিল বুলি তেওঁলোকেও সভা এৰি লৰ দিলে।

এই ঘটনা হোৱাত প্ৰায় মানুহৰে মুখ বিষণ্ণ হৈছিল; সভাপতিৰ বা তেওঁৰ দলৰ কিন্তু কাৰো মুখত বিষাদৰ চিন নাছিল। আন কি গকুলচন্দ্ৰৰ মুখত স্পষ্টকৈ হাঁহিয়ে দেখা দিছিল।

দীনবন্ধু যোৱাৰ পিচত সমজুৱাসকললৈ চাই সভাপতিয়ে ক'লে—"ৰাইজসকল, আমাৰ কাৰ্য্যৰ মাজত হঠাৎ বিঘিনি ঘটাটো বৰ দুখৰ বিষয় সন্দেহ নাই; কিন্তু এতিয়া যেনেকৈ হওক, সভাৰ কাৰ্য্য শেষ কৰা বাঞ্ছনীয়।

প্ৰভা : সভাপতিৰ অনুমতি পালে মই একেষাৰ কথা ক'ব খোজোঁ।

সভাপতি : ক'ব পাৰে।

প্ৰভা : সকলো ৰাইজে জানে এই সভাৰ আহ্বানকাৰী কোন আৰু তেওঁ কেনে মানুহ। তেওঁ নিঃস্বাৰ্থভাবে সদায় ৰাই-জৰ কাম কৰি আহিছে। শিক্ষাৰ যোল তেওঁতকৈ কোনোবাই বেছি বুজে বুলি মোৰ বিশ্বাস নহয়। তেওঁ নিজে উচ্চ-শিক্ষাত শিক্ষিত, একালে ইংৰাজী শিক্ষাত যেনে পণ্ডিত, আনকালে তেনে-কৈয়ে প্ৰাচীন-শাস্ত্ৰাৱলী আৰু সংস্কৃত সাহিত্যতো সুপণ্ডিত। অকল সেয়ে নহয় তেওঁ নিজে শিক্ষক আৰু তিনি চাৰিখন নৈশ বিদ্যালয়ৰ সংস্থাপক। এই ন-পুৰণিৰ সন্মিলনত তেওঁৰ উপ-দেশ নিশ্চয় মূল্যবান হ'ব। ৰাইজ-সকল, মই সেই বিষয়ে বেছিকৈ ক'ব নোখোজোঁ; কাৰণ তেওঁৰ বিষয়ে মোতকৈ আপোনালোকেই বেছিকৈ জানে। তেওঁৰ ওপৰত আপোনালোকৰ সম্পূৰ্ণ বিশ্বাস আছে দেখিহে আজিৰ সভাই এনে সফলতা লাভ কৰিছে। তেনে জন মানুহৰ অনুপস্থিতিত বিদ্যালয় স্থাপন সম্বন্ধে কোনো কথাৰ মীমাংসা কৰা উচিত নহয় বুলিয়েই মই বিবেচনা কৰোঁ! সেই কাৰণে মই কওঁ আজিৰ সভা স্থগিত থাওক।

সকলোৱে তাতে হয় দিলে আৰু এনে প্ৰস্তাৱ কৰাৰ বাবে প্ৰভাৱতীকো ধন্যবাদ দিলে। সভাপতি প্ৰমুখ্যে তেওঁলোকৰ দলৰ সকল উখিন্ন হৈ উঠিল।

অলপ ভাবি সভাপতিয়ে কলে,—"আপোনা-লোকে উপযুক্ত প্ৰস্তাৱকেই কৰিছে, কিন্তু তাত এটা লেঠা আছে। এনেবোৰ কাম আধা কৰাকৈ এৰিলে প্ৰায়ে নষ্ট হয়। বেছি নকওঁ, উপযুক্ত কাৰ্য্যকাৰক নিযুক্ত কৰা নহলে আজিৰ টকা-কড়ি, ছিতাপ-পত্ৰ-বোৰকেই বা কাক গতাই দিব? এইবোৰ কথা ভাবি চাৱেই শইকীয়াদেৱে যাবৰ সময়ত আজিৰ ভিতৰতে কাৰ্য্যকাৰক নিযুক্ত কৰিবলৈ নঢ়াই-নঢ়াই কৈ গৈছে; অকল মোকেই নহয়, আপোনালোককো অনুৰোধ কৰি গৈছে।

সভাপতিৰ কথাত সমজুৱাৰ আপত্তি উঠি গ'ল। তেতিয়া সভাপতিয়ে তুৰন্ত নিয়ম-প্ৰণালী গঠন কৰিবলৈ সকলোকে অনুৰোধ কৰিলে।

প্ৰস্তাৱতীয়ে তেতিয়া থিয় হৈ কলে,—মাননীয় শইকীয়া ভাণ্ডাৰীয়াই গোটাচেৰেক নিয়ম গঢ়ি আনিছিল ; মোৰ বোধেৰে সেয়ে যথেষ্ট হ'ব। আপোনালোকে মন দি শুনক।—

## নিয়মাৱলী

১। এই বিদ্যালয় স্ত্ৰী-শিক্ষাশ্ৰম নামেৰে অভিহিত হ'ব।

২। আশ্ৰমৰ কাৰ্য্য চলাবলৈ এখন সমিতি থাকিব লাগিব ; তাত সভ্যৰ সংখ্যা হ'ব সাত জন, বিদ্যালয়ৰ প্ৰধান শিক্ষক বা শিক্ষয়িত্ৰী তাৰে এজন হ'ব লাগিব।

৩। এই সভ্যকেইজনৰ এজনৰ গাত চেক্ৰেটাৰীৰ ভাৰ থাকিব ; আশ্ৰমৰ টকা-কড়ি, আই-ব্যয়ৰ হিচাব তেওঁৰ হাতত থাকিব ; কিন্তু সমিতিৰ অনুমতি নোলোৱাকৈ তেওঁ একেলগে ৫৲ টকাৰ বেছি খৰচ কৰিব নোৱাৰিব। বাকী টকা ডাকঘৰত ৰাখিব লাগিব। সভ্যসকলে যেতিয়াই তেতিয়াই হিচাব পৰীক্ষা কৰিব পাৰিব।

৪। চেক্ৰেটাৰীৰ সৈতে যেই সেই চাৰিজন সভ্য উপস্থিত থাকিলেই সমিতি বহিব পাৰিব।

৫। প্ৰধান শিক্ষক বা শিক্ষয়িত্ৰীয়ে আশ্ৰমৰ খৰচত এটা উপযুক্ত ঘৰ পাব লাগিব আৰু সি আশ্ৰমৰ লগত সংলগ্ন থাকিব লাগিব।

৬। আশ্ৰমৰ কাৰ্য্য চলাবলৈ আৰু ছোৱালী অনা-নিয়া কৰিবলৈ অন্ততঃ দুজন চৌকিদাৰ বা চৌকিদাৰনী থাকিব লাগিব। তাৰে এজন আশ্ৰমতে থাকিব লাগিব ; সেইবাবে আশ্ৰমৰ খৰচত এটা ঘৰ পাব পাৰিব।

৭। স্থায়ীভাবে আশ্ৰমৰ ঘৰ-দুৱাৰ হৈ নুঠালৈকে কেৰেয়া ঘৰত আশ্ৰমৰ কাৰ্য্য চলাব লাগিব।

৮। আশ্ৰমত সম্প্ৰতি নিম্ন প্ৰাইমাৰীৰ জোখেৰে লিখা-পঢ়া শিকোৱা হ'ব ; তাৰ লগতে স্বাস্থ্যৰক্ষা সম্পৰ্কীয় শিক্ষাও হ'ব লাগিব। সূতা-কটা, তাঁত-বোৱা, সকলোৱে শিকিব লগা বিষয় হ'ব। সঙ্গীত আৰু চিত্ৰ বিদ্যাৰো চৰ্চ্চা থাকিব লাগিব।

৯। গৱৰ্ণমেণ্ট বা বোৰ্ডৰ কোনো সাহায্য বা নিয়মকাৰণ গ্ৰহণ কৰা নহ'ব। ই জাতীয় বিদ্যালয়-স্বৰূপে চলিব লাগিব।

১০। বিদ্যালয়ত যদি শিক্ষক নাইবা বৃদ্ধা শিক্ষয়িত্ৰী নিযুক্ত হয় তেন্তে চলন-ফিৰণ সম্পৰ্কে কোনো ধৰা-বন্ধা নিয়ম নাথাকিব। বিবাহিতা যুৱতী হলে যদি স্বামীৰ লগত থাকে, অথবা অবিবাহিতা হলেও যদি মাক বাপেক নাইবা ককায়েকৰ লগত থাকে, তেন্তে বিশেষ নিয়ম নাথাকিব ; কিন্তু যদি স্বাধীনা শিক্ষয়িত্ৰী হয়, তেন্তে তলত দিয়া নিয়মৰ তলতীয়া হ'ব লাগিব।

(ক) তৃতীয় ব্যক্তিৰ অনুপস্থিতিত কোনো মতা মানুহক অভ্যৰ্থনা কৰিব নোৱাৰিব।

(খ) বিশেষ আত্মীয় মানুহ নহলে অথবা কোনো বেমাৰে-উমাৰে আৱশ্যক নহলে, ৰাতি শিক্ষয়িত্ৰীৰ ঘৰলৈ কোনো মতা মানুহ যাব নোৱাৰিব।

(গ) লগত বিশ্বাসী সহচৰ নোহোৱাকৈ শিক্ষয়িত্ৰী অকলৈ য'তে ত'তে ফুৰিব নোৱাৰিব।

১১। কেতিয়াবা আৱশ্যক হলে এই নিয়মবোৰৰ সালসলনি ঘটিব পাৰিব।

নিয়মাৱলী পঢ়া শেষ হ'লত সভাপতিয়ে সমজুৱা-সকলক মন্তব্য প্ৰকাশ কৰিবলৈ অনুৰোধ কৰিলে।

প্ৰথমেই গকুল উকীলডাঙৰীয়াই কবলৈ ধৰিলে—"মোৰ মতে নিয়মৰ ওপৰৰ কেইটা সিমান বেয়া

হোৱা নাই, কিন্তু শেষৰ কেইটা নিতান্ত অশোভন আৰু আপত্তিজনক হৈছে। প্ৰথমতে চাওক, আমাৰ মানুহ দুখীয়া, কোনোমতে স্কুলখন পাতি গৱৰ্ণমেণ্টলৈ আবেদন কৰিলে নিশ্চয় সাহায্য পাম, লগতে মিউনিচিপেলিটি আৰু লোকেলবোৰ্ডৰ পৰাও কিছু টকা পোৱা যাব; তেনেস্থলত সেইবোৰ সাহায্য নালাগে বোলাটো মোৰ মতে বলিয়ালি আৰু তেনে কৰিলে স্কুল বেছি দিন চলা অসম্ভৱ। সেই দেখি সেই নিয়মটো উঠাই দিব লাগে। তাৰ পিচত শিক্ষয়িত্ৰীৰ সম্পৰ্কে বন্ধা নিয়মকেইটা নিতান্ত অপমানজনক। মোৰ বোধেৰে কোনো আত্মসন্মান থকা শিক্ষিতা মহিলাই তেনে নিয়মৰ বশবৰ্ত্তিনী হৈ কাম নকৰে। সেই কাৰণে সেই কেইটা নিয়মো বাদ দিব লাগে।"

সৰ্ব্বানন্দ প্ৰভৃতিয়েও উকীলৰ কথা সমৰ্থন কৰিলে।

উমাকান্তও সেই সভাত উপস্থিত আছিল; তেওঁ উকীলৰ কথাৰ প্ৰতিবাদ কৰি সেই নিয়ম কেইটাৰ আৱশ্যকতা প্ৰতিপন্ন কৰিলে। তেতিয়া দুয়োপক্ষৰ বহুতো তৰ্কবিতৰ্ক হ'ল। কিন্তু সৰহভাগ সমজুৱাই কোনটো ভাল, কোনটো বেয়া একোকে ঠিক কৰিব পৰা নাছিল; মাত্ৰ বুজিছিল যে দীনবন্ধুৰ কথামতেই কাম হ'ব লাগিব। শেহত একো মীমাংসা হৈ নুঠা দেখি সভাপতি উঠিল আৰু এটা দীঘলীয়া বক্তৃতা দি শেহত ক'লে—"মোৰ বিশ্বাস এই নিয়মকেইটা বান্ধোতে ভালকৈ ভাবি চাবলৈ শইকীয়াদেৱে যথেষ্ট সময় পোৱা নাছিল। সেই দেখিয়েই লৰালৰিকৈ এই নিয়মকেইটা লিখি আৱশ্যকমতে ইয়াত সাল-সলনি কৰিবলৈ দৈ আহিছিল। নিয়মকেইটাৰ শেষত যে সাল-সলনি ঘটিব পাৰিব বুলি লিখিছে, তাৰ পৰাই বুজা গৈছে তেওঁ নিজেও নিয়মকেইটা ভাল পোৱা নাছিল। আন কি, তেওঁ এতিয়া উপস্থিত থকা হলে নিজেই তাৰ পৰিবৰ্ত্তন কৰিলেহেঁতেন বুলি মোৰ বিশ্বাস। তাৰ উপৰি আজিৰ সভাত গৃহীত হলেই যে কোনো নিয়ম আগলৈ লৰাব পৰা নাযাব, এনে নহয়। আপোনালোকৰ ইচ্ছা হলে কালিলৈকে বেলেগ নিয়ম কৰিব পাৰিব। তেনেস্থলত মিছা তৰ্কৰ প্ৰয়োজন কি? মোৰ মতে এতিয়া উকীলে কোৱামতেই কাৰ্য্য কৰা হওক। যদি শইকীয়াদেৱে তাত আপত্তি কৰে আৰু আপোনালোকৰো ইচ্ছা হয়, তেন্তে পিচত যি হয় সাল-সলনি কৰিব।"

সভাপতিৰ কথাত কোনেও আপত্তি নকৰিলে; গতিকে সেইমতেই কাৰ্য্য হ'ল।

তাৰ পিচৰ কাৰ্য্য আছিল—সমিতিৰ সভ্য নিৰ্ব্বাচন। সৰ্ব্বানন্দ থিয় হৈ ক'লে,—"মই প্ৰস্তাৱ কৰোঁ শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত কমলচন্দ্ৰ বাজখোৱা, গকুলচন্দ্ৰ দাস, গদাধৰ শৰ্মা, কৃষ্ণকুমাৰ কাকতী আৰু তপেশ্বৰ বৰা তাঙৰীয়া সমিতিৰ সদস্য নিযুক্ত হওক।"

বহুতো সমজুৱাই "সদস্যৰ" মানেই বুজা নাছিল; গতিকে দেখাদেখি চাপৰি বজাই প্ৰস্তাৱটো সমৰ্থন কৰিলে। তথাপি এই মানুহকেইটা একেলগ হোৱা দেখি বহুতৰ মনত কিবাকিবি সন্দেহ জন্মিছিল।

তাৰ পিচত তপেশ্বৰ উঠি ক'লে—"নিয়মমতে সভ্য সাতজন হ'ব লাগে; এতিয়া হ'ল পাঁচজন, প্ৰধান শিক্ষক বা শিক্ষয়িত্ৰীৰে হ'ব ছজন, আৰু এজন লাগে। মই প্ৰস্তাৱ কৰোঁ মাননীয় সভাপতি শ্ৰীযুক্ত সৰ্ব্বানন্দ দত্তৰ দ্বাৰা সেই জনৰ ঠাই পূৰ হওক।"

আগৰ দৰেই এই প্ৰস্তাৱো গৃহীত হ'ল।

তেতিয়া আকৌ সভাপতিয়ে ক'লে,—"এতিয়া এই সভ্য কেইজনৰ ভিতৰত একজন চেক্ৰেটাৰী বাছি ঠিক কৰিলেই আমাৰ কাৰ্য্য শেষ হয়। আপোনালোকে যাকে উপযুক্ত বিবেচনা কৰে তেওঁকেই চেক্ৰেটাৰী পাতক।"

এজন সমজুৱা উঠি ক'লে—"আমাৰ বিশ্বাস, এই গোটেই জিলাখনৰ ভিতৰত শ্ৰীযুক্ত দীনবন্ধু শইকীয়াতকৈ বেছি উপযুক্ত মানুহ কোনো নাই। এতেকে তেওঁৰ গাত এই ভাৰ দিলেই সকলোৱে আনন্দ পাব।"

কৃষ্ণকুমাৰ—মই ভাবিছোঁ এনে কামলৈ সংসাৰৰ অভিজ্ঞতা থকা বয়সিয়াল মানুহ লাগে। দীনবন্ধু হৈছে দুগ্ধকণ্ঠ বালক, তেওঁৰ পৰা কাম হ'ব নোৱাৰে। উদ্ভিদ্‌তত্ত্বমতে দেখা যায়, অপইতা বাঁহ যিমান ডাঙৰ হওক, সহজে পচি যায়; কিন্তু পৈণত বাঁহ সৰু হলেও বহুত দিন টিকে। আকৌ বেছি-দিনীয়া আম-কঁঠালৰ পৰা যিমান গুটি পোৱা যায় পুলি গছৰ পৰা সিমান আশা কৰিব নোৱাৰি। পুৰাতত্ত্বমতেও বুঢ়া ভীষ্মক কোনেও বলে নোৱাৰিছিল; কিন্তু ডেকা অভিমন্যুক বেছত সুমুৱাই দিলতে ওলাব নোৱাৰি মৰিল। সমাজতত্ত্বমতেও যিমান কি লাও ডাঙৰ হওক, তেও পাতৰ তল।

এনেতে সভাপতিয়ে ক'লে, —"আপোনালোকে এতিয়াই সকলো নিয়ম প্ৰাণালী ঠিক কৰি সভা নিযুক্ত কৰিছে। সেই নিয়মমতেই নিৰ্ব্বাচিত সভ্যৰ বাহিৰে আন কোনো চেক্ৰেটাৰী হ'ব নোৱাৰে।"

সমজুৱা—তেনেহলে নিৰ্ব্বাচিত সভ্যৰ ভিতৰত এজনে নিজৰ নাম উঠাই লওক, আৰু তেওঁৰ ঠাইত শইকীয়া ডাঙৰীয়াক লোৱা হওক।

এইবাৰ গকুলচন্দ্ৰৰ খং উঠি প'ল, তেওঁ ঘপহ কৰে উঠি ক'বলৈ ধৰিলে,—"বক্তাৰ কথা অতিশয় আপত্তিজনক। তেওঁৰ মতে দীনবন্ধুৰ বাহিৰে আন-বোৰ মানুহেই নহয়।"

সভাপতিয়ে দেখিলে কথা কোনোবা ফাললৈহে ঢাল ললে। তেওঁ উকীলক বহিবলৈ দি কবলৈ ধৰিলে—বাইজসকল, আমাৰ সকলোৰে উদ্দেশ্য হ'ব লাগে কেনেকৈ আমাৰ কাৰ্য্য সুসম্পন্ন হয়। ইয়াত তৰ্ক বিতৰ্কৰ প্ৰয়োজন নাই! আপোনালোকে শইকীয়া ডাঙৰীয়াৰ বিষয়ে যি কৈছে তাক কোনেও দুই কৰিব নোৱাৰে। বাইজৰ কামত তেওঁ প্ৰাণ পৰ্য্যন্ত দিব পাৰে। কিন্তু আমি অকল আমাৰ সুবিধালৈকে চাই, তেওঁৰ মূৰত বলে নোৱৰাকৈ বোজা তুলি দি হত্যা কৰা জানো উচিত? তেওঁ বাজহুৱা কামৰ ভৰত মূৰ তাঙিব নোৱৰা হৈছে, খাব-শুবলৈ সময় নোপোৱাত পৰিছে; মোৰ বোধেৰে এনে অৱস্থাত তেওঁৰ মূৰত আৰু কামৰ বোজা জাপি নিদি, আপোনালোকে তেওঁৰ কাম কিছু পাতলাবলৈ যত্ন কৰা হে উচিত। আপোনালোকে দেখিছে, আমাৰ দেশত যেয়ে বাইজৰ নিমিত্তে দেহে-কেহে খাটে, তেওঁৰেই অকাল-মৃত্যু হয়। কিয় হয়? কাৰণ আমাৰ দেশত তেনেকৈ কাম কৰোঁতা মানুহৰ সংখ্যা নিচেই তাকৰ। ইকালে বাইজে চল পালে একেজনৰ মূৰতে বলে নোৱৰাকৈ কামৰ বোজা তুলি দিয়ে। তেওঁলোকেও কোনো আপত্তি নকৰি, আহাৰ-নিদ্ৰা পৰিত্যাগ কৰি বাইজৰ কামত প্ৰাণ-পণে লাগি যায়। তাৰ ফলতেই সোনকালে স্বাস্থ্য-ভঙ্গ হৈ অকালমৃত্যুৰ মুখত পৰে। শইকীয়া ডাঙৰীয়াৰ গাত এতিয়া ইমানবোৰ বাজহুৱা কামৰ ভাৰ যে সেয়ে দুই-তিনিজন মানুহলৈ যথেষ্ট হয়; তাৰ

গুণৰত আকৌ দায়িত্বপূর্ণ কামৰ ভাৰ দিবলৈ হ'লে মোৰ বোধেৰে তেওঁক জানি-শুনি হত্যা কৰা হে হ'ব। এই প্ৰসঙ্গতে মই এটা সূচাই দিওঁ—এই জিলাত বহুতো শিক্ষিত মানুহ আছে; কিন্তু শইকীয়াদেৱৰ দৰে তেওঁলোকৰ স্বাভাৱিক কৰ্ম্ম-কুশলতা নাই; সেই দেখিয়েই তেওঁলোকৰ উপ-যুক্ততা আপোনালোকে দেখিবলৈ পোৱা নাই। মোৰ বিশ্বাস, যদি সেইবোৰ মানুহক আপোনালোকে বাজহুৱা কামৰ ভাৰ দিয়ে তেন্তে অলপ দিনৰ ভিতৰতে বহুতো উপযুক্ত মানুহ গঢ়ি তুলিব পাৰিব। তেতিয়া শইকীয়া ডাঙৰীয়ায়ো অলপ ভত পাব। আপোনালোকে মোৰ কথাখিনি অলপ দকৈ ভাবি চাই, কি হয় স্থিৰ কৰক।

সভাপতিৰ বক্তৃতা শুনি সকলো মৌন হ'ল। তাৰ পিচত যেতিয়া ভগ্নেশ্বৰে গকুলচন্দ্ৰ দাসক চেক্ৰেটাৰী পাতিবলৈ প্ৰস্তাৱ কৰিলে, তেতিয়া কোনেও একো আপত্তি নকৰিলে।

সভাপতি প্ৰথমে কিছু বিষণ্ন হ'ল; তাৰ পিচত ততালিকে পূৰ্ব্বৰ দৰে হৈ কবলৈ ধৰিলে,—"বাছনি অতি উত্তম হৈছে; তেওঁৰ লোকেলবোৰ্ড আৰু মিউনিচিপেলিটিত হাত আছে; চেষ্টা কৰিলে এই দুই বোৰ্ডৰ পৰা সাহায্য লাভ কৰা তেওঁৰ পক্ষে টান নহব; আমিও তেওঁৰ লগত লাগিব পাৰিম।

তাৰ পিচত স্থানীয় থিয়েটৰ হলতে সম্প্ৰতি স্কুল পতাৰ স্থিৰ কৰি প্ৰভাৱতীক তেৰকুৰি টকা দৰমহাত শিক্ষয়িত্ৰী নিযুক্ত কৰা হ'ল। শেহত সকলো টকা-কড়ি, হিচাপ পত্ৰ চেক্ৰেটাৰীক গতাই দি সভা ভঙ্গ কৰা হ'ল।

# দশম অধ্যায়

## জালত পহু

নগৰৰ পৰা প্ৰায় আধা মাইল দূৰৈত আলিৰ দাঁতিত বাট-চ'ৰা এটাৰে সৈতে এটা পদূলি পোৱা যায়। এই বাট-চ'ৰাৰ ভিতৰেদি সোমাই একেবাহে গৈ থাকিলে এটা ফুল-চত লগোৱা বন কৰাৰ চালৰ চ'ৰাত সোমাব পাৰি। তাত থকা চাৰি-পীৰাবিলাকত একে সময়তে আঠ-দহ-জন মানুহ বহিব পাৰে, আৰু কোনোবা আলহী হ'ব খুজিলে একাষে দাঁতিত থকা চালপীৰাখনতে ৰাতি কটাব পাৰে। তেওঁৰ কাপোৰকানিখিনি খুঁটাত লগাই থোৱা পহুৰ শিংকেইটাত অনায়াসে তুলি বা আঁৰি থব পাৰে। তাৰ পিচত অলপ ইফাল-সিফাল কৰিলেই আনকেইটা ঘৰ আৰু বাৰীখনৰ সকলো কথা জানিব পাৰে।

প্ৰথমেই দেখা যায় টিনৰ বৰ ঘৰটো। ইয়াৰ বেৰকেইখন ইটাৰ আৰু পূবে পশ্চিমে দুটা দুৱাৰৰ বাহিৰে কোনো প্ৰকাৰৰ খিৰিকী নাই। এই ঘৰটোৰ মাজৰ কোঠালিটোত কেইবাটাও পেৰা-পেটাৰি আছে; বিশেষকৈ এটা লোহাৰ চন্দুকত বহুতো টকা আছে বুলি মানুহে কয়। বৰচাঙত ধান, মাহ, সৰিয়হ, পাটি, খৰাহি, ডলা-কুলা, আদি হেনো ভৰি আছে। বৰ ঘৰত লগাই সজা মাৰল ঘৰটো বেৰী; তাৰ একোঠালি ভঁৰাল আৰু ইকোঠালিত কেইটামান পেৰা, এখন শয্যা, আৰু উৰা-চেনেকি খঁজৰ আদি গিৰিণীৰ লাগতিয়াল সঁজুলি আছে বুলি জনা যায়। মাৰল ঘৰৰ পেটতে লগাই সজা ৰান্ধনি ঘৰটোও বেলেগ। ইয়াতো দুটা কোঠালি;

পুৱৰটো খোটালিত ভাত-চৰু, পাও-টিচাং আৰু মাজতে ঠগাৰ ওপৰত তুলি থোৱা কীৰ্ত্তন পুথিখনৰ পেৰাটো। ইটো খোটালিত জুহালখন আৰু তাৰ ওচৰতে চাহুৰ টেকেলি, কাঁহী-বাটি আদি আৰু হাকোঁটাত ঘিউৰ টেকেলি, গাখীৰৰ কঁৰীয়া।

এই কেইটা ঘৰৰ বাহিৰেও চ'ৰা ঘৰৰ উত্তৰ কালে এটা ভঁৰাল ঘৰ আৰু নঙলাৰ অলপ দূৰতে এৰুলীয়াকৈ সজা এটা গোহালি ঘৰ আছে।

গোহালিৰ পৰা অলপ আঁতৰত ওচৰা-ওচৰিকৈ এটা গোবৰৰ ৰহা আৰু এটা খেৰৰ মে-জি। ভঁৰালৰ মুখত এটা তুলসী-ভেঁটি আৰু পদূলিত কেইজোপা-মান গোলাপ, তগৰ, গুটিমালী ফুলৰ গছ আছে। বাটচ'ৰাৰ দুয়ো কষে দুজোপা গুলচফুল ফুলি ৰগা হৈ মলমলীয়া গোন্ধে আলিবাটে যোৱা মানুহক বিলাই দিছে।

বাৰীখন ডাঙৰ আৰু তাত নানাপ্ৰকাৰৰ খেতি আছে;—চাপত আম-কঁঠালৰ গছ, মাজত তামোল-পাণৰ গছ, আৰু চালত লাও-কোমোৰা। চাপৰ দাঁতিয়ে দাঁতিয়ে মাটি-কঁঠাল, অমৃতা আৰু কলগছৰ শাৰী দেখা যায়। অ'ত ত'ত খকৰা বেঙেনা, জলকীয়া হালধি আৰু আদাৰ খেতিও আছে। গছৰ গুৰিয়ে গুৰিয়ে, কাঠআলু আৰু চীনা মোৱা আলুৰ ভেঁটিৰ পৰা গজালি ওলাই বাঁহৰ সৰাহে দি বগাই গৈ গছত উঠিছে; টাটীত পূৰৈশাক, মাটিত তিহ-হিবাল আৰু জেওত কেৰেলা-ধুন্দুলি বগাইছে। জিকা-ভোলৰ পুলি কেইটামানো টাটীৰ দাঁতিতে আছে। কিন্তু এতিয়াও বগাবৰ হোৱা নাই।

ঘৰ-দুৱাৰ আৰু বাৰীখন দেখি ঘৰৰ গৰাকীজন চহকী মানুহ বুলি অনুমান হয়।

দুপৰীয়াৰ অলপ পিচতে তপেশ্বৰ বৰা এই পদূলিয়েদি সোমাই গ'ল। চ'ৰা ঘৰৰ মুখ পাই অলপ থিয় দিলে। তাৰ পিচত মাতিলে,—"কান্তিৰাম! অ' কান্তিৰাম! কান্তিৰাম ঘৰত আছ নে?"

"হয় ককাইদেউ, বহক তাতে"—এই বুলি কঁকালত আঠু-মুৰিয়া চুৰীয়া, কান্ধত পানী-গামোচা আৰু হাতত ধোঁৱাখোৱাটোৰে সৈতে কান্তিৰাম ওলাই আহিল।

তপেশ্বৰ : এতিয়া হে ভাত খাইছ নে কি?

কান্তি : হয় ককাইদেউ, মই পৰহিয়েই পামলৈ গৈছিলোঁ। আজি আহি গাটো ধুই এইমাত্ৰ ভাত খাই উঠিলোঁ।

তপেশ্বৰ : মই পৰহিয়েই তোক বিচাৰিছিলোঁ; পিচত পামলৈ গ'ল বুলিলত উভতি গলোঁ। আজি আহিলি নে নাই তাকে বুজ লবলৈ হে আহিলোঁ।

কান্তি : কিয়! কিবা বিশেষ কাম আছে নে কি?

তপেশ্বৰ : বিশেষ কাম আৰু কি? তই নো কি কৰিব খুজিছ, তাকে শুনিম বুলি আহিছিলোঁ।

কান্তি : মই নো আৰু কি কৰিম! যি কৰিছোঁ দেখিয়েই আছে।

তপেশ্বৰ : তাকেই তো ভাবিছোঁ। তইনো বাৰু ইমানখোৰ ধন-সম্পত্তিৰ মালিক হৈ সদায় চহা গাৱঁলীয়াটো হৈয়েই থাকিবি নে? আমি হোৱা হলে ডাঙৰ মানুহ হলোঁহেঁতেন, চৰকাৰৰ ঘৰৰ খিতাপো লৰ্জোঁহেঁতেন।

কান্তি : কেনেকৈ?

তপেশ্বৰ : মোৰ লগত ওলাই গলে সকলো জানিবি। আহ তেন্তে, বাটে বাটে ওলাই যাওঁ।

কাতি : এতিয়া দেখোন বৰ ৰʼদ। বহক এটোপা চাহ খাই লোৱা যাওক।

তপেশ্বৰ : লৰালৰি কৰিলেহে যাব পাৰিম; মই আকৌ কামলৈ যাব লাগিব নহয়।

কাতিৰাম : এৰা আপোনাৰ কামটোৱেই লেভেৰা; দুয়ো বেলা খাটিব লাগে।

তপেশ্বৰ : কি কৰিবি! তইঁতৰ নিচিনা অৱস্থা হোৱা হলে দেখিলিহেঁতেন, ইমান দিনে ৰায় বাহাদুৰ হলোঁহেঁতেন।

"বাৰু মই ভিতৰৰ পৰা আহোঁ"— এই বুলি ধোঁৱাখোৱাটো তপেশ্বৰৰ হাতত দি কাতিৰাম ভিতৰলৈ গʼল। অলপ পিচতে হাতত তামোলৰ বটাটো লৈ কাতিৰামৰ মাক ওলাই আহিল আৰু তপেশ্বৰক তামোল এখন দি সুধিলে,—"কলৈ নো আহিছিলি বোপাই!

তপেশ্বৰ : এনেয়ে হে আহিলোঁ। কিয় আহিবলৈ নিদিয়ে জানো?

কাতিৰ মাক : ঐ আই! কিয়নো আহিবলৈ নিদিম, বোপাই! তই জানো কিবা আমাৰ ভাগৰ ভাত কাঢ়ি খাইছ?

তপেশ্বৰ : মই যেমালি হে কৰিছোঁ; বেয়া নাপাব আকৌ। মই আজৰি পালে এনেকৈ ভু-বতৰা লৈয়েই থাকোঁ।

কাতিৰ মাক : ভাল কৰ বোপাই। তায়েকৰ তইঁতেই বুদ্ধিভৰসা দি নচলালে নো কোনে চলাব। তাৰ নো কি গিয়ান হৈছে!

তপেশ্বৰ : সেইটো আৰু কʼব লাগিছে নে?

এনেতে ভিতৰৰ পৰা ভিকতাৰ মাত শুনা গʼল, "আই, চাহটোপা নিয়কহি।"

মাক উঠি গʼল দুটা বান-বাটিত দুবাটি চাহ-পানী আনি এবাটি তপেশ্বৰক দিলে আৰু এবাটি পুতেকলৈ থলে। এনেতে সাজ-পাৰ পিন্ধি কাতিৰাম ওলাই আহিল। অলপ সময়ৰ ভিতৰতে চাহটোপা খাই তামোল ধঁপাতেৰে মুহুদি কৰি কাতিৰাম তপেশ্বৰৰ লগত ওলাই গʼল।

কাতিৰাম কেকেল্লাই কোচৰ একমাত্র পুত্র। কেকেল্লাই বৰ পৰিশ্ৰমী আৰু অধ্যৱসায়শীল আছিল; সেই কাৰণেই নিতান্ত নিৰক্ষৰ মানুহ হৈও অক্লান্ত পৰিশ্ৰম আৰু ব্যৱসায়-বুদ্ধিৰ বলত নিঃকিন অৱস্থাৰ পৰা চহকীৰ লেখত উঠিব পাৰিছিল। তেওঁ যদিও নিজে লিখা-পঢ়া নাজানিছিল, তথাপি পুতেকক কিছু শিক্ষা দিবলৈ তেওঁৰ ইচ্ছা আছিল সেই দেখিয়েই কাতিৰামক আঠ বছৰমান বয়সত স্কুললৈ পঠাইছিল। কিন্তু কাতিৰামৰ ভাগ্যত কি আছিল কʼব নোৱাৰো, বিদ্যাদেৱীয়ে তেওঁক মোখ সুবুলিলে। স্কুলত সাত বছৰ পঢ়ি তেওঁ কোনোমতে ছপা কিতাপ পঢ়িব পৰা হʼল মাথোন। এনেতে এটা ভেৰপএগ নাচৰ দল ইয়ালৈ আহে। এই দলটোৱে আজি ইয়াত, কালিলৈ তাত, এইদৰে নাচ-গান পাতি ধন ঘটি ফুৰিছিল। এই দলৰ পাচলৈ বহুতো স্কুলীয়া লʼৰাই স্কুল আৰু ঘৰ দুয়োকে এৰিছিল। বাপেকহঁতৰ পোতন টকা কিমান চুৰ কৰিলে তাৰো লেখ-জোখ নাই। কাতিৰামো এই দলৰ ভিতৰতে পৰিছিল। কেকেল্লাইয়ে ছয় কি সাত দিনৰ মূৰত পুতেকক বিচাৰি পাই ধৰি আনিলে আৰু ভালকৈ এচাটিৰি দি হাল বাবলৈ লগাই দিলে। সেইদিনাৰ পৰাই তেওঁৰ স্কুলৰ লগত সম্বন্ধ

হৈছিল। খেতি-বাতিৰ কামতো কান্তিৰাম বৰ পাকৈত নাছিল; মাজে মাজে সমনীয়াৰ লগ পালে ছুটুপি-এটুপি কটিকাতো ধৰিছিল; এইবোৰ দেখি-শুনি বাপেকে সোতৰ বছৰ বয়সতে কান্তিৰামক বিয়া কৰাই দিয়ে। এতিয়া তেওঁৰ ছুৱছুৱীয়া লৰা এটিও আছে। বিয়া কৰোৱাৰ পৰা কান্তিৰামৰ পুৰণি স্বভাৱৰ বাগী কমি গৈছিল।

ফেকেন্দাই মৰা মুঠেই ছুমাহ হৈছে। তেওঁৰ পৰিয়ালত মানুহ এতিয়া তেওঁৰ বিধবা, কান্তিৰাম, কান্তিৰামৰ ঘৈণীয়েক ললিতা আৰু তেওঁলোকৰ এটি শিশু সন্তান। কান্তিৰাম মাবল ঘৰত আৰু মাক বৰ ঘৰত থাকে। পামলৈ অহা-যোৱা কৰাটোত কান্তিৰামে বৰ টান পায়; মাকৰ কেটকেটনিত তত নাপালেহে কেতিয়াবা কেতিয়াবা এদিন দুদিনলৈ যায়।

যি হওক, এতিয়ালৈকে এই ঘৰখন বৰ সুন্দৰকৈ চলি আহিছে। ধান, চাউল, মাহ, সৰিয়হ, গুৰ-গাখীৰ, শাক-পাচলি, টকা-কড়ি—একোৰে অভাৱ নাই। পামত চাকৰিটো হালোৱাই চাৰিখন হাল চলায়েই আছে। খুটিত গৰুৰ সংখ্যা বাঢ়িবই লাগিছে, শাহু-বোৱাৰীৰ ভিতৰত সুন্দৰ মিল আছে। তেনে স্থলত এই সংসাৰ যদি সুখৰ নহয় কেনেকুৱাক নো সুখৰ সংসাৰ বুলিব? অৱশ্যে আগলৈ কি হয় তাক ভগবানৰ বাহিৰে আৰু কোনে জানে!

পদূলি ওলায়েই কান্তিৰামে সুধিলে,—"পিছে বকাইদেউ, আপুনি কিবা ক'ব খুজিছিল নহয়?"

তপেশ্বৰ : এৰা, কথাটো হৈছে পৰহি বাতৰি-কাকতত পঢ়িলোঁ এজন মানুহ চৰকাৰৰ ঘৰৰ পৰা ৰায় চাহাব খিতাপ পাইছে। মানুহজনক আমি চিনি পাওঁ। তেওঁ লিখা-পঢ়াও ভালকৈ নাজানে, আৰু তোৰ সমান ধন সম্পত্তিও নাই। কোনোমতে খেতি-বাতি চলাই পেট-পোহা মানুহ। অকল বুদ্ধিৰ বলতেই তেওঁ ইমান ডাঙৰ মানুহ হ'ল। এই বাতৰিটো পাবৰে পৰা মই ভাবিব লাগিছোঁ বোলোঁ তেৱেঁই যদি ৰায় চাহাব হ'ল আমাৰ কান্তিৰাম নো পৰি থাকিব কিয়? তোৰ অৱস্থা যেনেকুৱা অলপ বুদ্ধি খটাব জানিলেই ৰায় চাহাব হে নালাগে, ৰায় বাহাদুৰ হ'বলৈকো একো টান নহয়।

কান্তিৰাম : তেওঁনো কি বুধি খটাইছিল?

তপেশ্বৰ : তেওঁ ভাল মানুহৰ দৰে সাজ-পাৰ পিন্ধি ডাঙৰ ডাঙৰ মানুহৰ লগত ফুৰিবলৈ ধৰিলে। চঁৰা ঘৰটো ধুনীয়াকৈ কৰি তাক চাহাবি ধৰণেৰে সজালে আৰু ডাঙৰ ডাঙৰ মানুহ মাতি ভোজ দিবলৈ ধৰিলে; মাজে মাজে আৰু তাক ধৰি-মেলি তেওঁৰ সুখ্যাতি বাতৰি কাকতত ছপোৱালে। অলপ দিনৰ ভিতৰতে তেওঁ অকল আমাৰ সমাজত নহয়, চাহাব-সমাজতো জনাজাত হ'ল। তাৰ ফলত এতিয়া তেওঁ ৰায় চাহাব। তয়ো যদি তেনে হব খোজ সেই উপায়কেই ধৰিব লাগিব।

কান্তিৰাম : মই এটা লিখা-পঢ়া নজনা গাওঁলীয়া মানুহ। মই কেনেকৈ ডাঙৰ মানুহৰ লগত মিলিম?

তপেশ্বৰ : মই নো কলোঁ কি, শুনিলি কি? হাতত

ধন থাকিলে ডাঙৰ মানুহ হবলৈ কিমান পৰ লাগে? কৈছেই নহয় বোলে ধনেই ধৰ্ম্মৰ ফল। ধনৰ ওচৰত লিখা-পঢ়াই কিটো কৰিব?

কাতিৰাম : মই এতিয়াও আপোনাৰ কথা ভালকৈ বুজা নাই।

তপেশ্বৰ : তোৰ বুধি সিমান চোকা হোৱা হলে জানো এনে হৈ থাক? শুন তেন্তে কি কৰিব লাগিব। প্ৰথমতে তোৰ নামটো কাতিৰাম কোচ গুচাই কাৰ্ত্তিকচন্দ্ৰ ভূঞা কৰিব লাগিব। ভূঞা হবলৈ তোৰ পূৰা অধিকাৰ আছে; কিয়নো যাৰ ভুঁই আছে সেয়ে ভূঞা। কাৰ্ত্তিকচন্দ্ৰ ভূঞা বুলি তোৰ নামটো শুনিলেই যেয়ে সেয়ে তোক ডাঙৰ মানুহ বুলি ভাবিবই ভাবিব। তাৰ পিচত হৈছে সাজ পাৰ। তোৰ ভাল ধুতি চোলা আছেই; তাৰ লগতে এজোৰ ভাল জোতা-মোজা, এটা ভাল কামিজ, এটা পাটৰ ৰঙীন পাগুৰি এটা ঘৰি আৰু এজোৰ বিত-চকু ললেই তোৰ সাজ-পাৰ দেখি কোনে তোক চহা বুলিবলৈ সাহ কৰিব? নাম আৰু সাজ-পাৰখিনি ঠিক হলেই ডাঙৰ মানুহৰ লগত মিলিবলৈ একো টান নহয়; সেইটো ভাৰ ময়ে লব পাৰোঁ; মুঠেই প্ৰথমতে টকা গোটাচেৰেক খৰচ কৰিব লাগিব। আৰু এটা কথা মনত ৰাখিবি যেন যেই-সেই ডাঙৰ মানুহৰ কাম লৈ অনাহক টকা খৰচ কৰা নহয়। যাৰ পৰা কাম হ'ব, তেনে মানুহ বাছি ল'ব লাগে। মই দেখাত কমলচন্দ্ৰ বাজখোৱা, গকুল উকীল আৰু সৰ্ব্বানন্দক হাতত ললেই হ'ব; তেওঁলোকৰ লগতে যদি তেওঁলোকৰ বন্ধু-বান্ধৱ দুই একজন লব লাগে, তাতো বিশেষ হানি নাই। মই এই কেইজন মানুহ কিয় বাছিছোঁ শুন। এই জিলাৰ ভিতৰত এই তিনিজন মানুহে কৰোঁ বুলিলে কৰিব নোৱাৰা কাম নাই। তাৰ উপৰিও উকীল হৈছে লোকেল বোৰ্ডৰ মেম্বৰ আৰু মিউনিচিপেলিটিৰ কমিশ্যনাৰ; চেষ্টা কৰিলে তোকো তেওঁৰ লগৰীয়া কৰি ল'ব পাৰিব। তাৰ পিচত বাজখোৱা হৈছে বাতৰি কাকতৰ লিখক; তেওঁ যদি মাজে মাজে তোক প্ৰশংসা কৰি কাকতত লিখে, তেনেহলে অলপ দিনতে তই জমিদাৰ কাৰ্ত্তিকচন্দ্ৰ ভূঞা বুলি জনাজাত হবলৈ অলপো টান নহয়। সেয়ে হলেই তাৰ পিচত দুই এবাৰ চীফ কমিশ্যনাৰৰ লগত দেখা কৰিবি, তেতিয়া চাওঁচোন গৱৰ্ণমেণ্টে কেনেকৈ তোক ৰায়-বাহাদুৰ খিতাপ নিদিয়াকৈ থাকে! সৰ্ব্বানন্দকো লগত ৰাখিবলৈ কৈছোঁ এই বাবে যে তেওঁ তোৰ বাপেৰৰ চিনা-জনা মানুহ; নিশ্চয় তেওঁ তোৰ ভালৰ নিমিত্তে চেষ্টা কৰিব আৰু আৱশ্যক হলে টকাকড়িৰ সাহায্যও লোৱা যাব। এতিয়া যদি তই মই কোৱাৰ দৰে কাম কৰ,

তেনেহ'লেই সকলো কাম সিদ্ধি হ'ব। মোৰ ক'ব লগা কথা কলোঁ, এতিয়া তই যি ভাল দেখ কৰি থাক। আমাৰ নো কি লাভ লোকচান আছে! মুঠেই ওচৰচুবুৰীয়া বুলি তহঁতৰ ভাল দেখিলে আমাৰো ভাল লাগে, বং পাওঁ। সেই হে ইমানখিনি কথা কলোঁ।

কান্তিৰাম : মই একো নাজানো ; আপুনি যি কৰিবলৈ কয় তাকে কৰিম।

তপেশ্বৰ : তেনেহলে তই মই কোৱাৰ দৰে সাজ-পাৰ পিন্ধি সন্ধ্যা সময়ত ওলাই থাকিবি ; মই আজিয়েই তোৰ লগত তেওঁলোকৰ চিনাকি কৰাই দিম।

কান্তিৰাম তপেশ্বৰৰ কথাত মান্তি হ'ল আৰু ৰায় বাহাদুৰ হোৱাৰ স্বপ্ন দেখিবলৈ ধৰিলে। তপেশ্বৰ বং মনেৰে কৰ্ম্মক্ষেত্ৰলৈ গ'ল।

# একাদশ অধ্যায়

## ষড়যন্ত্ৰ

সভাৰ পৰা ওলাই দীনবন্ধু জানৰ পাৰলৈ গৈছিল। তাত মৎস্যজীৱী-সকলৰ বাস। তেওঁ গোনেই গাওঁবুঢ়াৰ ঘৰত উপস্থিত হ'ল ; গাওঁবুঢ়াই তেওঁক আগবঢ়াই নি বহিবলৈ দিলে।

দীনবন্ধুৱে ক'লে,—"এতিয়া বহিবলৈ সময় নাই ; তোমালোকৰ গাৱঁত কাৰ কাৰ ঘৰত জুই লাগিছে ?"

গাওঁবুঢ়া : জুই। আমাৰ গাৱঁত!

দীন : এৰা, তোমালোকৰ গাৱঁতে। তুমি তেনেহলে একোকে নাজানা!

গাওঁবুঢ়াই বিস্ময়-চকুৰে দীনবন্ধুলৈচাই সুধিলে,—"কেতিয়াৰ পৰা হৈছে ?"

দীন : দুপৰৰে পৰা বোলে দুটা মৰিছে আৰু পাঁচ—ছজনমান পৰি আছে।

গাওঁবুঢ়া : আপোনাক কোনে এনে খবৰ দিছিল ?

দীন : কিয় ?

গাওঁবুঢ়া : তেনেই মিছা কথা। আমাৰ গাৱঁত এই আধা ঘণ্টা আগলৈকে কোনো বেমাৰ নাছিল বুলি মই থিবাংকৈ জানো। মই দুপৰীয়া খাই-বৈ উঠি-য়েই ঘৰে ঘৰে এখন পৰোৱানা জাৰি কৰি ফুৰিছিলোঁ ; আপোনাৰ আগে আগে মাত্ৰ ঘৰ সোমাইছোঁ। এই কামত ঘূৰোঁতেই মই আজি সভা-লৈকো যাব নোৱাৰিলোঁ।

দীনবন্ধু চিন্তিত হ'ল। এনে মিছা খবৰ দিয়াৰ পৰা কাৰ কি লাভ, তেওঁ স্থিৰ কৰিব নোৱাৰিলে। আকৌ ভাবিলে কিজানি গাওঁবুঢ়াৰেই ভুল হৈছে।

এনেতে সভাৰ পৰা তেওঁৰ পিচত অহা মানুহ কেইটাও তালৈকে আহিল। সিহঁত লৰি আহিছিল, দীনবন্ধুৰ ওচৰ পাই সিহঁতে একেলগেই সুধিলে,—"দেউতা! কি হ'ল! আপুনি সভা এৰি আমাৰ গাৱঁলৈ অহা দেখি কিবা বিপদ ঘটিল বুলি আমিও লৰি আহিলোঁ। পিচে কি নো হ'ল ?"

দীনবন্ধুৱে সকলো কথা যথাযথ বৰ্ণনা কৰিলে। মানুহকেইটাই কলে,—"ই কোনোবা দুষ্ট মানুহৰ কাম ; মিছাকৈয়ে আপোনাক কষ্ট দিলে। চিঠিত নো কাৰ নাম দিছিল ?"

দীন : নাম কাৰো নাই। অকল তোমা-লোকৰ গাৱঁৰ বাইজ বুলি লিখা

আছিল। আগে-পিচেও বহুতো গাওঁৰ মানুহে তেনেকৈয়ে খবৰ দিয়ে; সেই দেখি সন্দেহ কৰিবলৈ নহ'ল। তাতে অলপ সন্দেহ হলেও এনেবোৰ বিষয় অৱহেলা কৰিব নোৱাৰি ; কিয়নো সঁচা হলে যে পলম কৰাৰ পৰা বিপদ ঘটিব।

তেতিয়া সকলোৱে এই অজ্ঞাত দুৰ্জ্জনক শাও-শপনি দি মনৰ খং কিছু মাৰ নিয়ালে। এনেতে সেৱাশ্ৰমৰ পৰা বিলাতী পানীৰ বটল, গন্ধক ধূনাৰ টোপোলা, কৰ্পূৰৰ চিচা ইত্যাদি লৈ চাৰিজন সেৱক উপস্থিত হ'লহি। দীনবন্ধুৱে তেওঁলোকক সকলো কথা কৈ উভতি যাবলৈ ক'লে আৰু ভৱিষ্যতলৈ গাওঁৰ জনা-শুনা মানুহ এজনৰ চহি নহলে কোনো সংবাদ গ্ৰাহ্য কৰা নহব বুলি গাওঁবিলাকত প্ৰচাৰ কৰি দিবলৈ উপদেশ দিলে। তাৰ পিচত গাওঁবুঢ়া আৰু মানুহ কেইটা লগত লৈ গাওঁৰ আলি-পদূলি, পুখুৰী, চুৱা-পাতনি আদি চাই য'ত যি সংস্কাৰ কৰিব লাগে সকলোকে বুজাই দিলে।

মানুহকেইটাই ক'লে,—"দেউতাই আমাৰ গাওঁলৈ চকু দিয়ৰে পৰা আমাৰ ইয়াত বেমাৰ-আজাৰ কম। আগেয়ে আটাইতকৈ আগেয়ে আমাৰ গাওঁতে মাউৰ লাগিছিল; কিন্তু দেউতাই সেইবাৰ বাইজ গোটাই বাট—পদূলি ভাল কৰাই আৰু পুখুৰী খনাই বেৰা দিয়াই; দিয়াৰ পৰা আজি তিনি বছৰ এই বেমাৰটো আমাৰ গাওঁত সোমোৱা নাই।" দেউতাই যদি সেইবাৰ দিনে ৰাতিয়ে খিণ-ভয় সকলো এৰি মালাপিলাইহেঁতেন, তেনেহলে সেইবাৰেই এই খন গাওঁ উজাৰ হ'লহেঁতেন।"

দীন ঃ খোৱা কথা বাওক, সেইবোৰ নালাগে। এতিয়া মই কোৱাৰ দৰে কাম কৰিবলৈ নাপাহৰিবা মাখোন।"

তেতিয়া প্ৰায় সন্ধ্যা হৈছিল। দীনবন্ধুৱে মানুহ-কেইটাৰ পৰা বিদায় লৈ সোণাৰি গাওঁৰ ফালে খোজ ল'লে। তাত প্ৰথমতে এখন দোকানত মাই গাওঁৰ সবিশেষ খবৰ ল'লে আৰু দোকানলৈ অহা মানুহ-বিলাকক সময়োপযোগী সতৰ্কতা লবলৈ সাৱধান কৰি দিলে। সেই গাওঁত এখন নৈশ বিদ্যালয় আছিল; তেওঁ দোকানতে অলপ চাহ-জলপান খাই তাত পঢ়াবলৈ গ'ল; প্ৰায় দুঘণ্টা সময় শিক্ষা দিয়াৰ পিচত তেওঁ শিক্ষক কেইজনক কিবাকিবি উপদেশ দি দহমান বজাত ঘৰলৈ উলটিল।

এঘাৰ বজাৰ সময়ত দীনবন্ধু ঘৰ পালেহি। গজাই তেতিয়া ভাতপানী বাঢ়ি পদূলি ভলাই বাটলৈ চাই আছিল। দীনবন্ধু বেমাৰীৰ ওচৰলৈ গৈছিল বুলি সি জানিছিল, আৰু সেই বাবেই সিও বৰ উদ্বিগ্ন হৈ আছিল।

ঘৰ পাই দীনবন্ধুৱে কাপোৰ-কানি সলালে আৰু হাত-মুখ ধুই ভাত খালে। খোৱা শেষ হ'লত মুহদি কৰি এখন্তক বাহিৰত ইকাল-সিকালকৈ কটাই পাটীত পৰিল; কিন্তু তেওঁৰ ভালকৈ টোপনি নাহিল। দিনৰ ঘটনাৱলী পুনঃ পুনঃ মনত পৰিবলৈ ধৰিলে; কিন্তু কোনো মতেই তাৰ মীমাংসা হৈ নুঠিল।

ৰাতিপুৱা সোনকালে তেওঁ শোৱাৰ পৰা উঠিল; তেওঁ যোৱাৰ পিচত সভাত কি হ'ল, তাক জানিবলৈ তেওঁ বৰ উদ্বিগ্ন হৈছিল। তেওঁ প্ৰাতঃকৃত্য শেষ কৰি এবাৰ উমাকান্তক বিচাৰি যাবলৈ ওলাল; এনেতে প্ৰেমাৱতীৰ পৰা এখন দীঘলীয়া চিঠি পালে। চিঠিত দীনবন্ধুৱে জানিব খোজা সকলো কথাৰ বিস্তৃত বিৱৰণ আছিল আৰু দীনবন্ধুৰ যি কামত আজাৰ

পৰা যাৰ লগা হৈছিল, তাৰ সবিশেষ বাতৰিও সোধা হৈছিল; চিঠিখনত এটা আকুলতাৰ ভাৱ ব্যক্ত হৈ পৰিছিল। সামবণিত লিখিছিল,—"আপোনাক মই অন্তৰেৰে সৈতে শ্ৰদ্ধা-ভক্তি কৰোঁ; আপুনিও মোক মৰম কৰে; সেই কাৰণে আপুনি মোক আপুনি বুলি সম্বোধন কৰাত কেনেবা কেনেবা লাগে। যদি আপোনাৰ কোনো আপত্তিৰ কাৰণ নাথাকে, তেনেহলে মোক এতিয়াৰ পৰা তুমি বুলি সম্বোধন কৰিলে সুখী হ'ম।"

চিঠিখন পঢ়ি সভাৰ শেষ ফল জানিব পাৰি দীনবন্ধুৰ বুজিবলৈ বাকী নাথাকিল—কাৰ ষড়যন্ত্ৰত তেওঁ আঁতৰ হ'ব লগা হৈছিল। বিদ্যালয়ৰ সম্পৰ্কৰ পৰা তেওঁক নিলগাই ৰখাই যে সেই মিছা চিঠিৰ উদ্দেশ্য আৰু সেই উদ্দেশ্যৰ লগত যে ষড়যন্ত্ৰকাৰী-দলৰ কিবা নীচ স্বাৰ্থ জড়িত আছে, সেইটো তেওঁ অনুমান নকৰি নোৱাৰিলে। তেওঁ বৰ দুখিত হ'ল তেওঁক আঁতৰ কৰাৰ বাবে তেওঁৰ বিশেষ অসন্তোষৰ কাৰণ নাছিল; কিন্তু তেনে কৰাৰ পৰা যদি স্কুলৰ উদ্দেশ্য সিদ্ধি নহয়, তেনেহলে যে তেওঁৰ বহুদিনীয়া সাধনা অথলে যাব; ভৱিষ্যতলৈকো বাইজৰ কাম কৰাত ব্যাঘাত জন্মিব।

তেওঁ অলপ সময় চিন্তা কৰি প্ৰভাৱতীলৈ তলত দিয়া চিঠিখন লিখিলে।

ওঁ

সুচৰিতে,

তোমাৰ চিঠি পঢ়ি সকলো কথা বুজিলোঁ আৰু নৈচাকৈয়ে দুখিত হলোঁ। এই বিদ্যালয় স্থাপন সম্বন্ধে যে তলে তলে এটা ষড়যন্ত্ৰ চলিছে, তাক মোকে বুজিব পাৰিছোঁ। এই ষড়যন্ত্ৰকাৰী দলৰ নেতা কোন—তোমাক বোধ কৰোঁ নকলেও হ'ব। কালি জানৰ পাৰত কাৰো একো বেমাৰ হোৱা নাছিল, ষড়যন্ত্ৰকাৰীদলে তেওঁলোকৰ গুপ্ত অভিসন্ধি পূৰ্ণ কৰিবলৈ মোক মিছা বাতৰি দি আঁতৰাই পঠিয়াইছিল। মই কালিয়ে পৰা তেনে সন্দেহ কৰিছিলোঁ; আজি তোমাৰ চিঠিৰ পৰা সভাৰ শেহ হোৱাৰ বিবৰণ পালোঁ, তাৰ পৰা মোৰ সন্দেহ সত্য বুলি বুজিবলৈ আৰু একো বাকী নাথাকিল।

এই ষড়যন্ত্ৰ তোমাৰ, মোৰ আৰু সৰ্ব্বসাধাৰণৰ অমঙ্গল সাধনৰ নিমিত্তে; কিন্তু আমাৰ নিমিত্তে বিশেষ ভয়ৰ কাৰণ নাই। মোৰ ভয় তোমাৰ নিমিত্তে হে, তুমি সকলো বিষয়তে অতি সাৱধানে চলিবা। আৰু এটা কথা কওঁ,—হয় তো তোমাৰ মনোমত নহব; কিন্তু বৰ্ত্তমান সময়ত তোমাৰ মঙ্গলৰ নিমিত্তেই সেই কথা কোৱা মোৰ কৰ্ত্তব্য বুলি ভাবিছোঁ—তুমি যেই সেই পুৰুষৰ লগত ঘনিষ্ঠতা নাৰাখিবা। মই যদিও স্ত্ৰী-স্বাধীনতাৰ বিৰোধী নহওঁ, তথাপি বৰ্ত্তমান সময়ত, আমাৰ দেশত অসীম স্ত্ৰী-স্বাধীনতা থকাৰ ঘোৰ বিৰোধী। দেশ-কাল, আৰু পাত্ৰ অনুযায়ী সকলো বিষয়ৰ একোটা নিৰ্দ্ধাৰিত সীমা থাকিব লাগিব। যদিও এই বিষয়ে মই গঠন কৰা নিয়ম কেইটা সভাত গৃহীত নহ'ল, তথাপি তুমি তাক পালন কৰি চলিলে মই সন্তোষ পাম। এই সম্পৰ্কত মোৰ বহুতো ক'ব লগা আছে; কিন্তু সিমানবোৰ কথাৰে চিঠি লিখিবলৈ গলে সি এক প্ৰকাৰ চিঠি নহৈ পুথিত পৰিণত হ'ব। সেই দেখি চিঠি দীঘল নকৰি মোৰ হাতে-লিখা "ভাৰতীয় নাৰীৰ স্বাধীনতা" শীৰ্ষক কিতাপখনকে পঠিয়াই দিলোঁ; পঢ়া হলে ঘূৰাই দিবা। এতিয়া দুটামান শাস্ত্ৰৰ বচন তুলি দিওঁ—

১। ঘৃতকুম্ভসমা নাৰী তপ্তাঙ্গাৰসমঃ পুমান্ ।
তস্মাদ ঘৃতঞ্চ বহ্নিঞ্চ নৈকত্র স্থাপয়েদ্ বুধঃ ॥
২। মাত্রা স্বস্রা দুহিত্রা বা ন বিবিক্তাসনো ভবেৎ।
বলবানিন্দ্রিয়গ্রামো বিদ্বাংসমপি কর্ষতি ॥

যি প্ৰকৃত সংযমী, তেনে মানুহৰ পক্ষে ওপৰত দিয়া শ্লোক অনাৱশ্যক হ'ব পাৰে, কিন্তু তেনে সংযমী কেইজন ?

আকৌ অকলৈ কুৰা-চকাতো মোৰ আপত্তি; তাৰ কাৰণ আমাৰ দেশৰ পুৰুষে এতিয়া তিৰুতাক সম্মান কৰিবলৈ পাহৰিলে আৰু তিৰুতাও আত্মৰক্ষা কৰিবলৈ সমৰ্থ নহয়।

সামৰণিত ইয়াকে কওঁ যে ষড়যন্ত্ৰকাৰীৰ যেনে উদ্দেশ্যই হওক, তুমি ওপৰত কোৱা নীতি-কেইটা মানি চলিলে সিহঁতে সহজে তোমাৰ একো অপকাৰ কৰিব নোৱাৰে,—এয়ে মোৰ বিশ্বাস। তোমাৰ বিশ্বাস যদি বেলেগ ধৰণৰ হয়, তেন্তে মোৰ কবলৈ একো নাই। ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ যেন তেওঁ তোমাৰ সৰ্ব্বতোভাবে মঙ্গল বিধান কৰে। ইতি।

তোমাৰ শুভাকাঙ্ক্ষী
শ্ৰীদীনবন্ধু

# দ্বাদশ অধ্যায়

## খেম্‌টাৱালী

আজি গদাধৰ শৰ্ম্মাৰ মদৰ দোকানত বৰ খুম-ধাম। তেওঁলোকৰ সাহ্যসঙ্গীদলক হেনো কাৰ্ত্তিক-চন্দ্ৰ বুৰুৱাই ভোজ দিব। এই উদ্দেশ্যেই দোকানৰ ভিতৰ কালে থকা চোতালত এখন চন্দ্ৰতাপ তৰা হৈছে। তাৰ তলত সুন্দৰকৈ দলিচা পৰা। ওপৰত "গেচবত্তি" লগোৱা হৈছে, দাঁতিয়ে দাঁতিয়ে চকি সজাই থোৱা হৈছে। খুঁটাত ফুল-পাত, ফুলিত ফুলৰ "তোড়া" আৰু চাৰিওকালে গোলাপজলৰ গোন্ধ মলমলাই আছে। এটা গ্ৰামোফোন আৰু এটা হাৰ্ম্মোনিয়মো আনি থোৱা হৈছে।

যথাসময়ত দলৰ সকলো গোটখালে; সকলোৱেই আন দিনতকৈ বেছি পৰিপাটীকৈ সাজ-পাৰ পিন্ধি আহিছে। কাৰ্ত্তিকচন্দ্ৰই তপেশ্বৰে কোৱাৰ দৰেই নতুন সাজ-পাৰ কৰাই লৈছে, মাত্ৰ তাৰ লগতে কালিৰ বৈঠকত গকুলচন্দ্ৰ উকীলে দিয়া উপদেশ-মতে কোটটোত আগৰ গুদামৰ সলনিত সোণৰ গুদাম লগাই আহিছে আৰু মুখত 'পাউডাৰ' ঘঁহি আহিছে। তেওঁক অহা দেখিয়েই কেইওজনে কৈ উঠিল,—"এৰা, এতিয়া হে মাণিকী-মাকৰ কঁৰীয়া যেন হৈ শুৱাই পৰিছে; আজি দেখি কওকচোন কোনে পাৰে এওঁক ৰূপে-গুণে সাজে-পাৰে জমিদাৰ নহয় বুলি।"

এই মন্তব্য শুনি কাৰ্ত্তিকচন্দ্ৰৰ যেন এহাত হিয়াচৰি বাঢ়িল। তেওঁ একো নকৈ মাথোন মিচিক মিচিক হাঁহিবলৈ ধৰিলে।

তাৰ পিচত তেওঁলোকে পূৰ্ব্বৰ দৰেই সন্ধিয়াৰ পান-ভোজন শেষ কৰিলে আৰু নানা প্ৰকাৰৰ কথা পাতিবলৈ ধৰিলে। এনেতে জকমকীয়া সাজ পিন্ধা এজনী ৰূপহী গাভৰু অলঙ্কাৰৰ ৰুনুজুননি সমজুৱাৰ কাণত পেলাই মণ্ডপত প্ৰবেশ কৰিলে। লগত এটা আমহীয়া মানুহ, হাতত এখন বেহেলা। গাভৰুৰ হাতত এটা তাৰৰ তামোলৰ টেমা। গদাধৰে তেওঁলোকক আগবঢ়াই আনি দলিচাৰ ওপৰত বহুৱালে; লগে লগে আমাৰ মহাত্মাসকলেও দলিচাৰ

ওপৰতে বহি তেওঁলোকক মণ্ডলাকাৰে বেঢ়ি ধৰিলে।

এই গাভক একনী কলিকতাৰ খেম্‌টাৱালী। কোনোবাই তেওঁক দলে-বলে নিমন্ত্ৰণ কৰি আনিছিল। যি আনিছিল তেওঁলোকৰ কাম হৈ গ'ল; এতিয়া টকাটি যোৱাৰ আগতে জিলাৰ কোনো কোনো মানুহৰ নিমন্ত্ৰণ ৰক্ষা কৰি অলপ উপাৰ্জ্জন কৰাৰ আশাত এই কেইদিন অপেক্ষা কৰিছে।

উপস্থিত ক্ষেত্ৰত গোটেই দলটো নিমন্ত্ৰণ কৰা হোৱা নাই। এওঁলোকে আলোচনা কৰি স্থিৰ কৰিলে যে গোটেই দলটো মতাতকৈ অকল ওস্তাদটো আৰু খেম্‌টাৱালী জনীক আনিলেই তেওঁলোকৰ কাম চলিব। সেই দেখি হে আমি দলৰ দুজনক মাথোন দেখিবলৈ পাইছোঁ। তেওঁলোকক ডেৰ কুৰি টকাত বাতিটোৰ নিমিত্তে অনা হৈছে।

গাভকৰে সভাসদসকলৰ মাজত আয়েসেৰে বহি ওঠত হাঁহিৰ বং চৰাই আৰু চকুৰে সমজুৱাসকলক পিৰিক-পাৰাককৈ চাই তামোলৰ টেমাটো মেলিলে। বাজখোৱাকে প্ৰমুখ্য কৰি ডাঙৰীয়া সকলে চকুকেইটা যিমান পাৰে ডাঙৰকৈ মেলি শ্ৰীমতীৰ বদন-সৰোজ নিৰীক্ষণ কৰিবলৈ ধৰিলে আৰু কলিকতীয়া ৰূপ-সুধাৰ আস্বাদনত নিজ নিজ অস্তিত্ব পাহৰি গ'ল। শ্ৰীমতীয়ে কিছু বেলি হাতেৰে তামোল ঠুৰিয়াই আৰু চকুৰে মন্মথৰ পুষ্পশৰ হানি শেহত এখন তামোল মুখত সুমুৱালে আৰু নাচোনৰ ভঙ্গীৰে বহাৰ পৰা উঠি অঙ্গপ্ৰত্যঙ্গৰ বিবিধ পৰিচালনাৰে প্ৰত্যেকক একোখনকৈ তামোল যাচিলে, তামোল-কেইখন সকলোৱে আগ্ৰহেৰে চোবালে। সুন্দৰ হাতৰ তামোল যেতিয়া তাত লোৱাদো বেছি। কাৰ্ত্তিকচন্দ্ৰইতো ক'বই নোৱাৰা হ'ল, তেওঁ ক'ত আছে। .

শ্ৰীমতীৰ আগমনৰ পিচতে গদাধৰে এখন ৰূপৰ থালত কিছুমান চিগাৰেট সজাই আগত ধৰিছিল। এতিয়া তেওঁ তাৰে এটি মুখত দি লগাই ল'লে, কেই হোপামান মৰাৰ পিচত সকলোকে একোটাকৈ বিলাই দিলে আৰু জুইশলা মাৰি লগাই দিলে। এইবাৰ কাৰ্ত্তিকচন্দ্ৰ এনে উত্তেজিত হৈছিল যে জোকাৰত জুই চিগাৰেটত নালাগি নতুনকৈ ঠুঁটিওৱা গোঁফ কেইডালতে লাগিবলৈ ধৰিছিল। সি যি হওক, সকলোৱে হাঁহি আৰু শ্ৰীমতীৰ কটাক্ষ-মিহলি ভেঙ্‌চালিৰ মাজত দ্বিতীয় বাৰৰ চেষ্টাত কাৰ্ত্তিকচন্দ্ৰৰ চিগাৰেটত জুই লাগিল।

অলপ পিচতে বাজখোৱাই মাত লগালে,—"এতিয়া এটা গান গোৱা হওক; সম্মুখত মধুভাণ্ড লৈ কোনে উপবাস কৰে!"

ইয়াৰ উত্তৰত শ্ৰীমতীয়ে এক অদ্ভুত ভঙ্গীৰে গাটো নচুৱাই ক'লে,—"ই-ই-স্!"

এই ভঙ্গীতেই যে আটাইকেইজনৰ হৃৎপিণ্ড কঁপি গ'ল। গকুলচন্দ্ৰ আগৰ ঠাইৰ পৰা ছুঁহকি আহি, শ্ৰীমতীৰ গাত গা লগাই বহিল। শ্ৰীমতীয়ে আকৌ আগৰ দৰে গা-জোকাৰণি কেইটামান মাৰি উকীলৰ চকুলৈ কেৰাহিকৈ চাই গভীৰ ভাবে ক'লে, —"যাওক, মিছা আদৰে বুকু মুজুৰায়।"

উকীল আৰু ওচৰ চাপি শ্ৰীমতীৰ কান্ধত হাত খন থ'লে আৰু শ্ৰীমতীয়েও পূৰ্ব্ববৎ অঙ্গ-ভঙ্গীৰে অভিমান সূচনা কৰিলে।

তাৰ পিচত সকলোৰে অনুৰোধ ৰক্ষা কৰি শ্ৰীমতীয়ে হাৰ্ম্মোনিয়মটো চপাই ল'লে, ওস্তাদে বেহেলাৰ কাণ মুচৰিবলৈ লাগিল। সুৰ বন্ধা হ'লত শ্ৰীমতীয়ে এটা গীত ধৰিলে, সমজুৱাসকলে তাবাকৈ হৈ শুনিবলৈ ধৰিলে। তেওঁলোকৰ মুখৰ পৰা কিমান

প্ৰশংসা আৰু কামনাসূচক ধ্বনি ওলাল তাৰ পুনৰাবৃত্তি কৰা অসম্ভৱ। গীতটো শেষ হ'লত সকলোৱে আৰু এটা আৰু এটা কৰিবলৈ ধৰিলে। শ্ৰীমতীয়ে কিন্তু ভাগৰত ক্লান্ত হোৱা আৰু টোপনিয়ে ধৰাৰ ভাও ধৰি নীৰৱ হৈ ৰ'ল। সমজুৱাৰ অনুৰোধ, আগ্ৰহ আৰু কৰস্পৰ্শৰ উত্তৰত কিছুমান অঙ্গভঙ্গী দেখুৱালে মাথোন।

উকীলে বেছিকৈ ওচৰ চাপি ক'লে,—"কি হে টোপনিয়ে ধৰিলে নে কি?"

শ্ৰীমতীয়ে উত্তৰত এটা হাঁহি মাৰিলে।

কৃষ্ণকুমাৰে ক'লে,—মই ভাবিছোঁ এওঁৰ লগত নিলাজী বনৰ সম্বন্ধ আছে নে কি? ছুলেই জঁয় পৰে, আকৌ নিলগ হলেই মূৰ তুলি কেৰাহি-কেৰাহিকৈ চায়। নহলে দশৰথে কৈকেয়ীৰ বোহ ভঙা দি বোহ ভাঙিব লাগিব নে কি?

ৰাজখোৱাই গদাধৰলৈ চাই ক'লে,—"ইমানতো বুজা নাই নে? টোপনি ভাঙিবলৈ দৰবৰ প্ৰয়োজন।"

ৰাজখোৱাৰ কথা শুনি শ্ৰীমতীৰ মুখত হাঁহিয়ে দেখা দিলে; মুহূৰ্ত্ততে হুইস্কিৰ বটল আৰু গিলাচ উপস্থিত হ'ল। শ্ৰীমতীয়ে বটলৰ পৰা গিলাচত ঢালি এঢোকা খালে; তাৰ পিচত একো গিলাচ প্ৰত্যেকৰে মুখত গুজিলে। সকলোৱে এই সুৰা-সুন্দৰী আৰু কলিকতীয়া সুন্দৰীৰ যুগল স্পৰ্শ অনুভৱ কৰি নিজৰ প্ৰকৃত অস্তিত্বকেই যেন পাহৰি গ'ল।

বটলৰ সুৰাৰ লগত অধৰৰ সুধা কেইজনে মিলালে, তাক কোৱাৰ পৰা লাভ নাই। তপেশ্বৰে হলে এটা বঙলা গানৰ এটা কলিকে গাই পেলালে,—"তুমি সকলেৰ বধূ, তুমি সকলেৰ শুধু, সকলি তোমাৰ।"

ইয়াৰ পিচত কেইবাটাও গান চলিল। সমজুৱা সকলক আৰু প্ৰেমৰ বাণীয়ে ভালকৈয়ে পাইছিল; গীতৰ সুৰে সুৰে গন্ধৰ্ব্ব ৰাজ্যলৈ উঠি গৈ অবাধ প্ৰেমৰ স্বপ্ন দেখিবলৈ লাগিল।

ভোজনৰ সময় হ'লত সকলো পাতে পাতে বহিল। মাছ, মাংস, আলু, পিয়াজ প্ৰভৃতিৰ কিমান বিধ খাদ্য প্ৰস্তুত হৈছিল, কিমান প্ৰকাৰৰ ফল আৰু মিষ্টান্ন সজ্জিত আছিল, তাক বৰ্ণোৱাৰ প্ৰয়োজন নাই। মুঠতেই ইয়াকে কলেই হ'ব যে ভোজন চলিবলৈ ধৰিলে। উত্তেজনাৰ বেগত ইটোৱে সিটোৰ আৰু সিটোৱে ইটোৰ পাতৰ পৰা যি পায় তাকে টনা-আজোৰাকৈ আনি আৰু কোনোৱে খামোচে-খামোচে পোলাও,কাট্‌লেট জেপত ভৰাই গোটেইখন সানি-পুটকি জগলীমোহনকৈ পেলালে। বাজনিয়ে দিবলৈ নৌ পাওঁতেই থপিয়াই কিমান আনিলে, তাৰো ঠিক নাই। এনেকৈয়ে ডেৰ ঘণ্টামানৰ মূৰত ভোজনকাৰ্য্য সমাধা হ'ল।

তাৰ পিচত আকৌ গানৰ মজলিচ বহিল। ইয়াৰ বৰ্ণনা দিবলৈ গলে পুনৰুক্তি দোষত পৰিব লাগিব, সেই কাৰণে, বেছি কথা নকৈ ইয়াকে কলেই যথেষ্ট হ'ব যে, এইবাৰ উত্তেজনা আৰু ৰসিয়ালিৰ জোখ আগতকৈও বেছিকৈ চৰিছিল। কাৰ্ত্তিকচন্দ্ৰই মুখেৰে 'দেহি পদপল্লৱমুদাৰম্' বোলা নাছিল যদিও, কাৰ্য্যতঃ শ্ৰীমতীৰ পদপ্ৰান্তত সংজ্ঞাশূন্য হৈ পৰিছিল; উকীল গদাধৰ আৰু তপেশ্বৰৰ মুখৰ পৰা নৱৰসযুক্ত বক্তৃতাৰ অনৰ্গল উদগীৰণ হৈছিল; মাজে মাজে অঙ্গভঙ্গীৰ বীভৎসতাৰ মাজেদি তেওঁলোকৰ কলুষিত অন্তঃকৰণৰ দৃশ্য ফুটি উঠিছিল। কৃষ্ণকুমাৰে সকলোকে ঈৰ্ষাৰ চকুৰে চাই উদ্ভিজ্‌জৰ লগত তেওঁলোকৰ কাৰ্য্যকলাপৰ সামঞ্জস্য উলিয়াই কিবাকিবি বকিছিল আৰু একো একোবাৰ শ্ৰীমতীৰ গাত আজৰা লৈছিল।

সৰ্ব্বানন্দ নীৰৱ দৰ্শক; কেতিয়াবাহে তেওঁৰ মুখত উত্তেজনাসূচক শব্দ শুনা গৈছিল। ৰাজখোৱা কিন্তু সকলো তালতে। তেওঁ উকীল আদিৰ দৰেই ব্যৱহাৰ কৰিছিল, কিন্তু সংযত গৱেষণাৰ পৰাই একেবাৰেই বঞ্চিত হোৱা নাছিল।

* * *

শ্ৰীমতী আৰু ওস্তাদে তেওঁলোকৰ প্ৰাপ্য টকা-কেইটা লৈ শেহ নিশা প্ৰস্থান কৰিলে। তেওঁলোক যোৱাৰ পিচত গদাধৰে ক'লে—"হেৰা, আমাৰ স্কুলৰ নিমিত্তে এনেকুৱা এজনী যোগাৰ কৰিব নোৱাৰি নে?"

ৰাজখোৱা : এনে এজনী যোগাৰ কৰিলেও শিক্ষয়িত্ৰী হ'ব নোৱাৰিব।

পকুল : কিয়, কিয়? গান শিকাবতো পাৰিব!

সৰ্ব্বানন্দ : অকল গান শিকালেই তো নহয়!

তপেশ্বৰ : গান শিকাব পাৰিলেই লিখা-পঢ়াও জানিব, মুঠেই বোৱা-কটা—

পকুল : Damned your বোৱা-কটা!

সৰ্ব্বা : হওঁতে হয়, আমাৰ ছোৱালীয়ে বোৱা-কটা ঘৰতে শিকিব পাৰিব, স্কুলত শিকোৱাৰ প্ৰয়োজন নাই।

গদা : তেনেহলে এনেকুৱা এজনী বিচাৰ কৰিলেই হয়।

কৃষ্ণকুমাৰ : মই ভাবিছোঁ, অতি সহজে এনে এজনী হে নালাগে দহ জনীৰ যোগাৰ কৰিব পাৰি!

সকলোৱে : কেনেকৈ? কেনেকৈ?

কৃষ্ণ : মই ভাবিছোঁ, স্বৰ্গত যে কল্পতৰু বুলি এজোপা গছ আছে, সি অতি ওখ। সেই গছতে উৰ্ব্বশী, মেনকা, ৰম্ভা, আৰু তিলোত্তমা লাগিছিল। সেই গছৰ পুলি পোখা নিশ্চয় ক'ৰবাত আছে। তাক বিচাৰি উলিয়াব পাৰিলেই তেনে উৰ্ব্বশী, মেনকা আদি থোপাথোপে ওলমি থকা দেখিবলৈ পোৱা যাব। তেতিয়া যিমান লাগে সিমান ছিঙি আনিলেই হ'ল।

সৰ্ব্বানন্দ : পিচে পালেহে আনিবা।

কৃষ্ণ : নাপাম কিয়? মই ভাবিছোঁ, কি জানি ঘাই কল্পতৰুও ইয়াতে আছে, আমাৰ এই ডোখৰেই স্বৰ্গ হ'ব পায়।

ৰাজখোৱা হাঁহি হাঁহি ক'লে,—"তোমাৰ সহজ উপায়টো মই দেখাত অসম্ভৱত পৰিলগৈ। যি সি কি নহওক, তেনে আলোচনাৰ পৰা লাভ নাই, কিয়নো স্কুলখন আমাৰ অকলৈ নহয়। আমি যাকে তাকে সুমুৱালে বহুতো বেমেজালি ঘটিব। সেই দেখি যি জনী পোৱা গৈছে, তাইকে আমাৰ মনোমত কৈ গঢ়ি লোৱা উচিত। তেতিয়া দুয়োটা উদ্দেশ্য সিদ্ধি হ'ব।"

তেতিয়া সকলোৱে সেই মতে যত্ন কৰিবলৈ স্থিৰ কৰিলে।

## ত্ৰয়োদশ অধ্যায়

### প্ৰভাৰ শিক্ষয়িত্ৰী-জীৱন

প্ৰভাৱতী বিটো ঘৰত আছিল, এতিয়াও তাত আছে, মাত্ৰ তাৰ কেবেৱা স্কুলৰ ওঁৱালৰ পৰা দিয়াৰ

ঠিক হৈছে। ওচৰতে এজোখৰ চৰকাৰী মাটিত স্কুল ঘৰ সাজিবৰ নিমিত্তে জিলাৰ বৰ চাহাবৰ অনুমতিও পোৱা হৈছে; কিন্তু সেই কাম হৈ উঠিবলৈ এতিয়াও পলম আছে। এতিয়া অস্থায়ীভাবে 'থিয়েটাৰ হলতে' স্কুল পতা হৈছে, ছাত্ৰীও দিনক দিনে দুই এজনীকৈ বাঢ়ি আহিছে। প্ৰভাৱতীয়ে স্কুল ছুটীৰ পিচত মাজে মাজে ইঘৰ সিঘৰকৈ ফুৰি নানা প্ৰকাৰ বুজনি দি ছোৱালী সংগ্ৰহ কৰাত লাগিছে। মুঠতে ছাত্ৰী সংখ্যালৈ চাই স্কুলৰ ভৱিষ্যত আশাপ্ৰদ।

বিদ্যালয়-স্থাপন স্থিৰ হোৱাৰ পিচ দিনাই বস্তাৱতী লক্ষ্মীকান্তৰে সৈতে প্ৰভাৱতীৰ ঘৰলৈ গৈছিল। প্ৰভাৱতীয়ে বস্তাৰ নাম আৰু শিক্ষাৰ কথা শুনিছিল মাত্ৰ, তাতকৈ বেছি একো নাজানিছিল; সেই কাৰণে এজনী সমবয়স্কা শিক্ষিতা সঙ্গিনী পাই বৰ আনন্দ পালে আৰু দুয়ো সখী বন্ধাবলৈকো বেছি পৰ নালাগিল। দুয়ো দুয়োৰে সাজ-পাৰ, ঘৰ-দুৱাৰ, শিক্ষা-দীক্ষা আদিৰ বিষয়ে কিমান প্ৰশ্ন কৰিলে তাৰ লেখ দিবলৈ মনত বখাই অসম্ভব। প্ৰভাৰ ঘৰ-দুৱাৰ কাপোৰ-কানি চাই কি কি ছবি আঁকিলে ঘৰটো শুৱনি হ'ব, কেনেকুৱা সাজ-পাৰ পিন্ধিলে মানুহে দেখি প্ৰশংসা কৰিব ইত্যাদি বিষয়ে প্ৰভাক বহুতো উপদেশ দিলে; বাইকৈ দুয়ো গোট খাই এখন 'ফটো' তোলালে কেনে বঢ়িয়া হ'ব, সেই কথা বাৰে বাৰে ক'বলৈ পাহৰা নাছিল।

লক্ষ্মীকান্তৰ লগতো প্ৰভাৰ আলাপ পৰিচয় হ'ল। প্ৰভাই ক'লে,—"আপুনি বস্তাৰ ককাইদেৱৰ যেতিয়া মোৰো ককাইদেউ; আশা কৰোঁ, ভনী বুলি ভাবি মৰম-চেনেহ ৰাখিব; বিশেষকৈ প্ৰৱাসত আছোঁহি, আপোন মানুহবতো কথাই নাই, ভালকৈ চিনাকি মানুহো কেওঁ নাই; আপোনালোকৰ পৰা যেন টানে-আপদে সাহায্য পাওঁ।"

লক্ষ্মীকান্ত—সেইটোও আৰু ক'ব লাগিছে নে? টানত পৰিলে যেই সেই মানুহক সাহায্য কৰা উচিত; আপোন মানুহৰতো কথাই নাই। তেনে-স্থলত তুমি যদি আমাক আপোন বুলি ভাবা, আমি নো তোমাক আপোন বুলি নাভাবিম কিয়?

তাৰ পাচত আৰু নানাপ্ৰকাৰ কথা আদৰ-অভ্যৰ্থনাৰ শেহত বস্তা আৰু লক্ষ্মীকান্তই বিদায় ললে। যাবৰ সময়ত বিশেষ অনুৰোধ কৰি প্ৰভাক তেওঁলোকৰ ঘৰত খাবলৈ নিমন্ত্ৰণ কৰি গ'ল।

প্ৰভাই লক্ষ্মীকান্তৰ নিমন্ত্ৰণ ৰক্ষা কৰিলে; কিন্তু তেওঁলোকৰ ঘৰুৱা চাল-চলন, খোৱা-বোৱাৰ কদৰ্য্যতা প্ৰভৃতি দেখি ভৱিষ্যতলৈ তেনে নিমন্ত্ৰণ ৰক্ষা নকৰোঁ বুলি মনতে স্থিৰ কৰি আছিল।

সেই দিনাৰ পৰা লক্ষ্মীকান্ত কাছাৰী ভাগিলেই মাজে মাজে প্ৰভাৰ ঘৰলৈ আহে আৰু সন্ধ্যাৰ পিচত হে তাৰ পৰা উঠে। ইয়াৰ পৰা তেওঁৰ আন কিবা লাভ হয় নে নহয় ক'ব নোৱাৰোঁ, কিন্তু সদায় প্ৰভাৰ খৰচত যে আবেলিৰ জলপানটো খাবলৈ পায়, সেইটো সঁচা কথা নহয় বুলিবৰ উপায় নাই।

বস্তা মাজে মাজে আহি প্ৰভাৰ ঘৰত থাকে, কেতিয়াবা দুই-তিন দিন একেলানীয়ে ঘৰলৈ নাযায়েই।

লক্ষ্মীকান্তৰ এনে ঘন সমাগম দেখি নানা জনে নানা প্ৰশ্ন সোধে; লক্ষ্মীকান্তই তাৰ উত্তৰত কয়,—"কি কৰিবা, সহায়-সাৰথি নোহোৱা ছোৱালী, মোৰ ওপৰতেই নিৰ্ভৰ কৰি আছে; খবৰ-বাতৰি লৈ নাথাকিলে নো কেনেকৈ?

যি সকল প্ৰশ্নকাৰকৰ লগত লক্ষ্মীকান্তৰ পৰিচয় আছিল, তেওঁলোকে দেখাদেখিকৈ একো নকলেও

এই উত্তৰত যে সন্তুষ্ট হোৱা নাছিল সি নিশ্চয়।

আন পিনে সন্ধ্যাৰ পান-ভোজনৰ অন্তত প্ৰভাৰ ঘৰলৈ অহা গোকুলচন্দ্ৰৰ দৈনিক কৰ্ত্তব্যৰ ভিতৰত পৰিণত হ'ল। আজি কালি তেওঁ বস্তাক পঢ়াবলৈ যাবলৈকো এৰিলে। উকীলৰ আগমনত প্ৰভা সন্তুষ্ট হৈছিল নে অসন্তুষ্ট হৈছিল ক'ব নোৱাৰোঁ; কিন্তু উকীল হলে দিনৌ আহিছিল আৰু দুই-তিনি ঘণ্টা জোৰাকৈ আলাপ কৰি প্ৰায় সদায় ৰাতি দুপৰত টলংপলংকৈ ঘৰলৈ উলটিছিল। তেনেকৈ যাওঁতে কেতিয়াবা চাকৰে বিচাৰি নোপোৱালৈকে আলি-খায়ে গুৱনি কৰিব লগাও হৈছিল।

কোনোৱে ভাবিব পাৰে যে স্কুলখন নতুন কৈ পতাৰ কাৰণে চেক্ৰেটাৰী সদায় তু লবলৈ আহে আৰু তাৰ উন্নতিৰ নিমিত্তে প্ৰভাৰ লগত আলোচনা কৰোঁতে পলম হয়। কিন্তু তেওঁলোকৰ কথা-বতৰালৈ চাই সেই কথা সম্পূৰ্ণ সঁচা যেন নালাগে। তেওঁ-লোকৰ এদিনৰ আলোচনাৰ গঢ় দেখিলেই বাকী দিনৰ বিষয়েও এটা অনুমান কৰিবলৈ বোধকৰোঁ টান লাগিব।

প্ৰথম দিনা চেক্ৰেটাৰী গ'লত প্ৰভাই তেওঁক উলহ-মালহকৈ বহিবলৈ দিলে আৰু স্কুলৰ কথাৰ অৱতাৰণা কৰিলে। চেক্ৰেটাৰীয়ে তাৰ লাগ বান্ধ নোহোৱা দুটামান উত্তৰ দিলে মাথোন। প্ৰভাই ক'লে,— "ছাত্ৰীৰ সংখ্যা যাতে সৰহ হয়, তাৰ বাবে আপোনালোকে কিছু যত্ন কৰিব।"

চেক্ৰেটাৰী : যাৰ পঢ়িবৰ মন, আপুনি আহিব নহয়। স্কুল পাতি দিছোঁ, এতিয়া আকৌ পঢ়িবলৈকো কাৰো কৰিব লাগিল নে?

প্ৰভা : প্ৰথম অৱস্থাত যেই সেই সত্ত্ব কাম কৰিবলৈ যত্ন কৰিব লাগে; এবাৰ তৰি ল'ব পাৰিলেহে পিচত নিশ্চিন্ত হ'ব পাৰি।

চেক্ৰেটাৰী : বাৰু আগেয়ে দেখা যাওকচোন কিনো হয়।

তাৰ পিচত তেওঁ নীৰৱে প্ৰভালৈ চাই থাকিল। বহুত বেলি তেনেকৈ থকাৰ পিচত ক'লে,—"হেৰা, তোমাৰ সাজপাৰবোৰ চকুত লগা নহয় হে। চেমিজ্-টোৰ ওপৰত বিহামেখেলা পিন্ধি তেনেই আপচু কৰিছা; পাতল ৰঙচুৱা শাৰী এখন হোৱা হ'লে কেনে ধুনীয়া দেখা গ'লহেঁতেন। ঘাইকৈ বিহাখন নলবা; সেইখন মোৰ চকুত বৰ বেয়া লাগে।"

প্ৰভা : সাজ-পাৰ কেনে হ'ব লাগে, সেইটো পিন্ধোতাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। আপুনি মোক সেই বিষয়ে কোনো উপদেশ নিদিয়াই ভাল। স্কুলৰ সম্পৰ্কে উপদেশ হে মই আপোনাৰ পৰা আশা কৰোঁ।

চেক্ৰেটাৰী : তোমাৰ মুখখন যেনে সুন্দৰ, নামটো যেনে মনমোহা, কথাবোৰো তেনে সোৱাদ লগা; কিন্তু তোমাৰ যেনে স্ফূৰ্ত্তি থকা উচিত আছিল, তেনে নাই; মনটো কিছু মৰা। মোৰ মতে তুমি মাজে-সময়ে দুই-এক 'পেগ' হুইস্কি খোৱা উচিত।

প্ৰভা : আপোনাক এইবোৰ কথা লাগিছে কেলেই? স্কুলৰ কেনেকৈ উন্নতি হ'ব তাৰ চিন্তা কৰক।

চেক্ৰেটাৰী : তোমাৰ সাজ-পাৰৰ, হাঁহি-ধেমালিৰ উন্নতি হ'লেই স্কুলৰো উন্নতি হ'ব।

"বাৰু তেন্তে, এতিয়া আওক"—এই বুলি প্ৰভা ভিতৰলৈ যাবলৈ উঠিল। প্ৰভাক উঠা দেখি

চেক্রেটাৰীও উঠিল আৰু আগ বাঢ়ি ক'লে,—"নাযাবা, এখন্তক বহা, নাযাবা"।

"মোৰ কাম আছে, বহা-বঢ়া কৰিব লাগে"—এই বুলি চেক্রেটাৰীৰ অনুৰোধ উপেক্ষা কৰি প্ৰভা বান্ধনি ঘৰলৈ গ'ল।

সিমানতো গকুলচন্দ্ৰ প্ৰায় এঘণ্টা সময় অকলৈ বহি থাকি হে উঠিল।

ইয়াৰ পিচত তেওঁ সদায় আহিবলৈ ধৰিলে আৰু ওপৰত কোৱাৰ নিচিনা কথা-বাৰ্ত্তাও চলিবলৈ ধৰিলে। দিন যিমানেই যাবলৈ ধৰিলে, সিমানেই প্ৰভাও তেওঁৰ কথা শুনাত অভ্যস্ত হৈ আহিল।

এই দুজন দৈনিক অভ্যাগতৰ বাহিৰেও মাজে মাজে বহুতো মানুহৰ প্ৰভাৰ ঘৰলৈ সমাগম হৈছিল; তাৰ ভিতৰত কৃষ্ণ-কুমাৰ, কমলচন্দ্ৰ, ভপেশ্বৰ আৰু গদাধৰ প্ৰধান। এওঁলোকৰ কথা-বাৰ্ত্তা সিমান অসংযত নহয়; তেওঁলোকে স্কুলসম্বন্ধীয় আলোচনাৰ ভিতৰেদিহে প্ৰভাৰ ৰূপ-যৌৱনৰ কাল্পনিক আস্বাদ গ্ৰহণ কৰে। তেনে হোৱাৰ ঘাই কাৰণ হৈছে—তেওঁলোক প্ৰভাৰ তালৈ আহিলে সান্ধ্য-সম্মিলনৰ আগতে আহে। সেই কাৰণেই কিছু প্ৰকৃতিস্থ দেখা যায়। সৰ্ব্বানন্দৰ গৃহিণীৰ লগত অলপ দিনৰ ভিতৰতে প্ৰভাৰ বন্ধুতা জন্মিল আৰু দুয়ো দুয়োৰে ঘৰলৈ আহি গৈ থাকিবলৈ ধৰিলে। সেই দেখিয়েই হ'ব পায়, সৰ্ব্বানন্দ প্ৰভাৰ ঘৰলৈ নাহিছিল; মাজে-সময়ে তেওঁৰ ঘৰতে কথা-বতৰা পাতিছিল মাথোন।

আৰু এজন মানুহ প্ৰভাৰ ঘৰলৈ প্ৰায়ে আহিছিল, তেওঁ মহেশ্চন্দ্ৰ। তেওঁৰ ঘৰ বঙ্গদেশত, কিন্তু আজি বহুত বছৰ ইয়াতে বাস কৰিছে। তেওঁৰ বিয়া হোৱা আজি তিনি বছৰমান হৈছে, আৰু ঘৈণীয়েকো লগতে আছে। তেওঁৰ আচল ব্যৱসায় হৈছে 'ফটোগ্ৰাফি', তাৰ বাহিৰে সঙ্গীত আৰু চিত্ৰবিদ্যাতো তেওঁৰ হাত আছে। তেৱেঁই বন্তাৰ চিত্ৰ আৰু সঙ্গীত-শিক্ষক। তেওঁ কেনেকৈ প্ৰভাৱতীৰ ওচৰ চাপিল, তাক অলপ বহলাই কোৱাৰ প্ৰয়োজন।

পূৰ্ব্বেই কোৱা হৈছে যে বন্তাই প্ৰথম দিনাই প্ৰভাৰ ওপৰত 'ফটো' তোলাৰ কথা উত্থাপন কৰিছিল। পিচতো এই কথা তেওঁ এদিনো পাহৰা নাছিল। এনেকৈ কওঁতে কওঁতে শেহত প্ৰভা 'ফটো' তোলাবলৈ মান্তি হয়। বন্তাই 'ফটো' তুলিবৰ নিমিত্তে মহেশ্চন্দ্ৰক মাতি পঠিয়ায়। 'ফটো' স্কুলতে তোলা হৈছিল,—এখন প্ৰভাৰ, এখন বন্তা আৰু প্ৰভাৰ, আৰু এখন ছাত্ৰীবে সৈতে প্ৰভাৰ।

ইয়াৰ পিচত আজি 'ফটো'ৰ আৰ্হি দেখুৱাবলৈ কালিলৈ কেনে "অৰ্ডাৰ" দিব তাক সুধিবলৈ—এই অনুক্ৰমে মহেশ্চন্দ্ৰ প্ৰভাৰ ঘৰলৈ আহিবলৈ ধৰিলে। শেহত 'ফটো'ৰ কথা এৰি আন কথা-বতৰা পাতি সময় কটাবলৈকো সুবিধা কৰি ললে। প্ৰথমেই এদিন এনেকৈ আৰম্ভ কৰিলে,—"স্কুলত চিত্ৰ আঁকিবলৈকো শিকাব লাগিব নহয়, আপুনি জানো চিত্ৰাঙ্কণ জানে?"

প্ৰভা : মই যি অলপ অচৰপ জানো তাকেই শিকাব লাগিব।

মহেশ : যদি কেতিয়াবা কিবা টান পায়, মোক জানিবলৈ দিব, মই আপোনাক সাহায্য কৰিবলৈ পালে সুখী হ'ম।

প্ৰভা : বাৰু যদি কেতিয়াবা তেনে আৱশ্যক হয় তেতিয়া জানোৱা যাব।

মহেশ : স্কুলত সঙ্গীতো শিকাব লাগিব নহয়; বোধকৰোঁ আপুনি গান বাজনা ভালকৈ জানে।

প্ৰভা : ভালকৈ জানো বুলি ক'ব নোৱাৰোঁ; তেওঁ দুই এটা গান আৰু গত শিকাব পাৰিম।

মহেশ : ইয়াতো আপোনাৰ আৱশ্যক হলে মই সাহায্য কৰিব পাৰিম। চাওঁ বাৰু আপোনাৰ হাৰ্মোনিয়মটো আনকচোন।

প্ৰভাই হাৰ্মোনিয়মটো আনি দিলে। মহেশে এটা গত বজালে। তাৰ পিচত বাস্তৱ লগত সুৰ মিলাই গাবলৈ ধৰিলে,—

মনোমোহিনি! প্ৰাণতোষিণি! অৰূপ-ৰূপিণি!
লোৱাঁ মোৰ প্ৰেমময় প্ৰাণ;
প্ৰাণৰ লগৰী বুলি, প্ৰেমৰ লহৰী তুলি
গোৱাঁ মধু মিলনৰ গান।
(তুমি) বিজুলী-লগত মিলি মাৰা হাঁহি একোবাৰ
ফুৰা নাচি মলয়াৰ আগে আগে অনিবাৰ,
পুৱাতে উষাৰে খেলা, জিৰোৱা দুপৰ বেলা
নিশা ধৰে জোনায়ে যোগান।
ফুলৰ বুকত শোৱা মউটুপি চুহি খোৱা
নিয়ৰত কৰা নিতে স্নান।
মাধৈমালতী তুমি দেহা কোমলতাময়,
আদৰমালতীজুপি তুলে পৰি যোৱা ভঁয়,
ৰূপত ফুলৰ হাঁহি, সুৰত কানুৰ বাঁহী
নিশ্বাসত কুসুম সুঘ্ৰাণ।
আঁচলত নাচে ঢৌ, হাঁহিত অমিয়া ভৰা,
চায়নত চকে মোৰ প্ৰাণ।
বুৰাম তোমাক নিতে ঢালি ধাৰা প্ৰণয়ৰ,
দিম দিনে দুগালত দুটি চুমা চেনেহৰ,
কোনেও নজনাকৈ হিয়াৰ আঁৰতে লই
দিম মোৰ যিবা আছে দান।
মোৰা হৃদয়ৰ বাণী, শুনোৱাঁ প্ৰেমৰ বাণী,
হওঁ এটি মিলি দুটি প্ৰাণ।

গীত শেষ হ'লত মহেশে সুধিলে,—'কেনে লাগিল?'

প্ৰভা—ভাল লাগিছে। সাধাৰণতঃ প্ৰণয়-সঙ্গীত মোৰ সিমান ভাল নালাগে; কিন্তু ইয়াত পাৰ্থিৱ প্ৰেমৰ গোন্ধ নাই, ই এটা আধ্যাত্মিক প্ৰেমৰ প্ৰবাহ, সেই কাৰণেই বেছি ভাল লাগিছে। গানটো কোনোবা কাকতত পোৱা যেন পাইছিলোঁ। ইয়াৰ ৰচক কোন?

এই প্ৰশ্নটোত মহেশ বিষণ্ণ হ'ল। প্ৰভাই গায়কক ধন্যবাদ নিদি ৰচকক হে দিলে। তেওঁ অলপ চিন্তা কৰি ক'লে,—"তেহেলেই যেয়ে লিখক, ভালকৈ গাব জানিলে যেই সেই গানেই ভাল লাগে। নহয় জানো?"

প্ৰভাই ক'লে,—"হওঁতে সেইটো হয়।"

মহেশ : অনুগ্ৰহ কৰি আপোনাৰ গান এটা শুনাব জানো?

প্ৰভা : এতিয়া সময় নাই আৰু মই ভালকৈ নাজানোও; সেই কাৰণে ক্ষমা কৰিব।

মহেশ : বুজিছোঁ, আপুনি মোৰ আগত গান গাবলৈ লাজ কৰিছে; কিন্তু আপোনাৰ নিচিনা শিক্ষিতা মহিলাৰ এনে দুৰ্ব্বলতা থকা নিতান্ত অনুচিত। যাৰ মন পবিত্ৰ, সি সকলোতে পবিত্ৰতা দেখিবলৈ পায়।

প্ৰভাই সঁচাকৈয়ে গান গাবলৈ লাজ কৰিছিল; কিন্তু মহেশৰ কথা শুনি দুৰ্ব্বলতা প্ৰকাশ হোৱাৰ ভয়ত অগত্যা হাৰ্মোনিয়মটো লৈ গীত ধৰিলে:—

অনিত্য জীৱন, অনিত্য যৌৱন,
মায়াৰ মোহিনী ছলনা।
ত্যাগ অমৰত্ব, মানৱ-মহত্ব,

ত্যাগতে ধৰম-সাধনা।
নাৱকী গুৰুৰ গুনি ফুচুলাণি,
তেওঁ ডুবে জীৱ তৰিম্ব মুগুণি;
ভৱ-জলধিত মজে বান্ধি লই
গলত বিষয়-বাসনা
কৃপা কৰি প্ৰভু, জ্ঞান-জ্যোতি ঢালি,
মোহ-অমানিশা গুচোৱা সমূলি,
তুমি কৃপাময়, কৰা জ্যোতির্ম্ময়,
জগৎ তোমাৰে ৰচনা।

গীত শেষ হ'লত মহেশে ক'লে—"বেচ সুন্দৰ হৈছে। আপোনাৰ সুৰ বাস্তৱ জগত সুন্দৰকৈ খাপ খাইছে। কিন্তু গানটোৰ ভাব ভাল নহয়, ই সংসাৰী মানুহৰ উপযোগী নহয়, সন্ন্যাসীৰ হে উপযুক্ত। বাক এতিয়া থাকক, মই আপোনাক কেইটামান অতি সুন্দৰ গান গাব আৰু বজাবলৈ শিকাম।"

মহেশে তেতিয়া সেই দিনাৰ নিমিত্তে বিদায় ল'লে; কিন্তু সেই দিনাৰ পৰা দিনৌ আহিবলৈ ধৰিলে।

এওঁলোকৰ বাহিৰেও মাজে মাজে বহুতো মতা আৰু তিকতা মানুহ প্ৰভাৰ ঘৰলৈ আহি গৈ আছিল। মুঠতে নগৰৰ এচুকত থকা এই প্ৰায় নিৰ্জ্জন ঠাই ডোখৰ প্ৰভাৱতী অহাৰ অলপ দিনৰ পিচতে ভয়ানক জনপূৰ্ণ হৈ উঠিল।

# চতুৰ্দ্দশ অধ্যায়

## দীনবন্ধুৰ আহুকাল

দিন বিয়ানেই বাবলৈ ধৰিলে, দীনবন্ধুৰ আহ-কালো দিয়ান বাঢ়িবলৈ ধৰিলে। প্ৰথমতে প্ৰভাৰ ঘৰলৈ মানুহৰ ঘন সমাগম দেখি, বিশেষকৈ তাৰ ভিতৰৰ সকলোৱে জনা-শুনা চৰিত্ৰহীন [illegible]-মানৱ প্ৰখৰ গতি দেখি দীনবন্ধু চিন্তিত হ'ল। পঞ্চচক্ৰত ভগৱানো ভূত হয় বুলি তেওঁ বিশ্বাস কৰিছিল; সেইবাবে এনে মানুহৰ সংস্পৰ্শত যদি প্ৰভাৰ মতি-গতিৰ পৰিবৰ্ত্তন হয়, তেন্তে তেওঁৰ অশেষ সাধনাৰ ফল বিদ্যালয়খনি শিক্ষাশ্ৰম নহৈ পাপাশ্ৰমত পৰিণত হব বুলি তেওঁৰ আশঙ্কা হৈছিল। এই অৱস্থাত কি কৰা উচিত বহুত ভাবিও তেওঁ স্থিৰ কৰিব নোৱাৰিলে। একেটা মাত্ৰ সংস্কাৰৰ উপায় আছিল—পুনৰায় এখন সভা আহ্বান কৰি, নিয়ম-প্ৰণালীৰ সালসলনি ঘটাই তেওঁ নিজে চেক্ৰেটাৰীৰ বাব লোৱা; কিন্তু তেনে কৰিবলৈ তেওঁৰ ইচ্ছা নাই। কিয়নো এই সংস্কাৰৰ আৱশ্যকতা দেখুৱাব খুজিলেই বৰ্ত্তমান চালকসকলৰ কাৰ্য্যত দোষ উলিয়াব লাগিব, কিন্তু পৰৰ দোষ খুচৰি উলিওৱা তেওঁৰ স্বভাৱ নহয়। আৰৌ তেওঁ নিজে চেক্ৰেটাৰী হলে, এদল ক্ষমতাপন্ন মানুহ তেওঁৰ বিৰুদ্ধে থিয় দিয়াৰ সম্ভৱ। তেতিয়াও স্কুলৰ ভৱিষ্যৎ উজ্জ্বল হ'ব নোৱাৰিব। ব্যক্তিগত কাৰ্য্যত আনৰ মতামতলৈ অপেক্ষা কৰা যদিও দীনবন্ধুৰ স্বভাৱ নহয়, তথাপি এনে ৰাজহুৱা কাৰ্য্য গাব বলেৰে কৰিবলৈ তেওঁ ইচ্ছা নকৰে। এইবোৰ ভাবি চিন্তি তেওঁ বিমোৰ হৈ পৰিল।

দ্বিতীয়তে তেওঁৰ আহুকালৰ কাৰণ হ'ল আলহী। আজিকালি তেওঁৰ ঘৰলৈ ইমান মানুহ আহে যে তেওঁ ঘৰত থকা সময়ত একোকে কৰিব নোৱাৰে। যেতিয়াই তেওঁ ঘৰলৈ আহে, তেতিয়াই দেখে তেওঁৰ চ'ৰাত মানুহ আছেই। এই মানুহবিলাকৰ যেহি ভাগেই কলেজ এৰি আহি ঘৰত বহি থকা ডেকা

আৰু কেইজনমান পৈতৃক সম্পত্তিৰ ওপৰত থাই সময় কটাবলৈ উপায় বিচৰা অল্পশিক্ষিত ডেকা-ডাঙৰীয়া। এওঁলোকৰ কেইজনমানৰ লগত দীনবন্ধুৰ আগেয়ে আলাপ-পৰিচয় পৰ্য্যন্ত নাছিল; কিন্তু এতিয়া তেওঁলোকে দীনবন্ধুৰ ঘৰ খোৱা আৰু শোৱাৰ সময়তহে এৰে। সকলো সময়তে তেওঁ-লোকৰ আলোচ্য বিষয় প্ৰভাৱতী; লগে লগে চেক্ৰেটাৰী আৰু আন যি সকলৰ শুভাগমন হয় তেওঁলোকৰ বিষয়ে বিবিধ ৰসৰ বিবিধ কাহিনী। দীনবন্ধুৱে প্ৰথমতে এওঁলোকক সাদৰেৰে অভ্যৰ্থনা কৰিছিল; কিন্তু শেহত তেওঁলোকৰ মতি-গতি দেখি তেওঁ অত্যন্ত বিৰক্ত হৈ উঠিল। এদিন তেওঁ স্পষ্টভাৱেই ক'লে,—"ডাঙৰীয়াসকল, আজি মই আপোনা-লোকক একেবাৰ কথা ক'ব লগাত পৰিলোঁ; আশা কৰোঁ, তাৰ বাবে মোক খং কৰি বা গালি পাৰিয়েই ক্ষান্ত নহৈ আপোনালোকে অলপ গভীৰ-ভাবে চিন্তা কৰি চাব। আপোনালোকৰ কাৰ্য্যৰ পৰা স্পষ্টকৈ বুজা গৈছে যে খোৱা আৰু শোৱাৰ বাহিৰে আপোনালোকৰ নিৰ্দিষ্ট কৰ্ত্তব্য আৰু একো নাই, সেই কাৰণেই বাকী সময়খিনি কটাবলৈ উপায় বিচাৰি ফুৰিব লগা হৈছে। নিষ্কৰ্ম্মাৰ অন্তৰ পাপ চিন্তাৰে মলিন বুলি আপোনালোকে সদায় শুনি আহিছে। হয় নে নহয় ভাবি চাওক। ইমান দিনে আপোনালোকৰ মুখৰ পৰা পাপকাহিনী আৰু কুৎসিত পৰামৰ্শৰ বাহিৰে এটিমানো পুণ্য কথা, সজ পৰামৰ্শ ওলাইছে নে? আপোনালোকৰ যথেষ্ট সময় আছে, অথচ কৰিবলৈ কাম নাই। সেই সময় সজ কাৰ্য্য, সজ আলোচনাত নলগায় কিয়? আজি-কালি গাৱেঁ-ভূয়ে কিমান বেমাৰ-উমাৰ হৈছে! আপোনালোকে আন কৰিব নোৱাৰে, অন্ততঃ ফুৰাৰ লগতে দুই এখন গাৱঁত বেমাৰৰ সময়ত কেনে সতৰ্কতা ল'ব লাগে, তাৰ বিষয়ে মানুহক দুটা উপদেশ দিব পাৰে; স্বাস্থ্যৰক্ষা সম্পৰ্কে দুই-চাৰি কথা বুজাই দিব পাৰে। তাৰ পৰা আপোনালোকৰ কোনো ক্ষতি নহয়, অথচ বহুতো মানুহৰ উপকাৰ হ'ব। তাকে নকৰি কাৰ ঘৰলৈ কোন গ'ল, কোনে কাৰ কাণত ফুচফুচালে, কোনে গান গালে,—এইবোৰ কথাৰ আলোচনা কৰি আপোনালোকে নিজৰেই হওক বা পৰৰেই হওক, কাৰ কি উপকাৰ কৰিবলৈ গৈছে? সেই কাৰণে আপোনালোকক কওঁ—যদি কিবা সজ পৰামৰ্শ, সজ চৰ্চ্চা কৰিবলৈ ঠাই লাগে, তেন্তে মোৰ ঘৰ সদায় মুকলি পাব; কিন্তু কোনোমতেই মোৰ ঘৰক পাপ-উপাসনাৰ ঠাই কৰিবলৈ দিব নোৱাৰোঁ। তদুপৰি মোৰ শাসনত কেইবাটাও ছাত্ৰ আছে; আপোনালোকৰ আদৰ্শই সিহঁতক লক্ষ্যভ্ৰষ্ট কৰাৰ সম্ভাৱনা।

দীনবন্ধুৰ কথাত বেজাৰ পাই আলহীদল সেই দিনা সোনকালে উঠিল আৰু বাটে বাটে দীনবন্ধুৰ বিৰুদ্ধে বহুতো কথা আলচি গ'ল, কিন্তু এজন কি দুজনৰ বাহিৰে বাকীকেইজন পিচদিনাৰ পৰাই আকৌ আহিবলৈ ধৰিলে। আলোচনাও আগৰ দৰেই চলিয়েই থাকিল।

তৃতীয় আহুকালটো বৰ ডাঙৰ, তাৰ প্ৰকৃত অৱস্থাটো দীনবন্ধুৱে নিজেও ভালকৈ বুজা নাছিল। দীনবন্ধু কেতিয়াও পাৰ্থিব প্ৰেমত পৰা নাছিল। তেওঁ কত ঠাইত ফুৰিছে, কত যুৱতীৰ লগত সাক্ষাৎ কৰিছে, কত জনে নিজ নিজ কন্যাৰ 'ফটো' পঠিয়াই দি বিবাহ প্ৰস্তাৱ কৰিছে, তাৰ সীমা নাই; কিন্তু তেওঁ আজিলৈকে কাৰো মুখলৈ মুগ্ধনেত্ৰে চোৱা নাই, কাৰো মুখ দেখি তেওঁৰ অন্তৰত সাঁচ বহা নাই, হৃদয় আলোড়িত হোৱা নাই, কাৰো মুখ

এবাৰ দেখাৰ পিচত দ্বিতীয়বাৰ দেখিবলৈ তেওঁৰ আগ্ৰহ জন্মা নাই। বিবাহৰ বিষয়ে তেওঁৰ মত উমাকান্তৰ লগত আলাপত প্ৰকাশ পাইছে। তেওঁৰ মত আছিল—স্বামী-ভাৰ্য্যাৰ অস্তিত্ব বেলেগ দেখা গলেও প্ৰকৃততে একঅন্বয়ৰবেই ভাগ মাথোন। তেওঁলোক য'তে থাকক, পৰস্পৰৰ প্ৰতি অজ্ঞাত-ভাৱেই এটা আকৰ্ষণ অন্তৰ্নিহিত থাকে। যেতিয়ালৈকে ইটিয়ে সিটিক শৰীৰী অৱস্থাত দেখা নাপায়, তেতিয়ালৈকে কল্পনাৰাজ্যত বিচাৰি লয় আৰু সেই মানস-প্ৰতিমাকে প্ৰেম বিলাই নিজৰ পূৰ্ণ অনুভৱ কৰে। তাৰ পিচত যেতিয়া তেওঁলোকৰ সশৰীৰে সাক্ষাৎ ঘটে, তেতিয়া মুহূৰ্ত্তৰ ভিতৰতে দুয়োখনি হৃদয় কঁপি উঠে; কল্পনাৰ চিত্ৰ দিঠকত পাই সুপ্ত আকৰ্ষণ সজাগ হৈ উভয়কে একত পৰিণত কৰে। কেতিয়াবা ঘটনাচক্ৰৰ প্ৰবল ঠেলাত দুয়োৰো দৈহিক মিলন ঘটাত বাধা জন্মিব পাৰে; কিন্তু আধ্যাত্মিক মিলনে কোনো বাধা-বিঘিনিলৈ ভয় নকৰে।

যিদিনা প্ৰভাৱতীৰ লগত দীনবন্ধুৰ প্ৰথম সাক্ষাৎ ঘটে, সেইদিনা তেওঁৰ প্ৰাণত এটা নতুন ধৰণৰ স্পন্দন হৈছিল; সেই মুখ আকৌ চাবলৈ তেওঁৰ আগ্ৰহ জন্মিছিল, কিন্তু কিয় তেনে হৈছিল, কিয় তেওঁৰ চিৰকলীয়া অভ্যাসৰ পৰিবৰ্ত্তন ঘটিছিল, তেৰোঁ তাক সঠিককৈ বুজা নাছিল। কিন্তু তেওঁৰ অন্তৰত যে সেই দিনা কিবা এটা অস্বাভাৱিক আলোড়ন হৈছিল, সেইটো তেওঁ বোধকৰোঁ, অনুমান কৰিছিল। সেইদিনা তেওঁ এই কবিতাটো লিখিলে: —

## অতিথি

আজি বসন্তৰ প্ৰথম পুৱাতে
কিশলয়-কোমল হাতেৰে;
কোনে যেন পৰশিলে মোহা,
সাৰ পাই উঠিলোঁ ধৰেৰে!
সজাগত জুৰালে নয়ন
দিঠকৰ ৰূপৰ পোহৰে;
প্ৰাণ-মন নিলে মোৰ কাঢ়ি,
হলোঁ থৰ পুতলাৰ দৰে!
আহি ধীৰে নবীন অতিথি,
হৃদয়ৰ মেলিলে কপাট;
অন্তৰৰ নিভৃত কোণত
প্ৰবেশিল,—নীৰৱ নিমাত
ব্যক্ত হ'ল চকুৰ ঠাৰত
ভাৱময়ী প্ৰাণৰ কাহিনী;
নিশ্বাসত বাজিল বিণিকি
কি যে আহা ললিত ৰাগিনী!
খেদিবৰ নবল শকতি'
নিৰ্ঝৰিণী বলে আবেগৰ;
চিৰকাল ৰাখিম যতনে
নয়াগত অতিথি প্ৰাণৰ।

কিন্তু ইমানতেই শেষ নহয়। যদিও তেওঁ কাৰো আগত একো কোৱা নাছিল, যদিও প্ৰভাক কোনো প্ৰকাৰৰ সঙ্কেত দিয়া নাছিল, আন কি, প্ৰভাৰ লগত তেওঁৰ যৰতো সাক্ষাৎ কৰিবলৈ আপত্তি কৰিছিল, তথাপি প্ৰভাৱতীৰ যাতে মঙ্গল হয়, তাৰ নিমিত্তে তেওঁ সকলো সময়তে চিন্তা কৰিছিল। যদিও প্ৰাণীমাত্ৰৰেই মঙ্গল চিন্তা কৰা দীনবন্ধুৰ স্বভাৱ, তথাপি প্ৰভাৰ বিষয়ে চিন্তাত যেন কিবা অলপ বিশেষৰ আছিল।

প্ৰভাক তেওঁৰ আদৰ্শমতে গঢ়ি তুলিবলৈ তেওঁ যি আশা ৰাখিছিল, হৈ যোৱা ঘটনা তাৰ মাজত সোমোৱাত সেই আশা ক্ৰমশঃ ক্ষীণ হৈ আহিল।

তথাপি কেনেকৈ প্ৰভাক প্ৰলোভনৰ হাতৰ পৰা ৰক্ষা কৰিব, কেনেকৈ ষড়যন্ত্ৰৰ হাত এৰুৱাই, প্ৰভাক অবাটে নোযোৱাকৈ ৰাখিব, তাৰ উপায় উলিয়াবলৈ তেওঁ চিন্তা কৰিবলৈ ধৰিলে। প্ৰভাক সতৰ্ক কৰি দিবৰ মনেৰেই তেওঁ সেইদিনা "ভাৰতীয় নাৰীৰ স্বাধীনতা" শীৰ্ষক কিতাপখন পঠিয়াই দিছিল।

এমাহমানৰ মূৰত প্ৰভাই কিতাপখন ঘূৰাই দিলে আৰু লগতে এখন চিঠিও পঠিয়ালে। চিঠিখন পঢ়ি দীনবন্ধুৱে এটা হুমুনিয়াহ কাঢ়িলে। চিঠিখন তেওঁৰ কিতাপৰ সমালোচনা মাত্ৰ। দীনবন্ধুৱে ভাবিলে,—প্ৰভাৰ ঘৰলৈ যোৱা মানুহবিলাকৰ মতামতৰ ওপৰত নিৰ্ভৰ কৰিয়েই তেওঁ এই চিঠি লিখিছে। চিঠিখনত যিবোৰ কথা আছিল, তাৰ ভিতৰত এই কেইটা প্ৰধান :—

(১) "আপুনি স্ত্ৰী-স্বাধীনতাৰ সীমাটো যিমান ঠেকাই ধৰিছে সি কেতিয়াও যথেষ্ট হ'ব নোৱাৰে। সকলোৱে লগত মাক বাপেক বা ককায়েকক লৈ ফুৰাব নোৱাৰে; তেনেহলে আপোনাৰ মতে তেনে তিকতা ঘৰতে সোমাই থাকিব লাগিব নে কি? তাই শিক্ষা-লাভ কৰিবলৈ নাইবা নিজগত কাম কাজ কৰিবলৈ অনুপযুক্ত নে? যদি নহয়, তেন্তে তেনে তিকতা সকলো সমান, তাৰ তিকতা আটাইবোৰ চৰিত্ৰ-হীনা নে?

(২) "বিবাহ সম্পৰ্কে আপুনি তিকতাক যিমান-খিনি স্বাধীনতা দিছে, আৰু যিমানখিনি অভি-ভাৱকলৈ থৈছে, সিও মোৰ মতে ঠিক নহয়। অভি-ভাৱকৰ মত নহলেও শিক্ষিতা ডেকা-গাভৰুৰ বিয়া হবলৈ দিয়া উচিত; বিলাতত্তো তেনে হয়।"

(৩) "যি মতা মানুহৰ লগত নিৰ্ভীকভাৱে কথা পাতিব পাৰে, তেনে তিকতাৰ যদি মতাৰ লগত নিভৃত স্থানতো আলাপ হয়, তথাপি কিবা দোষ ঘটিব পাৰে বুলি মই ভাবিব নোৱাৰোঁ।"

সাময়ণিত লিখিছিল :—"আপোনাৰ পবিত্ৰ চৰিত্ৰ, নিঃস্বাৰ্থ দেশভক্তি প্ৰভৃতিৰ বাবে সকলোৱে ভক্তি কৰে, ভাল পায়। ময়ো আপোনাক অন্তৰৰে সৈতে ভাল পাওঁ, ভক্তি কৰোঁ। সেই দেখি হে মোৰ মনোভাব স্পষ্টকৈ ব্যক্ত কৰিবলৈ সাহ কৰিছোঁ। যদি তাত কিবা দোষ হৈছে ক্ষমা কৰিব।"

প্ৰভাৱতীৰ প্ৰথম চিঠি পঢ়ি দীনবন্ধুৱে তেওঁৰ বিষয়ে যেনেকৈ ভাবিছিল, এই চিঠি পঢ়ি তাতকৈ বহুতো বেলেগ দেখিলে। তেওঁ ভাবিলে নিশ্চয় প্ৰভাক গকুলচন্দ্ৰ প্ৰভৃতি ষড়যন্ত্ৰকাৰীদলে জালত পেলাবলৈ যত্ন কৰিছে; তেওঁলোকৰ বুজনিতেই প্ৰভাই তেওঁৰ মতৰ বিৰুদ্ধে চলিবলৈ স্থিৰ কৰিছে। কিন্তু প্ৰভাক তেনেকৈ চলিবলৈ এৰি দিলে হয়তো তেওঁৰ কিবা অমঙ্গল ঘটিব পাৰে,—পতন হ'ব পাৰে। আন যি হওক, দীনবন্ধুৱে প্ৰভাক ৰক্ষা কৰিবলৈ যত্ন কৰাটো তেওঁৰ কৰ্ত্তব্য বুলি স্থিৰ কৰিলে। প্ৰভাৰ পত্ৰৰ উত্তৰ স্বৰূপে তেওঁ এই চিঠিখন লেখিলে :—

ওঁ

সুচৰিতে,

তোমাৰ চিঠি পঢ়ি মোৰ বিশ্বাস হৈছে—তুমি মোৰ কিতাপখন ভালকৈ পঢ়ি চোৱা নাই; ওপৰে ওপৰে অ'ত ত'ত চাইছা মাত্ৰ। নহলে তুমি এতিয়া কৰা প্ৰশ্ন কেইটা কৰিব নালাগিলহেঁতেন। আটাই কেইটা প্ৰশ্নৰ উত্তৰ তাতে আছে।

তোমাৰ প্ৰথম আপত্তি—স্বাধীনতাৰ সীমা বৰ ঠেক হৈছে। দেশ, কাল, পাত্ৰ অনুযায়ী যে সেই সীমা ঠেক বা বহল হোৱা উচিত, তাক মই আগৰ

চিঠিতে দেখুৱাইছোঁ। তুমি বিলাতৰ স্ত্রী-স্বাধীনতাৰ কথা কৈছা, কিন্তু আমাৰ দেশ যে বিলাত নহয়, সেইটো পাহৰা কিয় ? তাত কেঁচুৱাৰ পৰা বুঢ়ালৈকে সকলো মতা-তিকতা একেলগে ফুৰিব পাৰে ; যাৰে তাৰে লগত কথাবতৰা পাতিব পাৰে। সেইকাৰণে তাত একো নতুনত্ব নাই, সি এটা দেশীয় প্রথা মাথোন। কিন্তু আমাৰ দেশত মতা-তিকতা সদায় বেলেগে থকা, বেলেগে ফুৰা-চকাই নিয়ম; সেই-কাৰণে হঠাৎ তাত ব্যতিক্রম ঘটিলে সি সকলোৰে চকুত পৰে, আৰু আন পিনে মতা-তিকতাৰ তেনে সমাগমৰ প্রচলন নথকাত যেয়ে সেয়ে আত্মসংযম কৰিব নোৱাৰে। আকৌ তোমাৰ কথাৰ পৰা যেনে বুজা গৈছে, তুমি বিলাতী স্ত্রী-স্বাধিনতাক ঠিক উদণ্ডীয়া গৰুৰ স্বাধীনতাৰ শাৰীত ধৰিছা, আচলতে কিন্তু তেনে স্বাধীনতা কোনো সভ্য সমাজত নাই। বিলাতৰ ভাল মানুহৰ তিকতাই নিজৰ স্বামী বা আত্মীয় মানুহ, নাইবা দাস-দাসী অথবা শৰীৰ-ৰক্ষী লগত নোলোৱাকৈ কেতিয়াও দেশ বিদেশত নুফুৰে। আমাৰ দেশতো যিসকল ব্রহ্মবাদিনীয়ে পূর্ব্ব-কালত সভা-সমিতিত যোগ দিছিল, তেওঁলোকেও নিজৰ স্বামী বা আপোন মানুহ লগত লৈহে তেনে কৰিছিল। ইয়াৰ লগতে আৰু এটা কথা মনত ৰখা উচিত যে আমাৰ মানুহ এতিয়া আগৰ দৰে শিক্ষিত নহয়, তিকতা দেখিলে সন্মান দেখুওৱা দূৰৰ কথা, যাকে তাকে সকাম দৃষ্টিপাত কৰাহে দেখা যায় তুমি বিলাতৰ কথা কৈছা, কিন্তু তাৰ অশিক্ষিত নাইবা অসংযত দলৰ স্বাধীনতাৰ পৰা কি কুফল ফলিছে তাক জানা নে ? উদণ্ডীয়া গৰুৰ স্বাধীনতাৰ নিচিনা স্বাধীনতা এইদলৰ ভিতৰত আছে আৰু তাৰ লগৰীয়া পাপ-ব্যভিচাৰৰ বিস্তাৰ ফলেই বিলাতত অসংখ্য জাৰজাশ্রমৰ সৃষ্টি কৰিছে। আমাৰ পুণ্যভূমি ভাৰতক এনে পাপ-দূষিত, কলুষিত কৰিবলৈ কোনো বিজ্ঞলোকে ইচ্ছা কৰিব নোৱাৰে। সেই কাৰণেই মই কৈছোঁ, বর্ত্তমান সময়ত অন্ততঃ আমাৰ দেশত স্বাধীনতাবাপন্ন মহিলায়ো নিজৰ আত্মীয়-স্বজনৰ অনুপস্থিতিত যেই সেই মানুহৰ লগত ঘনিষ্ঠতা ৰাখি চলা উচিত নহয়। তুমি কৈছা অভি-ভাৱকক লগত লৈ ফুৰোৱা সকলোৰে পক্ষে সম্ভৱ নহয়, কিন্তু তেতিয়া হলেও আত্মৰক্ষাৰ উপযোগী নিয়ম-কাৰণৰ বশবর্ত্তিনী হৈ আবুৰ ৰাখি চলিব পাৰি। তুমিও যদি মই বান্ধি দিয়া নিয়মৰ তলতীয়া হৈ চলা, তেনেহলে সেই নিয়ম-বোৰেই তোমাৰ অভিভাৱকৰ কার্য্য কৰিব।

বিবাহ সম্পর্কেও মই আগেয়ে কোৱা কথাকে আকৌ কওঁ। বিলাতত বিবাহ বৰ-কন্যাৰ বাছনিমতে বেছিকৈ হয় সঁচা, কিন্তু তাৰ ফলতেই যে বিবাহ-বিচ্ছেদ আদালত স্থাপিত হৈছে, সিও সঁচা। তাৰ কাৰণ ডেকা-গাভৰুৰ নির্ব্বাচনৰ সময়ত অকল ভোগ-লিপ্সা—ৰূপ-যৌৱনৰ আকর্ষণেই আন সকলো দোষ ঢাকি পেলায়। সেই দেখিয়েই বহুতো ক্ষেত্রত ভোগ-তৃষ্ণাৰ প্রথম উত্তেজনা মাৰ যোৱাৰ লগতেই আগেয়ে লুকাই থকা দোষবিলাক জল জল কৰে ওলাই পৰে, আৰু তাৰ ফলতেই আদালতৰ আশ্রয় লৈ এৰাএৰি হব লগা হয়। কিন্তু হিন্দুৰ বিবাহ তেনে ছুদিনীয়া বান্ধোন নহয়। এবাৰ বিবাহ মন্ত্র পঢ়ি জোৰা—সি কিমান উচ্চ। কিমান মহৎ। এই বিবাহে দুটি আত্মাৰ পৃথকীয়া অস্তিত্ব এক কৰে। সেই কাৰণেই অকল ৰূপ-যৌৱনৰ উন্মাদনাৰ দ্বাৰা পৰি-চালিত হৈ বিয়া কৰোৱা উচিত নহয়। এইবোৰ কাৰণতে মই কৈছিলোঁ যে আত্মতৃপ্তি-পৰিচালিত

যুৱক-যুৱতীৰ নিৰ্ব্বাচনৰ ওপৰত সংসাৰৰ অভিজ্ঞতা থকা অভিভাৱকৰ অনুমোদন অতীৱ আৱশ্যকীয়। প্ৰকৃত শিক্ষিত আৰু জিতেন্দ্ৰিয় নহলে, নাইবা আধ্যাত্মিক প্ৰেমৰ দ্বাৰা অনুপ্ৰাণিত নহলে যুৱক-যুৱতীৰ পাৰ্থিৱ প্ৰেম বহুতো অনৰ্থৰ মূল নহৈ নোৱাৰে।

আজি আৰু বেছি কথা নিলিখোঁ। আশা কৰোঁ, মোৰ কথাখিনি তুমি স্থিৰভাৱে এবাৰ ভাবি চাবা। ইতি।

তোমাৰ শুভাকাঙ্ক্ষী
শ্ৰীদীনবন্ধু

## পঞ্চদশ অধ্যায়

### প্ৰতাৰণা

দীনবন্ধুৰ চিঠি পঢ়ি প্ৰভাৱতীৰ মনত নানা চিন্তা হবলৈ ধৰিলে; তেওঁ বৈ বৈ চিঠিখন কেইবাবাৰো পঢ়িলে। কথাবোৰ তেওঁৰ মনত যুক্তিযুক্ত যেন বোধ হয়।

সেইদিনা দেওবাৰ আছিল। যদিও গকুলচন্দ্ৰ সাধাৰণতঃ সন্ধ্যাৰ পিচত হে প্ৰভাৰ ঘৰলৈ আহে, তথাপি দেওবাৰৰ দিনা কেতিয়াবা পুৱা বেলাও এবাৰ আহে। পুৱা বেলা আহিলে তেওঁক প্ৰায়েই প্ৰফুল্লিত দেখা যায়।

প্ৰভাৱতীয়ে তেতিয়া চিঠিৰ কথা ভাবি আছিল। তেওঁৰ চিন্তা ইমান গভীৰ আছিল যে কেতিয়া গকুলচন্দ্ৰ আহি সোমাল, তেওঁ তাৰ গমকে নাপালে। প্ৰভাক তেনে অৱস্থাত দেখি উকীলে মাত লগালে,—"কি হে? দেখোন তপস্যাত মগ্ন! কাৰ নিমিত্তে এই তপস্যা?"

প্ৰভা চক্ খাই উঠি উকীলক বহিবলৈ ক'লে। উকীলে বহাৰ লগে লগে সুধিলে,—"হাতত সেই খন কি?"

প্ৰভা : কিনো হব! দেখিছেই নহয়, সেইখন চিঠি।

উকীল : কোনে দিছে?

প্ৰভা : যেয়ে দিয়ক আপোনাৰ তাত প্ৰয়োজন কি?

উকীল : তোমাৰেই বা কবলৈ আপত্তি কি?

প্ৰভা : আপত্তি এয়ে যে এজনৰ চিঠি লৈ আনৰ লগত আলোচনা কৰা ভদ্ৰতা বিৰুদ্ধ।

উকীল : কোনে শিকালে তোমাক এনেবোৰ কথা! নিশ্চয় সেই দীনবন্ধুৱে। সি নিজে ভদ্ৰতাৰ নাম-গোন্ধ নাজানে, আকৌ লোকক ভদ্ৰতা শিকাবলৈ যায়!

প্ৰভাই বিৰক্তিৰ সুৰেৰে ক'লে,—"আপুনি যে মিছামিছিকৈ লোকক দোষাৰোপ কৰে, ইনো কোন দেশীয় ভদ্ৰতা?"

উকীল : মিছামিছিকৈ। সেইখন দীনবন্ধুৰ চিঠি নহয় নে? উস্! ইমান দিন তপস্বীৰ ভাও দি, এতিয়া প্ৰেমপত্ৰত ধৰিছে! এনে এটা ভয়ানক মানুহ মই দেখা নাই।

প্ৰভা : যাৰ মন যেনে সি আনকো তেনে দেখে।

উকীল : তুমি মোৰ ওচৰত লুকচুক কৰিবলৈ চেষ্টা কৰিছা কিয়? হাতে হাতে ধৰা পৰিছা, তথাপি ফাঁকি!

প্ৰভাৰ পেটে-পেটে খং উঠিল। সেহত আত্ম-সংবৰণ কৰি ক'লে,—"যদিও লোকৰ চিঠি দেখুওৱা ভদ্ৰতা-বিৰুদ্ধ, তথাপি যেতিয়া আপোনাৰ এনে কুসংস্ক

সন্দেহ হৈছে, চাওক এইখন দীনবন্ধুৰ প্ৰেমপত্ৰ।”

উকীলে চিঠিখন লৈ পঢ়িলে। তাৰ পিচত নীৰৱে চিন্তা কৰিবলৈ ধৰিলে।

প্ৰভাই ক'লে—“পিচে, প্ৰেমপত্ৰ পঢ়া হ'ল নে?”

উকীল আগৰ দৰেই চিন্তামগ্ন হৈ থাকিল।

প্ৰভা : নামাতে দেখোন! কিনো ভাবিছে?

উকীল : দীনবন্ধুৰ উদ্দেশ্য কি তাকেই ভাবিছোঁ?

প্ৰভা : চিঠিত নো কি বুজিব নোৱৰা উদ্দেশ্য ওলাল?

উকীল : দীনবন্ধুৰ নিশ্চয় এটা অসৎ উদ্দেশ্য আছে; নহলে এইদৰে যুক্তিহীন মিছা কথা নিলিখিলেহেঁতেন।

প্ৰভা : মিছা কথা! কোনবোৰ?

উকীল : তেওঁ কৈছে উদণ্ডীয়া গৰুৰ স্বাধীনতাৰ নিচিনা স্ত্ৰী-স্বাধীনতাৰ বাবে বিলাতত জাৰজাশ্ৰম থাকিব লগা হৈছে; কিন্তু সেইটো মিছা। আমাৰ দেশত তেনে স্বাধীনতা নোহোৱাতো জাৰজনোহোৱাকৈ আছে নে? ইফালে যে আমাৰ দেশত ভ্ৰূণহত্যা বেছিকৈ হয়, সেইটো হিচাব কৰকচোন। তেতিয়া হে ধৰা পৰিব ব্যাভিচাৰ ক'ত বেছি। আকৌ বিলাতত যুৱক-যুৱতীৰ নিৰ্ব্বাচন-মতে বিয়া হোৱাৰ পৰা এৰাএৰি হয় বুলিছে; কিন্তু আমাৰ দেশত অভিভাৱকৰ বাছনিমতে বিয়া হৈও বহুতৰ ঘৰ গুচি বাঁহতল হৈছে। এৰাএৰি হবৰ সুবিধা হোৱা হ'লে, এইবোৰ মানুহ জানো একেলগে থাকিলহেঁতেন? মুঠতে বিলাতী নিয়মহে সংসাৰীৰ উপযোগী। তেওঁ কৈছে যুৱক-যুৱতীয়ে উত্তিষ্ঠৎ নাভাবি অকল ভোগ-লিপ্সাৰ দ্বাৰা পৰিচালিত হৈ বিয়া কৰিছে পিচত এনেকৈ এৰাএৰি হয়; মই কওঁ সিও ভাল। সংসাৰী মানুহৰ উদ্দেশ্যই হৈছে সুখভোগ। যেনেকুৱা ভোগত যেতিয়া সুখ হয়, তেতিয়া তাকেই সাৱটি ধৰা উচিত, আৰু আমনি লাগিলেই এৰি দি নতুন সুখৰ সন্ধান কৰা কৰ্ত্তব্য। একে বিধ আহাৰ সদায় খাই থাকিলে সি আমুৱায়; সেই দেখি ৰুচি বঢ়াবলৈ মাজে মাজে তাৰ সাল-সলনি ঘটাই থাকিলেহে স্বাস্থ্য ভালে থাকে। এই কথাটো আন বিষয়ত প্ৰয়োগ কৰি বিবাহত নকৰাটোৱেই আমাৰ সমাজত ভুল। সেই দেখিয়েই বিলাতৰ মানুহ সুখী, আমাৰ মানুহ সদায় অসুখী আৰু দেখাতেই আধামৰা আধাজীয়া। দীনবন্ধুৰ কথা শুনিলে তুমিও সংসাৰ-সুখৰ পৰা বঞ্চিত হৈ বাঁৰী-বামুণীৰ দৰে জীৱন নিয়াব পাৰিবা মাথোন। মোৰ মতে তেনে জীৱনতকৈ মৰণেই ভাল।

উকীলৰ কথাত প্ৰভাৱতীৰ পূৰ্ব্ব ভাবৰ কিছু পৰিৱৰ্ত্তন হ'ল; তেওঁ কোনো উত্তৰ নিদি মৌন হৈ থাকিল।

উকীলে আকৌ ক'বলৈ ধৰিলে,—“দীনবন্ধুৰ লগত তুমি কোনো সম্পৰ্ক নৰখাই ভাল; নহলে বিপদত পৰিবা। তাৰ নিচিনা এটা বক-ধাৰ্ম্মিক দেশখনতে নাই।”

প্ৰভা : ক'তা মই দেখোন আজিলৈকে তাৰ কোনো চিন পোৱা নাই।

উকীল : পাবা কেনেকৈ? তোমাৰ চকুত ধূলি দিছে।

প্ৰভা : মই আপোনাৰ কথা একো বুজা নাই।

উকীল : তোমাৰ আমাৰ সম্পৰ্কে যে বহুতো বেয়া কথা মানুহে কাণাকাণি কৰিছে, সেইকথাতো জানা?

প্ৰভা : অলপ অলপ শুনিছোঁ।

উকীল : এইবোৰ কথা কাৰ পৰা ওলাইছে গম পাইছা জানো?

প্ৰভা : মই কেনেকৈ গম পাম?

উকীল : মই অনুসন্ধান কৰি জানিব পাৰিছোঁ, এই সকলো কথা দীনবন্ধুৰ পৰা ওলাইছে। সি তাৰ ঘৰত দল গোটাই কিবা এটা ষড়যন্ত্ৰ পাতি এইবোৰ কথা চাৰিওকালে প্ৰচাৰ কৰোৱাইছে।

প্ৰভা : মোৰ বিশ্বাস নহয়।

উকীল : তোমাৰ বিশ্বাস নহব পাৰে, কিন্তু কথাটো হলে সঁচা।

প্ৰভা : তাৰপৰা তেওঁৰ লাভ কি?

উকীল : লাভ কি কেনেকৈ ক'ম? কিন্তু এইটো হ'লে ক'ব পাৰোঁ যে আমি ইয়ালৈ অহাৰ পৰা তাৰ কিবা এটা স্বাৰ্থত ব্যাঘাত জন্মিছে; সেই কাৰণে সি আমাক আঁতৰাবলৈ নানা উপায় অৱলম্বন কৰিছে। বাহিৰত মিছা কলঙ্ক প্ৰচাৰ কৰি সি আমাক খেদাবৰ চেষ্টা কৰিছিল, কিন্তু তেনেকৈ তাৰ মনোৰথ-সিদ্ধি কৰিব নোৱাৰি, এতিয়া আকৌ বন্ধুভাবে নানা প্ৰকাৰ মিছা যুক্তি দেখুৱাই আমাক দূৰ কৰিবলৈ উপদেশ দিছে।

প্ৰভা : বাহিৰত ওলোৱা কথাবোৰ তেওঁ প্ৰচাৰ কৰিছে বুলি মোৰ মনে নধৰে।

উকীল : নধৰিব পাৰে; কাৰণ তুমি বোধকৰোঁ দীনবন্ধুৰ প্ৰেমত পৰিছা; সেই দেখি ওলাই থকা কথাও নেদেখা হৈছা। কিন্তু আমি প্ৰমাণ পোৱা কথা মিছা বুলিম কেনেকৈ?

উকীলৰ কথা শুনি প্ৰভাই একো নামাতিলে; তেওঁৰ মনত নানা চিন্তা হ্বলৈ ধৰিলে। সঁচাকৈয়ে দীনবন্ধুৱে এনে কাম কৰিছে নে? চিঠিত তেওঁ যেনে উপদেশ দিছে, তেনে ভাবেই সকলো কথা তেওঁক ভাঙি কোৱা হে উচিত আছিল। যদি তেওঁৰ মনত কিবা *সন্দেহ* জন্মিছিল, তেনেহলেও সেই *সন্দেহৰ* কথা স্পষ্টকৈ কৈ তেওঁৰ মতামত প্ৰকাশ কৰা হ'লে হে প্ৰকৃত বন্ধুৰ কাম হ'লহেঁতেন। তাকে নকৰি তেওঁ এনে নীচ উপায় অৱলম্বন কৰিছে কিয়? প্ৰভাই কোনটো সঁচা, কোনটো মিছা একোকে স্থিৰ কৰিব নোৱাৰিলে।

প্ৰভাৰ ঘৰৰ পৰা গৈ উকীলে মহেশ আৰু লক্ষ্মীকান্তৰ লগত কিবা পৰামৰ্শ কৰিলে।

সেইদিনা মহেশ আৰু লক্ষ্মীকান্তৰ লগতো প্ৰভাৰ সেই একে বিষয়ৰ আলোচনা হ'ল। সুয়োজনে উকীলৰ কথা সম্পূৰ্ণ সমৰ্থন কৰিলে। লগে লগে এনে কিছুমান কথা সাজি-পাৰি প্ৰভাক শুনালে যে প্ৰভাই তেওঁ-লোকৰ কথা কিছু পৰিমাণে বিশ্বাস নকৰাকৈ থাকিব নোৱাৰিলে। দীনবন্ধুৰ ওপৰত প্ৰভাৰ এটা অভিমান হ'ল; তেওঁ দীনবন্ধুক কিছু টান কথা শুনাই এখন

চিঠি লিখিবলৈ ঠিক কৰিলে; কিন্তু মহেশ আৰু লক্ষ্মীকান্তই তেওঁক তেনে কৰিবলৈ মানা কৰিলে। তেওঁলোকে ক'লে যে দীনবন্ধুৰ ষড়যন্ত্ৰৰ কথা প্ৰভাই গম নোপোৱাৰ ভাও ধৰি মনে মনে থকাই ভাল; ধৰা-পৰা যেন দেখিলে দীনবন্ধুৱে হয়তো এনে কিবা ভীষণ উপায় অৱলম্বন কৰিব যে তেতিয়া কাৰো নিস্তাৰৰ উপায় নাথাকিব। মহেশ আৰু লক্ষ্মীকান্তৰ উপদেশ শুনি প্ৰভাই দীনবন্ধুলৈ কোনো চিঠিপত্ৰ নিলিখাকে স্থিৰ কৰিলে।

## ষোড়শ অধ্যায়

### প্ৰত্যাখ্যান

বালিকা-স্কুল স্থাপন হোৱাৰ পৰা দুমাহমান গ'ল। ইয়াৰ ভিতৰতে বহুতো সাল-সলনিৰ আগন্তুক হৈছে।

বস্তাক এখন বিদ্যালয় পাতি দিবৰ মনেৰে গকুল উকীল, কমল বাজখোৱা প্ৰভৃতিয়ে গৱৰ্ণমেণ্টৰ সাহায্য ভিক্ষা কৰি ইতিপূৰ্ব্বেই এবাৰ আবেদন কৰিছিল; কিন্তু গৱৰ্ণমেণ্টে বাইজৰ আগ্ৰহ নেদেখিলে তেনে সাহায্য কৰিব নোখোজে বুলি উত্তৰ দিলে। লগতে ইয়াকো ক'লে যে বাইজে যদি কিছু টকা উঠাই মূলধন ভৰিব পাৰে, তেনেহলে গৱৰ্ণমেণ্টে আনন্দেৰে সৈতে, যথাযোগ্য দান আগ বঢ়াব। এই উত্তৰ পাই আবেদনকাৰীসকলে এখন বাজহুৱা সভা পাতি স্কুল-স্থাপনৰ সম্পৰ্কে আয়োজন কৰিবলৈ স্থিৰ কৰিছিল; কিন্তু কৃতকাৰ্য্য হ'ব নোৱাৰিলে।

দীনবন্ধুৰ মতেই বেলেগ। চলিত বালিকা বিদ্যালয়ৰ শিক্ষাপ্ৰণালী তেওঁ সমূলি সমৰ্থন নকৰে; সেই দেখিয়েই তেওঁ গৱৰ্ণমেণ্টৰ সাহায্য লবলৈ অনিচ্ছুক। বাইজৰ বৰঙনি আৰু স্কুলৰ উৎপন্নৰ ওপৰত নিৰ্ভৰ কৰি চলাৰ পৰাকৈ বিদ্যালয় গঢ়া হে তেওঁৰ উদ্দেশ্য আছিল; সেই দেখিয়েই তেওঁ তেতিয়া গকুল উকীল প্ৰভৃতিৰ লগত যোগ দিয়া নাছিল। এতিয়া আয়োজন কৰোতেও তেওঁ নিজৰ আদৰ্শমতে স্কুলে চলাব পাৰিব বুলিহে ভাৰ হাতত লৈছিল; কিন্তু কাৰ দুৰ্ভাগ্যৰ গুণে ক'ব নোৱাৰোঁ স্কুলৰ লগত তেওঁৰ সম্পৰ্কই নৰ'ল।

স্কুলৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ নিৰ্দ্দেশ মতে বাইজৰ পৰা উঠা টকাৰ উল্লেখ কৰি চেক্ৰেটাৰীয়ে আকৌ গৱৰ্ণমেণ্টলৈ আবেদন কৰিলে আৰু পূৰ্ব্বৰ প্ৰতিশ্ৰুতিৰ কথা সোঁৱৰাই দিলে। এই আবেদন পাই এটা স্থায়ী ঘৰ সাজিবলৈ গৱৰ্ণমেণ্টে ৫০০০ টকা দান কৰিলে আৰু প্ৰভাৰ ঘৰৰ আগত থকা চৰকাৰী মাটি ডোখৰতে স্কুল সাজিবলৈ অনুমতি দিলে। অকল সেয়ে নহয়, প্ৰভা থকা ঘৰটো যি মাটিত আছিল, সেই মাটিখিনিও পট্টাদাৰক মূল্য দি চৰকাৰী কৰি দিলে; ঘৰটো স্কুলৰ ধনেৰে কিনি লোৱা হ'ল। লোকেলবোৰ্ড আৰু মিউনিচিপেলিটিয়েও কিছু কিছু টকা মঞ্জুৰ কৰিলে আৰু মাহেকীয়া সাহায্যৰো প্ৰতিশ্ৰুতি দিলে।

এতিয়া নিৰ্দ্দিষ্ট ঠাইত ঘৰ সজাৰ যো-যা চলিব লাগিছে। স্কুল আগৰ নিয়মেই চলি আছে, মাত্ৰ কমিটিত স্কুলৰ ডেপুটি ইন্‌স্পেক্টৰক সভ্য ল'ব লগা হোৱাত তপেশ্বৰৰ নাম বাদ পৰিল আৰু জিলাৰ বৰ চাহাব সমিতিৰ সভাপতি নিযুক্ত হ'ল।

এইবোৰ দেখি শুনি দীনবন্ধু নীৰৱে থাকিল আৰু তেওঁ দলৰ বাহিৰত থকাৰ বাবে অসন্তোষ প্ৰকাশ নকৰি সন্তুষ্টহে হ'ল; আৰু সুবিধা কৰিব

পাৰিলেই তেওঁৰ আদৰ্শমতে এখন শিক্ষাশ্ৰম পাতি-বলৈ মনে মনে সঙ্কল্প কৰিলে।

প্ৰভাৰ ঘৰত মানুহৰ সমাগত পূৰ্ব্বৰ দৰেই। এই বিষয়ে বাহিৰত নানাপ্ৰকাৰ কলঙ্ক-কাহিনী যে প্ৰচাৰ হৈছে, তাত কোনো সন্দেহ নাই; কিন্তু দীনবন্ধুৰ লগত সেই প্ৰচাৰকাৰ্য্যৰ অলপো সম্পৰ্ক নাই। চেক্ৰেটাৰী আদিয়ে নিজ নিজ স্বাৰ্থৰ কাৰণে মিছা কথা সাজি কৈছিল। তেওঁলোকৰ উপদেশ মতেই প্ৰভাই সেই দিনাৰে পৰা দীনবন্ধুক একো লোধা নাই।

এই ঘটনাৰ কিছুদিন পিচত এদিন মহেশচন্দ্ৰ চেক্ৰেটাৰী অহাৰ পিচত প্ৰায় ৰাতি দুপৰত প্ৰভা-ৱতীৰ ঘৰলৈ গ'ল। প্ৰভাই তেতিয়া ভাত-পানী খাই শুবলৈ কাৰবাৰ কৰিছিল। হঠাৎ দুৱাৰত শব্দ শুনি তেওঁ দুৱাৰ মেলি দিলে; লগে লগে মহেশচন্দ্ৰ ভিতৰত সোমাই আহিল আৰু প্ৰভাৰ মুখলৈ চাই মিচিকি মিচিকি হাঁহি চকি এখনত বহিল; প্ৰভা ওচৰতে থিয় হৈ থাকিল। অলপ বেলিৰ মূৰত মহেশে ক'লে,—"মই হঠাৎ অহা দেখি বেয়া পালা নে কি?"

প্ৰভা : বেয়া পোৱা নহয়, কিন্তু অলপ পলম হোৱা হলে মোক লগ নাপালেহেঁতেন; মই শুবলৈ ধৰিছিলোঁৱেই।

মহেশ : শুবৰ সময়ত আমনি কৰাৰ বাবে ক্ষমা কৰিব। এটা বিশেষ কাৰণত এতিয়াই লগ নধৰিলে নহয় দেখিহে আহিলোঁ।

প্ৰভা : সি নো কি?

মহেশ : নতুন কথা বিশেষ একো নহয়। দীন-বন্ধুহঁতে আমাৰ বিৰুদ্ধে কি কৰিছে শুনিছেই আছা।

প্ৰভা : সেইটো আপোনালোকৰ পৰাই শুনিছোঁ; সেই কাৰণে আপোনালোক যেতিয়াই তেতিয়াই নাহিলেহে মঙ্গল।

মহেশ : এতিয়া অহা নহা একে কথাই। কথা যিমান ওলাব পাৰে ওলাই গৈছে, বৰং এতিয়া অহা যোৱা বন্ধ কৰিলে মানুহৰ বিশ্বাস বেছি হে হ'ব।

প্ৰভা : যদি প্ৰতিকাৰৰ কোনো উপায়েই নাই, তেন্তে তাৰ আলোচনাৰ পৰা লাভ কি?

মহেশ : মোৰ এটা কথা কব লগা আছে।

প্ৰভা : কি কথা?

মহেশ : কথাটো হৈছে—মই তোমাক প্ৰাণ ভৰি ভাল পাওঁ, তুমিও মোক তেনে-কৈয়ে ভাল পোৱা; অথচ লোকনিন্দাৰ ভয়ত নিচেই ওচৰত হৈও আঁতৰত থাকিব লগা হৈছে। কিন্তু যিবোৰ কলঙ্ক-কাহিনী মানুহৰ মুখে মুখে হৈছে, তাতকৈ, বেছি আৰু কি লোকনিন্দা হ'ব পাৰে! জাতো যাব, পেটো নভৰিব, ইয়াতকৈ দুখৰ কথা আৰু কিবা আছে নে? সেই কাৰণে মই ভাবিছোঁ বোলো কলঙ্ক যেতিয়া প্ৰচাৰ হৈছে সঁচাকৈয়ে হওক।

প্ৰভা : আপুনি এইবোৰ কি কৈছে?

মহেশ : তুমি মোৰ কথা বুজা নাই নে? চোৱাঁ তুমি মই এক; ইমান দিন লোকৰ ভয়ত বেলেগ হৈ আছিলোঁ। কিন্তু এতিয়া লোকেই যেতিয়া লগলগাই দিছে আৰু বেলেগ হৈ থাকোঁ কিয়?

এইদৰে কৈয়েই মহেশে প্ৰভাৰ হাতত খাপ

মাৰি ধৰিলে। প্ৰভাৰ তেতিয়া মুখৰ বৰণ সলনি হ'ল, চকুৰ পৰা ফিৰিঙটি উকৰিবলৈ ধৰিলে। প্ৰভাই এছাৰ মাৰি মহেশৰ হাতটো একবাই বিজুলী বেগেৰে ভিতৰৰ খোটালিত সোমাল আৰু মাজৰ দুৱাৰ বন্ধ কৰি দিলে। তাৰ পিচত ক'লে—"আপুনি এই মুহূৰ্ত্ততে ইয়াৰ পৰা আঁতৰ হওক; ভৱিষ্যতলৈ কেতিয়াও এই ঘৰত ভৰি নিদিব। নহলে ফল ভাল নহ'ব।"

সেই দিনা ৰাতি প্ৰভাৱতীৰ টোপনি নাহিল; নানা চিন্তাত তেওঁ আকুল হৈ পৰিল। বাহিৰত কলঙ্ক, ভিতৰত এই নীচতা। ইয়াৰ ভিতৰত তেওঁৰ প্ৰকৃত পথ কোনটো? একোবাৰ ভাবে যদি ভালে থাকিলেও এনে বদনামৰ হাত সাৰিব নোৱাৰি, তেনেহলে বেয়া হোৱাতেই বা হানি কি? আকৌ ভাবে, পৰে দোষী বুলিলেও মই যদি নিজে দোষ নকৰোঁ, তেনেহলে অন্ততঃ নিজক সান্ত্বনা দিবলৈ বাট থাকিব। এই চিন্তাৰ লগে লগে পুনঃ পুনঃ দীনবন্ধুৰ কথা তেওঁৰ মনত পৰিবলৈ ধৰিলে। দীনবন্ধুও তেওঁৰ শত্ৰু! যি তেওঁৰ আশা ভৰসাৰ স্থল, যাক পুৰুষ-ৰত্ন, বিপন্নৰ বন্ধু বুলি প্ৰভাই দেৱতাৰ শাৰীত ঠাই দিছিল, তেৱোঁ যদি পৰৰ নিন্দা কুৎসা আদি ৰটনাত ব্যস্ত, তেন্তে কাকনো তেওঁ বিশ্বাস কৰিব! দীনবন্ধুৱেই যদি এনে সঙ্কীৰ্ণমনা, তেন্তে আন কোনে তেওঁৰ নিৰ্দ্দোষিতা স্বীকাৰ কৰিব! প্ৰভাই এবাৰ দীনবন্ধুলৈ সকলো কাহিনী বৰ্ণাই এখন চিঠি লিখিব খুজিছিল আৰু তেওঁনো কিয় এনে অসত্য কথা অন্যায়ৰূপে প্ৰচাৰ কৰিছে, তাক সুধিবলৈকো স্থিৰ কৰিছিল। কিন্তু ইমান দিন চিঠি পত্ৰ বন্ধ কৰাৰ পিচত, এতিয়া লিখিবলৈ লাজ লাগিল। অকল সেয়ে নহয়, এই চিন্তাৰ লগে লগে এটা অজ্ঞাত অভিমানৰ ভাবো তেওঁৰ মনলৈ আহিল। প্ৰভাৰ চকুত চকুলো ওলাল। পাটীত পৰি বহুত পৰলৈকে উচুপি উচুপি কান্দিবলৈ ধৰিলে।

# সপ্তদশ অধ্যায়

## গোপন পৰামৰ্শ

গদাধৰ শৰ্ম্মাৰ দোকানত সান্ধ্য সম্মিলন আগৰ দৰেই চলি আছে। কাৰ্ত্তিকচন্দ্ৰক লগ লগোৱাৰ পৰা খৰচৰ বাবেও বিশেষ চিন্তা কৰিব লগা হোৱা নাই। গদাধৰৰ খাতাত কাৰ্ত্তিকৰ নামেই বেছি ভাগ হিচাপ ৰখা হৈছে। বালিকা-বিদ্যালয় স্থাপন হৰবে পৰা গকুলচন্দ্ৰ এই মজলিছত অতি অলপ সময় হে থাকে। কমলচন্দ্ৰ, সৰ্ব্বানন্দ আৰু কৃষ্ণকুমাৰ গকুলচন্দ্ৰৰ ব্যৱহাৰত অসন্তুষ্ট; গকুলচন্দ্ৰয়ো তাৰ গম নোপোৱাকৈ থকা নাই।

ওপৰত কৈ অহা ঘটনাৰ পিছত এদিন পান-ভোজনৰ শেহত কমলচন্দ্ৰ আৰু কৃষ্ণকুমাৰ সৰ্ব্বানন্দৰ ঘৰলৈ আহিল। তাৰ পিছত তিনিওজনে আলোচনা কৰিবলৈ ধৰিলে।

কমলচন্দ্ৰ : পিচে কুলধনৰ বিষয়ে কি কৰা যায়?

কৃষ্ণ : এৰা, তাকেইতো ভাবিছোঁ।

সৰ্ব্বা : কিবা এটা নকৰিলে নহয়; মানুহৰ কথা শুনি আমনি লাগিছে।

কমল : গকুল উকীলৰ কাণ্ড দেখিছা! তাক-ইমান যত্ন কৰি চেক্ৰেটাৰী পাতিলোঁ, এতিয়া সি আমাৰ খবৰকে নোলো-ৱাত পৰিল।

সৰ্ব্বা : তুমিয়েই হে সকলো অনৰ্থৰ মূল!

তুমি যদি সেই দিনা ফাঁকি-ফুঁকা দি তাক চেক্রেটাৰী নাপাতিলাহেঁতেন, তেনেহলে তাৰ কি সাধ্য চেক্রেটাৰী হয়। মই তুমি নিজেই চেক্রেটাৰী হ'বা বুলি ভাবিছিলোঁ; পিছত তাক পতা দেখি অবাক হলোঁ।

কৃষ্ণ : মই ভাবিছোঁ তেতিয়াই এটা ডাঙৰ ভুল হ'ল। শাস্ত্রমতে "লেখনী-পুস্তিকা-কান্তাঃ পৰহস্তগতা গতাঃ।" এতিয়াও স্কুলৰ ভাৰ পৰৰ হাতত দিয়াৰ পৰাই সকলো সুবিধা গ'ল। শহনিত এবাৰ গৰু চৰিবলৈ এৰি দিলে, কেতিয়াবা জানো ভাল ফল পায়! সেই দেখি সকলো দোষ তোমাৰ গাত।

কমল : মই জানো পৰাত তাক চেক্রেটাৰী পাতিছিলোঁ? বাইজে দীনবন্ধুৰ নিমিত্তে যেনেকৈ ধৰিছিল, আকৌ আমাৰ ভিতৰতে খোৱা-কামোৰা লগা হ'লে সকলো পণ্ড হ'লহেঁতেন। সেই দেখিহে বোলো একেবাৰেই হাতৰ পৰা এৰাই যোৱাতকৈ যেনে-তেনে আমাৰ দলতে ৰাখোঁ।

সৰ্ব্বা : সেইটো যি হ'ল হ'ল; পিচে এতিয়া কৰা যায় কি?

কমল : অইন আৰু কি কৰিম; যেনে তেনে উকীলক চেক্রেটাৰী ভাঙিব লাগে।

সৰ্ব্বা : কেনেকৈ?

কৃষ্ণ : মই ভাবিছোঁ অতি সহজে সেইটো কাম সিদ্ধি কৰিব পাৰি। পুৰাতত্ত্ব আলোচনা কৰিলে পোৱা যায়, দুৰ্য্যোধনে ভীমক দুৰ কৰিব নোৱাৰি বিহ খুৱাই দিছিল। এতিয়া উকীলৰ মদত বিহ মিহলাই দিলেই সকলো ঠিক হব। শেহত মদ খাই মৰিল বুলি প্ৰমাণ হৈ যাব।

কমল : সিমান ভয়ঙ্কৰ উপায় নিৰিচাৰিলেও হ'ব। আজি কালি প্ৰায় সকলো মানুহৰ মুখতে প্ৰভাৱতী, উকীল, মহেশ আৰু লক্ষ্মীকান্তৰ কথা। সেইবোৰ কথাৰ নিয়মমতে বিচাৰ কৰিব লাগে।

সৰ্ব্বা : কিন্তু প্ৰমাণ কৰিব নোৱাৰিলে, তেনে কথা উলিওৱা নিৰাপদ নহয়।

কৃষ্ণ : মই আৰু এটা উপায় ভাবিছোঁ। পুৰাতত্ত্বমতে দেৱতা সকলে সুন্দ-উপসুন্দক বলে নোৱাৰি তিলোত্তমাক পঠিয়াই দিছিল। তেওঁক দেখি দুয়ো যুদ্ধ কৰি মৰি থাকিল; তেতিয়া বিনা-যুদ্ধে দেৱতাৰ জয় হ'ল। এতিয়া উকীল আমাৰ যেনে শত্রু দীনবন্ধু তাতকৈ চৰা হলেও কম নহয়; তিলোত্তমা-ৰূপিণী প্ৰভাৱতী আছেই। দুয়োটাক লগাই দিব পাৰিলেই আমি বহি থাকিয়েই কাৰ্য্য-সিদ্ধি কৰিব পাৰিম।

কমল : এইবাৰ হলে তোমাৰ বুদ্ধিটো নশলাগি নোৱাৰিলোঁ। ঠিক, এয়েই আটাইতকৈ প্ৰশস্ত উপায়।

কৃষ্ণ : মই ভাবিছোঁ, ই তেনে নহৈ নোৱাৰে। শাস্ত্রমতে ইয়াকে বোলে খা-খৰাহ নীতি।

সৰ্ব্বা : বুদ্ধিটো লেখাত ভাল হলেও কামত

লগোৱা উজু নহয়। দীনবন্ধুক সহজে কোনেও বশ কৰিব নোৱাৰে।

কমল : সেইটো ময়ো জানো। সেই দেখিয়েই আমি এতিয়া অলপ বেঁকা বাটে বাট ল'ব লাগিব।

সৰ্ব্বা : মই এতিয়াও তোমাৰ কথা বুজা নাই।

কমল : শুনা তেন্তে। মানুহৰ মুখত যিবোৰ কথা শুনা গৈছে সেইবোৰ সঁচা বুলি প্ৰমাণ কৰিব লাগিব। দীনবন্ধুৰ মনত বিশ্বাস জন্মাই দিব পাৰিলেই, তেওঁ তাৰ প্ৰতিকাৰৰ উপায় কৰিব।

সৰ্ব্বা : কিন্তু বিশ্বাস জন্মাকৈ প্ৰমাণ জানো কোনোবাই দিব পাৰিব?

কমল : মোৰ বিশ্বাস, পৰা যাব। তুমি জানা নহয় স্কুল পাতিবৰ দিনাৰে পৰা ভূতনাথৰ লগুৱাটো তাৰ চকিদাৰ আছিল। পিচে, তাৰপৰা নিয়ম মতে কাম নচলে বুলি কালি চেক্ৰেটাৰীয়ে খেদাই দি তাৰ সলনি এজনী তিকতা ৰাখিছে। ভূতনাথে স্কুলৰ দৰমহাতে এটা লগুৱা পাই আহিছিল: এতিয়া তাক খেদোৱাত তেওঁ বৰ বেজাৰ পাইছে। সেই দেখি তেওঁ স্কুল আৰু প্ৰভাৰ কেনেকৈ অপকাৰ কৰিব, তাকে ভাবিব লাগিছে। কালি তেওঁ মোৰ ঘৰলৈ গৈ চেক্ৰেটাৰী প্ৰভৃতিৰ বহুতো বদনাম ক'লে আৰু এই বিষয়ে বিচাৰ হ'লে তেওঁৰ লগুৱাৰ হতুৱাই যেনেকৈ লাগে তেনেকৈ সাক্ষী দিয়াবলৈ গাত লৈছে।

সৰ্ব্বা : তেনেহলে ভাল কথাই। আৰু এটা কথা,—লক্ষ্মীকান্তক হাতত লব নোৱাৰি নে? তাক যদি কোৱা যায় যে সি আমাৰ শিকনিমতে কাম কৰিলে তাৰ বিৰুদ্ধে ওলোৱা কথা এৰি দিয়া যাব, আৰু শিক্ষয়িত্ৰীৰে সৈতে চেক্ৰেটাৰীৰ দোষ সাব্যস্ত হ'লে তাৰ জীয়েকক কামটো দিয়া যাব, তেতিয়া নিশ্চয় সি আমাৰ কথা শুনিব।

কমল : ঠিক ধৰিছা, তাৰ পৰা বহুতো কাম হ'ব পাৰে এতিয়া আমি সিহঁতৰ হতুৱাই কিছুমান কথা সিহঁতে নিজ চকুৰে দেখা বুলি দীনবন্ধুৰ আগত কোৱাব লাগিব।

কৃষ্ণ : মই ভাবিছোঁ আৰু এটা কাম কৰিব লাগিব। এই সকলোবোৰ বৰ্ণাই এখন বেনামী চিঠি বৰ চাহাবলৈ পঠিওৱা উচিত। যিমান উপায় আটাইবোৰতে হাত দিলেহে এটা নহয় এটাই কাম কৰিব। উদ্ভিদ্‌তত্ত্বৰ মতেও বহুবিধ খেতি কৰিলে এবিধ নহয় এবিধ ভাল হবই। একেবিধ খেতি কৰিলে হ'ল যদি হ'ল নহল যদি তেনেয়েই গ'ল।

সৰ্ব্বা : হয়, ময়ো এই কথা সমৰ্থন কৰোঁ। বাজখোৱাই এখন চিঠি ভালকৈ লিখি আনিব; মোৰ "টাইপ ৰাইটাৰ" আছে তাতে "টাইপ" কৰি পঠাব লাগে।

কমল : বাৰু তেন্তে মই কালিলৈ সেইখন লিখি লৈ আহিম; লগতে সাক্ষীকেইটাৰ হতুৱাই কি কোৱালে ভাল হ'ব তাকো ভাবি-চিন্তি আহিম;

তোমালোকেও সেই বিষয়ে ভালকৈ ভাবিবা।

ইয়াৰ পিচত কমলচন্দ্ৰ আৰু কৃষ্ণকুমাৰ ঘৰাঘৰি গ'ল। সৰ্ব্বানন্দও ভিতৰ সোমাল।

# অষ্টাদশ অধ্যায়

## ভীষণ প্ৰতিজ্ঞা

বালিকাস্কুলৰ শিক্ষয়িত্ৰীৰ সম্পৰ্কে নানাপ্ৰকাৰ কেলেঙ্কাৰীৰ কথা গোটেই জিলাতে ৰাষ্ট্ৰ হ'ল।

গকুলচন্দ্ৰই বহুত ভাবি-চিন্তিও কি কৰা উচিত একো স্থিৰ কৰিব নোৱাৰিলে। প্ৰভাৰ তালৈ অহা-যোৱাত যে তেওঁৰ উদ্দেশ্য সাধু আছিল এনে হয়। তেওঁৰ অসংখ্য কুৎসিৎ প্ৰেমৰ কাহিনী নজনা মানুহ কোনো নাই। মোকৰ্দ্দমা লগা তিকতাৰ পৰা শিক্ষিতা মহিলালৈকে সকলোৱে তেওঁৰ চৰিত্ৰৰ আভাস পাইছে। তেনে স্থলত ইমান দিনৰ সমাগমৰ পিচত প্ৰভাৱতীক পবিত্ৰ কৰি ৰাখিছে বুলি কোনেও বিশ্বাস কৰিব নোৱাৰিছিল।

কিন্তু যেয়ে যি অনুমান কৰক, চেক্ৰেটাৰীয়ে প্ৰভাৰ বিশেষ অন্যায় একো কৰিব পৰা নাছিল; দিনৌ প্ৰভাৰ বদন দৰ্শন আৰু বাক্যালাপ শ্ৰৱণ কৰি আনন্দ লাভ কৰিছিল মাথোন। বহুত দিন অসংযতভাবে আলাপ কৰিছিল সচাঁ, কিন্তু প্ৰভাক স্পৰ্শ কৰিবলৈ সাহ কৰা নাই; প্ৰভাক তেওঁৰ ভোগৰ সামগ্ৰী কৰিবলৈ চেষ্টা কৰিছিল যদিও, কৃতকাৰ্য্য হ'ব পৰা নাই। উকীলৰ মনত সদায় খেলাইছিল যে প্ৰভা বিবাহিতা হোৱা হ'লে কি জানি তেওঁৰ উদ্দেশ্য সিদ্ধি হোৱা ইমান কঠিন নহ'লহেঁতেন। কিবা ঘটনা ঘটি লোক চকুত পৰিলে এতিয়া ঢাকিবলৈ উপায় নাই দেখিহে প্ৰভাই তেওঁক ইমান দিনেও আত্মসমৰ্পণ কৰা নাই। তেওঁ মনে মনে ভাবিলে যদি প্ৰভাৰ এনে কোনোবা মানুহৰ লগত বিয়া হয়, যি সদায় একে ঠাইতে থাকিব নোৱাৰে, অথচ প্ৰভাই ইয়াতে থাকি স্কুলত কাম কৰাত হকাবাধা নকৰে, তেনেহলেই সকলো সিদ্ধি হ'ব। এফালে কলঙ্কৰ প্ৰচাৰ বন্ধ হব আৰু আনফালে তেওঁৰ মনোৰথ পূৰ্ণ কৰিবলৈকো চল লাগিব। কেনেকৈ এই কাৰ্য্য হৈ উঠিব তাক তেওঁ একেৰাহে চিন্তা কৰিবলৈ ধৰিলে।

আজি কেইদিনমান ৰাজহুৱা পাঠাগাৰলৈ উকীলৰ সমাগম হৈছে। যদিও সাধাৰণতঃ তেওঁ বাতৰি-কাকত নপঢ়ে আৰু নলয়ো, তথাপি এই কেইদিন ৰাজহুৱা পুথি ভঁৰালৰ আটাইকেইখন বাতৰি কাকতকে ওলটপালটকৈ চোৱা দেখিবলৈ পোৱা গৈছে। এইদৰে চাই থাকোঁতেই এদিন এখন কাকতত তেওঁ কিবা এটা পালে; তেওঁৰ মুখত আনন্দৰ জেউতি দেখা গ'ল। লাইব্ৰেৰিয়ানক কৈ তেওঁ কাকতখন হাতত ললে আৰু পোনে-পোনেই প্ৰভাৰ ঘৰলৈ আহিল।

উকীলে বহিয়েই মাত লগালে,—"পিচে তোমাৰ কথা চাৰিওফালে কেনেকৈ বিয়পিছে, শুনিছা নহয়?"

প্ৰভা : শুনিছোঁ।

উকীল : মই অনুসন্ধান কৰি নিৰ্ভুলকৈ জানিছোঁ, এই সকলোবোৰ সেই ভণ্ড-তপস্বী দীনবন্ধুৰ কাম।

প্ৰভাই একো নামাতিলে, যেন তেওঁৰ অন্তৰত হাজাৰ হাজাৰ বৃশ্চিকে দংশন কৰিছিল।

উকীলে ক'লে—"পিচে এতিয়া কি কৰা যায়?"

প্ৰভা : কিনো কৰিম।

উকীল : মই ভাবি চিন্তি এটা উপায় পাইছোঁ।
প্ৰভা : কি ?
উকীল : কাৰবাৰ লগত তোমাৰ বিয়া হোৱাৰ বাহিৰে আন উপায় নাই।
প্ৰভা : বিবাহৰ নিমিত্তে মোৰ ইচ্ছা নাই।
উকীল : ইচ্ছা নহলেও ইচ্ছা কৰিব লাগিব। আৰু মনোমত পাত্ৰ পালে, তোমাৰ তেনে অনিচ্ছাৰ কাৰণো নেদেখোঁ। উপযুক্ত মানুহৰ লগত বিয়া হ'লে তুমিও সুখী হ'বা, আৰু এই কেলেঙ্কাৰীবোৰো দূৰ হ'ব। নহলে আৰু আন উপায় নাই। দীনবন্ধুৱে যেতিয়া তোমাৰ অপকাৰ কৰিব বুলি লাগিছে, ইয়াৰ বাহিৰে আন কোনো উপায়েৰে তোমাক ৰক্ষা কৰিব নোৱাৰোঁ।

আকৌ প্ৰভাৰ মুখত এটা বিষাদৰ আলাময় চিন বিৰিঙি পৰিল ; অলপ পৰ নীৰৱে চিন্তা কৰি ক'লে—"বাৰু বিয়া কৰিবলৈ মান্তিয়েই হ'লোঁ, কিন্তু মনোমত পাত্ৰ যে পোৱা যাব, তাৰ স্থিৰতা কি ?"

"এইখন চোৱা" বুলি উকীলে হাতত বাতৰি-কাকতখন মেলি তাত থকা জাননী এখন দেখুৱালে। জাননীখন ইংৰাজীত লিখা, অসমীয়াত সি এনেকুৱা হ'ব—

## পাত্ৰীৰ আৱশ্যক

"পাত্ৰ—লণ্ডনৰ ইনাৰ টেম্পোলৰ পৰা চনদ পোৱা বেৰিষ্টাৰ, অলপতে বিলাতৰ পৰা ঘূৰি আহিছে। কুলত কায়স্থ, ধৰ্ম্মত হিন্দু, কিন্তু তেওঁ জাতি বিভাগ নামানে; এক ঈশ্বৰ ভিন্ন কোনো দেৱ-দেৱীক বিশ্বাস নকৰে। আৰ্থিক অৱস্থা ভাল; পৈতৃক জমিদাৰীও আছে।

"পাত্ৰী—স্বাধীনভাবাপন্না, শিক্ষিতা আৰু সুন্দৰী হ'ব লাগিব, সঙ্গীতত বিশেষ ব্যুৎপত্তি থাকিব লাগিব। ধৰ্ম্মত হিন্দু হ'লে যেই সেই জাতৰ হ'লেই হ'ব।

"পু: বিবাহৰ পিচত বৰ আমেৰিকালৈ যাবৰ কথা আছে। বিলাতী চাল-চলন ভালকৈ জনা থাকিলে তেওঁকো লৈ যোৱা হ'ব, নহলে ঘ'তে তেওঁ থাকিবলৈ ইচ্ছা কৰে, তাতে ৰাখি সুশিক্ষাৰ বন্দৱস্ত কৰা হ'ব। পাত্ৰ আমেৰিকাৰ পৰা ঘূৰি আহোঁতে এবছৰমান লাগিব।

শ্ৰীৰমণীমোহন দত্ত, বাৰ্-এট্‌-ল।
কলুটোলা ষ্ট্ৰীট, কলিকতা।"

জাননীখন পঢ়ি প্ৰভাই বহুত পৰ ভাবিলে ; কিন্তু কি কৰিব একো ঠিক কৰিব নোৱাৰি ক'লে—"আপুনি মোক কি কৰিবলৈ কয় ?"

উকীল : মই কওঁ—তুমি বিবাহ কৰিবলৈ ইচ্ছুক বুলি তেওঁলৈ এখন চিঠি লিখা। তাত তোমাৰ সবিশেষ বিৱৰণ দিবা, আৰু বিয়া হৈ যোৱাৰ পিচতো ইয়াতে স্কুল চলাব খোজা বুলি লিখিবা। তাৰ লগতে ইয়াকো লিখিবা যে তেওঁ আমেৰিকালৈ গলে ইয়াতে তোমাৰ শিক্ষাৰ বন্দৱস্ত কৰি দিব লাগিব। যদি তোমাৰ কথাত তেওঁ মান্তি হয়, তেনেহলে তেওঁ আহিব, তেতিয়া দেখি শুনি যি ভাল লাগে কৰি থাকিবা।

প্ৰভাৱতীয়ে ভাবি চিন্তি চাই যি হয় কৰিম বুলি কৈছিল ; কিন্তু উকীলৰ নানা প্ৰকাৰ বুজনিত বিলম্বত কাৰ্য্যনাশ বুলি বুজি তেতিয়াই লিখোঁ নিলিখোঁকৈ লিখি দিলে। মনে ভাৱত যি যাব

বুলি উকীলে চিঠিখন জেপত ভৰাই লৈ বাহিৰ ওলাল। যাবৰ সময়ত কৈ গ'ল,—"যদিহে এই মতে কাম হয়, তেতিয়া দেখিম ভণ্ড-তপস্বীৰ মায়াজাল ক'লৈ যায়!"

উকীল গ'লত প্ৰভাৰ মনটো অতি অস্থিৰ হৈ পৰিল। তেওঁ কামটো ভাল কৰিলে নে বেয়া কৰিলে নিজেই একো নুবুজিলে। বিশেষকৈ শিক্ষা-লাভৰ নিমিত্তে একান্ত আগ্ৰহ থাকিলেও সেই অচিনাকি মানুহজনৰ পত্নী হবলৈ তেওঁৰ সমূলি ইচ্ছা জন্মা নাই। তেওঁৰ তেতিয়া চিঠিখন ঘূৰাই আনিবলৈ মন গৈছিল; চিঠিখন উকীলে লৈ নোযোৱা হ'লে তেওঁ তাক ডাকত নিদিলেহেঁতেন। ভাবনাত তেওঁৰ কপালৰ ঘাম বৈ গ'ল; তেওঁ ঘাম মচি মচি বাৰাণ্ডালৈ ওলাই আহিল। বাৰাণ্ডাৰ পৰা দেখা পালে সেই ধীৰ উজ্জ্বল, প্ৰশান্ত দীনবন্ধুৰ মূৰ্ত্তি। তেওঁৰ চকুলো ওলাল; কিবা এটা আবেগত তেওঁ কঁপিবলৈ ধৰিলে; ঠিয় হৈ থাকিব নোৱাৰি মাটিতে বহি খুটাত আঁউজি ৰ'ল।

ইয়াৰ অলপ পিচতে লক্ষ্মীকান্ত আহিল আৰু প্ৰভাক তেনে অৱস্থাত দেখি সুধিলে,—"প্ৰভা, কি হৈছে তোমাৰ?"

প্ৰভা : একো হোৱা নাই।

লক্ষ্মী : নিশ্চয় কিবা এটা হৈছে। তুমি মোৰ ওচৰতো লুকুওৱা নে প্ৰভা? মই যে তোমাৰ নিমিত্তে সদায় চিন্তা কৰি আহিছোঁ তুমিওতো ইমান দিন মোক আপোন বুলি বুদ্ধি-ভৰসা লৈ আহিছা আজি কিয় মোক নিলগ কৰিছা প্ৰভা? তোমাৰ দুখ-সুখৰ কথা মোৰপৰাও গোপনীয় নে?

প্ৰভাই তেতিয়া সেই দিনাৰ সকলো কথা ভাঙি-ছিঙি ক'লে। শুনি থাকি লক্ষ্মীকান্তৰ মুখ বিবৰ্ণ হ'ল, উশাহ ঘন হৈ আহিল। করুণ সুৰেৰে ক'লে—"তেনেহলে তুমি সেই বঙালীটোলৈ যাবলৈ স্থিৰ কৰিলা?"

প্ৰভা : নাই কৰা।

লক্ষ্মী : তেনেহলে চিঠি লিখিলা কিয়?

প্ৰভা : উকীলেও ক'লে, মতো মানুহৰ অন্যায় অত্যাচাৰ দেখি খং আৰু বেজাৰত লিখি পেলালোঁ।

লক্ষ্মী : যদি সেই মানুহটো বিয়া কৰাবলৈ আগ বাঢ়ে?

প্ৰভা : তেতিয়া বহুতো উপায় ওলাব। চিঠি-ততো আৰু বিয়া নহয়, মানুহ দেখা শুনাৰ পিচত হে কথা। সময়ত তাৰ দিহা হ'ব। আকৌ যদি তেওঁ আন ঠাইত ঠিক কৰে, তেনেহলে ভাবিবই নালাগে।

লক্ষ্মী : সঁচাকৈয়ে তুমি তাক গ্ৰহণ নকৰা নহয়? সঁচাকৈয়ে কোৱাঁ প্ৰভা মোক ফাঁকি নিদিবা।

প্ৰভা : কাৰ্য্যত কি হয় দেখা পাবই; এতিয়া ব্যস্ত হবৰ প্ৰয়োজন কি?

লক্ষ্মী : তোমাৰ প্ৰয়োজন নাথাকিব পাৰে, কিন্তু মোৰ বিশেষ প্ৰয়োজন আছে।

প্ৰভা : কি?

লক্ষ্মী : কি প্ৰয়োজন তুমি এতিয়াও সুধিছা। মই থকাত তুমি চকু মুদি থাকা নে? হায়! তুমি মোক এতিয়াও নুবুজিলা! তুমি যে মোৰ হৃদয়ৰ মণি, জীৱনৰ আলোক প্ৰভা। বিদিনা তোমাৰ সেই

মনোহৰ মুখখনি দেখিছোঁ, সেইদিনাৰ পৰাই তোমাৰ দুৱাৰত পৰি আছোঁ, তোমাৰ মধুময় নামটি মোৰ জপৰ মন্ত্ৰ হৈছে। তেনেহলত তুমি মোক নিল-গাই থৈ এক নিচিনা নজনা বঙালৰ ওচৰত আত্মসমৰ্পণ কৰিলে মই প্ৰাণ ধৰি থাকিব পাৰোঁ নে প্ৰভা?

প্ৰভা : তুমি এনে কুৎসিত ভাব মনত লৈ মোক তোমাৰ ভনীয়েৰাৰ শাৰীত ঠাই দিছিলা। এনে নেকি তোমাৰ ভনীয়েৰাৰ প্ৰতি ব্যৱহাৰ?

লক্ষ্মী : তুমিতো মোৰ ভনী নোহোৱা। তোমাৰ লগত যেতিয়া মোৰ কোনো তেজৰ সম্পৰ্ক নাই, আমাৰ মিলনত বাধা কি?

প্ৰভা : তোমাৰ পত্নী বৰ্ত্তমান থাকোঁতে তোমাৰ এনে কথা শুনিবলৈকে আপচু হৈছে।

লক্ষ্মী : পুৰুষৰ একাধিক বিবাহ আমাৰ দেশত সদায় চলি আহিছে, ইয়াত কোনো নিন্দাৰ কথা নাই। তাতে মই মোৰ তিৰুতাৰ পৰা সুখ পোৱা নাই।

প্ৰভা : আৰু মই শুনিছোঁ, তোমাৰ তিৰুতা এতিয়া পাচী এৰিব নোৱৰা অৱস্থাত। খোৱা-লোৱাৰ দুখত, তোমাৰ অত্যাচাৰ-উৎপীড়নত তেওঁৰ এই অৱস্থা।

লক্ষ্মী : কিন্তু তুমি জানানে প্ৰভা, এই সকলোৰে মূল কোন? তোমাৰ নিমিত্তেই তাইৰ এই অৱস্থা। তাই তোমাৰ মোৰ মিলনৰ বাটত কাঁইট হৈ থিয় দিব বুলিয়েই তাইক আঁতৰাবৰ চেষ্টা কৰিছোঁ। প্ৰভা, জগতত মোৰ এনে কোনো প্ৰিয় বস্তু নাই, যাক তোমাৰ নিমিত্তে বিসৰ্জ্জন দিব নোৱাৰোঁ।

প্ৰভা : ছিঃ, ছিঃ! কি ঘৃণা! এনে কথা উচ্চাৰণ কৰোঁতেও তোমাৰ জিভা আড়ষ্ট হোৱা নাই! তুমি তোমাৰ নীচ প্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ নিমিত্তে বিবাহিতা পত্নীক হত্যা কৰিব খুজিছা! ইয়াতকৈ আৰু পৈশাচিক কাম কি হ'ব পাৰে!

লক্ষ্মী : তুমি এতিয়াও মোৰ অন্তৰ নুবুজিলা! তাত যে, তোমাৰ নামৰ বাহিৰে আৰু একো নাই! তুমি মোক দয়া কৰাঁ প্ৰভা!

প্ৰভা : তুমি যদি এতিয়াই গৈ তোমাৰ পত্নীৰ ওচৰত সকলো কথা কৈ ক্ষমা প্ৰাৰ্থনা কৰা, তেন্তে তোমাক আগৰ দৰেই চিৰকাল জ্যেষ্ঠ ভ্ৰাতাৰ শাৰীত ৰাখিম। যদি নকৰা, তেন্তে আজিৰ পৰা মোৰ ঘৰত ভৰি নিদিবা—এয়ে মোৰ শেষ কথা।

লক্ষ্মী : কিয় তুমি ইমান নিঠুৰা হৈছা প্ৰভা? মই তোমাৰ ভৰিত পৰিছোঁ, মোক দয়া কৰাঁ, নহলে মোক হত্যা কৰাঁ।

প্ৰভা : এনে পাপীক হত্যা কৰাই হওঁতে উচিত; কিন্তু নকৰোঁ, ইয়াকে মাথোন কওঁ—যেন সেই পাপ-মুখ আকৌ মই দেখা নাপাওঁ।

লক্ষ্মী : প্ৰভা, এতিয়াও সময় আছে, এতিয়াও তোমাৰ কথা উঠাই লোৱাঁ। নহলে—মনত ৰাখিবা ইয়াৰ পৰিণাম অতি ভয়ানক হ'ব। তুমি জানানে মই ইচ্ছা কৰিলে কি ভয়ংকৰ হ'ব পাৰোঁ?

প্ৰভা : তাৰ নিমিত্তে প্ৰভাৱতীয়ে ভয় নকৰে।

তৎক্ষণাৎ ভীষণ মূৰ্ত্তি ধৰি লক্ষ্মীকান্তই প্ৰভাৱতীৰ গালৈ চোঁচা ল'লে। প্ৰভাৱতী থিয় হ'ল; কিন্তু অলপো লৰচৰ নকৰি দীপ্তা সিংহীৰ দৰে গৰ্জ্জি উঠিল,—"সাৱধান! আৰু এখোজো আগ নাবাঢ়িবি। মোৰ চুলিৰ আগ চুবলৈকো তোৰ শক্তি নাই। তোৰ পাপ মুখত পদাঘাত কৰি ধৰ্ম্মৰক্ষা কৰিবৰ শক্তি প্ৰভাৱতীৰ আছে।"

প্ৰভাৱতীৰ মূৰ্ত্তি দেখি লক্ষ্মীকান্ত থমক খাই ৰ'ল, আৰু কিবা এটা ভাবি তত্তালিকে ঘৰৰ পৰা ওলাই গ'ল। যাবৰ সময়ত কৈ গ'ল,—"প্ৰভাৱতী, মনত ৰাখিবি মই লক্ষ্মীকান্ত। আজিলৈকে তোৰ পৰম মিত্ৰ আছিলোঁ, আজিৰ পৰা তোৰ পৰম শত্ৰু বুলি জানিবি। মই যদি তোৰ সৰ্ব্বনাশ কৰিব নোৱাৰোঁ তেন্তে মই আইৰ জহৰা পুতেক। চাওঁ বাৰু, কোনে তোক ৰক্ষা কৰিব পাৰে।

# ঊনবিংশ অধ্যায়

## সফল স্বপ্ন

আজি-কালি গকুলচন্দ্ৰ বস্তাক পঢ়াবলৈ নাযায়, কেতিয়াবা কেতিয়াবা ফুৰিবলৈ গৈ দুই এৰণ্টা আলাপ-প্ৰলাপত কটায় মাথোন। মহেশ কিন্তু আগৰ দৰেই সদায় নিয়ম মতেই যায়। আজি-কালি আৰু এজন ডেকাক বস্তাৰ লগত দেখা যায়, তেওঁ দিনে-ৰাতিয়ে লক্ষ্মীকান্তৰ ঘৰতে থাকে। শুনা যায়—এওঁৰ লগত বস্তাৰ বিয়া হ'ব।

ডেকাজনৰ নাম ইন্দ্ৰনাথ দাস। তেওঁৰ বাপেকৰ নাম কৃষ্ণচন্দ্ৰ। কৃষ্ণচন্দ্ৰৰ বয়স যেতিয়া প্ৰায় দুকুৰি তেতিয়া তেওঁৰ ভাৰ্য্যাই এটি পুত্ৰ আৰু এটি কন্যা থৈ ইহলীলা সম্বৰণ কৰে। লৰাটোৰ নাম ভূতনাথ আৰু ছোৱালীজনীৰ নাম সুমিত্ৰা। তেওঁৰ পৰিয়ালত এজনী গাভৰু লিগিৰী আছিল; সন্তান দুটিৰ পালনৰ ভাৰ তেতিয়া তাইৰ ওপৰতে পৰিল। পত্নীহীন কৃষ্ণচন্দ্ৰৰ সংসাৰৰ সকলো ভাৰ এই দাসীয়ে মূৰ পাতি ল'লে, আৰু তাৰ ফলতেই কিছু কালৰ পিছত তাই এটি সন্তানৰ জননী হ'ল। এই সন্তানটিয়েই ওপৰত নাম লোৱা ইন্দ্ৰনাথ।

কৃষ্ণকান্ত আৰু সেই দাসীৰ মৃত্যুকাল পৰ্য্যন্ত ইন্দ্ৰনাথ ককায়েকৰ লগতে আছিল; কিন্তু তেওঁলোকৰ মৃত্যুৰ পিচত ককায়েকে তেওঁৰ ঘৰৰ পৰা খেদাই দিয়ে। তাৰ কাৰণ কেইবাটাও—প্ৰথমতে ইন্দ্ৰনাথৰ চৰিত্ৰ সকৰে পৰা ইমান জঘন্য হৈ উঠিছিল যে তাৰ পৰাই গোটেই ঘৰোৱাহুৰ অশান্তি হৈছিল; দ্বিতীয়তে ইন্দ্ৰনাথ লগত থাকিলে আগৰ কথাবোৰো সজীৱ হৈ থাকিব।

ইন্দ্ৰনাথে ডেৰকুৰি টকা দৰমহাত লোকেল বোৰ্ডৰ মহৰীৰ কাম কৰিছিল। তেওঁৰ ধুন-পেচ আহাৰ-বিহাৰাদি এনে আছিল যে সেই কেইটা টকা কেনি উৰি যায়, তেওঁ ক'বই নোৱাৰে। ঘৰৰ খৰচ সম্পূৰ্ণৰূপে ককায়েকেই চলাব লগাত পৰিছিল। এতিয়া খেদা খাই তেওঁৰ না-জল না-থল হ'ল; ইফালে হাততো পইচা নাই।

ইন্দ্ৰনাথৰ লগত বস্তাৰ বহুতদিনীয়া চিনাকি। স্কুলত পঢ়োঁতেই দুয়োৰে চিঠিৰ চলাচল আছিল; এবাৰ দুয়ো লোট খাই পলাইছিলো। বহুতো বিচৰাৰ পিচতহে ধৰা পৰে। তেতিয়াৰে পৰা ইন্দ্ৰনাথে বস্তাৰ লগত গোপনেহে সাক্ষাৎ কৰিছিল।

যিদিনা লক্ষ্মীকান্ত প্ৰভাৱতীৰ ওচৰত অপমানিত হৈ ঘৰলৈ গৈছিল, সেই দিনা ইন্দ্ৰনাথো

অলপ আগতে বন্তাৰ ওচৰলৈ গৈছিল। দুয়ো আলাপ কৰি বহি থাকোঁতেই লক্ষ্মীকান্ত গৈ ঘৰ সোমাল। সাধাৰণতঃ লক্ষ্মীকান্ত সিমান সোনকালে ঘৰলৈ নাযায়, আজি হঠাৎ গৈ ধৰা পেলোৱা দেখি দুয়ো সশঙ্কিত হৈ উঠিল। ইন্দ্ৰনাথ যাবলৈ উঠিল; এনেতে লক্ষ্মীকান্তই ক'লে,—"ইন্দ্ৰনাথ, তোমাৰ লগত মোৰ বহুতো কথা আছে।"

ইন্দ্ৰ : কি কথা?

লক্ষ্মীকান্তৰ ইঙ্গিতমতে বন্তা ভিতৰলৈ গ'ল; ইন্দ্ৰনাথে কি কৰিব স্থিৰ কৰিব নোৱাৰি থিয়তে ৰ'ল আৰু লক্ষ্মীকান্তই যদি আক্ৰমণ কৰে, তেন্তে কি কৰিব তাৰ নানা উপায় মনতে জুকিয়াবলৈ ধৰিলে। এনেতে লক্ষ্মীকান্তই ক'লে—"মই যিমান দূৰ বুজিছোঁ এনেকৈ লুকাই লুকাই দেখা কৰাত তোমালোকৰ উদ্দেশ্য শুভ নহয়।"

ইন্দ্ৰনাথ নীৰৱ। তেওঁ লক্ষ্মীকান্তৰ উদ্দেশ্য একো বুজা নাছিল।

লক্ষ্মী : মই এতিয়া জানিব খোজোঁ, তোমাৰ উদ্দেশ্য কি? তুমি বন্তাক বিয়া কৰাব খোজা নে মাজে মাজে লুকাই চুৰকৈ লগ পাব খোজা?

ইন্দ্ৰ : বিয়া কৰাবলৈ মই ৰাজি আছোঁ; তোমালোকৰ আপত্তি নাথাকিলে মোৰ কোনো আপত্তি নাই।

লক্ষ্মী : ভাল কথা সেয়ে হওক। লুকচুৰ কৰি চলাতকৈ দেখাকৈ লগ লোৱাই ভাল।

ইন্দ্ৰই ইমানতো লক্ষ্মীকান্তৰ কথাখিনি প্ৰকৃত নে ব্যঙ্গসূচক ভালকৈ বুজিব নোৱাৰিলে। তথাপি বুজা নুবুজাৰ মাজতে ক'লে—"সেই বিষয়ে মোৰ কবলৈ একো নাই, সকলো তোমালোকৰ ওপৰতে নিৰ্ভৰ কৰে।"

লক্ষ্মী : কিন্তু এটা কথা। বিয়া হওঁতেও থাকিবলৈ ঘৰ, আৰু খাবলৈ ভাত লাগিব। তুমি দৰমহা পোৱা ভেঙকুৰি, তাবে দুটা মানুহ কেনেকৈ ঘৰত থাকি কেতিয়াও চলিব নোৱাৰা; সেই দেখি অলপ চিন্তা কৰাৰ প্ৰয়োজন। বন্তা শিক্ষিতা ছোৱালী, এঠাইত এখন স্কুলত শিক্ষয়িত্ৰী হ'ব পাৰিলেই নিজৰ খৰচ নিজে উলিয়াব পাৰিব। মই এটা কথা ভাবিছোঁ,—যদি কিবা উপায় কৰি প্ৰভাৰতীক খেদাব পৰা যায়, তেনেহলে সেইটো কামকে বন্তাক দিয়াব পৰা যাব আৰু থাকিবলৈকো এটা ভাল ঘৰ পোৱা যাব।

ইন্দ্ৰ : কিন্তু তাকে কৰা যায় কেনেকৈ? মইতো একো কৰিব নোৱাৰোঁ। হওঁতে এটা উপায় আছে। আমাৰ ঘৰৰ চাকৰটোৱে স্কুলত চকিদাৰৰ কামো কৰিছিল আমি মাখোন তাক খাবলৈ দিছিলোঁ, দৰমহা স্কুলৰ পৰা পাইছিল। পিচে কেতিয়াবা ঘৰৰ কামত লাগি থাকোঁতে স্কুললৈ যোৱাত পলম হয়। এই অপৰাধতে তাক সিদিনা কামৰ পৰা বৰ্খাস্ত কৰিলে। তাক হাতত ল'ব পাৰিলে মোৰ মনেৰে বহুতো কাম হ'ব।

লক্ষ্মী : মোৰ বিশ্বাস তুমি তাক যিহকে কৰিবলৈ কোৱা তাকে কৰিব।

ইন্দ্ৰ : কিন্তু কৰাইলৈকে পৰা মই এতিয়া বেলেগ; সেই কাৰণে মই তাৰ হতুৱাই

একো কৰোঁৱাৰ নোৱাৰিম। তুমি ক'লে কৰাইদেৱেই যি কৰিব লাগে কৰিব। চাকৰটো খেদাবৰ পৰা তেওঁ চেক্রেটাৰী আৰু প্ৰভাৱতীক কেনেকৈ খেদাব, তাৰ চেষ্টাতেই ঘুৰিব লাগিছে।

লক্ষ্মী : হয়নে? তেনেহলে কোনো চিন্তা নাই। সেই কাৰ্য্যৰ ভাৰ ময়েই লওঁ। কিন্তু তুমি আন এটা কাম কৰিব লাগিব।

ইন্দ্ৰ : কি?

লক্ষ্মী : উকীল আৰু প্ৰভাৱ নামে কিছুমান বিজ্ঞাপন প্ৰচাৰ কৰিব লাগিব। লিখোঁতে বিশেষ সাৱধান হোৱা আৱশ্যক যাতে আখৰ দেখি কোনেও লেখকক চিনিব নোৱাৰে। জাননী ওলালে বহুতে মোক সন্দেহ কৰিব পাৰে; সেই দেখি তাত মোৰ হাতৰ আখৰ থকা উচিত নহয়।

ইন্দ্ৰ : সেইটো সহজে কৰিব পাৰি; কিন্তু মই ইয়াত থাকিব নোৱাৰিম। কালিলৈ কোনোবা একালে যাম বুলি ভাবিছোঁ।

লক্ষ্মী : কিয়?

ইন্দ্ৰ : ককায়ে বেলেগাই দিয়াৰ পৰা মোৰ থকা-মেলাৰ বৰ অসুবিধা হৈছে; সেই কাৰণে এমাহৰ ছুটী লৈ এবাৰ ঘূৰি আহিব খুজিছোঁ; কি জানি ক'ৰবাত কিবা সুবিধা কৰিব পাৰোঁ।

লক্ষ্মী : তাৰ কোনো আৱশ্যক নাই। এটা সিদ্ধান্ত হৈ যুঠে মানে তুমি ইয়াতে থাকি কাম কৰিব পাৰিবা।

ইন্দ্ৰনাথৰ আনন্দৰ সীমা নোহোৱা হ'ল। ইমান সহজে যে তেওঁৰ অভিলাষ পূৰ্ণ হ'ব, তাক তেওঁ সপোনতো ভাবিব পৰা নাছিল। তেওঁ ভাবিলে বিয়া হওক বা নহওক, সম্প্ৰতি থাকিবলৈ ঠাই পোৱা, তাকো আকৌ বন্তাৰ লগত পোৱাতকৈ তেওঁ কি বেছি সৌভাগ্য কল্পনা কৰিব পাৰে! তেওঁৰ মনত এটা হেন্দোলনি উঠিল; এক মুহূৰ্ত্তৰ আগেয়ে জড়বৎ নিশ্চল হোৱা প্ৰবৃত্তিবিলাক আকৌ সজীৱ হৈ উঠিল। তেওঁ অন্তৰেৰে সৈতে লক্ষ্মীকান্তৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰিলে।

সেই দিনাৰ পৰা ইন্দ্ৰনাথ লক্ষ্মীকান্তৰ ঘৰতে আছে, বন্তাৰে সৈতে প্ৰেমৰ সফল স্বপ্ন দেখি অতীত-ভৱিষ্যৎ পাহৰি গৈছে। আজি যেন তেওঁৰ দৰে সুখী কোনো নাই; তেওঁৰ মনোৰথ সিদ্ধিৰ নিমিত্তেই যেন সকলো ব্যস্ত—সকলো সম্মিলিত। বন্তাৰ মনতো আনন্দৰ সীমা নাই।

# প্ৰথম অধ্যায়

## দুৰ্গা-পূজা

আমি এবাৰ আগেয়ে কতিবাম ওৰফে, কাৰ্ত্তিকচন্দ্ৰৰ ঘৰ দেখি আহিছোঁ; এতিয়া আকৌ এবাৰ তেওঁৰ ঘৰৰ ফালে ফুৰি অহাৰ আৱশ্যক হৈছে। এইবাৰ যাবলৈকো সুবিধা আছে, কাৰণ তেওঁৰ ঘৰত দুৰ্গা-পূজা পাতিছে।

কাৰ্ত্তিকচন্দ্ৰৰ মূৰত দুৰ্গা-পূজাৰ বায়ু কেনেকৈ সোমাল, তাৰ বুৰঞ্জীটোও এই খিনিতেই কৈ থোৱাই ভাল। বঙালীবিলাকে বাৰোৱাৰী পূজাৰ নিমিত্তে য'তে ত'তে পৰা ধৰণি তুলিছিল আৰু ঢাকা নে কলিকতাৰ পৰা এজনী "বাই" আনিবলৈ ঠিক কৰিছিল। তাকে দেখি বাজখোৱাকে আদি কৰি ভাওৰীয়াসকলে আনক ধৰণি দিয়াতকৈ তেওঁলোকৰ ভিতৰতে এজনী "বাই"ৰ বন্দবস্ত কৰা উচিত বুলি বিবেচনা কৰিলে। কাৰ্ত্তিকচন্দ্ৰই ক'লে,—"ঠিক তাহানিৰ সেই জনী, নহলেও তেনেকুৱা এজনী হ'ব লাগিব, তেতিয়া যি খৰচ পৰে মই অকলৈ দিম।"

কাৰ্ত্তিকৰ কথাত সকলোৱে আনন্দৰ পাৰ নোহোৱা হ'ল। বাজখোৱাই কলে,—"তুমি মনেৰে সেই জনীৰ বাহিৰে আৰু কাকো দেখা নাই; সেই হে তাইকে শলাগিছা। এইবাৰ এনে এজনী আনিম, আগৰ জনী যাৰ ভৰি এটাৰো যোগ্য নহয়। আমি ঢাকা বা কলিকতাৰ পৰা নানো; একেবাৰেই লক্ষ্ণৌৰ পৰা আনিম। তুমি ঠিক খৰচ দিবা নহয়?"

কাৰ্ত্তিক : কৈছো নহয় দিম বুলি।

বাজখোৱা : কিন্তু খৰচ বোধ কৰোঁ এহেজাৰৰ কম নহ'ব।

সৰ্ব্বা : যিমান লাগে তেওঁ দিম বুলিছে নহয়।

কাৰ্ত্তিকচন্দ্ৰই বৰ বেছি হ'লে এশমান টকা খৰচ হ'ব বুলি ভাবিছিল; এতিয়া ইমান সৰহীয়া টকাৰ কথা শুনি মূৰ খজুৱাই খজুৱাই ক'লে,—"এহেজাৰ টকা!"

গকুল : কলিকতাৰ পৰা আনিলেই লাগে হেজাৰ টকা। লক্ষ্ণৌৰ 'বাই' হেজাৰ টকাত পালে সস্তাহে বুলিব লাগিব।

তপেশ্বৰে কলে, : "আমাৰ কাৰ্ত্তিকচন্দ্ৰ সিমান পৰি মৰা মানুহ নহয়।"

গদাধৰ : ইতো আৰু সদায় কৰিবলগীয়া খৰচ নহয়; এবাৰ কৰিলেই শেষ হৈ গ'ল।

কৃষ্ণকুমাৰ : মই ভাবিছোঁ উৰ্ব্বশীক পাবৰ নিমিত্তে দণ্ডীৰজাই বাজ্যৰ আশা পৰ্য্যন্ত এৰিছিল; তেনেস্থলত এহেজাৰ টকানো কি বস্তু!

সৰ্ব্বা : তোমালোকক ইমানবোৰ কথা লাগিছে কেলেই। তেওঁ দেখোন কেতিয়াবাই দিবলৈ গাত লৈছে।

কাৰ্ত্তিকচন্দ্ৰই আগৰ দৰেই মূৰ খজুৱাই খজুৱাই ক'লে,—"কিনো ক'ম? দিব লাগিব আৰু।"

বাজখোৱা : কিন্তু অকল বাই-গানকে পাতিলে দহে দহ কথা শুনাব, সেই কাৰণে

চুৰ্চ্চ্ৰীয়াকৈ পূজা এভাগো কৰি থ'ব পাৰিলে ভাল।

গকুল : তাত জানো খৰচ নলগাকৈ থাকিব?

ৰাজখোৱা : বেছি আৰু কি খৰচ লাগিব! যিমান কম দামত পাৰি প্ৰতিমা এখন আনি পূজা কৰিবলৈ বামুণ এটাক দহ-পোন্ধৰ টকামানত ঠিকা দি দিলেই হ'ল। পূজা যেনেকৈ হওক, তাত আমাৰ লাভ-লোকচান নাই। সেইটো মাথোন আমাৰ 'বাই' পূজাৰ ঢাকোন।

কাৰ্ত্তিক : বলি লাগিব নে নালাগে?

সৰ্ব্বা : গোসাঁনীক লাগক বা নালাগক আমাকতো লাগিব। দিনৌ অন্ততঃ একোটা পাঠা নহলে ক'ত চলিব?

তপেশ্বৰ : সেয়েই ভাল। আমাৰো ভোজ হ'ব, বলিৰো নাম হ'ব।

গোকুল : "বাই"ৰ খৰচ ভূঞাই দিব, পূজাৰ খৰচটো তেনেহলে বৰঙনি তুলি গোটোৱা যাওক।

কৃষ্ণ : মই ভাবিছোঁ বাৰীৰ ভিতৰত যিমান ভাল শস্য নাথাকক চাপটোহে আগেয়ে মানুহৰ চকুত পৰে। এতিয়াও 'বাইজীৰ' খৰচ যেয়ে দিয়ক, পূজা পাতোঁতাৰ হে নামটো হ'ব।

ৰাজখোৱা : ময়ো তাকেই ভাবিছোঁ। আমি বৰঙনি তুলি পূজা পাতিলে ভূঞাৰ প্ৰতি অন্যায় কৰা হ'ব। তেওঁ এহেজাৰকৈ টকা দিব, অথচ অলপীয়া টকাতে আমাৰ নামটো হ'ব। ধৰিবলৈ গ'লে পূজাতনো কেইটা টকা খৰচ পৰিব।

গদা : তেনেহলে পূজা ভাগো ভূঞায়েই পাতক।

ৰাজখোৱা : মই সেই বিষয়ে একো নকওঁ; সেইটো ভূঞাৰ ওপৰত নিৰ্ভৰ কৰে। তেওঁ যদি কয় বোলে এনেয়েও খৰচ কৰিম, তেনেয়েও খৰচ কৰিম, সাপ মাৰি নেগুৰত বিষ্ থওঁ কিয়, তেনেহলে আমি জোৰ নকৰোঁ। হওঁতে আমাৰ নিজৰ সুবিধালৈ চালে, বৰঙনি তুলি পূজা পতাহে ভাল।

সৰ্ব্বা : এৰা হয়, কি কোৱা ভূঞা? পিচত আকৌ ক'বা বোলে সিহঁতে কেইটামান টকা দিয়েই লুকুৱালে।

তপেশ্বৰ : মই দেখাত তেৱেঁই পূজাটো পতাহে ভাল, তেতিয়া হ'লে গাৱেঁ-ভূঁয়ে তেওঁৰ নাম বৈ—বৈ যাব।

কাৰ্ত্তিক : পূজাতনো কিমান খৰচ পৰিব?

ৰাজখোৱা : বেছি আৰু কি পৰিব। দুকুৰি কি তিনিকুৰি হ'লেই হৈ যাব।

কাৰ্ত্তিক : তেনেহলে ময়েই সেইখিনিও দিম। এহাজাৰ দিব পাৰিলে, সেই কেইটা টকা দিব নোৱাৰিম নে?

এনেকৈয়ে কাৰ্ত্তিকচন্দ্ৰ দুৰ্গা-পূজা পাতিবলৈ সন্মত হ'ল আৰু নিয়মমতে সকলো আয়োজন চলিবলৈ ধৰিলে।

কিছু দিনৰ পিচত সকলোৱেই শুনিলে—এইবাৰ পূজাত এখন প্ৰতিমা বেছি হ'ব, কাৰ্ত্তিকচন্দ্ৰয়ো দুৰ্গা-পূজা পাতিছে।

পাঠক, আপুনি পূজা চোৱা মানুহৰ লগত হৈ থাকিলেই কাৰ্ত্তিকচন্দ্ৰৰ ঘৰত ওলাব পাৰিব, কিন্তু

আপুনি আগৰ বাৰ তেওঁৰ ঘৰত যি দৃশ্য দেখিছিল, এতিয়াও ঠিক সেই দৃশ্যকে দেখিবলৈ পাব বুলি আশা নকৰিব।

এতিয়া পদুলিত ভৰি দিয়েই আগেয়ে নেদেখা এটা চাৰি চলীয়া চ'ৰা ঘৰ দেখিবলৈ পোৱা যাব। ঘৰটো সজা বেছি দিন হোৱা নাই। ঘৰৰ ভেঁটি আৰু বেৰো আধাখিনিলৈকে পকা। সন্মুখত বাৰাণ্ডা আছে। দুৱাৰ-খিৰিকী মুঠতে এঘাৰখন; তাত ফুলাম কাপোৰৰ আঁৰ কাপোৰ আঁৰা। ভিতৰত এটা আল-মাৰীত বহুতো লাহ-বিলাহৰ বস্তু,—গ্ৰামোফোন, ঢোলোক, তবলা, বেহেলা আদি এখন দীঘলীয়া মেজৰ ওপৰত শৃঙ্খলা লগাই সজোৱা। লগতে তাচ, পাশা আৰু দবা খেলৰ সঁজুলি। ওচৰতে এটা "টেব্‌ল্ হাৰ্ম্মোনিয়ম্"। বেৰত নানা প্ৰকাৰ কামনা-উদ্দীপক চিত্ৰ; মাজে মাজে কাগজৰ বংচঙীয়া ফুল-লতা। সোঁ মাজতে এখন ঘূৰণীয়া মেজ আৰু চাৰিওফালে নানা গঢ়ৰ মাচিয়া। ওপৰত এটা ঝাৰ; এটা খুটাত এটা ডাঙৰ ঘৰি।

এই ঘৰটোৰ সন্মুখতে বিচিত্ৰ চন্দ্ৰাতাপেৰে সভা সজোৱা হৈছে। খুঁটাবোৰত ৰঙীন কাগজ আৰু চাল্ কাপোৰ মেৰিওৱা, তাৰ ওপৰত আকৌ জকমকী-য়াকৈ ফুল-পাত বন্ধা! সোমোৱা বাটটো অতি বিতোপনকৈ সজোৱা হৈছে। মাটিত কাৰ্পেট পৰা। এই ৰভাৰ উত্তৰ কালে এটা টিনৰ একচলীয়া অস্থায়ী ঘৰত প্ৰতিমা ৰখা হৈছে।

এইখিনি পৰিবৰ্ত্তনৰ বাহিৰে বাকীবোৰ ঘৰ-দুৱাৰৰ বিশেষ পৰিবৰ্ত্তন হোৱা নাই। মাথোন বেৰ আৰু পিৰালিবিলাক জীৰ্ণ-শীৰ্ণ হৈ মাজে মাজে ভাগিছে। বাৰীচুকৰ শস্তুৰ ঠাই হাবিয়ে অধিকাৰ কৰিছে আৰু ভেঁটা ভাগি বোৱাত গৰু-ম'হে দখলী-স্বত্ব দাবি কৰিছে।

পূজাৰ কাৰ্য্য সুকলমেই সমাধা হ'ল। দেৱীৰ ভাগত নৈবেদ্য কিঞ্চিৎ হলেও একেবাৰেই তেওঁ বঞ্চিত হোৱা নাছিল। মানুহৰ নিমিত্তে হ'লে আয়োজন সম্পূৰ্ণ যোল অনা হৈছিল।

নিমন্ত্ৰিতৰ সংখ্যা বৰ বেছি নাছিল। কাৰ্ত্তিকচন্দ্ৰই তেওঁৰ দলৰ স্থায়ী সভ্য কেইজনক আৰু অস্থায়ী-ভাবে লগলগা লগৰীয়া জনচেৰেকক মাথোন নিমন্ত্ৰণ কৰিছিল। মাকহঁতে দুই চাৰিজন লগাভগা মানুহক মাতিছিল আৰু তেওঁলোকৰ অভ্যৰ্থনাৰ আয়োজন সুকীয়াকৈ কৰিব লগা হৈছিল।

পূজাৰ আটাই কেইদিন কাৰ্ত্তিকচন্দ্ৰই তেওঁৰ বন্ধুদলক ভোজ দিছিল; মদ-মাংসৰ আয়োজন যথেষ্ট হৈছিল। নানা প্ৰকাৰ মিঠাই আৰু সুমিষ্ট ফল বেলেগ বেলেগ ঠাইৰ পৰা সংগৃহীত হৈছিল। পোলাও, কালীয়া, কোৰ্ম্মা, চুকহা আদিৰ পলাণ্ডু-মিশ্ৰিত গোন্ধে বাটৰ বাটৰুৱাকো বিহ্বল কৰি তুলিছিল। সকলোৱেই পান-ভোজন কৰি কাৰ্ত্তিক-চন্দ্ৰক ধন্য ধন্যকৈ শলাগিছিল।

পূৰ্ব্বৰ বন্দবস্ত মতেই লক্ষ্ণৌৰ পৰা বাইজী অনা হৈছিল। বাইজীৰ গানত কাৰ্ত্তিকচন্দ্ৰই নিজকে পাহৰি গৈছিল; তেওঁৰ সঙ্গীদলবো সমবেদনা বা সমউত্তেজনা যে হোৱা নাছিল, তাকেই বা কোনে শপত খাই কয়! মুঠতে পূজাৰ কেইদিনত পাৰ্থিব-ভাবে পঞ্চমকাৰ সাধনাত তেওঁলোকৰ সম্পূৰ্ণ সিদ্ধি-লাভ ঘটিছিল।

দশমীৰ দিনা দেৱীয়ে বিদায় ললে, কিন্তু বাইজীৰ বিদায় একাদশীৰ দিনা হে হ'ল। এই পূজাৰ পৰা কাৰবাৰ কিবা ঐহিক, পাৰত্ৰিক উন্নতি হ'ল নে নাই'ল ক'ব নোৱাৰো; কিন্তু কাৰ্ত্তিকচন্দ্ৰৰ যে প্ৰায়

ছুহেজাৰ টকা চিৰদিনৰ নিমিত্তে গ'ল, তাক হ'লে নিঃসন্দেহে ক'ব পাৰোঁ।

# দ্বিতীয় অধ্যায়

## আৰ্জ্জি

বিজয়া দশমী পাৰ হোৱা আজি ছুদিন হৈছে। দীনবন্ধু খাই-বই উঠি কৰবালৈ যাবলৈ ওলাইছে। তেওঁ নগুলাৰ পৰা কেইখোজমান আগ বাঢ়িছে মাথোন, এনেতে দেখিলে কমলচন্দ্ৰ, কৃষ্ণকুমাৰ আৰু সৰ্ব্বানন্দ তেওঁৰ ঘৰৰ ফাললৈকে আহিছে। তেওঁলোক যে বিনা কাৰণত তেওঁৰ ঘৰলৈ আহিব, সেইটো দীনবন্ধুৱে বিশ্বাস কৰিব নোৱাৰিছিল; সেই কাৰণে আগধৰি সতৰ্ক হৈ তেওঁ লাহে লাহে গৈ থাকিবলৈ ধৰিলে। অলপ পিছতে তেওঁলোক ওচৰ চাপিল। পোনেই ৰাজখোৱাই মাত লগালে,—"কিহে, তুমি দেখোন ওলায়েই আছিলা, আমি তোমাকেই বিচাৰি আহিছিলোঁ।"

দীন : মোক বিচাৰি আহিছে! কিয়?

ৰাজখোৱা : এটা কথাৰ আলোচনা কৰিব লগা হৈছে।

দীন : কি কথা?

সৰ্ব্বা : এই বালিকা স্কুলখনৰ সম্পৰ্কে।

দীন : বালিকা স্কুলৰ লগত মোৰ কোনো সম্পৰ্ক নাই; আন কি, মোৰ লগা ভগা কোনো ছোৱালীয়েও নপঢ়ে।

ৰাজখোৱা : সেইটো কোনো কথাৰ কথা নহয়। লোকেল বোৰ্ড আৰু মিউনিচিপেলিটিয়ে সাহায্য কৰে বেতিয়া, ইয়াত গোটেই জিলাৰ মানুহৰ সম্পৰ্ক আছে।

দীন : তেনে সম্পৰ্ক অৱশ্যে ৰাখিলে আছে, নাৰাখিলে নাই। পিচে আচল কথাটো কি?

কৃষ্ণ : মই ভাবিছোঁ, তুমি কথাটো গম পাইছা। শহনিত বন গজিলে তুলি পেলাব লাগে। স্কুলখন ভাল কৰিব খুজিলেও কাৰ্য্যকাৰক সলাব লাগিব।

ৰাজখোৱা : তোমাক বোধকৰোঁ নকলেও হ'ব বৰ্ত্তমান স্কুলখন কেনে কেলেঙ্কাৰীৰ বাহ হৈছে; চাৰিওফালে ইয়াৰেই হে আলোচনা।

দীন : সেইবোৰ ময়ো শুনিছো; কিন্তু প্ৰকাশ্যে আলোচনা কৰিবৰ জোখাৰে প্ৰমাণ নাই।

ৰাজখোৱা : প্ৰমাণ যথেষ্ট আছে। ভূতনাথৰ লগুৱা-টোৱে বহুত দিন চেক্রেটাৰী আৰু মহেশক ধৰা পেলাইছে। সিহঁতে তাক কাবৌ-কোকালি কৰি ধৰাত সি বৰকৈ বাহিৰত উলিওৱা নাছিল। তাৰ উপৰি তাৰ হতুৱাই প্ৰভাৱতীয়ে বহুত দিন মদ অনাইছে; গদাধৰ তাৰ সাক্ষী। লক্ষ্মীকান্তয়ো সিহঁতক ধৰা পেলাইছে; আন কি, প্ৰভাৱতীক ভাল বাটলৈ আনিব নোৱাৰি আজি কালি তেওঁ প্ৰভাৰ ঘৰত ভৰিকে নিদিয়া হৈছে। তুমিও বোধকৰোঁ এইবোৰ কথা জানা।

দীন : মাফ কৰিব, মই সেইবোৰ একো নাজানো। তেওঁবোৰ ভিতৰত ইমানেই হে যে নতা-ভিকতা বহুতো প্ৰভাৰ

ঘৰলৈ আহে। তাৰ ভিতৰত চেক্রেটাৰী, মহেশ আৰু লক্ষ্মীকান্তৰ সমাগম বেছি। তাৰ পিচত এতিয়া আপুনি কোৱা কথাখিনি ভূতনাথৰ লগুৱাটো আৰু লক্ষ্মীকান্তই সিদিনা মোৰ আগত কৈছিল। ইয়াৰ বাহিৰেও মোৰ ঘৰলৈ অহা ডেকাদলে সেই একে বিষয়কে সদায় আলোচনা কৰা শুনিছিলোঁ; সেই আলোচনাত লক্ষ্মীকান্তও বাদ পৰা নাছিল। সিদিনা নিতান্ত বিৰক্ত হৈ সিহঁতক যেতিয়াই তেতিয়াই আহিবলৈ মানা কৰি দিছোঁ। লগতে পুৱা আঠ বজাৰ পৰা ন বজালৈ আৰু আবেলি পাঁচ বজাৰ পৰা ছয় বজালৈ মাথোন অভ্যাগতক অভ্যৰ্থনা কৰা যাব বুলি নিয়ম কৰিবলৈ বাধ্য হৈছোঁ।

ৰাজখোৱা : বাৰু, এইখিনি ক'লেই যথেষ্ট হ'ব। তুমি সভা বহিলে এই কথা ক'ব লাগিব।

দীন : এইখিনি কথা ক'বলৈ আপত্তি নাই, কিন্তু তেতিয়া আৰু কেই আষাৰমান কথা ক'ব লগা হ'ব।

সৰ্ব্বা : সিনো আকৌ কি?

দীন : সি এই,—প্ৰথমতে ভূতনাথৰ লগুৱাই কামৰ পৰা খেদাখোৱাৰ আগতে এইবোৰ কথাৰ তংসূত্ৰও উলিওৱা নাছিল; গতিকে খেদা-খোৱাৰ পিচত সি মিছা-কৈয়ে উলিওৱাৰ সম্ভাৱনাই বেছি। সেই কাৰণে তাৰ কথাৰ ওপৰত আমি নিৰ্ভৰ কৰিব নোৱাৰোঁ। আকৌ সি গদাধৰৰ দোকানৰ পৰা মদ আনিব পাৰে, কিন্তু প্ৰভাৱতীলৈ বা প্ৰভাৱতীৰ ঘৰলৈকে যে আনিছিল, তাৰ প্ৰমাণৰ অভাৱ। মোৰ ভাৱত গল্প কথা ডেকা-দলৰ কথা বাহিৰৰ জনৰৱ আৰু তেওঁলোকৰ কল্পনাৰ বাহিৰে আন একোৱে প্ৰমাণ কৰিব নোৱাৰে। আকৌ মানুহৰ সমাগম দেখিয়েই এটা কুৎসিৎ ঘটনা অনুমান কৰিবলৈ মই অপাৰগ। স্কুলসম্বন্ধীয় সভা পাতিবৰ দিনা মোৰো প্ৰভাৱতীৰ লগত সাক্ষাৎ হৈছিল; সেই বাবে তেনেহলে মই মোৰ নিজৰ ওপৰতো দোষাৰোপ কৰিব লাগিব। লক্ষ্মীকান্তৰ সাক্ষ্যৰ কথা যদিও আপোনালোকে উল্লেখ কৰিছে, মই দেখাত তাৰ পৰা একোৱেই প্ৰমাণ নহয়। যদি চেক্রেটাৰী আৰু মহেশ তেনে চৰিত্ৰহীন হয়, তেনেহলে লক্ষ্মী-কান্তই কেনেকৈ তেওঁলোকৰ হতুৱাই নিৰ্জ্জন ঘৰত ৰাতি ভনীয়েকক শিক্ষা দিয়াইছিল? অকল সেয়ে নহয়, জনৰৱত চেক্রেটাৰী আদিৰ লগতে তেওঁৰ নামো পোৱা যায়। এতিয়া আনৰ গাত দোষ পেলাই তেওঁ নিজে ৰক্ষা পৰিব খোজে বা আন কিবা স্বাৰ্থসিদ্ধি কৰিব খোজে বুলিহে মোৰ অনুমান হয়।

কৃষ্ণ : মই ভাবিছোঁ এইবোৰ হৈছে তৰ্কৰ কথা। আজলতে [illegible] ইহঁতৰ গতিবিধি দেখি-সন্দেহ নহয় নে?

দীন : নিশ্চয় হয়। ইহঁতৰ অতীত কাহিনীলৈ মন কৰিলে আৰু বৰ্ত্তমান গতিবিধিলৈ লক্ষ্য ৰাখিলে, ইহঁতৰ উদ্দেশ্য যে সাধু নহয়, সেইটো বাঢ়িয়াকৈ বুজা যায়। কিন্তু লগতে ইয়াকো কোৱা উচিত যে সিহঁতৰ উদ্দেশ্য অসৎ হলেও, সেই উদ্দেশ্য সিদ্ধি হোৱাৰ প্ৰমাণ নাই।

কৃষ্ণ : মই আৰু এটা কথা ভাবিছোঁ— উদ্ভিদ্‌তত্ত্বমতে যেই সেই গছৰ আশ্ৰয় নাপালে লতা ভিঠিব নোৱাৰে। পুৰাতত্ত্ব-মতে তিৰুতাৰ আশ্ৰয় লবলৈ পুৰুষ এজন লাগিবই। বালী মৰিলতে তাৰাই সুগ্ৰীৱক ল'লে আৰু ৰাৱণৰ মৃত্যু হ'লত মন্দোদৰীয়ে বিভীষণক বৰিলে। প্ৰভাৱতীয়েও এজনেই হওক, বা বহু-তেই হওক, পুৰুষৰ আশ্ৰয় নোলোৱাকৈ থকা নাই বুলি ভাঠি ক'ব পাৰোঁ।

সৰ্ব্বা : ময়ো তাকে কওঁ। প্ৰভাৱ নিচিনা অকলশৰীয়া যুৱতী আৰু সিহঁতৰ নিচিনা চৰিত্ৰহীন মানুহ যেতিয়া লগ খাইছে; সিহঁতৰ অসৎ উদ্দেশ্য পূৰ্ণ হবলৈ কেতিয়াও বাকী থকা নাই।

দীন : এটা কথা কওঁ, বেয়া নাপাব। মানুহে যেতিয়া বিনা প্ৰমাণে কোনো কথা বিশ্বাস কৰে, তেতিয়া সেই বিশ্বাসৰ মাজেদিয়েই তেওঁৰ চৰিত্ৰ ফুটি উঠে। তেওঁ নিজৰ স্বভাৱৰ সাহায্যেৰে বিচাৰ কৰাতহে তেনে বিশ্বাস ওপজে, তেনে অৱস্থাত তেওঁ যি কৰিলেহেঁতেন আনকো তেনে কৰা বুলি ভাবে।

সৰ্ব্বানন্দৰ মুখ গহীন হ'ল; তেওঁ একো উত্তৰ নিদিলে। কমলচন্দ্ৰই ঠাইতে মুখ পাতি ধৰি ক'লে— "বাৰু সেইবোৰ যাওক; এতিয়া স্কুলৰ উন্নতি আৰু ভৱিষ্যৎ মঙ্গলৰ নিমিত্তে ইয়াৰ বৰ্ত্তমান কাৰ্য্য আৰু নিয়ম-প্ৰণালীৰ সংস্কাৰ হোৱা উচিত বুলি ভাবা নেভাবা?"

দীন : আপোনালোকে স্কুলখন যেনে জাতী-য়তাশূন্য প্ৰাণহীন কৰি পেলালে, তালৈ চাই মই তাত সম্পৰ্ক নৰখাই ভাল। তাৰ পৰা আমাৰ যে বিশেষ কিবা উপকাৰ হ'ব, মই তেনে আশা নকৰোঁ। তথাপি যদি নাই মোমাইতকৈ কণা মোমায়েই ভাল বুলি তাক ৰাখিব লগা হয়, তেনেহলে যি অলপ সম্ভৱ, বাইজৰ উপকাৰ হোৱাকৈ চলাবলৈ যত্ন কৰা উচিত। মই যি কেইটা নিয়ম বান্ধি দিছিলো, সেই মতে চলা হ'লে আজি তাৰ পৰা কিছু প্ৰকৃত শিক্ষা হ'লহেঁতেন আৰু এনে কলঙ্ক প্ৰচাৰ হবলৈ নাপালেহেঁতেন।

কমল : সেইটো সঁচা। এতিয়াও তেনে সংস্কাৰ কৰাই আমাৰ উদ্দেশ্য। এইবোৰ নিয়ম-প্ৰণালীৰ সম্পৰ্কে আকৌ নকৈ সিদ্ধান্ত হোৱা উচিত।

দীন : মোৰ সিদ্ধান্ত মই গঠন কৰা নিয়ম-খিনিতে আছে, তাৰ পৰা অলপো ইকাল সিকাল কৰিবলৈ মই সাজু নহওঁ।

কমল : অকল থাকিলেই নহয়, আকৌ এখন সভা পাতি তাৰ মীমাংসা কৰিব লাগে। তেনে এখন সাৰ্ব্বজনিক সভা পাতিবৰ

নিমিত্তে আমি সকলো গণ্য-মান্য মানুহৰ স্বাক্ষৰেৰে সৈতে চেক্রেটাৰীলৈ এখন আৰ্জি দিব খুজিছোঁ। বোধকৰোঁ তাত চহী দিবলৈ তোমাৰ আপত্তি নহ'ব ?

দীন : আৰ্জিখন দেখিলে হে ক'ব পাৰোঁ।

ৰাজখোৱাই তেতিয়া আৰ্জিখন দেখুৱালে। আৰ্জিখন ইংৰাজীৰে লিখা আৰু 'টাইপ' কৰা, অসমীয়ালৈ অনুবাদ কৰিলে সি এনে হয়।—

শ্ৰীযুক্ত বালিকা-বিদ্যালয়ৰ চেক্রেটাৰী
মহাশয়ৰ সমাপেষু

চন ১৯১০, তাং ১৪ অক্টোবৰ।

মহাশয়,

স্থানীয় ৰাইজৰ হৈ আমি স্বাক্ষৰকাৰীসকলে আপোনাক জনাওঁ যে বালিকা বিদ্যালয়ৰ উন্নতিৰ বিষয়ে আলোচনা কৰিবলৈ অতি শীঘ্ৰে আপুনি এখন সৰ্ব্বসাধাৰণৰ সভা আহ্বান কৰিব লাগে।

বশংবদ

শ্ৰী... ... ... ... ...
শ্ৰীসৰ্ব্বানন্দ দত্ত।
শ্ৰীকমলচন্দ্ৰ ৰাজখোৱা
শ্ৰীগদাধৰ শৰ্ম্মা।
শ্ৰীকৃষ্ণকুমাৰ কাকতী
শ্ৰীতপেশ্বৰ বৰা।
শ্ৰীভূতনাথ দাস।
শ্ৰীলক্ষ্মীকান্ত দাস।
শ্ৰীকাৰ্ত্তিকচন্দ্ৰ ভূঞা।

দীন : ইয়াত চহী দিবলৈ মোৰ আপত্তি নাই ; কিন্তু ইয়ানৰোৰ নকৰি তেওঁক মুখেৰেই নেখোন ক'ব পাৰিলেহেঁতেন।

সৰ্ব্বা : মুখেৰে কত বাৰ কৈছোঁ। তেওঁ কাণ নকৰা দেখিছে এনে উপায় কৰিব লগা হৈছে।

দীনবন্ধুৱে তেতিয়া ৰাজখোৱা আদিৰ অনুৰোধ মতে থাকিলৈ বথা প্ৰথম ঘৰতে তেওঁৰ স্বাক্ষৰ কৰি বেগাবেগিকৈ তেওঁৰ লক্ষ্য স্থানলৈ গতি কৰিলে।

দীনবন্ধু গ'লত সৰ্ব্বানন্দই ৰাজখোৱালৈ চাই ক'লে,—"পিচে কি কৰিলা ! কথাৰ সোঁত নেখোন কেনিবাহে ব'লে ! তুমিও আকৌ দীনবন্ধুৰ কথাতে হয় দিলা।

কমল : তেনে নকৰা হলে দীনবন্ধুৱে চহীকে নিদিলেহেঁতেন।

কৃষ্ণকুমাৰ : মই ভাবিছোঁ আছে গৰু নবয় হাল, তাৰ সলনি নোহোৱাই ভাল। মতা অমিতাৰে বাৰী ভৰি থাকিলেও জানো অমিতা খাবলৈ পায় ?

সৰ্ব্বা : ময়ো তাকেই ভাবিছোঁ। দীনবন্ধুৱে যদি আমাৰ কথাত হয় নিদিয়ে, তেনেহলে তেওঁৰ চহীটোৰ পৰা আমাৰ কি লাভ হ'ব ? মোৰ মতে লোকচান হোৱাৰ হে ভয়।

কমল : কি লাভ হব বুজা নাই নে ? আমাৰ আৰ্জিত অকল স্কুলৰ উন্নতিৰ বিষয়ে আলোচনা হ'ব লাগে বুলি লিখা হৈছে। এতিয়া আমি যাৰে ওচৰলৈ যাওঁ, সেয়ে ভাতি-পাতি সুধিব ; তেতিয়া সকলো কেনেকাৰীৰ কথা ভাতি-পাতি ক'ম। দীনবন্ধুৰ চহীটো প্ৰথমতে লোৱা হৈছে, তাকেই দেখুৱাই এই আলোচনাৰ মূল দীনবন্ধু বুলি ক'ম। সকলো

বাইজে জানে যে দীনবন্ধুয়ে প্ৰমাণ নাপালে শত্ৰুৰ বিৰুদ্ধেও কোনো কথা নকয়; সেই দেখি দীনবন্ধুৰ চহীটো দেখুৱায়েই আমাৰ কথাবোৰ সকলো মানুহৰ মনত সুমুৱাই দিব পাৰিম।

সৰ্ব্বা : কিন্তু পিচত দীনবন্ধুয়ে সেইবোৰ মিছা কথা বুলি কয়।

কমল : পিচৰ কথা পিচত ভাবিম; ৰোগ চাই ঔষধ দিব লাগিব। এতিয়া আহাঁ, তুই এদিনতে আমাৰ কাম শেষ কৰি আৰ্জ্জিখন পঠিয়াব লাগে।

# তৃতীয় অধ্যায়

## হাবিৰ মাজত

তেতিয়া কাতি মাহৰ দুদিন কি চাৰি দিন মাত্ৰ গৈছিল। দুৰ্গাপূজাৰ আনন্দৰ ঢৌ মাৰ যোৱা তেতিয়াও বৰ বেছিদিন হোৱা নাই। যদিও এই পূজা আদিতে বঙালীৰহে জাতীয় উৎসৱ আছিল, তথাপি বিবোৰ ঠাইত বঙালী সোমাইছে, সেই সেই ঠাইৰ অধিবাসীৰ মাজতো সি ঠায়ে ঠায়ে শিপাই পেলাইছে। ষোড়শ শতিকাৰ শেষ ভাগত চুখাম্‌ফা স্বৰ্গদেৱৰ দিনত এই পূজা পোন প্ৰথমতে অসমতে সোমায়।* তেতিয়া এই পূজা বজাঘৰীয়া আন আন আমোদজনক উৎসৱৰ দৰেই এটা উৎসৱ আছিল মাথোন। বঙালী পৰ্ব্বতীয়া গোসাঁইৰ আগমনৰ পিচৰ পৰা হে ই ধৰ্ম্মৰ অঙ্গ হৈ পৰে। তেতিয়াৰ পৰা অসমত ইয়াৰ অৱস্থিতি। পিচত ইংৰাজ-ৰাজত্বৰ সময়ত বঙালীৰ বিস্তাৰৰ লগে লগে এই পূজাও বিস্তৃত হৈ পৰিছে। প্ৰথমতে অসম-প্ৰবাসী কোনো কোনো বঙালীয়ে এই পূজা ইয়াত পাতিবলৈ ধৰে আৰু আনবিলাকে স্থানীয় মানুহৰ সাহায্যেৰে বাৰোৱাৰী পূজাৰ আয়োজন কৰে। তাৰ পাচত ধনীয়ে নিজৰ জাকজমক দেখুৱাবলৈ, শুঁড়ীয়ে মদ বেচিবলৈ, ডেকাভঙুৱাই বাই-নাচৰ যোগাৰ কৰিবলৈ এই পূজাৰ আয়োজনত লাগি যায়। এই অনুক্ৰমে সি এতিয়া প্ৰায় গোটেই অসমত বিয়পি পৰিছে। পূজাৰ কেইদিনত সকলো ঠাই আনন্দ-মহোৎসৱত মতলীয়া হয়, যাত্ৰা-থিয়েটাৰ, বাই-নাচ আদিৰ কোঢ়ালে নগৰত খলক লগায়। শুঁড়ীৰ দোকানৰ ওচৰত নাইবা আলিৰ দাঁতিত বাগিচাৰ কুলিয়ে বগৰা-বাগৰি আৰু মাৰামৰিৰ অপূৰ্ব্ব অভিনয় দেখুৱায়। বাৰোৱাৰী পূজালৈ তোলা ধনৰ সৰহ ভাগ ঢাকাঞা বা কলিকতীয়া বাইজী-দেৱীসকলৰ উপাসনাতেই ব্যয় হয়; পূজা প্ৰায়ে পালমৰা বিধৰ হয়। এনে ধৰণৰ পূজাই আধ্যাত্মিক উন্নতি কাৰ কিমান কৰে জানিবৰ উপায় নাই, কিন্তু এই পূজাৰ প্ৰবেশৰ পিচে পিচে অসমৰ ওপৰত শনিৰ দৃষ্টি পৰা যেন দেখা যায়। মোৱামৰীয়া বিদ্ৰোহ আৰু বিদ্ৰোহীৰ হাতত আহোম ৰাজশক্তিৰ পৰাজয়ৰ বাবে কুলেশ্বৰী কুঁৱৰীৰ দুৰ্গা-পূজা নিতান্ত কম দায়ী নহয়। এই বিদ্ৰোহৰ ফলতেই অসম শক্তিহীন হয়, অসমলৈ বৃটিচ-সৈন্যৰ আগমন হয়, আৰু তাৰ লগে লগে অসমবাসীৰ ৰক্তশোষক কাৰ্য্যৰ প্ৰচলন আৰম্ভ হয়। আজি-কালিও ই যাত্ৰা-থিয়েটাৰৰ পৰা আৰম্ভ কৰি খাৰলৈ নোপোৱা দুখীয়ালৈকে সকলোকে বচেৰীয়া বিদেশী সাজ-পাৰ পিন্ধাই লাখ লাখ টকা চিৰকালৰ নিমিত্তে বিদেশীৰ হাতত

* Vide An Account of Assam J.P. Wade Pg. 251.

তুলি দিয়ে, ধনীৰ পোতৰ টকাত হাত দিয়ায়, দুখীয়াৰ খাবৰ জোখ বঢ়ায়, শুঁড়ীক ধনী কৰে, আৰু বাইজী-ইহঁতৰ কেইবামাহৰো খোৰাকি যোগায়। গৱৰ্ণমেণ্টৰ কৰ্ম্মচাৰীসকলেও এই পূজাৰ বাবে বহুত দিনৰ দৰমহা কাম নকৰাকৈ খাবলৈ পায়। যিবিলাক নিজগৰ পৰা আহি নগৰত কাম-কাজ কৰি থাকে, সেইবিলাকেও এই চলতে এবাৰ নিজ নিজ ঘৰত কেইদিনমান থাকি আহিব পাৰে।

এইবাৰ পূজা কিছু আগতীয়া। আহিনৰ কুৰি দিন যোৱাতে দেৱীৰ আগমন হয়, সেইকাৰণে কাতিৰ প্ৰথম সপ্তাহতে ঘৰলৈ যোৱা কৰ্ম্মচাৰীসকল কৰ্ম্ম-ক্ষেত্ৰলৈ ঘূৰি আহিব লগাত পৰে। ৰেল-জাহাজত মহা ভিৰ; নিতান্ত সবল মানুহৰ পক্ষে ঠাই পোৱাই কঠিন। যিবোৰ ঠাইলৈ ৰেল-জাহাজ নচলে, তাত গৰুৰ গাড়ীয়েই মাত্ৰ অৱলম্বন।

কাতিৰ দুদিনমান যোৱাতে এদিন এখন গৰুৰ গাড়ী সোণাপুৰ গাওঁৰ পৰা নগৰৰ ফাললৈ আহি-ছিল। বাট বৰ দীঘল—ডেৰ কুৰি মাইল; গাড়ী-খন প্ৰায় গক-মেলামান পৰত বাওনা হৈছিল। গাড়ীখনৰ ওপৰত চৈ আৰু দুয়ো মূৰে কাঁৰ-কাপোৰ বন্ধা। ভিতৰত এজনী গাভৰু আৰু এটি সৰু ল'ৰা। গাড়োৱানটো এটা হৃষ্ট-পুষ্ট হিন্দুস্থানী মানুহ। গৰু-হাল শকত আৰুত।

গাৰোৱানটোৱে গাড়ী বৰ বেগেৰে চলাইছিল। দিনৰ দিনটো গাড়ীখন অবিশ্ৰাম আহি প্ৰায় সন্ধ্যা সময়ত এখন নৈ পালেহি। নাৰ নাৱত নৈখন পাৰ হ'ল। তাৰ পিচত গাড়ীখন ৰাখি গাড়োৱানটোৱে গৰুকেইটা সোলোকাই কিছু 'খানা' দিলে আৰু পানী খুৱালে। আৰোহী কেইজনেও নৈৰ পাৰতে অলপ আহাৰ কৰি এবেলেক বিশ্ৰাম ল'লে।

আধা ঘণ্টামান সময়ৰ পিচত গাড়ী আগুৱাই চলিল। তেতিয়া ৰাতি হৈছিল, কৃষ্ণপক্ষৰ ৰাতি। চন্দ্ৰ তেতিয়াও উদয় হোৱা নাই; তৰাৰ টিলিক টামাক পোহৰে হাবিৰ মাজৰ বাট অলপো পোহৰাব পৰা নাই। মাথোন গাড়ীৰ তলত বান্ধি দিয়া লেম্পটোৰ পোহৰে সম্মুখৰ বাটডোখৰ দেখুৱাই গৈছে।

বাটৰ দুয়ো কাষে হাবি। প্ৰায় দুমাইলমানৰ ভিতৰত কোনো ঘৰ নাই। এই হাবিত কেতিয়াবা বাঘ, ভালুক আদি হিংস্ৰ জন্তুও ওলায়। গাড়োৱান-টোৱে বিশেষ সাৱধানভাৱে নৈতে গাড়ী চলাবলৈ ধৰিলে। হঠাৎ পাচফালৰ পৰা এটা উজ্জ্বল পোহৰ আহি গাড়ীত পৰিল। দেখা গ'ল কোনোবা দুজন "বাইচাইকেলত" উঠি আহিছে। গাড়োৱানে মনত বং পালে।

এই আগন্তুক দুজন দুয়ো ভাড়ীয়া। ভেউলোক ক'ৰ পৰা আহিছে আৰু কলৈ যায়, তাক জানিবৰ উপায় নাই। গাড়ীৰ ওচৰ পাই এজনে গাড়ো-ৱানক সুধিলে—"কাহা যাতা?"

"জিলা মে যাতা।"

"গাড়ীমে কৌন হ্যায়?"

"আউৰত হ্যায়।"

মানুহ দুজনে আৰু অপেক্ষা নকৰি বেগাই চাইকেল্ চলাই দিলে। এজনে ইজনক ক'লে,—"ঠিক এইখনেই।"

"নহ'ব কিয়? গাড়ীতো মুঠেই এখন পাৰ হৈছে বুলি বাটটোৱেই সেখোন কৈছিল।"

"এতিয়া একেবাৰেই নিঃসন্দেহ হলোঁ।"

তেতিয়া দুয়ো বেগেৰে চাইকেল্ চলাই মুহূৰ্ত্ততে অদৃশ্য হৈ গ'ল। গাড়োৱানেও আগৰ দৰেই গাড়ী

চলাবলৈ ধৰিলে।

অলপ সময় মাথোন এনেকৈ গৈ আছে এনেতে সন্মুখৰ কালৰ পৰা কিচকিচ কৰে ক'লা কিবা এটা আহি গাড়ীৰ আগত থিয় দিলে। গাড়োৱানটো বুকু ডাঠ মানুহ; তথাপি এই দৃশ্য দেখি কিছু ভয় খালে; কি কৰা উচিত একো ঠিক কৰিব নোৱাৰিলে। এনেতে গাড়ীখন মূৰ্ত্তিটোৰ ওচৰ পালে; গৰু হাল চক খাই উঠিল। মূৰ্ত্তিটোৱে থাপ মাৰি যুৱলিত ধৰি গাড়ীখন ৰাখিলে। তাকে দেখি চাবুক-ডাল ওপৰলৈ তুলি গাড়োৱানে প্ৰশ্ন কৰিলে,— "তোম কৌন হ্যায়?

মূৰ্ত্তি নিমাত।

গাড়োৱান: কাহে চুপ্‌, ৰহতা হ্যায়? কৌন তোম? ক্যা ম্যাঙ্‌তা—

কিন্তু কোনো উত্তৰ নাই।

গাড়োৱানে চাবুকৰে সৈতে সাৰোপ কৰে একোব মাৰিলে। মূৰ্ত্তিটো সাউৎ কৰে এফলীয়া হৈ কোব নোখোৱাকৈ সাৰিল, আৰু গাড়োৱানে সময় নৌ পাওঁতেই যুৱলিখন গৰুৰ ডিঙিৰ পৰা পেলাই দিলে। গাড়োৱান জঁাপ মাৰি মাটিত পৰিল; যুৱতী আৰু লৰাটো কোনোমতেহে পৰি নেযোৱাকৈ ৰ'ল। গাড়োৱানটো নমা দেখিয়েই মূৰ্ত্তিটো লৰ মাৰিলে; গাড়োৱানে মুখেৰে গালি পাৰি পাৰি আকৌ গাড়ী-খন যুঁটিলে। কিন্তু গাড়ীখন দুই নলমান যাওঁতেই আকৌ মূৰ্ত্তিটো আহি গাড়ীৰ আগত থিয় দিলে আৰু আগৰ দৰেই যুঁৱলিত ধৰিলে। এইবাৰ গাড়োৱানৰ ধৈৰ্য্য কেনিবা গ'ল; "জান লেগা শালা" এই বুলি চাবুকডাল ডাঙি গাড়ীৰ পৰা জঁপিয়াই পৰিল। মূৰ্ত্তিটোৱে লৰ দিলে, গাড়োৱানেও পাচে পাচে খেদি নিলে। সেই আন্ধাৰ নিশা অলপ পিছতে দুয়ো অদৃশ্য হৈ পৰিল।

এই ঘটনাত যুৱতী ভয়ত ব্যাকুল হৈ পৰিল; লৰাটোও ভয়তে চেপেটা লাগিছিল। আন কি, তেওঁলোকে গাড়ীৰ পৰা মুখ উলিয়াবলৈকো সাহ কৰা নাছিল; গাড়োৱানটো আঁতৰ হোৱাত সেই ভয় আৰু বাঢ়িছিল।

হঠাৎ ওচৰৰ গছডালৰ পৰা আৰু এক মূৰ্ত্তি বাহিৰ হ'ল আৰু গাড়ীখনৰ ওচৰ চাপি গৰু-হাল সোলোকাই দিলে। তাৰ পিচত গাড়ীৰ ভিতৰত সোমাবলৈ গ'ল। যুৱতী এতিয়ালৈকে জড়ৱৎ হৈ আছিল; আত্মৰক্ষাৰ যে কোনো উপায় নাই! অস্ত্র-শস্ত্ৰৰ ভিতৰত এজোৰ চটি জোতা মাত্ৰ সম্বল আছিল; এতিয়া আন উপায় নেদেখি দুয়ো দুপাত লৈ যেনি পাই তেনি কোবাই কানি-মুনি দিবলৈ ধৰিলে। মূৰ্ত্তিটোৱে দুই চাৰি বাৰ জোতাৰ কোব খোৱাৰ পিছত লৰাটো ধৰি উলিয়াই নিলে, লৰা-টোৱে চিঞৰিবলৈ ধৰিলে। সি তেতিয়া লৰাটোক এনে এটা ঠেলা মাৰিলে যে সি ধুম কৰে মাটিত বাগৰি পৰিল। এই অৱসৰতে যুৱতী গাড়ীৰ পাচ-কালে দি নামি তাৰ তলত সোমাল। লৰাটোক পেলাই দি মূৰ্ত্তিটো বেগেৰে গাড়ীৰ ভিতৰলৈ সোমাই গ'ল; যুৱতীয়ে অলপো বিলম্ব নকৰি, সি ভিতৰত কি আছে চাবলৈ সময় পোৱাৰ আগতে, গাড়ীৰ আগটো তলকালৰ পৰা ওপৰলৈ ঠেলা মাৰি ডাঙি দিলে। পিচ মুহূৰ্ত্ততে সেই মূৰ্ত্তি গাড়ীৰ পাচকাল দি সৰকি তিনি টৈলেঙনি খাই গুৰি কঁঠাল পৰা দি পৰিল।

যুৱতীয়ে লৰাটোৰ সাহায্যেৰে তৎক্ষণাৎ গাড়ী-খন যুঁটিলে আৰু নিজে গাড়োৱান হৈ গাড়ী চলা-বলৈ ধৰিলে। লৰাটো ভিতৰত ৰহিল। যুৱতীয়ে

মনে মনে ক'লে,—"সুভদ্ৰাই ৰণক্ষেত্ৰত ৰথ চলাই-ছিল মই এই সামান্য ৰণক্ষেত্ৰত গৰুৰ গাড়ীও চলাব নোৱাৰিলে চলিব কেনেকৈ?

# চতুৰ্থ অধ্যায়

## নৈশ-মিলন

যি সময়ত আলিৰ মাজত ওপৰত কোৱা ঘটনা ঘটিছিল, ঠিক সেই সময়তে এটা মানুহ লক্ষ্মীকান্তৰ ঘৰৰ নঙলা পাৰ হৈছিল। মানুহটো মুছলমান আৰু এখন ডাঙৰ দোকানৰ গোমস্তা। নাম আব্দুল গনি; সাজ-পাৰত জকমকীয়া আৰু এচেন্সৰ গোন্ধেৰে মলমলোৱা।

আব্দুল গনি লাহে লাহে জুপি জুপি বন্তাই পঢ়া-শুনা কৰা খোটালিটোৰ ওচৰলৈ গ'ল, কিন্তু তাত কাৰো একো গম নাপালে। তেতিয়া লাহে লাহে বন্তাৰ শোৱনি ঘৰৰ ওচৰ চাপিল। সকলো নীৰব, দুৱাৰ বন্ধ। তেওঁ অলপ অলপকৈ দুৱাৰত টুকুৰিয়াবলৈ ধৰিলে।

অলপ পিচতে দুৱাৰ মেলি বন্তা ওলাই আহিল আৰু "তুমি আহিছা?" বুলিয়েই আব্দুলৰ ডিঙিত সাবটি ধৰিলে। আব্দুলেও তেনেকৈয়ে সাবটি ধৰিলে; দুয়োৰো ভিতৰত চুম্বনৰ দান প্ৰতিদান হ'ল। তাৰ পিছত দুয়ো ভিতৰ সোমাই দুৱাৰ বন্ধ কৰি শয্যাৰ ওপৰতে আসন গ্ৰহণ কৰিলে।

প্ৰথমেই আব্দুলে প্ৰশ্ন কৰিলে,—"ককাইদেৱৰ নাই নে কি? তোমাৰ চিঠিৰ পৰা মই ভালকৈ একোকে বুবুজিলোঁ। মাত্ৰ কথাৰ গঢ় দেখি তেনে অনুমান কৰিছিলোঁ।

বন্তা : এৰা তেওঁ নাই; আজি ৰাতিৰ ভিতৰত তেওঁ ঘূৰি অহাৰ সম্ভাৱনা কম।

আব্দুল : ইন্দ্ৰনাথ ক'লৈ গ'ল?

বন্তা : তেওঁ ককাইদেউৰ লগতে গৈছে।

আব্দুল : এনেকৈ যোৱাৰ কাৰণ কি?

বন্তা : মই কেনেকৈ কওঁ।

আব্দুল : মোৰ বোধেৰে কিবা এটা ডাঙৰ উদ্দেশ্য আছে। বাৰু থাকক যি থাকে। মোৰো তোমাৰ লগত এটা ডাঙৰ বিষয়ৰ পৰামৰ্শ কৰিব লগা আছে।

বন্তা : কি?

আব্দুল : মই শুনিছোঁ—তোমাৰ বোলে ইন্দ্ৰনাথৰ লগত বিয়া হোৱাৰ কথা হৈছে?

বন্তা : কোনে ক'লে তোমাক এনে কথা?

আব্দুল : সকলোৱে কৈছে তাক তাৰ প্ৰমাণ-স্বৰূপে ইন্দ্ৰনাথ তোমালোকৰ ঘৰত আছেই।

বন্তা : কিবা কাৰণত ককাইদেৱে তেওঁক ৰাখিছে। মোৰ তাত সম্পৰ্ক কিহৰ?

আব্দুল : তেওঁনো তেন্তে ইয়াত আছেহি কিয়?

বন্তা : মই কেনেকৈ ক'ম?

আব্দুল : বাৰু যদি তোমাৰ ককাইদেৱৰহঁতে তেওঁৰ লগত তোমাৰ বিয়া দিব খোজে, তেতিয়া কি কৰিবা?

বন্তা : মোৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰিবলৈ ককাইদেৱেই হওক বা আন কোনোবাই হওক, কাৰো সাধ্য নাই; তুমি মোক এতিয়াও বিশ্বাস নকৰা নে? মই যে তোমাৰেই; তোমাৰ বাহিৰে আন কাৰো হ'ব নোৱাৰোঁ।

আব্দুলে এটি চুমনেৰে তাৰ উত্তৰ দিলে। তাৰ পিচত ক'লে,—"এতিয়া মই এটা ডাঙৰ লেঠাত পৰিছোঁ। বোধকৰোঁ আৰু বেছি দিন মই ইয়াত থাকিব নোৱাৰিম।"

বস্তা : কিয় ?

আব্দুল : তুমিতো জানা দোকানখন মোৰ নহয়। মহাজন ঘৰুৱা জঞ্জালৰ কাৰণে দেশলৈ গৈ আহিব পৰা নাছিল ; সেই দেখি আজি ছমাহ ময়েই মহাজনৰ নামে দোকান চলাই আছিলোঁ। সিদিনা তেওঁৰ পৰা চিঠি পাইছোঁ, তেওঁ হেনো আৰু দুসপ্তাহৰ মূৰত আহিব। তেওঁ আহিলেই মই পলাব লাগিব।

বস্তা : কিয় ? কিয় ?

আব্দুল : তোমাক বোধকৰোঁ নকলেও হ'ব যে মই ধনী মানুহ নহওঁ। চকি, মেজ, কাপোৰ-কানি, এচেন্স, তেল, ঘৰি, হাৰ্ম্মোনিয়ম প্ৰভৃতি যিবোৰ বস্তু মই তোমাক দিছোঁ সেই আটাইবোৰ মহাজনৰ খৰচত। তাৰ উপৰি তোমাৰ হাতত যি পাঁচ-শ টকা জমা দিছোঁ, সিও দোকানৰ টকা। সেই কথা তোমাক আগেয়েই কৈছিলোঁ। এতিয়া মহাজন আহি হিচাপ ল'লেই সকলো ধৰা পৰিব। সেই দেখি তেওঁ অহা দিনাই ইয়াৰ পৰা আঁতৰিব লাগিব। তুমি তোমাৰ পূৰ্ব্বৰ প্ৰতিজ্ঞামতে মোৰ লগত যাবলৈ সাজু হ'ব লাগিব।

বস্তা : নিশ্চয়। তুমি নাথাকিলে মই বা ইয়াত এদিনো থাকিব নোৱাৰোঁ। কিন্তু মূঠেই পাঁচ শ টকাৰে চলা যে বৰ টান হ'ব !

আব্দুল : সেইটোৰ এটা দিহা হ'ব ! মই এই কেইদিনত আৰু পাঁচ-শ মান টকা হাত কৰিম। তেতিয়া এক ৰকম চলিব। এঠাইত এখন সৰুসুৰা দোকান দি বহিবলৈও দুটা মানুহৰ খোৰাকি ওলাব। কিন্তু এটা কথা—তুমি এতিয়াৰে পৰা এনে ভাবে সাজু থাকিব লাগিব, যাতে যেতিয়াই যাব লগা হয়, তেতিয়াই যাব পাৰোঁ।

বস্তা : তাৰ নিমিত্তে কোনো চিন্তাকে নকৰিবা।

আব্দুল : ঘৰত যদি কোনোবাই আপত্তি কৰে ?

বস্তা : মোৰ ইচ্ছাৰ বিৰুদ্ধে কাৰো আপত্তি নাখাটে।

আব্দুল : আৰু তোমাৰ বস্তু বাহানিবোৰ ?

বস্তা : সেইবোৰ মোৰ লগত লৈ যাম। তাৰ বাবে কোনেও এক পইচাও ভঙা নাই। তেনেস্থলত সেইবোৰ লৈ যোৱাত কোনে বাধা দিব পাৰে !

আব্দুল : তেন্তে এতিয়া মই নিশ্চিন্ত হ'ব পাৰোঁ ?

বস্তা : নিশ্চয় পাৰা।

তাৰ পিচত আৰু কিবা-কিবি আলোচনা কৰি আব্দুল সেই ৰাতি তাতে থাকিল।

# পঞ্চম অধ্যায়

## প্ৰকৃত সাধু

সেই অৱস্থাৰ মাজত অপৰিচিত মূৰ্ত্তিৰ পাচে পাচে যেতি গাড়োৱানটো প্ৰায় এটা মিছিৰ বাট

গ'ল ; ইমান দূৰলৈ খেদিবলৈ গাড়োৱানৰ ইচ্ছা নাছিল, কিন্তু সেই মূৰ্ত্তিয়ে তেনে কৰিবলৈ তাক বাধ্য কৰিছিল ; সেই অদ্ভুত মূৰ্ত্তিটো গাড়োৱানে খেদি গলেই লৰ মাৰে, আৰু উভতি অহা দেখিলে পাচতে আছে। সেইত নিতান্ত অসহ্য হৈ উঠাত গাড়োৱানে তাক ধৰিবৰ নিমিত্তে খেদা দিলে। প্ৰায় এটা বিঘিৰ বাট লৰাৰ পাচত গাড়োৱানে তাক ধৰা পেলালে। ধৰিয়েই তাক ভালকৈ জোকাৰ এটা মাৰি সুধিলে,—

"শালা, অব কাহাঁ যায় গা ? তুমকো আজ মাৰকৰ ইস্ জঙ্গল মে ফেঁক দুঁগা ? হামকো চিনা নহি ? ভূত বনকে হামকো ডৰৱানে আয়া থা। দেখা যায় গা তুম কৈসা ভূত হে।"

মূৰ্ত্তি : তোমাক ভাই বুলিছোঁ। মই ডকাইতো নহওঁ, আঁৰু তোমাৰ অপকাৰ কৰিব-লৈকো অহা নাই। তোমাৰ লগত বহুতো গোপনীয় কথা আছে।

গাড়োৱানেও এইবাৰ অসমীয়াতে ক'লে,— "তেনেহলে তই আগেয়ে কথা নকৈছিলি কিয় ?"

মূৰ্ত্তি : কৈছোঁ নহয়, মোৰ কথা গোপনীয়। সেই দেখি তাত কব নোৱাৰি তোমাক এই দৰে আঁতৰাই আনিছিলোঁ।

গাড়ো : কি কথা আছে এতিয়া নকব কিয় ?

সেই ছদ্মবেশী মানুহটোৱে তেতিয়া দহ টকা খপ উলিয়াই গাড়োৱানক দেখুৱাই ক'লে,—"এই টকা কেইটা তোমাৰ।"

গাড়োৱানে একো বুজিব নোৱাৰি সুধিলে,—"তাৰ মানে কি ?"

মানুহ : তাৰ গাড়ীখন ঘূৰাই নিব লাগে।

গাড়ো : ইমান বাট অহাৰ পিচত গাড়ী ঘূৰাই নিম কিয় ? আৰু গাড়ী ঘূৰাই নিয়াৰ পৰা তোমাৰ লাভ কি ?

মানুহ : মোৰ লাভ পিচত বুজিবা। অ' মোৰ কথাটো বুজা তোমাৰ ভুল হৈছে বোধকৰোঁ। গাড়ী মানে গোটা গাড়ীখন হে ওভতাই নিব লাগিব।

গাড়ো : কেতিয়াও নহয়।

মানুহ : কুৰি টকা লোৱাঁ।

গাড়ো : লাখ টকা দিলেও নহয়।

মানুহ : বাক ওলোটাই নিব নালাগে। তোমাকো এই কুৰিটা টকা দিলোঁ, তুমি এতিয়া ইয়াকে লোৱাঁ। আৰু যে সৌ বাই-চাইকল দুখন দেখিছা, তাকো তোমাৰ জিম্মাত ৰাখিলোঁ। তুমি ইয়াতে থাকাঁ, যেতিয়া তোমাৰ গাড়ী পাবা, তেতিয়া চাইকেল্ ঘূৰাই দিবা, তেতিয়া আৰু অলপ বকচিচ্ পাবা। তুমি গাড়ীৰ কেৰেয়া বৰ বেচিকৈ পোৱা যদি পাঁচ টকা পাবা, কিন্তু মোৰ কথা শুনিলে একে বাতিয়ে কুৰি টকা লাভ হ'ব।

গাড়ো : আৰু তাৰ বাবে ছোৱালীজনীৰ সৰ্ব্ব-নাশ কৰিবলৈ এৰি দিম। লাগিয়াই পেলা তোৰ টকা। আমি হিন্দুস্থানী মানুহ, তইতৰ নিচিনা নিমক-হাৰাম নহওঁ। জান দিম, তথাপি এনে কাম হবলৈ নিদিও।

মানুহ : আৰু পাঁচ টকা লোৱাঁ।

গাড়ো : খবৰদাৰ। আৰু এনে কথা নকবি। ইমানতে ভালে ভালে আঁতৰ হ ; নহলে শেষত পস্তাবি।

হঠাৎ গাড়োৱানৰ মনত খেলালে যে বাইচাইকেল্ বেডিয়া দুখন মানুহো নিশ্চয় দুটা হব, আৰু বাটত লগ পোৱা মানুহ দুটায়েই যে এই দুটা তাত সন্দেহ নাই। তেন্তে ইটো ক'লৈ গ'ল! হয়তো সি পাচত থাকি গাড়ী আক্ৰমণ কৰিছে বা! এই কথা মনত খেলালতে গাড়োৱান তৎক্ষণাৎ গাড়ীৰ ফালে যাবলৈ ওলাল। মানুহটোৱে কাপোৰৰ তলৰ পৰা এখন খুকুৰি উলিয়াই লৈ ক'লে—"মোৰ হাতত কি দেখিছ? ক, তই টকা লবি নে নলয়?"

গাড়োৱানে তাৰ কথাৰ উত্তৰ নিদি একে জঁাপেই এহাতে মানুহটোৰ ডিঙিত চেঁপা মাৰি ধৰি ইহাতেৰে খুকুৰিখন কাঢ়ি লৈ হাবিৰ মাজলৈ দলিয়াই পেলালে। তাৰ পিচত গাড়োৱানে মানুহটোক মাটিত বগৰাই পেলাই তাৰ গাৰ কাপোৰেৰেই হাত-ভৰি বান্ধি পেলালে। মানুহটোক বান্ধি আৰু এক মুহূৰ্ত্তও বিলম্ব নকৰি গাড়োৱানে গাড়ীৰ ফাললৈ লৰ দিলে। অলপ যাওঁতে গাড়ী অহা দেখি গাড়োৱানৰ মনত আনন্দ মিলিল আৰু ততালিকে যুৱতীক ভালকৈ বহিবলৈ কৈ বেগেৰে গাড়ী চলাবলৈ ধৰিলে। কিছুমান বেলি একেবাহে গৰু লকৰাই চলোৱাৰ পিচত গাড়ী হাবিৰ পৰা বাহিৰ ওলাল আৰু ওচৰত মানুহ থকা ঠাই পালে। তেতিয়া পঞ্চমীৰ চন্দ্ৰই পূব আকাশত দেখা দিছিল আৰু লগে লগে বাট-পথ সকলো পোহৰ হৈ উঠিছিল। গাড়োৱানে তেতিয়া নিৰ্ভয় হৈ গাড়ী লাহে লাহে চলাবলৈ ধৰিলে; গাড়োৱান আৰু যুৱতীৰ পৰস্পৰৰ কথাও পৰস্পৰে শুনিলে। এই অশিক্ষিত গাড়োৱানটোৰ ন্যায়পৰায়ণতা আৰু কৰ্ত্তব্যনিষ্ঠা দেখি যুৱতী স্তম্ভিত হ'ল, আৰু পুনঃ পুনঃ কৃতজ্ঞতা জনাই ঈশ্বৰক ধন্যবাদ দিলে। মনে মনে ক'লে,—"যদি সাধুতা কৰ'বাত আছে তেন্তে এই মলিয়ন সাজপাৰত হে, এই মানুহবিলাকৰ গাত; ভদ্ৰলোক নামধাৰী মানুহৰ ৰংচঙীয়া সাজপাৰৰ ভিতৰত এনে সাধুতাৰ নাম গোন্ধো নাই। তেনে মানুহ ঠিক বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী। সিহঁতৰ বাহিৰ চাকচিক্য; কিন্তু অন্তৰ চল-চক্ৰান্ত, আৰু পাপ-ব্যাভিচাৰৰ চিন্তাৰে মলিন।"

বাতিপুৱা ন-মান বজাত গাড়ীখন বালিকা-স্কুলৰ শিক্ষয়িত্ৰীৰ ঘৰৰ মুখত ৰ'ল। যুৱতী আৰু লৰাটো গাড়ীৰ ভিতৰৰ পৰা ওলাল। দিনৰ পোহৰত স্পষ্টকৈ দেখা গ'ল, যুৱতী প্ৰভাৱতীৰ বাহিৰে আন কোনো নহয়। লৰাটো তেওঁৰ ভায়েক। দুয়ো পূজাৰ বন্ধত ঘৰলৈ গৈছিল।

গাড়ীৰ পৰা নামি প্ৰভাৱতীয়ে নিৰ্দ্দিষ্ট বন্দবস্ত মতে গাড়োৱানক তাৰ প্ৰাপ্যখিনি দিলে। তাৰ পিছত নিজ হাতে বোৱা গুণাৰ ফুল দিয়া ধনীয়া কাপোৰ এখন দি ক'লে,—"তুমি মোৰ যি উপকাৰ কৰিলা তাৰ জোখাৰ পুৰস্কাৰ দিবলৈ মোৰ শক্তি নাই। তথাপি কৃতজ্ঞতাৰ চিন-স্বৰূপে এই কাপোৰ-ডোখৰ দিলোঁ। ইয়াকে যেন বহুত বুলি লোৱা।"

গাড়োৱান: বন্দবস্ত মতে টকা পালোঁ যেতিয়া মই একো কৰলৈ নাই, আৰু মই যি কৰিছিলোঁ তাক মই কৰিবলৈ বাধ্য। কিয়নো আপোনাক ইয়াত থৈ যাম বুলি যি বন্দবস্ত কৰিছিলোঁ, সেইমতে কাম নকৰা হলে ঈশ্বৰে মোক দণ্ডিলেহেঁতেন। তথাপি দুখীয়াক দয়া কৰি যে কাপোৰডোখৰ দিছে, সেইটো

আপোনাৰ অনুগ্ৰহ। মই ইয়াক আন-
ন্দেৰে লওঁ। ইয়েই মোক কালিৰ
ঘটনাটো সোঁৱৰাই থাকিব, আৰু এনে
কামত জীৱন দিবলৈ বল দিব।

তাৰ পিছত টকা আৰু কাপোৰবলৈ প্ৰভাৱতীক সেৱা জনাই লৰাটোকো মাত লগাই গাড়োৱানে বিদায় ল'লে। প্ৰভাৱতীয়ে অলপ পৰ নীৰৱে চাই থাকি ক'লে,—"শিক্ষিত নামধাৰী নগৰীয়া মানুহৰ অন্তঃকৰণ যদি এই নিৰক্ষৰ গাড়োৱানটোৰ সমান উচ্চ হ'লহেঁতেন!"

# ষষ্ঠ অধ্যায়

## ষড়যন্ত্ৰকাৰীৰ নেতা

প্ৰভাৱতী ঘৰৰ পৰা আহিয়েই শুনিলে, পূজাৰ ভিতৰত তেওঁৰ আৰু চেক্ৰেটাৰীৰ নামে গোটেইখন নগৰতে জঘন্য বিজ্ঞাপন ওলাইছিল। ডাঙৰ গছ, লেম্প-পোষ্ট, পকা ঘৰৰ বেৰ, পূজাৰ ঘৰ, দোকান আদি সৰ্ব্বসাধাৰণৰ চকুত পৰা সকলো ঠাইতে এই জাননী দেখা গৈছিল। এই জাননীৰ মূল ক'ত তাক পাঠকসকলৰ জানিবলৈ বাকী নাই। ইয়াৰ প্ৰত্যেকটো শব্দৰে আধা ইন্দ্ৰনাথৰ, আধা যন্তাৰ লিখা, নৱমীৰ দিনা ৰাতি পূজা চোৱা মানুহৰ লগত মিলি ইন্দ্ৰনাথ আৰু লক্ষীকান্তই ইয়াক সকলো ঠাইতে লগাই আহিছিল। চেক্ৰেটাৰীয়ে তেওঁৰ ঘৰৰ মুখত এখন পাই একৰাই নি থৈ দিছিল, প্ৰভাৱতী আহিবৰ দিনাই সেইখন তেওঁৰ হাতত দি ক'লে,—"দেখিছা, ভণ্ড-তপস্বী দীনবন্ধুৰ কাম! সি মুখেৰে নানা কথা কৈ ভুলে নোৱাৰি তোমালৈ চিঠি লিখিলে। এতিয়া উদ্দেশ্য পূৰ হোৱা দেখি এইখন কৰিছে। সিদিনা সি এইবোৰ কথা কৰ্ চাহাবলৈকো লিখিছে। কৰ চাহাবে মোক মাতি নি সুধিছিল।"

প্ৰভা : দীনবন্ধুৱে লিখা বুলি আপুনি কেনেকৈ জানিলে? তাত জানো লিখকৰ নাম দিছে?

চেক্ৰেটাৰী : নাম দিলে যে জেইলত সোমাব লাগিব সেইটো জানো নাজানে, সেই দেখি বেনামীকৈ দিছে। তাকো কেনেবাকৈ আখৰত ধৰা পৰে বুলি "টাইপ" কৰি দিছে।

প্ৰভা : আপুনি তেন্তে দীনবন্ধুৱে লিখা বুলি কেনেকৈ ক'লে?

চেক্ৰেটাৰী : নহলে এনেবোৰ কথা লৈ কাৰ মূৰ কামোৰণি ধৰিব?

প্ৰভা : তেনেহলে আপুনি কেৱল অনুমানৰ ওপৰতহে তেনেকৈ কৈছে?

চেক্ৰেটাৰী : অনুমান হলেও সঁচা অনুমান। দীনবন্ধুৱে তোমালৈ লিখা চিঠিয়েই তাৰ প্ৰমাণ।

প্ৰভা : মোৰ কিন্তু সন্দেহ হয়; তেওঁ এনে নীচকাৰ্য্য কৰিব পাৰে বুলি মোৰ মনে নধৰে। আৰু যদি তেওঁৰ তেনে ইচ্ছা থাকিলহেঁতেন তেনেহলে মোলৈ একো নিলিখিলেহেঁতেন।

চেক্ৰেটাৰী : তোমাৰ কথাত মোৰ তোমাৰ ওপৰতো অবিশ্বাস জন্মিছে, মোৰ আগৰ সন্দেহ দৃঢ় হৈছে। তুমি নিশ্চয় দীনবন্ধুৰ প্ৰেমত পৰিছা, নহলে এনে জল-জল কথাটোও নেদেখাৰ কোনো কাৰণ নাই।

প্ৰভাই ব্যংগৰ সুৰেৰে ক'লে,—"এবা মই দীনবন্ধুৰ প্ৰেমত পৰিছোঁ!"

চেক্ৰেটাৰীয়ে মাথোন ক'লে,—"বাক দেখাই থাওকচোন সি মোক কেনেকৈ চেক্ৰেটাৰী ভাঙে। তাক যদি মই বগা ঘৰত ভাত খুৱাব নোৱাৰোঁ, মোৰ নাম গকুলচন্দ্ৰই নহয়।"

এইবুলি চেক্ৰেটাৰী তাৰ পৰা গুচি গ'ল। প্ৰভাই জাননী-খনকে উবাই-ঘূৰাই চাবলৈ ধৰিলে।

জাননীখন পঢ়ি প্ৰভাৰ মনত নানা চিন্তা হবলৈ ধৰিলে। সঁচাকৈয়ে এইবোৰ দীনবন্ধুৰ কাম নে? সঁচা যদি তেওঁৰ তাত লাভ কি? বিশেষকৈ তেওঁৰ কাম ইমান বেছি যে তেওঁ এনে নিৰৰ্থক কামত সময় কটাবলৈ আজৰি পাব কেনেকৈ? কিন্তু যেয়ে এইবোৰ কাৰ্য্য নকৰক, ঘটনাচক্ৰ যে ক্ৰমশঃ বিষম হৈ উঠিছে তাত কোনো সন্দেহ নাই। তেনেহলে তেওঁ আত্মৰক্ষাৰ নিমিত্তেই বিয়াৰ বান্ধোনত সোমাব লাগিব নেকি? কিন্তু বিয়া হলেও জানো তেওঁ সুখী হব পাৰিব! সঁচাকৈয়ে দীনবন্ধুৱে তেওঁৰ অহিত চিন্তিছেনে —তেওঁক খিং কৰেনে? কোনে ক'ব!

তেওঁ একেথাহে এইবোৰ কথাকে ভাবি আছে, এনেতে পিয়নে আহি কিছুমান চিঠি-পত্ৰ দি গ'ল। প্ৰভাৱতী ঘৰলৈ যোৱাৰ পৰা তেওঁৰ সকলো চিঠি পত্ৰ ডাক-ঘৰতে জমা আছিল। চিঠিবোৰ এখন এখনকৈ পঢ়ি যাওঁতে এখন চিঠি তেওঁৰ হাতত পৰিল; দেখিলে চিঠিখন কলিকতাৰ পৰা আহিছে। শেষলৈ লিখকৰ নাম ভয়ে ভয়ে পঢ়িলে, —ৰজনীমোহন দত্ত।

এইখন প্ৰভাৰ বিবাহ-সম্পৰ্কে লিখা চিঠি। এই চিঠিত ৰজনীমোহনে লিখিছে যে তেওঁ প্ৰভাক চাবলৈ, আৰু মন মিলিলে বিয়াৰ কথাবাৰ্ত্তা কৰিবলৈ কাতিৰ প্ৰথম সপ্তাহতে আহিব। চিঠিখন পঢ়ি তেওঁ বৰ অস্থিৰ হ'ল, তেওঁ কি কৰা উচিত ঠিক কৰিব নোৱাৰিলে। কাৰ উপদেশ লব! কাক সুধিব? কোনে তেওঁৰ হিতাকাঙ্খী আছে যি তেওঁক এই সমস্যাত বন্ধু হৈ সাহায্য কৰিব? তেওঁৰ গোটেই দিনটো এই চিন্তাতেই গ'ল। নানা প্ৰকাৰ কাৰ্য্যৰ মাজতো এই চিন্তা তেওঁ এখন্তেকলৈকো পাহৰিব নোৱাৰিলে।

সন্ধ্যা সময়ত চেক্ৰেটাৰী আহিল; আজি কেইদিনমান তেওঁ গদাধৰৰ দোকানলৈ যোৱা নাই। আহিয়েই ক'লে,—"কিহে, তোমাৰ দীনবন্ধুৰ কথা আৰু শুনিবা নে!"

প্ৰভা : মোৰ দীনবন্ধু! বাৰু, মোৰেই দীনবন্ধু; পিচে কি শুনিব লাগে?

চেক্ৰেটাৰী : দীনবন্ধুৱেই যে এই সকলো কৰিছে সেই কথা।

প্ৰভা : যেতিয়ালৈকে ভাল প্ৰমাণ নাপাওঁ, তেতিয়ালৈকে মই তাক সম্পূৰ্ণ বিশ্বাস কৰিব নোৱাৰোঁ।

চেক্ৰেটাৰী : প্ৰমাণ লাগে? তুমি দীনবন্ধুৰ চহী চিনি পোৱা নহয়? চোৱাঁচোন এইটো কাৰ চহী?

প্ৰভা : চিনি পাওঁ। হয়, এইটো দীনবন্ধুৰেই চহী।

চেক্ৰেটাৰী : এতিয়া বোধকৰোঁ মোৰ কথা পতিয়াবা। ইমান দিন সি লুকাই শব কৰিছিল, এতিয়া দেখা-দেখিকৈ ওলাইছে। এই খন পঢ়ি চোৱাঁ।

এই বুলি চেক্ৰেটাৰীয়ে কমলচন্দ্ৰ প্ৰভৃতিয়ে লিখা আবেদন প্ৰভাক পঢ়িবলৈ দিলে। প্ৰভাৱতীয়ে

আর্জিখন পঢ়ি ক'লে,—"ক'তা? ইয়াততো কোনো কলহৰ কথা নাই। স্কুলৰ উন্নতি মানে পৰনিন্দা-চৰ্চ্চা হয় কেনেকৈ?"

চেক্ৰেটাৰী : আজি কালি দিনত সকলো হয়। ইয়াত নাম দিছে দেখি দোষত পেলাব নোৱাৰাকৈ স্কুলৰ উন্নতি বুলি লিখিছে, কিন্তু আচল উদ্দেশ্য সেই জাননী আৰু বেনামী চিঠিত যি লিখিছে সেয়ে।

প্ৰভা : আপুনি কেনেকৈ জানিলে?

চেক্ৰেটাৰী : মই ইয়াত নাম দিয়া কেইজনমান মানুহক লগ ধৰি তেওঁলোকৰ উদ্দেশ্য কি সুধিছিলোঁ; তেওঁলোকে সেই কেলেঙ্কাৰীৰ কথাকে ক'লে।

প্ৰভা : তেওঁলোকে তাৰ কি প্ৰমাণ দিব পাৰে সুধিলে কিয়?

চেক্ৰেটাৰী : মই নোসোধাকৈ থকা নাই; কিন্তু তেওঁলোকে ক'লে, বোলে দীনবন্ধুৰ সাক্ষ্যৰ ওপৰত তেওঁলোকে আন প্ৰমাণ নিবিচাৰে। দীনবন্ধুৱে প্ৰমাণ নোপোৱাকৈ এনে কাৰ্য্য হাতত লৈছে বুলি তেওঁলোকে বিশ্বাস নকৰে। এতিয়া দেখিলা তোমাৰ দীনবন্ধু কি ভীষণ প্ৰকৃতিৰ মানুহ।

এই কথা শুনি প্ৰভাৰ হৃদয় শতধা বিদীৰ্ণ হৈ গ'ল। উঃ! দীনবন্ধুও ইমান নীচ! তেন্তে জগতত কাক বিশ্বাস কৰিব! সংসাৰ যদি এনে পিশাচৰ লীলাস্থলী তেন্তে ইয়াত কোনো সাধু-সাধ্বী থকা উচিত নহয়।

বহুত বেলি নীৰৱে চিন্তা কৰাৰ পিছত প্ৰভাই সুধিলে,—"পিছে আপুনি মই কি কৰিব বুলি ভাবিছে?

চেক্ৰেটাৰী : মই কি কৰিম? সভা নাপাততো। সিহঁতে কি আলোচনা কৰিব খোজে সভাপতিৰ হতুৱাই যেনেতেনে বেলেগে সোধাম। সিহঁতে এতিয়া যিহকে কওক, পাইগোট ভাবে কোনেও এইবোৰ কথা কবলৈ সাহ নকৰে।

প্ৰভাই আৰু একো নকলে; তেওঁৰ মনত অসংখ্য ভাবনাই তোলপাৰ লগালে। তেওঁক তেনে কাতৰ হোৱা দেখি চেক্ৰেটাৰীয়ে ক'লে,—"কাতৰ হৈছা কেলেই? ভয় নকৰিবা, সিহঁতে তোমাৰ একো কৰিব নোৱাৰে।"

প্ৰভাই ক'লে "আজি মোৰ মন-গা একো ভাল লগা নাই। আপোনাক এতিয়া বিদায় হে দিলোঁ।"

চেক্ৰেটাৰী ইচ্ছা নাছিল যদিও প্ৰভাৰ অনুৰোধ ৰাখি উঠি গ'ল। প্ৰভা ভিতৰ সোমাই পাটীত পৰিল। বহুত বেলি কিবা-কিবি ভাবি ছট্‌ফটাই কটালে, তাৰ পিছত উঠি আহি মেজৰ ওচৰত বহিল আৰু চিঠি এখন লিখি তেতিয়াই দীনবন্ধুলৈ পঠিয়াই দিলে।

## সপ্তম অধ্যায়

### চিঠিৰ উত্তৰ

আজি কেইবাদিনো দীনবন্ধুৰ গাত বহুত কামৰ ভিৰ পৰিছে; আৰু কি, তেওঁ নিয়ম-মতে খাব-শুবলৈকো সময় পোৱা নাই। প্ৰভাৱতীয়ে যেতিয়া চিঠিখন পঠিয়াইছিল, তেতিয়া তেওঁ ঘৰ সোমাইছিল মাত্ৰ। চিঠিখন পাই তেওঁ লেপটোৰ ওপৰতে বৈ শিৰে শিৰে পঢ়িবলৈ ধৰিলে :—

ওঁ

মাতৃবৰেষু,

আজি বহুতদিনৰ মূৰত বাধ্য হৈ আপোনাক দুটামান কথা সুধিব লগাত পৰিলোঁ, যেন উত্তৰ দি বাধিত কৰে।

আপুনি এদল মানুহৰ নেতা হৈ স্কুলৰ উন্নতি কৰিবলৈ কিবা সভা পাতিব লাগে বুলি চেক্রেটাৰীক জনাইছে ; কিন্তু স্কুলৰ উন্নতিৰ যেনে আলোচনা কৰিবলৈ ওলাইছে বুলি শুনিছোঁ, তাৰ দ্বাৰা স্কুল কিমান ওপৰলৈ উঠিব তাক আপুনি আৰু আপোনাৰ দলৰ লোকেইহে জানে। সঁচাকৈয়ে যদি সভ আলোচনা কৰাই আপোনাৰ উদ্দেশ্য হ'লহেঁতেন, তেনেহলে বেনামী চিঠি আৰু বিজ্ঞাপন প্রচাৰ নকৰিলেহেঁতেন। আপুনিয়েই যত্ন কৰি মোক স্কুল পাতি দিছিল। এতিয়া তিনটা মাহ পূৰ নৌ হওঁতেই মোৰ গাত এনেকৈ পোক লাগিল নে যে কিবা এটা বদনাম দি নেখেদালেই নহয়!

পুৰুষ জাতিটোৰ প্রতি সাধাৰণতঃ মোৰ শ্রদ্ধা নাথাকিলেও আপোনাৰ প্রতি আছিল। আপোনাক আনতকৈ বেলেগ বুলি ধৰিছিলোঁ, দেৱতা বুলি ভাবিছিলোঁ। কিন্তু আপোনাৰ কাৰ্য্য দেখি মোৰ সেই বিশ্বাস ৰাখিব নোৱাৰাত পৰিছোঁ। আপুনিও এনে হব পাৰে বুলি মই সপোনতো ভবা নাছিলোঁ। এতিয়াও যে মাজে মাজে মোৰ চকুকাণকে অবিশ্বাস কৰিবৰ মন গৈছে। হয় মোৰ ধাৰণা ভুল, নহয় আপুনিয়েই ভুল কৰি মিছাকে সঁচা বুলি ভাবিছে। যি হওক, কি উদ্দেশ্যে আপুনি এইবোৰ কাৰ্য্যত হাত দিছে, মই তাৰ সমূলি তত ধৰিব পৰা নাই। যদি সেই ঘৃণিত কাহিনীবিলাক আলোচনা কৰাই আপোনাৰ উদ্দেশ্য, তেন্তে কি প্রমাণৰ ওপৰত নির্ভৰ কৰি আপুনি তেনে কৰিবলৈ ওলাইছে, জানিবলৈ দিবনে? ইতি।

বিনীতা

প্রভাৱতী।

চিঠিখন পঢ়ি দীনবন্ধু অলপ বিষণ্ণ হ'ল, তেওঁৰ কপালত এটা চিন্তাৰ ৰেখা জিলিকি পৰিল। তেওঁ সাজ-পাৰ নসলোৱাকৈয়ে মেজৰ ওচৰত বহি কাপ-কাকত চপাই ললে। চিঠিখনৰ উত্তৰ লিখিবলৈ দোৱাতত কলমটো সুমুৱাইছে মাথোন, এনেতে এটা লৰা ল'ৰি আহি তেওঁৰ ওচৰত উপস্থিত। তেওঁ মূৰ তুলি চালতে ল'ৰাটোৱে কলে,—"পদ্মই কানি খাই মৰিবলৈ ধৰিছে।"

নগৰৰ বাহিৰত কেইটামান সামান্য ঘৰত জন-চেৰেক ছাত্র থাকে। তেওঁলোকৰ ঘৰ চহৰৰ পৰা বহুত দূৰত, অথচ কেইজনমানে বোর্ডিঙৰ খৰচ বহন কৰিবও নোৱাৰে। বাকী কেইজনৰ ধনৰ অভাৱ নাই, কিন্তু বর্ত্তমান জাতিবিভাগৰ কঠোৰ শাসন মানি তেওঁলোকৰ জাতৰ ল'ৰা বোর্ডিঙত থকা সহজ নহয়। যাৰ তত্ত্বাৱধানত এওঁলোক থাকে, তেওঁ এজন চহা মানুহ ; সেই দেখিয়েই দীনবন্ধুৱে এওঁলোকলৈ চকু ৰাখে আৰু টানে-আপদে সাহায্য কৰে। ছাত্রকেইজনেও দীনবন্ধুক ভয় আৰু ভক্তি কৰে। পদ্ম এই ছাত্র কেইজনৰে এজন।

ল'ৰাটোৰ কথা শুনি দীনবন্ধুৱে ক'লে,—"কানি খালে! কেতিয়া?"

ল'ৰা : কব নোৱাৰোঁ।

দীন : কানি খালে বুলি জানিলি কেনেকৈ?

ল'ৰা : সি নিজে কৈছে।

দীন : এতিয়া সি কি কৰিছে?

ল'ৰা : তুই আছে।

দীন : তেনেহলে সৰ্ব্বনাশ। তুই লৰ মাৰ। তাক অলপো গুৰ বা বহিবলৈ নিদিবি, মাখোন খোজ কঢ়াই লৈ ফুৰাবি। সি যদি খোজ নাকাঢ়ি বহিব বা শুব খোজে, তেনেহলে লাগিলে কোবাই দিবি। মনত ৰাখিবি শুবলৈ দিলেই মৰিব। মই যাব লাগিছোঁ, তই লৰ মাৰ। অ, আৰু এটা কথা। তাক লোণ মিহলাই অলপ তপত পানী খাবলৈ দি থাকিবি। তেতিয়া তাৰ বাতি আহিব।

ল'ৰাটো তেতিয়া লৰ মাৰিলে, দীনবন্ধুৱে চিঠি লিখিবলৈ আকৌ কলমটো দোৱাতত সুমুৱাইছে, এনেতে এটা মানুহ উধ্যতু খাই লৰি আহি তেওঁৰ ওচৰত ওলাল। দীনবন্ধুৱে দেখিলে—তেওঁ অলপ আগতে যাৰ ওচৰৰ পৰা আহিছিল সেই পগলা বামুণৰ ওচৰ চুবুৰীয়া মানুহ এটা। তেওঁ কোনো কথা কবলৈ নৌ পাওঁতেই মানুহটোৱে কবলৈ ধৰিলে,—"সৰ্ব্বনাশ হ'ল দেউতা, বেগাই আহক, নহলে বামুণে আজি কাকো নথয়।"

দীন : তইঁতে দেখিছোঁ মোক পগলা কৰিছে এৰিবি। মই আহি তালকৈ বহিবলৈকে পোৱা নাই, পালিহি পাচতে খেদা। কিয়, মই থাকোঁতে দেখোন ভালেই আছিল।

মানুহ : আপুনি থাকোঁতে সদায় ভালে থাকে; আপুনি আহিলে হে সি পগলা হয়। আজিও আপুনি অহাৰ পচিত সি হাঁতুৰী এডাল লৈ ঘৰত বিনান বাটি-কঁাহী আছিল সোপাকে গুড়ি কৰিলে। বিবিলাক মানুহে হাক দিছিল সেই-বিলাককো কৰ্ম্ম্ চিয়াই খেদি নিলে। মোকো ঘৰত জুই দিব বুলি ভবিয়া ইছে। এতিয়া আকৌ ঘৈণীয়েকজনীক ধৰি আনি চ'ৰা ঘৰৰ মুখত থিয়কৈ থৈছে; ইকালে হাতত দা এখন লৈ কৈ আছে যোলে লৰচৰ কৰিলেই কাটিম। কোনো মানুহেই ওচৰ চাপি-বলৈ সাহ কৰা নাই। আপুনি নগলে আজি কিবা দুৰ্ঘটনা ঘটিব। এতিয়াই বা কি হৈছে।

দীন : তইঁত একেবাৰেই অকামিলা। মই আৰু সদায় পগলাৰ পাতে ধৰি ফুৰি-লেই হ'ব নে? আজি এসপ্তাহত কিমান কাম লোকচান হৈছে। মই থাকিলে দেখোন একো উম-ঘামেই নাই। এখোজ আঁতৰি আহিলেই হয় এইখন।

মানুহ : আপুনি যি কয় তাকে শুনে। আমি কিবা কলেই একেবাৰে যমদণ্ডি মূৰ্ত্তি ধৰি আছে।

দীন : বাৰু তই এতিয়া যা, মই যাব লাগিছোঁ।

মানুহ : পলম হ'লে জানোচা বিপদ ঘটে।

দীন : একো বিপদ নহয়। তই মূঠেই মই পৈছোঁ বুলি কবি। বামুণ হৈছে ধৰ্ম্মৰ পগলা, তাক ধৰ্ম্মৰ কথা কৈ চলাব লাগে। মই তাক কিবা এটা মুখস্থ কৰিবলৈ দি আহিছোঁ, আৰু কালিলৈ পৰীক্ষা কৰিম বুলি কৈছোঁ। মই এতিয়া নাযাওঁ বুলিয়েই সি, তেনে কৰিছে। তই মূঠেই মই যাব লাগিছোঁ বুলি

কথাটো সি এতিয়াই ভাল হৈ পঢ়িবলৈ লাগিব।

মানুহ : বাৰু মই যাওঁ, আপুনি পলম নকৰিব।

দীন : মই অলপ পলম কৰিবই লাগিব, তাতকৈও ডাঙৰ বিপদৰ ভয় আছে। তই ভয় নকৰিবি; মই কোৱাৰ দৰে কৰি, আৰু সকলোকে সাৱধান হৈ থাকিবলৈ দিবি। সি একো নকৰে।

মানুহটো গ'লত দীনবন্ধুৱে গজাক মাতিলে,—"গজা, গাখীৰ লৈ আহ; এচকল কটিও আনিবি।"

গজাই গাখীৰ আৰু কটি আনি দিলে, দীনবন্ধুৱে খোৱাৰ লগে লগে চিঠিখনো শেষ কৰিলে। চিঠিখন চুটি, তাত এই কেইটা কথা আছিল।—

ওঁ

সুচৰিতেষু,

মই আহি ঘৰ সোমোৱাৰ লগে লগে তোমাৰ চিঠিখন পালোঁ। কিন্তু মই এনে কেইটামান কামৰ লেঠাত পৰিছোঁ যে তাক আস্তে-সুস্থে পঢ়ি উত্তৰ দিবলৈ মোৰ সময়ৰ নিতান্ত অভাৱ। তোমাৰ চিঠি পঢ়ি মোৰ বিশ্বাস হৈছে তুমি কিবা মিছা সংবাদৰ ওপৰত নিৰ্ভৰ কৰি এই চিঠি লিখিছা। সেই বিষয়ে সবহ কথা কবলৈ মোৰ সময় নাই। মোৰ সম্পৰ্কে ইয়াকে মাথোন কওঁ যে মোৰ দ্বাৰা সত্যৰ অপলাপ কৰা নাইবা অসত্যক প্ৰশ্ৰয় দিয়া কেতিয়াও নহয়। মোৰ অতি আপোন মানুহ, পিতা-মাতা নাইবা মই নিজে বিপন্ন হলেও মই সত্য গোপন কৰিব বা অসত্যৰ আশ্ৰয় ল'ব নোৱাৰোঁ। তুমি যদি নিজক নিৰ্দোষ বুলি জানা, এনেকৈ ধৈৰ্য্য হেৰুৱাইছা কিয়? মই তুমাৰ কি উন্নতি কৰিবলৈ ওলাইছোঁ, তাক কাৰ্য্যত দেখিবা, এতিয়া মোৰ কথাৰে বা তোমাৰ অনুমানেৰে তাক বহলাই ব্যাখ্যা কৰাৰ প্ৰয়োজন নাই। ইতি

তোমাৰ শুভাকাঙ্ক্ষী

দীনবন্ধু

দীনবন্ধুৱে চিঠিখন সামৰি ভেতিয়াই প্ৰভাৱতীক দিবৰ নিমিত্তে গজাৰ হাতত দিলে। দীনবন্ধুৰ মুখত ব্যস্তভাৱ চিন দেখি গজাই সুধিলে,—"দেউতাই ভাত নোখোৱাকৈয়ে যাব খুজিছে নে কি?"

দীন : এৰা, মই আৰু পলম কৰিব নোৱাৰোঁ। ইয়াৰ ভিতৰতে কোন ক'ত মৰিছে ঠিক নাই। তই মোলৈ বাট চাব নালাগে। মই যদি আহিব পাৰোঁ কৰ্কৰা ভাতকে খাম, আহিব নোৱাৰিলে খোৱা নহবই।

গজাই কৰুণাময়ী হৈ ক'লে,—"আজি দহ-বাৰ-দিনৰ পৰা দেউতাই খোৱা-বোৱাও এৰিলে। এনেকৈ ভোকে-লঘোনে কাম কৰিলে শৰীৰ থাকিব কেইদিন। এতিয়াই বেমাৰী মানুহৰ নিচিনা দেখা হৈছে।

দীন : দুখীয়া মানুহৰ দুই-এসাজ লঘোন হৈয়েই থাকে; তাৰ পৰা একো নহয়।

এই বুলি দীনবন্ধুৱে গজাৰ পিঠিত চপৰিয়াই তাক সান্ত্বনা দি বাহিৰলৈ ওলাল।

## অষ্টম অধ্যায়

### বিবাহ প্ৰাৰ্থী

যদিও চেৰেঙ্গাবাৰী-আদিৰ মুখে প্ৰতাই সকলো অসৎ চৌৰাৰ মূলক দীনবন্ধু বুলি শুনিছিল, তথাপি

তেওঁ তাক সম্পূৰ্ণ বিশ্বাস কৰা নাছিল। কিন্তু উকীললৈ দিয়া আৰ্জিখনত তেওঁৰ চহী দেখিবলৈ পৰা দীনবন্ধু কিবা এটা ষড়যন্ত্ৰত লিপ্ত আছে বুলি তেওঁৰ সন্দেহ হ'ল, আৰু সেই সন্দেহ ক্ৰমে পূৰ্ণ বিশ্বাসত পৰিণত হ'ল। তথাপি কিজানি তাত কিবা সৎ উদ্দেশ্য আছে এই বুলি মাজে মাজে বিৰুদ্ধ ভাবনায়ো তেওঁৰ মনত ঠাই পাইছিল। সেই দেখিয়েই তেওঁ দীনবন্ধুলৈ সেই চিঠিখন লিখিছিল। তেওঁ ভাবিছিল—যদি দীনবন্ধুৰ উদ্দেশ্য সঁচাকৈয়ে অসৎ নহয়, তেন্তে তেওঁ তেওঁৰ উদ্দেশ্য জানিবলৈ দিব, আৰু যদি সেই সম্পৰ্কে কোনো উত্তৰ নিদিয়ে, তেন্তে বুজিব লাগিব—চেক্ৰেটাৰীৰ কথা মিছা নহয়, —দীনবন্ধুও তেওঁৰ দলৰ আন মানুহতকৈ উচ্চমনা নহয়। এতিয়া দীনবন্ধুৰ চিঠি পাই তেওঁৰ মন আৰু উত্তাৰল হ'ল। তেনেহ'লে দীনবন্ধুৱে এই সকলো ষড়যন্ত্ৰৰ মূল। নহ'লে তেওঁ তাৰ বিষয়ে একেবাৰে কথাও নকৈ সময় নাই বুলি গা সৰকাব খুজিছে কিয়? তেওঁ যে এইবোৰ ষড়যন্ত্ৰ প্ৰচাৰত লিপ্ত তেওঁৰ এই বিষয়ে মৌনৱলম্বনেই তাৰ প্ৰমাণ নহয়নে? প্ৰভাৰ মনত এইবোৰ চিন্তা হোৱাৰ লগে লগে দীনবন্ধুৰ প্ৰতি তেওঁৰ ৰোষ আৰু অভিমান সম্পূৰ্ণ হৈ উঠিল। দীনবন্ধুৰ চিঠিৰ অৰ্থ তেওঁ এই দৰে বুজিলে যে তেওঁৰ বিৰুদ্ধে ওলোৱা কথাবোৰ দীনবন্ধুৱে সত্য বুলি জানিছে, আৰু সেই সত্য গোপন কৰিব নোখোজে দেখি এই আন্দোলন হাতত লৈছে। কিন্তু যদি এই কথা সঁচা তেন্তে তাৰ বিচাৰ দেখা-দেখিকৈ নকৰি এনে নীচ উপায় অৱলম্বন কৰিছে কিয়? প্ৰভাই নিজে নিজে ক'লে, —উঃ! দীনবন্ধুতো এনে নীচতা আছে বুলি যে কল্পনাকে কৰিব নোৱাৰিছিলোঁ! প্ৰভো, জগদীশ্বৰ, মোক কৰ্ত্তব্য স্থিৰ কৰিবলৈ শক্তি দিয়া!"

সেই ৰাতি প্ৰভাৱতীৰ টোপনি নাহিল, আৰু ৰাতি নোহোৱা চিন্তাত তেওঁৰ মূৰ ঘূৰিবলৈ ধৰিলে। একোবাৰ কৈ উঠিল,—"মই অবলা ৰমণী, মোক শক্তি দিয়াঁ, জগদীশ্বৰ। আকৌ একোবাৰ ক'লে,— "দীনবন্ধু, তুমিয়েইনে সেই পৰম বিশ্বিত প্ৰাণ দিওঁতা প্ৰভাৱতীৰ আদৰ্শ দেৱতা দীনবন্ধু? উঃ! তুমিও আজি পিশাচৰ লগত পৰি পিশাচ হ'লা!"

এইদৰেই সেই ৰাতি অতিবাহিত হ'ল।

ৰাতিপুৱা শুই উঠাৰ পিচত প্ৰভাৱতীয়ে এখন টেলিগ্ৰাম পালে; জানিব পাৰিলে—ৰমণীমোহন দত্ত কলিকতাৰ পৰা আহিছে; সেই দিনাই প্ৰভাৱতীৰ ঘৰ পাবহি।

টেলিগ্ৰাম পাই প্ৰভাৱতীৰ আৰু চিন্তা হ'ল। তেওঁৰ যে সঁচাকৈয়ে এই মানুহটোক স্বামীৰূপে বৰণ কৰিবলৈ ইচ্ছা নাই। অথচ ঘটনাচক্ৰ যেনে হৈ উঠিছে অকলশৰীয়াকৈ তেওঁ তাৰ লগত কিমান যুঁজিব! তেওঁৰ যে কলঙ্ক-কাহিনী অন্ত পৰাৰ আৰু সম্ভাৱনা নাই! তেনেহলে বিয়াখন পাতি এটা মিছা লগোৱাই উচিত হব নেকি! যাক, বিয়া যেনিবা হ'লেই, তেওঁতো জীৱনত শান্তি নাপাব! তেওঁ যে ৰমণীমোহনক ভাল পাব নোৱাৰে! দীনবন্ধুৱেও যেতিয়া ষড়যন্ত্ৰত যোগ দিলে, তেওঁ এনেভাবে থাকিব পৰাবেই বা আশা ক'ত। তেওঁ কাতৰ কণ্ঠেৰে ক'লে,—দীনবন্ধু, এই অভাগিনীক চিৰদুখিনী কৰাই তোমাৰ ইচ্ছানে?

প্ৰভাৱতীয়ে আপোন মনতে বহুতো কিবাকিবি সাজিলে, বহুতো ভাঙিলে, কিন্তু একোকেই সিদ্ধান্ত কৰিব নোৱাৰিলে। এই দৰে থাকোঁতেই জাহাজৰ উকি শুনা গ'ল, প্ৰভাৱতীৰ বুকু কঁপি উঠিল।

কি কৰিব, কি নকৰিব একোকেই ভাবি স্থিৰ কৰিব নোৱাৰিলে। তেওঁ বৰ অস্থিৰ হৈ পৰিল। হঠাৎ তেওঁৰ মনত কিবা এটা খেলালে; তেওঁ যেন অলপ আশ্বস্ত হ'ল।

অলপ পিচতেই এখন ঘোঁৰাৰ গাড়ী প্ৰভাৰ ঘৰৰ মুখ পালেহি। গাড়ীৰ পৰা এজন চাহাবী সাজ-পাৰ পিন্ধা মানুহ বাহিৰ ওলাল। তেওঁ ৰমণী-মোহন দত্ত বেৰিষ্টাৰ বুলি আত্মপৰিচয় দিলে। প্ৰভাৱতীয়ে যথাযোগ্য সম্ভ্ৰমেৰে তেওঁক অভ্যৰ্থনা কৰিলে। ৰমণীমোহনে তেওঁৰ বয়-বস্তুখিনি গাড়ীৰ ভাৰা এটকাৰ ঠাইত ছুটকা দি তেওঁৰ বদান্যতা আৰু অৰ্থ প্ৰাচুৰ্য্যৰ পৰিচয় দিলে।

ৰমণীমোহন সাজ-পাৰত যদিও চাহাব, তেওঁৰ স্বাভাৱিক বৰণ আৰু শাৰীৰিক গঠনে তেওঁক বঙালী বুলি পৰিচয় নিদিয়াকৈ নাথাকে। মুখত যদিও 'পাউডাৰ' ঘঁহিছে, তথাপি তাৰ মাজে দিয়েই তেওঁৰ স্বাভাৱিক কৃষ্ণবৰ্ণ জিলিকি উঠিছে। তেওঁ সোমালতে গোটেইখন ঘৰ এচেন্সৰ গোন্ধেৰে মলমলাই গ'ল।

নিয়মমতে চাহ-জলপান খোৱাৰ পিছত দুয়োৰে আলাপ-পৰিচয় হবলৈ ধৰিলে।

প্ৰভা : মই আপুনি আহিব বুলি কালিহে বাতৰি পাইছোঁ; পূজাৰ বন্ধত ঘৰলৈ গৈছিলোঁ, কালিহে ঘূৰি আহিছোঁ।

ৰমণী : আৰু টেলিগ্ৰাম পোৱা নাই নে?

প্ৰভা : এই অলপ সময়ৰ আগতে পাইছোঁ।

ৰমণী : এৰা, ময়ো উত্তৰলৈ বাট নাচাই একেবাৰেই অহাটোকে উচিত ভাবিলোঁ, কাৰণ এনেবোৰ কাম নিলগত ঠিক কৰা কথা নহয়। মই এমাহমান ইয়াতে থাকি যি হয় এটা মীমাংসা কৰি যাম, বুলি আহিছোঁ।

প্ৰভা : কিন্তু এই বিষয়ে যে মই কোনো এটা খাটাং কথা সোনকালে দিব পাৰিম, তেনে আশা নাই। আন নালাগে, এই কথা ভাবিবলৈকো মই যথেষ্ট সময় পোৱা নাই।

ৰমণী : মইনো কৈছোঁ কি? আমি এতিয়া দুয়ো দুইৰো বিষয়ে অনভিজ্ঞ; সেই দেখি চিঠি পত্ৰেৰে মতামত জনোৱা নিৰৰ্থক। বিলাত আদি ঠাইত সেই কাৰণে বৰ-কন্যা বহুদিন লগ বান্ধি দুয়ো দুয়োৰে কাৰ্য্যকলাপ চায়, দুয়ো দুয়োকো বুজি লয়। তাৰ পিছত যদি সকলো বিষয়তে দুয়োৰে মত মিলে তেতিয়াহে বিবাহ হয়। এনে বিবাহত বৰ-কন্যা সুখী নহৈ নোৱাৰে। কিন্তু চিঠি-পত্ৰেৰে নাইবা ঘৰপতা মানুহৰ কথাৰে বিয়াৰ বন্দৱস্ত কৰিলে শেহত অমিল ওলাই পৰে, আৰু তেনে মানুহৰ ঘৰ গুচি বাঁহতল হয়। সেই দেখি দৰা কন্যাৰ বাছনি মতে বিয়া হোৱাই সভ্য সমাজৰ নিয়ম।

প্ৰভা : সেইটো হ'ব পাৰে, কিন্তু নিজৰ আত্মীয় মানুহৰ দ্বাৰাও তেনে নিৰ্ব্বাচন হোৱা অসম্ভৱ নহয়।

ৰমণী : সম্পূৰ্ণ অসম্ভৱ। আত্মীয় মানুহে বিশেষ ভাবে চেষ্টা কৰিলে শিক্ষা-দীক্ষা আৰু সাধাৰণ ভাবে স্বভাৱ চৰিত্ৰ বুজিব পাৰে; ভিতৰিকৈ বেছি একো কৰিব নোৱাৰে।

প্ৰভা : নিজে নিজেই বা তাতকৈ বেছি কি জানিব ?

ৰমণী : বহুত জানিব। যিবোৰ আনে জানিবৰ উপায় নাই সেইবোৰ জানিব। দুয়ো জনৰ খোৱা-মেলাৰ, আমোদ-প্ৰমোদৰ, ইচ্ছা-অভিলাষৰ মিল অমিল বুজিব পাৰিব। এইবোৰ আনে বুজিবৰ উপায় নাই। সেই কাৰণে মই ইয়াত দুই এমাহ থাকিম বুলি ভাবিছোঁ। এইখিনি দিন একেলগে থাকিলে তুমিও মোক বাহিৰে ভিতৰে চিনিব পাৰিবা, ময়ো তোমাক চিনিব পাৰিম।

প্ৰভা : সেই বিষয়ে আপত্তি কেইবাটাও আছে। প্ৰথমতে যদিও মই আপোনালৈ চিঠি লিখিছিলোঁ তথাপি বিয়াৰ বিষয়ে বিশেষ ভাবি-চিন্তি স্থিৰ কৰা নাছিলোঁ। তাৰ পিছত মোৰ চিঠিৰ উত্তৰ পালে ভাবি-চিন্তি এটা ঠিক কৰিম বুলি ভাবিছিলোঁ, কিন্তু কাৰ্য্যত যেনে হ'ল মই তেনে কৰিবলৈ সময় নাপালোঁ।

ৰমণী : মই দেখোন কৈছোৱেই আগেয়ে সময় পোৱা হলেও একো লাভ নহলহেঁতেন। এতিয়া দেখি-শুনি স্থিৰ কৰিবলৈ সুবিধাহে হ'ব।

প্ৰভা : মই আমাৰ বিবাহ স্থিৰ কৰাৰ কথা কোৱা নাই। মোৰ বিয়া কাৰবাৰ লগত হ'ব নে নহয় তাকেই স্থিৰ কৰা নাই।

ৰমণী : তুমি যদি কুমাৰী হৈয়েই থাকিব খোজা তেনেহলে মোলৈ চিঠি লিখাৰ প্ৰয়োজন আছিল কি ?

প্ৰভা : মই তেনেকৈ একো ঠিক কৰা নাই, কিন্তু সি এতিয়াও চিন্তাৰ বিষয় হৈ আছে।

ৰমণী : তাৰ সিদ্ধান্তৰ নিমিত্তে কেইদিন লাগিব ?

প্ৰভা : অন্ততঃ ছমাহ।

প্ৰভাই ছমাহ সময় লোৱাৰ মানে এয়ে যে তাৰ ভিতৰতে স্কুলসম্বন্ধীয় আলোচনাৰ শেষ হ'ব। যদি সেই আলোচনাৰ পিছতো তেওঁ অকলৈ থকা নিৰাপদ যেন দেখে, তেন্তে বিবাহত মত নিদিয়ে। যদিহে তেনে সুবিধাজনক সিদ্ধান্ত নহয়, তেনেহলে মনৰ ঘোৰ অশান্তি আৰু প্ৰাণৰ যন্ত্ৰণা লৈ বিবাহ অগ্নিত জাপ দিবলৈ সাজু হ'ব।

ৰমণীমোহনে ক'লে, "বৰ দীঘল সময়; মই বোধকৰোঁ সিমান দিন অপেক্ষা কৰিব নোৱাৰিম।"

প্ৰভা : তেনেহলে মই তাৰ আগেয়ে একো ক'ব নোৱাৰোঁ।

ইয়াৰ পিছত আৰু দুই এটা সাধাৰণ কথা পাতি প্ৰভা বন্ধা-বঢ়াত লাগিল, আৰু ৰমণীমোহনে গা-পা ধুই বিশ্ৰাম ল'লে।

ভোজনৰ অন্তত আকৌ বিবাহৰ কথা উঠিল। ৰমণীমোহনে য়ুৰোপ আমেৰিকা আদি ঠাইৰ বিবাহ-পদ্ধতিৰ কথা বহল সানি সানি কবলৈ ধৰিলে। প্ৰভাৱতীয়ে নাজানে যেতিয়া সেইবোৰ কথা মিছাকৈ ক'লেও তেওঁক ধৰা পেলায় কোনে ? প্ৰভাৱতীয়ে তেতিয়াও আগেয়ে কোৱা কথাকে ক'লে।

ৰমণীমোহনে কলে,—"তুমি যেতিয়াই সিদ্ধান্ত কৰা, মোৰ মতে চিৰকুমাৰী হৈ থাকিবলৈ স্থিৰ কৰিলে মহা ভুল হ'ব। ঈশ্বৰে তোমাক এনে অতুলনীয় ৰূপ-যৌৱন অবমাননা কৰিবলৈ দিয়া নাই,

তাৰ যথাযোগ্য ব্যৱহাৰ কৰিবলৈ হে দিছে। যেনেকৈ কৃপণৰ ধন কোনো কামত নালাগে, কবৰাৰ মাটিৰ তলত পুতি থওঁতেই ঢুকায়, সেইদৰে ব্যৱহাৰত নলগোৱা ৰূপ যৌৱন অনাহকত নষ্ট পায় মাথোন। ব্যৱসায়ত খটোৱা ধনৰ দৰে সম্ভোগত হে মানুহৰ ৰূপ যৌৱন বৃদ্ধি পায়। সেই কাৰণে মই কওঁ, তুমি তোমাৰ ৰূপ-যৌৱনৰ সদ্ব্যৱহাৰ কৰা, সংসাৰ সুখৰ হৈ উঠিব। অনাহকত নিজক সংসাৰ সুখৰ পৰা বঞ্চিত কৰি যন্ত্ৰণা ভোগ কৰা কিয়?"

প্ৰভাই ৰমণীৰ কথাৰ কোনো উত্তৰ নিদিলে।

ৰমণীয়ে আকৌ ক'লে,—বাৰু তেন্তে, মই এই ছমাহ আলহী স্বৰূপেই নিজৰ খৰচত তোমাৰ ঘৰত থাকোঁ। তাৰ পিছত যি হয় স্থিৰ কৰিলে এটা মীমাংসা কৰিম।"

প্ৰভাই ক'লে—"সেইটো একেবাৰেই অসম্ভৱ। এই ঘৰ মোৰ নহয়; ইয়াত কোনো মতা মানুহ ৰাখিবলৈ মোৰ অধিকাৰ নাই। ছমাহ নালাগে এৰাতিৰ নিমিত্তেও মই আপোনাক ইয়াত ঠাই দিব নোৱাৰিম।"

ৰমণীয়ে তেতিয়া তেনে নিয়মৰ বিৰুদ্ধে বহুতো যুক্তি দেখুৱাই ক'লে,—"মোৰ মতে এনে নিয়ম পালন কৰাত নিজৰ হীনতা প্ৰকাশ কৰা হয়। যদি স্কুলৰ নিয়ম এনেকুৱাই হয়, তেন্তে তুমি ইয়াত আৰু এক মুহূৰ্ত্তও থকা উচিত নহয়। স্কুলৰ কাৰ্য্যত স্কুলৰ নিয়ম মানিব পাৰি, কিন্তু ঘৰুৱা জীৱনত নিজৰ স্বাধীনতাৰ ওপৰত হাত দিবলৈ দিয়াতকৈ হীনতা স্বীকাৰ আৰু একোতে হ'ব নোৱাৰে। মই তোমাক এদিনলৈকো এনে শাসনৰ তলতীয়া হৈ থাকিবলৈ দিব নোৱাৰোঁ। তুমি মোৰ লগতে কলিকতালৈ ওলোৱা, মই সকলো খৰচ দিম। মোৰ লগত তোমাৰ বিয়া হওক বা নহওক, তোমাক এনে সমাজৰ হাতৰ পৰা ৰক্ষা কৰা মোৰ কৰ্ত্তব্য বুলি ভাবোঁ। এই লোৱাঁ তোমাৰ খৰচৰ বাবে ৫০০৲ টকা দিলোঁ। ইয়াৰ পিচতো যেতিয়াই যি আৱশ্যক হয়, মোৰ পৰা পাই থাকিবা। আৰু কি, যদি তোমাৰ আনৰ লগতো বিয়া হয়, তেনেহলেও তুমি নালাগে বুলি নোকোৱালৈকে তোমাৰ সকলো খৰচ যোগাবলৈ গাত ললোঁ।" এই বুলি কৈ ৰমণীয়ে পাঁচ-শ টকাৰ নোট প্ৰভাৱতীলৈ আগ বঢ়াই ধৰিলে।

প্ৰভাৱতী টকা লবলৈ অসম্মত হ'ল। তেওঁ ধীৰে ধীৰে ক'লে, —"কোনো কাৰণ বশতঃ মই ছমাহৰ ভিতৰত তেনে একো কৰিব নোখোজোঁ। যদি তাৰ পিচত কিবা কৰিব লগা হয়, জানিবলৈ দিম।

প্ৰভাৱতীক কোনোমতে সম্মত কৰাব নোৱাৰি ৰমণীয়ে ক'লে,—"বাৰু তোমাৰ যি ইচ্ছা তাকে কৰা, কিন্তু মই আজিৰ ৰাতিটো ইয়াতে নাথাকিলে ক'লৈ যাম? কালিলৈহে জাহাজ পোৱা যাব।"

প্ৰভা : মই যে আপোনাক এটা ৰাতিৰ নিমিত্তেও ঠাই দিব নোৱাৰোঁ, সেই বাবে লজ্জিত হৈছোঁ; কিন্তু কি কৰিম! স্কুলত থাকোঁ মানে তাৰ নিয়ম-প্ৰণালী মানি চলিবলৈ বাধ্য। সেই বাবে আপুনি অসন্তোষ নকৰিব।

ঠিক এনে সময়তে চেক্ৰেটাৰী আহি ওলাল। ৰমণীমোহনে আত্ম-পৰিচয় দি চেক্ৰেটাৰীৰ লগত বহুতো ইংলণ্ডীয় কথা পাতিলে। চেক্ৰেটাৰীয়ে নিজে ইংলণ্ড দেখা নাই; গতিকে সেইবোৰ কথা আগ্ৰহেৰে শুনিলে। কথাৰ মূৰত ৰমণীয়ে প্ৰস্তাৱ

মতামতৰ চমু আভাস দি সেই ৰাতিৰ নিমিত্তে তাতে থাকিবলৈ চেক্রেটাৰীক অনুমতি খুজিলে। চেক্রেটাৰীয়ে ক'লে,—"মোৰ একো কথা নাই; প্ৰভাৰ আপত্তি নাথাকিলে আপুনি আজিৰ ৰাতিটো অনায়াসে ইয়াত থাকিব পাৰে।"

প্ৰভাই ক'লে : "পিচত জানোচা কথা শুনিব লাগে ?"

চেক্রেটাৰী : দুৰণিবটীয়া মানুহ ছোৱালী ধৰিবলৈ আহিলে ৰাতি থাকিব লাগেই; সেইটো দেশৰ দস্তুৰ; তাত কোনে কি ক'ব পাৰে ?

চেক্রেটাৰীৰ কথাত প্ৰভাই আৰু একো নকলে। ৰমণীমোহন সেই ৰাতিৰ নিমিত্তে তাতে আলহী হ'ল।

# নৱম অধ্যায়

## দীনবন্ধুৰ ভালপোৱা

সেই দিনা ৰাতি দীনবন্ধুৰ আৰু ঘৰলৈ অহা নহ'ল। প্ৰথমেই কানি খাই মৰিবলৈ ধৰা লৰা-টোক চাবলৈ গ'ল। কেইবাবাৰো লোণ-পানী খোৱাৰ পিচত তাৰ বাতি আহিল আৰু কানিৰ এভাগ বাহিৰ ওলাল। দীনবন্ধুৱে তাক গোটেই নিশাটো খোজ কঢ়াই নৈ ফুৰাবলৈ লৰাবোৰক সময় ঠিক কৰি দি লাগতিয়াল উপদেশ দিলে। তাৰ পিচত আৰু বিশেষ কাৰণ একো নেদেখি তাক এৰি পগলাৰ ওচৰলৈ গ'ল। পগলাই তেতিয়া চিঞৰি চিঞৰি ধুকুৰ-পুকুৰ আওৰাই আছিল। দীনবন্ধুৱে পগলাৰ ভাল চাই ক'লে,—"কোন মন্ত্ৰ এনেকৈ চিঞৰি পঢ়লে পাপ হয়, আৰু ভুল নলগাই পাব লাগে।"

পগলা : আপুনি তেন্তে এবাৰ শুদ্ধকৈ শিকাই দিয়ক।

দীন : এতিয়া বহুত ৰাতি হৈছে। ৰাত্রি-জাগৰণ শাস্ত্ৰমতে দোষৰ কথা। সেই কাৰণে এতিয়া আপুনি শোৱক। ৰাতিপুৱা ব্ৰাহ্ম মুহূৰ্ত্তত শিকাই দিম।

পগলা তেতিয়া পাটীত পৰিল আৰু এখন্তেক মনে মনে থাকিল। দীনবন্ধুৱে অলপমান মধ্যম-নাৰায়ণ তেল মূৰত ভালকৈ ঘঁহি দিলে আৰু বিচনী এখন লৈ লাহে লাহে বিচিবলৈ ধৰিলে। এনেকৈ চুৰণ্টামান কৰাৰ পিচত পগলাৰ টোপনি আহিল। পগলাৰ টোপনি আহিলত চুবুৰীয়া মানুহ দুটামানক ৰখীয়া দি আকৌ কানি খোৱা লৰাটোৰ ভালৈ গ'ল। গৈ দেখিলে লৰাইঁতে তেওঁৰ উপদেশ মতেই কাম কৰিছে; লৰাটোৰ অৱস্থাও ক্ৰমশঃ ভাল হৈ আহিছে। এৰণ্টামান সময় লৰাটোৰ পাচে পাচে ফুৰি আগৰ দৰেই উপদেশ দি আকৌ তেওঁ পগলাৰ ওচৰলৈ আহিল। পগলা তেতিয়াও টোপনিতে। দীনবন্ধুৱে পাটী এখন পাৰি ওচৰতে শুলে।

ৰাতি-পুৱা পগলাৰ অৱস্থা বহুতো ভাল দেখা গ'ল। দীনবন্ধুৱে তেওঁক নানা উপায়েৰে ৰজপুৱালৈ লৈ গৈ কেনেকৈ মুখ ধুব লাগে, গা ধোওঁতে কি মন্ত্ৰ মাতিব লাগে ইত্যাদি প্ৰশ্নৰ ছলেৰে গা ধুৱালে। গা ধোৱা হ'লত ৰাতিৰ কথা মতে বেদ-স্তোত্ৰ পাঠ কৰিবলৈ শিকালে। তাৰ পিচত ঘৰলৈ লৈ আহি অলপ আহাৰ কৰালে, আৰু স্তোত্ৰটো ভালকৈ শিকিবলৈ কৈ প্ৰায় তেৰ পৰমান সময়ত ঘৰলৈ উলটিল। আহিৰ সময়ত তাত থকা মানুহবিলাকক সাৱধানে থাকিবলৈ কৈ আহিল, আৰু বকিয়াৰলি কৰিলে কি কৰিব তাকো কিবাকিবি

বুদ্ধি শিকাই আহিল।

দীনবন্ধুৱে ঘৰলৈ আহি সোনকালে স্নানাহাৰ সমাপ্ত কৰিলে। যদিও সাধাৰণতে তেওঁ দিনত নোশোৱে তথাপি সেই দিনা তেওঁ এখন্তকৰ নিমিত্তে পাটীত পৰিল। আজি কেইবাদিনো তেওঁ খেতি পথাৰৰ পিনে ভুমুকিকে মাৰিব পৰা নাই। সেই-দেখি এঘণ্টামান বিশ্ৰাম লোৱাৰ পাচত তেওঁ পাটীৰ পৰা উঠিল, আৰু চাহ-পানী এটোপা খাই পথাৰৰ ফাললৈ খোজ ল'লে।

দীনবন্ধু বাহিৰ ওলাওঁতেই প্ৰভাৱতীৰ বান্ধনি ঘৰৰ খিৰিকীত তেওঁৰ চকু পৰিল। তেওঁ ঘৰৰ ভিতৰত এটা আগে-পিচে নেদেখা মানুহক দেখা পালে আৰু তেওঁক প্ৰভাৰ কোনোবা সম্বন্ধীয় মানুহ বুলি অনুমান কৰি নিশ্চিন্ত মনেৰে গন্তব্য স্থানলৈ গতি কৰিলে।

খেতি-বাতি চাই হালোৱাক উপদেশ দি ঘূৰি আহোঁতে দীনবন্ধুৰ ৰাতি হ'ল। আহোঁতে বাটত তেওঁক বহুতে সুধিলে,—"হয়নে বোলে কোনোবা কলিকতীয়া বঙালী এটা প্ৰভাৱতীক বিয়া কৰাবলৈ আহিছে, আৰু আজি কেইবাদিনো তেওঁৰ ঘৰতে আছে?"

দীন : ক'ব নোৱাৰোঁ। আজি কেইবাদিনো মই ঘৰতে থাকিবলৈ পোৱা নাই। আজি আবেলি আগেয়ে নেদেখা ডেকা মানুহ এটা প্ৰভাৰ ঘৰত দেখিছিলোঁ, কিন্তু ক'ব মানুহ, কিয় আহিছে, একোকে শুনা নাই। যদি সেইটোৱেই হয় কব নোৱাৰোঁ।

দীনবন্ধুৱে এঠাই দুঠাইকৈ বহুত ঠাইত এই কথা শুনিলে। তেওঁ কথাটো সঁচা নে মিছা একো ঠিক কৰিব নোৱাৰিলে। মনে মনে ভাবিলে যদি সঁচা, তেন্তে সেই মানুহটোৱেই হব পাৰে। কিন্তু কলিকতীয়া মানুহে ইয়াত ছোৱালী ধৰিবলৈ পালেহি কেনেকৈ? কোনো ঠগ নহয়তো। যি হওক, প্ৰভাক সতৰ্ক কৰি দিয়া তেওঁ কৰ্ত্তব্য বিবেচনা কৰিলে।

ঘৰলৈ আহিয়েই দীনবন্ধুৱে প্ৰভাৱতীলৈ এখন চিঠি লিখিলে। চিঠিখন এই :—

ওঁ

সুচৰিতে,

কালি তোমাৰ চিঠিখন পাই ইমান লৰালৰিকৈ উত্তৰ দিব লগাত পৰিলোঁ যে, কি লিখিলোঁ সিও এতিয়া মোৰ মনত নাই। সি যি হওক, তুমি কৰা প্ৰশ্নৰ উত্তৰ সোনকালে শুনিবলৈ পাবা; সেই দেখি এতিয়া বহলাই কোৱাৰ প্ৰয়োজন নাই। মুঠতে মোৰ পৰা অন্যায়ৰূপে তোমাৰেই হওক বা আনৰেই হওক, কোনো হানি হ'ব নোৱাৰে। বেয়া নোপোৱা যদি মই আৰু দুষাৰমান কথা ক'ব খোজোঁ। বৰ্ত্তমান যেনে আন্দোলন-আলোচনা হৈছে, তুমি সকলো বিষয়তে সতৰ্ক হৈ চলা উচিত। মই আগেয়ে কোৱা কথাবোৰ আকৌ এবাৰ মনত পেলাই দিব খোজোঁ। সংসাৰ প্ৰলোভনৰ ঠাই; সেই কাৰণে যাইকৈ তোমাৰ নিচিনা অৱস্থাত মনক সবল কৰিবলৈ সংযত হৈ চলিবলৈ একান্ত সাধনাৰ প্ৰয়োজন। বহুত সময়ত সংযমী মানুহৰো প্ৰলোভনৰ পিছল বাটত পদস্খলন হয়; সেইদেখি কওঁ সাৱধানে চলিবা; মাছ ধৰিবলৈ গৈ যেন সাপৰ গাঁতত হাত নভৰোৱা। যেই সেই কাৰ্য্যৰ আৰম্ভতে অতীৱভাৱে ভাবি চাবা, ফলাফলৰ তত্ত্বাৱত চাই কৰ্ত্তব্য নিৰ্ণয় কৰিবা।

তেতিয়া নিশ্চয় ভগবানে তোমাৰ মঙ্গল কৰিব। মই কিয় এই কথা কৈছোঁ, বোধকৰোঁ সকলোও বুজিব পাৰিছা। ইতি।

তোমাৰ শুভাকাঙ্খী
শ্ৰীদীনবন্ধু

চিঠিখন লিখা হ'লত তেওঁ তাক তেতিয়াই পঠিয়াই দিব খুজিছিল, কিন্তু হঠাৎ তেওঁৰ মনত খেলালে যে প্ৰভাৰ লগত তেওঁৰ বিবাহপ্ৰাৰ্থী এজন থাকোঁতে বাতি এনেকৈ চিঠি দিয়া দেখিলে তেওঁৰ সন্দেহ জন্মিব পাৰে, হয়তো তাৰ পৰা প্ৰভাৰ অপকাৰো হ'ব পাৰে। এনেকৈ ভাবি চিন্তি শেষত তেওঁ চিঠিখন নপঠিওৱাকে স্থিৰ কৰিলে।

বাতিপুৱা শোৱাৰ পৰা উঠিলেই দীনবন্ধুৱে সদায় প্ৰভাক বাৰাণ্ডাত দেখা পায়, কিন্তু ওপৰত কোৱা ঘটনাৰ পিচ দিনা তেওঁক দেখা নাপালে। বহুত বেলিৰ মূৰত যেতিয়া দেখা পালে, তেতিয়া তেওঁৰ মুখ মলিন, যেন নিৰিয়াৰ পৰাহে উঠি আহিছে। দীনবন্ধুক দেখা মাত্ৰেই তেওঁ লৰালৰিকৈ আঁতৰি গ'ল। দীনবন্ধুৱে এই পৰিবৰ্ত্তনৰ কাৰণ ভালকৈ একো নুবুজিলে, তেওঁ চিন্তাকুল চিত্তেৰে চিঠিখন পঠিয়াই দিলে। চিঠি পাই প্ৰভাই তাৰ উত্তৰত মাথোন ইয়াকে লিখিলে,—"আপোনাৰ চিঠি পালোঁ, কিন্তু তাৰ উত্তৰ জানো দিওঁ নে নিদিওঁ।"

প্ৰভাৱতীৰ উত্তৰত দীনবন্ধু যেন অলপ বিচলিত হ'ল। প্ৰভাই এনে ধৰণৰ উত্তৰ ইমান দিনে দিয়া নাছিল। তেওঁ ভাবি স্থিৰ কৰিলে—সম্ভৱতঃ সেই বঙালীজনৰ লগত বিবাহ স্থিৰ হৈছে, সেই দেখি কিবা সন্দেহ কৰে বুলি দীনবন্ধুলৈ চিঠি লিখিবলৈকো তেওঁ ভয় কৰিছিল। তেওঁ বহুত বেলি নিজৰ মনতে কিবা-কিবি ভাবিলে, তাৰ পিচত তেওঁৰ কবিতাৰ বহি খন উলিয়াই তাতে এই কবিতাটো লিখিলে :—

ভাবিছা হবলা তুমি নিলগাৰা মোক
থাকি মোৰ চকুৰ আঁৰত ;
নেদেখাত পাহৰণি ঘটিব আপুনি
নিজে নিজে কালৰ সোঁতত ?
মিছা কথা, জীৱনত নোৱাৰে ঢুকাব,
ভালপোৱা একেবাহে বোৱা ;
অনন্ত আত্মাৰ স'তে একেলগে গঁথা,
অন্ত তাৰ কদাপি নোপোৱা।
যদিও আঁতৰি থাকা ঘিণ কৰি মোক,
অপৰক বিলোৱা প্ৰণয় ;
পাৰিবা নে নিলগাব ভালপোৱা মোৰ
কৰি মোৰ হিয়া মৰুময় ?
নোৱাৰিবা কদাচিতো ; ভালপোৱা মোৰ
আছে হৈ প্ৰাণে-স'তে লয় ;
ভাল পাওঁ,—ভাল পাই ভাল লাগে মোৰ,
পণ্য মোৰ নহয় প্ৰণয়।
থাকা যদি নিলগত আপোন মনেৰে,
কেতিয়াও নকৰোঁ আমনি ;
তোমাৰ ছবিটি মোৰ বাহিৰে ভিতৰে,
তাতে মই লভিম জুৰণি।
কেতিয়াবা কু-পথত দিয়া যদি ভৰি
কৰ-যোৰে বিচুৰ থাকিম ;
তোমাৰ পবিত্ৰ সেই পুৰণি ছবিটি
চিৰকাল নতুনে ৰাখিম।
য'তে থাকা, যেনে ভাবে, যিহকে নকৰা,
তথাপিও তোমাকেই চাম ;
ৰাবাওঁ বিয়াম দিন নিজকে পাহৰি
তোমাকেই মাথোঁ ভাল পাম।

# দশম অধ্যায়

## গুপ্ত চিঠি

দিনটোৰ অক্লান্ত ভ্ৰমণৰ পিচত দিনমণিয়ে পশ্চিম সাগৰত সুশীতল শয্যা গ্ৰহণ কৰাৰ পৰা প্ৰায় একঘণ্টামান হৈছে। চন্দ্ৰহীন আকাশত নক্ষত্ৰৰ ক্ষীণ ৰশ্মি আৰু তলত জোনাকীৰ সাময়িক জ্যোতিয়ে পৃথিবীৰ বুকুত চকা-চমকা পোহৰ ছটিয়াই দিছে। গাৱঁৰ বাটত যদিও মানুহৰ সমাগম কম, নগৰৰ ভিতৰত এতিয়াও তাৰ অন্ত পৰা নাই। বুঢ়া-ডেকা সকলোৱে তেওঁলোকৰ আড্ডাই আড্ডাই হয় তাচ-পাশা খেলিছে, নহয় পৰনিন্দা চৰ্চ্চা কৰিছে। এনে সময়ত এজন ডেকা মানুহ লক্ষ্মীকান্তৰ ঘৰলৈ সোমাল। তেওঁৰ সাজপাৰ সম্পূৰ্ণ ইংৰাজৰ পৰা ধাৰ কৰা; কিন্তু বহুত যত্নেৰেও গাৰ ৰৰণটো ধাৰ কৰিব পৰা নাই। পাউডাৰৰ গুণত বাতিৰ আন্ধাৰত ইংৰাজ বুলি পৰিচয় দিব পাৰে, কিন্তু দিনৰ ভিতৰত "নেটিভ নিগাৰ" আখ্যা নলবৰ কোনো উপায় নাই।

বুট জোতাৰ শব্দেৰে লক্ষ্মীকান্তৰ চমক ভাঙি তেওঁ ভিতৰলৈ সোমাই গ'ল। লক্ষ্মীকান্ত যদিও সাধাৰণতঃ এনে সময়ত ঘৰত নাথাকে, তথাপি আজি তেওঁ কলৈকো যোৱা নাছিল, বোধকৰোঁ এই মানুহজনলৈকে অপেক্ষা কৰিছিল। লক্ষ্মীকান্তই যথানিয়মে এই অভ্যাগতক অভ্যৰ্থনা কৰিলে ; তাৰ পিচত সুধিলে, "খবৰ কি ?"

"খবৰ মুঠতে ভাল নহয়।"

"কিয় ? কিবা সন্দেহ কৰিলে নেকি ?"

"সন্দেহ বোধকৰোঁ কৰা নাই।"

"জেনেহলে ভাল নোহোৱাৰ কাৰণ কি ?"

"তেওঁ কয়, যদিও তেওঁ সেই বিষয়ে লিখিছিল, তথাপি ভাবিচিন্তি স্থিৰ কৰা নাছিল ; সেই দেখি যথেষ্ট সময় নাপালে কোনো মত দিব নোৱাৰে।"

কথাৰ ভঙ্গিৰ পৰাই পাঠকসকলে নিশ্চয় এওঁক চিনি পাইছে। প্ৰভাৱতীৰ ঘৰত এওঁৰ লগত সাক্ষাৎ হৈছিল আৰু ৰমণীমোহন নামেৰে এওঁ পৰিচয় দিছিল।

লক্ষ্মীকান্তই সুধিলে,—"পিছে কেইদিনমানৰ মূৰত উত্তৰ দিব খুজিছে ?"

ৰমণী : দুমাহৰ মূৰত।

লক্ষ্মী : তুমি সিমান দিন অপেক্ষা কৰিব নোৱাৰোঁ বুলি নকলা কিয় ?

ৰমণী : মই ক'বলৈ একো বাকী থোৱা নাই, তথাপিও তেওঁৰ সেই একে উত্তৰ।

লক্ষ্মী : তুমি কলিকতালৈ নিবলৈ যত্ন নকৰিলা কিয় ?

ৰমণী : মই যিমান পাৰোঁ চেষ্টা কৰিছিলোঁ, কিন্তু কোনো মতেই মত সলোৱাব নোৱাৰিলোঁ। অকল মুখৰ কথাৰেই নহয়, আগ ধৰি পাঁচ-শ টকাও দিছিলোঁ, কিন্তু একোৱেই একো কৰিব নোৱাৰিলে।

লক্ষ্মী : তেন্তে এটা ভাঙৰ আশা মাটি হ'ল। সি যি হওক, তুমি চিঠি-পত্ৰ লিখি-বলৈ আৰু মাজে সময়ে উপহাৰ পঠিয়া-বলৈ নেৰিবা। আমি যিমান পাৰোঁ আহুকাল কৰি থাকিম। তেতিয়া বোধ-কৰোঁ তোমাৰ প্ৰস্তাৱত মান্তি হবলৈ বাধ্য হ'ব।

ৰমণী : মই বিভিন্ন উপায় অৱলম্বন কৰিব পাৰি তাৰ এটাও বাদ নিদিওঁ; তোমা-লোকে মাথোন চেষ্টা কৰিবলৈ নেৰিবা।

লক্ষী : সেইটো আক কব লাগিছে নে? কাৰ্য্য কাৰ বেছি?

ৰমণী : মই আজিয়েই ইয়াৰ পৰা গলোঁহেঁতেন, কিন্তু দিনত আহিলে মানুহে সন্দেহ কৰিব পাৰে, ইকালে আকৌ তোমাক লগ নাপালেও নহয়, সেই হে আজি থাকিব লগাত পৰিলোঁ। বস্তু-বাহানি জাহাজৰ কেৰাণীৰ জিম্মাত থৈ আহিছোঁ।

লক্ষী : আজি ৰাতি তেন্তে ইয়াতে থাকিবা?

ৰমণী : নিশ্চয়, নহলে আক বাঁহ-তলত থাকিম নে?

ঠিক এনে সময়তে ৰত্নাৱতীয়ে অতি পৰিপাটীকৈ সাজপাৰ পিন্ধি থিয়েটাৰৰ নৰ্ত্তকীৰ দৰে ভাত প্ৰৱেশ কৰিলে। ৰমণীয়ে একেবাৰে কিছুপৰ তেওঁলৈ চাই থাকি লক্ষীকান্তক সুধিলে,—"এওঁ কোন?

লক্ষী : মোৰ ভনী ৰত্নাৱতী।

ৰমণী : তোমাৰ ভনীয়েৰা? ইমান শকত-আৱত হ'ল কেতিয়া? বাঃ! সাজেপাৰে গঢ়ে-গতিয়ে ঠিক যেন 'পৰী' হে। তোমাৰ যে এনে এজনী ভনী আছে সেই বাবে তুমি গৰ্ব্বিত হোৱা উচিত। পিচে শিক্ষা কিমান?

লক্ষী : শিক্ষাত ছাত্ৰবৃত্তি পাচ। বেজিৰ কাম আক সঙ্গীতত ভাল জ্ঞান আছে। ইংৰাজীও অলপ জানে।

ৰমণী : Excellent! অতি উত্তম। একেবাৰেই যেন হ'ব লাগে তেনে; up to date.

লক্ষী : মই স্ত্ৰী-স্বাধীনতাৰ পক্ষপাতী, সেই কাৰণে মতা-মাইকী সকলোৰে আগত ওলোৱা লোমোৱাত আৰু আলাপ-পৰিচয় হোৱাত আপত্তি নকৰোঁ।

ৰমণী : বেচ্ কথা। মোৰ মতে পৰ্দ্দা মানে সেইবোৰে যিবোৰৰ ৰূপ যৌৱন নাই, আৰু সমাজত ওলালে হেই হেই কৰাৰ সম্ভাৱনা। যাৰ ৰূপ আছে, যৌৱন আছে, শিক্ষা আছে, আৰু প্ৰশংসা-কৰোঁতা আছে, তেওঁৰ লুকাই থাকিবৰ কোনো প্ৰয়োজন নাই।

ৰমণীৰ কথা শুনি ৰত্নাৰ হৃদয় আনন্দ আৰু গৰ্ব্বত স্ফীত হৈ উঠিল; অলপ লাজেৰে মিছলি মিচিকিয়া হাঁহিয়ে ওঁঠত নাচিবলৈ ধৰিলে। ৰমণীয়ে ক'লে,—"পিচে তোমাৰ বিস্তাৰ পৰিচয় আমাকো দিবা জানো?"

ৰত্না : মইনো কি জানো যে আপোনালোকৰ ওচৰত পৰিচয় দিম?

ৰমণী : এই বিনয়ে তোমাৰ সৌন্দৰ্য্য দুগুণে বঢ়াইছে। সঁচাকৈয়ে মই তোমাৰ কথাত মুগ্ধ হৈছোঁ। তোমাৰ গীত চাগৈ কেনে মোৰৰা হব! এটা শুনাবা জানো? ইয়াততো কোনো আপত্তিৰ কাৰণ থাকিব নোৱাৰে। গানৰ দৰে পবিত্ৰ বিষয়ৰ চৰ্চ্চাত সঙ্কুচিত হোৱা ভুল।

লক্ষী : শুনিব খুজিছে নাগাবনো কিয় এটা?

ৰত্নাই হাৰ্ম্মোনিয়মটো আনি বজাবলৈ আৰু লগে লগে গাবলৈ ধৰিলে:—

আজি কেনে ধৰে শোভা যমুনা-বেলা।
কদম্ব-তলত নাচে ব্ৰজৰ কোমলা বালা।
ৰুনুক-ঝুনুক বাজে নেপুৰ,

থহে আঁচল উঠন বুকুৰ,
লাজে সানে বৰণ মধুৰ,
গতি চঞ্চলা।
বৃন্দাবনত চৰায় ধেনু,
ৰাধা বুলি বজায় বেণু
সুৰত উৰে ফুলৰ ৰেণু
কানু পগলা।

গীত শেষ হ'লত ৰমণীয়ে ক'লে,—"বঢ়িয়া হৈছে। গানটোও বেচ্, সুৰটোও ভাল, তাৰ লগতে তোমাৰ এই কিন্নৰ-কণ্ঠ। ইয়াতকৈ সুন্দৰ আৰু কি হ'ব পাৰে। ইয়াতকৈ মধুৰ গীত কোনে গাব পাৰে! মই তোমাক অন্তৰেৰে সৈতে ধন্যবাদ দিছোঁ।"

বক্তা আনন্দ আৰু গৰ্ব্বত উৎফুল্ল হৈ উঠিল, আৰু বিনা অনুৰোধেই আকৌ এটা গীত ধৰিলে :—

হৃদি-কুঞ্জ-কানন কৰিছোঁ সুসজ্জিত,
সুৰভিত ধূপ-দীপ গন্ধ।
পাতিছোঁ যতনে কুসুম সিংহাসন,
বিচিছে মলয়ে মন্দ মন্দ।
চিৰ মধুঋতু,— হাঁহিছে শশধৰ,
বেঢ়ি নাচে নক্ষত্ৰবৃন্দ।
জৰিচে সঘনে সুললিত ঝঙ্কাৰে
সঙ্গীত সুধা মধু-ছন্দ।
স্বাগত আজি হে চিৰবাঞ্ছিত,
লোৱাঁ এই বাহু যুগ-বান্ধ।
চিৰসখা তুমি লোৱাঁ অৰ্ঘ্য সাদৰে
পিওঁৱা প্ৰণয়-মকৰন্দ।

গীত অন্ত পৰিল। ৰমণী যেন গীতৰ সুৰতে গলি গ'ল। পুনঃ পুনঃ বক্তাক ধন্যবাদ দিবলৈ ধৰিলে। শেহত ক'লে,—"তোমাৰ এই বিদ্যা, এই বল, এই মোহন সুৰ লৈ যদি তুমি কলিকতাত থাকিলাহেঁতেন, তেনেহলে তোমাৰ এটা গানৰ মূল্য হাজাৰ টকা হ'লহেঁতেন। তোমাৰ এটা গান শুনিবলৈ কত ৰজা, কত জমিদাৰ বলিয়া হ'লহেঁতেন তাৰ ঠিক নাই।"

বক্তাই মনতে ভাবিলে—"তেনেহলে এবাৰ কলিকতাত ফুৰিয়েই বা নাহোঁ কিয়? আব্দুলে ভাবিছে তাৰ লগত যাম, ইন্দ্ৰনাথে ভাবিছে তাৰ লগত যাম, ইন্দ্ৰনাথে ভাবিছে তাৰ লগত বিয়া হ'ব, মহেশৰ ইচ্ছা মই যেন চিৰদিন তেওঁৰ হৈয়েই থাকিম, কিন্তু নিতৌ নতুন খাদ্যৰ যোগাৰ হলে কোন মুৰ্খ'ই বাহী বস্তুত তৃপ্তি পাব খুজিব? সিহঁতৰ পৰা ধন-বস্তু উপহাৰ লৈছোঁ সঁচা, কিন্তু সেই সামান্য উপহাৰৰ মূল্য মোৰ গোটেই জীৱন কেতিয়াও নহয়। সিহঁতে দানৰ যোগ্য প্ৰতিদান পাইছে, এতিয়া সিহঁতক বঞ্চিৎ কৰিলেও মোৰ দোষ হ'ব নোৱাৰে।"

ইয়াৰ পিচত ৰমণীমোহন তাতে থাকিল। পিচ দিনা লক্ষ্মীকান্তৰ লগত গোপনে কিবা পৰামৰ্শ কৰি বিদায় ল'লে।

জাহাজত টিকট কিনিবলৈ পয়চা উলিয়াবৰ নিমিত্তে জেপত হাত সুমুৱাই ৰমণীমোহনে এখন আগেয়ে নেলেখা চিঠি পালে, ক'ৰ পৰা চিঠিখন আহিল তেওঁ তাৰ একো উৱাদিহ নেপালে। যি হওক তেওঁ চিঠিখন আকৌ জেপতে থৈ টিকট কিনি লৈ মাল-বস্তুৰে সৈতে জাহাজত উঠিল। তাৰ পিচত বস্তু' বাহানি দিহা লগাই থৈ চিঠিখন উলিয়াই পঢ়িবলৈ ধৰিলে। যেনে—

প্ৰিয়তম,

যদিও তোমাৰ লগত এদিনৰ হে দেখা, তথাপি সেই অলপ সময়ৰ ভিতৰতে তুমি মোৰ জীৱন-যৌৱন কাঢ়ি নিলা। মোৰ বাকিৰ সেই আনন্দ মই জীৱনৰ

ভিতৰত পাহৰিব নোৱাৰোঁ। তোমাৰ মনত থাকিবনে? সঁচাকৈয়ে তুমি মোক ভাল পোৱানে? যদি পোৱা তেন্তে তাৰ চিন-স্বৰূপে মোলৈ এটা গ্ৰামোফোন লৈ আহিবা। এই চিঠিত মোৰ এখন সৰু ফটো পঠিয়ালোঁ; সলনিত তোমাৰ ফটো এখন পঠিয়াই সুখী কৰিবানে? তেতিয়া তুমি ওচৰত নাথাকিলেও সেই ছবিতে তোমাক দেখি শান্তি পাব পাৰিম। ইতি—

তোমাৰেই প্ৰণয়িণী
ৰত্নাৱতী

# একাদশ অধ্যায়

## দীনবন্ধুৰ মত

গকুলচন্দ্ৰ কমলচন্দ্ৰ প্ৰভৃতিৰ চহিৰে দিয়া আৰ্জিখন লৈ ৰবচাহাবৰ ওচৰলৈ গ'ল, আৰু বেনামী চিঠি বিজ্ঞাপন আদিৰ কথা কৈ তাৰ উদ্দেশ্য কেনে হব পাৰে চাহাবক জনালে। কাৰ্য্যৰ গতি দেখি চাহাবৰ মনতো বিশ্বাস জন্মিল যে এইবোৰ কাৰ্য্যত কাৰবাৰ কিবা স্বাৰ্থ আছে, নহলে এনে কুৎসিৎ পন্থা অৱলম্বন কৰিব কিয়? বহুত বেচি আলোচনা কৰাৰ পিচত এয়ে স্থিৰ হ'ল যে গকুলচন্দ্ৰই ৰবচাহাবৰ চহিৰে সৈতে প্ৰত্যেক স্বাক্ষৰকাৰীলৈ তেওঁৰ উদ্দেশ্য বিশেষভাবে আৰু বিশদৰূপে বৰ্ণাই লিখিবলৈ অনুৰোধ কৰি পত্ৰ লিখিব। তাৰ উত্তৰ পোন্ধৰ নবেম্বৰৰ ভিতৰতে সভাপতিৰ হাত পাৰহি লাগিব। ষোল নবেম্বৰৰ দিনা স্বাক্ষৰকাৰীসকল, চেক্ৰেটাৰী আৰু সভাপতিৰ ভিতৰত এখন ভিতৰুৱা সভা পাতি তাৰ আলোচনা কৰা হ'ব।

চেক্ৰেটাৰীয়ে তেতিয়া সেই মতেই সকলোলৈকে একোখন চিঠি দিলে। এই চিঠি পাই কমলচন্দ্ৰ, কৃষ্ণকুমাৰ আৰু সৰ্ব্বানন্দ বিমোৰ হ'ল। যদি দীনবন্ধু আৰু তেওঁৰ লগতে আন দুই এজনে তেওঁলোকৰ নিজামত লিখি দিয়ে, তেন্তে তেওঁলোকৰ সকলো চেষ্টা, সকলো কৌশল পণ্ড হ'ব। সেই কাৰণে তেওঁলোকে সেই দিনাই ঘৰে ঘৰে ঘূৰি সকলোকে ক'লে,—"বোধকৰোঁ আপোনালোকে স্কুলৰ চেক্ৰেটাৰীৰ পৰা কিবা-কিবি সুধি লিখা কাকত এখন পাইছে, আপোনালোকে যেন গাই-গোটাভাবে তাৰ কোনো উত্তৰ নিদিয়ে। ১লা নবেম্বৰৰ দিনা আমি সকলোটি সৰ্ব্বানন্দৰ চ'ৰাতে গোট খাম। তাতে সকলোৱে মীমাংসা কৰি কি উত্তৰ দিয়া হ'ব, ঠিক কৰিম।"

স্বাক্ষৰকাৰীসকলো তেনে কৰিবলৈ স্বীকৃত হ'ল।

পহিলা নবেম্বৰৰ দিনা সন্ধ্যাৰ এঘণ্টামান আগতে দীনবন্ধু তেওঁৰ চ'ৰাত বহি বাতৰি-কাকত এখন পঢ়ি আছে। পঢ়াৰ লগে লগে যেন তেওঁৰ মনত নানা চিন্তা, নানা ভাবনাৰ উদয় হৈছে। এনেতে দহজনমান ভদ্ৰলোক আহি তেওঁৰ ওচৰত উপস্থিত হ'ল। তেওঁলোক সকলোৱেই আৰ্জিত স্বাক্ষৰ দিছিল। দীনবন্ধুৱে তেওঁলোকক বহিবলৈ দি আগমনৰ কাৰণ সুধিলে; তেওঁলোকে স্কুল সম্পৰ্কীয় চেক্ৰেটাৰীৰ প্ৰশ্নৰ উত্তৰ ঠিক কৰিবলৈ আহিছে বুলি ক'লে।

দীনবন্ধুৱে ক'লে,—"পিচে আপোনালোকেনো কি উত্তৰ দিব খুজিছে?"

তেওঁলোকৰ এজনে উত্তৰ দিলে,—"আপুনি যি উত্তৰ দিলে আমিও তাকেই দিম। আপুনিনো কি উত্তৰ ঠিক কৰিছে?"

দীন: মই প্ৰথমতে যি বুলি স্বাক্ষৰ দিছিলোঁ,

এতিয়াও তাকেই ক'ম।

প্ৰথম : সেইবোৰ কথা জানো লিখি দিয়া ভাল হ'ব? যদি প্ৰমাণ নহয়, বিপদ ঘটিব পাৰে।

দ্বিতীয় : আমিতো একোকে নাজানো। আপুনি নিজে সকলো জানি শুনি বিচাৰ কৰিব খুজিছে বোলাতহে আমি চহি দিছিলোঁ।

তৃতীয় : সেইদেখিয়েইহে আমি আগ ধৰি আপোনাৰ লগত পৰামৰ্শ কৰিবলৈ আহিছোঁ।

দীন : আপোনালোকে কি কৈছে মই ভালকৈ বুজিবকে পৰা নাই।

প্ৰথম : কিয়, গকুলচন্দ্ৰ আৰু প্ৰভাৱতীৰ কেলে-ঙ্কাৰীৰ কথা বিচাৰ কৰাই জানো আপোনাৰ উদ্দেশ্য নহয়?

দীন : কোনে ক'লে আপোনালোকক তেনে কথা?

দ্বিতীয় : ৰাজখোৱাইঁতে লেই বুলিয়েইতো আমাৰ চহি আনিছিল।

চতুৰ্থ : আৰু কৈছিল বোলে আপুনি নিজ চকুৰে তেনে ঘটনা দেখা পাইছিল। আন কি, ৰাতি দুই-তিনি বজাতো মানুহ অহা-যোৱা কৰা আৰু সিহঁতৰ জঘন্য উদ্দেশ্য ব্যক্ত কৰা আপুনি অলপো সন্দেহ নথকাকৈ জানিব পাৰিছিল।

দীন : আৰু আপোনালোকে সেইবোৰ কথাকে বিশ্বাস কৰিছিল? কি আচৰিত! আপোনালোকে যে এইবোৰ কথা সঁচা বুলি ভাবিছিল, সঁচাকৈয়ে মোক চোৰাংচোৱা বুলি বিশ্বাস কৰিছিলনে? মোৰ কাৰ্য্য সদায় দেখি আছে, কেতিয়াবা চোৰাংচোৱাৰ কাম কৰা শুনিছিল জানো? মোক আপোনা-লোকে ইমান অকৰ্মণ্য বুলি ভাবে নে যে মই সময় নিয়াবলৈ উপায় নাপাই সিদ্ধিখনা চোৰৰ দৰে সদায় পৰৰ পিৰালিত জোপ্ লৈ ফুৰোঁ?

এটা খং আৰু বেজাৰৰ চিন তেওঁৰ গোটেই মুখত বিয়পি পৰিল। ভদ্ৰলোক কেইজনে ক'লে,—"আমাক ৰাজখোৱাইঁতে ক'লে বোলে আপুনি এইবোৰ নিজ চকুৰে দেখিছে, আৰু সকলো প্ৰমাণ যোগাৰ ৰাখি তাৰ বিচাৰৰ নিমিত্তে এই আৰ্জ্জি লিখিছে। মাথোন আপোনাৰ সময় নোহোৱাতহে আপোনাৰ অনুৰোধ মতে তেওঁলোকে আমাৰ স্বাক্ষৰ সংগ্ৰহ কৰিছিল। আমি তেতিয়া বিশেষভাৱে একো ভাবিবলৈ নহ'ল। আপোনাৰ স্বাক্ষৰ প্ৰথমতে দেখিয়ে তেওঁলোকৰ কথা বিশ্বাস কৰি পেলালোঁ।

দীনবন্ধুৱে তেতিয়া কেনে অৱস্থাত আৰু কি উদ্দেশ্যত আৰ্জ্জিত স্বাক্ষৰ দিছিল, তাক ভাঙিপাতি ক'লে; মানুহকেইজনে শুনি আচৰিত মানিলে। তেওঁলোকে বুজিলে ইয়াৰ ভিতৰত কমলচন্দ্ৰ, কৃষ্ণ-কুমাৰ আৰু সৰ্ব্বানন্দৰ কিবা এটা কুৎসিৎ স্বাৰ্থ আছে।

এইদৰে আলাপ হোৱাৰ পিচত সকলোটি সৰ্ব্বানন্দৰ ঘৰলৈ গ'ল। কমলচন্দ্ৰ প্ৰভৃতি দহজনমান আগেয়ে পৰা তাতে বহি কিবা-কিবি আলোচনা কৰি আছিল। এতিয়া দীনবন্ধু আৰু তেওঁৰ লগৰীয়া কেইজন গ'লত নিৰৱ মতে আলোচনাত বহিল।

কমলচন্দ্ৰই ক'লে,—"আজি আপোনালোক

কিয় গোট খাইছে, সেইটো জানে। এতিয়া প্ৰশ্ন হৈছে কি উত্তৰ দিয়া যায়? আমি ঠিক কৰিছোঁ গাইপতি কোনো উত্তৰ নিদিওঁ; সেই কাৰণে সকলোৱে হৈ এইখন উত্তৰকে দিম বুলি স্থিৰ কৰিছোঁ।"

এই বুলি কৈ এখন 'টাইপ্' কৰা কাকত হাতত লৈ কমলচন্দ্ৰই পঢ়িবলৈ ধৰিলে। তাৰ মানে এই :—

শ্ৰীযুক্ত বালিকা-স্কুল কমিটিৰ সভাপতি মহাশয় সমীপেষু।

চন ১৯১০, তাং পহিলা নবেম্বৰ।

মহাশয়,

আপোনাৰ ১৫/১০/১০ তাৰিখৰ চিঠিৰ উত্তৰত জনাওঁ যে আমি গাইপতি আপোনাৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ আৱশ্যকতা বোধ নকৰোঁ। তাৰ আৱশ্যকীয় উত্তৰ দিবলৈ শ্ৰীযুক্ত সৰ্ব্বানন্দ দত্ত আৰু শ্ৰীযুক্ত কৃষ্ণকুমাৰ কাকতীক আমাৰ প্ৰতিনিধি নিযুক্ত কৰিলোঁ। তেওঁলোকে ১৫ নবেম্বৰৰ দিনা আপোনাৰ বঙলালৈ গৈ আৱশ্যকীয় সকলো কথা জনাব। তেওঁলোকে যি কয় সেয়ে আমাৰ সকলোৰে মত বুলি জানিব। ইতি।

কমলচন্দ্ৰ বৰ-চাহাবৰ ওচৰলৈ যাবলৈ নোপোৱা দেখি বহুতে আচৰিত মানিব পাৰে, কিন্তু তেনে কৰাত তেওঁৰ বিশেষ উদ্দেশ্য আছিল। তেওঁ ভাবিছিল গকুলচন্দ্ৰক ভাঙিব পাৰিলে তেওঁ চেক্ৰেটাৰী হ'ব। সেই দেখি তেওঁ এই আন্দোলনত আগবঢ়ুৱা হৈ বৰ চাহাবক দেখা নিদিয়াই ভাল; নহ'লে পিচত তেওঁ চেক্ৰেটাৰী হ'লে স্বাৰ্থৰ কাৰণে আগৰ চেক্ৰেটাৰীৰ বিৰুদ্ধে কৈছিল বুলি চাহাবে সন্দেহ কৰিব পাৰে। কৃষ্ণকুমাৰ আৰু সৰ্ব্বানন্দক পঠিয়ালে তেওঁৰ দুয়োটা উদ্দেশ্য ৰক্ষা পৰে।

চিঠিখন পঢ়া হ'লত চহি কৰিবৰ নিমিত্তে হাতে হাতে দিলে। দুজন কি তিনি জনহে মাথোন চহি হৈছে, এনেতে দীনবন্ধু উঠি কঁকাল ধৰিলে :— "আপোনালোকৰ ই কেনে ধৰণৰ আলোচনা মই বুজিব নোৱাৰিলোঁ। সেই খনত যে চহি বিচাৰিছে তাৰ আগেয়ে তাত সকলোৰে মত আছে নে নাই সেইটো সোধাহে উচিত আছিল। কাৰবাৰ হয়তো তাত আপত্তি থাকিব পাৰে।"

সৰ্ব্বা : ইয়াতনো কাৰ কি আপত্তি থাকিব?

দীন : ক'ব নোৱাৰোঁ আন কাৰবাৰ কিবা আপত্তি আছে নে নাই, কিন্তু মোৰ হ'লে যথেষ্ট আপত্তিৰ কাৰণ আছে।

কৃষ্ণ : তোমাৰ কিমান অভিজ্ঞতা আছেহে, তুমি যে আমাৰ নিচিনা প্ৰবীণ মানুহৰ কথাত আপত্তি কৰা? আমাক আপত্তি নালাগে, চহিহে লাগে।

দীন : কিন্তু মই তাত চহি দিব নোৱাৰোঁ। আপোনালোকৰ কাৰ্য্য নিলিখা কাকতত দস্তখত লোৱাৰ দৰে হৈছে।

কমলচন্দ্ৰ : কেনেকৈ?

দীন : আপোনালোকে কি কব গৈ তাক এতিয়াও আমি জানিব পৰা নাই। তেনেস্থলত আপোনালোকৰ কথাকে আমাৰো কথা বুলি কওঁ কেনেকৈ? আপোনালোকে কি ক'ব পাৰিব তাক আলোচনা কৰি সকলোৱে ঠিক কৰক, আৰু আপোনালোকেও মাথোন তাকে হে ক'ব বুলি প্ৰতিশ্ৰুতি দিয়ক, তেতিয়াহে আপোনালোকৰ আমাৰ প্ৰতিনিধি বুলি স্বীকাৰ

কৰিম, নতুবা নহয়।

ভূতনাথ : যদি প্ৰতিনিধি কৰিবলৈকে ভাল হ'ল তেনেহলে তেওঁলোকৰ ওপৰত বিশ্বাস-স্থাপন কৰিবলৈ ভাল নহয় কিয় ?

দীন : তাৰ কাৰণ আছে। যেতিয়া আৰ্জ্জিথন লৈ তেওঁলোক মোৰ ওচৰলৈ যায়, মই তেওঁলোকৰ কিছুত কিমাকাৰ উদ্দেশ্য শুনি প্ৰথমে চহিকে নিদিওঁ বুলিছিলোঁ। পিচত তেওঁলোকে মোৰ মতলৈ ঘূৰি অহা দেখি হে স্বাক্ষৰ দিলোঁ।

এইখিনিতে দীনবন্ধুৱে কেনে অৱস্থাত আৰু কি উদ্দেশ্যত চহি দিছিল তাক হুবহু বৰ্ণনা কৰিলে ৰাজখোৱাই যদিও তাত বাধা জন্মাবলৈ যত্ন কৰিছিল, তথাপি দীনবন্ধুৱে তালৈ কাণ নিদি সকলো কথা ক'লে। তাৰ পিচত ক'লে,—"কিন্তু এতিয়া স্বাক্ষৰকাৰীসকলৰ বহুতৰ পৰা শুনিছোঁ তেওঁলোকে হেনো তেওঁলোকৰ স্বকপোল-কল্পিত ঘৃণিত কাহিনী বোৰ মই প্ৰচাৰ কৰিছোঁ আৰু তাৰ বিচাৰ কৰিবলৈকো ময়ে এই আন্দোলন হাতত লৈছোঁ বুলি কৈ বাইজৰ মনত বিশ্বাস জন্মাই চহি আনিছে। মোক চোৰাংচোৱা বুলি বাহিৰত অন্যায়কৈ প্ৰচাৰ কৰিছে। এনে মিছা কথাৰ জাল পাতি যি কৰ্ম্ম-ক্ষেত্ৰত ভৰি দিয়ে, তেনে মানুহক বিশ্বাস কৰা বিপদজনক। মোৰ এতিয়া সম্পূৰ্ণ বিশ্বাস হৈছে,—এই আন্দোলন স্কুলৰ উন্নতিৰ নিমিত্তে নহয়, আন্দোলনকাৰীকেইজনৰ কিবা নাৰকীয় নীচ স্বাৰ্থ সাধনৰ নিমিত্তে হে। যদি নহয়, কিয় তেওঁলোকে এনেকৈ অসত্যৰ আশ্ৰয় লৈছে ?"

ভূতনাথ : প্ৰচাৰ যেনেকৈয়ে হওক, অন্ততঃ কথাবোৰ মূলতে জানো মিছা নহয় ? তুমিও দেখোন সেইবোৰ জানা।

দীন : মই কি জানো ? আপুনি আৰু আপোনাৰ লগুৱাই কোৱা কথাবোৰ শুনাৰ বাবেই মই জনা হলোঁ কেনেকৈ ? আপোনালোকৰ যে তাত স্বাৰ্থ নাই সেই কথা মই বিশ্বাস কৰিব নোৱাৰোঁ।

ৰাজখোৱা, সৰ্ব্বানন্দ, কৃষ্ণকুমাৰ আৰু ভূতনাথ তেতিয়া একেবাৰেই বিবৰ্ণ হৈছিল। তেওঁলোকৰ মুখৰ মাত পৰ্য্যন্ত হৰিল। বহুত চেষ্টাৰ পিচত ৰাজখোৱাই ক'লে,—"বহুতো মানুহৰ বহুতো কথাৰ কেতিয়াবা এনেকৈ খেলি-মেলি লাগে যে ক'বৰ সময়ত কোনটো কাৰ পৰা শুনিছিলোঁ সঠিককৈ কোৱা কঠিন হৈ পৰে। মিছা কৰৰ মনেৰে যে তেনে কৰা হয় সেইটো নহয়।

জনচেৰেক সমজুৱাই তেতিয়া দীনবন্ধুক সুধিলে,—"পিচে আপুনিনো কি কৰিব ?"

দীন : মই কাকো প্ৰতিনিধি বুলি নামানো, কাৰণ হে যোৱা ঘটনাৰ পৰা বুজিছোঁ, কাকো সম্পূৰ্ণ বিশ্বাস কৰা উচিত নহয়। মই স্কুলৰ উন্নতিৰ যি অৰ্থ মনত ৰাখিছিলোঁ তাকে লিখি পঠিয়াম।

সমজুৱা : কি লিখিব ভাঙি ক'লে সকলোলৈকে সুবিধা হয়।

দীন : মই চহি দিওঁতে যি কৈছিলোঁ আৰু পিচত ভাবোঁতে যি মনত খেলাইছিল তাকে লিখিম। সি এই :—

(১) বৰ্ত্তমান যেনে কুৎসিৎ বিজ্ঞাপন আদিৰ প্ৰচাৰ হৈছে ভৱিষ্যতে যাতে তেনে নঘটে, তাৰ বাবে স্কুলৰ কাৰ্য্যপাৰক সকলক কিছুমান বিশেষ নিয়মৰ অধীনত কৰিব লাগিব।

(২) অতি শীঘ্রে স্কুল-ঘবটোব সজা শেষ কৰিব লাগিব।

(৩) ছাত্রী-সংখ্যালৈ চাই আৰু এজনী শিক্ষয়িত্রী নিযুক্ত কৰিব লাগিব।

(৪) স্কুলত বোৱা-কটাৰ প্রচলন সোনকালে কৰিব লাগিব।

(৫) স্কুলখন ছাত্রবৃত্তি স্কুলত পৰিণত কৰিবলৈ যথা-সম্ভৱ চেষ্টা কৰিব লাগিব।

দীনবন্ধুৰ কথা শুনি বাজখোৱা, কৃষ্ণকুমাৰ, আৰু সর্ব্বানন্দই একে আবাবে কৈ উঠিল,—"সেইবোৰ পিচ কথা। প্রথমে গকুলচন্দ্রক চেক্রেটাবী নাভাঙিলে আমি আমাৰ ছোৱালী পঢ়িবলৈ নিদিওঁ, আৰু আন মানুহকো ছোৱালী পঠিয়াবলৈ হাক দিম।

ভূতনাথ : মোবো সেয়ে কথা। গকুল উকীল চেক্রেটাবী থাকিলে মই সেই স্কুল ভাঙিহে এৰিম। কালিলৈকে মই প্রত্যেক ছোৱালীৰ অভিভাৱকৰ ওচবলৈ গৈ সকলোকে ক'ম বোলো সেই স্কুলত ছোৱালী পঢ়িবলৈ দিলে নষ্ট কৰা হ'ব মাথোন। মুঠতে যি উপায়েৰে হওক পাৰোঁ ছোৱালী অহা বন্ধ কৰিম।

দীন : সেইবোৰ কথা মোক কোৱাৰ প্রয়োজন নাই। আপোনালোকৰ যেনে ইচ্ছা তেনে কৰক। মই যি ভাল বুজিছো তাকে কৰিম। আজিয়েই মই মোৰ মত জনাই চিঠি লিখিম। আপোনালোকক মাত্র ইমানকে কওঁ যে মোক চোবাংচোৱা পাত্তি, পৰহিংসক পাত্তি, আপোনালোকৰ স্বার্থসিদ্ধি কৰিবলৈ আগলে আৰু মই কোনো সুবিধা দিব নোৱাৰোঁ। আপোনালোকেও মনত ৰাখিব এইখন পিশাচৰ বাজ্য নহয়। আকৌ যদি আপোনালোকে নির্দ্দোষ মানুহৰ গাত কলঙ্ক সানি আপোনালোকৰ নীচতাৰ পৰিচয় দিয়ে, তেন্তে দীনবন্ধুক আপোনালোকৰ বিৰুদ্ধে থিয় দিয়া দেখিবলৈ পাব।

এইদৰে কৈয়েই দীনবন্ধু মেলৰ পৰা উঠি গুচি আহিল, লগে লগে আৰু কেইবাজনো উঠিল। তেওঁলোক গুলাই আহিলত বাজখোৱাই ক'লে,—"উঃ! দীনবন্ধুকো যেতিয়া হাত কৰিলে, অইন আৰু কোন কুটা! নহলে বাৰু দীনবন্ধুৱে আগেয়ে নিজে গুৰিয়াল হৈ কাম কৰি, এতিয়া লোকৰ গাত দোষ দি টুপাই থুব মাৰে নে?

কৃষ্ণকুমাৰ : যিমানেই ধার্ম্মিক হওক, ডাঙৰ মানুহক বিশ্বাস কৰিব নোৱাৰি।

বাজখোৱা : তাতে আকৌ যদি ঘটনাৰ মেৰত গাভৰু ছোৱালী থাকে, তেনেহলেতো কথাই নাই।

ভূতনাথ : মোৰ মতে আচল কথা সেয়ে। দীনবন্ধু নিজে দোষী; সেই দেখি আনৰ দোষ ধৰিবলৈ ভয় খাইছে।

সর্ব্বানন্দৰ ঘৰত আগৰে পৰা বহি থকা কেইজনৰ ভিতৰত লক্ষ্মীকান্তও আছিল। তেওঁ ইমান বেলি একো কোৱা নাছিল। এতিয়া ভূতনাথৰ কথাৰ মূৰত ক'লে,—"সেয়ে আচল কথা। মই সিহঁতৰ কত বহস্য জানো; পিচত আপোনালোকক ক'লে আপোনালোকে আকৌ মোক হে মিছলীয়া পাতে। এতিয়া চিনি পাব পায় কোন মিছলীয়া, কোন সত্যবাদী।"

ৰাজখোৱা : এৰা, বোলে ৰাম ভাল, ৰাম ভাল, ৰাম নহয়, যমকাল। এতিয়াহে বুজিলোঁ। কোন কেনে।"

তাত থকা মানুহবোৰে এইবোৰ কথা বিশ্বাস কৰিছিল নে নাই ক'ব নোৱাৰোঁ; কিন্তু এইটো হ'লে ভালকৈ জানিছিল যে দীনবন্ধুৰ বিৰুদ্ধে চলিলে, আন কি অপকাৰ কৰিলেও, তেওঁ কাৰো অপকাৰ নকৰে; কিন্তু ৰাজখোৱা আদিৰ বিৰুদ্ধে চলিলে এদিন নহয় এদিন বিপদত পেলাবই পেলাব। সেই দেখি ইচ্ছা নথকা সকলোৱেই ৰাজখোৱাৰ উত্তৰত চহি দিলে।

## দ্বাদশ অধ্যায়

### বিয়াৰ বিষয়ে

সৰ্ব্বানন্দৰ ঘৰৰ পৰা দীনবন্ধু পোনেই ঘৰলৈ আহিল। তেওঁৰ মোমায়েকে তেতিয়া চ'ৰা ঘৰতে বহি তেওঁলৈ বাট চাই আছিল। দীনবন্ধুৰ মোমায়েকৰ ঘৰ বৰ বেছি দূৰত নহয়, নগৰৰ পৰা মুঠেই ছমাইলমান হ'ব; তেওঁৰ বয়স তিনি কুৰিৰ ওচৰা-উচৰি। মানুহজন বৰ নৈষ্ঠিক, গা নোধোৱাকৈ তামোল এখনো মুখত নিদিয়ে। দীনবন্ধুৰ ঘৰলৈ আহিলেও একো নাখায়; নিতান্ত খাব লগাত পৰিলেও নিজে ব্ৰাহ্মপুত্ৰৰ পৰা পানী আনি চৌ-খুটি মাৰি খাব লগাত পৰে। দীনবন্ধু তেওঁৰ ঘৰলৈ গলেও তেওঁ পিন্ধি যোৱা কাপোৰ-কানি সদায় গা-পা ধুলেহে জলপান এটাকে খাব পাৰে। সেই দেখিয়েই যেতিয়াই তেতিয়াই দীনবন্ধু তেওঁৰ ঘৰলৈ নাযায়। আজি মোমায়েকক হঠাৎ অহা দেখি কিবা বিশেষ প্ৰয়োজন আছে বুলি তেওঁ অনুমান কৰিলে। ওচৰ পায়েই তেওঁ সুধিলে,—"পিচে মোমাইদেউ দেখোন? কেতিয়াবাই আহিল নেকি?"

মোমাই : কেতিয়াবাই নহয়, এই অলপতেহে আহিছোঁ।

দীন : পিচে দেখোন অসময়ত আহিল, আজি জানো ইয়াতে থাকিব?

মোমাই : এৰা, নাথাকিমনো কেলেই। ঘৰত ভাতে কান্দক। আৰু মই ইয়াত লঘোন দি কান্দো।

দীন : তেনেহলে ৰাতিকৈ আহিল কিয়?

মোমাই : দিনত আহিলে আকৌ তোক লগ পালেহে হৈছে।

দীন : এৰা, হওঁতে সেই দিনেও মোৰ গাতে দোষ পৰে। মই দেখোন ঘৰত থাকি-বলৈ আজৰিকে উলিয়াব নোৱাৰোঁ। পিচে এই ৰাতিখন কি সকামতনো আহিল?

মোমাই : সকাম আৰু কি। বজাৰৰ পৰা কিবা-কিবি কিনিবলৈ আহিছিলোঁ। তাকে কিনি-কুটি দি এবাৰ তোৰ তাত সোমাই যাওঁ বুলি ভাবিলোঁ। তই দেখোন আজি-কালি আমাৰ ঘৰলৈ যাব-লৈকে এৰিলি। মাইজনেৰে সদায় তোৰ কথাকে কৈ থাকে।

দীন : এৰা মোমাইদেউ, মই যাওঁ বুলিও আজি বহুত দিন সময় কৰিব পৰা নাই। বিহুত নিশ্চয় যাম।

মোমাই : বিহুত। এতিয়াও দেখোন বিহুলৈ দুই তিনি মাহ আছে। এই সুযোগ বাট

যাবলৈকো তোক ইমান দিন লাগিব নে? ।

দীন : নহয় মই গোৱালপাৰালৈ যাম বুলি ভাবিছোঁ; যদি যাওঁ, কেতিয়া ঘূৰোঁ ঠিক নাই।

মোমাই : এৰা, আগ-গুৰি নোহোৱাকৈ সংসাৰ গোটেইখন ভ্ৰমি ফুৰ মুঠেই। অঘৰীৰ নিচিনাকৈ দিন কেইটা নিয়াব পাৰিলেই হ'ল। ঘৰ-দুৱাৰনো তোক কেলেই লাগিছে?

দীন : কাম থাকিলে নগলেনো কেনেকৈ?

মোমাই : সদায় দেখোন তোৰ কামেই ভুগুচে। পিচে ইমানকৈ কাম কৰি কিটোনো কৰিছ? লোকৰ বাঁৰী তিৰোতাৰ লৰায়ো বিয়া-বাক কৰাই গৃহস্থি চলাই খাইছে; তই আজিলৈকে বিয়াখনকে পাতিব পৰা নাই। এনেকৈ থাকিলেই আৰু নহয়। এইবাৰ যেনেকৈ হওক বিয়াখন পাতিবই লাগিব মই তাকে কবলৈকে আহিছোঁ।

দীন : নহয় মোমাইদেউ, মই এইবাৰ কোনো-মতেই বিয়া কৰাব নোৱাৰোঁ। এইবাৰ মোৰ বহুত জঞ্জাল আছে। তাতে মোৰ অৱস্থাটোও দেখিছে নহয়। মোৰ নিচিনা দুখীয়া মানুহৰ বিয়া নোহোৱাই ভাল।

মোমাই : হেৰ, মনে মনে থাক, মোৰ ওচৰত বলিয়ালি নকৰিবি। তোৰ অৱস্থা বেয়া বুলি তই বিয়া কৰাব নোৱাৰ, পিচে তোতকৈ হীন অৱস্থাৰ মানুহকো তিনি-চাৰি জনীলৈকে বিয়া কৰোৱা দেখিছোঁ।

দীন : সেইবিলাক মানুহৰ জীৱন কেনে আহুকলীয়া তালৈ এবাৰ চকু দিলে মোৰ কথা বুজিব।

মোমাই : সেইবিলাকৰ জীৱন আহুকলীয়া আৰু তোৰটোহে বৰ সুখৰ! অন্ততঃ সিহঁতে ঘৰলৈ আহি মেলা দুৱাৰখন পায়, তোৰ সিও নাই। মই দেখাত তই পঢ়ি-শুনি পণ্ডিত হ'ব পাৰ, কিন্তু কেনেকৈ চলিলে সংসাৰত মানুহ বোলাই খাব পাৰি, দহ জনৰ মান-সংকাৰ পাব পাৰি তাৰ বুজ আজিলৈকে নহ'ল।

দীন : মানুহে নিজৰ অৱস্থা চাই সকলো ব্যৱস্থা কৰিব লাগে। ময়ো মোৰ অৱস্থা যেনেকুৱা তেনেকৈয়ে চলিব লাগিব।

মোমাই : সেইটো তোৰ বুদ্ধিৰ দোষ। সিবেলি কমিছনাৰ চাহাবে নিজে তোক ছব-ডেপুটিৰ কামটো যাচি দিলে, তই নালাগে বুলি এৰিলি। মই তোক কিমান বুজালোঁ, তই মোৰ বুঢ়াৰ কথা দলিয়াই পেলাই খেতি কৰিবলৈ ওলালি। ছব্‌ডেপুটিৰ কামত কিমান লাভ সৌ আনন্দলৈ নাচায় কিয়। দুদিনতে কেনেকৈ ঘৰে-দুৱাৰে জিলি-কাই পেলালে। দৰমহা তো আছেই, তাৰ উপৰি তাৰ-ডেঁটীত দৰমহাৰ তিনি গুণ পায়। একঠা মাটিৰ গোলমাল লাগক মুঠেই, নাই নাই বুলি তেও তাৰ এখন থাবই। এনেটো কাম লোকে খুজিও নাপায়; তই যাচি দিওঁতেও এৰি দিয়াটো চাওঁচোন কিমান

ভাঙৰ ভুল।

দীন : তেনেকুৱা মানুহ যিমানেই জিলিকক, সিহঁত পশুৰ তুল্য আৰু দেশৰ শত্ৰু। মই কাম কৰা হলেও তেনে উপায়েৰে ধন ঘটিবলৈ ঘিণ লাগিলহেঁতেন।

মোমাই : যি মানুহে নিজৰ সুখ-দুখ নুবুজে, নিজৰ অৱস্থা কেনেকৈ ভাল কৰিব লাগে তাৰ কথাও ভাবিব নোৱাৰে, সিও আকৌ মানুহ!

দীন : পৰক ঠগি খোৱা নাইবা লোকৰ গোলামি কৰি খোৱাতকৈ নিজ হাতে উপাৰ্জ্জন কৰি খোৱা এশ গুণে শ্ৰেয়ঃ।

মোমাই : বাৰু, সেয়ে হ'ল; পিচে তাকেনো কৰিছ ক'তা? তোৰ পামৰ খেতিবাতিত নাই নাই বুলিও ডেৰ হাজাৰ দুহাজাৰ টকা বছেৰেকত আয় হয়; আকৌ কিস্তাপ-পত্ৰবোৰতো দুপইচা পায়। পিচে আজি পাঁচ বছৰত জমা কৰিছ কিমান? খোৱা-লোৱাতো সন্ন্যাসীৰ বৃত্তিকে ধৰিছ।

দীন : জমা কৰিব যদিও পৰা নাই, আনৰ দৰে অনাহকতো খৰচ কৰা নাই।

মোমাই : অনাহকত্ত কৰা নাইনো কিহত কৰিছ? এই যে সোৱাজনখন পাতি তোৰ টকা-বোৰ পানী কৰিছ, কচোন তাৰ পৰা তোৰ কি লাভ হৈছে? সেইখিনি টকা যদি নেপালীক ধাৰে দিলিহেঁতেন, তেনেহলে সি এতিয়া কিমান পোৱালী পাৰিলেহেঁতেন। নাইবা সেই টকাৰে কৰৌঁ খোলা হ'লে তোৰ ঘৰ-দুৱাৰবোৰ জাকজমককৈ কৰি লব নোৱাৰি-লিহেঁতেন জানো?

দীন : পাৰিলোঁহেঁতেন, কিন্তু তাত এটা কথা আছে। মানুহে সংসাৰত সদায় সুখেৰে দিন নিয়াবলৈ বিচাৰে, আৰু বেলেগ বেলেগ মানুহৰ সুখৰ আৰ্হিও বেলেগ। মোৰ চকুৰ আগত খাবলৈ নাপাই বা বেমাৰত পৰি শুশ্ৰূষাৰ অভাৱত জাকে জাকে মানুহ মৰিব, মই সিহঁতলৈ কেৰাছিকৈ নাচাই, নিজৰ ঘৰ-দুৱাৰ, খোৱা-লোৱাৰ সুবিধা কৰি লৈ স্ফূৰ্ত্তি কৰি থাকিব নোৱাৰোঁ। সি মোলৈ সুখ নহৈ যমৰ যাতনাহে হ'ব।

মোমাই : তোতকৈ বহুতো ধনী মানুহ আছে, সিহঁতে খৰচ নকৰে কিয়?

দীন : কৈছোঁ নহয়, সকলোৱে একেদৰে চলি সুখ নাপায়; সিহঁতে যেনেকৈ চলি সুখ পায় তেনেকৈ চলিছে; ময়ো যেনেকৈ চলি সুখী হও তেনেকৈ চলিম।

মোমাই : আৰু এই যে লৰাবোৰ পঢ়াইছ, সিহঁত তোৰ কি হয়? বামুণ সজ্জনৰ লৰা পঢ়ালিহেঁতেন যদি পুণ্য হ'লহেঁতেন; পিচে মই দেখিছোঁ তেনে লৰা দুই এটাহে আছে। বাকীবোৰ নীহ কুলীয়া লৰা। আন নালাগে, টানে-আপদে সিহঁতৰ হাতে পানী এটোপাও খাব নোৱাৰি। ইহঁতক পঢ়োৱাৰ পৰা মই দেখিছোঁ লাভ নহৈ লোকচানহে হ'ব। দুটামানে লিখি-পঢ়ি ডাঙৰ মানুহ হ'লে তেতিয়া আমাক নমনাতেই পৰিব।

এতিয়া সিহঁতক ছুলে গা ধোওঁ, তেতিয়া বাহ্মনি হ'বলৈ আহিব। ইফালে কাম বন কৰাবলৈকো মানুহ নাইকিয়া হ'ব।

দীন : মোমাইদেউ, ঈশ্বৰে কাৰো কপালত নীচকুলীয়া বুলি ছাব মাৰি দিয়া নাই। মানুহে যেনে কাম কৰে তেনে ফল পায়। ইহঁতে যদি ভাল কাম কৰে, ইহঁতৰ কুলো ভাল হৈ পৰিব। আকৌ ইহঁতে যদি শিক্ষা পাই নিজৰ সমাজক নিজৰ ভৰিৰ ওপৰত থিয় হ'বলৈ শিকায়, সি মঙ্গলৰ কথা। মই এই লৰাবোৰক সাহায্য কৰোঁতে জাতকুল বিচৰা নাই, অৱস্থাৰ মাথোন বিচাৰ কৰিছোঁ; বামুণ-সজ্জনৰ অৱস্থা ভাল, সেই দেখিহে তেনে লৰাৰ সংখ্যা কম দেখিছে।

মোমাই : হৈছে, হৈছে, আৰু ক'ব নালাগে। তোৰ লগত কত দিন এইবোৰ কথা লৈ তৰ্ক কৰিছোঁ, তথাপি তোৰ বলিয়ালি নগ'ল। এতিয়া তৰ্ক কৰিলে কি হ'ব। সেইবোৰ আজিলৈ থাওক, মোৰো পলম হ'ল। মই যি কাৰণত আহি-ছিলোঁ তাৰ কথা কওঁ। কথাটো হৈছে—মই তোৰ বিয়াৰ ঠিক কৰিছোঁ। অহা আঘোণ নাইবা ফাগুনত বিয়াখন হৈ যাব লাগিব। তই তাত একো হকা বাধা নকৰিবি।

দীন : মই আপোনাৰ ভৰিত ধৰি মাতিছোঁ, আপুনি সম্প্ৰতিকে তেনে কোনো বন্দ-বস্ত নকৰিব। অন্ততঃ আৰু এবছৰৰ ভিতৰত মই কোনো মতেই বিয়াৰ কথা ভাবিব নোৱাৰোঁ।

মোমাই : তোৰ সেই কথা পাঁচবছৰ শুনি আহিছোঁ। অৱস্থা ভাল হ'লে বিয়া কৰাম কৰামকৈ ইমান দিন নিয়ালি; পিচে ক'তা, মই দেখোন অৱস্থাৰ একো পৰিবৰ্ত্তন দেখা নাই। আগেয়ে যি আছিলি, এতিয়াও সেয়ে। সেই দেখি আৰু বিলম্ব কৰাৰ কোনো প্ৰয়োজন নাই। শুভ কাৰ্য্য সোনকালে শেষ হোৱাই মঙ্গল। আকৌ তোৰ অৱস্থা খুব ভাল নোহোৱাৰ বাবেও একো লেঠা নাই; বিয়া কৰাবলৈ আগ বাঢ়িলে দুই-চাৰি হাজাৰ টকা দিবলৈ গাত লোৱা মানুহৰো অভাৱ নাই।

দীন : টকা লৈ কৰোৱা প্ৰথাটো অতি ঘিণ লগা, ই আগেয়ে বঙ্গদেশত আছিল, এতিয়া সুৰ সুৰ কৰে আসামতো সোমাইছেহি। ইয়াক প্ৰশ্ৰয় নিদি যিমান বেগাই পাৰি আঁতৰাবলৈ যত্ন কৰা উচিত। মই কেতিয়াবা বিয়া কৰা-লেও ছোৱালীৰ উপযুক্ততাহে চাম, ধনৰ মোনালৈ নাচাওঁ। উপযুক্ত হ'লে লাগে ভিকহুৰ ছোৱালীয়েই হওক, তথাপি ধনী ডাঙৰীয়াৰ বিলাসিনী কন্যাতকৈ সহস্ৰগুণে ভাল হ'ব।

মোমাই : তেনেহলে ভাল কথা, তোৰ ইচ্ছামতেই কাম হওক। মহেশ্বৰৰ ছোৱালীটোকে বিয়া কৰা। তোৰ লগত সকলো বিষয়তে মিলি যাব। তেওঁ আজি

তিনি বছৰ তোলৈকে আশা কৰি বাট চাই আছে। মই কালিলৈকে সকলো ঠিক কৰি দিম।

দীন : মোৰ কথা মই আগেয়ে কৈছোঁ। আপুনি একো ঠিক নকৰিব। কৰিলে পিচত মোৰ ওপৰত অসন্তোষ কৰিব পাৰিব মাথোন।

মোমাই : কিন্তু ঠিক নকৰিলে যে নহয়। তেওঁ ইমান দিন বাট চালে, এতিয়াও একো আশা নাপালে আৰু কিমান দিন অপেক্ষা কৰিব?

দীন : মই এতিয়া একো কব নোখোজোঁ; তেওঁ যি ভাল দেখে তাকে কৰক।

মোমাই : কিন্তু তেওঁ যে বৰ বিমোৰত পৰিছে। ছোৱালীজনী বহুতে ধৰিছে, কিন্তু তাই হেনো কালৈকো যাব নোখোজে। এতিয়া বোলে কোনোবা ডাঙৰ মানুহৰ লৰা এটালৈ বৰকৈ ধৰিছে। লৰাটো বোলে সকলো পিনেই ভাল; কিন্তু তোক লৈয়েই তেওঁলোক বিমোৰ। তোৰ আশাও এৰিব পৰা নাই; সিফালে তই যদি শেষত বিয়া নকৰাৱ, তেনেহলে পোৱা লৰা এৰি দি ইকুলো হেৰাব, সিকুলো হেৰাব। সিদিনা মহেশ্বৰ মোৰ ঘৰলৈ আহিছিল, এই আটাইবোৰ কথা কৈ তেওঁ কান্দি পেলালে। তেওঁক কন্দা দেখি মোৰো চকুৰ পানী ওলাল। মই তোক বুজি যি হয় এটা কৰিম বুলি বুজাই-বুজাই পঠিয়াই দিলোঁ। এতিয়া মই কৰক হ'লে তই ইবোৰ সিবোৰ নকৰিবি। বিয়াখন পতা হওক।

দীন : নহয় মোমাইদেউ, মোক সেই বিষয়ে নক'ব, এই বছৰত মই কিবা এটা কাম কৰিম বুলি ভাবিছোঁ। যদি কামটো হৈ উঠে, তেন্তে মোৰ মতত চলিব পৰা ছোৱালী পালে বিয়া কৰালেও কৰাব পাৰোঁ। যদি নহয়, তেন্তে মোৰ বিয়াৰ ভাবনাটোও পিচুৱাই নিব লাগিব।

মোমাই : সেইদৰে হ'লে তোৰ বিয়া নহ'বই। তোৰ কাম যে কেতিয়াবা চুকাব, মোৰ তেনে বিশ্বাস নহয়।

দীন : ময়েই বা কেনেকৈ কওঁ আগলৈ কি হ'ব; ময়েই বা কি কৰিব লাগিব।

মোমাই : মোৰ পলম হ'ল, যাব লাগিল। তই যিমান সোনকালে পাৰ এদিন মোৰ তালৈ যাবি। তেতিয়া এইবোৰ কথা বহলাই পাতিম। পিচে মহেশ্বৰক এতিয়া কি উত্তৰ দিম?

দীন : মই যি কৈছোঁ তাকে ক'ব। তেওঁক মই আশা দিব নোৱাৰোঁ; ঘাইকৈ তেওঁৰ ছোৱালীৰ সম্পৰ্কে মই আৰু তাৰ পৰা দুই চাৰি কথা শুনিলেও ভালকৈ একো নাজানো। তাৰ উপৰি এবছৰৰ ভিতৰত তেনে কথা জানিবলৈ বা বিয়াৰ কথা ভাবিবলৈ সময় নহওঁ। তেওঁ যদি ভাল লৰা পাইছে, সকলোৰে মন-পিঠিয়ে আঁটিছে তেনে মোলৈ বাট চাব লাগিছে কিয়? আপুনিয়েই দেখোন

সদায় কয় বোলে যাৰ তিলমাহ খাই
আহিছে তাৰ লগত হে বিয়া হ'ব,
আনৰ লগত কেনেকৈ হ'ব? তেওঁকো
সেই উত্তৰকে শুনাই নিদিয়ে কিয়?

মোমায়েক উঠি গ'লত দীনবন্ধুও তেওঁৰ লগে লগে ওলাই গ'ল আৰু কিছুমান বাট আগ বঢ়াই থ'লে। তেওঁ ঘূৰি আহোঁতে খাবৰ সময় হৈছিল। তেওঁ হাতমুখ ধুই খাবলৈ গ'ল; আৰু ভোজনৰ অন্তত বাহিৰত অলপ বিশ্ৰাম ল'লে।

আধা ঘণ্টামান বিশ্ৰাম লোৱাৰ পিচত দীনবন্ধু মেজৰ ওচৰলৈ গ'ল। দিনত পঢ়া বাতৰি কাকতখন উলিয়াই কিবা পঢ়িলে; খনচেৰেক চিঠিৰ লগত তাক মিলাই চালে। তাৰ পিচত দহ মিনিটমান একেৰাহে চিন্তা কৰি কাপ, কাকত আৰু মচী চপাই আনিলে। এখনৰ পিচত এখন কৈ দহ-বাৰখন চিঠি লিখিলে। চিঠিবিলাকত প্ৰায় একে কথাই আছিল। সি এই:—

প্ৰিয় ডাঙৰীয়া,

আপুনি বোধকৰোঁ বাতৰি-কাকতত পঢ়িবলৈ পাইছে, আৰু মই জনচেৰেক গণ্য-মান্য মানুহৰ পৰাও সংবাদ পাইছোঁ যে গোৱালপাৰা জিলাৰ কেইবাখনো গাৱঁত বানপানীয়ে ধানৰ খেতি নষ্ট কৰাৰ কাৰণে ভয়ঙ্কৰ আকাল হৈছে। এই নতুন ধানৰ দিনতে যেতিয়া আকাল হৈছে, আগলৈ ৰায়তৰ দশা কি হ'ব, তাক একমাত্ৰ ভগৱানে হে জানে। আপুনি আপোনালোকৰ জিলাৰ পৰা যি পাৰে ধন আৰু ধান সংগ্ৰহ কৰিবলৈ যত্ন কৰিব বুলি আশা ৰাখিলোঁ। মই কালিলৈকে গোৱালপাৰালৈ যাত্ৰা কৰিম। তাত আকাল হোৱা ঠাইবিলাক চাই স্থানীয় জমিদাৰবিলাকৰ সাহায্যেৰে যদি কিবা কৰিব পাৰি তাৰ চেষ্টা কৰিম। তাৰ পিচত যদি প্ৰয়োজন হয়, গোটেই আসামতে ভিক্ষা কৰিবলৈ ওলাম। আপুনি যেন কিছু চেষ্টা আৰু কষ্ট স্বীকাৰ কৰি ভিক্ষা লাভৰ উপায় সহজ কৰি ৰাখে। ইতি—

ভিক্ষুক

দীনবন্ধু।

এই চিঠিবোৰ দীনবন্ধুৱে তেওঁৰ লগত বিশেষ ভাবে পৰিচিত আৰু সৎ কামলৈ মতি থকা বেলেগ বেলেগ জিলাৰ মানুহলৈ লিখিছিল। এই চিঠিবোৰ নিয়ম মতে লিখা হ'লত বালিকা-স্কুলৰ সম্পৰ্কীয় প্ৰশ্নৰ উত্তৰো মেলত কোৱাৰ দৰেই লিখি থলে। তাৰ পিচত প্ৰায় দুইমান বজাত পাটীত পৰিল।

ৰাতিপুৱা চিঠিবোৰ যথাস্থানলৈ পঠিয়ালে, সেৱাশ্ৰমলৈ গৈ তাত কিবাকিবি দিহা দিলে, স্কুল-বিলাকৰ শিক্ষকলৈকো আৱশ্যকীয় উপদেশ পঠিয়ালে। তাৰ পিচত উমাকান্তৰ লগত কিবা পৰামৰ্শ কৰি ঘৰলৈ উলটিল।

আবেলি গঙ্গাৰামক নানাপ্ৰকাৰ উপদেশ দি আৰু আৱশ্যক হ'লে উমাকান্তৰ সাহায্য লবলৈ কৈ দীনবন্ধু যাবলৈ সাজু হ'ল। লগুৱা থাকিলেও সাধাৰণতঃ তেওঁ লগত লৈ নুফুৰায়। এতিয়াও তেওঁ নিজেই কাষলতি তলত 'বিচনাখন' আৰু হাতত বেগটো লৈ জাহাজ-ঘাটলৈ গ'ল; তৃতীয় শ্ৰেণীৰ টিকট এটা কিনি গোৱালপাৰালৈ যাবলৈ জাহাজত উঠিল।

# প্ৰথম অধ্যায়

## শ্ৰাদ্ধ

চহৰৰ যিটো চুকত দীনবন্ধুৰ ঘৰ তাৰ বিপৰীত ফালে ব্ৰহ্মপুত্ৰৰ ওচৰতে এজন পুৰণিকলীয়া ডাঙৰীয়াৰ ঘৰ। তেওঁৰ টোলটো বৰ ডাঙৰ। বাৰীত প্ৰায় সকলো বিধৰ ফল-ফুলৰ গছ দেখিবলৈ পোৱা যায়। চহৰৰ পৰা কিছু নিলগত তেওঁ কপিত আৰু ফৰিঙতি মাটিও আছে। তাত তেওঁ ধান, মাহ, আলু সৰিয়হ আদিৰ খেতি কৰে। তেওঁৰ এটা লৰাই বি. এ. পাছ কৰি কিবা এটা কামত ধৰিছে, ইটোৱে স্কুলত পঢ়ে। ছোৱালীজনীয়ে ঘৰতে বাপেকৰ ওচৰত পঢ়ি অসমীয়া আৰু ইংৰাজী ভালকৈ শিকিছে। গান-বাজনা চিত্ৰাঙ্কন আদিও মজলীয়া ৰকমে জানে। ইয়াৰ বাহিৰেও তেওঁ বোৱা-কটা, বন্ধা-বঢ়া আদিত বৰ পাকৈত; ইমান পাকৈত যে এই দুই বিষয়ত তেওঁৰ লগত জোৰ দিব পৰা ছোৱালী গোটেই চহৰখনতে নাছিল। লিগিৰীৰ লগত ধানবনা, পানী অনা, গোবৰ পেলোৱা আদি কাম কৰিও তেওঁ ৰং পায়। তেওঁৰ এই বিশেষত্ব এই যে তেওঁ লগৰ আন লৰাছোৱালীৰ দৰে অনাহকত বেছিকৈ কথা নকয়। যিমানখিনি আৱশ্যক সিমানখিনি কৈয়েই মৌন হয়। লগৰ ছোৱালীয়ে কেতিয়াবা বিয়াৰ কথা উলিয়াই ধেমালি কৰিলে তেওঁ প্ৰায়েই কোনো উত্তৰ নিদিয়ে। গাওঁ ফুৰি নাইবা লগৰ ছোৱালীৰ লগত চুপতি কৰি সময় কটাবলৈ তেওঁ সমূলি ভাল নাপায়, কিন্তু সেইবুলি তেওঁ নিজক সমাজৰ পৰা আঁতৰাই ৰাখিবলৈ বিচাৰে বুলি বুজিলেও ভুল হ'ব। যদি ওচৰ-চুবুৰীয়া কোনোবা তিৰুতাৰ নৰিয়া হয়, তেন্তে নিশ্চয় এওঁক ওচৰত দেখিবলৈ পোৱা যাব। ৰোগীৰ পথ্য প্ৰস্তুত কৰাত, আলপৈচান ধৰাত, কোনেও এওঁৰ আঁৰ ধৰিব নোৱাৰে। কেতিয়াবা ৰোগিণীৰ শয্যাৰ ওচৰত বহি হাঁহিমুখে দুই-তিনি দিন আল-পৈচান ধৰা দেখিলে তেওঁৰ ধৈৰ্য্য নশলাগি নোৱাৰি।

এই ছোৱালীজনীৰ নাম উষা, বয়স চৈধ্য পাৰ হৈ পোন্ধৰত সোমাইছে। তেওঁৰ শাৰীৰিক সৌন্দৰ্য্য কবিৰ আদৰ্শ সৌন্দৰ্য্যৰ লগত নিমিলিব পাৰে, কিন্তু অশুৱনি নহয়। গাৰ বৰণ কেঁচা সোণৰ দৰে নহলেও একেবাৰে ক'লাও নহয়। উজ্জল চকু দুটি আৰু দীঘল চুলিটাৰ দেখি কোনেও ক'ব নোৱাৰে যে তাতকৈ সেই সেই অঙ্গৰ সৌন্দৰ্য্য ক'ৰবাত বেছিকৈ ফুটি উঠিছে। সাজ-পাৰ সামান্য ধৰণৰ, কিন্তু বেচ্ পৰিষ্কাৰ আৰু পৰিপাটি। সাধাৰণতঃ এওঁক সদায় প্ৰফুল্ল দেখা যায়, যেন তেওঁৰ মনত কোনো বেজাৰ বা অশান্তি নাই। কিন্তু সেই বুলি সেই প্ৰফুল্লতা চঞ্চলতাৰ শাৰীৰ নহয়।

উষাৰ মাক নাই; বৌয়েক প্ৰায় সমান বয়সীয়া; সেই কাৰণে দুয়োৰে তিতৰত বন্ধুৰ দৰে মিল আছে।

ঘৰৰটোৰ এখোটালিত উষা থাকে, আৰু এখোটালিত তেওঁৰ পিতাক থাকে। উষা থকা খোটালিটো বৰ ডাঙৰ নহয়। ইয়াৰ এটাফালে এখন শয্যা। শয্যাৰ পৰা অলপ আঁতৰত এখন মেজ, এখন চকি আৰু এটা সৰু আলমাৰীত [illegible]

কিতাপ। কিতাপ অসমীয়া, বঙলা, ইংৰাজী, এই তিনিও ভাষাৰ আছে। এই কিতাপখিনিৰ ভিতৰত ৰামায়ণ, মহাভাৰত আদি খনচেৰেক পুৰণি পুথি, জয়মতী, আৰ্য্যনাৰী প্ৰভৃতি সতীকাহিনী আৰু বাকীবিলাক ধাত্ৰীবিদ্যা, স্বাস্থ্যৰক্ষা, পাকপ্ৰণালী, চিত্ৰশিক্ষা, সঙ্গীত আদি বিষয়ক। খোটালিটোৰ বেৰত মাথোন দুখন চিত্ৰ আছে;—এখন সাবিত্ৰী-সত্যবানৰ, আৰু ইখন এখন সভাৰ। পাচৰখন চিত্ৰ দীনবন্ধুৰ সেৱাশ্ৰমৰ বাৰ্ষিক উৎসৱৰ, তাত বহুত মানুহ উপস্থিত আছে, আৰু দীনবন্ধুৱে থিয় হৈ কিবা বক্তৃতা দিছে। ইয়াৰ বাহিৰেও কাৰ্পেটত বেজিৰ সাহায্যেৰে লিখা কীৰ্ত্তন-ঘোষাৰ পদ আৰু দুই-এখন স্বভাৱচিত্ৰ আছে। এই কেইখন চিত্ৰই তেওঁৰ বেজিৰ কামত কৃতিত্ব দেখুৱাইছে। মেজৰ ওপৰত এখন দাপোণ আৰু এখন ফণি আছে। খোটালিটোৰ বাকীভোখৰ ঠাইত ভঁাৰত আঁৰি থোৱা উষা, চেৰেকি, লেটাই, ব আৰু মূলৰ চানেকি, তলত এটা যঁতৰ। ছিঙাৰৰ চিলাই কল এটাও একালে আছে। চালপীৰাৰ তলত কেই-খনমানে কাপোৰকানিৰে এটা কাঠৰ বাকচ আছে।

আজি উষাই গালত হাত দি মন মাৰি বহি আছে; যেন তেওঁৰ মনত কিবা এটা ভীষণ আঘাত লাগিছে। এনেতে বৌয়েক তালৈ সোমাই আহিল। উষাক তেনে অৱস্থাত দেখি তেওঁৰো মন অস্থিৰ হৈ উঠিল। উষাৰ এনে মলিন মুখ আজি তেওঁ প্ৰথম দেখিলে। উষাৰ মনত বং লগাবৰ মনেৰে তেওঁ ধেমালিকৈ ক'লে,—"বোলোঁ এইবাৰ মহাৰাণীৰ ৰাজ্যখনকে লৰ খুজিছা নেকি? দেখোন গুলৰ মাটি ওপৰকৈ গুণিছা?"

উষা তালকৈ বহিল আৰু বৌয়েকৰ মুখলৈ চাই মনে মনে থাকিল।

বৌয়েক : হৈছে কি উষা?

উষা : একো হোৱা নাই।

বৌয়েক : তেন্তে ইমানকৈ ভাবিছা কিয়?

উষাই একো নক'লে। বৌয়েকে আকৌ সুধিলে, -"মোক তেনেহলে নেকোৱা?"

উষা : কিনো ক'ম?

বৌ : কিনো ক'বা! যি ভাবিছা তাকে কোৱাঁ।

উষা : কৈ লাভ নাই।

বৌ : কিয়? তোমাৰ মনৰ কথা শুনিবলৈ ময়ো অযোগ্য হ'লোঁনে?

উষা : বলিয়াৰ কথা শুনি কি কৰিবা?

বৌ : বুজিছোঁ, তুমি মোৰ ওপৰত অভিমান কৰিছা, কিন্তু তাৰ কাৰণটো নক'লে উপায় কি?

উষা : বাৰু বৌ, মই যদি তোমাক কিবা এটা সোধোঁ, তুমি সঁচাকৈ তাৰ উত্তৰ দিবানে?

বৌ : মই তেনেহলে তোমাৰ আগত মিছা কথাহে কওঁ?

উষা : তাৰ উত্তৰ মই পিচত দিম, আগেয়ে মোৰ প্ৰশ্নৰ উত্তৰ দিয়াঁ।

বৌ : কৈছোঁ নহয়, সঁচা নকৈ মিছা কবলৈ যাম কিয়?

উষা : তেনেহলে কালিৰ প্ৰশ্নটো মই আজি আকৌ সোধোঁ,—সঁচাকৈয়ে আমাৰ ঘৰত শৰাধৰ নিমিত্তে এই মহা আয়োজন চলিছেনে?

বৌ : কিয়, অলপহতে যে ককাদেউতাৰাৰ শ্ৰাদ্ধ পৰিছে সেইটো তুমি জানো নাজানা?

উষা : জানো। কিন্তু তোমাক মই যি সুধিছোঁ তাৰ উত্তৰ দিয়া—সঁচাকৈয়ে আমাৰ ঘৰত চলা সকলো আয়োজন এই শ্ৰাদ্ধৰ নিমিত্তেইনে ?

বৌ : আকনো কিহৰ নিমিত্তে হ'ব ?

উষা : তুমি মিছা নকওঁ বুলি আগেয়ে কৈছা, সেই কাৰণে তোমাৰ কথা বিশ্বাস কৰিবই লাগিব। ভগৱানৰ ওচৰতো প্ৰাৰ্থনা কৰো যেন এই কথাই সত্য হয়। কিন্তু বৌ, এটা কথা কৈ থওঁ, যাৰ মৃত্যু হয় তাৰহে শ্ৰাদ্ধ হ'ব পাৰে।

এই কথা কৈ উষাই এটা হাঁহি মাৰিলে, এই হাঁহিত বৌয়েকৰ মুখ শুকাই গ'ল। সৰ্ব্বনাশ! তেনেহলে উষাই তেওঁলোকৰ গোপনীয় কথা গম পাইছে নেকি ?

এইখিনিতে অলপ আগৰ কথা কোৱাৰ আৱশ্যক। উষাৰ বয়স যেতিয়া এঘাৰ বছৰ হৈছিল, তেতিয়াৰে পৰা বাপেকে উষাৰ বিয়াৰ নিমিত্তে যত্ন কৰি আছিছে, কিন্তু তেওঁৰ মনোৰথ সিদ্ধ হোৱা নাই। প্ৰথমেই দীনবন্ধুৰ লগত উষাৰ বিয়া দিবলৈ তেওঁ বিশেষ ভাবে চেষ্টা কৰিছিল; কিন্তু কেইবাটাও কাৰণত দীনবন্ধুৱে বিয়া কৰাবলৈ অস্বীকাৰ কৰিলে। প্ৰথমতে—তেওঁৰ বিবেচনাত তেওঁৰ অৱস্থা বিয়া কৰাবৰ উপযুক্ত নাছিল। দ্বিতীয়—তেওঁ কৰালেও অন্ততঃ চৈধ্য বছৰৰ কম বয়সীয়া ছোৱালী বিয়া নকৰায়। তেনে ছোৱালী বিবাহৰ কন্যা হবৰ উপযুক্ত বুলি তেওঁ বিবেচনা নকৰে, আৰু আয়ুৰ্ব্বেদ বা ডাক্তৰী শাস্ত্ৰয়ো তেওঁৰ মত সমৰ্থন কৰে। তৃতীয়তঃ—আগলৈ তেওঁ বিয়া কৰাব নে নকৰায়, আৰু কৰালে কাক কৰাব, সেইটো নিৰ্দ্দিষ্ট সময়ত ওলোৱাৰ আগেয়ে তেওঁ ঠিক কৰিব নোখোজে। উষাৰ ককায়েক আৰু পিতাকে কোনো মতেই দীনবন্ধুৰ মত পৰিবৰ্ত্তন কৰিব নোৱাৰিলে। অকল তেওঁলোকেই নহয়, দীনবন্ধুৰ লগত সত্তাৰ থকা বহুতো ডাঙৰ মানুহেও উষাৰ পিতাকৰ খাটনিত আহি তেওঁক ধৰকৈ ধৰিছিল; কিন্তু কোনেও তেওঁৰ মত লৰাব নোৱাৰিলে। উমাকান্তই যদিও তেওঁৰ মতামত প্ৰকাশ কৰি দীনবন্ধুক বিবাহৰ নিমিত্তে উপদেশ দিছিল, তথাপি তেতিয়া বিয়া কৰাবলৈ টানি ধৰা নাছিল, কিয়নো, কাৰো অনুৰোধে যে দীনবন্ধুৰ মত লৰাব নোৱাৰে সেইটো তেওঁৰ ভালকৈ জনা আছিল।

কোনো মতেই দীনবন্ধুৰ সন্মতি আনিব নোৱাৰি উষাৰ বাপেকে আন ঠাইত সম্বন্ধ পাতিবলৈ চেষ্টা কৰিবলৈ ধৰিলে; তেওঁৰ উদ্দেশ্য সফল নহ'ল। উষাৰ নিচিনা ছোৱালীৰ যে প্ৰাৰ্থীৰ অভাৱ আছিল এনে নহয়, কিন্তু উষা কাকো আত্মসৰ্পণ কৰিবলৈ সাজু নহ'ল। এই দৰেই গ'ল তিনি বছৰ; কিন্তু তিনি বছৰৰ মূৰতো দীনবন্ধুৰ আপত্তি নগ'ল। সেই কথা উমাকান্তৰ লগত আলাপত প্ৰকাশ পাইছে। উষাৰ কিন্তু দৃঢ় প্ৰতিজ্ঞা যে তেওঁ দীনবন্ধুৰ বাহিৰে আন কাকো হৃদয় দান নকৰে, কিয়নো পিতাকে দীনবন্ধুৰ লগত বিবাহৰ প্ৰস্তাৱ কৰাৰ পৰাই তেওঁ মনে মনে দীনবন্ধুকেই আত্মসমৰ্পণ কৰি আছিছে। বাপেকে ইমান দিন উষাৰ ইচ্ছামতেই বাট চাইছিল। এতিয়া কিন্তু যেনে তেনে বিয়া দিবই লাগিব বুলি স্থিৰ কৰিলে। সম্প্ৰতি উজনীৰ কোনোবা বাগিচাৰ মেনেজাৰ একজনৰ পুতেকৰ লগত উষাৰ বিয়াৰ ঠিক হৈছে। উষাক এই বন্দৱস্তৰ কথা সমূলি জানিবলৈ দিয়া নাই। বিয়াৰ দিনৰ ওচৰা-উচৰিতে এইবাৰ উষাৰ ককাকৰ শ্ৰাদ্ধ পৰিছে; গতিকে গাঁৱলীয়াক,

তামোল-পাণ, ঘিউ-ময়দা, চাউল-পাত আদিৰ আয়োজন শ্ৰাদ্ধৰ নামত কৰি প্ৰকৃত কথা উষাৰ পৰা গোপনে ৰাখিছে। বাপেকৰ ইচ্ছা টেকেলি দিয়াৰ আগলৈকে উষাক একো জানিবলৈ নিদিয়ে। কিন্তু আয়োজনৰ গঢ় দেখি আৰু মাজে-সময়ে পিতাকহঁতৰ কথাৰ ভঙ্গী দেখি উষাই প্ৰকৃত কথা কিছু কিছু অনুমান নকৰাকৈ থকা নাই। অকল সেয়ে নহয়, ফুচুক-ফাচাককৈ শুনিবলৈকো পাইছে। সেই কাৰণেই আজি তেওঁ এনে চিন্তাকুলা।

উষাৰ কথা শুনি বৌয়েকে ভাবিলে, হয়তো উষাই বিয়াৰ কথা জানিব পাৰিছে, আৰু তেওঁৰ মত নাই দেখিয়েই তেনে কথা কৈছে। তথাপি আচল কথা মনৈকে সুধিলে—"তুমি এইবোৰ কি কৈছা?"

উষা : কিয়, মোৰ কথা ইমান বুজিব নোৱাৰা হ'ল নে? মই কৈছোঁ জীৱিতৰ শ্ৰাদ্ধ হ'বই নোৱাৰে, গতিকে তোমালোকে যাৰ শ্ৰাদ্ধৰ আয়োজন কৰিছা, তেওঁ বা তেওঁলোকে নিশ্চয় মৃত হ'ব লাগিব।

বৌ : বাৰু, এই আয়োজনৰ এভাগ যদি জীৱিতৰ নিমিত্তে হয়?

উষা : তেতিয়া হ'লে তেওঁ শ্ৰাদ্ধৰ আগতে জীৱিতৰ লেখৰ পৰা বাদ পৰি মৃতৰ লগ ল'ব লাগিব।

বৌ : মই কাবৌকে মাতিছোঁ উষা, তুমি কি ভাবি এনে কথা কৈছা, মোক ভাঙি কোৱা।

উষা : তুমি যদি মোৰ পৰা কিবা লুকুৱাইছা, তাকে ভাবি এই কথা কৈছো বুলি নিশ্চয় বুজিছা, আৰু যদি লুকুওৱা নাই, তেন্তে মোৰ কথাৰো অৰ্থ নাই।

বৌ : ধৰা, মই লুকুৱাইছোঁ।

উষা : তেন্তে ময়ো মোৰ কথা কৈছোঁ। তোমালোকৰ ইচ্ছা পূৰ্ণ হ'ব, শ্ৰাদ্ধ কৰিবলৈ পাবা।

বৌ : কিয় তেনে কথা কোৱাঁ উষা?

উষা : পূবৰ বেলি পশ্চিমে ওলাব পাৰে কিন্তু মোৰ কথাৰ লৰচৰ নহয়।

বৌ : তুমি কি কৰিব খুজিছা উষা? তুমি চিৰ-কুমাৰী হৈয়েই জীৱন নিয়াবানে?

উষা : তাতনো কাৰ কি হানি?

বৌ : কিন্তু উষা, তুমি জানানে তেনে জীৱন কি কঠোৰ? তুমি আজীৱন তেনেভাৱে কটাবা কেনেকৈ? তোমাৰ মঙ্গলৰ নিমিত্তে, তোমাৰ সুখৰ নিমিত্তেই দেউতাৰা সদায় চিন্তাকুল। এতিয়া ভাল ঘৰ, ভাল লৰা,—ভাল অৱস্থা চাই তোমাৰ সম্বন্ধ স্থিৰ কৰিছে,—তুমি আপত্তি নকৰিবা, উষা।

উষা : মই কি আপত্তি কৰিম? তোমালোকে মোৰ শ্ৰাদ্ধ পাতিছা, মই তাত সাহায্য কৰিম। পিতা সুখী হ'ব, ককাইদেউ সন্তুষ্ট হ'ব, তোমালোকৰ অশান্তি দূৰ হ'ব।

উষাৰ এই কথাত বৌয়েকে উষাৰ ডিঙিত ধৰি কান্দিবলৈ ধৰিলে, উষাও কান্দিবলৈ লাগিল। মুখেৰে ফুটাই ক'ব নোৱাৰা বহুতো কথা চকু-লোত ব্যক্ত হৈ পৰিল।

বহুত বেলিৰ মূৰত মাকুলা লাভ কৰি বৌয়েকে ক'লে—"মোৰ বিমান শক্তি আছে, ইয়াত বাধা জনাবলৈ চেষ্টা কৰিম; তুমি থিৰ হোৱা। কিন্তু

তুমি যাৰ নিমিত্তে সংসাৰৰ সকলো সুখ বিসৰ্জন দিবলৈ ওলাইছা, তেওঁ জানো তোমাৰ কথা ভাবে ?"

উষা : তেওঁ ভাবক বা নাভাবক, তাত মোৰ কি হ'ল ? মই মোৰ কৰ্ত্তব্য কৰিম।

বৌ : মানুহে তেওঁক বৰ দয়ালু বোলে, কিন্তু মই হ'লে এনে নিষ্ঠুৰ অহঙ্কাৰী মানুহৰ কথা আগে-পিচে শুনা নাই। এতিয়াই ইমান ; বৰ বেছিকৈ ধন-সম্পত্তি থকা হ'লে আৰু আছিলহে ! আজি তিনি বছৰেও তেওঁৰ মন ঘুৰাব পৰা নগ'ল। সঁচাকৈয়ে মোৰ হ'লে তেওঁৰ নাম শুনিলেও খং উঠা হৈছে। তুমিও তেওঁকে ইমান দিন ভাবি থাকি ভুল কৰিছা। তেনে মানুহক—

উষাই বৌৱেকৰ মুখত সোপা দি ধৰি ক'লে,—"ক্ষমা কৰা, আৰু নক'বা। দেৱতা যদি তুষ্ট নহয় সি পূজাৰীৰ দোষ, দেৱতাৰ নহয়। দেৱতাৰ অনুগ্ৰহ লাভ কৰিবলৈ যি আন্তৰিক পূজা লাগে, যি আকুল-আহ্বান লাগে, বোধকৰোঁ মোৰ সি নাই, সেই কাৰণেই দেৱতা বিমুখ।"

বৌৱেকে আৰু একো নকৈ উঠি গ'ল। উষাই ধাৰাসাৰে চকুলো বোৱাই আকুল কণ্ঠেৰে ক'লে,—"দীনবন্ধু, হৃদয়-দেৱতা, প্ৰাণৰ ঈশ্বৰ, এই জন্মত নহলেও যেন পৰজন্মত এই অযোগ্যা দাসীক তোমাৰ চৰণত ঠাই দিয়া।"

## দ্বিতীয় অধ্যায়

### ডাকবৰ

ইন্দ্ৰনাথ লক্ষ্মীকান্তৰ ঘৰত থকা প্ৰায় দুমাহ হৈছে, কিন্তু আজিলৈকে বস্তাৰ লগত [illegible] বিয়া হবৰ কোনো আয়োজন হোৱা নাই। লক্ষ্মীকান্তই ইন্দ্ৰনাথক লগত লৈ তেওঁৰ স্বাৰ্থসিদ্ধিৰ নিমিত্তে কেইবাটাও কাম কৰিলে। [illegible] যে হাবিৰ মাজত দুটা মানুহে আক্ৰমণ কৰিছিল সেইটো পাঠকসকলৰ মনত আছে। সেই দুজন লক্ষ্মীকান্ত আৰু ইন্দ্ৰনাথৰ বাহিৰে আন কোনো নহয়। গাড়োৱানে বান্ধি থোৱাটোৱেই ইন্দ্ৰনাথ আৰু ইটো লক্ষ্মীকান্ত। দুয়ো ছদ্মবেশেৰে গৈছিল আৰু যোৱাৰ আগেয়ে বৰকৈ মদ খাইছিল, লক্ষ্মীকান্ত যেতিয়া লৰাটোক পেলাই দি প্ৰতাপ ধৰিবলৈ যায়, তেতিয়া তেওঁৰ স্ফূৰ্ত্তি আৰু উত্তেজনা ইমান বেছি হৈছিল, যে তেওঁ গাড়ী আৰু মাটিৰ কোনো পাৰ্থক্য অনুভৱ কৰিব পৰা নাছিল। তেনে অৱস্থাত যেতিয়া তেওঁ গাড়ীৰ পৰা পৰিল, তেওঁ এনে বেয়াকৈ পৰিল যে তেওঁৰ সোঁ হাতৰ সৰু-গাঁঠিৰ জোৰা লৰি গ'ল, আৰু ভৰি এটাও সৰু-গাঁঠিৰ ওচৰতে মোচোকা খালে। বহুত পৰলৈকে তেওঁৰ উঠিবলৈ শক্তি নহ'ল। তাৰ পিচত কোনোমতে উঠি ওচৰত পৰি থকা গছৰ ঠাল এটাৰে লাখুটি বাই বহুত বেলিৰ মূৰত ইন্দ্ৰনাথৰ ওচৰ পালেগৈ। ইন্দ্ৰনাথে আন বাঢ়ি তেওঁক বিচাৰি নোপোৱাত তেওঁৰ পেটে পেটে খং উঠি আছিল ; এতিয়া প্ৰকৃত অৱস্থা দেখি সেই খং মাৰ নিয়ালে, আৰু বহুত কষ্টেৰে ইন্দ্ৰনাথৰ বান্ধ মোকোলাই দিলে। সেই ৰাতি দুয়ো তাতে থাকিল। ৰাতিপুৱা গাড়ী এখন বিচাৰি লক্ষ্মীকান্তক লৈ ইন্দ্ৰনাথ ঘৰমুৱা হ'ল।

লক্ষ্মীকান্তৰ ভৰিৰ আঘাত বোধকৰোঁ বৰ সাংঘাতিক নাছিল, কিয়নো, এসপ্তাহমান ঔষধ লগোৱাৰ পিচতে তেওঁ একেবাৰ ভালকৈয়ে খুজিব

পৰা হ'ল। হাতটো হলে এতিয়াও একেবাৰেই ভাল হোৱা নাই।

ইয়াৰ আগেয়ে কেনেকৈ জাননী প্ৰচাৰ কৰিছিল, আৰু প্ৰভাৱতীৰ বিৰুদ্ধে সাক্ষী দিবলৈ ওলাইছিল তাকো সকলোৱে জানে। অকল সেয়ে নহয়, এইবোৰ কেলেঙ্কাৰীৰ কথা জাননীত লিখা দিয়েই বেনামীকৈ লিখি আসামৰ প্ৰায় সকলো ঠাইলৈকে পঠিয়াইছিল।

ইন্দ্ৰনাথৰ সাহায্যেৰে লক্ষ্মীকান্তই আৰু কিছুমান কাৰ্য্য কৰিছিল, কিন্তু সেইবোৰ ইমান জঘন্য আৰু তাৰ লগত এই আখ্যায়িকাৰ সম্বন্ধ ইমান কম যে তাৰ উল্লেখ নিষ্প্ৰয়োজন।

যদিও ইন্দ্ৰনাথ লক্ষ্মীকান্তৰ লগত প্ৰায় দুমাহ আছে, তথাপি পূৰ্ব্বৰ বন্দবস্ত মতে বিয়াৰ কথা কোনেও উলিওৱা নাই। ইন্দ্ৰনাথে প্ৰথমতে অলপ খৰ-খৰ লগাইছিল, কিন্তু পিচত তেওঁ সামাজিক ভাবে বিয়া নোহোৱাটোহে বাঞ্ছা কৰিবলৈ ধৰিলে। তাৰ অৱশ্যে কাৰণ আছিল।—

ইন্দ্ৰনাথে মাজে-সময়ে মন কৰিছিল যে বন্তাই সদায় সন্ধ্যা সময়ত, ভাত খাই উঠাৰ পিচত, আৰু নিচেই ৰাতিপুৱাতে একোবাৰ পদূলিমুখলৈ যায়। প্ৰথমতে তেওঁ সেই বিষয়ে একো ভবা নাছিল, কিন্তু পূজাৰ সময়ত হঠাৎ তেওঁৰ কিবা সন্দেহ জন্মে, আৰু তাৰ কাৰণ জানিবলৈ তেওঁ ব্যগ্ৰ হয়। তেওঁ কেইদিনমান ভালকৈ লক্ষ্য কৰি দেখিলে বন্তাই পদূলিৰ নাহৰ কেইজোপাৰ তলত কিবা বিচাৰে। তেওঁ দিনত ঠাইডোখৰ পৰীক্ষা কৰি চালে, আৰু দুয়ো দাঁতিয়ে থকা গছ দুজোপাৰ তলত বহুতো অকামিলা কটা কাকত—বাইকৈ পুৰণি চিঠিৰ কটা লেফাফা—জমাই থোৱা দেখিলে। তেওঁ প্ৰথমেই ভাবিলে কি জানি বন্তাই কটা কাকতৰ লগত কিবা মূল্যবান কাকত পেলাহে তাকেই বিচাৰে কিন্তু পিচত ভাবিলে, যদি সেয়ে হয়, তেন্তে দিনত ভালকৈ বিচাৰিলে দেখোন হ'লহেঁতেন। তাকে নকৰি দিনৌ দিনৌ এনেকৈ বিচাৰিব কিয়? ভাবি চিন্তি একো স্থিৰ কৰিব নোৱাৰি শেহত তেওঁ ইয়াৰ ভিতৰুৱা ৰহস্য উদঘাটন কৰিবলৈ কৃতসংকল্প হ'ল।

সেই দিনা ইন্দ্ৰনাথ সোনকালে আহি পদূলিৰ সন্মুখত থকা কেন্দু গছডালত উঠি পাতৰ আঁৰত বহি থাকিল। অলপ পিচতে বন্তা এজোপা নাহৰৰ তললৈ গৈ এখন চিঠি থৈ আহিল। ইন্দ্ৰনাথে প্ৰথমতে চিঠিখনত কি আছে তাক চাবৰ মন কৰিছিল, কিন্তু পিচত তেনে কৰাতকৈ সেই ৰাতি নিলগৰ পৰা আলেখলেখ চোৱাকে উচিত বুলি স্থিৰ কৰিলে। তেওঁ এঘণ্টামান সময় এনে ভাবে থকাৰ পিচত এজন মানুহ সেই গছৰ তললৈ আহিল। মানুহজন আমাৰ পূৰ্ব্বপৰিচিত আব্দুল গনিৰ বাহিৰে আন কোনো নহয়। আব্দুলে গছৰ তল পাই ইফালে সিফালে চাই কাগজবোৰৰ ওচৰ চাপিল, আৰু চিঠিখন লৈ প্ৰস্থান কৰিলে। ইন্দ্ৰনাথৰ আৰু বুজিবলৈ বাকী নাথাকিল যে নাহৰ গছৰ গুৰিয়েই বন্তাৰ ডাকঘৰ। হঠাৎ চিঠি দেখিলেও যাতে কাৰো মনত সন্দেহ নোপজে, এই উদ্দেশ্যেই তাত কটা লেফাফাবোৰ পেলাই থৈছে।

ইন্দ্ৰনাথ গছৰ পৰা নামি কিছু সময় ইফাল-সিফাল কৰিলে। এনেকৈ দুঘণ্টামান ঘূৰাৰ পিচত আকৌ তেওঁ কেন্দু গছত উঠিল। তেতিয়া প্ৰায় ভাত খাবৰ সময় হৈছিল; কিন্তু ভাত খাবৰ সময়ত অনুপস্থিত থকা ইন্দ্ৰনাথ বা লক্ষ্মীকান্তৰ

এদিনীয়া ঘটনা নহয়; সেই কাৰণে তেওঁ তাৰ বাবে চিন্তা কৰিব নালাগিল। ৰত্নাই খাই-বই উঠি অতি সাৱধানে চাৰিওফাললৈ চাই নাহৰ গছৰ তলত কিবা বিচাৰিলে, কিন্তু একো নাপাই বিমৰ্ষ হৈ উলটি গ'ল। ইয়াৰ পিচত ইন্দ্ৰনাথ গছৰ পৰা নামি ঘৰলৈ আহিল, লক্ষ্মীকান্তও অলপ পিচতে ঘৰ পালেহি। ভোজন কাৰ্য্য সমাধা কৰি তেওঁলোক শুবলৈ যাওঁতে এক বাজি গৈছিল।

সেই দিনা ইন্দ্ৰনাথৰ ভাল টোপনি নাহিল; ৰাতি নৌ পুৱাওঁতেই তেওঁ শোৱাৰ পৰা উঠিল। বাহিৰত অলপ অলপ পোহৰ যেন দেখা গৈছে, ঠিক এনে সময়ত তেওঁ মানুহ এটা নাহৰৰ তলৰ পৰা যোৱা যেন দেখিলে। তেওঁ তেতিয়া কোনো গম-গতি নলগোৱাকৈ নাহৰৰ তললৈ গ'ল, আৰু এজোপাৰ তলত এখন চিঠি পালে। চিঠিখন বুটলি লৈ আহিল, আৰু ভিতৰত চাকি এটা লগাই তাৰ পোহৰত পঢ়িবলৈ ধৰিলে। চিঠিখন আহিছে আব্দুল গনিৰ পৰা। তেওঁ চিঠিখন পঢ়ি বঢ়িয়াকৈ জানিব পাৰিলে যে ৰত্না আৰু তেওঁৰ ভিতৰত গুপ্ত প্ৰণয় আছে, আৰু ৰত্নাই আব্দুলৰ লগতে তেওঁৰ বিয়া হ'ব বুলি আশা দি আছে। আজিৰ চিঠিত আব্দুলে এসপ্তাহৰ মূৰত নপলালেই নহ'ব বুলি লিখিছে। চিঠিখনত ইন্দ্ৰনাথক সোনকালে আঁতৰাবলৈ কৈ তেওঁৰ বিৰুদ্ধে কিবা-কিবি লিখিছে। সেই দিনাই ইন্দ্ৰনাথে ৰত্নাক বিয়া নকৰাবলৈ মনতে স্থিৰ কৰিলে; কিন্তু সামাজিক ভাবে বিয়া নহলেও যেতিয়ালৈকে আঁতৰ হবলৈ বাধ্য নহয়, তেতিয়ালৈকে আগৰ দৰেই তাত থাকিবলৈ সাজু থাকিল।

লক্ষ্মীকান্তৰো ভনীয়েকক উলিয়াই দিবলৈ ইচ্ছা নাই। এতিয়া বিনামূল্যে যিমানবোৰ বস্ত্ৰ-বাহানি ঘৰত সোমাইছেহি, ৰত্না নাথাকিলে তাৰ আশা ক'ত? যাইকৈ এতিয়া তেওঁৰ ঘৰৰ খৰচটো [illegible] বন্ধু-বান্ধৱ পৰাই ওলাইছে; ৰত্না আঁতৰিলে তাকো মূৰ মৰিব। কোৱা উচিত যে ৰত্নাও মাজে সময়ে মদ খায়। সেই বাবে তেওঁৰ প্ৰণয়ীসকলৰ পৰা আন বস্তুৰ লগতে কেতিয়াবা মদো উপহাৰ পায়। বাহিৰত সুবিধা নহলে কেতিয়াবা লক্ষ্মীকান্তয়ো তাৰ ভাগ লয়। সাধাৰণতঃ মদ খাবলৈ তেওঁ মহেশ্বৰ ঘৰলৈ যায়। ৰত্নাক বিয়া দিলে তেওঁৰ তেনে সুবিধা থকাৰ সম্ভাৱনা ক'ত।

ৰত্নাই কাৰো লগত সামাজিক ভাবে বিবাহ ইচ্ছা নকৰে; এজনক একালে আশা দিব পাৰে, কিন্তু ইকালে নতুন প্ৰণয়ীৰ অনুসন্ধানত ব্যস্ত। নিতৌ নতুন প্ৰণয়ী লাভ কৰাই ৰত্নাৰ একান্ত কামনা।

ইন্দ্ৰনাথে সেইদিনাৰ পৰা প্ৰায়ে চিঠি চুৰ কৰে, আৰু পঢ়াৰ পিচত নিতান্ত আৱশ্যকীয় দুই এখনৰ বাহিৰে বাকীবোৰ আকৌ আগৰ ঠাইত থৈ আহে। আব্দুলৰ বাহিৰেও আৰু বহুতৰ পৰা তেনে চিঠি আহিছিল।

মহেশ্বৰ লগত ৰত্নাৰ অবৈধ প্ৰণয় আছে বুলি ইন্দ্ৰনাথে আগৰে পৰা সন্দেহ কৰিছিল; কিন্তু দিনৰ পিচত তাৰ চাক্ষুষ প্ৰমাণ পাবলৈকো বাকী নাথাকিল। ইন্দ্ৰনাথে দেখাদেখিকৈ কোনো প্ৰতি-কাৰ কৰিব নোৱাৰি মনে মনে কিবা-কিবি উপায় চিন্তিবলৈ লাগিল। তেতিয়াৰে পৰা তেওঁ মহেশ্বৰ ঘৰলৈ ঘনাই অহা-যোৱা কৰিবলৈ ধৰিলে।

আব্দুলক আশা দি থাকিও মুখামুখি সময়ত ৰত্না তেওঁৰ লগত নোযোৱা হ'ল। আব্দুলে জমা থোৱা টকাখিনিকে খুজিলে, কিন্তু ৰত্নাই ক'লে সেই টকাত আব্দুলৰ কোনো স্বত্ব নাই। সেই টকা আৰু

আন বস্তুও তেওঁ প্ৰীতি-উপহাৰ-স্বৰূপেহে আনৰ পৰা পাইছিল; সেই কাৰণে তেওঁ নিজ ইচ্ছাত ঘূৰাই নিদিলে আনৰ কোনো দাবি নখজে; আৰু এবাৰ গ্ৰহণ কৰাৰ পিচত তেওঁ কোনো বস্তু ঘূৰাই দিব নোখোজে। আনলৈ অগত্যা প্ৰতিশোধ লবলৈ হুমিয়াই সম্প্ৰতি অকলে পলাব লগাত পৰিল।

# তৃতীয় অধ্যায়

## পাদুৰী চাহাব

প্ৰায় এমাহৰ মূৰত দীনবন্ধু গোৱালপাৰাৰ পৰা উলটিল। আকালৰ বিষয়ে তেওঁ যি পঢ়িছিল সি সঁচা, কিন্তু নৈৰ দাঁতিৰ চাৰি কি পাঁচখন গাৱঁৰ হে শস্য নষ্ট হৈছিল। বাকীবোৰ ঠাইত এইবাৰ বৰ ভাল খেতি হৈছিল; সেই কাৰণে দীনবন্ধুৱে বৰ পৰিশ্ৰম কৰিব নালাগিল। যিবোৰ মানুহৰ নিজৰ আৱশ্যকতকৈ বেছি ধান উৎপন্ন হৈছিল, সেইবোৰ মানুহে ঘৰে পতি এমোনকৈ ধান এই দুৰ্ভগীয়া-ইতৰ নিমিত্তে দান কৰিবলৈ প্ৰতিশ্ৰুতি হ'ল, আৰু সৰহীয়াকৈ খেতি কৰাবিলাকে তেওঁলোকৰ বেচিবলগীয়া ধানৰ একাংশ পিচৰ বছৰত টকা পোৱাৰ বন্দবস্তেৰে দিবলৈ গাত ল'লে। দীনবন্ধুৱে সকলোকে তেওঁলোকৰ কৰ্তব্য বুজাই দি এইবোৰ কাৰ্য্য পৰিচালনাৰ নিমিত্তে এটি সমিতি গঠিত কৰিলে। এজন জমিদাৰ এই সমিতিৰ সম্পাদক নিযুক্ত হ'ল। দান আৰু ধাৰে লোৱা ধান এই সমিতিৰ দায়িত্বত গ্ৰহণ কৰা হ'ব আৰু বিপন্ন ৰায়তে এই সমিতিৰ নিৰ্দিষ্ট নিয়মমতে প্ৰতিশ্ৰুতি দি সাহায্য গ্ৰহণ কৰিব পাৰিব। এই নিয়মমতে কাম হৈ মুঠতৈকে দীনবন্ধুৱে স্থানীয় লোকৰ পৰা যি দান সংগ্ৰহ কৰিছিল আৰু তেওঁৰ আবেদন মতে আসামৰ অন্যান্য ঠাইৰ পৰাও যি সাহায্য আহিছিল, তাৰেই এক প্ৰকাৰ চলাব লগাত পৰিল। প্ৰায় এমাহমান চেষ্টা কৰাৰ ফলত এই বিপন্নসেৱক সমিতিয়ে যিমান-খিনি ধান, আৰু ধানৰ প্ৰতিশ্ৰুতি পালে, তাৰ দ্বাৰা এই বিপন্নসকলৰ জীৱন ৰক্ষাৰ আগন্তুক দেখা গ'ল। দীনবন্ধুৱে গাৱেঁ-গাৱেঁ মেল পাতি এই দুৰ্দ্দিনত সকলোকে পৰিশ্ৰমী হ'বলৈ উপদেশ দিলে। তিকতাবিলাকক বিশেষভাবে সূতা আৰু কাপোৰ বোৱাত লাগিবলৈ আৰু মতাবিলাকক ভালকৈ মাহ-সৰিয়হ আদিৰ খেতি কৰিবলৈ বিশেষভাৱে অনুৰোধ কৰিলে, আৰু সমিতিত পৰা আৱশ্যক অনুযায়ী তাত সাহায্য কৰিবলৈ প্ৰতিশ্ৰুতি দিলে। এই সমিতি গবৰ্ণমেণ্টৰ "কো-অপৰেটিভ ক্ৰেডিট চচাইটিৰ" আৰ্হিত স্থাপন কৰা হ'ল।

এমাহৰ অক্লান্ত পৰিশ্ৰমৰ পিচত দীনবন্ধু ঘৰলৈ আহিবলৈ ওলাল; বহুতো মানুহ তেওঁক ঢোল-খোল আৰু দোলাৰে আগ বঢ়াবলৈ আহিল। দীনবন্ধুৱে তেনে শোভা-যাত্ৰাৰ বিৰুদ্ধে বহুত বুজাই শেহত ক'লে—"বাইজসকল, আপোনালোকে যদি এই দুখীয়াৰ কথা শুনে, আৰু সেই মতে কাম কৰে, তেনেহলেই তেওঁক যথেষ্ট সন্মান আৰু মৰম কৰা হ'ব। নহলে মোক দোলাত ভৰাই চাকোলা মানুহৰ দৰে লৈ যোৱাৰ পৰা একো লাভ নহয়। বৰং সি মোক অকৰ্ম্মণ্য বুলিহে প্ৰমাণ কৰিব। আকৌ ঢোল-খোল আদিবেই বা প্ৰয়োজন কি! মইতো বিয়া কৰাবলৈ ওলোৱা নাই! মুঠতে এইবোৰ আড়ম্বৰ মই বেয়া পাওঁ। বাইজৰ ওচৰত মই কোন মুঠা? আপোনালোকৰ ভৰিৰ ধূলিৰ যোগ্য হ'ব পাৰিলেই

মই মোক সৌভাগ্যৱান বুলি ভাবিম। আপোনা-লোকে আশীৰ্ব্বাদ কৰক যেন বাইজৰ সেৱাত মই মোৰ জীৱন উচৰ্গা কৰিব পাৰোঁ। তেতিয়া হলেই মই যথেষ্ট সন্মানিত আৰু গৌৰৱান্বিত হ'ম।

তেতিয়া সকলো বাইজে হৰিধ্বনিৰে চৌদিশ কঁপাই তুলিলে, আৰু দীনবন্ধুৱে আপত্তি কৰাতো প্ৰায় তিনি কুৰিমান মানুহ জয়ধ্বনি কৰি তেওঁৰ লগত জাহাজঘাটলৈকে আহিল। দীনবন্ধুৱে সক-লোকে মিঠা মুখেৰে উপদেশ দি নমস্কাৰ জনাই যথাসময়ত জাহাজত উঠিল।

দীনবন্ধুৱে জাহাজত উঠিয়েই দেখিলে এজন চাহাবে তৃতীয় শ্ৰেণীৰ যাত্ৰীবিলাকৰ মাজত সোমাই বক্তৃতা দিছে। চাহাবজন আমেৰিকাৰ ব্যেপ্টিষ্ট মিছনৰ এজন পাদ্ৰী। তেওঁ কৈছে,—"ভাৰতবৰ্ষৰ মানুহবিলাক মহাপাপী, সিহঁতে এতিয়াও খৃষ্টক ভজা নাই। হিন্দু-ধৰ্ম্মত একো সাৰ নাই; তাত বহুতো সম্প্ৰ-দায় আছে, আটাইবোৰেই সভ্যতাৰ বিৰোধী। ইয়াৰ মানুহ—কি বৈষ্ণৱ, কি শৈৱ, কি শাক্ত, কোনেও মুক্তি নাপায়। ইহঁতৰ ধৰ্ম্ম ইমান বেয়া, ইমান নীহ যে সকলোৱে ঘিণ কৰা উচিত। শৈৱ-শাক্তই লিঙ্গ আৰু যোনি পূজা কৰে, ইহঁতৰ সভ্যতাৰ অলপো জ্ঞান নাই। এনেবোৰ পূজাৰ নিমিত্তেই ইয়াৰ মানুহ-বোৰক আমাৰ মানুহে গৰু-গাহৰি নিচিনাকৈ ব্যৱহাৰ কৰে। বৈষ্ণৱবিলাকে মাছ-কাছকে আদি কৰি দহোটা অৱতাৰ মানে। ঈশ্বৰক যি ইমান ক্ষুদ্ৰ জীৱ হ'ব পাৰে বুলি ভাবে, সিহঁতৰ মুক্তি ক'ত? কোনে সিহঁতক অনন্ত নৰকৰ পৰা ৰাখিব। তদুপৰি বৈষ্ণৱবিলাকে যি শ্ৰীকৃষ্ণক পূৰ্ণাৱতাৰ বুলি মানে, সেই শ্ৰীকৃষ্ণৰ নিচিনা লম্পট চৰিত্ৰৰ মানুহ পৃথিৱীতে নাই। আজি কালিৰ দিনত হোৱা হ'লে কাঁচী বা কলীয়াপানীত দিব লাগিলহেঁতেন। ইয়াৰ মানুহে পুতলা পূজা কৰে। ঈশ্বৰ সকলো ঠাইতে আছে। তেওঁৰ কাণ নাই শুনে, চকু নাই দেখে, হাত নাই ধৰে, ভৰি নাই ফুৰে। তেনে ঈশ্বৰক পুতলা সাজি পূজা কৰিলে তেওঁ সন্তুষ্ট হ'ব নে বিৰুষ্ট হ'ব? তোমা-লোকে যদি মুক্তি পাব খোজা, কোটি কোটি বছৰ নৰকত পচিব নোখোজা, তেন্তে খৃষ্টক ভজা। খৃষ্টক ভজিলেই সকলো হ'ব। বহুতো মানুহে বহুত দিন দুখত নিয়াই শেহত খৃষ্টক ভজি সুখ পাইছে, পৰকালতো স্বৰ্গলৈ যাব পাৰিছে"

পাদ্ৰীৰ বক্তৃতা শুনি দীনবন্ধুৱে হাঁহি হাঁহি ক'লে,—"বিধাতাৰ কি বিড়ম্বনা! এইখিনি ধৰ্ম্মজ্ঞান লৈও একোজন মানুহ সুদূৰ আমেৰিকাৰ পৰা ভাৰত উদ্ধাৰ কৰিবলৈ আহে!"

চাহাবে শুনি ক'লে,—"কি কৈছা তুমি?"

দীন : কৈছোঁ বোলো তোমাৰ নিচিনা ধাৰ্ম্মি-কৰ আগমনত দেশ উদ্ধাৰ নোহোৱাকৈ থাকিবনে?

চাহাব : তুমি খৃষ্টান নেকি?

দীন : কিয়, তোমাৰ প্ৰয়োজন?

চাহাব : তুমি যদি এতিয়াও খৃষ্টান হোৱা নাই, তেন্তে সোনকালে হোৱা উচিত। কাৰণ কেতিয়া কোন মৰে তাৰ ঠিক নাই। আৰু খৃষ্টক নভজাকৈ মৰিলে অনন্ত নৰকলৈ যাব লাগিব।

দীন : আৰু যোৱকবোঁ খৃষ্টক ভজি মহাপাপ কৰিলেও অনন্ত স্বৰ্গবাস হ'ব?

চাহাব : নিশ্চয় তুমি মোৰ কথা বুজিছা, তুমি খৃষ্টান হ'বৰ নিতান্ত উপযুক্ত।

চাহাবে দীনবন্ধুৰ বিজ্ঞাপ বুজুলা নেদেখি সকলোৱেই

গিৰ্জ্জনি মাৰি হাঁহি উঠিল। চাহাবে খঙত ৰঙা পৰি ক'লে, "তুমি কি কৈছা?"

দীন : এতিয়া মুঠেই একো কোৱা নাই, কিন্তু ক'ব খুজিছোঁ—তোমাৰ ধৰ্ম্মজ্ঞানটো ইমান টুলটুলীয়া হৈ পৰি উঠিছে যে কোনোবা অধাৰ্ম্মিক পৌত্তলিকে তাত টোকৰ মাৰি দিলেই পকা গাৰ ফুটা দি ফুটি তাৰ পৰা ধৰ্ম্মৰ পূঁজ ওলাই ডোঙা বান্ধি পৰিব।

আকৌ সকলোৱে হাঁহি দিলে।

চাহাব : তুমি ঠাট্টা কৰিছা?

দীন : ঠাট্টা নহয় চাহাব, মই আচল কথাকে কৈছোঁ। তোমাৰ দৰে মানুহ ভাৰতলৈ অহাই ভুল। তুমি জানানে ভাৰতবৰ্ষৰ এটা নিৰক্ষৰ গাৱঁলীয়া মানুহেও তোমাৰ নিচিনা ধৰ্ম্মপ্ৰচাৰকক ধৰ্ম্ম-শিক্ষা দিব পাৰে? তুমি যি বক্তৃতা দিলা, তাৰ পৰাই বুজা গৈছে তোমাৰ ধৰ্ম্মৰ ক-ফলাও শিকা হোৱা নাই।

চাহাব : মই জানো মিছা কথা কৈছোঁ? হিন্দু-বোৰ জানো পৌত্তলিক জড়োপাসক নহয়?

দীন : হ'ব পাৰে, কিন্তু তোমালোকৰ সমান নহয়।

চাহাব : তুমি খৃষ্টানক পৌত্তলিক বুলিছা?

দীন : এৰা।

চাহাব : এইটো একেবাৰে মিছা কথা; তুমি তাৰ প্ৰমাণ দিব পাৰিবা?

দীন : প্ৰমাণ লাগে? শুনা তেন্তে—হিন্দুৱে কেতিয়াও পুতলা-পূজা নকৰে; কিন্তু জড়ৰ সাহায্য নোলোৱাকৈ চৈতন্য শক্তিৰ উপলব্ধি কৰা মানুহৰ সাধ্যা-তীত। সেই জড় কাঠ, বাঁহ, নাইবা শিলৰ মূৰ্ত্তিও হ'ব পাৰে, নাইবা মানস মূৰ্ত্তিও হ'ব পাৰে। হিন্দুৱে এনে জড় পদাৰ্থৰ আশ্ৰয় ললেও তাক জড় ভাবে পূজা নকৰে। তাত চৈতন্য শক্তিৰ কল্পনা কৰি, নাইবা মন্ত্ৰেৰে দেৱতাৰ আৱাহন কৰি, প্ৰকৃততে সেই চৈতন্য শক্তিৰ হে পূজা কৰে। নিজৰ মন স্থিৰ ৰাখি ধ্যান কৰিবলৈ মাথোন মাজত মূৰ্ত্তিৰ সেতু। কিন্তু তোমালোকে কৰা কি? তোমালোকৰ গিৰ্জ্জাঘৰ, বেদী ক্ৰুচ, আৰু পাদুৰীৰ আসন আদি জড় পদাৰ্থবোৰেই সাধাৰণতঃ তোমালোকৰ ঈশ্বৰৰ ঠাই অধিকাৰ কৰিছে। এই খিনি গুচাই দিয়া, অথবা ঠাইৰ অলপ সাল-সলনি কৰা দেখিবা—জগতে শতকৰা অন্ততঃ নিৰানব্বৈজন তোমাৰ নিচিনা খৃষ্টানৰ ধৰ্ম্মও কেনিবা উৰি গ'ল। তেনে স্থলত প্ৰকৃত পৌত্তলিক কোন? তোমাৰ দৰে খৃষ্টান নে হিন্দুবিলাক? ৰোমান কেথলিকবিলাকতো দেখা-দেখিকৈয়ে মূৰ্ত্তি-পূজক আকৌ হিন্দুৰ বৈষ্ণৱ, শৈৱ, শাক্ত আদি সম্প্ৰদায় থাকিলেও সি সংখ্যাত বৰ বেছি নহয়। কিন্তু তোমা-লোকৰ কৰকৈও আছে শ সম্প্ৰদায় আছে। তেনেহলে সাম্প্ৰদায়িকতা কাৰ বেছি? মুঠতে তুমি নামত খৃষ্টান হ'ব পাৰা, কিন্তু কামত খৃষ্টধৰ্ম্মৰ একোকে

সুবুজা। সেই দেখিয়েই আনৰ ধৰ্ম্মৰ একো সুবুজাকৈ নিন্দা কৰিবলৈ আগ বাঢ়িছা। শ্ৰীকৃষ্ণৰ বিষয়ে যি ক'লা তাত মোৰ বিশেষ কবলগীয়া একো নাই, কাৰণ তোমাৰ যি কেৰা ধৰ্ম্মজ্ঞান, যি কেৰা সংযম, তাৰে তুমি শ্ৰীকৃষ্ণ-চৰিত্ৰৰ আধ্যাত্মিকতা বুজিবলৈ আশা কৰাও বিড়ম্বনা। তুমি শ্ৰীকৃষ্ণচৰিত্ৰত তোমাৰ পাপ মনৰ ছায়া-পাত চাব খোজা দেখি তাকে দেখিবলৈ পোৱা। যাৰ মন যেনে কলুষিত সি পবিত্ৰতাৰ মাজতো তেনে কলুষ চিত্ৰ দেখে। তোমাৰ নিচিনা ধৰ্ম্মজ্ঞানৰ যদি কোনোৱা হিন্দু আছে, তেন্তে তেওঁ যিছুখৃষ্টৰ জন্মৰে পৰা তেওঁৰ গাত ব্যভি-চাৰৰ দাগ লাগি থকা দেখিব। কিন্তু মোৰ বিশ্বাস তেনে সঙ্কীৰ্ণমনা হিন্দু কোনো নাই। মুঠতে তোমালোকৰ ধৰ্ম্ম খৃষ্টান ধৰ্ম্ম নহয়, সি ৰাজনৈতিক ফন্দি মাথোন। হিন্দু-ধৰ্ম্ম তেনে নহয়; তাৰ প্ৰত্যেকটো অনুষ্ঠানতে আধ্যাত্মিকতাৰ জ্যোতি। সেই দেখিয়েই কোনো হিন্দু-প্ৰচাৰকে তোমালোকৰ দৰে পাৰ্থিব ভোগ-সুখৰ প্ৰলোভন দেখুৱাই, আন ধৰ্ম্মৰ নিন্দা কৰি নিজৰ দল পুষ্ট কৰিবলৈ নিবিচাৰে। তোমালোকে বহুতক তোমালোকৰ ব্যৱসায়ী খৃষ্টান ধৰ্ম্মত দীক্ষিত কৰিছা; কিন্তু তাৰ ভিতৰত এজনো উলিয়াই দিব পাৰিবা নে যি তোমাৰ ধৰ্ম্মত অলপো আস্থা স্থাপন কৰে? তোমালোকৰ প্ৰলোভনত ভোল গৈ ঐহিক সুখ-ভোগৰ আকাংক্ষাত মাত্ৰ তেওঁলোকে তেনে কৰিছে, অথবা সমাজৰ ঘৃণনীয় কাৰ্য্য কৰি সমাজচ্যুত হৈ কাৰো ওচৰত ঠাই নাপাই তোমালোকৰ আশ্ৰয় লৈছে। মুঠতে ধৰ্ম্মৰ নামত অধৰ্ম্ম কৰা অনুষ্ঠান তোমালোকৰ দৰে আন কাৰো নাই।

চাহাবে প্ৰথমতে দীনবন্ধুক এটা হোজা গাৱলীয়া বুলি ভাবি লৈছিল; এতিয়া তেওঁৰ কথা শুনি তেওঁৰ ভুলটো বুজিব পাৰিলে। তথাপি দীনবন্ধুৰ কথা শুনি তেওঁৰ পেটে পেটে খং উঠিছিল, কিন্তু সকলো মানুহেই দীনবন্ধুক সহানুভূতি দেখুওৱা দেখি তেওঁ কি কৰিব, কি নকৰিব—একোকে স্থিৰ কৰিব নোৱাৰি আঙুলি কামুৰিবলৈ ধৰিলে। দীনবন্ধু ক্ষান্ত হ'লত চাহাবে ক'লে,—"আমি খৃষ্টধৰ্ম্ম বুজোঁ নে নুবুজোঁ তাৰ বিচাৰ কৰিবলৈ তোমাৰ অধিকাৰ নাই। তুমি যেতিয়া নিজে খৃষ্টান নোহোৱা, তুমি সেই বিষয়ে মন্তব্য প্ৰকাশ কৰাই অন্যায়। সেইবোৰ চয়তানৰ কথা।"

দীনবন্ধুৱে হাঁহি হাঁহি ক'লে—"চাহাব, লোকৰ ন্যায়-অন্যায় বিচৰাত তুমি যিমান পাকৈত, নিজৰ ন্যায়-অন্যায়ো যদি তেনেকৈয়ে বিচাৰিলাহেঁতেন। মই খৃষ্টান নহয় বুলিয়েই যদি খৃষ্টধৰ্ম্মৰ বিষয়ে কবলৈ মোৰ অধিকাৰ নাই, তুমি হিন্দু নহৈ হিন্দুধৰ্ম্মৰ বিষয়ে বিন্দুবিসৰ্গও নজনাকৈ তাৰ নিন্দা কৰিবলৈ অধিকাৰটো হবলা আমেৰিকাৰ পৰা কিনি আনিছা?"

দীনবন্ধুৰ কথাৰ উত্তৰ দিব নোৱাৰি চাহাব নিমাত হ'ল। দীনবন্ধুৱে আকৌ কবলৈ ধৰিলে,—"শুনা চাহাব, তুমি যদি সঁচাকৈয়ে ধৰ্ম্মপ্ৰচাৰ কৰিব

খোজা, তেন্তে তাৰ আগেয়ে তোমাৰ ধৰ্ম্মটো বুজি লোৱাঁ। অতীজৰে পৰা ভাৰতবৰ্ষই জগতক ধৰ্ম্মশিক্ষা দি আহিছে; এতিয়াও হিন্দুশিক্ষকৰ ওচৰত শিক্ষা নাপালে, হিন্দুধৰ্ম্মৰ কথাকে নকওঁ খৃষ্টধৰ্ম্মও যে তুমি বুজিব পাৰিবা, তেনে আশা মই কৰিব পৰা নাই। আজিকালি আমেৰিকাৰ বহুতো জ্ঞানী মানুহে হিন্দুপ্ৰচাৰকৰ ওচৰত খৃষ্টান-ধৰ্ম্ম কি বুজি লৈছে। বহুতে হিন্দুধৰ্ম্মৰ তত্ত্ব বুজি তাক গ্ৰহণ কৰিছে। তুমিও ইচ্ছা কৰিলে বুজি লব পাৰা। আন নালাগে স্বামী বিবেকানন্দৰ ঈশ-দূত খৃষ্ট (Christ the Messenger) আৰু তেওঁৰেই ছিকাগো বক্তৃতাখন পঢ়িলেও তোমাৰ চকু অলপ মুকলি হোৱাৰ সম্ভৱ।

চাহাব : তোমাৰ দেশৰ মানুহ দেখি তুমি তেনেকৈ কৈছা। আচলতে তেওঁ খৃষ্টান ধৰ্ম্মৰ কিটো জানিব পাৰে?

দীন : তুমি চাৰ হাইৰাম মেক্সিমৰ নাম শুনিছা?

চাহাব : কিয় নুশুনিম? তেওঁ আমেৰিকাৰ এজন বিখ্যাত বৈজ্ঞানিক।

দীন : তেওঁৰ কথা তুমি বিশ্বাস কৰানে?

চাহাব : কিয় নকৰিম?

দীন : তেন্তে যদি মই কোৱা কথাকে কয়, মানিবানে?

চাহাব : মানিব পাৰোঁ।

দীনবন্ধুৱে বেগটো মেলি কিতাপ এখন উলিয়াই তাৰে এডোখৰ চাহাবক পঢ়িবলৈ দিলে। চাহাবে একান্ত মনে পঢ়িলে। পঢ়া হ'লত কিছু সময়ৰ পিচত ঘূৰাই দিম বুলি কিতাপখন লৈ কেবিনত সোমাল*।

---

* কিতাপখনৰ সেই ডোখৰত স্বামীজীৰ সম্পৰ্কে এনেকৈ লিখা আছিল :—

This monk was of commanding appearance and vast learning speaking English like Webster. The American Protestants who outnumbered all others, imagined that they would have an easy task and commenced proceeding with the greatest confidence and with the air of "Just see me wipe you out." However, what they had to say was the common place twaddle that had been mouthed over and over again in every little hamlet from Nava Scotia to California. It interested no one and no one noticed it. When, however, Vivekananda spoke they say they had a Napoleon to deal with. His first speech was no less than a revelation. Every word was eagerly taken down by the reporters and telegraphed all over the country where it appeared in thousands of papers. Vivekananda became the lion of the day. He soon had an immense following. No hall could hold the people who flocked to hear him lecture. They had been sending silly girls and half educated simpletons of men, and millions of dollars to Asia for years to convert the poor benighted heathen and save his alleged soul; and here was a specimen of the unsaved who knew more philosophy and religion than all the persons and ministers in the whole country. Religion was presented in an agreeable light for the first time to them. There was more in it then they had ever dreamed; argument was impossible. He played with the persons as a cat plays with a mouse. They were in a state of consternation. What could they do? What they always do—they denounced him as an agent of the devil. But the deed was done. He had sown the seed and the Americans commenced to think.

*Li Hung Chang Scrap Book.*

অলপ পিচতে চাহাব ওলাই আহি দীনবন্ধুক কেবিনলৈ মাতিলে। দীনবন্ধুয়ে ক'লে—"মাফ্ কৰিবা, মই তৃতীয় শ্ৰেণীৰ যাত্ৰী হৈ তাত সোমাব নোৱাৰোঁ। প্ৰয়োজন হ'লে ইয়াতে কথা পাতিব পাৰোঁ।

চাহাব : আপোনাৰ লগত মোৰ বিশেষ কথা আছিল।

দীন : বোধকৰোঁ সেই কথা ইয়াত পাতিলেও কাৰো অনিষ্ট নহয়। চাহাবে একো নকৈ দীনবন্ধুৰ ওচৰতে ঠেং ঠুং মেলি বহিল। তাৰ পিচত সুধিলে, "হিন্দু-ধৰ্ম্মৰ বিষয়ে ভালকৈ ক'ত পোৱা যায়?"

দীন : উপনিষদ, গীতা, আৰু বেদান্ত পাঠ কৰি বুজিব পাৰিলেই হিন্দুধৰ্ম্মৰ বিষয়ে জানিবলগীয়া সকলো কথাৰ তত্ত্ব পোৱা যাব। অকল হিন্দুধৰ্ম্মৰ কিয়, জগতৰ সকলো ধৰ্ম্মৰ মূল তত্ত্ব তাৰ ভিতৰতে আছে।

চাহাব : এইবোৰ কিতাপৰ ইংৰাজী অনুবাদ আছেনে?

দীন : বহুত আছে।

চাহাব : আটাইতকৈ যি কেইখন ভাল তাৰ ঠিকনা এই বহিখনতে লিখি দিয়কচোন। স্বামীজীৰ কিতাপৰ ঠিকনাটোও দিব।

চাহাবে জেপৰ টোকা বহিখন দীনবন্ধুক দিলে; দীনবন্ধুৱেও সকলোখিনি কিতাপৰ নাম তাত লিখি দিলে। চাহাবে বহিখন লৈ দীনবন্ধুক ধন্যবাদ দি ক'লে,—"মোৰ বোধেৰে আপুনি কলেজৰ প্ৰফেচৰ।"

দীন : মই তেনে একো নহয়, মই খেতি কৰি ভাত খোৱা মানুহ।

চাহাবে বহুত পৰ আচৰিত হৈ ৰ লাগি চাই থাকি ক'লে,—"মই সাজপাৰ দেখি প্ৰথমতে তেনে-কৈয়ে ভাবিছিলোঁ; কিন্তু এতিয়া দেখিছোঁ আপুনি প্ৰফেচাৰৰ লায়ক মানুহ।

দীনবন্ধুৱে হাঁহি হাঁহি ক'লে,—"কিয়, খেতিয়কৰ নিমিত্তে নো কিহত অলায়ক দেখিলে?"

চাহাবে আন একো নিদি দীনবন্ধুক তেওঁৰ কাৰ্ড দিলে, আৰু দীনবন্ধুৰ নাম ঠিকনাও লিখি ল'লে। তাৰ পিচত দীনবন্ধুক ধন্যবাদ দি হাত জোকাৰি বিদায় লৈ কেবিনত সোমাল।

কাৰ্ডখনত এই কেইটা কথা আছিল—এম্, ডব্লিউ, হেমিল্টন ব্যেপ্টিষ্ট মিশ্যন, কলিকতা।

# চতুৰ্থ অধ্যায়

## দোষ কাৰ?

তেতিয়া সন্ধ্যা লাগিছে। মাথোন। বন্তা তেওঁৰ পঢ়া খোটালিত বহি আছে। আজি দিনটো তেওঁ চিঠি এখনকে ঘূৰাই ঘূৰাই পঢ়িছে। চিঠিখন কলি-কতাৰ পৰা অহা; লিখকৰ নাম জ্ঞানেন্দ্ৰ নাথ ৰায়। তাত লিখিছে—"ইয়াত এখন মিশ্যন স্কুলত শিক্ষয়িত্ৰীৰ কাম এটা খালি আছে। তোমাৰ কলি-কতালৈ আহিবৰ কথা আছিলেই। এতিয়া আহিলে দুয়োটা কাম সিদ্ধ হ'ব।"

ইয়াৰ বাহিৰেও আৰু বহুত গোপনীয় কথা চিঠিখনত আছিল।

বন্তাই চিঠিখন পঢ়ি কিবা-কিবি ভাবি আছে, এনেতে মহেশচন্দ্ৰ আহি ভিতৰ সোমাল। বন্তাক

চিন্তাকুল দেখি তেওঁ সুধিলে, —"কিহে, কি ভাবিছা?"

বন্তা : কিনো ভাবিম? ইমান চেষ্টা, ইমান খাটনি, সকলো মিছা হ'ল। প্ৰভাৱতীকতো খেদাব নোৱাৰিলোঁৱেই, এতিয়া দ্বিতীয়া শিক্ষয়িত্ৰীৰ কামটোও পোৱাৰ আশা নোহোৱা হৈছে।

মহেশ : তেনেহলে তোমাক নিদিবলৈ স্থিৰ কৰিছে?

বন্তা : একেবাৰেই একো ঠিক হোৱা নাই; কিন্তু শুনিবলৈ পাইছোঁ, মোক দিবলৈ হেনো বেছি ভাগ সভ্যৰেই মত নাই।

মহেশ : এঃ! নহ'ল, নাই চাকৰি। চাকৰি নহলে জানো খাবলৈ নাপাবা?

বন্তা : খাবলৈ নাপাম কিয়। কিন্তু বাৰে-পতি এইদৰে অপমান সহি থকা টান।

মহেশ : পিচেনো কি কৰোঁ বুলিছা?

বন্তা : তাকেইতো ভাবিব লাগিছোঁ।

মহেশ : এনেকৈ আগ-গুৰি নোহোৱাকৈ ভাবি থাকি মন বেয়া কৰাৰ পৰা কি লাভ? আহাঁ এটা গান গোৱা যাওক, তেতিয়া মন ভাল লাগিব।

এই বুলি মহেশে বন্তাক হাতত ধৰি টানি আনিলে আৰু এটা চুমা দিলে। তাৰ পিচত এটা গান চলিল। বন্তাৰ মুখো লাহে লাহে প্ৰফুল্ল হৈ উঠিল। গানৰ অন্তত মহেশে ক'লে— "সিদিনা কোৱা কাম আজি কৰিব লাগিব। মই মন্ত্ৰ-তন্ত্ৰ সকলো ঠিক-ঠাককৈ থৈছোঁ। তুমি সোনকালে খাই-বই ওলাই থাকিব লাগিব।"

বন্তা : মই যদিও সিদিনা গাত লৈছিলোঁ, এতিয়া যেখোন কেনেবা লাগিছে। বাহিৰত তেনে কৰিবলৈ লাজ লাগিব।

মহেশ : লাজ আকৌ কিহৰ? তাততো মোৰ বাহিৰে আন কোনো নাথাকে। তাতে সেইডোখৰ ঠাই দিনতে নিজান। ইফালে আন্ধাৰ ৰাতি। কোনে আমাক চাবলৈ যাব? লেম্পৰ সাহাযোৰে এখন্তেক মাথোন পোহৰ পেলালেই হ'ল। ঠাই ডোখৰ যেনে সুন্দৰ, তাত তোমাৰ ছবিখনৰে সৈতে যেনে এটা সুন্দৰ দৃশ্য হ'ব, তেনে দৃশ্য কোনেও দেখা নাই।

বন্তা : বাৰু তেন্তে, তুমি সোনকালে আহিবা, মই পাচ ফালে বাট চাই থাকিম।

বোধকৰোঁ বন্তা আৰু মহেশৰ কথাৰ পৰা কাৰো বুজিবলৈ বাকী থকা নাই যে মহেশে ৰাতি নিজান ঠাইত বন্তাৰ এখন 'ফটো' তুলিবলৈ প্ৰস্তাৱ কৰিছে। এই বিষয়ে দুয়োৱে আলচ আজি বহুত দিনৰে পৰা। মহেশে ব্ৰহ্মপুত্ৰৰ দাঁতিত এডোখৰ মনোৰম ঠাই এই উদ্দেশ্যে চাই ঠিক কৰিছে, আৰু লাগতিয়াল যন্ত্ৰ-পাতিও যুগুত কৰি ৰাখিছে। বন্তাই মত দিলত মহেশে আকৌ এবাৰ তেওঁক আদৰেৰে চুমা দিলে।

হঠাৎ বাহিৰত কাৰবাৰ পদশব্দ শুনা গ'ল; মহেশে বন্তাক এৰি অলপ আঁতৰি আহিল, কিন্তু কোনো সোমাই অহাৰ গম নাপালে। কোনোৱা অলক্ষ্যে থাকি তেওঁলোকক লক্ষ্য কৰিছে বুলি তেতিয়া মহেশৰ মনত সন্দেহ হ'ল, আৰু বন্তাৰ ওচৰত বিদায় লৈ প্ৰস্থান কৰিলে। বন্তাই ফটো তোলোৱাৰ কথাকে ভাবিবলৈ ধৰিলে; প্ৰাকৃতিক সৌন্দৰ্য্যৰ লগত তেওঁৰ স্বাভাৱিক আকৃতিৰ সম্মিলন

কেনেকৈ বজ্জিতা খাব, অকল চুলি-কোহাৰ দ্বাৰা ভূষিত হৈ কেনেকৈ নিজৰ অকৃত্রিম শাৰীৰিক গঠন আৰু অঙ্গ-প্রত্যঙ্গৰ সৌন্দর্য্য বিকাশ কৰি নিজক বনদেৱীৰ শাৰীলৈ তুলিব, সেই ভাবনাতে তেওঁ মগ্ন হ'ল।

মহেশ পোনে পোনে ঘৰলৈ গ'ল। ভিতৰ সোমাই দেখিলে ঘৰত কাবো গম নাই। যদিও বাকীকেইটা খোটালিৰ দুৱাৰ খোলা আছে, শোৱনি ঘৰৰ সকলো বন্ধ। মহেশ দুৱাৰত কাণ দি শুনিলে, এটা অস্পষ্ট আলাপৰ ধ্বনি শুনা গ'ল। তেওঁ ভতালিকে দুৱাৰত খুন্দিয়াই ভীষণ নাদেৰে ক'লে,—"দুৱাৰ খোল।" কিন্তু দুৱাৰ মেল নাখালে। মহেশে ঘনে ঘনে দুৱাৰত খুন্দিয়াবলৈ ধৰিলে। ভিতৰত ঘুটুং-খাটাং শব্দ শুনা গ'ল। কিন্তু কোনেও দুৱাৰ নেমেলিলে।

প্রায় পাঁচ মিনিট একেবাহে খুন্দিওৱাৰ পাচত দুৱাৰ আপুনি মেল খালে। মহেশে দেখিলে— ঘৈণীয়েক এটা চুকত ঠিয় হৈ ঠক্‌ঠক্ কৰে কঁপিব লাগিছে। তেওঁ দুৱাৰ মুখতে থিয় হৈ গোটেই খোটালিটো ভালকৈ পৰীক্ষা কৰি চাই ঘৈণীয়েকক সুধিলে,—"কি হৈছিল ? দুৱাৰ মেলা নাছিলি কিয় ?"

ঘৈণীয়েকে সেপ ঢুকি ঢুকি ক'লে—"কোনোবা বুলি ভয় লাগিছিল।"

মহেশ : অইনবোৰ যে মেলা আছিল, এইটো খোটালি বন্ধ কৰিছিলি কিয় ?

ঘৈণীয়েকে আগৰ দৰেই সেপ ঢুকি উত্তৰ দিলে,—"অকলৈ ভয় লাগে দেখি।"

মহেশ : অকলৈ ভয় লাগে দেখি নে লগেৰে ভয় লাগে দেখি ?

ঘৈণীয়েক নিমাত হ'ল।

মহেশ : ক, ভিতৰত কোন আছিল ?

ঘৈণী : কোননো থাকিব ?

মহেশ : তেনেহলে কথা পাতিছিলি কাৰ লগত ?

ঘৈণী : কাৰে কথা পাতিম। এনেয়ে কিবা এটা গুণ-গুণাই গাইছিলোঁ।

মহেশ : এতিয়াও ফাঁকি ! ভালে ভালে সাবিব খুজিছ যদি ক, ক'ত লুকুৱালি ?

ঘৈণী : কি লুকুৱালোঁ ?

মহেশ খেদা মাৰি গৈ ঘৈণীয়েকৰ টেঁটুত ধৰি ভালকৈ এটা থেকেচা মাৰিলে। তাৰ পিচত গোটেই-টো খোটালিৰ চুক-কাণ, চালপীৰাৰ তল পাত-পিতকৈ চালে। কিন্তু ক'তো একো নাপালে। এটা চুকত এটা ডাঙৰ কাঠৰ বাকচ আছিল। তাত ফটোৰ ফ্রেমৰ কাঠ ভোখৰচেৰেকৰ বাহিৰে আন একো নাছিল। সাধাৰণতে বাকচটো মেলা অৱস্থাতে থাকে, আজি তলা লগোৱা দেখি মহেশৰ মনত সন্দেহ হ'ল, আৰু ঘৈণীয়েকক তাৰ চাবি খুজিলে, ঘৈণীয়েকে তাৰ চাবি কেতিয়াবাই হেৰাল বুলি ক'লে। মহেশে আৰু প্রশ্ন নকৰি কুঠাৰ এখন আনি বাকচত এটা পূর্ণহতীয়া কোব শোধালে। খাপটো ইমান জোৰেৰে মৰা হৈছিল যে কুঠাৰখন বাকচৰ ঢাকোন কাটি ভিতৰলৈ সোমাই গ'ল। লগে লগে বাকচৰ ভিতৰৰ পৰা এটা কৰুণ আর্ত্তনাদ উঠিল। বাকচৰ ঢাকনী একবাই দিলত তাৰ পৰা এটা মানুহ ওলাল। কুঠাৰৰ আগ বা-বিচনীত লগাত তাৰ পৰা তেজ বৈ তেওঁৰ গাৰ কাপোৰ-কানি ৰাঙলী কৰিছে।

এই দৃশ্য দেখি মহেশৰ ঘৈণীয়েক ভয়তে মূর্চ্ছা যাওঁ যাওঁ হ'ল। মহেশে দেখিলে মানুহটো লক্ষী-কান্ত। খঙত অধীৰ হৈ মহেশে লক্ষীকান্তৰ ডিঙিলৈ টোৱাই আকৌ কুঠাৰ ডাঙিলে। এনেতে পাচ-কালৰ পৰা কোনোবা আহি তেওঁক সাবট মাৰি

ধৰিলে, আৰু মহেশে ঘুৰি চাবলৈ সময় পোৱাৰ আগতে ইন্দ্ৰনাথ সন্মুখত উপস্থিত হ'লহি। মহেশে ক'লে,—"এৰি দিয়ঁা, ইহঁত দুয়োটাক এই কুঠাৰেৰেই বধি মই ৰ্কাঁচা যাম।"

"কিয় ভাই! ইহঁতৰ দোষ কি? তুমি নকৰা কাম ইহঁতেনো কি কৰিলে? তোমালোক দুয়ো বিবাহিত, অথচ দুয়ো পাটীৰ তিৰোতা এৰি পৰৰ তিৰোতাৰ পাচত ঘূৰা। তুমি যেনেকৈ লক্ষ্মীকান্তৰ ঘৰত সিন্ধি দিছা, লক্ষ্মীকান্তয়ো তোমাৰ ঘৰত সিন্ধি দিছে। কোনে কাক দোষ দিবঁা? তোমাৰ ঘৈণী-য়েৰাৰেই বা দোষ ক'ত? তুমি যেনে আৰ্হি দেখু-ৱাইছা, তেনে আৰ্হিকেই লৈছে। লক্ষ্মীকান্তয়েই বা চাপিল কাৰ দোষত? তুমি যদি তেওঁক এৰি আনৰ নিমিত্তে মজলীয়া হ'ব পাৰা, তেৱোঁ তোমাক এৰি তেনে কৰাত অপৰাধ কাৰ গাত?"

এই সুযোগতে লক্ষ্মীকান্তই বাহিৰ ওলাই এটা হাতেৰে কাটাৰিখিনিত ধৰি, যিমান বেগাই পাৰে ঘৰলৈ লৰ দিলে।

মহেশে কুঠাৰ একন্নাৰলৈ যত্ন কৰি অকৃতকাৰ্য্য হৈ ইন্দ্ৰনাথক ক'লে,—"তুমি গুচি যোৱাঁ, তোমাক মই ইয়াত ওকালতি কৰিবলৈ মতা নাই। পৰক উপদেশ দিওঁতে সকলো পণ্ডিত। তুমিনো কি সাধু-পুৰুষ জন? বোলে 'শালকো শিঙীয়ে হাঁহে; তয়ো অসাইজ, ময়ো অসাইজ, ভালেহে গৰাকী নাহে'।"

ইন্দ্ৰ : মই জানো মোক সাধু বুলি কৈছোঁ? তথাপি তোমালোকতকৈ ভাল বুলি ক'লে যে নবজিব এনে নহয়। মই যদিও এক প্ৰকাৰে তোমালোকৰ দৰেই, তথাপি এক প্ৰকাৰে নহয়। মোৰ ঘৰত বিয়া কৰোৱা তিৰুতা নাই, আৰু থকা হলেও নিজে যেতিয়া দোষী, আনৰো দোষ নধৰিলোঁহেতেন।

মহেশ : তুমি ইয়ানতে আঁতৰ হোৱাঁ; মই তোমাৰ লগত তৰ্ক কৰিব নোখোজোঁ।

"বাক, আহিলোঁ তেন্তে"—এই বুলি ইন্দ্ৰনাথ ওলাই আহিল।

মহেশে কিছু পৰ খোটালিটোৰ ভিতৰতে ভীষণ-ভাবে খোজ কাঢ়ি ফুৰি শেহত গৈ পাটীত পৰিল। ঘৈণীয়েক মূৰ্চ্ছা যোৱাৰ ভাও ধৰি বহুত বেলিলৈকে একে ঠাইতে পৰি থাকিল।

## পঞ্চম অধ্যায়

### কবিৰ প্ৰেম

দীনবন্ধুৱে ঘৰত ভৰি দিয়েই প্ৰভাৱতীক দেখা পালে; কিন্তু ই কি! প্ৰভাৰ সেই উজ্জ্বলতা, সেই সৌন্দৰ্য্য, সেই বেশ-ভূষা একো নাই। তেওঁৰ মুখ মলিন, চকু খোপত সোমোৱা, চুলিবিলাক আউল-বাউল, শৰীৰ অতিশয় ক্ষীণ, যেন তেওঁ অলপতে মাথোন কিবা ৰোগৰ পৰা মুক্ত হৈছে। তেওঁ এক-বাহে দীনবন্ধুলৈ চাই থাকিল।

দীনবন্ধুৱে অলপ সময় বিশ্ৰাম লোৱাৰ পিচত স্নান কৰিলে, আৰু চাহ জলপান খালে। এনেতে প্ৰভাৱতীৰ পৰা এখন কাপোৰেৰে ঢকা থাল আৰু এখন চিঠি আহিল। থালখনত কেইবা বিধৰো খোৱা বস্তু সুন্দৰকৈ সজোৱা। দীনবন্ধু আহাৰ সত্যৱহাৰ কৰা আৰু চিঠি পঢ়া দুয়োটা কামত একেলগে লাগি গ'ল। চিঠিখন এই—

ওঁ

শ্ৰীচৰণকমলেষু,

প্ৰথমেই মোৰ শতকোটি দণ্ডৱৎ গ্ৰহণ কৰিব। মই আপোনাৰ ওচৰত শত অপৰাধত অপৰাধিনী। মই দীনা-হীনা, জ্ঞান-শূন্যা অবলা; আপুনি জ্ঞানী, সংযমী, পৰোপকাৰী মহাত্মা। মোৰ সকলো দোষ নিজ গুণে মৰিষণ কৰি মোৰ সেৱা গ্ৰহণ কৰিবনে?

মোৰ মতিভ্ৰম হৈছিল; নহলে আপোনাৰ দৰে দেৱতাৰ কাৰ্য্যত পৈশাচিক অভিপ্ৰায় দেখিবলৈ পাওঁনে? উঃ! মোৰ যে অন্তৰ শতধা বিদীৰ্ণ হৈ গৈছে।

প্ৰথমতে পৰা আপোনাৰ বিৰুদ্ধে মোক বহুতে কিবা-কিবি কৈছিল, মই কিন্তু তাক বিশ্বাস কৰা নাছিলোঁ। আনকি, আপুনিয়েই বিজ্ঞাপন আৰু বেনামী চিঠিৰ প্ৰচাৰক বুলি শুনোতেও মোৰ তাত সম্পূৰ্ণ বিশ্বাস জন্মা নাছিল, কিন্তু যেতিয়া চেক্ৰেটাৰীয়ে আপোনাৰ চহিৰে সৈতে আৰ্জিখন আনি দেখুৱালে আৰু সেই আৰ্জিমতে কি বিচাৰ কৰিব খুজিছে, তাৰ ভিতৰুৱা খবৰ দিলে, তেতিয়া আপুনিও তেনে ষড়যন্ত্ৰত লিপ্ত বুলি ভাবি মোৰ হৃদয় ভাগি গ'ল। তথাপি বুজিব নোৱাৰি। আপোনালৈ এখন চিঠি লিখিলোঁ। আপুনি যদি তেতিয়াই সকলো কথা ভাঙি লিখিলেহেঁতেন। কিন্তু মোৰ দুৰ্ভাগ্যৰ গুণে আপুনি সময় নাই বুলিয়েই তাৰ উত্তৰ শেষ কৰিলে; তাৰ ফলত আপুনিয়েই ষড়যন্ত্ৰকাৰীদলৰ নেতা বুলি মোৰ মনত প্ৰত্যয় জন্মিল।

এতিয়া সকলো শুনিছোঁ; আপুনি সত্যৰ সন্মান ৰক্ষা কৰি যেনেকৈ এজন ক্ষমতাপন্ন মানুহৰ বিপক্ষে থিয় দি মোক ৰক্ষা কৰিলে, তাক ভাবিলেও আপোনা-আপুনি আপোনাৰ ওচৰত মূৰ দোঁ খায়। সত্যৰ জয়ৰ নিমিত্তে আপুনি যে বন্ধুক শত্ৰু কৰিলে, পিশাচৰ লগত দেখাদেখিকৈ যুদ্ধ ঘোষণা কৰিবলৈকো কুণ্ঠিত হ'ল তাক শুনিলেও শৰীৰ ৰোমাঞ্চিত হয়। আপুনি যোৱাৰ পিচতো তেওঁলোকে বহুত দিন গোপনে পৰামৰ্শ কৰিছিল, কিন্তু কেইবাজনেও যেনো আপোনাৰ কথা শুনাৰ পিচত তেওঁলোকক সমৰ্থন কৰিবলৈ অস্বীকাৰ কৰিলে। অগত্যা তেওঁলোকে আগেয়ে আলোচনা কৰা কথা ক'বলৈ সাহ নকৰি, আপুনি যি লিখিছিল চাহাবৰ আগত তাকে ক'লে। তেতিয়া আপোনাৰ প্ৰস্তাৱকেইটাই তাত গৃহীত হ'ল। সভা হৈ যোৱাৰ পিচ দিনা সন্ধ্যা সময়ত চেক্ৰেটাৰী মোৰ ঘৰলৈ আহিছিল; মই নিয়মৰ কথা কৈ তেওঁক বহিবলৈ নিদিলোঁ; তাত তেওঁ খৰকৈ খং কৰি গুচি গ'ল। সেই দিনাৰ পৰা তেওঁ এই ফালে অহা নাই।

হায়! মই যদি সিহঁতৰ কথালৈ কাণ নিদি আপোনাৰ উপদেশ মানি চলিলোহেঁতেন, তেনেহলে কিজানি এই কলঙ্কৰ বোজা ব'ব নালাগিলহেঁতেন;— মোৰ জীৱন বিষময় হৈ নুঠিলহেঁতেন। ভগবানৰ কি লীলা ক'ব নোৱাৰোঁ, তেওঁ বোধকৰোঁ, এনেকৈয়ে শিক্ষা দিয়ে, এনেকৈয়ে অহঙ্কাৰীৰ অহঙ্কাৰ লোপ কৰে।

মই বৰ হতভাগিনী। মোৰ শত্ৰুৰ সংখ্যা নাই। মোৰ কল্যাণ কামনা কৰাৰ বাবেই আজি আপোনাৰ নিচিনা সদাশয় পুৰুষো শত্ৰুবেষ্টিত হ'ব লগা হৈছে। মই কি কৰোঁ! দেৱ, মই আপোনাৰ ওচৰত হাজাৰ অপৰাধত অপৰাধিনী, মোৰ প্ৰায়শ্চিত্ত কি? মই হাতযোৰ কৰি মাগিছোঁ, মোক দণ্ড বিধক, মোৰ দোষৰ বোজা পাতল হওক।

মহাত্মন্, অধিনীক দয়া কৰি আহিছে, যেন সেই

দয়াৰ পৰা বঞ্চিত নহওঁ। আজিৰ পৰা আপুনিয়েই মোৰ গুৰু, অভিভাবক, বন্ধু আৰু বিচাৰক। মই শপত খাই কৈছো, ভৱিষ্যতলৈ আপোনাৰ অনুমতি নোলোৱাকৈ যিমান কি ক্ষুদ্ৰ কাম হওক, কেতিয়াও তাত হাত নিদিওঁ। আপুনিয়েই মোৰ ভাগ্যবিধাতা, মোৰ কৰ্ত্তব্য নিৰূপণৰ ভাৰ আপোনাৰ হাতত। যদি মোক দীনাহীনা অবলা বুলি মোৰ প্ৰাৰ্থনা গ্ৰাহ্য কৰে, তেনেহলে বিশ্ব ব্ৰহ্মাণ্ড বিৰুদ্ধে থিয় দিলেও মোৰ ভয় নাই ; ক্ষোভ নাই। কিন্তু যদি মোক ঘিণ কৰি মোৰ প্ৰাৰ্থনা দলিয়াই পেলায়, তেনেহলে এই জন্মৰ নিমিত্তে মোৰ শেষ নমস্কাৰ গ্ৰহণ কৰিব। ইতি।

হতভাগিনী দাসী

প্ৰভাৱতী।

পুঃ—এই চিঠিখন লিখা দুসপ্তাহ হ'ল, কিন্তু আপুনি কেতিয়া আহিব, আৰু গোৱালপাৰাত আপোনাৰ ঠিকনা কি জানিব নোৱাৰাত তাক পঠিয়াব নোৱাৰিলোঁ। ইমান দিন বাটলৈ চাই হতাশ হ'ব লগা হৈ এটা দিনেই এযুগ যেন লাগিছিল ; সেই দেখি আজি অহা দেখিয়েই পঠিয়ালোঁ। সোনকালে উত্তৰ দিব, যাইকৈ আপোনাৰ প্ৰবাসকাহিনীৰ অলপ আভাস পাবলৈ আশা কৰিলোঁ। মোৰ দোষৰ সীমা নাই। চিঠিত যদি কিবা দোষ ঘটিছে, নিজগুণে মাৰ্জ্জনা কৰিব। ইতি।

স্কুলৰ সম্পৰ্কে কি আলোচনা আৰু সিদ্ধান্ত হ'ল তাক জানিবলৈ দীনবন্ধুৰ আগ্ৰহ নিতান্ত কম হোৱা নাছিল। এতিয়া তেওঁৰ অনুপস্থিতিতো তেওঁৰ ইচ্ছামতেই কাৰ্য্য হোৱা শুনি সন্তোষ পালে ; তেওঁ প্ৰভাৰ চিঠিৰ উত্তৰ তেতিয়াই লিখিলে। তাত তেওঁৰ গোৱালপাৰ যাত্ৰাৰ চমু আভাস দি প্ৰভাৰ প্ৰাৰ্থনাৰ বিষয়ে এইদৰে লিখিলে, "মোৰ জ্ঞান-বুদ্ধিৰ জোখ মতে উপদেশ দিবলৈ নাইবা মতামত জনাবলৈ কেতিয়াও কুণ্ঠিত নহওঁ। অৱশ্যে মোৰ সিদ্ধান্ত সদায় নিৰ্ভুল হ'ব বুলি ক'ব নোৱাৰোঁ ; সেই কাৰণে তাক পালন কৰা নকৰাটো তোমাৰ স্বাধীন বিবেচনাৰ ওপৰত এৰিছে তোমাৰ প্ৰশ্নৰ উত্তৰ দিব পাৰিব। তোমাৰ প্ৰয়োজন হলে যি কোনো কথাকে নিঃসঙ্কোচে সুধিব পাৰা।"

চিঠি পঠিয়াই দিয়াৰ পাচত তেওঁ কিছু সময় নীৰৱে বহি থাকিল। তাৰ পিচত তেওঁ মেজৰ ড্ৰয়াৰৰ পৰা এখন বহি উলিয়ালে। বহিখনত বহুতো কবিতা আছে। পূৰ্ব্বেই কোৱা হৈছে দীনবন্ধুৰ সমপ্ৰাণ বন্ধু কোনো নাই ; সেই কাৰণে কিবা ভাবনাত মন উগুল-থুগুল লাগিলে তেওঁ তাক কাৰো আগত প্ৰকাশ নকৰি এই বহিখনতে লিখি থয়। আন মানুহে বন্ধু-বান্ধৱৰ আগত কৈ যি শান্তি পায়, তেওঁ তেনেকৈ লিখি থৈয়েই তেনে সান্ত্বনা পায়। আজিও তেওঁ বহিখন মেলি তাতে এই কবিতাটো লিখিলে--

কাৰ চকুজুৰি মোৰ হিয়া-আকাশত
তাৰ হ'ই জেউতি বিলায়?
কাৰ মুখখনি দেখি একে নিমিষতে
দুখ-শোক কেনিবা পলায়?
কাৰ মৌ-সনা মাত শয়নে-সপোনে
বাজি উঠে হৃদয়-বীণত?
কাৰ লয়-লাস দেখি হৃদয় জুৰায়?
কঁপি উঠোঁ কিবা আবেগত?
কাৰ দৰশন আশে হেঁপাহ-চকুৱে
থাকো লাগি পলুলিত থৰ?
কাৰ হাঁহিটিৰ পৰশ প্ৰাণ শীতলোৱা
পাওঁ আলো জীৱন-পথৰ।
কাৰ নো আখৰকিটি লাহৰী হাতৰ

চুমা খাই বুকত সুমাওঁ?
কাৰ নো ছবিটি ল'ই হিয়াৰ মাজত
কবিতাৰ ফুলেৰে সজাওঁ?
কাৰ হিয়া শ'াত কৰা শীতল প্ৰভাই
ভৱিষ্যৎ জীৱন জগাই?
কাক লক্ষ্য কৰি মোৰ প্ৰণয়ৰ ধাৰ
অবিৰাম লবিছে সদায়?
প্ৰিয়তমা তেওঁ মোৰ, শান্তিৰ নিজৰা,
প্ৰেমময়ী প্ৰতিমা প্ৰাণৰ;
চাওঁ মানে বাঢ়ে মোৰ প্ৰাণৰ পিয়াহ,
পিওঁ মানে অনিমা ওঁঠৰ।
জীৱন-প্ৰবাহ মোৰ একে ধাৰে বই
লয় যাব তেওঁৰে বুকত;
নালাগে, নকৰোঁ আৰু স্বৰগ-কামনা,
প্ৰিয়া মোৰ তাৰো ওপৰত!

কবিতাটো শেষ হ'লত দীনবন্ধুৱে বহিখন জপাই ড্ৰয়াৰত সুমুৱাই বন্ধ কৰি থ'লে।

দীনবন্ধুৰ কবিতা পঢ়িলে তেওঁক প্ৰভাৰ প্ৰেমত পৰা যেন লাগে, কিন্তু ইনো আকৌ কেনেকুৱা প্ৰেম! তেওঁ প্ৰভাৱতীৰ লগত সাক্ষাৎ কৰিবলৈকো অনিচ্ছুক, প্ৰভাৱতীক ঘূণাক্ষৰেও তেনে কথাৰ সঙ্কেত দিয়া নাই; কাৰো লগত কোনো আলাপত তেওঁ কোনো প্ৰকাৰৰ প্ৰেমৰ কথাৰ অৱতাৰণা কৰা নাই। আকৌ পাটীত পৰি ছটফটকৈ তেওঁ সময় কটোৱা নাই; প্ৰেম-পত্ৰ লিখা নাই; কালৈকো প্ৰণয়জ্ঞাপক উপহাৰ পঠিওৱা নাই, হা-হুমুনিয়াহ কাঢ়ি বতাহ বিষাক্ত কৰা নাই। মানুহে কয়— প্ৰেমত পৰিলে তাত কৃতকাৰ্য্য নহয় মানে নায়ক-নায়িকাৰ শৰীৰ-মন অৱসন্ন হৈ পৰে, কৰ্ত্তব্যত ত্ৰুটী ঘটে, কল্পনাত উৰি ফুৰে, আলাপ-প্ৰলাপত প্ৰেমৰ কথা শুনিবলৈ ভাল পায়, কেতিয়া কেনেকৈ সাক্ষাৎ হ'ব তাৰ চিন্তাতেই দিন কটায়। কিন্তু ক'তা! দীনবন্ধুৰ কাৰ্য্যতটো তেনে কোনো চিন দেখা নাযায়! তেনেহলে তেওঁৰ প্ৰেমৰ অনুমানটো মিছা নেকি? কিন্তু কবিতা! কবিতাবোৰ যে তেওঁৰ অন্তৰৰ পৰা উঠা প্ৰেমৰ বুদ্বুদ তাততো কোনো সন্দেহ নাই! সেইবোৰৰ লক্ষ্য কি! তেওঁৰ প্ৰণয়িনী কোন? প্ৰভাৱতী নে মানস-প্ৰতিমা? কত সুন্দৰীৰ অযাচিত প্ৰেম, কত ডাঙৰীয়াৰ আকুল অনুৰোধ তেওঁ উপেক্ষা কৰিছে, তাৰ সীমা নাই। তেন্তে এতিয়া হঠাৎ প্ৰেমত পৰাৰ কাৰণ কি! বহুতে কয় দীনবন্ধুৱে প্ৰেমৰ মোলকে বুজা নাই, কিন্তু জীৱ-সেৱাই যাৰ জীৱনৰ ব্ৰত, সেই দীনবন্ধু যদি প্ৰেমিক নহয়, প্ৰেমিকনো কোন? অন্যন্তে আনৰ প্ৰেমত যি এটা ঐহিক স্বাৰ্থ জড়িত দেখা যায়, দীনবন্ধুৰ প্ৰেমত তাৰ অভাৱ। সি যি হওক, দীনবন্ধু সঁচাকৈয়ে প্ৰভাৱতীৰ প্ৰেমত পৰিছে নে নাই, কবিতা পঢ়ি সন্দেহ কৰাৰ বাহিৰে তাক জানিবৰ আন কোনো উপায় নাই।

# ষষ্ঠ অধ্যায়

## শিক্ষয়িত্ৰীৰ অপযশ

দীনবন্ধু গোৱালপাৰাৰ পৰা অহাৰ পিচ দিনা উমাকান্ত তেওঁৰ ঘৰলৈ আহিছিল। তেওঁ দীনবন্ধুৰ লগত আকালৰ সম্পৰ্কে আৰু স্কুলৰ বিষয়ে বহুতো কথা পাতিলে। তাৰ পিচত ক'লে,—"শিক্ষয়িত্ৰীৰ কামটো বহুতেই নীহ বুলি ভাবে।"

দীন: শিক্ষক আৰু শিক্ষয়িত্ৰীৰ কামতকৈ

মহৎ আৰু পবিত্ৰ কাম কিবা আছে বুলি মই নাজানো।

উমা : তেনেহ'লে শিক্ষয়িত্ৰী বুলিলেই মানুহে সন্দেহ আৰু ঘৃণাৰ চকুৰে চায় কিয়? আন কি শিক্ষয়িত্ৰী শব্দটোক বহুতে আজি কালি চৰিত্ৰহীনা বিশেষণৰ সলনিত ব্যৱহাৰ কৰা মই নিজ কাণে শুনিছোঁ।

দীন : তাৰ কাৰণ বহুতো। শিক্ষক বা শিক্ষয়িত্ৰীৰ কৰ্ত্তব্য বৰ কঠোৰ। তাৰ উপযুক্ত হবলৈ শিক্ষা লাগে, সাধনা লাগে, দেশ-ভক্তি লাগে, আৰু লাগে ঈশ্বৰত একান্ত বিশ্বাস।

উমা : এই আটাইবোৰ গুণ শিক্ষক বা শিক্ষয়িত্ৰী কাৰো গাত পূৰাকৈ নাই। থাকিলেও ক'ৰবাত দুই এজনৰহে। তেনেস্থলত শিক্ষকক যে ঘিন নকৰে, শিক্ষয়িত্ৰীক কৰে কিয়?

দীন : তাৰ কাৰণে বহুতো আছে। প্ৰথমতে চোৱা আমাৰ দেশত লৰাৰ শিক্ষাৰ তুলনাত ছোৱালীৰ শিক্ষা প্ৰায় নাই বুলিলেই হয়। তাৰ ভিতৰতে দুজনী-এজনীয়ে শিক্ষা পালে তেওঁলোকৰ চলন-ফিৰণ আনবিলাকৰ লগত নিমিলা হয়, আৰু সংখ্যাত তাকৰ হোৱাৰ বাবে তেওঁলোকৰ বিশেষত্বটো বেগাই মানুহৰ চকুত পৰে। দ্বিতীয়তে নিম্নশ্ৰেণীৰ মানুহতকৈ উচ্চশ্ৰেণীৰ মানুহ অৱৰোধ প্ৰথাৰ বেছি পক্ষপাতী; সেই কাৰণে শিক্ষিতা তিকতাৰ বেছি ভাগ এই নিম্ন-শ্ৰেণীৰ নাইবা দেশী খৃষ্টানৰ ভিতৰত পৰে। পুৰুষৰ হ'লে উচ্চ শ্ৰেণীৰ ভিতৰতহে শিক্ষিতৰ সংখ্যা বেছি। আকৌ পুৰুষৰ শিক্ষা নিজৰ ঠাইত, নিজৰ দেশৰ, নিজৰ ধৰ্ম্মৰ মানুহৰ তলতেই প্ৰায়ে আৰম্ভ হয়, কিন্তু স্ত্ৰী-শিক্ষাৰ সকলো ঠাইতে সুচল নথকাত ছোৱালীহঁতক হয় লৰাৰ স্কুলত, নাইবা বিজাতীয় বিধৰ্ম্মী শিক্ষক-শিক্ষয়িত্ৰীৰ তলত স্থানান্তৰত শিক্ষা দিয়া হয়, ধৰা কোনোবা মিশ্ৰ্যনেৰী স্কুলত। অকল এয়ে নহয়, শিক্ষিতা মহিলাসকলে প্ৰায়ে বিলাতী মেমৰ আদৰ্শত চলিবলৈ বিচাৰে, কিন্তু মতা-তিকতা সকলো যেতিয়ালৈকে সুশিক্ষিত নহয়, তেতিয়ালৈকে তেনে চলন-ফিৰণৰ পৰা ব্যভিচাৰ দোষ ঘটাৰ ভয় আছে। এতিয়া এই কেইটা কথা অলপ দকৈ গমি চালেই শিক্ষয়িত্ৰীৰ অপযশৰ বহুতো কাৰণ দেখিবলৈ পাবা! তুমি জানা যে ভাৰতীয় জাতি-বিভাগ আন দেশৰ নিচিনাকৈ অৱস্থাৰ ওপৰত নিৰ্ভৰ নকৰি গুণ আৰু কৰ্ম্মৰ ওপৰত নিৰ্ভৰ কৰে; তাৰ পৰাই সহজে বুজা যায় যে যি জাতত নীহ, সি সাধাৰণতঃ গুণতো নীহ আৰু চুবুৰীয়াসকলো তেনে হলে আদৰ্শতো নীহ; কেতিয়াবাহে ইয়াৰ ব্যতিক্ৰম দেখা যায়। ভাল শিক্ষা বহলে এনে মানুহ উন্নত চৰিত্ৰৰ অধিকাৰী হৈ উচ্চ বৰ্ণ আত কৰা এক প্ৰকাৰ

অসম্ভৱ। সেই বুলি মই কোৱা নাই যে মানুহ সদায় একে সীমাৰ ভিতৰতে আবদ্ধ থাকিব, কিন্তু বংশানুক্ৰমিক কুসংস্কাৰৰ হাত এৰাই ওপৰলৈ উঠিবলৈ যে সজ শিক্ষা আৰু সাধনা লাগিব, তাত কোনো সন্দেহ নাই। এনে মানুহ সাধাৰণতঃ উচ্চ শ্ৰেণীৰ মানুহতকৈ বেছি অসংযত, সেই কাৰণে প্ৰকৃত মানুহ কৰি গঢ়ি তুলিব খুজিলে, এওঁলোকক সংযম-শিক্ষা দিয়াই প্ৰধান কৰ্ত্তব্য। কিন্তু আধুনিক শিক্ষাপ্ৰণালী যেনে, সি তেনে অসংযত মানুহৰ কু-প্ৰবৃত্তি চৰিতাৰ্থ কৰাৰ পোন বাট বান্ধি দিয়ে মাথোন। সেই কাৰণে ওপৰত কোৱাৰ নিচিনা শিক্ষিতা নাম লোৱা তিকতাই স্কুলত সংযমৰ শিক্ষা সমূলি নাপায়। আৰু এটা ঘাই কথা হৈছে, যেনে সমাজত বৰ্দ্ধিত আৰু শিক্ষিত হোৱা যায়, তেনে সমাজৰ আদৰ্শই শিক্ষাৰ্থী বালক-বালিকাৰ ওপৰত বৰকৈ কৰ্ত্তৃত্ব চলায়। সবাই অন্ততঃ আন সমাজৰ বতাহো অলপ পায়, কিন্তু ছোৱালীৰ তেনে সুবিধা নথকাত, সেই আদৰ্শকে মাথোন সৰ্ব্বোৎকৃষ্ট বুলি বিশ্বাস কৰে; সেই দেখিয়েই মিশ্যনেৰী স্কুলত শিক্ষা পোৱা বহুতো ছোৱালীয়ে ধৰ্ম্ম আৰু জাতীয়তা দুয়োকে হেকৰায়। সবাৰ ভিতৰতো তেনে নাই বুলিলে ভুল হ'ব, কিন্তু গোটেই শিক্ষিত পুৰুষ সমাজৰ লগত তুলনা কৰিলে সিহঁতৰ লেখ নধৰিলেও চলে। তিকতাৰ দুখে বেছিভাগেই তেনেকৈ শিক্ষা পোৱা। এইবোৰৰ বাহিৰেও প্ৰধান কাৰণ হৈছে শিক্ষিতা তিকতাৰ সংখ্যা নিম্নশ্ৰেণীত যেনেকৈ উচ্চশ্ৰেণীৰ অনুপাতত বেছি, তেনেকৈয়ে সেই শ্ৰেণীত শিক্ষিত পুৰুষৰ সংখ্যা কম। সেই দেখি তেনে ছোৱালীয়ে নিজৰ জাতৰ উপযুক্ত দৰা নাপাই কুমাৰী হৈ থাকিবলৈ বিচাৰে। উচ্চ-শ্ৰেণীৰ ছোৱালীয়ে তেনেকৈ শিক্ষা পালেও প্ৰায়ে উপযুক্ত স্বামী লাভ কৰি ঘৰ-সংসাৰ চলোৱাত লাগি যায়। তাৰ ফলত আগেয়ে কোৱা কুমাৰী-সকলৰ ভাগতেই প্ৰায় শিক্ষয়িত্ৰীৰ বাবটো পৰে। কিন্তু তেনে অসংযত চলন-ফিৰণ, ভোগ-লিপ্সা আৰু বিলাসিতাৰ শিক্ষা পাই অহা যৌবনোন্মাদিনী শিক্ষাভিমানিনী স্বাধীনা যুৱতীৰ পক্ষে চিৰকুমাৰী হৈ থকা সহজ কাম নহয়। দুৰ্জ্জন কামুকৰ প্ৰলোভন আৰু সংঘৰ্ষই তেনে ভাবনা কেনিবা উকৱাই নিয়ে, তাৰ ফলত তেনে কুমাৰীৰ প্ৰায়ে পতন হয়। এনেকৈয়ে শিক্ষয়িত্ৰীৰ সম্পৰ্কে মানুহৰ মনত এটা ধাৰণা হৈ যোৱাৰ পিচত এতিয়া কোনোবা ভাল হৈ থাকিলেও বাইজে বিশ্বাস কৰিব নোখোজে। সেই বুলি মানুহৰ তেনে ধাৰণা সেই কুমাৰী শিক্ষয়িত্ৰীৰ ওপৰতহে, বিবাহিতাসকলৰ ওপৰত নহয়।

উমা : তেনেহলে এনে অৱস্থাত কি কৰা উচিত?

দীন : এনে অৱস্থাত সকলো সম্প্ৰদায়ৰ তিক-তাক জাতীয় আদৰ্শত শিক্ষা দিবলৈ যত্ন কৰা সকলো শিক্ষিত দেশবাসীৰ কৰ্ত্তব্য।

উমা : কিন্তু তেনে জাতীয় আদৰ্শত বিদ্যালয় হবলৈ এতিয়াও বহুত দিন আছে। বৰ্ত্তমান প্ৰচলিত বিদ্যালয়বিলাকক এনে কলঙ্কৰ পৰা মুক্ত কৰিব পাৰি কেনেকৈ?

দীন : কলঙ্কৰ মূল-উচ্ছেদ কৰিব পাৰিলেই সকলো সুকলমে চলিব। এইবোৰ কলঙ্কৰ মূলত এফালে যেনেকৈ স্বাধীনা যুৱতী, আনফালে তেনেকৈ সংযমশূন্য দুৰ্জ্জন পুৰুষ। এই দুয়ো পক্ষকে আঁত-ৰাই ৰাখিলেই ব্যভিচাৰৰ বীজ ধ্বংস হ'ব। সেই কাৰণে মোৰ মতে হয় শিক্ষয়িত্ৰী বিবাহিতা হ'ব লাগিব, নহয় নিয়ম-প্ৰণালীৰ শাসনৰ তলতীয়া হ'ব লাগিব। যি দেশত অবৰোধ প্ৰথা নাই, তাত শিক্ষয়িত্ৰীৰ স্বাধীনতাত হস্তক্ষেপ নকৰিলেও চলিব পাৰে; কিয়নো তাত যুৱক-যুৱতীৰ সম্মিলন সচৰাচৰ ঘটি থাকে। আমাৰ দেশত কিন্তু তাৰ বিপৰীত। আত্মীয় নহলে যুৱক-যুৱতীৰ লেখা শুনা পৰ্য্যন্ত নহয়, আৰু ক'ৰবাত হলেও তাত বাসনাৰ চেঁকা থাকে। এনে সমাজত যদি এই দুই শ্ৰেণী কুমাৰীয়ে স্বাধীনতাৰ সাহায্য লৈ যেই সেই পুৰুষৰ লগত নিভৃতে সাক্ষাৎ কৰিবলৈ ধৰে, তেন্তে অলপ দিনৰ ভিতৰতে কি ঘটনা ঘটিব পাৰে, তাক ভাবি চোৱাঁ। বৰ্ত্তমানৰ শিক্ষা, আৰু সমাজত পুৰুষ-স্ত্ৰীৰ সম্বন্ধলৈ চাই এনে প্ৰলোভনৰ হাত সাৰিব পৰা কোনোৰা আছে নে নাই সন্দেহ। ক'ৰবাত দুই-এজন থাকিলেও সৰ্ব্বসাধাৰণে তেওঁ-লোককো দলৰ লগত মিলাই লবলৈ বাধ্য হয়।

উমা : তেনেহলে তোমাৰ মতে অবিবাহিতা কুমাৰী শিক্ষয়িত্ৰী হ'লে তেওঁক পুৰুষৰ সমাগমৰ পৰা নিলগাই ৰাখিব লাগে; কিন্তু বহুতে হয়তো তেনে নিয়ম মানি-বলৈ আপত্তি কৰিব।

দীন : আপত্তি কৰিলে তেওঁক শিক্ষয়িত্ৰী নৰ-খাই ভাল। বিদ্যালয়ত শিক্ষকতা কৰিবলৈ পুৰুষৰ লগত গোপন পৰামৰ্শ কৰিবৰ কোনো আৱশ্যক হ'ব নোৱাৰে। আন কাৰণতো আৱশ্যক হলে, স্কুলত নাইবা তৃতীয় ব্যক্তিৰ উপস্থিতিত কথা পতাত কোনেও, আপত্তি নকৰে।

উমা : কোনো শিক্ষিতা কুমাৰীয়ে যদি মাক-বাপেক বা ভায়েক ককায়েকৰ লগত থাকি ঘৰৰ পৰা অহা-যোৱাকৈ কাম কৰে, তেতিয়াও তেনে নিয়ম-প্ৰণালীৰ আৱশ্যক হবনে?

দীন : সদায় নহয়, কিন্তু কেতিয়াবা হবও পাৰে।

উমা : কেতিয়া?

দীন : এনে অভিভাৱকো আছে, যি নিজৰ সাংসাৰিক সুবিধাৰ নিমিত্তে নিজৰ কন্যা বা ভগিনীৰ অধঃপতনত সাহায্য কৰে। তেনে অভিভাৱকৰ তলত থকাতকৈ স্বাধীনভাৱে থকাও ভাল, কাৰণ তেনে অভিভাৱকৰ নামৰ চাকনীৰ তলত যি ইচ্ছা তাকে কৰিব পাৰে, কিন্তু অকলৈ থাকিলে অলপ ভয় কৰাৰহে সম্ভাবনা।

উমা : তুমি বোধকৰোঁ বস্তাৰে লক্ষ্য ৰাখি এই কথা কৈছা?

দীন : মই কাৰো নাম ল'ব নোখোজোঁ; কিন্তু অভিভাৱকৰ দুশ্চৰিত্ৰতাৰ বাবে যে সন্তানৰ পতন হ'ব পাৰে, তেনে দৃষ্টান্ত বিৰল নহয়;—বিশেষকৈ সেইবোৰ পৰিয়ালত, যিবোৰ পূৰ্ব্বৰে পৰা ব্যভিচাৰ দোষত দুষ্ট।

উমা : মই এইবোৰ কথা সোধাৰ উদ্দেশ্য আছে, বালিকা-স্কুলত তোমাৰ প্ৰস্তাৱমতেই আৰু এজনী শিক্ষয়িত্ৰী ৰখাৰ কথা হৈছে; বস্তা আৰু কোনোবা এজনীয়ে হেনো আবেদনো কৰিছে, কিন্তু তেওঁলোকৰ কাম দিবলৈ দুই এজন সভ্যৰ আগ্ৰহ থাকিলেও সৰহ ভাগৰ ইচ্ছা নাই। সেই কাৰণে স্কুল-কমিটিয়ে উষাক দ্বিতীয় শিক্ষয়িত্ৰী-ৰূপে পাবলৈ ইচ্ছা কৰি দেউতাকলৈ লিখিছে। দেউতাকে সেই বিষয়ে মোৰ মত সুধিছিল, মই একো থিৰ কৰিব নোৱাৰিহে তোমাক সুধিলোঁ।

দীনবন্ধুৱে অলপ আচৰিত হৈ সুধিলে,—"কিয়, উষা জানো ইয়াতে থাকিব?"

উমা : ইয়াত নাথাকিনো কলৈ যাব?

দীনবন্ধু অধিকতৰ বিস্মিত আৰু আচৰিত হৈ ক'লে,—"মই তোমাৰ কথা ভালকৈ বুজা নাই। উষাৰ জানো বিয়া হৈ যোৱা নাই? মই গোৱালপাৰাত থাকোঁতে তুমিয়েই দেখোন সেই খবৰ দিছিলা। সেইমতে যোৱা সপ্তাহতে বিয়া হৈ যাব লাগিছিল।"

উমা : যাব লাগিছিল, কিন্তু নগ'ল।

দীন : কিয়?

উমা : এই বিয়া উষাৰ অমতে পতা হৈছিল আৰু সকলো আয়োজন গোপনে কৰা হৈছিল, কিন্তু সময়ৰ আগতে তাই গম পালে। তাই দৃঢ়ভাৱে বিবাহৰ কন্যা হবলৈ অস্বীকাৰ কৰিলে। যিজনী ছোৱালীয়ে বাপেকৰ কথাৰ ওপৰত কথা নকয়, অকল মুখ জোকাৰি নাইবা চকু-লো টুকিয়েই সমিধান দিয়ে, সেই ছোৱালী-জনীৰ ইমান সাহ, ইমান দৃঢ়তা মুহূৰ্ত্তকে ক'ৰ পৰা আহিল, ক'ব নোৱাৰোঁ, বাপেকৰ হাজাৰ তৰ্জ্জন-গৰ্জ্জন, উপদেশ-অনুৰোধ উপেক্ষা কৰি বিবাহৰ প্ৰস্তাৱ দলিয়াই পেলাই ক'লে,—"আপুনি এই আয়োজনেৰে মোৰ শ্ৰাদ্ধ কৰিব পাৰিব, বিয়া দিব নোৱাৰে।" মাত্ৰ একেবাৰ কথা, কিন্তু সেই প্ৰতিজ্ঞাৰ পৰা লৰাবলৈ কাৰো সাধ্য নহ'ল। অগত্যা বিয়া ভাগিল। তুমি বোধকৰোঁ বুজিছা কিয় উষাই তেনে কৰিলে।

দীনবন্ধুৱে কোনো উত্তৰ নিদিলে; অনুমান কৰি তেওঁ চিন্তিত হ'ল। উমাই সেই বিষয়ে আৰু কোনো

কথা উলিওৱা উচিত নহয় বুলি আগৰ প্ৰশ্নত ধৰিলে। দীনবন্ধুৱে ক'লে,—"মোৰ যদি মতামত সুধিছা, মই তাত আপত্তি কৰিবলগীয়া একো দেখা নাই; মাত্ৰ আহোঁতে যাওঁতে এজন আপোন মানুহ লগত থকা উচিত।"

ইয়াৰ পিচত অলপ সময় আৰু কিবাকিবি কথা পাতি উমাকান্তই বিদায় ল'লে; দীনবন্ধু বহুত পৰলৈকে নীৰৱ চিন্তাত বহিল।

# সপ্তম অধ্যায়

## নিশাচৰ

সেই দিনা নগৰত কিবা উপলক্ষে থিয়েটাৰ হৈছিল। দৰ্শকৰ সংখ্যা নিতান্ত কম নহলেও ঘৰ বেছিও হোৱা নাছিল। কাৰণ দূৰণিবটীয়া মানুহ প্ৰায়ে অহা নাছিল। বেছি ভাগ দৰ্শকেই নগৰীয়া ডেকা।

দৰ্শক কম হলেও অভিনয় বেয়া হোৱা নাছিল; অন্ততঃ দৰ্শকসকলৰ মুখত প্ৰশংসাৰ ধ্বনি শুনা গৈছিল। প্ৰত্যেক অঙ্কৰ শেষত দৰ্শকসকলৰ অধিকাংশ বাহিৰলৈ ওলাইছিল, আৰু বাহিৰত পতা দোকানকেইখনত চাহ, চিগাৰেট, নাইবা তামোল কিনি খাইছিল। তৃতীয় অঙ্কৰ অন্তত যিবোৰ মানুহ বাহিৰলৈ ওলাইছিল, ঘূৰি সোমাওঁতে তাৰ ভিতৰত এজন পাচ পৰিল। তেওঁৰ আৰু ভিতৰলৈ সোমোৱা নহ'ল; সকলো ভিতৰ সোমালত তেওঁ লাহে লাহে আলিলৈ উঠিল।

তেতিয়া ৰাতি প্ৰায় এক বাজিছিল। থিয়েটাৰ ঘৰৰ বাহিৰে আন ঠাইত কাৰো সাৰ-শব্দ নাই; সকলো নিদ্ৰাদেৱীৰ কোলাত লাল-কাল। নিশাচৰ জন্তু আৰু জন্তু স্বভাৱৰ দুই-এজন মানুহ মাথোন তেতিয়া সজাগে আছিল; অথবা কাৰবাৰ পিৰালি বা বাৰীচুকত খাপ লৈছিল। তাৰ বাহিৰে নগৰৰ আলিবাটত দুই-এটা 'পাহাৰাৱাল' ঘূৰিছিল। বাটৰ দাঁতিত ক'ৰবাত ক'ৰবাত মিউনিচিপেলিটিৰ চাকিয়ে টিমিক-টামাককৈ পোহৰ দিছিল।

থিয়েটাৰৰ পৰা ওলোৱা মানুহজন লাহে লাহে যাবলৈ ধৰিলে। ক্ৰমশঃ তেওঁৰ বেগ বেছি হৈ আহিল। অলপ সময়ৰ পিচত তেওঁ প্ৰভাৱতীৰ ঘৰৰ সন্মুখত উপস্থিত হ'ল। তাতে থিয় হৈ চাৰিওফাললৈ চকু ফুৰালে। তাৰ পিচত সাউৎকৰে প্ৰভাৱতীৰ মেৰৰ ভিতৰলৈ সোমাই গ'ল। ভিতৰ সোমাই চকোৱাৰ আঁৰতে এখন্তেক ৰ'ল, আৰু কুটাই দি আকৌ এবাৰ চাৰিওফাললৈ চকু দিলে; বোধকৰোঁ কোনোবাই তেওঁক লক্ষ্য কৰিছে নে নাই তাকে গম ল'লে। অলপমান সময় তেনেকৈ থকাৰ পিচত তেওঁ দুৱাৰৰ ওচৰলৈ চাপি গ'ল; দুৱাৰখন ঠেলি চালে, কিন্তু দুৱাৰ মেল নাখালে। আকৌ বিপৰীত ফালে থকা দুৱাৰখনৰ গুৰিলৈ গৈ আগৰ দৰেই পৰীক্ষা কৰিলে, সিও লৰচৰ নহ'ল, ভিতৰফালে বন্ধ। তাৰ পিচত এখন এখনকৈ খিৰিকীবোৰ পৰীক্ষা কৰি চালে, সকলো একেদৰেই বন্ধ। তেওঁ তেতিয়া আকৌ জপনাৰ ওচৰলৈ আহিল, আকৌ এবাৰ কেইওফালে চাই-চিতি ল'লে ক'তো একোৰে গম নাপাই আকৌ তেওঁ খিৰিকী এখনৰ কাষ চাপিল; প্ৰথমেই অলপ অলপকৈ, তাৰ পিচত অলপ ডাঙৰকৈ, তাৰ পিচত আৰু ডাঙৰকৈ টুকৰিয়াবলৈ ধৰিলে, কিন্তু কাৰো সাৰশব্দ নাই। কিছু সময় এনেকৈ অতিবাহিত হ'লত তেওঁ কাণোৰৰ তলৰ পৰা কটাৰি এটা উলিয়ালে; তাকে লৈয়েই খিৰিকীৰ

কজা একমাৰলৈ যত্ন কৰিবলৈ ধৰিলে। বহুত সময় এনেকৈ যত্ন কৰোঁতে কৰোঁতে শেহত চৌকাঠৰ যিখিনিতে পেঁচখিলি সোমাইছিল, সেই খিনিৰ এচটা কাঠ এৰাই গ'ল। তেতিয়া সেই ফালেই বিশেষভাবে ঠেলাঠেলি কৰাত খিৰিকীৰ একাল এৰাই পৰিল। তেওঁ সেই ফাল মাটিত নমাই থৈ সেই বাটে দি এবাৰ ভিতৰলৈ চালে। ভিতৰৰ লেম্পটোৰ পোহৰ কমাই মুমুমুৰাকৈয়ে মেজত তুলি থোৱা হৈছে। প্ৰভাৱতী তেতিয়াও টোপনিত অচেতন, মুখটোৰ বাহিৰে বাকীছোৱা নিহালীৰে ঢকা। মানুহটোৱে আৰু বিলম্ব নকৰি ভিতৰ সোমাবলৈ সাজু হ'ল। হায় ৰাতি! তই যে অনন্তকাল কত পাষণ্ডক সাহায্য কৰি আহিছ! কত কুল-ললনাৰ জীৱন বিষময় কৰিছ!! কত পাপ-ব্যভিচাৰক প্ৰশ্ৰয় দি সংসাৰক নৰক-কুণ্ড কৰি তুলিছ!!! এদিন তোৰ সাহায্য পায়েই কীচকে দ্ৰৌপদীৰ সতীত্ব-হৰণ কৰিবলৈ আহি বংশ-নাশ কৰিছিল; তোৰ সাহায্যতেই অশ্বত্থামাই এদিন পাণ্ডৱ-পুত্ৰবিলাকৰ বিনাশ সাধন কৰিছিল; তোৰ সাহায্যতেই কত গোপন ষড়যন্ত্ৰ, কত নৰহত্যা, কত পৈশাচিক ঘটনা ঘটিছে, তাৰ লেখ কোনে কৰে! আজি যদি এই নিৰাশ্ৰয়া ৰমণীৰ বিপদ ঘটে, তাৰ বাবে দায়ী কোন? দিনত এনে ঘটনা ঘটিব পাৰিলহেঁতেননে?"

মানুহটোৱে কিবা এটা ভাবি জেপৰ পৰা উৰ্দ্মাল এখন উলিয়াই হাতত ল'লে। তাৰ পিচত এটা ভৰি খিৰিকীত দি দুই হাতেৰে চৌকাঠত ধৰি ইটো ভৰিও ওপৰলৈ তুলিলে। তাৰ পিচত ভিতৰলৈ নামিবলৈ এটা ভৰি ভাঁড়িৰ খুজিছে মাথোন, এনেতে হঠাৎ কোন বুলি এটা শব্দ ঠাচ কৰে তেওঁৰ কাণত পৰিল; তেওঁ কি কৰিব কি নকৰিব ভাবিবলৈ সময় নৌ পাওঁতেই পিঠিত কোনোবাই এটা মাৰ শোধালে। মানুহটো বাহিৰলৈ জাঁপ মাৰি পৰিল। প্ৰভাৰ ভায়েকটোৱে আকৌ এটা মাৰ ভাঙিলে। হঠাৎ মানুহটোৰ মুখ দেখি সি থমকা খাই ৰ'ল, মানুহটোৱে এই অৱসৰতে ভিৰাই পলাই লৰ মাৰিলে। এই গোলমালত প্ৰভাৱতীয়ে সাৰ পালে, লৰাটোক সুধিলে,—"কি হৈছিল?"

লৰা: কি হৈছিল তই হবলা ক'ব নোৱাৰ।

প্ৰভা: মৰিবলৈকে মই একো ক'ব নোৱাৰোঁ। মোৰ অকলে থাকিবলৈ ভয় লাগে দেখিয়েই তোক থিয়েটাৰলৈ যাবলৈ মানা কৰিছিলোঁ। তই পিচে মোৰ কথা নুশুনিলি। মই বহুত ৰাতিলৈকে কাম কৰি থাকি বৰকৈ টোপনিয়ে ধৰিলত হে শুলোঁ। তই আহিলে উঠিব লাগিব বুলি চাকিটোও মুমুমুৰাকৈয়ে কমাই থলোঁ। তাৰ পিচত কি হৈছে গমকে পোৱা নাছিলোঁ, এই মাত্ৰ সাৰ পাই তোক থিয় দি থকা আৰু মানুহ এটা খিৰিকীৰ পৰা নামি লৰ মৰা দেখিছোঁ।

লৰা: মই থিয়েটাৰৰ পৰা আহিয়েই তাক খিৰিকীতে দেখিছোঁ। থিয়েটাৰলৈকো গৈছিল; নৌ ভাগোঁতেই মনে মনে উঠি আহিল।

প্ৰভা: মানুহটো কোন চিনি পালি জানো?

লৰা: আৰু কোন হ'ব। সেই বামুণটো। আজি মাউৰৰ মান ভালকৈয়ে ধৰিছোঁ।

তাৰ পিচত দুৱাৰ-খিৰিকী জপাই দুয়ো ভিতৰ সোমাল। লৰাটো পোনেই পাটিত পৰিলহি। এবাৰ

পাটীত বহি বহুত পৰ কিবা ভাবনাত মগ্ন হ'ল; চকুৰ পৰা সৰ্ সৰ্ কৰে চকু-লো ববলৈ ধৰিলে। তেওঁৰ আৰু শোৱা নহ'ল; ৰাতিৰ বাকীডোখৰো তেনে চিন্তা ভাবনাতে অতিবাহিত হ'ল।

# অষ্টম অধ্যায়

## শিৱৰাম শৰ্ম্মা

দীনবন্ধু গোৱালপাৰাৰ পৰা ঘূৰি অহাৰ কিছু দিনৰ পিচতে স্কুলৰ নতুন ঘৰ সম্পূৰ্ণ হ'ল। এতিয়া সেই ঘৰতে স্কুল বহিছে। শিক্ষয়িত্ৰী প্ৰভাৱতী আৰু ঊষা।

আজি-কালি প্ৰভাৱতীৰ পৰা দীনবন্ধুলৈ প্ৰায় দিনৌ একোখন চিঠি আহে, আৰু দীনবন্ধুৰ পৰাও তেনেকৈয়ে উত্তৰ যায়। এনেকৈ চিঠিৰ চলাচল দেখি বহুতে হয়তো সেইবোৰ প্ৰেমপত্ৰ বুলি ভাবিব পাৰে, কিন্তু বাস্তৱিক তাত তেনে কথাৰ নাম-গোন্ধো নাথাকে। থাকে মাত্ৰ স্কুল-পৰিচালনা আৰু শিক্ষয়িত্ৰীৰ চলন-ফুৰণৰ সম্পৰ্কে আলোচনা। প্ৰভাই আজিকালি দীনবন্ধুক নজনোৱাকৈ অতি সামান্য কামতো হাত নিদিয়ে, আন কি, ওচৰ-চুবুৰীয়াৰ ঘৰলৈকো নাযায়; সেই দেখিয়েই ইমান ঘনাই চিঠি লিখিব লগাত পৰে।

চিঠিৰ এনেকুৱা চলাচল এজন মানুহে বিশেষভাবে লক্ষ্য কৰিছিল। তেওঁ এজন স্কুলৰ পণ্ডিত, নাম শিৱৰাম শৰ্ম্মা। তেওঁৰ ঘৰ নগাওঁ কি গোলাঘাট অঞ্চলৰ কোনোৱা গাৱঁত। শিকাত এওঁ এক্কেল 'পাছ'? বয়সত ডল ডেকা, বিয়া হোৱা ফুৰ্ত্তিমান হৈছে। প্ৰভাৱতীৰ ঘৰৰ কাষৰ দীঘিতে থকা মাটি এডোখৰ খাজনা ভৰাকৈ লৈ তাতে এটা বহা সাজি বাস কৰিছে। তাকৰীয়া দৰমহাই নোজোৰে দেখি চাকৰ ৰখা নাই আৰু ঘৈণীয়েকৰো অনা নাই। পাৰিলে দুপইচা বাহি কৰিবৰ ইচ্ছাৰে "প্ৰাইভেট টিউশ্যন" এটাও মাহিলি চাৰি টকাত বন্দবস্ত কৰি লৈছে। ছাত্ৰী এজনি বালিকা—ভূতনাথৰ কন্যা। তেওঁ এটা লৰা পঢ়াবলৈ লোৱা হলে ইয়াতকৈ বেছি টকাও পালেহেঁতেন, কিন্তু সন্মুখত হাস্যমুখী বালিকাক লৈ একেৰাহে দুঘণ্টা বহিবলৈ পোৱা জানো টকাতকৈ মূল্যবান নহয়!

শিৱৰামে সেইখিনিতে আশ্ৰয় লোৱাৰ পৰাই তেওঁৰ দল বাঢ়িবলৈ ধৰে। দীনবন্ধুৱে দিনে-ৰাতিয়ে আমনি পাই যিবোৰ মানুহক দূৰ কৰিছিল, সেইবোৰেও তেওঁৰ বহাতে গৈ আড্ডা পাতিছিল। ওচৰ-চুবুৰীয়া বুলি এওঁ দীনবন্ধুৰ তালৈকো দিনৌ তিনি-চাৰি বাৰকৈ আহিছিল।

প্ৰভাৱতীৰ লগত দীনবন্ধুৰ চিঠিৰ চলাচল দেখি তেওঁ কি ভাবিছিল ক'ব নোৱাৰোঁ, কিন্তু মাজে মাজে দীনবন্ধুৱে প্ৰভাৰ চিঠি মেজৰ ওচৰতে এৰি কোনোবাফালে গ'লে, তেওঁ মনে মনে পঢ়িছিল। এই দৰে কিছুদিন যোৱাত এদিন তেওঁ দীনবন্ধুক ক'লে,—"আপোনাক এটা কথা কওঁ বুলিছোঁ' আপুনি বেয়া নাপাব। আপোনাৰ লগত প্ৰভাৱতীৰ প্ৰেম-পত্ৰ চলে বুলি বহুতে কোৱাকুই কৰিছে, আৰু আপোনালৈ খোৱা বস্তু পঠিওৱাও বহুতে দেখিছে: সেই কাৰণে আপুনি কিছু সাৱধান হোৱা উচিত।

দীন: ইয়াত সাৱধান বা অসাৱধান হোৱাৰ কোনো কথা নাই। মইতো কোনো কাম গোপনে কৰিবলৈ যোৱা নাই, মানুহে দেখাত মোৰ হানি, কিটো? বৰং

মোৰ কাৰ্য্য যদি গোপনীয় হ'লহেঁতেন, তেতিয়াহে ভয়ৰ কাৰণ থাকিলহেঁতেন। মই বেতিয়ালৈকে দোষ নকৰোঁ, তেতিয়ালৈকে পৰৰ প্ৰলাপত কাণ দিয়াৰ আৱশ্যকতাও বোধ নকৰোঁ।

শিৱ : সেইটো হয়, কিন্তু মিছাকৈ লোকৰ কথা শুনাহে টান। প্ৰভাৱতী দেখাতেই নীহ জাতৰ ছোৱালী। তাইৰ হাতে প্ৰকাশ্যভাৱে জলপান খোৱাটো অন্যায়। এই বিষয়েও বাহিৰত ঘুনুক-ঘানাককৈ কিবাকিবি কথা ওলাইছে।

দীন : প্ৰভাৱতীৰ হাতে খোৱা অন্যায় যদি জাহাজত বাটলাৰৰ হাতে খোৱাটো ন্যায় হয় কেনেকৈ? তুমি জানো জাহাজত তেনেকৈ খোৱা নাই?

শিৱ : জাহাজত খালেও তাক কোনেও নাজানে। এনেকৈ দেখাদেখিকৈ খালেহে লেঠা।

দীন : সেই বিষয়ে মোৰ মত তোমাৰ লগত কোনো কালে মিলিবৰ সম্ভাৱনা নাই। মোৰ মতে যিটো কাম অন্যায় তাক গোপনেও কৰা উচিত নহয়, আৰু উচিত বুলি ভবা কাম গোপনে কৰাৰ প্ৰয়োজন নাই। যিটো কাম প্ৰকাশ্যে কৰিবলৈ ভয় লাগে, তাক গোপনে কৰিবলৈ যোৱা ভীৰুতা আৰু কাপুৰুষতা।

শিৱৰামে তাৰ একো উত্তৰ নিদি ক'লে,—হেৰি, এটা কাম নকৰে কিয়? মোৰ ছুখনমান উৰ্মালৰ আৱশ্যক। মই শুনিছোঁ প্ৰভাৱতীয়ে বৰ বঢ়িয়া উৰ্মাল কৰিব জানে। আপুনি চাৰিখনমান কৰাই নানে কিয়? দুখন মোক দিব, দুখন আপুনি ল'ব, মই কাপোৰ আনি দিম।"

দীন : মোৰ সম্প্ৰতি উৰ্মালৰ আৱশ্যক নাই। যদিও মই অনুৰোধ কৰিলে কৰি দিব বুলি বিশ্বাস কৰোঁ, তথাপি মই মিছা কথা কৈ অনুৰোধ কৰিব নোৱাৰোঁ। তোমাৰ যেতিয়া প্ৰয়োজন, তুমি নিজে অনুৰোধ কৰাই ভাল।

শিৱ : সেইটো হওঁতে হয়, কিন্তু কেতিয়াও কোনো আলাপ-পৰিচয় নোহোৱাকৈ হঠাৎ চিঠি লিখিবলৈ কেনেবা লাগে।

দীন : তেনেহলে এইবোৰ জঞ্জাললৈ নগৈ বজাৰৰ পৰা কিনি আনিবা। মোৰ মতে সেয়ে ভাল।

শিৱই তাৰ একো উত্তৰ নিদি মৌন হ'ল। অলপ সময় তেনেকৈ থকাৰ পিচত শিৱই আকৌ ক'লে—"আপোনাক আৰু এটা কথা সোধোঁ। আপুনি বহুত ঠাইত ফুৰিছে, বহুত দেশৰ ৰীতি-নীতি দেখিছে, বহুত শাস্ত্ৰ পঢ়িছে; সেই কাৰণে আমাতকৈ বেছিকৈ মানৱ-চৰিত্ৰ বুজি পায়। প্ৰভাৱ চৰিত্ৰ সম্পৰ্কে আপোনাৰ মত কি?

দীন : মোৰ মত একো নাই, কিয়নো "ত্ৰিয়াশ্চৰিত্ৰং পুৰুষস্য ভাগ্যং দেৱো ন জানাতি, কুতো মনুষ্যঃ?"

শিৱ : মই এই কথা সোধাৰ কাৰণ আছে। সঁচাকৈয়ে মই কালিৰে পৰা একেটা কথাকে ভাবি আছোঁ, কিন্তু তাৰ একো সিদ্ধান্ত উলিয়াব পৰা নাই।

দীন : কি কথা?

শিৱ : কথাটো গোপনীয়, কিন্তু আপুনি শুনাত হানি নাই। আপুনি যেন আৰু ক'তো নুলিয়ায়।

দীন : তেনেকৈ মই গাত ল'ব নোৱাৰোঁ। প্ৰয়োজন দেখিলে উলিয়াবও পাৰোঁ। সেই দেখি মই জানিলে যদি বেয়া হোৱাৰ সম্ভাৱনা আছে, তেন্তে নোকোৱাই ভাল।

শিৱ : মোৰ বিশ্বাস আপুনি জনাৰ পৰা বেয়া নহৈ বৰং ভালহে হ'ব।

দীন : কোৱাঁ তেন্তে।

শিৱ : কথাটো হৈছে মই কালি থিয়েটাৰ চাবলৈ গৈছিলোঁ। থিয়েটাৰ ভাগিলত ঘৰলৈ আহোঁতে দেখোঁ দেখোন কাপোৰেৰে মূৰে গাই ঢাকি কোনোবা এটা প্ৰভাৰ ঘৰৰ পৰা ওলাই আহিছে। মানুহটো কোন চিনিব নোৱাৰিলোঁ। এবাৰ ধৰোঁ বুলিও ভাবিছিলোঁ, কিন্তু সি লৰ মাৰিলত ধৰিব নোৱাৰিলোঁ। তাতে কেনেবাকৈ তাৰ দোষ মোৰ গাত পেলাই সাৰে বুলি ভয়ো লাগিল। আজি আপোনাৰ কাণ চুৱাই থলোঁ, যদি আকৌ তেনে সময়ত কোনোবা আহে, মই নিশ্চয় ধৰিম। তেতিয়া যদি

দীন : মাফ কৰিবা, মই তেনে ডিটেক্টিভৰ কামত ফুৰিবলৈ গাত ল'ব নোৱাৰোঁ।

শিৱ : আপোনাক ফুৰিবলৈ কোৱা নাই, আজি যি কথা ক'লোঁ, তাক মনত ৰাখিলেই হ'ব।

দীনবন্ধুৱে একো নামাতিলে। তেওঁ মনে মনে কিবা ভাবিছিল। দীনবন্ধুক নীৰৱ দেখি শিৱৰাম উঠি গ'ল।

সেই দিনা আবেলি ফুৰিবলৈ যাওঁতে দীনবন্ধুৱে তেওঁৰ আৰু প্ৰভাৰ নামে শিৱৰামে কোৱা আটাই-কেইটা কথাৰ আলোচনা হোৱা শুনিলে। তেওঁ নিজৰ বিষয়ে ওলোৱা কথা লৈ বিশেষ ভৰা নাছিল, কিন্তু শিৱৰামে দেখা মানুহটো যদি সঁচাকৈয়ে প্ৰভাৰ ঘৰৰ পৰা ওলাইছিল, তেনেহলে তাৰ উদ্দেশ্য কি হ'ব পাৰে, সেই কথাই তেওঁৰ মনত তোলপাৰ লগাইছিল। তেওঁ ভাবিলে সি কোনোবা দুৰ্দান্ত মানুহ, কু-অভিপ্ৰায় লৈ আহিছিল, কিন্তু তাত প্ৰভাৱতীৰ কিবা হাত আছিল নে নাই, তাক জনা যায় কেনেকৈ? হয়তো প্ৰভাই গম নোপোৱাকৈ সি আহিব পাৰে আৰু বিফল-মনোৰথ হৈ উলটি যাব পাৰে। যদি সেয়ে নহয়, প্ৰভাৰ ইচ্ছামতেহে সি আহিছিল, তেন্তে প্ৰভা নিশ্চয় ভ্ৰষ্টা। ইমান গোলমালৰ পিচতো যদি প্ৰভাৰ ইচ্ছামতে তেওঁৰ ঘৰলৈ এনেকৈ মানুহ আহিব পাৰে, তেনেহলে তেওঁ প্ৰভাৰ লগত কোনো প্ৰকাৰৰ সম্পৰ্ক নৰখাই ভাল। কিন্তু প্ৰকৃত ঘটনাটো কি তাৰ তত্ত্ব নোলোৱাকৈ তেনে কৰিলে, হয়তো প্ৰভাৰ প্ৰতি অবিচাৰ কৰা হ'ব পাৰে। শেহত প্ৰকৃত ৰহস্য উদ্ধাৰ কৰিবলৈ তেওঁ কৃতসঙ্কল্প হ'ল।

## নৱম অধ্যায়

### ৰেল-যাত্ৰী

মেইল ট্ৰেইন পৈ শিয়ালদহ ষ্টেচনত লাগিলত অসংখ্য যাত্ৰী গাড়ীৰ পৰা নামিল। ষ্টেচনৰ ভিৰ বৰ

বেছি। গোটেই ষ্টেচন লোকাৰণ্য —অহা আহিছে, যোৱা গৈছে, খাপ লোৱাই খাপ লৈ আছে। ঘেঁাৰাৰ গাড়ী, মানুহৰ গাড়ী মটৰকাৰ, বাচ, মুটিয়া আদিৰ লেখজোখ নাই। বিশ্রামঘৰত কেইখনমান চাহৰ আৰু চিগাৰেট খিলি তামোলৰ দোকান আছে। ফেৰিৱালাই চাহপানী, বৰফ, লিমনেড, কটি, মিঠাই, খিলি তামোল, চিগাৰেট, আদি লৈ কাৰ লাগে সুধি চিঞৰি ফুৰিছে। দৈনিক বাতৰি কাকত আৰু কিতাপ বেচোঁতাৰো অভাৱ নাই। এই জনতাৰ শান্তি ৰক্ষা কি ভঙ্গ কৰিবলৈ জনচেৰেক ৰেইলৱে পুলিচ ঘূৰিছে। চাৰিওফালে ভয়ানক কোলাহল মাথোন শুনা যায়।

ষ্টেচনৰ প্লেটফৰ্ম্মত এজন চাহাবী সাজ-পাৰ পিন্ধা মানুহ আগৰে পৰা থিয় হৈ আছিল; তেওঁ ব্যস্তভাৱে কাৰবাৰৈ অপেক্ষা কৰিছিল। ৰেল আহি ষ্টেচন পালত তেওঁ গাড়ীবোৰত চকু ফুৰালে; মধ্যম-শ্রেণীৰ যাত্ৰী এযোৰাৰ ওপৰত তেওঁৰ দৃষ্টি পৰিল। যাত্ৰী দুজন গাড়ীৰ পৰা নামিলতে তেওঁ ওচৰ চাপি গৈ তেওঁলোকক আগ বঢ়াই আনিলে; মালৰ টোপোলা, বাকচ আৰু বেগটো মুটিয়াৰ কান্ধত তুলি দিলে। মুটিয়াই মালখিনি আনি গাড়ীত তুলি দিলত তেওঁ তাক চৰতীয়া এটা দি বিদায় দিলে আৰু যাত্ৰী দুজনৰে সৈতে গাড়ীত উঠি কচোৱানক ক'লে—"মুক্তাৰাম বাবুৰ লেন, ১১৮ নম্বৰ বাড়ী।"

গাড়ী ঘৰ-ঘৰকৈ চলিবলৈ ধৰিলে। গাড়ী-ঘেঁাৰা, ট্ৰাম আৰু মটৰৰ তুমুল কোলাহলত সহজে একোকে শুনি ফুটপাথত মানুহৰ ভিৰ ততোধিক। যাত্ৰী দুজনৰ এজন যুৱক আৰু এজনী যুৱতী; যুৱতী আগেয়ে কেতিয়াও কলিকতালৈ অহা নাছিল। বাটত মানুহ-দুহ, গাড়ী-ঘেঁাৰা, ট্ৰাম আৰু মটৰকাৰৰ গমনাগমন দেখি তেওঁ তাত কিবা উৎসৱ হৈছে বুলি মনে অনুমান কৰিছিল। বাটৰ দুয়ো কাষে বিশাল-লৈকে দেখা যায়, ঘৰৰ ওপৰতে ঘৰ মাথোন। যুৱতীয়ে দুয়ো কাষলৈ চাবলৈ ধৰিলে; বিজ্ঞাপন পৰিশোভিত সৌধমালাৰ সাজ-সজ্জা দেখি তেওঁৰ চকু স্থিৰ হৈছিল, আৰু কলিকালত কলিকতায়েই স্বৰ্গ বুলি আপোনাআপুনি ভাবি গৈছিল। তেওঁ কলিকতাৰ ষ্টাৰ, মিনাৰ্ভা আদি কেইটামান থিয়েটাৰৰ নামৰ বাহিৰে আন একো নাজানিছিল। বাটত ডাঙৰ ঘৰ দেখিলেই এইটো কি ঘৰ, সেইটো কি ঘৰ বুলি প্ৰশ্ন কৰিছিল আৰু মাজে মাজে ষ্টাৰ বা মিনাৰ্ভা থিয়েটাৰৰ ঘৰটো কিমান দূৰৈত, কোন ফালে আছে ইত্যাদি সুধি সুধি সঙ্গী দুজনক অস্থিৰ কৰি তুলিছিল।

কিছু সময়ৰ পিচত গাড়ীখন মুক্তাৰাম বাবুৰ লেনত থকা ১১৮ নম্বৰ ঘৰটোৰ মুখত ৰ'ল। ঘৰটোৰ অৱস্থা অতিশয় জীৰ্ণ, মাজে মাজে দুই এচপৰা ইটাও খহিছে; চালৰ ওপৰতো কাটে কাটে গছ-পুলি গজিছে। বোধকৰোঁ, কেইবা বছৰো এই ঘৰটোৰ সংস্কাৰ হোৱা নাই। ঘৰৰ আগত থকা নম্বৰটোৰ চিন আধা-আধি মৰিছে, নতুন মানুহে তাক সহজে মাতিব পৰাৰ সম্ভাৱনা নাই। আৰোহীকেইজন গাড়ীৰ পৰা নামি এই ঘৰটোতে প্ৰবেশ কৰিলে। তেওঁলোক যিটো খোটালিত ৰহিল, তাত খনচেৰেক আধা ভগা চকি আৰু এখন দেৱালত ষ্টেচা দি পোনাই ৰখা তিনি ঠেঙীয়া মেজ আছিল তাৰ ওপৰতে এটা লেম্প।

তেওঁলোক বহাৰ পিচতে এজনী যিয়ে মুখ ধুবলৈ পানী আৰু দাঁতোন দি গ'ল আৰু তেওঁ-লোকে মুখ ধোৱা শেষ কৰাৰ লগে লগে কেইটি-

চকলমান কটিবৰ সৈতে তিনি পিয়লা চাহ আনি দিলে; তেওঁলোকো তাৰ যথোচিত সদ্ব্যৱহাৰত লাগি গ'ল। চাহ খোৱা হ'লত তেওঁলোকে কিবাকিবি কথাবতৰা পাতিলে। তাৰ পিচত স্নানৰ বন্দবস্ত হ'ল, এজন এজনকৈ "বাথ ৰুমলৈ" যাবলৈ ধৰিলে।

এই ঘৰৰ গৃহস্থজনৰ নাম জ্ঞানেন্দ্ৰনাথ ৰায়। হেটকোটেৰে পৰিশোভিত হৈ এৱেঁই ষ্টেচনৰ পৰা আলহী দুজনক আগ বঢ়াই আনিছিল। পাঠকসকলে এওঁৰ পৰা যোৱা এখন চিঠি ৰম্ভাৱতীৰ হাতত দেখিছিল। সেই কাৰণে এওঁৰ পৰিচয়টো অলপ বহলাই দিয়া উচিত।

জ্ঞানেন্দ্ৰৰ আচল ঘৰ পূৰ্ব্ববঙ্গৰ কোনোবা এখন গাৱঁত। সৰুতে এওঁৰ মাক-বাপেক ঢুকায়। সেই কাৰণে মোমায়েকৰ লগত থাকি ডাঙৰ দীঘল হ'ব লগাত পৰে। মোমায়েকে আসামত চাকৰি কৰিছিল, সেই কাৰণে জ্ঞানেন্দ্ৰৰ শিক্ষাও আসামতে হৈছিল। স্কুলত এওঁ লক্ষ্মীকান্তৰ সহপাঠী আছিল, আৰু দুয়োৰে ভিতৰত বৰ মিল আছিল। যেতিয়া তেওঁলোকে ইংৰাজি স্কুলৰ তৃতীয় শ্ৰেণীত পঢ়িছিল, তেতিয়া দুয়ো আলচ কৰি এদিন অভিভাৱকৰ বাকচ ভাঙি টকা চুৰ কৰে, আৰু কলিকতালৈ পলাই যায়। লক্ষ্মীকান্তৰ বাপেকে বহুত চেষ্টা কৰি পুলিচৰ সাহায্য লৈ তেওঁক ঘূৰাই আনে। জ্ঞানেন্দ্ৰ কিন্তু কলিকতাতে থাকিল। মোমায়েক জ্ঞানেন্দ্ৰৰ ব্যৱহাৰত নিতান্ত অসন্তুষ্ট আছিল, সেই দেখি আকৌ ঘাৰমাল চপাই ল'বলৈ তেওঁ ইচ্ছা বা চেষ্টা নকৰিলে।

আলহী দুজন কোন, এতিয়া বোধকৰোঁ নকলেও চলে। তেওঁলোক লক্ষ্মীকান্ত আৰু ৰম্ভাৱতী। প্ৰভাৱতীক কোনোমতে স্কুলৰ পৰা খেদাব নোৱাৰি আৰু কেতিয়াবা পাৰিলেও কাম পোৱাৰ আশা নেদেখি ৰম্ভাই কলিকতালৈ যাবলৈ মন মেলিলে, আৰু কিবা এটা সুবিধা কৰিবলৈ জ্ঞানেন্দ্ৰলৈ বাৰে বাৰে লিখিবলৈ ধৰিলে। ৰম্ভাক আনিবৰ নিমিত্তে জ্ঞানেন্দ্ৰৰো ইচ্ছা আছিল, গতিকে তেৱোঁ সুবিধা বিচাৰি নানা প্ৰকাৰে যত্ন কৰিবলৈ ধৰিলে। এনেতে হঠাৎ তেওঁৰ কপাল ফুলিল, মিশ্যন স্কুলত এজনা তলৰ শিক্ষয়িত্ৰীৰ কাম ওলাল। যিজন চাহাবৰ তলত জ্ঞানেন্দ্ৰই কাম কৰে, তেওঁ সেই মিশ্যনৰে এজন পাদুৰী। এই সুবিধাকে লৈ, আৰু ৰম্ভাক নিজৰ আত্মীয় বুলি কৈ, জ্ঞানেন্দ্ৰই কামটো ৰম্ভাক দিয়াবলৈ দিনেৰাতিয়ে চাহাবক খাটিবলৈ ধৰিলে। শেহত জ্ঞানেন্দ্ৰৰ খাটনিৰ গুণ ধৰিলে; যদিও এই কামৰ নিমিত্তে অসংখ্য দৰ্খাস্ত পৰিছিল, তথাপি ৰম্ভাকেই নিযুক্ত কৰা স্থিৰ হ'ল। অৱশেষে, ছমাহৰ কাৰ্য্য চাইহে নিগাজী কৰা-নকৰাৰ সিদ্ধান্ত হ'ব বুলিও জনোৱা হ'ল। জ্ঞানেন্দ্ৰই তেতিয়া ৰম্ভাক মাতি পঠিয়ালে। কলিকতাত কাম পোৱাৰ বাতৰি পাই ৰম্ভা আনন্দত উৎফুল্ল হৈ উঠিল, আৰু কলিকতালৈ যাবলৈ প্ৰস্তুত হ'ল। যদিও ঘৰৰ প্ৰায় কাৰো মত নাছিল, তথাপি ৰম্ভা যাবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল; অগত্যা লক্ষ্মীকান্তই এসপ্তাহৰ ছুটি লৈ ভনীয়েকক কলিকতাত থৈ আহিবলৈ যাব লগাত পৰিল।

স্নানাহাৰ সমাপ্ত হ'লত তিনিওজন বহি আলাপ কৰিবলৈ ধৰিলে। লক্ষ্মীকান্তই সুধিলে—পিচে, সিফালৰ পৰা কিবা খবৰ পাইছানে?

জ্ঞান : পাইছোঁ।

লক্ষ্মী : পিচে গঢ়-গতি কেনে?

জ্ঞান : কেনে হ'ব! সকলো মিছা হ'ল। বোলে গালোঁ বালোঁ [illegible]খালাকটিৰ ভাল। হওঁতে মই আগেয়ে জানিছিলোঁ, এনে

সবল মনব তিকতা মই আৰু দেখা নাই।

লক্ষ্মী : তুমি বাৰু ইয়াৰ কাৰণটো কি বুলি ভাবা?

জ্ঞান : মই বিশেষ একো ক'ব নোৱাৰোঁ, তথাপি মোৰ সন্দেহ হয়, তেও কাৰ-বাক বৰকৈ ভাল পায়।

লক্ষ্মী : কেনেকৈ জানিলা?

জ্ঞান : জনাকৈ জনা নাই, তথাপি সন্দেহ হয়।

লক্ষ্মী : কিয়?

জ্ঞান : কাৰবাৰ চিঠি এখন পঢ়ি কন্দা দেখিছিলোঁ।

লক্ষ্মী : কন্দাৰ কাৰণ কি?

জ্ঞান : ঠিককৈ কোৱা টান; তথাপি মোৰ বোধ হৈছিল, সেই চিঠিৰ লিখকজনৰ লগত কিবা মতান্তৰ ঘটিছিল, অথচ এৰি আহিবলৈকো টান পাইছিল।

লক্ষ্মী : চিঠিখন ক'ৰ পৰা আহিছিল?

জ্ঞান : নামটো নাজানো, মানুহটো ওচৰতে থাকে।

লক্ষ্মী : বুজিছোঁ, সেই পাষণ্ডয়েই সকলো অনৰ্থৰ মূল।

বন্তা : কাৰ কথা কৈছে মই এতিয়াও বুজা নাই।

লক্ষ্মী : আৰু কাৰ কথা ক'ব মই এতিয়াও বুজা নাইনে কোনে আমাৰ সকলো চেষ্টা মাটি কৰিছে?

বন্তা : তেনেহলে দীনবন্ধু।

লক্ষ্মী : নহয়নো কি?

জ্ঞানেন্দ্ৰই তেতিয়া দীনবন্ধুৰ সবিশেষ কাহিনী শুনিবলৈ ইচ্ছা কৰিলত লক্ষ্মীকান্তই তেওঁৰ বিস্তাৰিত বিবৰণ দিলে। তাৰ পিচত ক'লে,—"যোৱা কথা গ'ল, তাৰ কথা আলচ কৰি থাকিলে কি হ'ব। এতিয়া বৰ্ত্তমান বিষয়ৰ আলোচনা কৰা যাওক। তুমি মিশ্যন স্কুলৰ কামৰ সম্পৰ্কে সকলো বন্দবস্ত কৰি থৈছা নহয়?"

জ্ঞান : মই আমাৰ চাহাবক কৈ সকলো ঠিক কৰি ৰাখিছো। চাহাবক কিমান খাটি-লুটি মান্তি কৰাইছোঁ, তাক তোমা-লোকে কি বুজিবা! নহলে কলিকতা হেন নগৰত চাকৰি পায় বুলি ভাবানে?

লক্ষ্মী : থকাৰ সম্পৰ্কে একা?

জ্ঞান : স্কুলৰ বোৰ্ডিঙতে থাকিবলৈ সুবিধা হ'ব বুলিছে, কেৰেয়া দিব নালাগে।

লক্ষ্মী : ভাল কথা। আজিয়েই তেন্তে বন্তাক তাৰ "লেডি চুপাৰিণ্টেণ্ডেণ্ট'ৰ ওচৰলৈ লৈ যাব লাগিব।"

জ্ঞান : আজি আৰু কেতিয়া নিম! চাহাব এতিয়া ফুৰিবলৈ যাব, মই মটৰ নিব লাগিব। কালিলৈহে যাব পাৰিম।

লক্ষ্মী : মই কিন্তু কালিলৈ নগলেই নহ'ব। মই সাত দিনৰ ছুটীত আহিছিলোঁ, ভাবিছিলোঁ ইয়াত দুদিনমান থাকি যাব পাৰিম। পিচে বাটতে জাহাজ-খন দুদিন লাগি থাকি সকলো মিছা কৰিলে। এতিয়া কালিলৈ নগলে নিৰ্দ্দিষ্ট দিনত কামত হাজিৰ হোৱা অসম্ভৱ হ'ব। আজিয়েই সকলো দিহা হৈ যোৱা হলে নিশ্চিন্ত হব পাৰিলোঁহেতেন।

জ্ঞান : দিহানো আৰু কি হ'ব! সকলো

হৈয়েই আছে দোখোন। কালিলৈ তুমিও যাবা, ৰত্নাও বোৰ্ডিংলৈ যাব। আজি ৰাতিটোহে মোৰ ঘৰত থাকিবা।

ৰত্না : এৰা, সেয়ে ভাল। আজি ককাইদেউৰে সৈতে লগে-ভাগে থাকোঁ; কালিলৈ তেৱোঁ যাব, ময়ো যাম।

লক্ষ্মীকান্তই তেতিয়া একো নামাতি সম্মতি-জ্ঞাপক মৌনাৱলম্বন কৰিলে।

# দশম অধ্যায়

## কপট বন্ধু

শিৱৰামে সাৱধান কৰি দিয়াৰ পিচতে দীনবন্ধুৱে শিৱই কোৱা কথাবোৰ বাহিৰত আলোচনা হোৱা শুনি তাৰ তথ্য অনুসন্ধান কৰিবলৈ ইচ্ছা কৰাৰ কথা ওপৰত কোৱা হৈছে। যেনে ইচ্ছা তেনেকৈ কাম হোৱাত বিশেষ একো কষ্ট কৰিব লগা নহ'ল। তেওঁ দুই এজন বিশ্বাসী মানুহৰ সাহায্যেৰে পিচ দিনাই তাৰ সকলো তলা-নলা উলিয়াই পেলালে। এইবোৰ কথাৰ প্ৰচাৰক স্বয়ং শিৱৰাম শৰ্ম্মা। তেওঁ সেইদিনা এইবোৰ কথা লৈ তেওঁৰ ছাত্ৰীৰ লগত গল্প কৰিছিল আৰু মাক-বাপেকহঁতকো কৈছিল; আনফালে তেওঁৰ লগৰীয়াদলৰ লগতো আলোচনা কৰিছিল। তাৰ ফলত দুই-এঘণ্টাৰ পিচতে এইবোৰ আলোচনাই নগৰৰ ইমূৰৰ পৰা সিমূৰলৈকে ভুৰিছিল। দীনবন্ধু যদিও এইবোৰ কথাত বৰকৈ বিচলিত হোৱা নাছিল, তথাপি এনে কাৰ্য্যত শিৱৰামৰ স্বাৰ্থ কি জানিবলৈ একান্ত আগ্ৰহ জন্মিল। তেওঁ সেই দিনাই প্ৰভাৱতীলৈ এখন চিঠি লিখি শিৱৰামৰ লগত তেওঁৰ কিবা সম্পৰ্ক আছে নে নাই সুধি পঠিয়ালে। সেই দিনা প্ৰভাৰ পৰা কোনো উত্তৰ নাহিল। পিচ দিনাখন পুৱাতে দীনবন্ধুৱে প্ৰভাৱতীৰ পৰা এখন প্ৰকাণ্ড চিঠি আৰু এটা চিঠিৰ টোপোলা পালে। চিঠিখন সম্পূৰ্ণৰূপে ইয়াত দিয়া অসম্ভৱ। তাৰ সাৰ মৰ্ম্ম এই, —"শিৱৰাম মোৰ ঢাপৰ দাঁতিতে থকাৰ বাবে ওলাওঁতে সোমাওঁতে প্ৰায়েই দেখা পাওঁ। মই অহাৰ পিচত তেওঁ প্ৰায়ে মোৰ ঘৰলৈ চাই বহি বহি সময় কটাইছিল, আৰু পিচত দল গোট খালত মই শুনাকৈ নানা প্ৰকাৰৰ কুৎসিৎ কথা পাতিছিল। মই তেতিয়া সেইবোৰৰ বিষয়ে বিশেষ মন-কাণ দিয়া নাছিলোঁ। কেতিয়াবা কেতিয়াবা তেওঁ ঢাপৰ দাঁতিত থকা আমগছজোপাত উঠি বহি থাকে; গছজোপাৰ সেইখিনিৰ পৰা মোৰ শোৱনি ঘৰৰ মজিয়া ভালকৈ দেখি। মাজে মাজে তেনে অৱস্থাতে তেওঁ সঁহাৰি লগায়, আৰু কিবাকিবি অঙ্গীভঙ্গী দেখুৱায়। এই দৰে প্ৰায় দুমাহ গ'ল; এনেতে তেওঁ এদিন মোৰ হাতত কিবা গানৰ কিতাপ থাকিলে পঠিয়াবলৈ অনুৰোধ কৰি এখন চিঠি লিখিলে। লগতে মোৰ ভাইটোৰ পঢ়া-শুনাৰ সম্পৰ্কে বহুতো কথা লিখিছিল। আপুনি বোধকৰোঁ জানে মোৰ ভাইটো স্কুলত এওঁৰ তলতে পঢ়ে। মই যদিও শিৱলৈ চিঠি লিখিবলৈ আহুকাল বোধ কৰিছিলোঁ, তথাপি লৰাটোৰ কথাও তাত থকাৰ বাবে, তাৰ ওপৰত বিশেষভাবে চকু ৰাখিবলৈ তেওঁক অনুৰোধ কৰি উত্তৰ লিখিলোঁ আৰু লগতে গানৰ কিতাপ এখনো পঠিয়াই দিলোঁ। এয়ে আমাৰ চিঠি লিখাৰ আৰম্ভণ। তেতিয়াৰে পৰা মাজে মাজে তেওঁ চিঠি দি থাকিবলৈ ধৰিলে—কেতিয়াবা চকোৱাৰ ফুটাই দি সৰকাই আৰু কেতিয়াবা ভাইটোৰ হাতত।

ময়ো তাৰ উত্তৰ দিছিলোঁ, আৰু তেনেকৈয়ে ঘনিষ্ঠতা বহুতো বাঢ়িছিল। কিন্তু স্কুলৰ সম্পৰ্কে আলোচনাৰ ঢৌ উঠাৰ আগলৈকে চিঠি-পত্ৰ সম্পূৰ্ণ নিৰ্দোষ ভাবেই চলিছিল, ভাইটোৰ পঢ়া-শুনা ফুৰা-চকা ইত্যাদি কথাই এইবোৰ চিঠিৰ ঘাই বিষয় আছিল। যেতিয়া স্কুলৰ আৰু আমাৰ বিষয়ে আলোচনা কৰিবলৈ আন্দোলন হয়, ঠিক সেই সময়তে তেওঁ এখন চিঠিত এনেকৈ লিখিছিল,—"দীনবন্ধুকে আদি কৰি সকলো তোমাৰ শত্ৰু; তেওঁলোকে মোক তোমাৰ বিৰুদ্ধে সাক্ষী হবলৈ টানি ধৰিছে। তেওঁলোকৰ কথা মুশুনিলে যে মোৰ বিপদ ঘটিব, তাত সন্দেহ নাই। ইমানতো যদি তুমি মোক উপযুক্ত পুৰস্কাৰ দিবলৈ প্ৰতিজ্ঞা কৰা, তেনেহলে মই সেই বিপদৰ মূৰ পাতি লবলৈ সাজু আছোঁ।" শিৱৰ চিঠি পঢ়ি তেওঁৰ উদ্দেশ্য অসৎ বুলি মোৰ ধাৰণা হৈছিল। আন সময়ত হোৱা হ'লে মই তাৰ কোনো উত্তৰ নিদিলোহেঁতেন, কিন্তু তেতিয়া মোৰ মনত ইমান ভয় সোমাইছিল যে মই বুজিও নুবুজাৰ ভাও ধৰি লিখিলোঁ,—"আপুনি ধৰ্মতঃ যিটো সঁচা বুলি জানে, তাক প্ৰমাণ কৰিবলৈ চেষ্টা কৰিলে আপোনাৰ কেতিয়াও বিপদ নহয়। মানুহে শত্ৰুতা কৰিলেও ঈশ্বৰে নিশ্চয় সাহায্য কৰিব আৰু প্ৰভাৱতী আপোনাৰ ওচৰত চিৰকাল কৃতজ্ঞতা-পাশত আবদ্ধ থাকিব।"

স্কুল-সম্পৰ্কে সকলো কথাৰ মীমাংসা হৈ যোৱাৰ পিচত তেওঁ কেইবাদিনো বন্ধা-বঢ়াৰ অসুবিধাৰ কথা কৈ মোৰ ইয়াত ভাত খাবলৈ বিচাৰিছিল, মই নানা কাৰণ দেখুৱাই দিব নোৱাৰোঁ বুলি ক'লো। তাৰ পিচত তেওঁ দিনৌ জঘন্য প্ৰস্তাৱ কৰিবলৈ ধৰিলে। মই ভয়ত অস্থিৰ হৈ পৰিছিলোঁ আপুনি তেতিয়া ইয়াত থকা হলেও মই ইমান কাতৰ নহলোঁহেঁতেন। আপোনাৰ অনুপস্থিতিত বিপদ ঘটিলেও কোনোবাই সাহায্য কৰিব বুলি মই আশা কৰিব নোৱাৰিছিলোঁ। মই তেতিয়া ফাঁকি ফুকা দি কোনোমতে ৰক্ষা পাবলৈ যত্ন কৰিবলৈ ধৰিলোঁ, আপুনি কেতিয়া ঘূৰি আহিব, সেয়ে মাথোন মোৰ দিন-ৰাতি চিন্তা হবলৈ ধৰিলে। আপুনি নহালৈকে মোৰ মনত এদিনলৈকো শান্তি নাছিল; কেতিয়া কি বিপদ ঘটে, এই ভাবনাতে ভোক, টোপনি একো নোহোৱা হৈছিল। ঈশ্বৰৰ ইচ্ছাত কোনো বিপদ নৌ ঘটোতেই আপুনি আহি পালে। আপুনি অহাত মোৰ ভাবনা অলপ পাতলিল, মনলৈ অলপ শান্তি আহিল, কিন্তু শিৱই মোক আমনি কৰিবলৈ এৰা নাই। সেইদিনা আপোনালৈ জলপান পঠিওৱা দেখি সি মোক নানা প্ৰকাৰ বিদ্ৰূপ কৰি চিঠি লিখিছিল, আৰু তাক খোজোঁতে ভাত নিদি আপোনালৈ নোখোজাকৈ জলপান পঠিওৱাৰ কাৰণ সুধিছিল। তাৰ পিচ দিনা আকৌ উৰ্দ্মাল চাৰিখন কৰি দিব লাগে বুলি আৰু তাৰ নমুনা দেখুৱাবলৈ ৰাতি গহীন হলে আহিব বুলি লিখিছিল। মই দুয়োটা প্ৰস্তাৱকে অগ্ৰাহ্য কৰিলোঁ। মোৰ সন্মিধান পাই শিৱই আকৌ লিখিলে, "মই অনুৰোধ কৰিলে নোৱাৰা, কিন্তু দীনবন্ধুৱে ক'লে এতিয়াই পাৰিবা হবলা।" মই তাৰ কোনো উত্তৰ নিদি মনে মনে থাকিলোঁ। পিচ দিনা ৰাতি সি আকৌ মানুহ এটাৰ হাতত এখন চিঠি দি পঠিয়ালে; তাত লিখিছিল,—"প্ৰিয়তমে আজি ভাত খাই উঠি তোমাৰ তাত মুহুৰ্দি কৰিবলৈ যাম, তোমাৰ কোনো আপত্তি নুশুনো।" মই খণ্ডত চিঠিখন কালি-ছিৰি পেলালোঁ। প্ৰথমেই তাৰ কোনো উত্তৰ নিদিওঁ বুলি স্থিৰ কৰি

ছিলোঁ, কিন্তু পিচত ভাবিলোঁ যদি মনে মনে থাকিলে সি মোৰ আপত্তি নাই বুলি বুজে, তেনেহ'লে হয়তো সি আহিবও পাৰে। ইয়াকে ভাবি লিখিলোঁ, "সাৱধান! মোৰ চাৰি সীমাৰ ভিতৰত ভৰি নিদিবা, নতুবা বিপদ ঘটিব।" ইয়াকে লিখি মানুহটোৰ হাতত দি পঠিয়ালোঁ। তেতিয়া মোৰ বৰ ভয় লাগিছিল, এবাৰ আপোনাক জনাবও খুজিছিলোঁ, কিন্তু আশঙ্কা হ'ল, কি জানি শিৱক লাই দি ইমানলৈ সাহ কৰিব পৰা কৰিছোঁ বুলি আপুনি মোক খং কৰে। শেহত একো নকৰি ভালকৈ দুৱাৰ-ঘৰ মাৰি সাৱধান হৈ শুই থাকিলোঁ। সি আহিছিল নে নাই ক'ব নোৱাৰোঁ।

পৰহি ভাইটো থিয়েটাৰ চাবলৈ গৈছিল। যদিও মোৰ পেটত ভয় আছিল, তথাপি তাক ভয়ৰ আচল কাৰণটো কবলৈ লাজ লাগিল। এনেয়ে মোৰ ভয় লাগে বুলি তাক যাবলৈ মানা কৰিছিলোঁ কিন্তু সি মোৰ হাক মুগুনি গুচি গ'ল। মই বহুত ৰাতিলৈকে সাৰে থাকি শেহত পাটীত পৰিলোঁ। কেতিয়া টোপনি আহিল ক'ব নোৱাৰোঁ।

হঠাৎ এটা গোলমাল শুনি মোৰ টোপনি ভাগিল। চকু মেলি যি দৃশ্য দেখিলোঁ, তাক আৰু কি ক'ম! ঘৰৰ খিৰিকীখন একেবাৰে খোলা আছে আৰু ভাইটোৱে শিৱক মাৰিবলৈ লাখুটি ভাঙিছে, কিন্তু মাৰ মৰাৰ আগতে সি তৰা-নৰা ছিঙি লৰ মাৰিলে, আৰু বেছি গোলমাল হ'লে আকৌ কেলেঙ্কাৰী ওলাই বুলি ভাইটোও ক্ষান্ত হ'ল। তাৰ পৰা জানিলোঁ সি থিয়েটাৰৰ পৰা আহি শিৱক খিৰিকিখন একেবাৰে ভিতৰ সোমাবলৈ ধৰোঁতে দেখা পাইছিল আৰু অচিনাকি ভাবতেই হাতৰ লাখুটিৰে তাৰ পিঠিত মাৰ শোধাইছিল। দ্বিতীয়বাৰ মাৰিবলৈ লাখুটি ডাঙোতেই সি শিৱক চিনি পালে আৰু শিৱয়ো ভিৰাই ধৰি লৰ মাৰিলে।

শিৱৰ দৰে নিলাজ মানুহ আৰু কোনোবা আছে নে নাই ক'ব নোৱাৰোঁ। মই ভাবিছিলোঁ বোলোঁ ছাত্ৰৰ মাৰ খাই গৈছে যেতিয়া, এইবাৰ তাৰ জ্ঞান হ'ব কিন্তু তাৰ একো নহ'ল। সি আজি মোলৈ লিখিছে বোলে ছাত্ৰৰ ওচৰত অপমান পোৱাটো একো ধৰিবলগীয়া কথা নহয়। মোৰ জীৱনত তাতকৈ ডাঙৰ কত ঘটনা ঘটিব লাগিছে! তাৰ তুলনাত এইটো একো অপমানেই নহয় ইত্যাদি। অকল সেয়ে নহয়, সি আজিও আকৌ আগৰ প্ৰস্তাৱ তুলিছে। পৰহিৰ ঘটনা দেখাৰে পৰা মই ভয়ত কাতৰ হৈছোঁ। আজিয়েই আপোনাক সকলো জনাম বুলি ভাবিছিলোঁ, কিন্তু চিঠিখন সোনকালে শেষ নোহোৱাত পঠিয়াব নোৱাৰিলোঁ। এতিয়া ৰাতি এক বাজি গ'ল; গতিকে এতিয়া পঠিয়াবৰ উপায় নাই, পুৱা হে পঠিয়াম। শিৱৰ লগত চিঠিৰ চলাচল কৰাই অনুচিত আছিল বুলি এতিয়া ভালকৈ বুজিছো, কিন্তু আগেয়ে এনে ঘটনা ঘটিব বুলি সমূলি ভবা নাছিলোঁ। যদিও শিৱক দেখিবৰে পৰা তাৰ পশু-চৰিত্ৰৰ আভাস পাইছিলোঁ, তথাপি মই ভাৱিছিলোঁ বোলো অচিনাকি অৱস্থাত সি যিমানেই অভদ্ৰ হওক, চিনাকি অৱস্থাত ভদ্ৰ হবলৈ বাধ্য হ'ব. কিন্তু মোৰ অনুমান ভুল হ'ল, যাৰ যি প্ৰকৃতি সি কেতিয়াও নাযায়। যদিও কিছু দিন তাক ভদ্ৰ যেন দেখিছিলোঁ, তথাপি সি স্থায়ী নহ'ল; আপুনি গোৱালপাৰালৈ গলতে তাৰ পশু-স্বভাৱ আকৌ ওপৰ উঠিল। যদিও মোৰ দোষতেই সি এনেকৈ লাই পালে তথাপি সেই দোষ মই দোষ ভাবে কৰা নাছিলোঁ। আপুনি মোক ক্ষমা কৰিবনে? মই

অলপো লুক-ঢুক নকৰাকৈ সকলো কথা আপোনাক জনালোঁ, লগতে শিৱৰ পৰা পোৱা চিঠিবোৰো পঠিয়ালোঁ। আপুনি বিশ্বাস কৰক, মই কোনো পাপ -ইচ্ছাৰে তালৈ চিঠি লিখা নাছিলোঁ। শিৱৰ চিঠি-বোৰতে আপুনি তাৰ প্ৰমাণ পাব। শেহত মোৰ আপোনাৰ ওচৰত এয়েই বিনীত নিবেদন—যেন আপুনি মোৰ সকলো দোষ মাৰ্জ্জনা কৰি মোক ৰক্ষা কৰে। শিৱৰ পৰা মোৰ অমঙ্গলৰ ভয় দিনে দিনে বাঢ়িছে; আপুনি দয়া নকৰিলে,—জ্ঞানহীনা বুলি সকলো অপৰাধ মাৰ্জ্জনা নকৰিলে, মোৰ ৰক্ষাৰ উপায় নাই। আপুনি যেন সকলো সময়তে চকু ৰাখে, এয়ে মোৰ কাতৰ অনুৰোধ। আপুনি এই বিষয়ে প্ৰশ্ন কৰাৰ পৰা বুজিছোঁ, তাৰ কিবা বিশেষ কাৰণ আছে। অনুগ্ৰহ কৰি জানিবলৈ দিবনে ?

প্ৰভাৱতীৰ চিঠি চমুকৈ এই। দীনবন্ধুৱে চিঠি-খন শিৱৰ চিঠিবোৰৰ লগত মিলাই পঢ়ি চালে; তেওঁৰ মুখত তেতিয়া এটা ঘৃণা আৰু খঙৰ চিন বিৰিঙি পৰিছিল। দীনবন্ধুৱে এতিয়া হে বুজিব পাৰিলে এই শিৱ কি ভয়ঙ্কৰ মানুহ। তেওঁ নিজে খিৰিকী ভাঙি প্ৰভাৰ ঘৰত সোমাবলৈ গৈ আন মানুহক ধৰিবলৈ গৈছিল বুলি কৈছে আৰু ভৱিষ্যত-লৈকো ধৰিবৰ চেষ্টা কৰিব বুলি দীনবন্ধুৰ কাণ ছুৱাই থৈছে। নিজে পাপ ইচ্ছা লৈ যত্ন কৰোঁতে কেনে-বাকৈ ধৰা পৰিলে সাৰিবৰ কি ফিকিৰটো আগ ধৰি কৰি থৈছে চোৰাঁ।

দীনবন্ধুৱে সকলো কথা প্ৰভাৱতীক জনাই তেওঁক সতৰ্ক হৈ থাকিবলৈ ক'লে আৰু আগলৈ এনে মানুহৰ লগত সম্পৰ্ক ৰখা দেখিলে তেওঁ নিজে আঁতৰ হ'ব বুলিও জনালে।

সেই দিনা দীনবন্ধুৰ ঘৰলৈ আহোঁতে দীনবন্ধুৱে শিৱক বৰকৈ ধমক দিলে, আৰু তেওঁৰ চিঠিবোৰ দেখুৱাই ক'লে,—"চোৰাঁ এইবোৰ কাৰ হাতৰ লিখা ? এতিয়া এইবোৰ মোৰ হাতত। তুমি যদি এতিয়াও তোমাৰ পশুচৰিত্ৰ নেৰা, এতিয়াও নিৰ্দ্দোষ মানুহৰ ওপৰত অত্যাচাৰ কৰিবলৈ বিচাৰা, তেন্তে তোমাক আৰু ক্ষমা নকৰোঁ, পাপৰ জোখাই শাস্তি দিবলৈ বাধ্য হ'ম। সাৱধান !"

# একাদশ অধ্যায়

## প্ৰেমৰ অঞ্জলি

লক্ষ্মীকান্ত উভতিবৰ দিনাই জ্ঞানেন্দ্ৰই বসন্তাক লৈ গৈ মিশ্যন স্কুলৰ লেডি চুপাৰিণ্টেণ্ডেণ্ট মিচ ডেইটনৰ লগত দেখা কৰিলে। আগৰে পৰা বন্দগ্ৰস্ত আছিলেই, এতিয়া সেই মতেই বসন্তাক কুৰি টকা দৰমহাত এটা কাম দিয়াৰ স্থিৰ হ'ল। ডেইটনে ক'লে,—"যদিও কাম দিয়া হ'ল, তথাপি পহিলা জানুৱাৰীৰ পৰাহে কাম কৰিব লাগিব ; কিয়নো, কেইদিনমানৰ মূৰতে বৰদিনৰ বন্ধ হ'ব। সেই দেখি মিছাতে দুদিন এদিন কাম কৰাৰ নাম কৰাতকৈ একেবাৰেই নতুন বছৰৰ আৰম্ভণতে আৰম্ভ কৰাই ভাল।"

এই প্ৰস্তাৱত জ্ঞানেন্দ্ৰৰ আনন্দ হ'ল, কাৰণ কাম ললেই বসন্তা বোৰ্ডিঙত থাকিব বুলি আগেয়ে কোৱা আছিল। এতিয়া দিন পিচুৱাই যোৱাত বসন্তাক অন্ততঃ দুসপ্তাহমান তেওঁৰ লগত ৰাখিবলৈ সুবিধা পালে। আন কি, সেই দিনাৰ পৰাই কাম কৰিব লগা হোৱা হলেও নানা অসুবিধা দেখুৱাই পাৰিলে বসন্তাক জানুৱাৰীলৈকে তেওঁৰ লগত

ৰাখিবলৈ তেওঁ মনে মনে আলচি গৈছিল। এতিয়া এনেয়ে তেওঁৰ মনোৰথ সিদ্ধি হোৱাত তেওঁৰ আনন্দৰ পাৰ নাইকিয়া হ'ল।

দুয়ো ঘূৰি অহাৰ পিচত জ্ঞানেন্দ্ৰই ক'লে,—"ৰন্তা, তুমি মোৰ ভালপোৱাৰ চিনস্বৰূপে এটা গ্ৰামোফোন খুজিছিলা নহয়? তাক মই এক মুহূৰ্ত্তও পাহৰা নাই। তুমি অহাৰ কথা নথকা হলে মই তাক কেতিয়াবাই পঠিয়ালোঁহেঁতেন। এতিয়া তোমাৰ হেঁপাহৰ বস্তু তোমাক গতাই দিলোঁ। এই লোৱাঁ তোমাৰ গ্ৰামোফোন।"

এই বুলি জ্ঞানেন্দ্ৰই এটা গ্ৰামোফোন কিছুমান ৰেকৰ্ডৰে সৈতে ৰন্তাৰ ওচৰত হাজিৰ কৰিলে, ৰন্তাৰ অন্তৰ আনন্দত আপ্লুত হ'ল; জ্ঞানেন্দ্ৰৰ প্ৰতি তেওঁৰ প্ৰেমৰ প্ৰবাহ দুগুণ বেগেৰে বৰলৈ ধৰিলে।

গ্ৰামোফোনত ইখনৰ পিচত সিখনকৈ কেইবাখনো ৰেকৰ্ড স্থাপন কৰিলে; অদৃশ্য গায়ক-গায়িকাৰ কেইবাটাও প্ৰেম-সঙ্গীত শুনিলে। ৰন্তাৰ বুকুত প্ৰেমৰ ৰস উতলিবলৈ ধৰিলে। যেতিয়া "বহুদূৰ হ'তে এসেছি বধু" ইত্যাদি গানটো শুনিলে তেতিয়া তেওঁ এনে তদগতপ্ৰাণা হৈ পৰিছিল যে জ্ঞানেন্দ্ৰৰ বাহু-বেষ্টনত হে প্ৰকৃতিস্থ হ'ব পাৰিছিল।

কেবাটাও গান হৈ যোৱাৰ পিচত জ্ঞানেন্দ্ৰই ক'লে,--"এইবোৰ কি গান। তোমাৰ গানৰ লগত জানো এইবোৰৰ তুলনা হয়। মই এদিন মাত্ৰ শুনিয়েই, আনকি, টোপনিটো তাৰেই হে সপোন দেখিছো। ইমান ৰূপ-গুণ এনে মৌ-সনা সুৰ, এনে মধুৰ হাঁহি, এনে চকুৰ পাক একেলগে মিলাই তোমাক গঢ়োঁতে বিধাতাৰ নিশ্চয় কম কষ্ট হোৱা নাছিল।"

জ্ঞানেন্দ্ৰৰ প্ৰশংসাত ৰন্তাৱতীৰ বুকু আনন্দত স্ফীত হৈ উঠিল, জ্ঞানেন্দ্ৰৰ প্ৰতি তেওঁৰ প্ৰেমৰ প্ৰবাহ আগতকৈও দ্ৰুত গতিৰে চলিবলৈ ধৰিলে।

শুনা যায়, তিৰুতাই কেনেকৈ পৰৰ শলাগ পাব সততে সেই চিন্তাত কাল কটায়। কি সাজ-পাৰত, কি অলঙ্কাৰত, কি আত্মকাহিনীত—সকলো বিষয়তে সকলো সময়তে কেনেকৈ নিজক আনৰ ওপৰত ৰাখিব, কেনেকৈ আনৰ প্ৰশংসাভাজন হ'ব, এয়ে তিৰুতাৰ ঘাই চেষ্টা। এই প্ৰশংসাৰ লোভতেই কেতিয়াবা প্ৰবঞ্চকৰ ওচৰত প্ৰতাৰিতও হয়। দহ জনক মুগ্ধ কৰি ৰং চাবলৈ যাওঁতেই বহুতো তিৰুতাৰ পতন ঘটে। ধূৰ্ত্ত প্ৰতাৰকে ৰমণীক হাত কৰিবলৈ মিছা প্ৰশংসাৰ সৰ্ব্বঢাক মন্ত্ৰ প্ৰয়োগ কৰি বহুত সময়ত অসৎ উদ্দেশ্য সিদ্ধি কৰাত কৃতকাৰ্য্য হয়। তেনেস্থলত ৰন্তাৱতীৰ দৰে যুৱতীক যুৱকৰ প্ৰশংসাই কি কৰিব নোৱাৰে! ৰন্তাই সেই সময়ত মনে মনে ভাবিছিল—"জ্ঞানেন্দ্ৰৰ দৰে ৰূপ-গুণৰ প্ৰকৃত মোল বুজা মানুহ জগতত আৰু কোনো নাই। তেওঁৰ প্ৰণয়ী হবৰ নিমিত্তে জ্ঞানেন্দ্ৰতকৈ আৰু কোন উপযুক্ত হ'ব!"

জ্ঞানেন্দ্ৰই কবলৈ ধৰিলে—"তোমাৰ গান শুনিবৰে পৰা এইবোৰ গানত মোৰ সমূলি মন নবহে। কুলি আৰু কাউৰীৰ মাতৰ যি প্ৰভেদ, তোমাৰ গান আৰু এইবোৰ গানৰো সিমান প্ৰভেদ। মোৰ এইবোৰ শুনি আমনি লাগিছে, তোমাৰ অমৃতময় গান এটি শুনিবলৈ মন-প্ৰাণ আকুল হৈছে। দয়া কৰি এটি মনমোহা প্ৰণয়-সঙ্গীতেৰে মোৰ কাণত অমৃত বৰষিবা নে?"

জ্ঞানেন্দ্ৰই এটা হাৰ্ম্মোনিয়াম আনি দিলে; ৰন্তাই ঘনে ঘনে বাসনা বিহ্বল কটাক্ষ হানি মিচিকি হাঁহিৰে ওঁঠ দুটাৰ জেউতি চৰাই, হাৰ্ম্মোনিয়মৰ

সুৰৰ লগত মিলাই গাবলৈ ধৰিলে—

কতনা সাধনা কৰি প্ৰণয়-মন্দিৰ গঢ়ি
থাপিছোঁ যতনে আজি প্ৰতিমা তোমাৰ
কামনাৰ ধূপ জ্বালি, প্ৰেমৰ অঞ্জলি ঢালি,
দিওঁ পূজা ষোড়শোপচাৰ।
নন্দন-সুৰভি ল'ই আবেগ মলয়
বয় তুলি কঁপনি হিয়াৰ।
বসন স্খলকি পৰে, খোপাৰ মালতী সৰে,
পাওঁ বুলি পৰশ তোমাৰ
তোমাৰ কাৰণে, গাঁঠিছোঁ যতনে
পিন্ধা এই ভুজ-লতা-হাৰ।
হেঁপাহেৰে যাচি দিয়া অধৰ-অমিয়া পিয়্ঁা,
হিয়াতে মিলাই হিয়া হও একাকাৰ

গীত শেষ হ'ল; জ্ঞানেন্দ্ৰই মন্ত্ৰ-মুগ্ধৰ দৰে কাণেৰে সেই মোহন সুৰৰ, আৰু চকুৰে গায়িকাৰ ৰূপ-সুধাৰ আস্বাদ গ্ৰহণ কৰি বিশ্ব-ব্ৰহ্মাণ্ড পাহৰি গ'ল; পূজাৰিণীৰ অঞ্জলি গ্ৰহণ কৰিলে।

ৰত্না জ্ঞানেন্দ্ৰৰ লগত থাকিল। ইয়াৰ ভিতৰত তেওঁ প্ৰায় দিনৌ থিয়েটাৰ চাবলৈ গৈছিল। থিয়েটাৰত ভাও দিয়া নায়ক-নায়িকাৰ পৰা কিছুমান ভাব-ভঙ্গী শিকি লৈছিল, অভিনেত্ৰীৰ সাজ-পাৰ দেখি আৰু দৰ্শকৰ প্ৰশংসা শুনি তেনে হবলৈ পোৱাটো ৰত্নাই বৰ ভাগ্যৰ কথা বুলি ভাবিছিল, আৰু মনতে নানা প্ৰকাৰ সুখকৰ কল্পনাও কৰিছিল। দুদিনমান ইডেন গাৰ্ডেন চাবলৈ গৈছিল, তাত 'হাৰা'-খোৱা চাহাব-মেমহঁতক দেখি তেনে জীৱন কেনে সুখৰ তাকেই দিন-ৰাতি ভাবিছিল। ইয়াৰ বাহিৰেও এদিন কি দুদিন বায়োস্কোপ চাইছিল।

এনেকৈয়ে ৰত্না জ্ঞানেন্দ্ৰৰ ঘৰত দুসপ্তাহ থাকিল। এই কেইটা দিন ৰত্নাই বিশেষ ৰকমৰ আমোদ-আহ্লাদত কটাব পাৰিছিল।

পহিলা জানুৱাৰীৰ দিনা ৰত্না কামত ভৰ্ত্তি হ'ল, আৰু সেই দিনাই মিশ্যন স্কুলৰ বোৰ্ডিঙলৈ বাসস্থান লবাব লগাত পৰিল। জ্ঞানেন্দ্ৰৰ আৰু কিছু দিন ৰত্নাক তেওঁৰ লগত ৰাখিবলৈ ইচ্ছা আছিল, কিন্তু ঝিঙ্গনী ইয়াৰ ভিতৰতে বৰকৈ বিৰক্ত হৈ উঠাত তেওঁ সেই ইচ্ছা পৰিত্যাগ কৰাত পৰিল। তাই প্ৰথমৰে পৰা ৰত্নাক সতিনীৰ চকুৰে চাইছিল, আৰু ৰত্নাক সোনকালে পঠিয়াই দিবলৈ জ্ঞানেন্দ্ৰক পুনঃ পুনঃ কৈছিল। জ্ঞানেন্দ্ৰই পহিলা তাৰিখলৈকে নাৰাখিলেই নহয় বুলি বিশেষভাৱে বুজাই কোৱাত হে তাই এই কেইদিন অপেক্ষা কৰিলে। পহিলা জানুৱাৰীৰ দিনা পুৱাতেই তাই জ্ঞানেন্দ্ৰক ক'লে,— "আজি পহিলা জানুৱাৰী; আপোনাৰ কথামতে আজি যদি তাইক নপঠিয়াই, তেনেহলে মই নিশ্চয় কৈছোঁ আৰু এদিনো ইয়াত নাথাকোঁ; তায়েই আপোনাৰ ঘৰ চলাব।"

জ্ঞানেন্দ্ৰই অগত্যা ৰত্নাক আৰু বেছি দিন ৰাখিবলৈ প্ৰস্তাৱ কৰিব নোৱাৰিলে, কিন্তু নিজৰ আত্মীয়া বুলি মাজে মাজে তেওঁৰ ঘৰত খুৱাবলৈ আনিছিল।

## দ্বাদশ অধ্যায়

### দুৰ্ভগীয়া

এইবাৰ কান্তিৰামৰ খেতিৰ অৱস্থা নিতান্ত শোচনীয় হ'ল; তত্বাৱধানৰ অভাৱত হালোৱাই নিজ ইচ্ছামতে যি কৰিলে সেয়ে। মুঠতে হালোৱা বোঙনী

আদিৰ খৰচ-পাতি দি যি লাভ ৰ'ল, সি অতি সামান্য। খুটিৰ অৱস্থাও তথৈবচ। গুৱালে মনে মনে কিমান গৰু ম'হ বেচি ঘৰলৈ টকা পঠিয়ালে, তাৰ একো ঠিক নাই। ক'ত কিমান গৰু-ম'হ আছে, তাৰ সংখ্যাও কাৰ্ত্তিকচন্দ্ৰই নাজানে।

বাৰীখনত মূৰৰ সমানে হাবি ; ভেটা-জেওৰা কেনিও এডোখৰো নাই। ঘৰৰ পিৰালিতো আঠু-মনীয়া হাবি হৈছে, খেৰী ঘৰকেইটাৰ বেৰৰ অৱস্থাও শোচনীয়। কাৰ্ত্তিকচন্দ্ৰই নতুন চ'ৰা ঘৰটোৰ বাহিৰে আনকেইটা ঘৰৰ ভূ লবলৈকো এৰিলে।

দুৰ্গা-পূজা পাতিবৰ সময়ত মাক আৰু ঘৈণীয়েকে পুনঃ পুনঃ নিষেধ কৰিছিল, কিন্তু কাৰ্ত্তিকচন্দ্ৰই কাৰো কথাত কাণ নিদিলে।

পূজাৰ পিচত মাকে কাৰ্ত্তিকক বহুতো বুজালে, কিন্তু ফল একো নহ'ল। মাকে ক'লে,—"বোপাই, তইনো কি হলি ? বাপেৰে ইমান দুখেৰে সৈতে দুপইচা গোটাই দি গৈছে, দুভৰা মাটি, চাইটা, ম'হ-গৰু থৈ গৈছে, এই বোৰকে যদি পালি-পাচি খালিহেঁতেন তেনেহলে চিন্তা কিহৰ ? পিচে তই দেখোন সেইবোৰৰ ভুকে লবলৈ এৰিলি, মূঠেই আগৰ যি আছিল তাকে দুই হাতে পানী সিঁচা দি সিঁচিছ। আৰ্জ্জন নকৰাকৈ ভগন কৰিলে লাখপতিও ভিকহু হয়। এই পূজাতে মই শুনিছো—তই দুহেজাৰ টকা খৰচ কৰিছ। এইবোৰ দৰিদ্ৰ হোৱাৰ চিন। মই এতিয়া বুজিছো, তোক অজলা লৰাটো পাই সেই বৰ মানুহ নাম লোৱা মদাহীকেটাই ফুচুলাই এইখন কৰিছে। তই সিহঁতৰ লগ এৰ ; নহলে সিহঁতে তোক একে বছৰতে বাটৰ মগনীয়া কৰিব

কাৰ্ত্তিক : আই, তুমি নাজানি নুশুনি এইবোৰ কি কথা কোৱা ! তেওঁলোকে সদায় মোৰ ভালৰ নিমিত্তে যত্ন কৰিব লাগিছে। কমলচন্দ্ৰ, গকুলচন্দ্ৰ, সৰ্ব্বানন্দৰ নিচিনা মানুহে মোক তেওঁলোকৰ সমনীয়া বুলি ভাবে, সমানে বহিবলৈ দিয়ে, খাতিৰ কৰে। ইয়াতকৈনো আৰু কি বেছি কৰিব ! মিছাতে তেওঁলোকক বদ্‌নাম নিদিবা।

মাক : বাৰু সংসাৰত ইমানবোৰ মানুহ থাকোতে সিহঁতে কাকো নিবিচাৰি তোক কেলেই চপাই লৈছে। তই মতা মানুহ হৈও দেখা নাই যদি, মই তিৰুতা হৈয়েই দেখিছোঁ, সিহঁতে তোৰ ভালৰ নিমিত্তে ভাবি তেনে কৰা নাই। তোৰ গোটাদিয়েক টকা আছে বুলি গম পাই, তাকে আদায় কৰিবৰ মনেৰেহে এইখন জাল তৰিছে। তই মোৰ কথা শুন, সিহঁতৰ লগ এৰি দে।

কাৰ্ত্তিক : তুমি মিছাকৈয়ে এইবোৰ যি পোৱা তাকে বলকি থাকা। কি কৰিব লাগে তাক মই জানো, তোমাক তাৰ দায়ে নাপায়।

এই বুলিয়েই কাৰ্ত্তিকচন্দ্ৰ উঠি গুচি গ'ল। মাকে চকু-লো টুকি টুকি পুতেকৰ মতি-গতি ফিৰাবৰ নিমিত্তে ঈশ্বৰৰ ওচৰত দুয়ো হাত জুৰি প্ৰাৰ্থনা জনালে।

মাকে কাৰ্ত্তিকক প্ৰায়েই এনে বুজনি দিয়ে। কাৰ্ত্তিকে কোনো দিনা মাকক টান কথা শুনাই দিয়ে, কেতিয়াবা নিজে উচাটৃ মাৰি আঁতৰি যায়।

কাৰ্ত্তিকৰ এই অধঃপতনত তেওঁৰ ঘৈণীয়েক ললিতাৰ মনত সুখ-শান্তি নোহোৱা হৈছিল। মনৰ

দুখ মনতে মাৰ দিয়াৰ লগা হোৱাত সেই অশান্তি আৰু বাঢ়ি উঠিছিল। এতিয়া তেওঁৰ মুখত আগৰ সেই প্ৰফুল্লতা নাই, কাম-বনত উৎসাহ নাই, পিন্ধন-উৰণত লাগ-বান্ধ নাই। তেওঁৰ মনত কি দুখ, মুখ ফুটাই কাকো ক'ব নোৱাৰে। যেতিয়া ৰাতি দুপৰত চকুলোৰে সৈতে বাটলৈ চাই চাই আমন-জিমনকৈ দুৱাৰ-মুখত খাপ লৈ থাকে, চলংপলংকৈ ঘৰলৈ ওলটা কান্তিৰামৰ যদি তেতিয়া অলপো বোধশক্তি থাকিলেহেঁতেন, তেনেহলে নীৰৱভাষাৰে কোৱা ললিতাৰ বহুতো কথা তেওঁৰ কাণত পৰিলহেঁতেন। আকৌ সন্ধ্যা সময়ত কান্তিৰাম ওলাই যাবলৈ ধৰোঁতে কোঁচত লৰাটো লৈ তাক ৰ লাগি চাই ঘনে ঘনে চুমা খাই যেতিয়া ললিতা আগত উপস্থিত হয়, তেতিয়া তেওঁৰ চকুৰ কোণত কিমান মৰ্ম্ম-বেদনা, কিমান অন্তৰৰ গুপুত কাহিনী বিৰিঙি ওলায়, তাক উন্মত্ত কান্তিৰামে কি বুজিব! যদি বুজিলেহেঁতেন একে দিনাই তেওঁৰ সেই স্বভাৱ এৰি ললিতাৰ হাতত ধৰি ক্ষমা খুজিলেহেঁতেন।

কিন্তু কান্তিৰামৰ মন তেতিয়া সুৰাদেৱীৰ উপাসনাত উত্ৰাৱলা আন কথা ভাবিবলৈ অৱসৰ ক'ত। এদিন মাথোন ললিতাই গিৰিয়েকৰ ভৰিত পৰি, চকু-লোৰে দুয়ো গাল তিয়াই তেওঁৰ মনৰ কথা কৈছিল, নিজৰ আৰু লৰাটোৰ মূৰে শপত দি কান্তিৰামক তেওঁৰ দল পৰিত্যাগ কৰিবলৈ খাটিছিল, সোণৰ সংসাৰ ছাইত পৰিণত নকৰিবলৈ কাবৌ কৰিছিল, কিন্তু সকলো মিছা হ'ল। কান্তিৰামে খঙেৰে ক'লে,—"এইবোৰ কথাত তিকতাৰ প্ৰয়োজন কি? খাবলৈ ভাত, পিন্ধিবলৈ কাপোৰ, থাকিবলৈ ঘৰ পাইছ, আৰু কি লাগে? নে মই তোৰ আঁচলত ধৰি থাকিব লাগে?"

ললিতা: মোক একো নালাগে। কিন্তু ধনবোৰ আপুনি যেনেকৈ উৰুৱাইছে, তেনেকৈ হ'লে এই পোনাটিৰ দশা কি হ'ব? এনেকৈ তুলা উৰুওৱা দি উৰুৱালে এই ধন, এই সম্পত্তি কেই দিন থাকিব।

কথাৰ লগে লগে ললিতাৰ চকুৰ পৰা সৰ্ সৰ্ কৰে চকুলো বৰলৈ ধৰিলে; তেওঁৰ বাক্‌ৰোধ হ'ল। ললিতাৰ কথাই কান্তিৰামৰ মনৰ অলপো পৰিবৰ্ত্তন ঘটাব নোৱাৰিলে, বৰং তেওঁ বিৰক্ত হৈ উঠিল, আৰু ডাবি দি ক'লে,—"যা যা, ভিতৰলৈ যা ইয়াত কেপ্‌কেপাই নাথাকিবি। তই ক'লি বুলিয়েই মই ভিকহু হবলৈ নাযাওঁ।"

এই বুলি কৈয়েই সেই বোকন্তমানা স্ত্ৰী আৰু কোলাত উঠিবলৈ হাত মেলা শিশু সন্তানটিক অৱজ্ঞা কৰি কান্তিৰাম বেগেৰে তাৰ পৰা গুচি গ'ল।

তেতিয়াৰে পৰা ললিতাই আৰু তেনে চেষ্টা কৰা নাই। নীৰৱ ভাষাৰে বুজাবলৈ বহুতো চেষ্টা কৰিছে, অসহ্য মৰ্ম্মবেদনাত বহুত দিন নীৰৱে কান্দিছে, পুত্ৰৰ ভৱিষ্যৎ চিন্তাত আকুল হৈ ভোক-পিয়াহ পাহৰিছে, স্বামীৰ মঙ্গলৰ নিমিত্তে নানা দেৱতাৰ পূজা কৰিছে; কিন্তু বিধাতাৰ ইচ্ছা অন্যৰূপ। কান্তিৰামৰ স্বভাৱৰ পৰিবৰ্ত্তন নহ'ল, ললিতাৰ ভাগ্য-চক্ৰ ঘূৰিল।

লাহে লাহে ললিতাৰ কাণত পৰিল—এই অলপ দিনৰ ভিতৰতে কাৰ্ত্তিকচন্দ্ৰ ভূঞাৰ পৈতৃক জমা টকা যি ঢুকালেই, আকৌ সৰ্ব্বানন্দৰ গোলাত চাৰি হেজাৰ টকা ধাৰ হ'ল। ললিতাই আকুল কণ্ঠেৰে ক'লে,—"প্ৰভু, কি কৰিলা। মোৰ পোনাটিৰ দশা কি কৰিলা জগদীশ্বৰ!"

এই বাতৰি পাই কান্তিৰামক নাক আৰু ললি-

ভাই আকৌ এবাৰ কান্দি-কাটি বুজনি দিলে, কিন্তু কান্তিৰামে তালৈ কৰ্ণপাতকে নকৰিলে। ললিতাই কলে,—"যি হ'ব লগা আছিল হ'ল, তাক আৰু নোহোৱা কৰিব নোৱাৰি। এতিয়া কি কৰিলে আকৌ মুৰ ডাঙিব পাৰি, তাৰেহে চিন্তা কৰিব লাগে। মইনো কি জানো। তেওঁ মই ভাবিছোঁ, দিব লগা টকাখিনিৰ মাহে মাহে অলপ অলপকৈ দিমবুলি বন্দবস্ত কৰি লৈ আগৰ নিচিনাকৈ খেতি-বাতিত ধৰিলেই, খাবো মৰিব, সম্পত্তিও ৰ'ব। নহলে যদি গোচৰত বিক্ৰী কৰি সম্পত্তি নীলাম কৰে, তেনেহলে একো নাথাকিব।

কান্তি : মিছামিছিকৈ কি কেপ্‌কেপাই থাক ? কোনে ক'লে মোৰ সম্পত্তি নীলাম কৰিব বুলি ? কাৰ সাহ আছে মোৰ বস্তুত হাত দিবলৈ ? কোনে এইবোৰ মিছা কথা উলিয়াই ফুৰিছে ? তাক পোৱা হ'লে জোতাৰে পিটিলোঁহেঁতেন।

ললিতাই কিন্তু তেওঁৰ কপালত জুই লাগিল বুলি বুজিছিল। কিন্তু কি কৰিব। প্ৰতিকাৰৰ যে উপায় নাই! কাতৰভাবে প্ৰাৰ্থনা কৰিলে,—"ভগবান, মোৰ স্বামীৰ প্ৰতি সদয় হোৱা প্ৰভু, তেওঁৰ মতি ফিৰাই দিয়া, মোৰ পোনাটিৰ উপায় কৰা দয়াময়!" কথাৰ লগে লগে ললিতাৰ চকুৰ পৰা টপ টপ কৈ চকু-লো ব'বলৈ ধৰিলে, দুখ-শোকৰ একমাত্ৰ শান্তি-সুধাস্বৰূপ পুত্ৰটিক আবেগেৰে বুকুত সাবটি ধৰিলে।

## ত্ৰয়োদশ অধ্যায়

### দোষৰ দণ্ড

দীনবন্ধুৰ এটা দুৰ্ব্বলতাৰ কথা সকলোৱে জানিছিল; সেইটো হৈছে—তেওঁ কাৰো অপকাৰ কৰিব নোৱাৰে। কোনোবাই তেওঁৰ সামাজিক অনুষ্ঠান আদিৰ বিৰুদ্ধাচৰণ কৰিলে, তেওঁ তেনে বিৰুদ্ধাচাৰীক কোনো শাস্তি দিবলৈ নিবিচাৰি তেনে অনুষ্ঠানৰ আৱশ্যকতা মাথোন প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰে। কিন্তু ব্যক্তিগত ভাবে অকল তেওঁৰ হানি কৰিবলৈ কোনোবাই যত্ন কৰা দেখিলেও তেওঁ তাৰ বিশেষ ভু নলয়। নিজৰ গৌৰৱ ৰক্ষা বা প্ৰচাৰ কৰিবলৈ তেওঁৰ অভিলাষ নাই। শিৱশৰ্ম্মাৰ দুশ্চেষ্টাৰ পৰা যদি অকল তেওঁৰ অপকাৰ বা হানি হোৱাৰ সম্ভাৱনা দেখিলেহেঁতেন, তেনেহলে তেওঁ সেই বিষয়ে কোনো কথাকে নকলেহেঁতেন, কিন্তু তেওঁৰ লগতে প্ৰভাৱতীৰো অপকাৰ হোৱাৰ ভয়ত তেওঁ কিছু ভাবনাত পৰিল, সেই কাৰণেই তেওঁ শিৱক ডাবি দিছিল।

আন কোনোৱাই শিৱক এইদৰে ডাবিওৱা হ'লে, তেওঁ কিজানি তেতিয়াই ভৰিত পৰি ক্ষমা খুজিলেহেঁতেন, আৰু ভৱিষ্যতলৈ তেনে নকৰিবলৈ প্ৰতিজ্ঞা কৰিলেহেঁতেন। কিন্তু যদিও শিৱই দীনবন্ধুৰ কথাত বাহিৰত ভয় খোৱা যেন দেখুৱাইছিল, তথাপি পেটে পেটে সিমান ভয় কৰা নাছিল। তেওঁ জানিছিল—দীনবন্ধুৱে প্ৰভাক ৰক্ষা কৰিবলৈ যত্ন কৰিলেও তেওঁৰ অপকাৰ নোহোৱাকৈহে কৰিব। সেই কাৰণে তেওঁ তেওঁৰ দুশ্চেষ্টা বন্ধ নকৰিলে, বৰং তেওঁৰ দল-বল বেছি পুষ্টহে কৰিবলৈ ধৰিলে।

শিৱশৰ্ম্মাৰ ঘৰ এতিয়া বহুতো ডেকা-ভণ্ডুৱাৰ মিলন-মন্দিৰ। তাৰ ভিতৰতো আকৌ সাধাৰণ দল আৰু বিশেষ দল আছে। বিশেষ দলত আজি-কালি এই কেইজন গোট খাইছে, যেনে—শিৱ, ভূতনাথ আৰু লক্ষ্মীকান্ত। দলৰ আৰুমানুহবোৰ গ'লে এওঁলোকে প্ৰায়ে ফুচফুচাই মেল পাতে। এওঁলোকৰ

প্ৰত্যেকৰেই বিশ্বাস,—দীনবন্ধু নথকা হ'লে তেওঁলোকে প্ৰভাৱতীক বশ কৰিব পাৰিলেহেঁতেন। শিৱই ভাবিছিল—দীনবন্ধু গোৱালপাৰাৰ পৰা ঘূৰি অহাত আৰু এসপ্তাহমান পলম হোৱা হলেও মনোৰথ সিদ্ধি হলহেঁতেন। সেই কাৰণে তেওঁলোকৰ প্ৰত্যেকৰ হিচাপত দীনবন্ধুৱেই তেওঁলোকৰ শত্ৰু, তেওঁলোকৰ পথৰ কণ্টক। এই কণ্টক উদ্ধাৰ কৰিব লাগিব বুলিয়েই সকলো সম্মিলিত হৈছে।

এই ঘটনাৰ কেইদিনমানৰ পিচত এদিন শিৱৰ ঘৰত এটা ভিতৰুৱা ভোজ হয়, তাত বিশেষ দলভুক্ত কেইজন মাথোন উপস্থিত আছিল। শিৱৰ ঘৰৰ ওচৰত থকা বদ্নুৱা মানুহ কেইটামানকো এই ভোজলৈ মতা হৈছিল। ভোজৰ আয়োজন সম্পূৰ্ণ আৰু তেওঁলোকৰ ইচ্ছানুৰূপ হৈছিল। ভোজৰ অন্তত সকলোৰে মাজত এখন গোপন মেল বহিল, আৰু তাত কিবাকিবি ভিতৰুৱা আলোচনা হ'ল।

এই ভোজৰ পিচ দিনাই আকৌ এটা নতুন সংবাদ ওলাল। সেইটো হৈছে—আজি কালি দীনবন্ধুৰ আৰু প্ৰভাৱতী দুয়ো দুয়োৰে ঘৰলৈ ৰাতি অহাযোৱা কৰে। তেনে অৱস্থাত শিৱৰ ঘৰৰ ওচৰত থকা বদ্নুৱা মানুহকেইটাই বহুত দিন দেখা পাইছে। দুই-এদিনতে এইবোৰ কথা ফাটি-ফুটি গ'ল, আৰু নানা প্ৰকাৰ জাননীও ওলাল। দীনবন্ধুৱে সকলো শুনিলে, কিন্তু তালৈ অলপো মন-কাণ নিদিলে।

এইবোৰ কথা প্ৰভাৱতীৰ কাণত পৰিলত তেওঁ মৰ্মান্তিক বেজাৰ পালে, আৰু দীনবন্ধুলৈ লিখিলে,—"ইয়াত দেখিছোঁ সৰহ ভাগেই মানুহ নাম লোৱা পশু, সেই কাৰণে মই আৰু ইয়াত থাকিবৰ ইচ্ছা নকৰোঁ। এনে মানুহৰ মাজত বাস কৰাতকৈ অৰণ্যৰ পশু-পক্ষীৰ মাজত বাস কৰা সহস্ৰগুণে ভাল। আপোনাৰ দৰে দেৱ-পুৰুষো যেতিয়া মোৰ কাৰণেই কলঙ্কৰ ভাগী হ'ব লগাত পৰিল, তেনে কথা কবলৈ যেতিয়া সিহঁতৰ জিভা আড়ষ্ট নহ'ল, মই সিহঁতৰ কথা শুনিবলৈ পোৱা ঠাইত থাকিবৰ ইচ্ছা নকৰোঁ। আপোনাৰ কি ইচ্ছা জনাব।"

দীনবন্ধুৱে তাৰ উত্তৰত ক'লে—"মোৰ যদি উপদেশ শুনা, তুমি তোমাৰ কৰ্ত্তব্য মনোযোগেৰে কৰি যোৱাঁ। যেতিয়ালৈকে এইবোৰ কথাৰ নিয়মমতে বিচাৰৰ আৱশ্যক নহয়, তেতিয়ালৈকে তাৰ বিষয়ে ভবাৰ প্ৰয়োজন নাই। এনে এদল পৰনিন্দক সকলো সমাজতে দেখিবলৈ পাবা। বোধকৰোঁ সিহঁতৰ প্ৰয়োজনো আছে। ঘোষাত কৈছে—

বৈষ্ণৱ-নিন্দক সূচকক, বিষ্ঠালুঠা গ্ৰাম্য শূকৰক
বিধাতায়ে দুইকো স্ৰজিলন্ত দয়াতৰে।
সূচকে জানিবা নিৰন্তৰে, সাধুসমস্তক শুদ্ধ কৰে,
যিমতে শূকৰে গ্ৰামক শোধন কৰে॥

সেই কাৰণে কোনো ভয় বা উদ্বেগৰ আৱশ্যক নাই। সিহঁতে সিহঁতৰ যি কৰ্ত্তব্য বুলি বুজিছে, তাকে কৰক, তুমিও তেনেকৈয়ে তোমাৰ কৰ্ত্তব্য কৰি থাকাঁ।

শিৱ তেতিয়াও দীনবন্ধুৰ ঘৰলৈ অহা-যোৱা কৰি থাকে; বোধকৰোঁ, বাহিৰৰ আলোচনাবিলাকৰ বিষয়ে দীনবন্ধুৰ মতামত শুনাই তেওঁৰ অভিপ্ৰায়। কিন্তু দীনবন্ধুৱে সেইবোৰৰ সম্পৰ্কে কোনো কথাকেই মুলিয়ায়। এইবোৰ যে শিৱকে আদি কৰি প্ৰভাৱতীক লাভ কৰাৰ চেষ্টাত বিফলমনোৰথ হোৱা দলৰ নাৰকীয় ষড়যন্ত্ৰ, তাক দীনবন্ধুৱে ভালকৈ জানিব পাৰিছিল। আনকি, ভোজ খুৱাই পুৰস্কাৰ দিবলৈ প্ৰতিজ্ঞা কৰি কেনেকৈ বদ্নুৱা মানুহকেইটাৰ হতুৱাই সাক্ষী কোৱাই তাত সিদ্ধিলাভ কৰিবৰ যত্ন কৰিছে, সিও তেওঁৰ অবিদিত থকা নাই। শিৱহঁতে ভাবিছিল,

এনেবোৰ কথাৰ প্ৰচাৰ হোৱা শুনিলে দীনবন্ধুৱে প্ৰভাৱতীৰ লগত সকলো সম্পৰ্ক ৰহিত কৰিব, আৰু তেতিয়া তেওঁলোকে প্ৰভাক বশলৈ আনিব পাৰিব। কিন্তু তেওঁলোকৰ উদ্দেশ্য সিদ্ধি নহ'ল, দীনবন্ধুৱে প্ৰভাৰ লগত পূৰ্ব্বৰ সম্পৰ্ক ৰহিত নকৰিলে।

দীনবন্ধুৱে নিজে কোনো কথা মুলিওৱা দেখি এদিন শিৱই উপযাচি সুধিলে,—"আপোনাৰ নামে কোনোবা দুৰ্জ্জনে মিছা অপবাদ উলিওৱা শুনি মই বৰ দুখিত হৈছোঁ। আপুনি পিচে কি কৰিব খুজিছে ?

দীন : মই কি কৰিম! ধেমালি চাম।

শিৱ : যদি মোৰ দ্বাৰা আপোনাৰ কিবা কাম হয়, তেনেহলে যেন জানিবলৈ দিয়ে।

শিৱৰ কথাত যদিও দীনবন্ধু প্ৰথমতে বিৰক্ত হৈছিল, তথাপি এতিয়া তেওঁৰ মুখত হাঁহি ওলাল। তেওঁ ক'লে,—"তোমাৰ পৰা বহুতো কাম হ'ব পাৰে। ভোজ-ভাত দি আৰু কেইটামান মানুহ শিকাই-বুজাই ৰাখিব পাৰা, যাতে আৱশ্যক হ'লে তোমালোকৰ কল্পিত কাহিনীবোৰ সিহঁতৰ চাক্ষুষ প্ৰমাণৰ ওপৰত প্ৰতিষ্ঠিত বুলি দেখুৱাব পাৰা। ইয়াৰ ভিতৰতে সেই মানুহবোৰে দেখিছে বা কৈছে বুলি তোমালোকৰ কথাবোৰ ঢোল পিটি প্ৰচাৰ কৰি ফুৰিব পাৰা।"

শিৱ : ৰাম! ৰাম! আপুনি মোকোনো তেনে বুলি ভাবেনে? সিবেলি যি কথা ওলাইছিল, তাতো মোৰ দোষ নাছিল। ভূতনাথে মোক কিছুমান প্ৰশ্ন কৰিছিল, মই তাৰ উত্তৰত মাথোন দুই-এটা দেখা-শুনা কথা কৈছিলোঁ। সিহঁতে যে বৌটোকে ঢৌটো কৰি তুলিব, তাক মই ভবাই নাছিলোঁ; এতিয়া আকৌ মই সম্পূৰ্ণৰূপে আপোনাৰ হাতৰ মুঠিত, তেনে অৱস্থাত মই আপোনাৰ বিৰুদ্ধে চলিছোঁ বুলি ভাবেনে?

দীন : সেইকাৰণেইতো শিখণ্ডীক আগত থৈ শৰ কৰিছা।

শিৱ : তেনেহলে আপুনি মোক বৰ ভুলকৈ বুজিছে; নিশ্চয় আপুনি কোনোবা লগনীয়াৰ কথা শুনিছে।

দীন : হয় নেকি? তেনেহ'লে তোমাক শুদ্ধকৈ বুজি লোৱা উচিত। গঙ্গা, তই এতিয়াই কেৰপাইক মাতি আন।

গঙ্গাই কেৰপাইক মাতি আনিলে। শিৱৰ মুখ ক'লা পৰিল। সেইদিনা ভোজত উপস্থিত থকা বনুৱা মানুহ কেইটাৰে কেৰপায়ো এটা। দীনবন্ধুৱে ক'লে,—"কেৰপাই, তোক কেলেই মাতিছোঁ, ক'ব পাৰ নে? সিদিনা তহঁতে ভোজ খাই কি আলচিছিলি, মই গম নোপোৱাকৈ থকা নাই। এতিয়া তহঁতক কি কৰিব লাগে? তহঁতক মৰম কৰোঁ দেখি চল পাই বাঢ়ি গৈছ, নহয়! এইবাৰ তহঁতক দণ্ড নিদিয়াকৈ এৰিব নোৱাৰোঁ।"

কেৰপাই : মোৰ গাত সমূলি দোষ নাই, দেউতা। এওঁ আৰু এওঁৰ লগৰীয়াবিলাকে আমাক খুৱাই-বুৱাই লৈ দহ টকাকৈ ৰূপ দি আপোনাৰ বদনাম উলিয়াবলৈ আৰু কোনোবাই সুধিলে হয় বুলি ক'বলৈ কৈছিল। মোৰ লগৰ কেইটাই ক'ম বুলি টকা আনিলে, মই এনে মিছা কথা ক'ব নোৱাৰোঁ, আৰু কলেও কোনেও নপতিয়ায় বুলি তেতিয়াই টকা পেলাই দি আহিছোঁ। এই দেৱেই টকা দিছিল নহয় তেৱেঁই কওকচোন পাৰে যদি, মই টকা পেলাই থৈ উচাটৈ মাৰি গুচি অহা নাই বুলি।"

শিৱ তেতিয়া মূৰ্চ্ছাপন্ন হৈছিল। তেওঁৰ মুখৰ

মাত হৰিল, চকুৰে ধোঁৱা-কোঁৱা দেখিবলৈ ধৰিলে। যদি দীনবন্ধুৱে তেওঁক শাস্তি দিয়াব খোজে, তেনেহ'লে যে সৰ্ব্বনাশ! তেওঁ প্ৰভাৱতীলৈ লিখা চিঠিবোৰো যে দীনবন্ধুৰ হাতত! সেইবোৰেও তেওঁৰ বিৰুদ্ধে প্ৰমাণ দিব। তেওঁ ভয়ত কঁপিবলৈ ধৰিলে।

দীনবন্ধুৱে কেৰপাইক পঠিয়াই দি শিৱলৈ চাই ক'লে,—"এতিয়া হ'লনে তোমাক শুদ্ধকৈ বুজা? এতিয়া জেললৈ যাবলৈ সাজু হোৱাঁ মুঠেই।"

শিৱৰ মুখৰ পৰা এটা শব্দও নোলাল, মাথোন বতাহত কল গছ কঁপা দি কঁপিবলৈ ধৰিলে। দীনবন্ধুৱে কবলৈ ধৰিলে,—"শুনা শিৱ, মোৰ কেইষাৰমান কথা তোমাক ক'বলগীয়া আছে। তুমি বিবাহিত; সোণৰ প্ৰতিমাৰ দৰে তোমাৰ ঘৰত পত্নী আছে। বিবাহ-মণ্ডপত দেৱতা-মনুষ্য সকলোকে সাক্ষী কৰি তেওঁক গ্ৰহণ কৰিছিলা, অভিন্ন-হৃদয়, অভিন্ন আত্মা বুলি শপত খাইছিলা। কলৈ গ'ল তোমাৰ সেই শপত? কলৈ গ'ল অগ্নি সাক্ষী কৰি উচ্চাৰণ কৰা সেই পবিত্ৰ বেদ-মন্ত্ৰ? তুমি বিশ্বাসঘাতক হৈ পৰৰ কন্যা পৰৰ স্ত্ৰীৰ সৰ্ব্বনাশ কৰিবলৈ ঘূৰিছা, তাৰ বাবে নানা পাশৱিক ষড়যন্ত্ৰত লিপ্ত হৈছা; তোমাৰ পত্নীয়েও যদি তোমাৰ দৰেই আচৰণ কৰে, তুমি সহ্য কৰিব পাৰিবানে? তেতিয়াই তেওঁক চুলিত ধৰি উলিয়াই নেখেদিবানে? তুমি যেনেকৈ পৰৰ কন্যাৰ সতীত্ব হৰণ কৰিবলৈ দিন-ৰাতি চেষ্টা কৰিছা ঠিক তেনেকৈয়ে যদি কোনোবাই তোমাৰ পত্নীৰ সতীত্ব হৰণ কৰিব খোজে, তুমি তাক একো নোকোৱাকৈ থাকিব পাৰিবা নে? যিটোৰ বাবে তুমি আনক ক্ষমা কৰিব নোৱাৰা, তাৰ বাবে তোমাক কোনে ক্ষমা কৰিব? সিদিনা শুনিছোঁ, তোমাৰ বিধবা ভনীয়েৰাক ব্যভিচাৰিণী বুলি ঘৰৰ পৰা উলিয়াই খেদিছা, সমাজচ্যুত কৰিছা; তোমাৰ বেলিকা তেনে নীতিৰ ব্যৱহাৰ নকৰা কিয়? তুমি তোমাৰ ভাৰ্য্যা থকাতো ব্যভিচাৰী, আৰু তেওঁ স্বামীহীনা হৈ ব্যভিচাৰিণী। কাৰ দোষ বেছি? মোৰ শেষ উপদেশ এই,— তুমি যদি ইয়াত থাকিব খুজিছা, তেন্তে তোমাৰ ভাৰ্য্যাকো ইয়ালৈ লৈ আহাঁ। নহলে ঘৰলৈ গৈ শৰাধ, গোপিনী-সবাহ আদি কৰি ভাত মোকোলোৱাঁ। সিও ভাল, সিও তোমাৰ এই আত্মিক অধঃপতনৰ প্ৰতিৰোধ কৰিব।"

শিৱই বহুত চেষ্টাৰ মূৰত কোনোমতে ক'লে, —"মোৰ দোষ ক্ষমা কৰক।"

দীন: মই দেখোন তোমাক সদায় ক্ষমা কৰি আহিছোঁ। নতুবা ইমান দিনে তোমাৰ গতি কি হ'লহেঁতেন তাক জানা নে? এতিয়াও মই ইচ্ছা কৰিলে তোমাৰ কঠোৰ দণ্ড দিয়াব পাৰোঁ; কিন্তু ভয় নাই, মই তেনে ইচ্ছা নকৰোঁ। এতিয়াও যদি মোৰ অহিত চিন্তিবলৈকে তোমাৰ ইচ্ছা হয়, পৰৰ অপকাৰ কৰাকেই তোমাৰ ধৰ্ম্ম বুলি ভাবা, তেনেহলে তাকেই কৰাঁ, মই বাৰণ নকৰোঁ। এদিন তাৰ অৱশ্যম্ভাৱী ফল নিজে নিজে ভোগ কৰিবা।

তাৰ পাচত আলমাৰীৰ পৰা চিঠিৰ টোপোলা এটা উলিয়াই আনি দীনবন্ধুৱে আকৌ ক'বলৈ ধৰিলে, —"এই তোমাৰ কুচেষ্টাৰ স্বহস্ত লিখিত প্ৰমাণ; ইয়াৰ বলেৰেই মই ইচ্ছা কৰিলে তোমাক যথেষ্ট শাস্তি দিব পাৰোঁ। তুমিও সেইটো বুজিছা, আৰু সেই কাৰণেই তোমাৰ কুকাৰ্য্যবোৰ আনৰ নামত কৰিছা। আকৌ বন্ধুবেশেৰে মোক সাহায্য কৰিবলৈ আহি সম্ভ্ৰম ৰক্ষা কৰিবৰ চেষ্টা কৰিছা। মুঠতে এই চিঠিবিলাক মোৰ হাতত থকাৰ বাবেই তুমি ভয়ত আত্মগোপন কৰি বন্ধুৰ ভাও ধৰি মোৰ অহিত চিন্তিছা। তাৰ

দ্বাৰা তোমাৰ পাপৰ জোখ দুগুণ হৈছে মাথোন। সেই কাৰণে লোৱাঁ এই তোমাৰ পাপ-কাৰ্য্যৰ লিখিত সাক্ষীবোৰ। তাৰ পিচত যদি ইচ্ছা হয়, আত্মপ্ৰকাশ কৰি মোৰ যিমান পাৰা কলঙ্ক প্ৰচাৰ কৰাগৈ। কিন্তু আকৌ যদি মোৰ ওচৰলৈ আহাঁ, এনেকৈ প্ৰবঞ্চনা কৰিবলৈ নাহিবা। এতিয়া যোৱাঁ।"

চিঠিৰ টোপোলাটো লৈ শিৱ উঠি গ'ল; তেওঁৰ মনত তেতিয়া নানা চিন্তাৰ ধুমুহা মাৰিছিল।

ইয়াৰ দিনচেৰেকৰ পাচতে শিৱই কাম ইস্তফা দি স্থানান্তৰলৈ গতি কৰিলে। যাবৰ সময়ত দীনবন্ধুৰ ওচৰলৈ আহি ক'লে,—"মই যাবলৈ ওলালোঁ; মোৰ সকলো অপৰাধ যেন পাহৰি যায়"

'পাহৰিবলৈ মই জানো তাকে মনত বান্ধি থৈছোঁ! তুমি সেই বিষয়ে নিশ্চিন্ত হোৱাঁ। কাৰো শত্ৰুতাৰ কথা মনত ৰখা মোৰ অভ্যাস নাই।" এই বুলি দীনবন্ধুৱে শিৱক আলিঙ্গন কৰি বিদায় সম্ভাষণ জনালে।

# চতুৰ্দ্দশ অধ্যায়

## ৰোগী শুশ্ৰূষা

আজি কেইবাদিনো হৈছে প্ৰভাৱতীৰ জ্বৰ। আগৰ কেইদিন জ্বৰ সিমান বেছি নাছিল। কিন্তু আজি পুৱাৰ পৰা অতিপাত কৈ বাঢ়িছে। দীনবন্ধুৱে কিন্তু সিমান বেছি হৈছে বুলি গম পোৱা নাই।

দীনবন্ধুৱে গম নোপোৱাৰ কাৰণ হৈছে, আজি কিছুমান দিনৰ ভিতৰত ঘৰত থাকিবলৈ পোৱা নাই। নগৰৰ পৰা ডেৰ মাইলমান দূৰত এটা পাহাৰৰ ওচৰত ব্ৰহ্মপুত্ৰৰ পাৰত দীনবন্ধুৰ দহ কি বাৰ পুৰামান মাটি আছিল। এই মাটিত তেওঁ বছৰি আহু ধান, মৰাপাট, সৰিয়হ, মাহ আদিৰ খেতি কৰে। এইবাৰ কিন্তু গোটেইখিনি মাটিত খেতি কৰা নাই; এডোখৰত খেতি কৰি ইডোখৰত কিছুমান ঘৰ সজাইছে। মাটিডোখৰৰ সন্মুখৰ ফালে এটা সৰু দুচলীয়া ঘৰ, তাৰপৰা অলপ ভিতৰলৈ এটা চাৰিচলীয়া ঘৰ। এই ঘৰটোৰ পৰা অলপ ভিতৰলৈ আৰু দুটা ঘৰ। —এটা চাৰিচলীয়া, তাৰ খোটালি দুটা, আৰু ইটো দুচলীযা সৰু ঘৰ। তাৰ পৰা ভিতৰ ফাললৈ দুটা বৰ দীঘল এটা আৰু তাতকৈ অলপ চুটি দুচলীয়া ঘৰ। এফালে দাঁতিত আৰু এটা সাধাৰণ ঘৰ।

এইবোৰ ঘৰ সজাওঁতে দীনবন্ধুৰ বৰ বেছি খৰচ পৰা নাই। গাৱঁৰ মানুহে দীনবন্ধুৰ অনুৰোধ মতে কাঠ-বাঁহ, খেৰ-ইকৰা আদি যি যেনেকৈ পাৰে দি বিনা বানচতে সাজি দিছে। শালৰ খুঁটা, বেত আৰু গজাল কিনোতে মাথোন তেওঁৰ সাত কি আঠ শ মান টকা খৰচ হৈছে। এই ঘৰবোৰ তেওঁ কেলেই সজাইছে, এতিয়ালৈকে কাকো কোৱা নাই; কোনোবাই সুধিলে কয়,—"জানো কি কৰিব পাৰোঁ! যদি কিবা কামত লগাব পাৰোঁ দেখিবা নহয়।"

ঘৰ সজাবলৈ আৰম্ভ কৰিবৰে পৰা তেওঁ প্ৰায় দিনত ঘৰলৈ অহা নাই; দুপৰীয়া তাতেই খোৱাৰ দিহা কৰি লৈছিল। তেওঁ তাত অকল কামৰ তত্ত্বাৱধানকেহে লৈছিল, এনে নহয়, নিজেও আন হজুৱা মানুহৰ সমানে সকলো কাম কৰিছিল।

সেই দিনা দীনবন্ধুৰ পামৰ পৰা অহাত পলম হৈছিল। আহি থাকোঁতেই তেওঁ বাটৰ দাঁতিত এটা বুঢ়া মানুহ পৰি থকা দেখিলে। মানুহটো কণীয়া,

বহুত দিন খেহ ৰোগত পৰি হাড়-ছাল মাত্র আছে। তাৰ সংসাৰত কেওঁকিছু নাই। ভিক্ষা কৰি কোনো মতে পেট প্ৰবৰ্ত্তায়' আৰু কেতিয়াবা আলহী ঘৰত, কেতিয়াবা গছৰ তলত থাকে। তাৰ গা ত এডোখৰ লেংটি আৰু এডোখৰ ফটা কম্বলৰ বাহিৰে একো নাই; জাৰত ঠক্‌ঠক্ কৰে কঁপিব লাগিছে। মানুহটো জ্বাতত উড়িয়া। আজি নৰিয়া বেছি হোৱাত খোজ কাঢ়িব নোৱাৰি পৰি আছে। দীনবন্ধুৱে গাৰ এৰিয়া কাপোৰখন খহাই তাক লববৈ দিলে। তাৰ পিচত এটা হাতেৰে বা-বিচনীয়ে দি সাবটি ধৰি বুলাই বুলাই সেৱাশ্ৰমলৈ লৈ গ'ল। তাত দৰব-পাতি খুৱাই, শোৱা-খোৱাৰ দিহা কৰি দি আহোঁতে ৰাতি বহুতো হ'ল।

ঘৰ পাই দীনবন্ধুৱে গা-পা ধুই ভাত খালে। খাই উঠাৰ পিচত গঙ্গাই ক'লে,—"আজি দেউতাক বিচাৰি মাষ্টৰনীয়ে কেইবাবাৰো মানুহ পঠিয়াইছিল, জ্বৰ টান হৈছে হবলা।"

দীনবন্ধু চিন্তিত হ'ল। তেওঁ এবাৰ খবৰটো লৈ আহিবলৈ যাব নে কি? কিন্তু এই ৰাতি দুপৰত যোৱা জানো প্ৰভাৰ পক্ষে ভাল হব! তেওঁ এই দৰে ভাবিছে, এনেতে প্ৰভাৰ লিগিৰীজনী আহি ক'লে,—"দেউতাক বিচাৰি কেইবাবাৰো আহিছিলোঁ। আপুনি যেনে-তেনে এবাৰ আহিব লাগে। আইদেউৰ জ্বৰ বৰ টান হৈছে, মাত-বোল নাই। আপুনি এতিয়াই এবাৰ চাই আহক।"

দীনবন্ধুৱে আৰু পলম নকৰিলে, লিগিৰীজনীৰ লগে লগে প্ৰভাৱতীৰ ঘৰলৈ গ'ল। প্ৰভাৱতীৰ ঘৰত সোমাওঁতে তেওঁৰ বুকুত অস্বাভাৱিক স্পন্দন হৈছিল। যদিও নৰিয়াৰ ওচৰলৈ যোৱাত তেওঁৰ সময় অসময় নাছিল, তথাপি আজি এই ৰাতি প্ৰভাৰ ওচৰলৈ যাব লগা হোৱাত তেওঁ এটা নতুন ধৰণৰ সঙ্কোচ বোধ কৰিছিল।

তেওঁ সোমাই যাওঁতেই কোনোবাই হঠাৎ তাৰ পৰা ওলাই গ'ল, লিগিৰীজনীয়ে প্ৰভাৰ শয্যাৰ ওচৰতে তেওঁক বহিবলৈ চকি এখন দিলে।

দীনবন্ধুৱে লিগিৰীজনীক সুধি ৰোগৰ বিশেষ বিৱৰণ একো নাপালে, মাত্র ইয়াকে শুনিলে যে ডাক্তৰে দৰব এটা তিনিঘণ্টাৰ আঁতৰে আঁতৰে খুৱাবলৈ দিছে। দীনবন্ধুৱে বৰ আতুকাল বোধ কৰিলে। প্ৰভাৰ ভায়েকটোও তেতিয়া আন এখোটালিত শুই আছিল। দীনবন্ধুৱে লিগিৰীজনীক সুধিলে,—"মই সোমাওঁতেই কোনোবা ওলাই যোৱা দেখিলো, তেওঁ কোন?"

লিগিৰী: তেওঁ সক আইদেউ। কালিৰে পৰা ইয়াতে আছে। তেওঁ নথকা হলে বিপদেই হ'লহেঁতেন। আমি একোৰে ভু-ভা নাপাওঁ।

দীন: তেওঁক এবাৰ মাতিব পাৰা নে?

লিগিৰীয়ে মাতিবলৈ নৌ পাওঁতেই এখোজ আগলৈ এখোজ পাচলৈ কৰি অৱনতমুখী উষা চাপি আহিল, কিন্তু দুৱাৰদলিৰ পৰা আগ নাবাঢ়িল। দীনবন্ধুৱে উষাক ৰোগিণীৰ অৱস্থাৰ কথা সুধিলে, উষাই উত্তৰত মেজলৈ আঙুলিয়াই দেখুৱালে মাথোন। দীনবন্ধুৱে মেজলৈ চাই তাত এখন কাগজ দেখিলে, তাত আগদিনা ৰাতিৰে পৰা জ্বৰৰ জোখ লিখা আছিল। দীনবন্ধুৱে দেখিলে আগ দিনা জ্বৰ ১০২ ডিগ্ৰী আছিল, এতিয়া ১০৪ ডিগ্ৰীলৈ উঠিছে।

দীন: আজি কিবা পথ্য দিছিলানে?

উষাই মূৰ জোকাৰি নাই বুলি জনালে।

দীনবন্ধু বিমোৰত পৰিল। একালে বাহ্যজ্ঞানশূন্যা

ৰোগিণী; আনফালে বাক্যৰহিতা শুশ্ৰূষাকাৰিণী। শেহত তেওঁ নিজে ৰোগিণীক পৰীক্ষা কৰি শুশ্ৰূষা কৰাকেই শ্ৰেয়ঃ বিবেচনা কৰিলে। উষালৈ চাই ক'লে,—"তুমি অলপমান গাখীৰ তপতাই আনা।"

উষা ওলায় গ'ল। দীনবন্ধুৱে ৰোগিণীৰ হাতটো লৈ নাড়ী চালে, নাড়ীৰ স্পন্দন ইমান খৰ যে তেওঁ তাক লেখিবকে নোৱাৰিলে। কপালত হাত দি চালে, ভয়ঙ্কৰ তপত, মূৰৰ পৰা যেন জুইহে ওলাইছে। ৰোগীণীয়ে যদিও ছটফটাই আছিল, তথাপি ক'ত কোন আছে, কি হৈছে, একোকে ক'ব নোৱাৰিছিল। দীনবন্ধুৱে মূৰত পানী দি দি বিচিবলৈ ধৰিলে। এনেকৈ বহুত পৰ চেষ্টা কৰাৰ পাচত প্ৰভাৱতী অলপ সুস্থিৰ হ'ল, আৰু তেওঁৰ সংজ্ঞা আহিল। কিন্তু তেতিয়াও তেওঁ দীনবন্ধুৰ উপস্থিতি অনুভৱ কৰিব পৰা নাছিল, তেওঁৰ মূৰশিতানত আগৰ দৰে উষায়েই বহি আছে বুলিহে ভাবিছিল। প্ৰায় এঘণ্টামান সময়ৰ মূৰতহে তেওঁ দীনবন্ধুক দেখিলে, লগে লগে এটা লাজ আৰু আনন্দৰ মিহলি সোঁত তেওঁৰ শিৰে শিৰে বৈ গ'ল। অতি ক্ষীণস্বৰেৰে সুধিলে, "আপুনি কেতিয়া আহিল?"

দীন : বেছি সময় হোৱা নাই, এঘণ্টামান হব পাৰে।

প্ৰভা : ভাত-পানী খাই আহিছে নহয়?

দীন : এৰা. মই খাই-বৈ আহিছোঁ।

প্ৰভা : এতিয়াই আকৌ যাব নেকি?

দীন : এতিয়াই নাযাওঁ। পিচত যদি আৱশ্যক নোহোৱা যেন দেখোঁ, তেতিয়া যাম।

ইয়াৰ পিচত দীনবন্ধুৰ উপদেশ মতে উষাই গাখীৰ লৈ আহিল। উষাক চুচুক-চামাক কৰা দেখি, আৰু প্ৰভায়ো অলপ লাজ কৰা যেন অনুমান কৰি, দীনবন্ধু বহাৰ পৰা উঠিল আৰু প্ৰভাক গাখীৰ খাবলৈ কৈ খোটালিটোৰ ইটো মূৰত থিয় দি ডাক্তৰৰ ব্যৱস্থাখন চাবলৈ ধৰিলে। প্ৰভাৰ খোৱা হ'লত তেওঁ উষালৈ চাই ক'লে,—"মই শুনিছোঁ তুমি ৰোলে কালিও শোৱা নাই। এতিয়া মই নৰিযাৰ ওচৰত থাকোঁ,তুমি অলপ শুই লোৱাঁ।"

উষা ধীৰে ধীৰে আঁতৰ হ'ল; দীনবন্ধু প্ৰভাৱতীৰ ওচৰত বহিল। একোবাৰ প্ৰভাৱতীৰ হাতটো নিজৰ হাতত লৈ, একোবাৰ কপালত হাত ফুৰাই আৰু মূৰত বিচনীৰে বিচি দীনবন্ধুৱে বহুতো সময় কটালে। এনেকৈ থাকোঁতে থাকোঁতেই প্ৰভাৱতীৰ টোপনিআহিল। তেতিয়া ৰাতি প্ৰায় তিনি বাজিছিল। দীনবন্ধুৱে তাত থকাৰ আৰু বিশেষ আৱশ্যকতা নেদেখি ঘৰলৈ যাবলৈ মন কৰিলে, কিন্তু ৰোগিণীৰ ওচৰত থৈ যায় কাক! তেওঁ প্ৰভাৰ ভায়েকটোক মাতিলে, কিন্তু তাৰ টোপনি নাভাগিল।

উষাৰ টোপনি অহা নাছিল। যদিও তেওঁ পাটীত পৰিছিল, তথাপি কিবা ভাবনাত তেওঁৰ মন-প্ৰাণ ডুবি আছিল। এতিয়া দীনবন্ধুৰ মাত শুনি কিবা প্ৰয়োজন আছে বুলি উঠি আহিল, আৰু দুৱাৰ-দলিত থিয় দিলে। দীনবন্ধুৰো উষাক মতাহে আচলতে উদ্দেশ্য আছিল, উষায়ো সেইটো বুজিছিল। উষাক দেখি মাতিলে,—"উষা!"

উষাৰ গোটেই শৰীৰ কঁপি উঠিল, যেন কিবা এটা তড়িৎপ্ৰবাহ শিৰে শিৰে বৈ গ'ল। তেওঁ মাতিব নোৱাৰিলে, থৰক-বৰক খোজেৰে আগ বাঢ়ি আহিল। দীনবন্ধুৱে কলে,—"উষা, প্ৰভাৰ এতিয়া টোপনি আহিছে, বোধকৰোঁ ৰাতিৰ ভিতৰত আৰু নৰিয়া টান হোৱাৰ সম্ভাৱনা নাই। মই এতিয়া যাওঁ, ৰাতিপুৱা এবাৰ আহিম। যদি ইয়াৰ ভিতৰতে

প্ৰয়োজন হয়, খবৰ দিবা। সাৰ পালে এদাগ ঔষধ খুৱাবা।”

উষাই মুখেৰে একো নকৈ মূৰ দোঁৱাই সম্মতি জ্ঞাপন কৰিলে, আৰু দীনবন্ধু ওলাই গ'লত ৰোগীণীৰ শিতানৰ ওচৰত বহিল।

সেই দিনাৰ পৰা দীনবন্ধু প্ৰায়েই প্ৰভাৱতীৰ বাতৰি লবলৈ আহে, আৰু আৱশ্যক বুজি শুশ্ৰূষাও কৰে। উষাই ইয়াৰ ভিতৰত এটা কথা বিশেষভাবে লক্ষ্য কৰিছিল যে হাজাৰ শুশ্ৰূষাই প্ৰভাৱতীক যি কৰিব নোৱাৰে, দীনবন্ধু দৰ্শনে তাতকৈ বহুতো বেছি গুণ দিয়ে। উষাই ইয়াৰ কাৰণৰ কথা ভাবি মাজে মাজে একোটা দীঘল হুমুনিয়াহ কাঢ়িছিল।

এসপ্তাহমানৰ মূৰত প্ৰভাৱতীৰ জ্বৰ এৰিলে; কিন্তু শৰীৰ বৰ দুৰ্ব্বল। দীনবন্ধু আৰু উষাৰ যত্ন আৰু বলকাৰক পথ্যৰ ব্যৱস্থাত সেই দুৰ্ব্বলতা দিনে দিনে কমি আহিবলৈ ধৰিলে। প্ৰায় দুসপ্তাহৰ মূৰত প্ৰভাৱতী সম্পূৰ্ণ সুস্থ হ'ল আৰু অলপ দুৰ্ব্বলতা থাকিলেও স্কুলৰ কৰ্ত্তব্য হাতত ল'ব পৰা হ'ল।

# পঞ্চদশ অধ্যায়

## মিশ্যন স্কুল

বন্দাৱতীয়ে মিশ্যন স্কুলত কাম কৰিবলৈ ধৰিলে, কিন্তু বোৰ্ডিঙৰ চাৰি বেৰৰ ভিতৰত আৱদ্ধ থাকি তেওঁ বৰ আহুকাল বোধ কৰিবলৈ ধৰিলে। আৰু এটা আহুকাল পাইছিল স্কুলৰ নিয়মমতে দেওবাৰৰ দিনা গিৰ্জ্জালৈ যাব লগাত হোৱাত। নিয়মমতে গিৰ্জ্জালৈ নগলে আৰু বাইবেলখন ভালকৈ আয়ত্ত কৰিব নোৱাৰিলে বন্দাক তাত ৰাখিব নোৱাৰে বুলি মিচ ডেইটনে সদায় কবলৈ পাহৰা নাছিল। বন্দাই আন উপায় নেদেখি অনিচ্ছাৰে সৈতে বাইবেল পঢ়িবলৈ ধৰিলে, আৰু গিৰ্জ্জালৈকো অহা-যোৱা কৰিবলৈ লাগিল। যদি বাইবেল পঢ়িবলৈ নাইবা গিৰ্জ্জালৈ যাবলৈ বন্দাৰ আগ্ৰহ জন্মিল-হেঁতেন, তেন্তে বোধকৰোঁ কিছু লাভো হ'লহেঁতেন, কিন্তু বন্ধা নিয়মৰ বশবৰ্ত্তী হৈ ইচ্ছাৰ বিৰুদ্ধে তেনে কৰিব লগা হোৱাত তেওঁৰ মনত অশান্তি উপজিছিল মাত্ৰ। বন্দা যিমানেই তললৈ নামক হিন্দু সমাজৰ মাজত বৰ্দ্ধিতা; সেই কাৰণে যৌৱনৰ উন্মত্ততাই যেনি-তেনি উটুৱাই নিলেও ঈশ্বৰ বিশ্বাসৰ পৰা একেবাৰেই বঞ্চিত নাছিল। গিৰ্জ্জালৈ অহা-যোৱা কৰি তেওঁ দেখিলে খৃষ্টান হবলৈ ঈশ্বৰ-বিশ্বাস বা ধৰ্ম্মভাবৰ কোনো প্ৰয়োজন নাই। কিছুমান নিয়ম মানি চলিলে আৰু দেওবাৰৰ দিনা যেনে-তেনে উচপিচাই বহি গিৰ্জ্জাত এঘন্টেক কটাব পাৰিলেই হৈ গ'ল। বন্দাৰ ধৰ্ম্ম-বিষয়ে আন জ্ঞান নাথাকিলেও এই ফেৰা অন্ততঃ আছিল যে ধৰ্ম্ম গাৰ বলেৰে আনে জাপি দিব পৰা বস্তু নহয়; ইয়াৰ নিমিত্তে অন্তৰৰ আকুলতা আৰু দৃঢ় বিশ্বাস লাগে। মিশ্যন স্কুলত যি ধৰ্ম্মৰ প্ৰচাৰ বন্দাই দেখিলে, সি ফাটেকৰ কয়দীৰ শাসন প্ৰণালীৰ লগতহে মিলে। কয়েদীয়ে আগেয়ে যি খাদ্যকেই খাওক, যেনে আহাৰতেই ৰুচি বহুৱাওক, ফাটেকত পৰিলে ফাটে-কৰ নিয়মতে যি পায়, তাক খাবই লাগিব, যি পিন্ধিবলৈ দিয়ে, নিপিন্ধিলেই নহয়। তাৰ পৰা স্বাস্থ্য ভগ্ন হোৱাৰ ভয় থাকিলেও তাৰ ব্যতিক্ৰম ঘটিব নোৱাৰে। কিন্তু যেই ফাটেকৰ পৰা ওলায়, তেতিয়াই আকৌ নিজৰ ৰুচিমতে খোৱা-পিন্ধা চলায়। মিশ্যন স্কুলৰ ধৰ্ম্মও সেয়ে। যি যেনেকৈ ঈশ্বৰ-বিশ্বাস কৰক,

বাইবেল পঢ়িবই লাগিব আৰু অসঙ্গত কাহিনীকো হয় বুলি শলাগিবই লাগিব ; গির্জ্জালৈ যাওঁতে যিমানেই অশান্তি পাওক যাবই লাগিব। কিন্তু যেতিয়াই গির্জ্জাৰ পৰা বা বাইবেল শ্রেণীৰ পৰা ওলাই আহে, তেতিয়াই সকলো নিজ নিজ অভিৰুচিমতে ঈশ্বৰ-বিশ্বাসলৈ ঘূৰি আহে। আন কি, যিবোৰ খৃষ্টান ধৰ্ম্মত দীক্ষিত হৈছে, তেওঁলোকৰ সৰহ ভাগে মিচইঁতৰ পৰা আঁতৰ হলেই সেই ধৰ্ম্ম পাহৰি যায়। তেওঁলোকৰ পেৰাতো দেৱ-দেৱীৰ মূর্ত্তি বিচাৰিলে পোৱা যায়। মুঠতে মিশ্যন স্কুলৰ, —অন্ততঃ ৰম্ভাই য'ত কাম কৰিছিল সেইখনৰ খৃষ্টান ধৰ্ম্ম গির্জ্জালৈ যোৱা আৰু বাইবেল পঢ়াতেই আৱদ্ধ, ঈশ্বৰ-বিশ্বাসৰ লগত তাৰ সম্পৰ্ক নাই।

মিচ ডেইটনে ৰম্ভাক প্রায়েই খৃষ্টান হবলৈ উপদেশ দিয়ে, আৰু পৃথিৱীৰ যাৱতীয় ধৰ্ম্মক নিন্দা কৰি, সেই ধৰ্ম্মাৱলম্বীবোৰ যে অনন্ত নৰকলৈ যাব তাক বৰ দুখ প্রকাশ কৰি কয়। হিন্দু ধৰ্ম্মকতো ব্যভিচাৰৰ নামান্তৰ বুলি হে ব্যাখ্যা কৰে, আৰু সেই ধৰ্ম্মাৱলম্বী ধৰ্ম্মজ্ঞানহীন মানুহবিলাকক কেনেকৈ উদ্ধাৰ কৰিব, তাৰ চিন্তাতেই বোলে তেওঁৰ ৰাতিও টোপনি নাহে।

ৰম্ভাই তাত তিনি মাহ কাম কৰাৰ পিচত এদিন মিচ ডেইটনে ক'লে—"ৰম্ভা, তুমি যদি এতিয়াও খৃষ্টান নোহোৱা, তেনেহলে তোমাক আৰু এই স্কুলত ৰাখিব নোৱাৰিম। তুমি শিক্ষয়িত্রী হৈ পৱিত্র ধৰ্ম্ম গ্রহণ নকৰিলে, ছাত্রীবিলাকো অবাটে যোৱাৰ সম্ভাৱনা। সেই কাৰণে এনে বেয়া আদর্শ সিহঁতৰ আগত সদায় ৰাখিব নোৱাৰোঁ। সম্প্রতি এজনী শিক্ষয়িত্রী পোৱা গৈছে ; তাই বাইবেল ভালকৈ জানে, আৰু ধৰ্ম্মতো খৃষ্টান। তুমি যদি খৃষ্টান নোহোৱা, তেনেহলে তোমাৰ ঠাইত তেওঁকে ৰাখিম বুলি ভাবিছোঁ ; আৰু যদি তুমি খৃষ্টান হবলৈ মান্তি হোৱা তেন্তে তোমাকে ৰাখি দৰমহা পাঁচ টকা বঢ়াই দিম।"

ৰম্ভা : মইতো স্কুলৰ নিয়মমতে বাইবেল পঢ়া আৰু গির্জ্জালৈ যোৱাত আপত্তি কৰা নাই।

ডেইটন : অকল সেয়েই যথেষ্ট নহয়, তুমি 'বেপ্টাইজ ড্' হ'ব লাগিব।

ৰম্ভা : আপোনালোকৰ ধৰ্ম্ম মই এতিয়াও বুজা নাই। প্রথমতে ঈশ্বৰৰ পুত্র কথা-টোকেই বুজাত টান পাইছোঁ। আপোনালোকৰ মতে ঈশ্বৰ তিনিজন হয়গৈ দেখোন।

ডেইটন : তিনিও গোট খাই এক অর্থাৎ তিনিও একে জনৰেই বিকাশ মাথোন।

ৰম্ভা : যেতিয়া ঈশ্বৰৰ পুত্র পৃথিৱীত, তেতিয়াও স্বৰ্গত পিতা ঈশ্বৰ আৰু প্রেতাত্মা ঈশ্বৰ আছিল। আকৌ পুত্র ঈশ্বৰ প্রেতাত্মা ঈশ্বৰৰ ঔৰসত জন্মিল অর্থাৎ পিতা ঈশ্বৰ খৃষ্টৰ পিতা নহয়। তেন্তে তিনিও জনক এক কৰি মিলোৱা যায় কেনেকৈ? আকৌ যদি যিচুক ঈশ্বৰ বুলি ধৰা যায়, তেন্তে তেওঁ য়িহুদীৰ হাতত প্রাণ এৰা কথাটোৰ অর্থ পোৱা নাযায়। যিচু যে এজন প্রকৃত ঈশ্বৰ ভক্ত, তাত সন্দেহ নাই, কিন্তু তেওঁকেই ঈশ্বৰ বুলি মানিলে গোটেইবোৰ কথাতে খেলি-মেলি লাগে, ছিচাপো ভুল হয়। আকৌ ঈশ্বৰৰ মাক থকাটো কেনেকুৱা কথা!

ডেইটন : মই বৰ দুখিত হলোঁ যে তোমাৰ ভাগ্যত অনন্ত নৰক মাত্ৰ আছে ; তাৰ পৰা তোমাক উদ্ধাৰ কৰিবৰ উপায় নাই। নহলে এনে কথা তোমাৰ মুখত নোলালহেঁতেন।

ৰম্ভা : আপুনি খং নকৰিব, মই বুজা নাই দেখিহে সুধিছোঁ।

ডেইটন : আগেয়ে বেপ্টাইজ্‌ড্ নহলে এইবোৰ কথা বুজিব নোৱাৰা। তুমি অপবিত্ৰ হৈ থকা মানে প্ৰভুৱে তোমাক কৃপা নকৰে।

ৰম্ভা : বেপ্টাইজ্‌ড্ বাক হলোৱেই, কিন্তু তেতিয়াও যদি সন্দেহ নুগুচে!

ডেইটন : নুগুচি নোৱাৰে। প্ৰভুৰ কৃপা হলে সকলো বুজিবা। এতিয়া তুমি অপবিত্ৰ হৈ আছা দেখিহে প্ৰভুৱে কৃপা কৰা নাই। সি যি হওক, তুমি এতিয়া মোৰ কথাত মান্তি হবা নে নোহোৱা কোৱাঁ। নহলে মই কোনো মতেই আৰু তোমাক ৰাখিব নোৱাৰোঁ, প্ৰভুৰ শিক্ষা-মন্দিৰ অপবিত্ৰ কৰিব নোৱাৰোঁ।

ৰম্ভাই অলপমান বেলি চিন্তা কৰি ক'লে,— "নিতান্ত নহলেই নহয় যদি সম্প্ৰতি গোপনে দীক্ষিত হওঁ, পিচত যদি আপুনি কোৱামতে সন্দেহ গুচে, তেতিয়া প্ৰকাশ্যভাবে খৃষ্টান হ'ম।

ডেইটন : অসম্ভৱ! তেনে কাম হবই নোৱাৰে। বাইবেলত প্ৰভুৱে কি কৈছে, তুমি দেখোন পঢ়িছাই,—"যি মোৰ আৰু মোৰ কথাৰ বাবে লাজ পায়, 'মানুহৰ পুত্ৰয়ো' তাৰ বাবে লাজ পায়।"* তেনেস্থলত তেওঁৰ প্ৰতি তোমাৰ বিশ্বাস সমাজত জনাবলৈ যদি তুমি লাজ পোৱা তেন্তে তেৰোঁ তোমাক কৃপা কৰিবলৈ লাজ কৰিব।

ৰম্ভা : কিন্তু মোৰ পিতা আৰু ককাইদেউহঁতক নোসোধাকৈ তেনে কৰা ভাল নহব; অন্ততঃ তেওঁলোকক এই বিষয়ে জনোৱা উচিত। সেই দেখি আপুনি মোৰ উত্তৰ লৈ কেইদিনমান বাট চালে ভাল হয়।

ডেইটন : মই বাট চাব নোৱাৰোঁ। পিতা-মাতা আদিক জনোৱাৰ আৱশ্যক কি? তুমি জানো কেঁচুৱা ছোৱালী? তোমাৰ কামত হকা-বধা কৰিবলৈ এতিয়া তোমাৰ ঘৰৰ কাৰো তোমাৰ ওপৰত একো অধিকাৰ নাই। তাৰ উপৰি প্ৰভুৱে কৈছে,—"যি মোতকৈ মাক বাপেকক বেছি ভাল পায়, সি মোৰ উপযুক্ত নহয়।"* সেই কাৰণে তুমি কাৰো মতামতলৈ অপেক্ষা নকৰি বেপ্টাইজ্‌ড্ হোৱা উচিত ; পিতাৰা-হঁতক পিচত জনালেও চলিব।

ৰম্ভাই একো নামাতি বহুত বেলি চিন্তা কৰিলে। ডেইটনে কিছু আশা দেখি আকৌ ক'বলৈ ধৰিলে,— "আৰু এটা কথা ভাবি চোৱা,—হিন্দুৰ ভিতৰত

---

Whoever shall be ashamed of Me and My words, of him also shall the son of man be ashamed.—E. B.

He that loveth father or mother more than Me is not worthy of me. -E. B.

জাতিভেদ আছে, খৃষ্টানৰ নাই। হিন্দুৰ জাতিভেদ থকাৰ বাবে তলৰ জাতৰ মানুহৰ উদগতি নাই, কিন্তু আমাৰ ধৰ্ম্মত সকলো সমান, কোনেও কাকো ঘিণ নকৰে ; এতিয়া আমাৰ স্কুলত যিবোৰ ছোৱালী আছে, প্ৰায় আটাইবোৰেই নীহকুলীয়া, ইহঁতৰ জাতৰ শিক্ষিত পুৰুষ বৰ তাকৰ। ডাঙৰ জাতৰ যিবোৰ শিক্ষিত মানুহ আছে, সিহঁতে ইহঁতক বিয়া কৰোৱা দূৰৰ কথা, ছুলেও গা ধোৱে। হিন্দু হৈ থকা হ'লে ইহঁত ইহঁতৰ জাতৰ নিতান্ত চহা মানুহলৈ যাব লাগিলহেঁতেন, কিন্তু এতিয়া খৃষ্টান হোৱাৰ কাৰণে ভাল শিক্ষিত খৃষ্টান দৰা পাব, আৰু চাহাব-মেম থকা দি সুখেৰে থাকিব পাৰিব। আকৌ যদি কিবা কাৰণত এৰাএৰি হ'ব খোজে তাৰো বাট আছে এটাৰ লগত নিমিলিলে সেই বিয়া ৰদ কৰি আকৌ আন এটালৈ যাবলৈকো সুবিধা পোৱা যায়। হিন্দু হৈ থাকিলে জানো এইবোৰ সুবিধা পাব। ইমানতো তুমি খৃষ্টান হোৱাৰ কিমান লাভ বুজা নাই নে?

এই বক্তৃতাত ৰম্ভাৰ মতৰ পৰিবৰ্ত্তন ঘটিল। যেতিয়ালৈকে ধৰ্ম্মৰ কথা আলোচনা কৰিছিল, তেতিয়ালৈকে ৰম্ভাৰ খৃষ্টান হোৱা অধঃপতন আৰু লাজৰ কথা বুলি ভাবিছিল, কিন্তু যেই ভোগ-বিলাসৰ কথাৰ অৱতাৰণা হ'ল, ততালিকে বহুতো সুবিধা ৰম্ভাৰ চকুত পৰিল। সঁচা কথা, তেৱোঁতো নীহকুলীয়া, আৰু সেই কাৰণেই কোনো উচ্চ বৰ্ণৰ শিক্ষিত হিন্দুৱে তেওঁক প্ৰকাশ্যে গ্ৰহণ কৰিবলৈ ওলোৱা নাই। স্বজাতীয়ৰ ভিতৰতো তেওঁৰ মনোমত পাত্ৰৰ অভাৱ। তেনেহলে তেওঁ খৃষ্টান হোৱাই উচিত নেকি? আৰু এটা কথা। ৰম্ভা মিশ্যন স্কুললৈ অহাৰে পৰা মাজে মাজে তেওঁ ওচৰৰ আলিত এজন ডেকা খৃষ্টানক দেখা পাইছিল। তেওঁ মিচেচ্ ডিক্সন নামেৰে সেই স্কুলৰ এজনী শিক্ষয়িত্ৰীৰ ভায়েক। ৰম্ভাই তাত থাকোঁতেই তেওঁৰ পৰা কেইবাখনো প্ৰেমপত্ৰ পাইছে, তাত তেওঁৰ নাম এইচ্ মেকেঞ্জি বুলি লিখিছিল। মেকেঞ্জিৰ বাপেক বঙ্গদেশীয় কৈৱৰ্ত্ত কি বাগ্দীজাতীয়। মেকেঞ্জি আৰু বায়েকক মিশ্যনেৰীসকলে আনি মিশ্যন স্কুলত শিক্ষা আৰু খৃষ্টান ধৰ্ম্ম দি ডাঙৰ কৰিছিল। শিক্ষাৰ অন্তত বায়েকক মিষ্টাৰ ডিক্সন নামেৰে টেলিগ্ৰাফ অফিচত কাম কৰা এজন ফিৰিঙীয়ে বিয়া কৰায়। বিয়াৰ পিছৰে পৰা মিচেচ্ ডিক্সনে এই স্কুলতে শিক্ষয়িত্ৰীৰ কাম কৰি আহিছে। মেকেঞ্জিয়েও শিক্ষাৰ অন্তত ভিনীহিয়েকৰ আশ্ৰয়তে থাকি টেলিগ্ৰাফ শিকি তাতে এটা কাম পায়। ডেইটনৰ কথা শুনি মেকেঞ্জিক লাভ কৰিব খুজিলে তেওঁ যে খৃষ্টান হ'ব লাগিব, সেই কথাটো ৰম্ভাই বিশেষকৈ ভাবিলে। মেকেঞ্জিয়ে সম্পূৰ্ণৰূপে চাহাবৰ নিচিনাকৈ চলা-ফুৰা কৰে। যদি মেকেঞ্জিয়ে তেওঁক বিয়া কৰায়, তেন্তে তেৱোঁ গাউন পিন্ধি, মেম সাজি, বাটে বাটে গা ঘেলাব পাৰিব। কোনো লুক-ঢুক নকৰাকৈ ডিঙিত ধৰাধৰি কৰি বাটে বাটে প্ৰেমালাপ কৰি ফুৰিলেও কোনেও একো ক'ব নোৱাৰিব। কিন্তু মেকেঞ্জিয়ে তেওঁক সঁচাকৈয়ে বিয়া কৰাব খোজে নে গুপ্ত প্ৰণয় হে বিচাৰে, সেইটো ৰম্ভাই এতিয়াও ঠিককৈ বুজা নাই। বহুতো ভাবি-চিন্তি ডেইটনক ক'লে,—"মোক ভাবিবলৈ এসপ্তাহ সময় দিয়ক।"

ডেইটন : বাৰু সেয়ে হওক, কিন্তু এসপ্তাহৰ পিচত হ'লে এদিনো ৰ'ব নোৱাৰিম।

ৰম্ভা সম্মত হ'ল, আৰু সেইদিনাৰ আলোচনাও সিমানতে ৰ'ল।

সেই দিনাৰ পৰা ৰম্ভা দিনৌ মিচেচ্ ডিক্সনৰ

ঘৰলৈ অহা যোৱা কৰিবলৈ লাগিল। দিনচেৰেকৰ পিচত এইটো স্থিৰ হ'ল যে ৰন্তাই খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰিলে মেকেঞ্জিয়ে তেওঁক ৰীতি-মতে বিবাহ কৰিব। ৰন্তায়ো ধৰ্ম্ম বিশ্বাসৰ বাবে নহলেও মেম-চাহাব হোৱাৰ আশাত খৃষ্টান ধৰ্ম্মত সামাজিকভাবে দীক্ষিত হবলৈ স্থিৰ কৰিলে। ৰন্তাৰ সিদ্ধান্ত শুনি ডেইটনৰ আনন্দৰ পাৰ নোহোৱা হ'ল। কাল বিলম্ব নকৰি যথানিয়মে ৰন্তাক বেপ্টাইজ ড্‌ কৰালে। যদিও ইয়াৰ দ্বাৰা খৃষ্টৰ উপাসকৰ সংখ্যাৰ লৰচৰ নহ'ল, তথাপি মিশ্যনৰ বহীৰ পাতত এজন খৃষ্টান বাঢ়িল। দীক্ষা ল'বৰ দিনা ৰন্তাৰ মন বৰ অস্থিৰ হৈছিল; মাজে মাজে একোবাৰ আপোনাআপুনি কৈছিল,—"হে হৰি, কি কৰিলা!"

ইয়াৰ অলপ দিনৰ পিচতে ৰন্তাৱতী মিচেচ্‌ মেকেঞ্জি হৈ টেলিগ্ৰাফ অফিচৰ কৰ্ম্মচাৰী মিষ্টাৰ মেকেঞ্জিৰ ঘৰ পোহৰ কৰিবলৈ গ'ল, আৰু তাৰ পৰাই মিচেচ্‌ ডিক্সনৰ দৰে স্কুলৰ কাম চলাবলৈ ধৰিলে।

# ষোড়শ অধ্যায়

## বিবাহ প্ৰস্তাৱ

প্ৰভাৱতীৰ জ্বৰ ভাল হোৱাৰ প্ৰায় এপষ-মানৰ পাচত দীনবন্ধুৱে এই চিঠিখন পালে—,

শ্ৰীচৰণকমলেষু,

আজি আপোনাৰ ওচৰত এটা বিশেষ কথা ডাঙি ধৰিব খুজিছোঁ, যদি কিবা দোষ কৰোঁ, দয়া কৰি যেন ক্ষমা কৰে। কথাটো আজি কেইবা দিনৰে পৰা কওঁ কওঁকৈ উচপিয়াই আছোঁ, কিন্তু কবলৈ সাহ কৰিব পৰা নাই। এতিয়াও আপুনি নিৰ্ভয় দিলেহে ক'ব পাৰোঁ।

আপোনাৰ বিবাহৰ বিষয়ে সকলোৱে কোৱা-মেলা কৰা শুনিছোঁ, কিন্তু আজিলৈকে বিবাহৰ প্ৰতি আপোনাৰ আগ্ৰহ দেখা নাই। মোৰ বোধেৰে আপোনাৰ আদৰ্শৰ অনুৰূপ কন্যাৰ অভাৱ বুলিয়েই আপুনি বিয়া কৰাবলৈ অনিচ্ছুক। মোৰ যদি আপোনাৰ আদৰ্শ বুজাত ভুল হোৱা নাই, তেন্তে ঠিক সেই আদৰ্শমতে পাত্ৰী বিচাৰি দিবলৈ গাত ল'ব পাৰোঁ।

মই এই কথা কওঁতে অকল আপোনাৰ কথা কবলৈ গৈছোঁ বুলি নাভাবিব; সঁচাকৈয়ে মোৰ বিয়াঘৰীয়া হবৰ বৰ মন গৈছে। উপযুক্ত পত্নীৰ সাহায্য লাভ কৰিলে আপোনাৰ বল-বুদ্ধি বাঢ়িব; আপো-নাৰ বহুমূলীয়া সময়ৰ সদ্ব্যৱহাৰৰ নিমিত্তে অধিক সুযোগ মিলিব। সেই কাৰণেই মই সোনকালে আপোনাৰ শুভ পৰিণয়ত যোগ দিবলৈ পাম বুলি বাঞ্ছা কৰিছোঁ।

কাক উপলক্ষ্য কৰি মই এই কথা কৈছোঁ, বোধ কৰোঁ ভাঙি কোৱাই ভাল। স্কুলৰ দ্বিতীয় শিক্ষ-য়িত্ৰী উষাৰ বিষয়ে বোধকৰোঁ আপুনি জানে। মই তেওঁৰ বিষয়ে বিশেষভাবে ভু লৈছোঁ। ৰূপৰ বিষয়ে মই একো নকওঁ, কিয়নো আপুনি তেওঁক দেখিছে। গুণৰ বিষয়ে ক'ব লাগিলে তেওঁতকৈ বেছি উপ-যুক্ত আৰু কোনোবা ওলাব বুলি মোৰ বিশ্বাস নহয়। তদুপৰি যৌৱনৰ প্ৰাৰম্ভৰে পৰা তেওঁ আপোনাক হৃদয় দান কৰি আছিছে; আপোনাৰ বাহিৰে আন দেৱতাক তেওঁ নাজানে। দেউতাকহঁতে নানা চক্ৰান্ত কৰি পতা বিয়াও কিয় ভাঙিল, তাক আপুনি নিশ্চয় জানে। মোৰ বিশ্বাস উষাৰ লগত বিবাহ

হ'লে আপোনালোকৰ দাম্পত্য জীৱনো সুখময় হ'ব, আৰু আপোনাৰ অনুষ্ঠানবোৰৰ কাৰ্য্য সম্পাদনতো সাহায্য পাব। আন ফালে উষাই আপোনাৰ লগত থাকিবলৈ পালে স্বৰ্গ-সুখো কামনা নকৰে। যদিও উষাই এইবোৰ কথা মোক কোৱা নাই (তেওঁ এনেবোৰ কথা প্ৰায় নকয়), তথাপি মই তেওঁৰ প্ৰত্যেক কথা, প্ৰত্যেক কাৰ্য্য,—আন কি, তেওঁৰ নীৰৱতাৰ মাজতো ইয়াৰ আভাস পাইছোঁ!

আপোনাৰ উত্তৰলৈ বাট চাই ৰ'লোঁ, সোনকালে আপোনাৰ মতামত পালে সুখী হ'ম। মোৰ নমস্কাৰ গ্ৰহণ কৰিব। ইতি— সেৱিকা

প্ৰভাৱতী

প্ৰভাৱতীৰ চিঠি পঢ়ি দীনবন্ধুৱে অলপ সময় চিন্তা কৰিলে, তাৰ পাচত লিখিলে,—

আয়ুষ্মতি,

তোমাৰ চিঠিৰ উত্তৰত একে আষাৰেই কওঁ যে মই তোমাৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ অক্ষম। উষায়েই হওক বা সন্ধ্যায়েই হওক তোমাৰ দ্বাৰা নিৰ্ব্বাচিতা কোনো কন্যাকেই মই বিয়া কৰাব নোৱাৰোঁ। সেই কাৰণে মোৰ বিবাহৰ নিমিত্তে তুমি চিন্তা নকৰিলেই ভাল।

বাৰু, মোৰ বিবাহৰ নিমিত্তে যে তুমি মূৰ ঘূৰাইছা, তোমাৰ নিজৰ কথা নাভাবা কিয়? আগেয়ে তোমাৰ এটা দিহা লগোৱাঁ, তাৰ পিচতো, আনৰ কথা ভাবিবা। মই এইষাৰ কথা সৰলভাবে হে কৈছোঁ, তাত যেন বিদ্ৰূপৰ গোন্ধ নিবিচাৰা।

তোমাৰ শুভাকাঙ্ক্ষী

দীনবন্ধু

দীনবন্ধুৰ চিঠি পঢ়ি প্ৰভাৱতীয়ে যি উত্তৰ দিলে সি এই:—

শ্ৰীচৰণকমলেষু,

আপোনাৰ চিঠি পঢ়ি তাৰ এছোৱা সমূলি বুজিব নোৱাৰি বিমোৰ হলোঁ। আপুনি কৈছে—মই বাচি দিয়া কাকো আপুনি গ্ৰহণ কৰিব নোৱাৰে। কথাটো মোলৈ সাঁথৰ যেন হৈ পৰিছে। এই সাঁথৰ ভঙা মোৰ সাধ্যাতীত: অনুগ্ৰহ কৰি ভাঙি দিব নে? মোৰ হ'লে সন্দেহ হৈছে—আপুনি কাৰবাক ভাল পায়, কিন্তু যাক ভাল পায়, তেওঁৰ লগত আপোনাৰ বিবাহ হোৱা অসম্ভৱ। যদি সেয়ে হয়, জানিবলৈ দিব নে—কোন সেই ভাগ্যৱতী?

মোৰ বিবাহৰ বিষয়ে মই নাভাবোঁ বুলি স্থিৰ কৰিছো। যদিও কিছু দিনৰ আগলৈকে মই এই বিষয়ে কোনো স্থিৰ সিদ্ধান্ত কৰা নাছিলোঁ, এতিয়া মোৰ লক্ষ্য স্থিৰ হৈছে। মোৰ লক্ষ্য কি, এতিয়া নকওঁ। ক'ম এদিন, যেতিয়া আপোনাৰ ঘৰ হ'ব, আপুনি সুখ-শান্তিৰে বৈবাহিক জীৱন কটাবলৈ সমৰ্থ হ'ব। খুইতে মোৰ বিবাহৰ প্ৰয়োজন নাই। আপুনি যদি সদায় মোক এতিয়াৰ দৰেই মৰমৰ চকুৰে চায়, যদি সকলো সময়তে সজ উপদেশ দি মোৰ কৰ্ত্তব্য দেখুৱাই দিয়ে, যদি এতিয়াৰ দৰেই আৱশ্যক হলেই আপোনাৰ সাহায্য পাই থাকোঁ, তেনেহলেই মোৰ জীৱনৰ সকলো অভিলাষ, সকলো সাধনা সিদ্ধি হ'ব। ইয়াতকৈ বেছি একো মই কল্পনাও কৰিব নোৱাৰোঁ। আপোনাৰ প্ৰতি মোৰ শ্ৰদ্ধা ভক্তি অক্ষুণ্ণ ৰাখি আপোনাৰ স্নেহ, অনুগ্ৰহ আৰু বিশ্বাসৰ পাত্ৰী হৈ থাকিব পাৰিলেই মোৰ জীৱন সাৰ্থক মানিম।

শেহত মোৰ নমস্কাৰ গ্ৰহণ কৰিব। কিবা দোষৰ কথা পালে ক্ষমা কৰিব। সেৱিকা

প্ৰভাৱতী

প্ৰভাৱতীৰ চিঠি পঢ়ি দীনবন্ধুৱে আনন্দ পালে। তেওঁ প্ৰভাৱতীলৈ লিখিলে,—

আয়ুষ্মতি,

যদিও তুমি মোৰ সাঁথৰ বুজা নাই বুলিছা মই হলে বুজিছা বুলিয়েই অনুমান কৰিছো। তুমি যি কৈছা, তাক মোৰ সাঁথৰৰ উত্তৰ যেনেই পাইছো। তথাপি যদি মোৰ মুখৰ পৰা শুনিবৰ ইচ্ছা কৰিছা, তেন্তে .শুনা—

মোৰ ভালপোৱাৰ পাত্ৰীক কেতিয়াবা দেখিবলৈ পাম বুলিও আশা কৰা নাছিলোঁ। বহুত দিন আগেয়ে মই কল্পনাত এখনি প্ৰতিমা সাজিছিলোঁ, তাত মোৰ আদৰ্শৰ অনুৰূপ ৰূপ-গুণ আৰোপ কৰি সজাই লৈছিলোঁ। মনে মনে প্ৰতিজ্ঞা কৰিছিলোঁ,—যদি কেতিয়াবা কোনো সজীৱ প্ৰতিমা মোৰ মানস প্ৰতি-মাৰ লগত মিলি যায়, তেন্তে তেওঁকেই মোৰ অৰ্দ্ধা-ঙ্গিনী কৰিম; নহলে সেই ছবিকে লৈ জীৱন কটাম। মোৰ কল্পনা অসংযত—অসম্ভৱ বুলি বহুতে ধাৰণা কৰিছিল;ময়ো সেই কল্পনা সত্যত পৰিণত কৰাৰ আশা এৰি দি কল্পনাৰ চিত্ৰ লৈয়েই জীৱন কটাবলৈ সাজু হৈছিলোঁ। কি সুন্দৰ মোৰ মানস প্ৰতিমা! তাৰ লগত যে একোৰে তুলনা নহয়! এনেকৈয়ে বহুত দিন গ'ল। কিন্তু মোৰ কল্পনা অলীক নহয়; এদিন উষা-লোকৰ লগে লগে সেই মানস প্ৰতিমা সজীৱ হৈ মোৰ সন্মুখত উপস্থিত হ'ল। মই ভোল গলোঁ, প্ৰাণ নাচি উঠিল; মোৰ জীৱন-যৌৱন নীৰৱে সমৰ্পণ কৰিলোঁ। জীৱনৰ ভিতৰত এয়ে মোৰ প্ৰথম ভালপোৱা, এয়ে শেষ হ'ব লাগিব। তেওঁৰ বাহিৰে আনক দিবলৈ মোৰ হৃদয় নাই। মুঠতে তোমাৰ অনুমান সঁচা; সেই দেখিয়েই কৈছোঁ,— তুমি মোৰ নিমিত্তে পাত্ৰী বিচৰা অনাৱশ্যক।

যাৰ লগত মানস প্ৰতিমাৰ মিল, যাক মই মনে মনে আত্মসমৰ্পণ কৰিলোঁ, যাক জীৱনত প্ৰথম আৰু শেষ বাৰৰ নিমিত্তে চিৰ-সঙ্গিনীৰূপে ভাল পালোঁ, তেওঁ কোন ভাগ্যৱতী জানিবলৈ তুমি ব্যগ্ৰ হৈছা। শুনা তেন্তে,—চক নাখাবা, খং নকৰিবা, স্থিৰ হৈ শুনা,—সেই ভাগ্যৱতী তুমি। তোমাৰ বাহিৰে আনৰ লগত মোৰ বিবাহ অসম্ভৱ। তোমাক এই কথা জনাম বুলি আগেয়ে ভবা নাছিলোঁ, নীৰৱে ভালপোৱাইহে মোৰ উদ্দেশ্য আছিল। কিন্তু আজি তোমাৰ চিঠিৰ পৰা তোমাৰ লক্ষ্যও ময়ে বুলি বুজিহে ইমান দিন গোপনে ৰখা কথা প্ৰকাশ কৰিলোঁ। যদি মোৰ বুজাত ভুল হৈছে, তেন্তে ক্ষমা কৰিবা, আৰু ইয়াত লিখা কথা পাহৰি যাবা। মনত ৰাখিবা—তোমাৰ স্বাৰ্থ নাথাকিলে অকল মোৰ সুখ সন্তোষৰ নিমিত্তে কেতিয়াও তোমাক মোৰ হ'বলৈ নকও। তুমি যদি মোৰ হ'ব নোৱাৰা, তেনেহলেও মোৰ তাত বেজাৰ নাই। তুমি যি কৰি সুখী হ'ব পাৰা, তাকে কৰিলেই ময়ো সুখী হম। মই দৈহিক মিলনৰ নিমিত্তে ব্যস্ত নহওঁ, তুমি য'তে থাকা, যেনেকৈ থাকা, ইমান দিন যেনেকৈ নীৰৱে ভাল পাই আহিছো, চিৰকাল তেনেকৈয়ে ভাল পাম। ভাল পাই ভাল লাগে বুলিয়েই মই ভাল পাওঁ। সেই কাৰণে আমাৰ মিলন অসম্ভৱ হলেও যেন নিৰুদ্বেগ চিত্তে আগৰ দৰেই হাতত ধৰাধৰিকৈ কৰ্ত্তব্যত আগ বাঢ়িব পাৰোঁ, তালৈ মাথোন লক্ষ্য ৰাখিবা।

তোমাৰ শুভাকাঙ্ক্ষী

দীনবন্ধু

দীনবন্ধুৰ চিঠি পঢ়ি প্ৰভাৱতীৰ হৃদয় আনন্দেৰে আপ্লুত হ'ল, শৰীৰ কঁপি উঠিল, অঙ্গাৱৰণ শিথিল

হৈ পৰিল। চিঠিখন পুনঃ পুনঃ চুম্বন কৰি বহু কষ্টেৰে আত্ম-সংবৰণ কৰাৰ পিচত যি উত্তৰ লিখিলে সি এই,—

শ্রীচৰণকমলেষু,

আপোনাৰ চিঠিয়ে মোলৈ যি স্বৰ্গীয় মন্দাকিনীৰ ধাৰা নমাই আনিলে, তাক প্ৰকাশ কৰিবলৈ ভাষা নাই। আজি অত দিন যি কথা শুনিবলৈ সাধনা কৰিছিলোঁ। আজি তাকেই শুনিলোঁ। এয়ে মোৰ স্বৰ্গ, এই কথাকে বুকুত বান্ধি মই হেজাৰ বিপদৰ মাজতো শান্তিৰে থাকিব পাৰিম। যদিও সংসাৰৰ কাঁইটীয়া বাটত বুলোঁতে জীৱনৰ বহুতো পৰিবৰ্ত্তন ঘটিছে, তথাপি আপোনাক লগ পোৱাৰ আগেয়ে কাকো প্ৰাণেৰে সৈতে ভাল পোৱা নাছিলোঁ, আজি তাকেই শুনিলোঁ। আন কি, তেনে কোনোবা ওলাব বুলিও ভাবিব নোৱাৰিছিলোঁ। আপুনি মোৰ ভ্ৰান্তি দূৰ কৰিলে। এতিয়া আপুনিয়েই মোৰ সুখ-শান্তি ধৰ্ম্ম-কৰ্ম্ম, আপুনিয়েই মোৰ উপাস্য দেৱতা। কত দিন সেই কথা ক'ম ক'ম বুলি ভাবিছিলোঁ, কিন্তু ভয় লাগিল—জানোচা হিতে বিপৰীত হয়! জানোচা মোৰ কথা শুনি মোৰ চৰিত্ৰৰ ওপৰত আপোনাৰ সন্দেহ জন্মে! জানোচা সেই কথা কৈ আপোনাৰ পৰা পাই অহা মৰম-চেনেহো হেৰুৱাও! সেই দেখি নীৰৱ সাধনাতেই দিন কটাবলৈ স্থিৰ কৰিছিলোঁ। তথাপি আপোনালৈ লিখা চিঠিত সেই ভাব এনেকৈ প্ৰকাশ হৈ পৰে যে বহুত দিন চাৰি পাঁচখন চিঠিৰ কাগজ নষ্ট কৰি হে এখন কোনোমতে পঠিয়াব পৰা হওঁ। ইয়াৰ আগৰখন চিঠি পঠিয়াই মোৰ অতিশয় লাজ আৰু ভয় লাগিছিল। আপোনাৰ পৰা পাই অহা চেনেহ আৰু যত্নও কিজানি হেৰুৱাওঁ,—এই বুলি মই ভাবনাত অস্থিৰ হৈ পৰিছিলোঁ; আপোনাৰ আগত ওলাবলৈকো লাজ লাগিছিল। আজি আপোনাৰ সুমধুৰ আশ্বাস বাণীয়ে সেই অস্থিৰতাৰ সলনিত এক অবৰ্ণনীয় পুলকৰ সৃষ্টি কৰিলে। আপুনি মোক ঘিণ কৰা হ'লেও মই আপোনাৰ পূজাতেই জীৱন উচৰ্গা কৰিলোঁহেতেন; তেনে স্থলত যে মই আপোনাৰ ভালপোৱাৰ পাত্ৰী হ'ব পাৰিছোঁ, তাতকৈ আৰু কি সৌভাগ্য হ'ব পাৰে! আজি জগতত মোতকৈ সুখী আৰু কোনো নাই।

কিন্তু প্ৰিয়তম, দেৱতা মোৰ, মই যে আপোনাৰ যোগ্য পূজাৰিণী নহওঁ। আমাৰ দৈহিক মিলনৰ বাট বন্ধ। আপুনি জানে মই আপোনাৰ স্বজাতীয় নহওঁ, নীহ কুলত মোৰ জন্ম। সেই কাৰণে আপুনি মোক বিয়া কৰালে চলিত প্ৰথামতে আপোনাৰ সামাজিক অৱনতি ঘটিব, সেইটো মই সহিব নোৱাৰোঁ। সেই দেখিয়েই মই মোৰ প্ৰাণৰ যাতনা সহ্য কৰিও আপোনাৰ স্বজাতীয় কন্যা উষাৰ লগত আপোনাৰ বিবাহৰ প্ৰস্তাৱ কৰিছিলোঁ। আপুনি সেই প্ৰস্তাৱ গ্ৰহণ কৰা হ'লে মই মোৰ ভালপোৱা চিৰজীৱন গোপনে ৰাখিলোঁহেঁতেন। এতিয়াও মই মোৰ প্ৰাণৰ ভালপোৱাৰে আপোনাক পূজা কৰিব পাৰিম মাথোন, আপুনি দাম্পত্য সুখ সম্ভোগৰ পৰা বঞ্চিত হ'ব লাগিব। এই সম্পৰ্কে আপুনিয়েই যথাবিহিত কৰিব। মোৰ সহস্ৰ অপৰাধ মাৰ্জ্জনা কৰিব। ইতি।

সেৱিকা
প্ৰভাৱতী

## সপ্তদশ অধ্যায়

### অসবৰ্ণ বিবাহ

প্ৰভাৱতীৰ চিঠি পঢ়ি দীনবন্ধুৰ মনত নানা

ভাবৰ উদয় হ'ল। সঁচাকৈয়ে প্ৰভাই অসবৰ্ণ বিবাহত সমাজত লাঞ্ছনা সহ্য কৰিব লাগিব বুলিয়েই তেনেকৈ লিখিছে নে তেওঁক পৰীক্ষা কৰিবৰ মনেৰে কথাটো তুলিছে! নহলে আন কিবা কাৰণেই আছে বা! তেওঁ বহুতো ভাবিলে, কিন্তু কোনো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। শেহত প্ৰভালৈ এই দৰে লিখিলে,

আয়ুষ্মতি,

তোমাৰ চিঠি পঢ়ি মই তোমাৰ উদ্দেশ্য ভালকৈ বুজিব নোৱাৰিলোঁ। সঁচাকৈয়ে তুমি অসবৰ্ণ বিবাহলৈ ভয় কৰি সমাজৰ উৎপীড়নৰ আশঙ্কাত তেনেকৈ লিখিছা, নে তাৰ অন্য কিবা কাৰণ আছে? যদি অকল সেয়েই কাৰণ, তেনেহলে সেই বিষয়ে মোৰ মতামত জানিবলৈ দিয়া উচিত বোধ কৰিছোঁ।

বৰ্ণ-বিভাগ সকলো দেশ আৰু সকলো জাতিৰ ভিতৰতে আছে। কোনোৰ বৰ্ণ-বিভাগ শৰীৰৰ বৰ্ণ আৰু গঠন লৈ, কোনোৰ বৰ্ণ-বিভাগ ধনৰ জোখ লৈ, আৰু কোনোৰ বৰ্ণ-বিভাগ গুণ আৰু কৰ্ম্ম লৈ। ইয়াৰ ভিতৰত শেহৰ বিধেই সৰ্ব্বোৎকৃষ্ট। সুখৰ বিষয় ভাৰতীয় জাতি-বিভাগ এই শেহৰ নিয়মেই হৈছিল। "চাতুৰ্ব্বৰ্ণ্যং ময়া সৃষ্টং গুণকৰ্ম্মবিভাগশঃ।" —এয়েই ভগৱান শ্ৰীকৃষ্ণৰ বাণী। এই জাতি-বিভাগৰ আৱশ্যকতা নিশ্চয় আছে; গুণ আৰু কৰ্ম্ম অনুযায়ী জাতি-বিভাগ হলে তাৰ লগে লগে কৰ্ম্ম-বিভাগ হৈ সমাজৰ শৃঙ্খলা ৰক্ষা কৰিব পাৰে। আজিকালি বহুতো শিক্ষিত মানুহ জাতিভেদ প্ৰথাৰ বিৰোধী; তাৰ কাৰণ পূৰ্ব্বৰ নিয়ম লঙ্ঘন কৰি আজিকালি জাতৰ চিৰস্থায়ী বন্দৱস্ত কৰা হৈছে। জাতৰ এই জোখ যে বিজ্ঞানবিৰুদ্ধ তাক বিজ্ঞলোকে নিশ্চয় স্বীকাৰ কৰিব। সেই কাৰণে ই যিমান সোনকালে উঠি যায়, সিমানেই দেশৰ আৰু সমাজৰ মঙ্গল হ'ব বুলি মই ভাবোঁ। কিন্তু ওপৰত কোৱা কৰ্ম্মগত বৰ্ণ-বিভাগ থাকিবই লাগিব। সেই মতে হ'লে খোৱা-লোৱা আদিত বিশেষ পাৰ্থক্য ৰখাৰ আৱশ্যকতা নাথাকিলেও বিবাহত তাৰ আৱশ্যকতা আছে। মুঠ কথা, বৈদিক জাতি-বিভাগ মানি চলিলে অসবৰ্ণ বিবাহ কেতিয়াও সমৰ্থন কৰিব নোৱাৰি; কিয়নো এজন শাস্ত্ৰ-ব্যৱসায়ীয়ে এজনী কৃষক কন্যাৰ পাণি-গ্ৰহণ কৰিলে, নাইবা এজন মৎস্যজীৱীয়ে ব্ৰাহ্মণ কন্যাক বিবাহ কৰিলে সাধাৰণতঃ সাংসাৰিক জীৱন সুখৰ হোৱাৰ সম্ভাৱনা নাই। কাৰণ দুয়ো জনৰ শিক্ষা-দীক্ষা, চলন-ফুৰণ, স্বভাৱ-চৰিত্ৰৰ বিশেষ তাৰ-তম্য থকা স্বাভাৱিক, আৰু সেই কাৰণেই সাংসাৰিক কৰ্ত্তব্য সাধনত ব্যাঘাত জন্মাও সম্পূৰ্ণ সম্ভৱ। কিন্তু সেই বুলি এইটো বুজাও নিতান্ত ভুল, যে কোনো বিশেষ কামত লাগি থকা মানুহৰ কোনো সন্তানে পৈতৃক ব্যৱসায়ত বাজে আন একো শিকিব নোৱাৰে। ভাগ্যক্ৰমে যদি এজনী মৎস্যজীৱীৰ কন্যাই সুশিক্ষা লাভ কৰি শাস্ত্ৰ-ব্যৱসায়ত ধৰিব পাৰে, তেতিয়া হ'লে তেওঁৰ পৈতৃক জাত নাথাকিব, তেওঁ তেতিয়া শাস্ত্ৰ-ব্যৱসায়ীৰ জাতলৈ উঠিব। তেতিয়া যদি তেওঁক এজন শাস্ত্ৰ-ব্যৱসায়ীয়ে বিয়া কৰায়, তেতিয়া সেই বিয়াত কোনো দোষ হ'ব নোৱাৰে আৰু তেনে বিয়াক অসবৰ্ণ বিবাহ নুবুলি সবৰ্ণ বোলাইহে শ্ৰেয়ঃ। মুঠতে যিবিলাক সমগুণবিশিষ্ট, তেওঁলোক একে জাতৰ, তেওঁলোকৰ জন্ম যাৰে ঘৰতে হওক। বোধকৰোঁ যি পিতা-মাতাৰ পৰা জন্ম পায়, লৰা-ছোৱালীও সাধাৰণতঃ তেনে গুণসম্পন্ন হয় দেখিয়েই পিচৰ কালত জাত জন্মগত কৰিলে, কিন্তু সকলো বিষয়তে যেনে ব্যতিক্ৰম দেখা যায়, মানুহতো তেনে ব্যতি-ক্ৰম ঘটিবই। সেই দেখিয়েই—

যস্য যল্লক্ষণং প্ৰোক্তং পুংসো বৰ্ণাভিব্যঞ্জকম্।

যদন্যত্ৰাপি দৃশ্যেত তত্তেনৈৱ ৱিনির্দ্দিশেৎ ॥

(শ্ৰীমদ্ভাগৱত— ৭।১১।৩৫)

অর্থাৎ পুৰুষৰ বর্ণজ্ঞাপক যি লক্ষণ কোৱা হৈছে তাক যদি আন বর্ণত দেখা যায়, তেনেহলে সেই লক্ষণ অনুযায়ী বর্ণ নির্দ্দেশ কৰিব লাগিব। চমুকৈ ক'ব লাগিলে পৈতৃক জাত যিয়েই থাকক, সন্তানৰ যাৰ গাত যি গুণ থাকে সি সেই মতেইহে জাত পাব। শূদ্ৰ-সন্তান যদি শমদমাদি গুণযুক্ত হয়, তেন্তে তেওঁ ব্ৰাহ্মণ হ'ব, আৰু ব্ৰাহ্মণসন্তান যদি সেইবোৰ ব্ৰাহ্মণ হৈ থাকিব নোৱাৰে। মনুৱে কৈছে—

যোহনধীত্য দ্বিজো ৱেদমন্যত্ৰ কুৰুতে শ্ৰমম্।
স জীৱন্নেৱ শূদ্ৰত্বমাশু গচ্ছতি সান্বয়ঃ ॥

(মনু—২।১৬৮)

অর্থাৎ বেদপাঠ এৰি আন কামত ধৰা দ্বিজই শীঘ্ৰে সবংশে শূদ্ৰত্ব পায়।

মহাভাৰতে কয়:—

শূদ্ৰে চৈতদ্ভৱেল্লক্ষ্য দ্বিজে তচ্চ ন ৱিদ্যতে।
ন ৱৈ শূদ্ৰো ভৱেচ্ছূদ্ৰো ব্ৰাহ্মণো ব্ৰাহ্মণো নচ ॥

(মহাভাৰত—শান্তিপৰ্ব্ব)

এই লক্ষণবোৰ যদি শূদ্ৰত থাকে, ব্ৰাহ্মণত নাথাকে, তেন্তে সেই শূদ্ৰও শূদ্ৰ নহয়, ব্ৰাহ্মণো ব্ৰাহ্মণ নহয়। আকৌ কয়,—

ন ৱিশেষোহস্তি ৱৰ্ণানাং সৰ্ব্বং ব্ৰাহ্মমিদং জগৎ।
ব্ৰহ্মণা পূৰ্ব্বসৃষ্টং হি কৰ্ম্মভিৰ্বৰ্ণতাং গতম্ ॥
কামভোগপ্ৰিয়াস্তীক্ষ্ণাঃ ক্ৰোধনাঃ প্ৰিয়সাহসাঃ।
ত্যক্তস্বধৰ্ম্মা ৰক্তাঙ্গাস্তে দ্বিজাঃ ক্ষত্ৰতাং গতাঃ ॥
গোভ্যো বৃত্তিং সমাস্থায় পীতাঃ কৃষ্যুপজীৱিনঃ।
স্বধৰ্ম্মান্নানুতিষ্ঠন্তি তে দ্বিজা ৱৈশ্যতাং গতাঃ ॥
হিংসানৃতপ্ৰিয়া লুব্ধাঃ সৰ্ব্বকৰ্ম্মোপজীৱিনঃ।
কৃষ্ণাঃ শৌচপৰিভ্ৰষ্টাস্তে দ্বিজাঃ শূদ্ৰতাং গতাঃ।
ইত্যেতৈঃ কৰ্ম্মভিৰ্ব্যস্তা দ্বিজা ৱৰ্ণান্তৰং গতাঃ।

(মহাভাৰত—১২।১৮৮।১০-১৪)

অর্থাৎ জাতবিলাকৰ কোনো বিশেষত্ব নাই; ব্ৰহ্মাই সৃষ্টি কৰাৰ বাবে সকলোৱেই প্ৰথমতে ব্ৰাহ্মণ আছিল, পিচতহে কাম অনুসৰি বেলেগ বেলেগ জাত পাইছে। যিবিলাক ৰক্তবর্ণ ব্ৰাহ্মণে কামভোগ-প্ৰিয়, তীক্ষ্ণ, সাহসী আৰু ক্ৰোধপৰায়ণ হৈ স্বধৰ্ম্ম অর্থাৎ ব্ৰাহ্মণৰ কৰ্ত্তব্য ত্যাগ কৰিছিল, সেইবিলাক ক্ষত্ৰিয় হ'ল। যিবিলাকে গৰু পুহি আৰু খেতি কৰি জীৱিকা উলিয়াইছিল, সেই স্বধৰ্ম্মানুষ্ঠানহীন পীতবর্ণ ব্ৰাহ্মণ বৈশ্য হ'ল। যিবোৰ বামুণ হিংসাকুৰীয়া, লুভীয়া, জীৱিকাৰ নিমিত্তে যেই সেই কামকে কৰা, অশুচি নিয়মত চলা, ক'লাবৰণীয়া আছিল সেইবোৰ শূদ্ৰ হ'ল। এনেকৈয়ে কাম অনুযায়ী বামুণবেই বেলেগ বেলেগ জাত হ'ল।

এই কথাত যেনেকৈ ব্ৰাহ্মণৰে ক্ৰমাৱনতি হৈ জাতি-বিভাগ হোৱাটো প্ৰতিপন্ন হয়, তেনেকৈয়ে অৱস্থাভেদে জাতৰ উঠা-নমাও স্থিৰ হয়। সেই দেখিয়েই আমি পঢ়িবলৈ পাওঁ:—

ব্ৰহ্মতত্ত্বং ন জানাতি ব্ৰহ্মসূত্ৰেণ গৰ্ব্বিতঃ।
তেনৈৱ চ স পাপেন বিপ্ৰঃ পশুৰুদাহৃতঃ ॥

অর্থাৎ ব্ৰহ্মতত্ত্ব নজনাকৈ যি বিপ্ৰ ব্ৰহ্মসূত্ৰ ধাৰণ কৰি গৰ্ব্বিত হয়, তেওঁ সেই পাপৰ বাবে পশু নাম পায়।

আকৌ:—

জন্মনা জায়তে শূদ্ৰঃ সংস্কাৰাদুচ্যতে দ্বিজঃ।
ৱেদাভ্যাসাদ্ভৱেদ্বিপ্ৰো ব্ৰহ্ম জানাতি ব্ৰাহ্মণঃ ॥

অর্থাৎ মানুহ জন্মত শূদ্ৰ, সংস্কাৰ হলে দ্বিজ বেদ পঢ়িলে বিপ্ৰ আৰু ব্ৰহ্মক জানিলে ব্ৰাহ্মণ হয়।

পূৰ্ব্বকালত যে জাত জন্মগত নহৈ কৰ্ম্মগতহে

আছিল, তাৰ ভূৰি ভূৰি উদাহৰণ বেদ-ব্ৰাহ্মণাদিৰ পৰা আৰম্ভ কৰি পুৰাণ-ইতিহাসলৈকে সকলো গ্ৰন্থত পোৱা যায়, সেই আটাইবোৰ ইয়াত উল্লেখ কৰা নিষ্প্ৰয়োজন ভাবি ইমানতে এৰিলোঁ। যদি এনে বৰ্ণ-বিভাগত তোমাৰ বিশ্বাস আছে, তেন্তে তোমাৰ আৰু মোৰ জাত বেলেগ হ'ব নোৱাৰে; কাৰণ আমাৰ দুয়োৰে ভাব- চিন্তা, উদ্দেশ্য-অভিলাষ, ধৰ্ম্ম-কৰ্ম্ম একে ধৰণৰ, তেনে স্থলত আমাৰ জাত বেলেগ বুলি মানিবলৈ মই প্ৰস্তুত নহওঁ। যদি তুমি জন্মগত জাত বিশ্বাস কৰা তেন্তে মোৰ বিশেষ ক'বলৈ একো নাই; কিন্তু তেতিয়াও আমাৰ বিবাহ সমৰ্থন কৰা স্মৃতি-বচনৰ অভাৱ নহয়। মনুসংহিতা মেলিলেই পাবা:--

শ্ৰদ্দধানঃ শুভাং বিদ্যামাদদীতাবৰাদপি।

অন্ত্যাদপি পৰং ধৰ্ম্মং স্ত্ৰীৰত্নং দুষ্কুলাদপি॥

অৰ্থাৎ নীহকুলীয়াৰ পৰাও শুভা বিদ্যা শ্ৰদ্ধাৰে সৈতে গ্ৰহণ কৰিব; চণ্ডালৰ পৰাও পৰম ধৰ্ম্ম আৰু বেয়া কুলৰ পৰাও স্ত্ৰীৰত্ন গ্ৰহণায়।

আকৌ:—

স্ত্ৰিয়ো ৰত্নান্যথো বিদ্যা ধৰ্ম্মঃ শৌচং সুভাষিতং।

বিবিধানি চ শিল্পানি সমাদেয়ানি সৰ্ব্বতঃ॥

অৰ্থাৎ তিৰোতা, ৰত্ন, বিদ্যা, ধৰ্ম্ম, শৌচ, সুভাষণ আৰু বিবিধ শিল্প য'ৰে ত'ৰে পৰা সংগ্ৰহ কৰা উচিত।

এই বচনাবোৰ অকল স্মৃতিতে আছে, এনে নহয়, পুৰাণ, ইতিহাস আদিৰ পাতে পাতে সেইবোৰ কাৰ্য্যতঃ পালন কৰা দেখিবলৈ পাবা। অৱশ্যে, বৰ্ত্তমান অধঃপতিত সমাজে এইবোৰ সমৰ্থন নকৰে, আৰু সেই কাৰণেই চলিত প্ৰথাৰ বিৰুদ্ধে চলিলে লোক-গঞ্জনাৰ ভয় আছে। মোৰ বিশ্বাস হৈছে,— তোমাৰ মত মোৰ লগত অমিল নহয়, মাত্ৰ ওপৰত কোৱা ভয়ৰ কাৰণে আপত্তি উত্থাপন কৰিছা। যদি সেয়ে হয়, তেনেহলে কওঁ—লোকমতলৈ ভয় কৰি বিবেক-বিৰুদ্ধ কাৰ্য্য কৰা উচিত নহয়। মই যিটো অন্তৰেৰে সৈতে বিশ্বাস কৰোঁ, যিটো কৰ্ত্তব্য বুলি বিবেকে কৰিবলৈ কয়, তেনে কাৰ্যাত লোক-মতলৈ অপেক্ষা কৰা মোৰ স্বভাৱ নহয়। তাৰ পৰা যদি কিবা বিপদ ঘটে, তাকো মই হাঁহি হাঁহি মূৰ পাতি ল'ম। ইয়াৰ লগতে এইটোও কওঁ যে মোৰ মত যেনে হওক, তোমাৰ লগত নিমিলিলে তাক যেন চকু মুদি গ্ৰহণ নকৰা। এই চিঠি পঢ়াৰ পিচত যি হয় স্বাধীনভাৱে চিন্তা কৰি স্থিৰ কৰিবা। অকল মোক তুষ্ট কৰিবলৈ নভবা নিচিন্তাকৈ বা তোমাৰ ইচ্ছাৰ বিৰুদ্ধে মত দিলে মই সন্তুষ্ট নহৈ অসন্তুষ্টহে হ'ম। মুঠ কথা, স্পষ্ট কথা শুনিলে, সি যদি কষ্টদায়কো হয়, তথাপি তাক সহ্য কৰিম তাৰ বাবে তোমাৰ ওপৰত মোৰ ৰোষ বা অভিমান হ'ব বুলি ভাবি ভুল নকৰিবা।

তোমাৰ স্পষ্ট উত্তৰ পাবলৈ বাট চাই ৰ'লো।

তোমাৰ শুভাকাঙ্ক্ষী

দীনবন্ধু

# অষ্টাদশ অধ্যায়

## অভিসাৰ

সেই দিনা গোটেই দিনটো অপেক্ষা কৰিও দানবন্ধুৱে প্ৰভাৱতীৰ পৰা কোনো উত্তৰ নাপালে। প্ৰভাৱতীক নিলগৰ পৰা আন দিনতকৈ গম্ভীৰ আৰু চিন্তাকুলা দেখা গৈছিল। দীনবন্ধুৱে প্ৰভাৱ

মতিগতি একো বুজিব নোৱাৰি চিন্তাকুল চিত্তেৰে দিনটো কটালে, কিন্তু প্ৰভাৰ পৰা এটা আখৰো নাহিল। লাহে লাহে ৰাতি ডেৰপৰমান হ'ল; দীনবন্ধু খাই-বৈ উঠি পাটীত পৰিল, তথাপি প্ৰভাৰ কোনো উত্তৰ নাহিল। তেওঁ ভাবিলে কিজানি প্ৰভাই তেওঁক স্বামীগ্ৰহণ কৰিব নোখোজে, অথচ তেওঁ বেয়া পাই বুলি ভাঙি কবলৈ সাহ কৰা নাই; সেই কাৰণেই বাহিৰা কাৰণ দেখুৱাই আপত্তি জনাইছিল। এতিয়া তেওঁ সেই আপত্তি অগ্ৰাহ্য কৰাত নিৰুপায়ত পৰি আৰুপ্ৰকৃত মনোভাৱ ফুটাই কব'লৈ লাজ কৰি মনে মনে আছে। সি যি হওক, তেওঁ সেই বিষয়ে একো স্থিৰ সিদ্ধান্ত কৰিব নোৱাৰিলে। এইদৰে চিন্তাৰ সোঁতত উটি-বুৰি ফুৰোঁতে তেওঁৰ কোনোমতেই টোপনি নাহিল। তেতিয়া তেওঁ শোৱাৰ পৰা উঠি লিখা-পঢ়া কৰা খোটালিলৈ গ'ল; লেম্পটো লগাই ল'লে আৰু তাৰ পাচত 'ড্ৰৱাৰৰ' পৰা তেওঁৰ কবিতাৰ বহীখন উলিয়াই লিখিবলৈ ধৰিলে :—

নালাগে সাদৰি, তুমি ভাল পাব মোক,
মাথো মোক পাবলৈ দিয়া;
নালাগে তোমাৰ মোক একো প্ৰতিদান,
লোৱা যদি দান মোৰ হিয়া।
নালাগে মোলৈ চাব বেৰ জুমি জুমি,
ধৰা পৰি ৰঙা-চঙা হ'ই;
নয়ন-ভৃঙ্গক মোৰ পিবলৈ দিয়া,
ৰূপ-সুধা পৰিছে যি বই।
নালাগে মাতিব মোক সুৰলা মাতেৰে,
মোৰ কথা নালাগে শুনিব;
শুনো যদি এটি কথা তোমাৰ মুখৰ
সেয়ে মোৰ হৃদয় জুৰিব।
নালাগে ওচৰ চাপি বাহুৰে মেৰাই,
হিয়া মোৰ কঁপাই তুলিব;
এবাৰ মাৰিলে এটি মিচিকিয়া হাঁহি,
তাতে লাখ গোলাপ ফুলিব॥
নালাগে দুখত মোৰ কোমল প্ৰতিমা,
দুখী হৈ পৰি যাব জয়;
দিয়া মাথোঁ দয়া কৰি ভগা হিয়া মোৰ
তোমাতেই যাবলৈ লয়।

কবিতাটো লিখা শেষ হ'লত তেওঁ বহীখন আকৌ আগৰ ঠাইত থৈ শুবলৈ আহিল। পাটীত পৰি লেম্পটো মুমুৱাবলৈ ধৰিছে মাথোন, এনেতে দুৱাৰখন লৰাৰ শব্দ উঠিল। তেওঁ অলপ বেলি কাণ ওনাই শুনি বতাহত লৰিছে বুলি স্থিৰ কৰিলে। কিন্তু লেম্পটো মুমুৱাবলৈ নৌ পাওঁতেই আকৌ আগৰ দৰে শব্দ শুনা গ'ল। তেওঁ পাটীৰ পৰা উঠি মাত লগালে,—"কোন?"

কিন্তু সকলো নীৰৱ। জিলিৰ মাত বাহিৰে ক'তো কাৰো সাৰ-সঁহাৰি নাই। একোৰে গম নাপাই দীনবন্ধু আকৌ পাটীত পৰিল। আকৌ সেই শব্দ! দীনবন্ধু চমকিত হ'ল, এইবাৰ আৰু তেওঁ অলপো অপেক্ষা নকৰি, একে চোঁচাই দুৱাৰৰ কাষ পালেগৈ। দুৱাৰ মেলি যি দেখিলে তাত যেন তেওঁৰ গোটেই শৰীৰ অৱশ হৈ গ'ল, এটা সন্দেহৰ বৈদ্যুতিক প্ৰবাহ যেন শিৰে শিৰে বৈ গ'ল। নিশ্চিন্ত মনেৰে গৈ থকা পথিকৰ সন্মুখত হঠাৎ এটা সাপ বা বাঘ ওলালে তেওঁৰ অৱস্থা যেনে হয়, সেই মুহূৰ্ত্তত দীনবন্ধুৰ অৱস্থাও তদ্ৰূপ হৈছিল। তেওঁ দেখিলে দুৱাৰ-মুখত মলিন-বদনা সাশ্ৰুনয়না বেপমানা প্ৰভাৱতী।

অলপ সময় থৰ হৈ থকাৰ পাচত দীনবন্ধু

প্ৰকৃতিস্থ হ'ল, আৰু সেই অৱস্থাত কোনো কথা পতা যুগুত নহয় বুলি প্ৰভাৱতীক ক'লে,—"সোমাই আহাঁ।"

প্ৰভাৱতী ভিতৰ সোমাই আগৰ দৰেই কঁপিবলৈ ধৰিলে। দীনবন্ধুৱে দুৱাৰখন বন্ধ কৰি থৈ প্ৰভাক সুধিলে,--"এই শেহ নিশা তুমি এনেকৈ আহিলা কিয়?"

প্ৰভা নিমাত, মাত্ৰ বতাহত কল গছ কঁপা দি তেওঁৰ গোটেই শৰীৰ কঁপিব লাগিছে; একোবাৰ দীনবন্ধুৰ মুখৰ ফালে চাই পিচ মুহূৰ্ত্ততে তলমুৰ কৰিছে।

দীনবন্ধু : হৈছে কি? কিবা দুৰ্ঘটনা ঘটিছে নেকি?

প্ৰভাৱতীয়ে মুৰ জোকাৰি নাই হোৱা বুলি বুজালে।

দীন : মোক লগ পোৱাৰ কিবা প্ৰয়োজন আছে নেকি? প্ৰভাই মুৰ দপিয়াই স্বীকাৰ কৰিলে।

দীন : এনে কি বিশেষ প্ৰয়োজন হ'ব পাৰে যে তুমি এই অন্ধকাৰ নিশা মোৰ ইয়ালৈ নাহিলেই নহয়?

প্ৰভাই একো উত্তৰ নিদি ভৰিৰ আঙুলীৰে মাটিত আঁক দি তললৈ চাই ৰ'ল। দীনবন্ধুৱে অলপ বিৰক্তিৰ সুৰেৰে ক'লে,—"তোমাৰ যদি ক'বলৈ কথাই নাই, তেন্তে এনেকৈ আহিলা কিয়? তুমি অন্যায় কৰিছা। তুমি মোৰ ইয়ালৈ আহা বুলি কত কথা আগেয়ে ওলাই গৈছে। কিন্তু সেইবোৰ সম্পুৰ্ণ মিছা দেখি ইমান দিন তালৈ কৰ্ণপাত কৰা নাছিলোঁ। আজি এই মুহূৰ্ত্তৰ পৰাই যে সি সত্যত পৰিণত হ'ল! তোমাৰ বিশেষ প্ৰয়োজন থাকিলে চিঠি লিখিলেও হ'লহেঁতেন; নতুবা তুমি অহাতকৈ দিনতে মোক মাতি পঠিওৱা হলেও ইয়াতকৈ সহস্ৰ গুণে ভাল আছিল। তোমাৰ ব্যৱহাৰত মই দুখ পাইছোঁ।"

"প্ৰভু, প্ৰাণেশ্বৰ,—" এই বুলিয়েই প্ৰভাই দীনবন্ধুৰ সন্মুখত আঠু কাঢ়িলে, সেৱা কৰি দুয়ো ভৰিত সাৱটি ধৰিলে।

দীনবন্ধুৱে প্ৰভাৰ মতি-গতি ভালকৈ বুজিব নোৱাৰিলে; প্ৰভাৰ হাতত ধৰি তুলি কোমল মাতেৰে ক'লে,—"ছিঃ প্ৰভা! তুমি ইমান অধীৰ হৈছা কিয়? কি হৈছে মোক কোৱাঁ।"

প্ৰভাই কোনো উত্তৰ দিব নোৱাৰিলে; কিবা আৱেগত সৰসৰ কৰে চকু-লো ব'বলৈ ধৰিলে, তেওঁ যেন তেতিয়া সকলোকে ধুঁৱলি-কুঁৱলী দেখিছিল। দীনবন্ধুৱে চক-লো মচি দি পুনঃ পুনঃ সুধিবলৈ ধৰিলে,—"কোৱাঁ প্ৰভা, কি হৈছে তোমাৰ?"

প্ৰভাই কেইবাবাৰো কিবা কবলৈ চেষ্টা কৰিছিল, কিন্তু তেওঁৰ কথা মুখৰ পৰা বাহিৰ নহ'ল। বহুত পৰৰ মুৰত মাথোন এবাৰ ক'লে,—"আপুনি দেৱতা—" আৰু কথা নোলাল।

দীনবন্ধুৱে বুজিলে প্ৰভাৰ কিবা ক'বলগীয়া আছে, কিন্তু কিবা আৱেগত কণ্ঠৰোধ হোৱাত তেওঁ তাক মুখ ফুটাই ক'ব পৰা নাই, আৰু ক'ব পৰাৰ সম্ভাৱনাও নাই। সেই দেখি তেওঁ আৰু প্ৰশ্ন নকৰি ক'লে,—প্ৰভা, মই বুজিছোঁ, তোমাৰ কিবা ক'বলগীয়া আছে, কিন্তু ক'ব পৰা নাই। তুমি এনেকৈ নাহি চিঠিৰে জনোৱা হলেই ভাল আছিল। বাৰু যি হ'ল হ'ল, এতিয়াও তুমি কি ক'ব লগা আছে, মোলৈ লিখি পঠিয়াবা, মই ভাবি-চিন্তি যি উচিত বুজোঁ ক'ম এতিয়া তুমি ইয়াত বেছি সময় থকা উচিত নহব। তুমি যোৱাঁ, কিন্তু অনাহকত বেজাৰ নকৰিবা। তোমাৰ যদি কিবা দুখ আছে আৰু তাক নিবাৰণ কৰা যদি মোৰ সাধ্যাতীত নহয়, তেনেহলে তুমি নিশ্চিন্ত হোৱাঁ।"

দীনবন্ধুৱে দুৱাৰ মেলি দিলে; প্ৰভা বাহিৰ

ওলাল। দীনবন্ধুৱে প্ৰভা ঘৰ নোপোৱালৈকে দুৱাৰ-দলিত থিয় হৈ চাই থাকিল, আৰু ঘৰ সোমালত দুৱাৰখন জপাই লাহে লাহে গৈ পাটীত পৰিল।

# উনবিংশ অধ্যায়

## শেষ সিদ্ধান্ত

ওপৰত কোৱা ঘটনাৰ পিচদিনা দীনবন্ধুৱে এই চিঠিখন পালে,—

শ্ৰীচৰণকমলেষু,

প্ৰাণাধিক, প্ৰভাৱতীৰ জীৱনসৰ্ব্বস্ব, প্ৰাণৰ দেৱতা মোৰ শত-সহস্ৰ নমস্কাৰ গ্ৰহণ কৰি সকলো দায়-দোষ যেন মাৰ্জ্জনা কৰে। মোৰ কালিৰ আচৰণত আপুনি নিশ্চয় ক্ষুণ্ণ হৈছে আৰু ময়ো তাৰ বাবে দুখিত আৰু লজ্জিত হৈছোঁ। কিয় তেনে কৰিছিলোঁ, তাক নকলে বোধকৰোঁ আপোনাৰ কিবা সন্দেহ জন্মিব পাৰে, সেই কাৰণেই আজি প্ৰকৃত কথা আপোনাক জনাবলৈ আগ বাঢ়িলোঁ।

কালি পুৱা আপোনাৰ চিঠিখন পাই মোৰ মনত যে কি অভাৱনীয় আনন্দৰ ঢৌ উঠিছিল, তাক বুজাই ক'ব নোৱাৰোঁ। কিন্তু কেনেকৈ তাৰ উত্তৰ লিখিম, কোনো মতেই স্থিৰ কৰিব নোৱাৰিলোঁ। এটা সিদ্ধান্ত স্থিৰ কৰি লিখি যাওঁতেই হঠাৎ আকৌ আন এটা ভাৱৰ উদয় হয়, তেতিয়া আগৰ-খন ফালি আকৌ নতুনকৈ লিখিবলৈ লওঁ। এনে-কৈয়ে ৰাতি দুপৰলৈকে দহখন চিঠি লিখি ফালিলোঁ, কিন্তু আপোনালৈ পঠিয়াব পৰাকৈ এখনো লিখিব নোৱাৰিলোঁ। মোৰ এই চাঞ্চল্যত আপুনি চাগৈ আচৰিত মানিব, কিন্তু ঘটনাৰ সোঁতত মই তেনেকৈ উটি যাবলৈ বাধ্য হৈছিলোঁ। এবাৰ ভাবিলোঁ, আপোনাৰ যেতিয়া আপত্তি নাই, মই মহা আনন্দেৰে আপোনাৰ প্ৰস্তাৱত সম্মত হোৱা উচিত। আকৌ ভাবিলোঁ। সহধৰ্ম্মিণীৰূপে আপোনাৰ সকলো কাৰ্য্যত সহায় হোৱা মোৰ কৰ্ত্তব্য, কিন্তু আমাৰ বিবাহে আপোনাৰ কৰ্ত্তব্যত বিঘিনি জন্মোৱাৰ সম্ভাৱনাহে বেছি। কিয়নো সৰ্ব্বসাধাৰণে প্ৰকৃত সত্যৰ বহুত দূৰত থাকি অবিচাৰ কৰিব, আৰু তাৰ ফলত আপোনাৰ ওপৰত আস্থা হেৰুৱাই আপোনাৰ অস-ম্পূৰ্ণ কাৰ্য্যবিলাক সম্পূৰ্ণ কৰাত ব্যাঘাত জন্মাব। এবাৰ মনত খেলালে,—লোকমতৰ ভয়ত আদৰ্শৰ পৰা আঁতৰি যোৱা অন্যায়; যি দুই এজনে এটা নতুন পন্থা, নতুন আদৰ্শ সমাজক দিব খোজে, তেওঁলোকে নিকাৰ ভুগিবই। কিন্তু সমাজে সেই আদৰ্শৰ মূল্য বুজি যেতিয়া গ্ৰহণ কৰিব, তেতিয়া সমাজৰ মঙ্গল হ'ব। লগে লগে এইটো ভাবো মনলৈ আহিল যে সমাজৰ অৱস্থাৰ লগত আদৰ্শৰ নেৰা-নেপেৰা সম্বন্ধ। যেনেকৈ যি মাটি যি খেতিৰ নিমিত্তে অনুপযুক্ত, তাত সেই খেতি কৰিলে পৰি-শ্ৰম পণ্ড হয়, শেহত হা-হুমুনিয়াহ কাঢ়ি দিন নিয়াব লাগে, তেনেকৈয়ে যি সমাজে যি আদৰ্শ লবলৈ প্ৰস্তুত হোৱা নাই, তাত সেই আদৰ্শ দেখুৱা-বলৈ যোৱাৰ পৰা সুফল পোৱাৰ আশা নাই। এনেকৈয়ে ইটোৰ পিচত সিটো বিৰুদ্ধ ভাবনাই ভুমুকি মৰাত মই একোকে স্থিৰ কৰিব নোৱাৰি বিমোৰত পৰিলোঁ। যথাসময়ত উত্তৰ নাপাই আপুনি চিন্তিত আৰু মোৰ ওপৰত অসন্তুষ্ট হৈছে বুলি ভাবি মোৰ অস্থিৰতা আৰু বাঢ়িল। ৰাতি এটা মান বজালৈকে এনেকৈ কটাই শেহত গৈ পাটীত পৰিলোঁ, বহুত সময়লৈকে সেই একে চিন্তাৰ ঢৌৱে

অন্তৰত খলক লগাই শেহত তন্দ্ৰাৰ কোলাত মাৰ গ'ল। মই দেখিলোঁ,—আপুনি বৰ অস্থিৰ হৈছে, মোৰ ওপৰত বিশ্বাস হেৰুৱাইছে, পাটীত পৰি ছট-ফটাই আছে, এটা বিৰক্তি আৰু বিমৰ্ষভাবৰ ছায়াই মুখমণ্ডল ঢাকি পেলাইছে। তেতিয়া মোৰ ধৈৰ্য্য হেৰাল, এক মুহূৰ্ত্তও বিলম্ব নকৰি আপোনাৰ চৰণত দীঘল দি পৰিবৰ নিমিত্তে এটা দুৰ্দ্দমনীয় আকাঙ্ক্ষা মনত লৈ মই লৰি গলোঁ। বাট ডোখৰত মই সম্পূৰ্ণ সজাগ আছিলোঁ বুলি কব নোৱাৰোঁ। যেতিয়া আপোনাৰ দুৱাৰ-মুখত থিয় হলোঁগৈ, তেতিয়াহে হঠাৎ মোৰ চকুৰ পৰা টোপনিৰ আঁৰ কাপোৰখন আঁতৰ হ'ল; মই কি অন্যায় কৰিলোঁ বুজিব পাৰিলোঁ; গোটেই শৰীৰ জোকাৰি এটা কঁপনি উঠিল। এবাৰ ভাবিলোঁ,—উলটি আহোঁ; আকৌ ভাবিলোঁ,—গলোঁৱেই যেতিয়া, আপোনাক সাক্ষাৎ কৰি অহাই কৰ্ত্তব্য। তাৰ পিচত কি হ'ল, কি কৰিলোঁ, সকলো আপুনিয়েই জানে। যদিও সকলো কথা আপোনাৰ চৰণত নিবেদন কৰিবলৈ মোৰ প্ৰবল আগ্ৰহ জন্মিছিল, তথাপি বিশেষ যত্ন কৰিও মুখ ফুটাই একোকে ক'ব নোৱাৰিলোঁ। আপুনি মোক বিশ্বাস কৰক, মই কোনো অসৎ অভিপ্ৰায় লৈ আপোনাৰ ওচৰলৈ যোৱা নাছিলোঁ।

সি যি হওক, তেনেকৈ যোৱাৰ পৰা মোৰ বিশেষ লাভ হ'ল। মই ইমান দিনেও আপোনাক ভালকৈ চিনা নাছিলোঁ, কালি চিনিলোঁ। পদে পদে পুৰুষৰ দুশ্চৰিত্ৰতা আৰু অত্যাচাৰৰ খুন্দা সহিব লগা হোৱাত, মোৰ কল্পনাৰ আদৰ্শ পুৰুষজনকো প্ৰকৃত উচ্চাসনত স্থাপন কৰি চাব নাজানি বহুতো তলত পেলাই থৈছিলোঁ। কালিহে বুজিলোঁ, আপুনি কি মহান! কিমান উচ্চ! মোৰ কল্পনাৰ মায়াপুৰী আপোনাৰ সেই শুভ্ৰ চৰণ-যুগলৰ কিমান তলত! কালি বুজিলোঁ আপোনাৰ প্ৰেমৰ মহিমা। সি যে গঙ্গা জলৰ দৰে পবিত্ৰ, মহাসাগৰৰ দৰে অগাধ, হিমাচল-সদৃশ অচল অটল। আপোনাৰ প্ৰেম স্বৰ্গীয় পাৰিজাত, পাৰ্থিব মানুহে তাৰ গন্ধ অনুভৱ কৰা অসম্ভৱ; সেই কাৰণেই কালিলৈকে মই তাক কল্পনা কৰিব পৰা নাছিলোঁ। মোৰ কল্পনাই প্ৰেমৰ স্নিগ্ধ, শুভ্ৰ, দিগন্তপ্ৰসাৰী বিৰাট মূৰ্ত্তিক বাসনাৰ ৰক্তিম ৰাগেৰে চিত্ৰিত কৰি লৈছিল। আপুনি মোৰ গুৰু, আপুনিয়েই মোৰ ভুল শুধৰাই দিলে। নিৰ্জ্জনা গৃহত অন্ধকাৰ ৰাতি, প্ৰণয়িণীৰ কথাই নকওঁ, কোনো যুৱতীৰ প্ৰতি কোনো যুৱকে আপুনি কৰাৰ দৰে ব্যৱহাৰ কৰিব পাৰে বুলি বিশ্বাস কৰোঁতাও কিজানি আজি দুৰ্ল্লভ হ'ব—ময়ে আগেয়ে বিশ্বাস নকৰিলোঁহেঁতেন। কালি আপোনাৰ প্ৰকৃত ৰূপ দেখা পোৱাত কালি যি উত্তৰ দিবলৈ ব্যৰ্থ চেষ্টা কৰিছিলোঁ, আজি তাক দিয়া সহজ হৈ পৰিল। কালি ভাবিছিলোঁ,—বিবাহত আপত্তি কৰিলে আপুনি কিজানি শোকাকুল হ'ব, মোৰ প্ৰতি ভালপোৱা কমি যাব, কিন্তু আজি মই ভাঠকৈ বিশ্বাস কৰিব পাৰিছোঁ যে আপুনি মোক সহধৰ্ম্মিণীৰূপে পাবলৈ ইচ্ছা কৰিছে, শয্যাসঙ্গিনীৰূপে নহয়। সেই দেখিয়েই আজি মই আপোনাক জনাওঁ,—আমাৰ লৌকিক বিবাহৰ প্ৰয়োজন নাই। আপুনি যদি দয়া কৰি মোক আপোনাৰ সকলো কৰ্ত্তব্যৰ ভাগ দিয়ে, যদি মোক অন্ধ বুলি বাটদেখুৱাই লৈ ফুৰায় তেনে-হলেই মোৰ সকলো সাধনা সিদ্ধি হ'ব।

মই যাইকৈ দুটা কথালৈ লক্ষ্য ৰাখি এই মত দিছোঁ। এটা হৈছে,—মই প্ৰেমৰ সাধনা প্ৰকৃততে এতিয়াহে আৰম্ভ কৰিব লগা হৈছে। ইয়াৰ আগেয়ে

শৰীৰক কলুষিত হবলৈ যদিও দিয়া নাই, তথাপি কামনাৰ কুৰুক্ষেত্ৰত বহুত যুদ্ধ হৈ গৈছে। চেক্ৰেটাৰী, লক্ষ্মীকান্ত, মহেশ আদিৰ লগত কথা বতৰা পাতোঁতে অনিৰ্দ্দিষ্টভাবে হলেও কামনা সজাগ নোহোৱাকৈ থকা নাছিল। তেওঁলোকৰ পশুভাবে পূৰ্ণৰূপে দেখা দিবলৈ উপক্ৰম কৰাৰ পিচতহে মই নিজক প্ৰকৃতিস্থ ৰাখিবলৈ যত্ন কৰিব পাৰিছিলোঁ। আকৌ সেই ৰমণীমোহনৰ কথা। ৰমণীক যদিও মই ভালপোৱা নাছিলোঁ, তথাপি একো নজনা-নুশুনাকৈয়ে তাৰ পত্নী হ'বলৈ ইচ্ছা প্ৰকাশ কৰি চিঠি লিখাৰ মূলত নিশ্চয় মোৰ মানসিক চঞ্চলতা আৰু দুৰ্ব্বলতা। মোৰ এই দুৰ্ব্বলতাৰ কাৰণেই ৰমণী মোৰ আলহী হৈ মোৰ সৰ্ব্বনাশ সাধন কৰিবলৈ আগ বাঢ়িছিল। হৃদয়েশ্বৰ, আপোনাক কোৱা নাই, সেই দিনা সি মোক নানা প্ৰলোভন দেখুৱাই মোৰ মনত এটা অনিশ্চিত ভৱিষ্যতৰ লোকালোক সৃষ্টি কৰিছিল। কিন্তু ভগৱানৰ অশেষ কৃপা আৰু আপোনাৰ অশ্ৰুত আশীৰ্ব্বাদে মোৰ অধঃপতন সম্পূৰ্ণ হবলৈ নিদি ৰক্ষা কৰিলে। সি সেই দিনাই তাৰ প্ৰকৃতিৰ পৰিচয় দিয়াত মোৰ সকলো কল্পনা, প্ৰলোভনৰ সকলো মায়াজাল অদৃশ্য হৈ গ'ল; মই ৰক্ষা পৰিলোঁ। প্ৰিয়তম, সি পাৰগুই তাৰ পাশৱ বলেৰে মোৰ দেহ অপবিত্ৰ কৰিবলৈ আগ বাঢ়িছিল, কিন্তু নানা চিন্তাত মই সজাগে থকাত সি মোক স্পৰ্শ কৰিব নোৱাৰিলে। তাৰ ফলত তাৰ ওপৰত মোৰ এটা ঘৃণা জন্মিল, তাক ঘৰৰ পৰা উলিয়াই খেদালোঁ। ক'ব নোৱাৰোঁ,—সি সংযতভাবে আগ বঢ়া হ'লে মোক ক'লৈ লৈ গ'লহেঁতেন! কালি ৰাতি মই বিশেষকৈ ভাবিছিলোঁ ক'ত সেই ৰমণীৰ প্ৰেম, আৰু ক'ত আপোনাৰ ভালপোৱা! ৰমণীৰ প্ৰেমত নৰকৰ পূতিগন্ধ, আপোনাৰ প্ৰেমত নন্দনৰ সুৰভি। ৰমণীয়ে কলিকতাৰ পৰাও বহুতো চিঠি লিখিছিল, মই চিঠি লিখিবলৈ মানা কৰি দুশাৰীমান লিখাৰ বাহিৰে আন কোনো উত্তৰ দিয়া নাই।

ইমানবোৰ ঠেলা সহ্য কৰিও মই সম্পূৰ্ণৰূপে সংযম শিকা নাছিলোঁ, নতুবা শিৱৰামৰ লগত আকৌ নতুন অভিনয়ৰ সূত্ৰপাত নহ'লহেঁতেন। আপুনিয়েই মোৰ ইষ্টদেৱতা হৈ এই সকলোবোৰৰ পৰা ৰক্ষা কৰিছে। স্কুলসম্বন্ধীয় সভা হৈ যোৱাৰ পিচতহে মোৰ প্ৰকৃত সাধনা আৰম্ভ হৈছে; লাহে লাহে মোৰ ইষ্টদেৱতাৰ ৰূপ স্পষ্টতৰ হৈ ধৰা পৰি আহিছে। মই এতিয়া ভালকৈ বুজিছোঁ, আপোনাৰ চৰণত আশ্ৰয় পাবলৈ মোৰ আৰু সাধনা, আৰু সংযমৰ প্ৰয়োজন। দেৱতা মোৰ, আবৰ্জ্জনাত পৰি থকা এই ফুল আপোনাৰ পূজাৰ নিমিত্তেই, কিন্তু চৰণত স্থাপন কৰাৰ পূৰ্ব্বেই তাক ধুই-পখালি সম্পূৰ্ণ নিৰ্ম্মল কৰিব লাগিব; কামনাৰ দুৰ্গন্ধ একেবাৰেই দূৰ কৰিব লাগিব। কিন্তু সেই দিন যে এতিয়াও অহা নাই!

মোৰ দ্বিতীয় কথা হৈছে—আপোনাৰ কৰ্ম্ম-জীৱনৰ সম্পৰ্কে। আপোনাৰ কামত আপোনাৰ কোনো স্বাৰ্থ নাই। কেনেকৈ দেশত শিক্ষা, সাম্য, আৰু নীতি প্ৰচাৰ কৰিব পাৰি এয়ে মাথোন আপোনাৰ এক মাত্ৰ চিন্তাৰ বিষয়। এনে অৱস্থাত যিসকলৰ মঙ্গলৰ নিমিত্তে আপুনি কাম কৰিব, সেইসকলৰ লগৰীয়া হৈ থকা আপোনাৰ প্ৰয়োজন। কিন্তু সেইসকল এতিয়াও আপোনাৰ বিবাহৰ আদৰ্শ বুজিবৰ নিমিত্তে উপযুক্ত হোৱা নাই। আমাৰ বিবাহ হলে তেওঁলোকে তাত স্বাৰ্থৰ নীচতাহে দেখিবলৈ পাব, আৰু তাৰ ফলত আমাৰ সুখ-

সন্তোষ পূৰ্ণ হলেও তেওঁলোকক এৰি দিব লগাত পৰিব। কৰ্ত্তব্য-সাধনত সাহায্য-লাভ কৰিবলৈকে পত্নীৰ প্ৰয়োজন, কিন্তু যদি বিবাহৰ পৰা কৰ্ত্তব্যত বিঘিনি জন্মে, তেন্তে তাৰ পৰা বিবাহৰ উদ্দেশ্য বিফল নহৈ নাথাকে। সেই দেখি সমাজৰ অন্ততঃ এটা ভাগক আমাৰ আদৰ্শৰ উপযোগিতা বুজাকৈ গঢ়ি লৈহে আদৰ্শ দেখুওৱা উচিত। যাইকৈ আপোনাৰ অনুষ্ঠানবোৰ সুপ্ৰতিষ্ঠিত হোৱাৰ পূৰ্ব্বেই ধ্বংস কৰিবলৈ বিপক্ষদলক সুযোগ দিলে আপোনাৰ আজীৱন যত্ন আৰু সাধনা বিফল হ'ব বুলি ভয় হয়। সেই দেখিয়েই দেশ আৰু কাললৈ লক্ষ্য ৰাখি আমাৰ কৰ্ত্তব্যত আগ বাঢ়িব লাগিব।

প্ৰিয়তম, আপোনাৰ পদপ্ৰান্তত ঠাই পোৱাতকৈ মোৰ কোনো উচ্চাভিলাষ নাই। মাহচেৰেকৰ আগেয়ে আপোনাৰ লগত বিবাহৰ কথা শুনামাত্ৰেই মই সংসাৰ পাহৰি গলোঁহেঁতেন, কিন্তু আপোনাৰ প্ৰভাৱে আজি প্ৰভাৰ মনৰ পৰা বিজাতীয় শিক্ষাৰ ভোগ-লিপ্সা, বিজাতীয় অনুকৰণ,—সকলো নিৰ্ব্বাসিত কৰি এটি উজ্জ্বল আলোকৰ শিখা সম্মুখত ডাঙি ধৰিছে, সেই হে আজি ওপৰৰ কথাখিনি ভাবিব পাৰিছোঁ। আপুনি এই চিঠি পঢ়াৰ পাচত মোক যি আদেশ দিয়ে, সেয়ে মোৰ শিৰোধাৰ্য্য।

আৰু এটা কথা। —চেক্ৰেটাৰীৰ ব্যৱহাৰ অপমানজনক আৰু স্কুলৰ নিয়মপ্ৰণালী সুশিক্ষাৰ প্ৰতিবন্ধক হৈ উঠাত আমি দুয়ো শিক্ষয়িত্ৰীয়ে কামৰ পৰা অৱসৰ বিচাৰি আবেদন কৰাৰ কথা আপুনি জানে। ইয়াৰ পৰা ওলাই কি কৰিম, ক'লৈ যাম, একোকে স্থিৰ কৰা নাই। মাজতে মাথোন এটা মাহ বাকী। মোৰ ভৱিষ্যৎ আপোনাৰ হাততেই সমৰ্পণ কৰিলোঁ। আপোনাৰ বিবিধ অনুষ্ঠানৰ যিটোতে মোৰ পৰা কাম হ'ব পাৰে বুলি ভাবে, তাতে নিয়োগ কৰি মোক মোৰ কৰ্ত্তব্য কৰিবলৈ সুযোগ দিয়ক, আপোনাৰ কৰ্ত্তব্যৰ ভাৰ আংশিকৰূপে মোৰ কান্ধত স্থাপন কৰক, এয়ে মোৰ আপোনাৰ চৰণত গোহাৰী।

আপোনাৰেই অযোগ্যা দাসী
প্ৰভাৱতী

চিঠিখন দীনবন্ধুৱে কেইবা বাৰো ঘূৰাই ঘূৰাই পঢ়িলে। প্ৰথমতে তেওঁ কিছু গম্ভীৰ হ'ল, কিন্তু অলপ পিচতে এটা আনন্দৰ জ্যোতি তেওঁৰ গোটেই মুখমণ্ডলত বিয়পি পৰিল। তেওঁ প্ৰভাৱতীলৈ লিখিলে :—

প্ৰাণৰ প্ৰভা,

তোমাৰ চিঠি পঢ়ি মই পৰম আনন্দ লাভ কৰিলোঁ; তোমাৰ আধ্যাত্মিক উন্নতি দেখি মই আজি গৰ্ব্ব অনুভৱ কৰিছোঁ। বাস্তৱতে বিবাহৰ চৰম লক্ষ্য পতি-পত্নীৰ প্ৰিয় কাৰ্য্যৰ সম্পাদনত দুয়োৰে আত্মনিয়োগ কৰা, তাতেই বৈবাহিক জীৱনৰ সুখ-শান্তি। কোনোৱে সম্ভোগত সেই শান্তি পায়, কোনোৱে কৰ্ম্মত ততোধিক আনন্দ লাভ কৰে। তুমি স্কুলৰ কাম এৰাত ভালেই হৈছে, কিয়নো বৰ্ত্তমান সময়ত তোমাৰ সাহায্যৰ মোৰ বৰ আৱশ্যক হৈছে। সম্প্ৰতি যি নতুন অনুষ্ঠানৰ আয়োজন হৈছে, তাত কৃতকাৰ্য্য হবলৈ তোমাক লগত লাগিবই। ভগৱানৰ কৃপাত আমাৰ নিমিত্তে কৰ্ম্মক্ষেত্ৰৰ বিবাহ মণ্ডপ প্ৰস্তুত হ'ব লাগিছে। শীঘ্ৰে আমাৰ বিবাহ হব, কৰ্ম্মই হ'ব তাত মিলন-গ্ৰন্থি, প্ৰেমেই পুৰোহিত।

তোমাৰেই জীৱন-সঙ্গী
দীনবন্ধু

# প্ৰথম অধ্যায়

## মদাহী

গদাধৰ শৰ্ম্মাৰ দোকানত বহা মদাহীৰ মজলিচ আজিকালি কেইবাটাও কাৰণত বন্ধ হৈছে। কাৰণ কেইটা এই,—

(১) বছৰৰ শেহত হিচাপ কৰি দেখা গ'ল, সেই বছৰত দোকানৰ লাভ যে নহলেই লোক-চানো বহুত হ'ল। দোকানৰ বিক্ৰী সেইবাৰ বৰ কম হৈছিল; তাতে গৰাকীৰ মনত সন্দেহ জন্মিল। তেওঁ ভাবিলে,—গদাধৰে মাল বেচি লাভখিনি মাজে মাজে আত্মসাৎ কৰে আৰু বিক্ৰীৰ হিচাপত নেদেখুৱাই নতুন মালেৰে পূৰাই থয়। সেই কাৰণেই তেওঁ গদাধৰক বিদায় দি নতুন মেনেজাৰ নিযুক্ত কৰিলে। গদাধৰ যোৱাত তাত আড্ডা বহাৰ সুবিধা নোহোৱা হ'ল।

(২) কাতিৰামৰ জমা টকা যি ঢুকালেই আৰো ছয় হাজাৰমান টকা ধৰা হ'ল। আৰু বেছিকৈ টকা দিলে আদায় হোৱাৰ সম্ভাৱনা নেদেখি সৰ্ব্বানন্দই ইমানতে কাতিৰামৰ হিচাপ বন্ধ কৰিলে, আৰু সোনকালে সেই টকা আদায় নকৰিলে মোকৰ্দ্দমা কৰিব বুলি জাননী দিলে। সেই কাৰণে কাতিৰাম যূথভ্ৰষ্ট হ'ল, আৰু বাকী কেইজনে নিজ নিজ খৰচত নচলালে আড্ডা চলাৰ উপায় নোহোৱা হ'ল।

(৩) স্কুল-সম্বন্ধীয় আলোচনাৰ সময়ৰ পৰা গকুলচন্দ্ৰ আৰু ৰাজখোৱাৰ মাজত ঘোৰ শক্ৰতা বাঢ়ে; সেই দেখি গকুলচন্দ্ৰ আঁতৰিবলৈ বাধ্য হয়। বাকী কেইজনৰ ভিতৰত ভপেশ্বৰ নিজ খৰচত দেশী মদ আৰু লাওপানীৰ ওচৰ চাপিল। সৰ্ব্বানন্দ আৰু ৰাজখোৱাই নিজ নিজ ঘৰতে সুৰাদেৱীৰ উপাসনা চলাবলৈ ধৰিলে; অৱশ্যে মাজে মাজে ইজনে সিজনৰ নিমন্ত্ৰণ যে পাইছিল, তাত সন্দেহ নাই। কৃষ্ণকুমাৰে কেতিয়াবা আনৰ ঘৰত ভাগ লয়, আৰু কেতিয়াবা সমূলি নাখাই পুৰাতত্ত্ব আৰু উদ্ভিদ্‌তত্ত্বৰ আলোচনাতে দিনটো কটাই দিয়ে।

দলৰ পৰা বিচ্ছিন্ন হৈ কাতিৰামে আজি গ্ৰামো-ফোনটো, কালিলৈ হাৰ্ম্মোনিয়মটো—এই অনুক্ৰমে বেচি মদৰ খৰচ উলিয়াবলৈ ধৰিলে; লাহে লাহে চ'ৰা ঘৰ সজাবলৈ যিবোৰ বস্তু সংগ্ৰহ কৰিছিল, এটা এটাকৈ আটাইবোৰৰ পৰালি পেলালে।

কাতিৰামৰ মাক আৰু ঘৈণীয়েকে কত যে বুজনি দিলে, তাৰ সীমা নাই; কিন্তু একোৱেই কাতিৰ কাণত নোসোমাল। আন কি, মদ খাবলৈ পইচা নাপাই ঘৈণীয়েকক দিনৌ দিনৌ কিলাবলৈ ধৰিলে। ঘৈণীয়েকক পইচা খোজে, আৰু ঘৈণীয়েকে 'মইনো ক'ত পইচা পাইছো দিবলৈ' বুলি কলেই কাতিৰামে তেওঁক ভুকুৱাই-কিলাই, গঁতিয়াই-গুৰিয়াই নগুৰ-নাগতি কৰে, আৰু বাকচ ভাঙি যি পায় তাকে লৈ যায়। ললিতাই মাটিত পৰি কান্দি কান্দি ঈশ্বৰৰ ওচৰত স্বামীৰ সুমতি দিবলৈ প্ৰাৰ্থনা কৰে। একো দিনা মনৰ দুখত তেওঁৰ মৰিবৰ ইচ্ছা হয়, কিন্তু যেতিয়াই পুত্ৰমুখ দেখা পায়, যেতিয়াই সেই শিশুৰ অমৃতস্ৰাৱী মধুৰ কলৰৱ শুনিবলৈ পায়,

তেতিয়াই তেওঁৰ সকলো দুখ, সকলো অশান্তি আঁতৰ হয়; মাতৃ-স্নেহৰ মন্দাকিনীধাৰাত পুত্ৰটিক স্নান কৰাই, নিজৰ দুৰ্ভাগ্য পাহৰি যায়। শিশুটিক বুকুত সুমুৱাই যেতিয়া ঘনে ঘনে চুমা খাবলৈ ধৰে, তেতিয়া তেওঁ ভাবে যেন তেওঁৰ সমান ভাগ্যৱতী পৃথিৱীত আৰু কোনো নাই।

কাতিৰামৰ এতিয়া কোনো কাম নাই; মাত্ৰ কেতিয়াবা দেশী মদৰ দোকানত আৰু কেতিয়াবা পইচা থাকিলে বিলাতী মদৰ দোকানতে মদ খাই বাটে বাটে বলিয়ালি কৰি ফুৰে। মদৰ জালত যেতিয়া ঢলংপলংকৈ ঘৰলৈ যায়, তেতিয়া ল'ৰাটো কোলাত উঠিবলৈ আহিলে, কেতিয়াবা আগ্ৰহেৰে কোলাত লয়, কেতিয়াবা 'গুচ' তেহেলেই যা' বুলি থেকেচা মাৰি দিয়ে। তেনে দেখিলে মাকে লৰি আহি ল'ৰাটো তুলি লয়, তাৰ বাবেও সময়ে সময়ে কাতিৰামৰ গালি আৰু কিল খাব লগাত পৰে। হায়! ললিতাৰ দোষ কি। স্বামীপ্ৰেম আৰু পুত্ৰ-বাৎসল্যৰ বাহিৰে যে তেওঁ একো নাজানে!

সৰ্ব্বানন্দই সঁচাকৈয়ে কাতিৰামৰ ওপৰত ছহেজাৰ টকাৰ গোচৰ কৰিলে। গোচৰৰ দিনা কাতিৰাম আদালতত উপস্থিত ন'হল। হাকিমে গোচৰৰ সমুদায় ধন 'একতৰফা ডিক্ৰী' দিলে। কাতিৰামে সেই বিষয়ে কোনো চিন্তাকেই নকৰিলে।

এই ঘটনাৰ দিনচেৰেকৰ পাচত এদিন দীনবন্ধু কোনোবা এখন গাৱঁৰ ৰাজহুৱা সভাত যোগ দিবলৈ গৈছিল। সভা ভাঙি উলটি আহোঁতে প্ৰায় সন্ধ্যা হৈছিল। আহি থাকোঁতে তেওঁ নিলগৰ পৰা আলিৰ দাঁতিত এদল মানুহ গোট খোৱা দেখি কাণ্ডটো কি জানিবৰ নিমিত্তে কোবা-কুবিকৈ খোজ দিলে। ওচৰ পাই দেখিলে,—এটা মানুহ খাৱৈত পৰি আছে; মানুহটোৰ মুখৰ পৰা অনৰ্গল লাগ-বান্ধ নোহোৱা কথা ওলাইছে, আৰু চাৰিওফালৰ মানুহবোৰে পাৰে মানে হাঁহিছে। মানুহটোৱে কৈছে,—"তহঁতে হাঁহিছ, জনা নাই—মই তহঁতক কি কৰিব পাৰোঁ। তহঁত ছোটলোক, মই ৰায় বাহাদুৰ। গুচ ইয়াৰ পৰা। লে আও, মদ লে আও! আঃ-হা! আড়নয়নে মুচ্‌কি হেসে—জল্‌দি লে আও, মদ লে আও। কেয়া দিলখোচ্‌! ৰাম ৰহিমৰ জুদা কৰো ভাই, দিলকো সাচ্চা ৰাখ জী। আৰে দাৰু লে আও। বাইজী, বাইজী কাহা হ্যায়? লেও চাকী লেও, ভৰপিয়ালা পিলাও দাৰু ফিন। হাঃ হাঃ হাঃ হাঃ! কেয়া তোফা! শ্যালা নৰ্দ্দমা, তই দিনত হলে আলিৰ দাঁতিত থাকিবি, আৰু ৰাতি হলে আলিৰ মাজত উঠিবি! পাঁজী কাহাকা! ভাগ যাও শ্যালালোক, ডেম্‌, ইষ্টপিং" ইত্যাদি।

এই মানুহটো কাতিৰাম। দীনবন্ধুৱে ইয়াক আগে-পিচে দেখিছিল, আৰু চিনা-পৰিচয়ো আছিল। বাপেক জীয়াই থাকোঁতে তেওঁ যি কোনো নতুন খেতি হলে নগৰীয়া ডাঙৰ মানুহত অলপ অলপ লগাইছিল; দীনবন্ধুৱেও তাৰ ভাগ পাইছিল। ফেকেন্দাই থাকোঁতে কেতিয়াবা দীনবন্ধুও তেওঁৰ ঘৰলৈ গৈ খেতি-বাতিৰ ভু-ভা লৈছিল। ফেকেন্দাইৰ মৃত্যুৰ পিচতো দুই-এদিন দীনবন্ধুৱে কাতিৰামক সুপৰামৰ্শ দিছিল; কিন্তু যিদিনা তপেশ্বৰে তাক ৰায় বাহাদুৰ পাতিবলৈ নিয়ে, সেই দিনাৰ পৰা দীনবন্ধুৱে তাক লগ পোৱা নাছিল। ৰাজখোৱা প্ৰভৃতিয়ে ভাবিছিল দীনবন্ধুৱে পালে কাতিৰামক হাতত ৰখা টান হ'ব। সেই দেখি দীনবন্ধুৰ বিৰুদ্ধে বহুতো কথা কৈ তাক দীনবন্ধুৰ পৰা আঁতৰি থাকিবলৈ উপদেশ দিছিল, আৰু এই কাৰ্য্য সাধনৰ

নিমিত্তে তপেশ্বৰক ভালকৈ চকু ৰাখিবলৈ কৈছিল।

কান্তিৰামে মদত ধৰাৰ কথা শুনি তাৰ বুজ লবলৈ দীনবন্ধু কান্তিৰামৰ ঘৰলৈ গৈছিল, কিন্তু তাক লগ নাপালে; মাকৰ লগত কিবাকিবি কথা পাতি গুচি আহিল।

এই কথাৰ গম পাই, সেই দিনা তপেশ্বৰে কান্তিৰামক সুধিলে,— হয়নে বোলে দীনবন্ধু তোৰ ঘৰলৈ আহিছিল ?

কান্তি : এৰা, আহিছিল, পিচে মই দেখা পাই পলালোঁ।

তপেশ্বৰ : তই পলালত সি কি কৰিলে ?

কান্তি : জানো আইৰ লগত কি কথা পাতিছিল !

তপেশ্বৰ : কিমান পৰৰ মূৰত গ'ল ?

কান্তি : এঘণ্টামানেই হ'ব কি জানি।

তপেশ্বৰ : ওঁ, এতিয়া আৰু কোনো সন্দেহ নাই। মই যি শুনিছিলোঁ, সি সঁচা।

কান্তি : কি কথা শুনিছিলি ?

তপেশ্বৰ : যি শুনিছিলোঁ তাক কৈ আকৌ কাজিয়া এখন লগোৱা ভাল নহয়, মোক নুসুধিবি।

কান্তি : নহয় আকৌ। কথাটো শুনিলে তেওঁ সাৱধান হ'ব পাৰিম।

তপেশ্বৰ : সেইটো হওঁতে ভয়। বাৰু তেন্তে, তই মোৰ নাম ক'তো নুলিয়াবি। মই মুঠেই থোৰতে কথাটো কওঁ।

কান্তি : সেইটোনো আৰু ক'ব লাগিছেনে ? মই কেলেই উলিয়াম ?

তপেশ্বৰ : শুন তেনে। দীনবন্ধু ডেকা মানুহ, এতিয়াও বিয়া কৰোৱা নাই। তাতে তোৰ ভৈণীয়েৰ হৈছে গাভৰু ছোৱালী। তেনেস্থলত তই নথকাত সি এঘণ্টাকৈ তোৰ ঘৰত বহাৰ কি কাৰণ থাকিব পাৰে। মই বঢ়িয়াকৈ বুজিছোঁ,—তাৰ মতলব ভাল নহয়।

কান্তি : আপুনি ঠিক কৈছে, মই আগেয়ে ভবাই নাছিলোঁ।

তপেশ্বৰ : তই এইবোৰ কথা লৈ বেছি গোলমাল নকৰিবি, তেতিয়া হ'লে বেয়া হ'ব। মুঠেই ঘৰত কৈ দিবি যাতে দীনবন্ধু আহিলে এতিয়াৰ পৰা তাক কোনেও বহিবলৈ নিদিয়ে, আৰু কোনো কথা নাপাতে। তই এতিয়া ডাঙৰ মানুহ ; তোৰ মাৰেই বা কিয় মতা মানুহৰ আগলৈ ওলাব ! সেইবোৰ সামান্য মানুহৰহে দস্তুৰ।

কান্তিৰামে সেই দিনাই মাক আৰু ভৈণীয়েকক এইদৰে ক'লে,—"তহঁতে মই নথকাত দীনবন্ধুক কিয় আহিবলৈ দিয় ? সি যদি আকৌ মোৰ ঘৰলৈ আহে, তেনেহলে নিশ্চয় কৈছোঁ তাৰ মূৰ ভাঙি দিম, তহঁতকো গুদাই নেৰোঁ। সি মোৰ ঘৰত নটী বিচাৰি আহিছে।"

কান্তিৰামৰ কথাত মাক আৰু ললিতা একেবাৰেই অবাক ! কথাটো কি মাকে বধ-শপত দি সুধিলে। কান্তিৰামে ক'লে,—"সি মই নথকাত তিৰোতাৰ লগত কিহৰ চুপতি মাৰিবলৈ আহে ? তাৰ লাজ নালাগে নে ?

হৰি ! হৰি ! কান্তিৰামৰ মাকে পুতেকৰ কথাত হুকহুক কৰে কান্দি পেলালে। যাঠি বছৰীয়া বুঢ়ী মাকে দীনবন্ধুৰ লগত কথা পাতিছিল, ললিতা ওলোৱাই নাছিল। তেনে স্থলত পুতেকে এনে নিৰ্লজ্জভাৱে আক্ৰমণ কৰিলে তেওঁৰ প্ৰাণে কেনেকৈ

সহ্য কৰে!

বুঢ়ীয়ে পিচ দিনা দীনবন্ধুক আহিবলৈ মানা কৰি জনাই পঠিয়ালে; তপেশ্বৰৰ উদ্দেশ্য সিদ্ধি হ'ল।

বহুত দিন কাতিৰামৰ লগত দীনবন্ধুৰ দেখা-সাক্ষাৎ হোৱা নাছিল; আজি তাৰ অৱস্থা দেখি তাৰ কিমান অধঃপতন হৈছে বুজিব পাৰিলে। তেওঁ কাতিৰামক খাৱৈৰ পৰা তুলি দুটামান মানুহৰ সাহায্যেৰে ঘৰলৈ নিলে।

দীনবন্ধুক দেখি কাতিৰামৰ মাকে কান্দিবলৈ ধৰিলে, আৰু সকলো কথা বিবৰি ক'লে। দীনবন্ধুৱে এতিয়াহে কাতিৰামৰ অৱস্থা ভালকৈ জানিব পাৰিলে। ইয়াৰ আগতে সি তাৰ বাপেকৰ জমা টকাখিনি অন্ত কৰিলে বুলিহে তেওঁৰ ধাৰণা আছিল। ধাৰৰ কথা আৰু টকা ডিক্ৰী হোৱাৰ কথা আজি প্ৰথম শুনিলে। মাকৰ পৰা সকলো খবৰ লৈ দীনবন্ধুৱে ক'লে,—"আই, এতিয়া আৰু একো উপায় নাই, যি হ'ব লাগে হৈ গ'ল। যি অৱস্থাত মানুহ সংশোধন হোৱা অসম্ভৱ কাতিৰামৰ অৱস্থাও তেনে। ইফালে সম্পত্তিৰ যি হিচাপ পালোঁ, তাৰ পৰা ধাৰৰ টকায়েই আদায় হ'ব বুলি বিশ্বাস নহয়। এনে অৱস্থাত কি কৰিব পাৰি! সৰ্ব্বানন্দৰ লগত কিস্তি কিস্তিকৈ ঋণ-পৰিশোধৰ এটা বন্দবস্ত কৰিব পৰা হ'লহেঁতেন, কিন্তু তাৰ পৰা একো লাভ নহয়। কাতিৰাম যে কেতিয়াবা ধন ঘটিবলৈ নাইবা কিবা কাম কৰিবলৈ সমৰ্থ হ'ব, তেনে আশা মই কৰিব নোৱাৰোঁ। যেনেকৈ হওক, সম্পৰ্ক ৰক্ষা নহয়।"

মাকৰ কান্দোন বেছি হ'ল; কন্দাৰ লগে লগে কবলৈ ধৰিলে,—"বোপাদেউ, মই মোৰ নিমিত্তে ভবা নাই, কিন্তু কেঁচুৱা ল'ৰাটোৰে সৈতে ছোৱালীজনী ক'লৈ যাব! কাৰ আশ্ৰয় ল'ব! প্ৰভু, কি কৰিলা! মোক মাৰি নিয়া প্ৰভু, এনে বিলাই আৰু কিমান সহিম!"

বুঢ়ীৰ কান্দোনত দীনবন্ধুৰ চকু-লো ওলাল, কোমল মাতেৰে ক'লে,—"আই নাকান্দিব, কান্দিলে জানো কি বা হ'ব! মই পাৰোঁ যদি বাৰী-মাটি ডোখৰ ৰাখিবলৈ যত্ন কৰিম। আপুনি ধৈৰ্য্য ধৰক।"

বহুতো বৰাই-বুজাই কাতিৰামৰ মাকক সান্ত্বনা দি দীনবন্ধু চিন্তাকুল চিত্তেৰে ঘৰলৈ উলটিল।

## দ্বিতীয় অধ্যায়

### স্ত্ৰী-শিক্ষাশ্ৰম

আমি দীনবন্ধুৱে কিছুমান ঘৰ সজোৱা দেখিছিলোঁ। এতিয়া সকলোবোৰ সম্পূৰ্ণ হৈ উঠিল। ঘৰবোৰ হৈ উঠাৰ পাচত তেওঁ ঢাপকেইটাত ছহাত-মান ওখকৈ গোটা বাঁহ পুতি তাত জুৰীয়া বান্ধি ভালকৈ বেৰিলে; দুফালে মাধোন দুখন জপনা ৰাখিলে;—একালে এই টোলত সোমাব পাৰি, আন ফালে দি ব্ৰহ্মপুত্ৰলৈ যাব পাৰি।

দীঘলকৈ সজা ঘৰ দুটাৰ এটাত বহুতো চাল-পীৰা, আৰু ইটোত কিছুমান তাঁত-শাল পতা হৈছে। বহুতো উঘা, চেৰেকী, লেটাই য'তৰ আদিও অনা হৈছে।

অলপ দিনৰ পাচতে বাটচ'ৰাৰ সন্মুখত এখন ডাঙৰ ফলিত ডাঙৰ আখৰেৰে লিখি থোৱা দেখা গ'ল—"স্ত্ৰী-শিক্ষাশ্ৰম"। লগে লগে বাতৰি-কাকতত এই জাননী ওলাল:—

**স্ত্ৰী-শিক্ষাশ্ৰম**

১। পহিলা বহাগৰ পৰা আশ্ৰমৰ কাৰ্য্য চলিব।

২। এই আশ্ৰমত ছোৱালীৰ পৰা বুঢ়ীলৈকে সকলোকে ঠাই দিয়া হ'ব।

৩। ইয়াত পুৱা বেলা লিখা-পঢ়া শিকোৱা হ'ব। আবেলি বোৱা-কটা, বেজীৰ কাম আদিৰ আৰু সন্ধ্যা সময়ত সঙ্গীতৰ শিক্ষা দিয়া হ'ব।

(ক) ধাত্ৰীবিদ্যা আৰু জমাখৰচৰ হিচাপ শিক্ষাৰ বিশেষ অঙ্গ হ'ব।

৪। পুৱা আৰু গধূলি (?) শুবৰ সময়ত সকলোৱে ভগৱৎ স্তোত্ৰ পাঠ কৰি ঈশ্বৰোপাসনা কৰিব লাগিব।

৫। ৰন্ধা-বঢ়া, হিচাপ ৰখা আদি কাম ছাত্ৰীৰ ভিতৰতে পাল পাতি কৰিব লাগিব।

৬। যিবিলাক সৰু ছোৱালী ছাত্ৰী ভাবে ইয়ালৈ আহিব, তেওঁলোকে বিশেষ প্ৰয়োজন নহলে, অন্ততঃ ঋতুকাল পৰ্য্যন্ত ঘৰলৈ যাব নোৱাৰিব, আৰু ইয়াৰ ভিতৰত তেওঁলোকৰ বিবাহ হ'ব নোৱাৰিব। ছোৱালী পঠিওৱাৰ লগে লগে অভিভাৱকে এই বিষয়ে প্ৰতিশ্ৰুতি দিব লাগিব। তেওঁলোকে খৰচ-পাতি একো দিব নালাগে।

৭। যিবিলাক অনাথা বিধবাই জীৱিকাৰ নিমিত্তে এই আশ্ৰমত ঠাই বিচাৰে, তেওঁলোকৰ উপযুক্ত অভিভাৱক নাথাকিলে সাধাৰণ ছাত্ৰীৰ নিয়মৰ তলতীয়া হ'ব।

৮। যিবিলাক বিধবাৰ ডাঙৰ ল'ৰা-ছোৱালী আছে, আৰু যিবিলাক সধবা সেইবিলাকেও জীৱিকা অৰ্জ্জনৰ নিমিত্তে আৱশ্যক হ'লে ইয়াত তাঁত-শালৰ কাম কৰিব পাৰিব। তেওঁলোকে সকলো লাগতিয়াল সঁজুলি আশ্ৰমৰ পৰা পাব, আৰু কাপোৰ বেচা হ'লে লাভৰ এক-তৃতীয়াংশ আশ্ৰমৰ ভঁৰালত জমা থৈ বাকীখিনি তেওঁলোকক দিয়া হ'ব।

৯। পূৰ্ণিমা আৰু সংক্ৰান্তিৰ দিনা আশ্ৰমৰ দৈনিক কাম বন্ধ থাকিব। সেই দিনা ধৰ্ম্ম, সমাজ আৰু তিৰোতাৰ কৰ্ত্তব্যৰ বিষয়ে আলোচনা হ'ব; ৰামায়ণ, মহাভাৰত আদি গ্ৰন্থ পাঠ হ'ব।

১০। আশ্ৰমত সম্প্ৰতিকে দুজনা শিক্ষয়িত্ৰী থাকিব। প্ৰধানা শিক্ষয়িত্ৰীয়েই স্থায়ী নিয়মৰ তলতীয়া হৈ আশ্ৰমৰ শিক্ষা আৰু ছাত্ৰীৰ তত্ত্বাৱধানৰ বাবে দায়ী থাকিব। তেওঁৰ হাতেদি ছাত্ৰীবিলাকে বাহিৰৰ মানুহৰ লগত চিঠি-পত্ৰৰ আদান-প্ৰদান কৰিব পাৰিব।

১১। কোনো মতা মানুহৰ আশ্ৰমত প্ৰয়োজন থাকিলে বাটচ'ৰাৰ পৰাই সংবাদ পঠিয়াব লাগিব, পৰিচালকৰ অনুমতি নোপোৱাকৈ কোনো ভিতৰলৈ সোমাব নোৱাৰে।

১২। এই আশ্ৰমত সৰ্ব্বসাধাৰণৰ নিত্য প্ৰয়োজনীয় শিক্ষা মাথোন দিয়া হ'ব, দুই-এজনৰ উপযোগী উচ্চ শিক্ষাৰ নিমিত্তে সম্প্ৰতি ইয়াত কোনো ব্যৱস্থা নাই; সেই কাৰণে অৱস্থা-ভেদে থকা-মেলাৰ সুকীয়া বন্দবস্তও ইয়াত ৰখা নাই, আৰু আগলৈকো ৰখা নহয়।

প্ৰভাৱতী আৰু উষাই আগৰ কাম এৰি দিয়াৰ কথা প্ৰভাৱতীৰ চিঠিৰ পৰাই বুজা গৈছিল; বাস্তৱতে তেওঁলোকৰ ইস্তফা মঞ্জুৰ হ'ল; দীনবন্ধুৱে প্ৰভাৱতীকেই প্ৰধানা শিক্ষয়িত্ৰী মনোনীত কৰিলে আৰু তেওঁৰ অনুৰোধ মতেই উষাক সহকাৰিণীৰ পদত নিযুক্ত কৰিলে। তেওঁলোক আশ্ৰমতে স্থায়ীভাবে থাকিব লাগিব, নিৰ্দিষ্ট দৰমহাৰ উপৰি থকা ঘৰ আৰু খোৱা খৰচ আশ্ৰমৰ পৰা পাব—এয়েই নিযুক্ত-পত্ৰৰ চৰ্ত্ত।

পহিলা বহাগৰ দিনা উৎসৱ পাতি আশ্ৰম মুকলি কৰা হ'ল। আশ্ৰমৰ বন্দবস্ত ভলত দিয়াৰ দৰে—

বাটচ'ৰাৰ ওচৰতে যিটো ঘৰ দেখা গৈছিল তাত এজোৰা হিন্দুস্থানী মানুহ থাকে। তিৰোতা-জনীয়ে ভিতৰত কাম আৰু মুনিহটোৱে বাহিৰৰ কাম কৰে; দুফালৰ দুখন জপনাৰ চাবি ইহঁতৰ হাততে থাকে। আৱশ্যক নহলে জপনা বন্ধ ৰাখিব লাগে। দৈনিক বজাৰো এই দুয়ৰীটোৱেই কৰিব লাগে। দ্বিতীয়তে ভিতৰ সোমাই যিটো ঘৰ আগ ধৰি পোৱা যায়, সেইটোত লিখাপঢ়া শিকোৱা হয়। ইয়াৰ পিচত যি দুটা ঘৰ পোৱা যায়, তাৰে চাৰি-চলীয়াটোত প্ৰভাৱতী থাকে, আৰু ইটোত খায়। দীঘল ঘৰ দুটাৰ এটাত ছাত্ৰী থাকে, তাৰে এমূৰে এটা বেলেগ খোটালি কৰি উষাক দিয়া হৈছে। ইটোত তাঁত বোৱা হয়। তাৰ ওচৰত থকা অলপ চুটি ঘৰটোৱেই উমৈহতীয়া ৰান্ধনি ঘৰ। এফলীয়াকৈ সজা ঘৰটো এৰি পুহিবৰ নিমিত্তে; সেই উদ্দেশ্যে এবিঘামান মাটিত সম্প্ৰতি এৰাৰ খেতিও কৰা হৈছে। ইয়াত কোনো লগুৱা বা লিগিৰী নাই, ছাত্ৰীসকলে সকলো কাম নিজ হাতে কৰিব লাগে।

আশ্ৰম আৰম্ভ কৰিবৰ সময়ত ছাত্ৰী মাথোন দহজনীমান আছিল; কিন্তু যিমান দিন যাবলৈ ধৰিলে, সিমানেই সংখ্যাও বাঢ়িবলৈ ধৰিলে; বিশেষকৈ তাঁত-শালৰ কাম আশাতীতৰূপে চলিবলৈ ধৰিলে।

ইয়াৰ কেইবছৰমান আগতে বঙ্গদেশৰ এডোখৰ ফালি আনি আসামৰ লগত লগ লগাই পূৰ্ব্ববঙ্গ আৰু আসাম নামেৰে এখন নতুন প্ৰদেশ গঠন কৰা হয়। তাৰ ফলস্বৰূপে নানা ৰাজনৈতিক আন্দোলনৰ মাজেদি স্বদেশী আন্দোলনৰ জন্ম হয়, আৰু বহুত ঠাইৰ মানুহে বিদেশী বৰ্জ্জন কৰিবলৈ সঙ্কল্প কৰে। আশ্ৰম-স্থাপনৰ সময়তো সেই সঙ্কল্প সজীৱ আছিল। এই সুবিধাত আশ্ৰমৰ তাঁত কাপোৰৰ গ্ৰাহক আশাতীতৰূপে পোৱা হ'ল। দীনবন্ধুৱে তাঁত-শালৰ সংখ্যা বঢ়াবলৈ ধৰিলে, বহুতো দুখুনী বিধবাই জীৱিকা উপাৰ্জ্জনৰ এটা উপায় পালে। এই আশ্ৰমৰ পৰা কেইবাটাও কাম হবলৈ ধৰিলে। এফালে ছোৱালীহঁতৰ শিক্ষাৰ ব্যৱস্থা হ'ল, আশ্ৰয়-হীনাৰ আশ্ৰয় আৰু জীৱিকাৰ উপায় ওলাল; আন ফালে স্বদেশীৰ প্ৰচাৰ আৰু আশ্ৰমৰ ভঁৰাল টনকিয়াল হ'ল। দীনবন্ধুৱে স্বদেশী - প্ৰচলন আৰু বিদেশী বৰ্জ্জনৰ অৰ্থনৈতিক আৱশ্যকতা সম্বন্ধে বক্তৃতা দি গাৱেঁ গাৱেঁ ঘূৰিবলৈ ধৰিলে, লগে লগে "জাতীয় সমস্যা আৰু বাইজৰ কৰ্ত্তব্য" নামেৰে এখন কিতাপ লিখি চাৰিওফালে বিলাই দিলে। ইয়াৰ পৰা বহুত পৰিমাণে স্বদেশীৰ প্ৰচাৰ হ'ল; বহুতো মানুহে বিশেষ যত্নেৰে এৰি মুগা পুহিবলৈ আৰু কপাহৰ খেতি কৰিবলৈ ধৰিলে।

আশ্ৰমত ছাত্ৰীৰ সংখ্যা এতিয়া আঢ়ৈ কুৰিৰ ওপৰ। অসমীয়াৰ ঘৰৰ উপযুক্ত গৃহিণী হবলৈ যিবোৰ শিক্ষা লাগে, ইয়াত সেই সকলোবোৰেই আছিল। প্ৰভা আৰু উষাই আশ্ৰমৰ উন্নতিৰ নিমিত্তে প্ৰাণ-পণে পৰিশ্ৰম কৰিও এদিনলৈকে কাতৰ হোৱা নাছিল। প্ৰভা আশ্ৰমৰ প্ৰাণ, উষা তাৰ সৌন্দৰ্য্য। প্ৰভাৱতী এতিয়া সম্পূৰ্ণ যোগিনী। তেওঁ নিৰামিষ ভোজন কৰে, ভূমি-শয্যাত শোৱে, আশ্ৰমৰ উন্নতিৰ বাহিৰে তেওঁৰ নিজৰ কোনো চিন্তা নাই। আশ্ৰমৰ সফলতাত দীনবন্ধুৰ মনত মহা আনন্দ। তেওঁ ভক্তি-গদ্‌গদচিত্তে ভগৱানৰ উদ্দেশ্যে এটি নমস্কাৰ জনাই ক'লে—প্ৰভু সকলো তোমাৰ কৃপা। এনে দুটি নাৰী-ৰত্নৰ সাহায্য নোপোৱা হ'লে মই মোৰ ক্ষুদ্ৰ শক্তিৰে

কেতিয়াও এই মহৎ উদ্দেশ্য সফল কৰিব নোৱাৰিলোঁহেঁতেন। তোমাৰ করুণা-নির্ম্মালি সদায় যেন এনেকৈয়ে এই তোমাৰ নিঃকিন সন্তানৰ মূৰত পৰে!

# তৃতীয় অধ্যায়

## ঈশ্বৰৰ ইচ্ছা

আজি কাতিৰামৰ মাটি-বাৰী সম্পত্তি নীলাম হবৰ দিন। কাতিৰামৰ তাৰ নিমিত্তে কোনো চিন্তাই নাই; একোবাৰ মনত খেলালেও মদৰ ভাবনাই তাক কেনিবা উকুৱাই নিয়ে। বাগী থকা সময়ৰতো কথাই নাই; তেতিয়া তেওঁ ৰায় বাহাদুৰ।

ললিতাৰ এক দূৰ সম্পৰ্কীয় ককায়েক আছিল। তেওঁ যদিও ধনী মানুহ নহয়, তথাপি অৱস্থা ভাল বুলিয়েই ক'ব পাৰি। আগেয়ে তেওঁ কাতিৰামৰ ঘৰলৈ প্ৰায়ে আহি গৈ আছিল, কিন্তু দুৰ্গা-পূজাৰ সময়ত কাতিৰামৰ ওচৰত অপমান পাই তেওঁ আগৰ সকলো সম্বন্ধ ছিঙি পেলালে। এতিয়া এই দুৰৱস্থাৰ সময়ত তেওঁৰ ওচৰলৈ যাবলৈকে ললিতাই স্থিৰ কৰিলে। উদ্দেশ্য—যদি তেওঁ দয়া কৰি মানুহকেইটা সোমাই থাকিবলৈ অন্ততঃ ঘৰ এটাকে ৰাখি দিয়ে। শাহুৱেকেও ললিতাৰ কথা সমৰ্থন কৰিলে।

সেই দিনা ৰাতিপুৱাতে ল'ৰাটো কোলাত লৈ ছ-মাইল বাট খোজ কাঢ়ি ললিতা ককায়েকৰ ওচৰত ওলাল গৈ, কিন্তু লাভ একো নহ'ল। ককায়েকে ক'লে,—"মই সেই মদাহীটোৰ লগত কোনো প্ৰকাৰৰ লেন-দেন ৰাখিব নোৱাৰোঁ। তই যদি থাকিব খোজ, ইয়াতে থাক; কিন্তু তাক হলে মোৰ পদূলিতো ভৰি দিবলৈ নিদিওঁ। সি কেতিয়াবা ইয়ালৈ আহিবৰ হলে বাঢ়নীশোটাই হে যি জানে!'

ললিতাই নীৰৱে কান্দিলে। যিমানেই তললৈ নামক কাতিৰাম তেওঁৰ স্বামী। অকল কাতিৰাম কিয়, সঙ্গদোষত পৰি বুদ্ধি হেৰুৱাই কত মানুহ দিনে দিনে তললৈ নামিছে! সেই বিলাকক ঘিণ কৰাৰ পৰা কাৰ কি লাভ! তাতকৈ তেনে মানুহক পুতৌ কৰি, তেনে মানুহৰ কাৰ্য্যক ঘৃণা কৰা হে সাধু আৰু বিজ্ঞ লোকৰ কাম; কাতিৰামৰ প্ৰতি ককায়েকৰ কটূক্তিত ললিতাই বৰ আঘাত পালে আৰু ককায়েক-বৌয়েকৰ অনুৰোধ উপেক্ষা কৰি নোখোৱা-নেমেলাকৈ উভতি আহিল। পুৱাৰে পৰা বৰ ৰ'দ আছিল। ভোকে-লঘোনে খোজ কাঢ়ি ললিতা বৰ ক্লান্ত হৈ পৰিছিল; গোটেই গা ঘামেৰে তিতি গৈছিল। তেওঁ আহি মাজ বাট পাওঁতেই হঠাৎ বতৰৰ পৰিবৰ্ত্তন ঘটিল, ততালিকে ডাৱৰে আকাশ ছাতি পেলালে, দুই-এটোপালকৈ বৰষুণ পৰিবলৈ ধৰিলে। ই বোধকৰোঁ ললিতাৰ ভাগ্য পৰিৱৰ্ত্তনৰ আগবাতৰি! লাহে লাহে বৰষুণ ডাঙৰ হৈ আহিল, ললিতা ল'ৰাটোৰে সৈতে জুৰুলি-জুপুৰি হ'ল। ললিতাই চকু-লোৰে দুয়ো গাল তিয়াই, আৰু বৰষুণত কাপোৰ-কানিৰ জোল বোৱাই, বেলি ভাটি দিয়াত ঘৰ পালেহি।

যথাসময়ত আদালতৰ সন্মুখত কাতিৰামৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তি নীলাম হৈ গ'ল। দীনবন্ধুৱে বহুত যত্ন কৰি বৰঘৰটোৰে সৈতে বাৰীখন পাঁচ শ টকাত ডাকি ল'লে। ইয়াৰ নিমিত্তে তেওঁ ধাৰ কৰিব লগাতো পৰিল; কিয়নো খেতি-বাতিৰ পৰা তেওঁ যি দুই চাৰি টকা ৰাহি কৰিছিল সকলো আশ্ৰমৰ কামতে খৰচ হৈ গ'ল। যি হওক, ধাৰে-ঋণে কাতিৰামৰ বাৰীখন ল'ব পৰাত তেওঁ আনন্দ পালে।

*সন্ধ্যা সময়ত ললিতা আৰু তেওঁৰ শাহুৱেক* ঘৰৰ পিৰালিতে বহি জুপুকা লাগি চকু-লো টুকিছে, ল'ৰাটোৱে মাকহঁতক কন্দা দেখি ফেঁকুৰি ফেঁকুৰি কান্দিছে, এনেতে পদূলিত দীনবন্ধুৰ মাত শুনা গ'ল। দীনবন্ধুৰ মাত শুনা মাত্রকে বুঢ়ী ওলাই আহিল; দীনবন্ধুৱে কলে,—"আই, নাকান্দিব, ঈশ্বৰৰ ইচ্ছাত আপোনাৰ বাৰীখন আৰু বৰ ঘৰটো কোনোমতে ৰক্ষা পৰিছে। জানেই মই দুখীয়া মানুহ, তাতকৈ অধিক কৰিবলৈ মোৰ শক্তি নহ'ল। ঈশ্বৰক ধন্যবাদ দিয়ক—তেওঁৰ কৃপাত আপোনালোকে নিজৰ ভেটি এৰিব লগা নহ'ল।

বুঢ়ী : বোপাদেউ, ঈশ্বৰে তোমাৰ ভাল কৰিব। পোনাটিক বুকত লৈ যে গছৰ তলত থাকিব লগা নহ'ল, এয়েই পৰম ভাগ্য। পিচে, বোপা, ধন খৰচ কৰি ৰাখিলা নাৰাখিলা, সি মদাহীয়ে জানো থাকি-বলৈ দিব!

দীন : সেই বাবে ভয় নাই। মাটি আৰু ঘৰৰ ওপৰত কাতিৰ এতিয়া কোনো হাত নাই; সি মোৰ। কিন্তু মই তাক লবৰ ইচ্ছাৰে ৰখা নাই; আপোনালোক যাতে ভেঁটি এৰি যাব নালাগে, তাৰ নিমিত্তেহে ৰাখিছোঁ। আপোনালোকে মোক একো দিব নালাগে: আগেয়ে যেনেকৈ নিজৰ বুলি ব্যৱহাৰ কৰিছিল, এতিয়াও তেনেকৈয়ে কৰক। ল'ৰাটি যেতিয়া বুজন হ'ব, তেতিয়া মই যি কৰিব লাগে কৰিম। আপোনালোকে এতিয়া ভালকৈ বোৱাকটাত ধৰক, তাৰ পৰাই খোৱা খৰচ ওলাব। সূতা-নেতা লাগিলে মোক ক'ব, মই পঠিয়াই দিম; পিচত কাপোৰ বেচিলে দাম দিব।

বুঢ়ীয়ে প্রাণ খুলি দীনবন্ধুক আশীর্ব্বাদ দিলে। ললিতাই বেৰৰ আঁৰৰ পৰা শুনি থাকি ভক্তি-গদ্‌গদ চিত্তে দীনবন্ধুৰ মঙ্গলৰ নিমিত্তে ঈশ্বৰৰ ওচৰত প্রার্থনা জনালে। দীনবন্ধুৱে বুঢ়ীক বুৰাই-বুজাই সান্ত্বনা দি বিদায় ল'লে। ললিতা আৰু বুঢ়ীও কিছু আশ্বস্ত হ'ল।

সেই দিনা ৰাতি ল'ৰাটোৱে ঘনাই কান্দিবলৈ ধৰিলে; মাকে হাত দি চাই দেখিলে—গাটো জুই যেন তপত, ৰাতিটো বুকতে লৈ শুই থাকিল।

ৰাতিপুৱা জ্বৰ আৰু বেছি হ'ল, লগে লগে কাহিবলৈকো ধৰিলে। ললিতাই কাতিৰামক এজন ডাক্তৰ বা কবিৰাজ মাতিবলৈ ক'লে। কাতিৰামে ক'লে,—থৈ দে, বৰষুণত তিতি পানী লাগিছে, তাতে আকৌ ডাক্তৰ বিচাৰিব লাগিছে! দুদিন বা তিন দিনৰ মূৰত আপুনি ভাল হ'ব।

ললিতায়ো সেই কথাৰ ওপৰতে নির্ভৰ কৰি তিন দিন অপেক্ষা কৰিলে, কিন্তু জ্বৰ ভাল হওক ছাৰি ক্রমশঃ বেছিহে হ'ল। ললিতা অস্থিৰ হৈ পৰিল, তেওঁ ভাবিলে দীনবন্ধুক বাতৰি দিলে কিজানি তেওঁ কিবা কৰিবই পাৰে। তেতিয়াই তেওঁ সেই কথা শাহুৱেকক ক'লে; শাহুৱেকে ওচৰৰে মানুহ এটাক মাতি যেনে তেনে দীনবন্ধুক বাতৰিটো দিবলৈ পঠিয়াই দিলে। দুর্ভাগ্যবশতঃ যেতিয়া মানুহটো দীনবন্ধুৰ ঘৰলৈ যায়, তেতিয়া দীনবন্ধু বা গঙ্গা এজনো ঘৰত নাছিল। মানুহটোৱে তেতিয়া আন উপায় নেদেখি আস্পতালৰ পৰা অলপ ঔষধ লৈ অহাকে উচিত বিবেচনা কৰিলে। আস্পতাললৈ গৈ জ্বৰৰ দৰৱ খুজিলত ডাক্তৰে "কুইনাইন মিকচাৰ"

এচিচা দিলে।

ডাক্তৰৰ দৰবে একো গুণ নিদিলে, ৰোগীৰ অৱস্থা দিনে দিনে বেয়া হৈ যাবলৈ ধৰিলে। ললিতাৰ ভাত নাই, পানী নাই, টোপনি নাই, ল'ৰাটোক বুকত লৈয়েই দিন-ৰাতি কটাইছে। ঈশ্বৰক কত যে কাকুতি কৰিছে, কত দেৱালয় আৰু সত্ৰাদিলৈ পূজা আগ কৰিছে, তাৰ লেখ নাই, কিন্তু তাৰ পৰা ৰোগীৰ অৱস্থাৰ একো উন্নতি নহ'ল। ললিতাৰ এতিয়া এনে অৱস্থা যে তেওঁক দেখিলে যেয়ে-সেয়ে বেমাৰী বুলি ক'ব।

সাত দিনৰ দিনা ৰোগীৰ অৱস্থা নিতান্ত শোচনীয় হৈ পৰিল। ললিতাই কান্দি কান্দি এজন ডাক্তৰ আনিবলৈ গিৰীয়েকক কাকুতি কৰিবলৈ ধৰিলে। কান্তিৰামে ক'লে,—"ডাক্তৰক দিবলৈ টকা পাম ক'ত?"

বুঢ়ীয়ে ক'ৰবাৰ পৰা সাঁচতীয়া ৰূপ দুটকা উলিয়াই দিলে, তাকে লৈ কান্তিৰাম ডাক্তৰ আনি-বলৈ গ'ল। ললিতাই প্ৰতি মুহূৰ্ত্ততে ডাক্তৰৰ আগমন প্ৰতীক্ষা কৰিবলৈ ধৰিলে; কিন্তু ডাক্তৰ যি নায়েই, কান্তিৰামো নাহিল।

ডাক্তৰ আহে কেনেকৈ? কান্তিৰামে ডাক্তৰ বিচাৰি যাওঁতে বাটতে মদৰ দোকান দেখি ভাবিলে, "ডাক্তৰক পিচত টকা দিলেও হ'ব, এতিয়া ইয়াৰে মদ খাই লোৱা যাওক।" সেই মতেই কাম হ'ল, কান্তিয়ে টকাকেইটা মদৰ দোকানত জমা দিলে। যিমানেই ৰাগী লাগি আহিবলৈ ধৰিলে, সিমানেই তাৰ উদ্দেশ্যৰ কথা পাহৰি যাবলৈ ধৰিলে, শেহত ডাক্তৰ বিচাৰি যোৱাৰ কথা মনতেই নপৰা হ'ল।

ললিতাৰ শোকোচ্ছ্বাস ক্ৰমশঃ বাঢ়িবলৈ ধৰিলে, কাতৰভাবে ক'লে,—"প্ৰভু, দয়াময়, দুখুনীক দয়া কৰা প্ৰভু; মোৰ ধন গ'ল, বস্তু গ'ল,—তাত সিমান বেজাৰ নাই। এই যে মাণিকটি দিছিলা, তাৰ ওচৰত সেইবোৰ কুটাৰ নিচিনা। মই চুলি ছিঙি কাতৰ কৰি মাতিছোঁ, মোৰ পোনাটিক ভাল কৰি দিয়াঁ। প্ৰভু। দুখুনীৰ একেটি মাথোন বুকৰ ৰতন কাঢ়ি নিনিবা দয়াময়!"

কথাৰ লগে লগে ললিতা মূৰ্চ্ছা যাওঁ যাওঁ হ'ল, ধাৰাসাৰে চকু-লো ব'বলৈ ধৰিলে। সন্ধ্যালৈকে বাট চাই ডাক্তৰ বা কান্তিৰাম কাকো নহা দেখি বুঢ়ীয়ে আকৌ সেই গাৱঁৰ মানুহটোকে এজন ডাক্তৰ আনিবলৈ পঠিয়ালে।

এঘণ্টামান সময়ৰ মূৰত ডাক্তৰ আহিল। ৰোগীক পৰীক্ষা কৰি ডাক্তৰে মুখ কোঁচাই পেলালে। তেওঁ ৰোগীক ভালকৈ সেঁকিবলৈ কৈ এটা ঔষধৰ ব্যৱস্থা দি গুচি গ'ল। ডাক্তৰে টকা লবলৈ সম্মত নহ'ল, সেই মানুহটোৱেই ব্যৱস্থামতে দৰব আনিলেগৈ।

ডাক্তৰ যেতিয়া উভতি যায়, তেতিয়া দীনবন্ধুৱে তেওঁক বাটত লগ পালে। আগৰে পৰা দুয়োৰে চিনা-জনা আছিল, সেই দেখি দীনবন্ধুৱে অলপ ধেমালি কৰি সুধিলে,—"কিহে ডাক্তৰ? ক'ৰ পৰা? বোলোঁ কাক নো ভৱবন্ধনৰ পৰা মুক্ত কৰি আহিলা?"

ডাক্তৰ: হওঁতে ভৱ-বন্ধন মুক্ত কৰাইহে হয়। মানুহবোৰ এনে অদ্ভুত, সময়ৰ বেলিকা ডাক্তৰৰ খবৰেই নলয়, শেহত যেতিয়া ভাল হোৱাৰ কোনো আশা নাথাকে, তেতিয়া মাত ডাক্তৰ, মৰা মানুহ জীয়াই দিয়কহি। ডাক্তৰে তেতিয়া কি কৰিব! সিফালে কথাটো ওলাব, ডাক্তৰ আহি-হে মানুহটো মাৰিলে, যেন ডাক্তৰৰ কাম মানুহ মৰাটোহে।"

*দীন : পিচে গৈছিলা কলৈ ?*

ডাক্তৰ : কলৈনো যাবা ! মানুহ মাৰিবলৈ। তুমি দেখোন আগেয়ে গম পাইছা।

দীন : কিন্তু ক'ৰ মানুহ, তাৰ গম পোৱা নাই নহয়।

ডাক্তৰ : সেই কাতিৰাম বোলা মদাহীটোৰ সৰু ল'ৰা এটা। ইমান দিন ভূ নাই, এতিয়া মৰিবলৈ ধৰিলত মোক মাতিছে। মই কি কৰিম ! আৰু এঘণ্টামান থকাৰো আশা নাই।

দীন : বেমাৰটো কি ?

ডাক্তৰ : নিউমনিয়া।

ডাক্তৰ গ'ল, দীনবন্ধুৰ চকুত চকুলোৱে দেখা দিলে। তেওঁ তেতিয়াই লৰালৰিকৈ কাতিৰামৰ ঘৰলৈ গ'ল। গৈ দেখিলে ৰোগীৰ অৱস্থা সঙ্কটজনক। তথাপি তেওঁ ৰোগীৰ ওচৰত বহি শুশ্ৰূষা কৰিবলৈ ধৰিলে, কিন্তু সকলো মিছা হ'ল। ভগৱানৰ ইচ্ছাৰ বিৰুদ্ধে কোনে কি কৰিব ! অলপ পিচতেই ললিতাৰ বুকু শুদা কৰি, জীৱনৰ একমাত্ৰ অৱলম্বন, আলাসৰ লাড়ু পুত্ৰটিক নিষ্ঠুৰ কালে অকালতে হৰি নিলে। হাঁহাকাৰ ধ্বনিৰে দিগ্বিদিক পূৰ্ণ হ'ল। মৃত সন্তানক বুকত বান্ধি ললিতা মাটিত পৰি মূৰ্চ্ছা গ'ল।

# চতুৰ্থ অধ্যায়

## পাচুৰীৰ পৰিৱৰ্ত্তন

আবেলি বেলিকা দীনবন্ধু তেওঁৰ পাঠাগাৰত সোমাই গোখেলৰ বক্তৃতাৱলী পঢ়ি আছে, আৰু মাজে মাজে দাগ দিছে, এনেতে গজাই এখন ভিজিটিং কাৰ্ড তেওঁৰ হাতত দিলে। কাৰ্ডখনত ইংৰাজীত লিখা আছিল,—"এম, ডব্লিউ, হেমিল্টন, কলিকতা।" তেওঁ কিতাপখন জপাই ওলাই গ'ল, আৰু তেওঁৰ ঘৰৰ মুখতে এখন মটৰ গাড়ী বৈ থকা দেখিলে। চাহাব তেতিয়া দীনবন্ধুৰ ঘৰৰ মুখত থিয় দি আছিল আৰু মটৰ ড্ৰাইভাৰটো মটৰতে বহি আছিল। সি তাৰ মুখখন টুপীটোৰে সৈতে যিমানলৈকে পাৰি ঢাকি ৰাখিছিল ; তথাপি তাক দেখা মাত্ৰেই দীনবন্ধু চক খাই উঠিল। সি যি হওক, তাৰ প্ৰতি বিশেষ লক্ষ্য কৰিবলৈ দীনবন্ধুৰ সুবিধা বা সময় নাছিল। চাহাব আৰু তেওঁৰ ভিতৰত বিলাতী নিয়মে স্বাগত সম্ভাষণ জনোৱা আৰু কৰমৰ্দ্দনৰ পাচত দীনবন্ধুৱে চাহাবক বহিবলৈ দিলে।

চাহাবে ক'লে,—"বোধকৰোঁ মোৰ কথা আপোনাৰ মনত আছে।"

দীন : নিশ্চয় আছে। পিছে আপুনি হঠাৎ এই অনুগ্ৰহ দেখুওৱাৰ কাৰণ জানিব পাৰোঁনে ?

চাহাব : কাৰণ বিশেষ একো নাই। এই ফালে আহিছিলোঁ, ভাবিলোঁ এবাৰ আপোনাক ধন্যবাদ জনাবলগীয়া আছে।

দীন : মই বোধকৰোঁ ধন্যবাদ পাবলগীয়া একো কৰা নাই।

চাহাব : আপুনি নাজানিব পাৰে, কিন্তু আপুনি মোৰ মহৎ উপকাৰ সাধন কৰিছে।

দীন : মই দেখোন আপোনাৰ কথা একোকে বুজিব পৰা নাই।

চাহাব : আপোনাৰ মনত থাকিব পাৰে, আপুনি মোক কিছুমান কিতাপ পঢ়িবলৈ উপদেশ দিছিল ; সেই কিতাপ বিলাকৰ

প্রত্যেকখনেই একো একোটি বস্তু। মই এতিয়াহে বুজিছোঁ কিয় জৰ্ম্মান দাৰ্শনিক শ্বপেনহুৱাৰে “মোৰ জীৱনত শান্তি পাইছোঁ উপনিষদত, মৰিলেও যদি কৰবাত শান্তি পাওঁ উপনিষদতেই পাম” বুলি কৈছিল। আনবোৰ কথা এৰি গীতাত এনে দুটা অমূল্য কথা পালোঁ যে সি মোৰ আগৰ বিশ্বাসকেই ওলোটাই দিলে। সেই দুটা হৈছে চতুৰ্থ অধ্যায়ৰ একাদশ শ্লোক, আৰু নৱম অধ্যায়ৰ ত্ৰয়োবিংশ শ্লোক। শ্লোক দুটা এই :—

(১) যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈব ভজাম্যহম্।
মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ব্বশঃ॥

(২) যেঽপ্যন্যদেৱতাভক্তা যজন্তে শ্ৰদ্ধয়ান্বিতাঃ।
তেঽপি মামেৱ কৌন্তেয় যজন্ত্যবিধিপূৰ্ব্বকম্॥

আপুনি নাম দিয়া কিতাপৰ বাহিৰেও মই আৰু বহুতো কিতাপ পঢ়িলোঁ। তাৰ দ্বাৰা মোৰ বহুতো উপকাৰ হ'ল। শাস্ত্ৰমতে ভগৱান শ্ৰীকৃষ্ণৰ এই কথামতে যদি সকলো ধৰ্ম্মপ্ৰচাৰক চলিলহেঁতেন তেনেহলে জগতত কেতিয়াও ধৰ্ম্মৰ নিমিত্তে কটাকটি মৰামৰি নহ'লহেঁতেন। এতিয়া মই স্বীকাৰ কৰোঁ, এইবোৰ গ্ৰন্থ পঢ়াৰ আগেয়ে মই ধৰ্ম্মৰ আধ্যাত্মিকতা ভালকৈ বুজা নাছিলোঁ। পাশ্চাত্য দেশে যে পূৰ্ব্বদেশৰ পৰা ধৰ্ম্মসম্বন্ধীয় বহুতো শিক্ষা লাভ কৰিব লাগিব, তাত এতিয়া মোৰ সংশয় নাই। আপোনাৰ অনুগ্ৰহত মোৰ এই জ্ঞান হোৱাৰ পৰা মই আপোনাৰ ওচৰত কৃতজ্ঞ আৰু সেই বাবে আপোনাক ধন্যবাদ দিওঁ।*

দীন : আপুনি যে মোৰ কথাতেই সেই কিতাপবোৰ পঢ়িলে, সেই বাবে ময়ো আপোনাক মোৰ ধন্যবাদ জনাইছোঁ।

---

*(i) The Maker of mankind will graciously accept their gratitude whether the offering be laid in the temple or on the turf, whether in the enthusiasm of the heart, before a beautiful image expressing love or benignity or without any visible object, in the bleak and desert air.

—Walter Savege Landor.

(ii) It is true, the Hindus worship idols. But in the Bhagavat Gita the supreme spirit is introduced as looking with pity on all these helpless childish customs not as condemning the worshippers of idol to death and destruction, but as saying with the sublimest and almost superdivine unselfishness. "Even those who worship idols worship me." Is not this the same thought which St. Paul expressed so powerfully at Athens : Whom therefore ye ignorantly worship, him declare I unto you, and is not this the spirit in which missionaries might and ought to approach every religion ? Religions have always been much maligned and misrepresented, and here and elsewhere the golden rule applies : —Never to judge before we know.—Max Muller.

(iii) O India, is not this thy sacred mission to be among the nations of the earth a people of the spirit, to give to all mankind an example, a lesson of true spirituality ? Thou hast been in past ages the light of the world. Become so again But in order to become so, make no claim to be so.

—Paul Richard.

চাহাব : মই তেতিয়া সেইবোৰ কিতাপৰ মূল্য বুজা নাছিলোঁ ; বৰং তাত কি আছে চাই প্ৰতিবাদ কৰিম বুলিহে ওলাই-ছিলোঁ। পিচত পঢ়িহে মোৰ জ্ঞান হ'ল। কিন্তু এটা কথা, আপুনি সেই দিনা কোৱা কথাবোৰ মোৰ মতে একে-বাৰেই নিৰপেক্ষ হোৱা নাই।

দীন : কোনবোৰ কথা?

চাহাব : আপুনি কৈছিল আমি খৃষ্টান ধৰ্ম্মটো ব্যৱসায়ত পৰিণত কৰিছোঁ, কিন্তু হিন্দুধৰ্ম্ম তেনে নহয়। কিন্তু মই যিমান দূৰ জানিব পাৰিছোঁ, সেই কথা একে-বাৰেই সঁচা নহয়। আজি কালি ধৰ্ম্ম-যাজকসকলৰ মাজত হিন্দুধৰ্ম্মৰ সেই উচ্চ আদৰ্শ নাই, তেওঁলোকে তাক পণ্য দ্ৰব্যত পৰিণত কৰিছে।

দীন : সেই কথা ময়ো স্বীকাৰ কৰোঁ। কিন্তু মই কওঁতে আন এটা কথা লক্ষ্য কৰিহে তেনেকৈ কৈছিলোঁ যেন মনত পৰে। হিন্দুধৰ্ম্মই কাকো বিশ্বাসৰ বিৰুদ্ধে চলিবলৈ নকয়, কিন্তু আপোনা-লোকে আপোনালোকৰ ধৰ্ম্মত সমূলি বিশ্বাস নথকা মানুহকো জানি-শুনিয়েই পাৰ্থিব ভোগসুখৰ প্ৰলোভন দেখুৱাই বেপ্টাইজ্‌ড্ কৰে। মই বোধকৰোঁ সেই কথা লক্ষ্য কৰিয়েই তেনেকৈ কৈছিলোঁ।

চাহাব : আৰু এটা কথা,—প্ৰতিমা পূজাৰ মাজেদি চৈতন্য শক্তিৰ উপলব্ধিৰ কথা আপুনি যিদৰে কৈছিল, আৰু শাস্ত্ৰই যিদৰে কয়, ঠিক তেনেকৈ আচৰণ কৰা সাধাৰণতঃ দেখা নাযায়।

দীন : হ'ব পাৰে। তথাপিও তাত যি এটা অন্ধ বিশ্বাস আছে, তাৰ পৰাও উপকাৰ হোৱাৰ সম্ভৱ। অন্ততঃ যিটো মতত বিশ্বাস জন্মা নাই তাক গ্ৰহণ কৰাতকৈ বেয়া হলেও যিটোত বিশ্বাস আছে তাতে থকাই ভাল। যদি তেনে বিশ্বা-সৰ পৰা অপকাৰ হোৱা যেন দেখা যায়, তেন্তে কোনো কুটনীতিৰ আশ্ৰয় নলৈ পোন পটিয়ে ভুলটো বুজাবলৈ যত্ন কৰা উচিত। আপুনি ক'ব পাৰে নে আপোনালোকে খৃষ্টান ধৰ্ম্মত দীক্ষিত কৰা মানুহবিলাকৰ শতকৰা এজনবো কিবা আধ্যাত্মিক উন্নতি হৈছে বুলি?

চাহাব : একেবাৰেই নাই হোৱা বুলিও ক'ব নোৱাৰোঁ, কিন্তু সিহঁতে যে ধৰ্ম্মবিশ্বাসত-কৈ পাৰ্থিব সুখলৈহে বেছিকৈ লক্ষ্য ৰাখিছে, তাক মই স্বীকাৰ কৰো। মই এতিয়া বহুতো দেশী খৃষ্টানক পৰীক্ষা কৰি এইটো বুজিছোঁ, সিহঁতে প্ৰায়ে খৃষ্টান ধৰ্ম্ম বুজা নাই। বুজিব বা কেনেকৈ। ময়েই স্বামীজীৰ 'ঈশদূত খৃষ্ট' কিতাপখন পঢ়াৰ আগলৈকে ভালকৈ বুজা নাছিলোঁ। তাৰ পিচত সিহঁতে টানত পৰিলে এতিয়াও হৰিনাম লয়, কালীৰ নাম লয় ; আন কি দুই-এজনে আনৰ হাতেদি কালী-পূজাত পাঠা দিয়াও ধৰা পৰিছে। মই সোধাত সিহঁতে এক ৰকম স্পষ্টভাৱেই ক'লে

যে সিহঁতে উপায় নথকাতহে খৃষ্টান হৈছিল। সেই দেখি খৃষ্টান হৈ অন্যায় কৰিলে বুলি জানে, আৰু দেখুৱাই খৃষ্টান হৈ থাকিলেও লুকুৱাই আগৰ দৰে চলে। কেইজনমান এনেকুৱাও পালোঁ যি খৃষ্টান ধৰ্ম্মতো বিশ্বাস নকৰে, আৰু আগৰ বিশ্বাসো হেৰুৱালে,—মুঠতে নাস্তিক হ'ল।

দীন : তেনেহলে সিহঁতৰ এই আধ্যাত্মিক অধঃপতনৰ বাবে দায়ী কোন?

চাহাব : সেই দেখিয়েই এতিয়া মই কাকো ফাঁকি দি "বেপ্টাইজ্‌ড্‌" নকৰোঁ। যেতিয়া মানুহটোৰ খৃষ্টান ধৰ্ম্মত সঁচকৈয়ে বিশ্বাস জন্মিছে বুলি বুজোঁ, তেতিয়াহে দীক্ষা দিওঁ। আজি-কালি মই কোনো ধৰ্ম্মকে অযথা নিন্দা নকৰোঁ।

দীন : আপোনাৰ কথাত মই সুখী হলোঁ। ধৰ্ম্ম-প্ৰচাৰক হলেই ধাৰ্ম্মিক হ'ব লাগে। ঠগৰ ধৰ্ম্মপ্ৰচাৰ অধৰ্ম্মপ্ৰচাৰহে।

তাৰ পিচত চাহাবে দীনবন্ধুৰ পুথি-ভঁৰাল চাব খুজিলে, দীনন্ধুৱে আগ্ৰহেৰে দেখুৱালে। চাহাবে চাই চাই কিছুমান কিতাপৰ আৰু দোকানৰ নাম টুকিবলৈ লাগিল।

হঠাৎ কিবা এটা কথা মনত পৰি দীনবন্ধুৱে চাহাবক সুধিলে,—আপোনাৰ মটৰ-ড্ৰাইভাৰটোৰ নাম কি?

চাহাব : জ্ঞানেন্দ্ৰনাথ ৰায়।

দীন : তেওঁ আপোনাৰ লগত কিমান দিন কাম কৰিছে?

চাহাব : প্ৰায় পাঁচ বছৰ।

দীন : ইয়াৰ ভিতৰত তেওঁ আসামলৈ আহিছিলনে?

চাহাব : মই যিমান বাৰ আহিছোঁ, তেৱোঁ প্ৰায় সিমান বাৰেই আহিছে। এবাৰ কি দুবাৰ মাত্ৰ মই মটৰ অনা নাছিলোঁ।

দীন : মই আপোনাৰ লগত অহাৰ কথা সোধা নাই। অকলৈ তেওঁ কেতিয়াবা আহিছিল নে নাই, তাকে জানিব খুজিছোঁ।

চাহাব : পূজাৰ সময়ত তেওঁ দুমাহৰ ছুটী লৈ বিয়াৰ বন্দবস্ত কৰিবৰ নিমিত্তে আসামলৈ আহিছিল, পিচত বন্দবস্ত ঠিক নোহোৱাত কেইদিনমানৰ আগতে উভতি গ'ল। আপুনি-নো সুধিলে কিয়?

দীন : মই তেওঁক চিনো যেন লাগিছে, বোধ কৰোঁ সেই সময়তে দেখিছিলোঁ, সেই হে সুধিলোঁ। বাৰু আপুনি কিতাপ চাওকচোন, মই এবাৰ তেওঁক লগ ধৰিব লাগে।

দীনবন্ধু ওলাই গ'ল। চাহাবে আগৰ দৰেই কিতাপ চাবলৈ আৰু টোকা ৰাখিবলৈ লাগিল।

# পঞ্চম অধ্যায়

## গ্ৰেপ্তাৰ

দীনবন্ধুক ওলাই যোৱা দেখিয়েই মটৰ-ড্ৰাইভাৰে নেদেখা ভাও জুৰি আন ফাললৈ মুখ ঘূৰালে। দীনবন্ধুৱে সেইটো লক্ষ্য কৰিও আগ বাঢ়ি গৈ

মাত লগালে,—"গুড্ মর্ণিং মিষ্টাৰ ৰায়।"

মটৰ ড্ৰাইভাৰ উচাপ খাই উঠিল; লৰালৰিকৈ উত্তৰ কৰিলে,—"গুড্ মর্ণিং চাৰ।"

"বোধকৰোঁ আপোনাৰ নাম জ্ঞানেন্দ্ৰনাথ ৰায়?"

"হয়।"

"আপুনি আগেয়ে কেতিয়াবা আসামলৈ আহিছিল নে?"

"সৰুতে মই ইয়াতে আছিলোঁ। আজি দহ বছৰমান এই ফালে অহা নাই।"

"এই বছৰৰ ভিতৰতে আপোনাক ক'ৰবাত দেখা দেখা যেন লাগিছে।"

জ্ঞানেন্দ্ৰৰ বুকু কঁপিল। দীনবন্ধুক দেখা পোৱাৰে পৰা তেওঁ বৰ অশান্তি অনুভৱ কৰিছিল, এতিয়া একেবাৰেই অধীৰ হৈ পৰিল। সেপ ঢুকি ঢুকি কলে,—"আপোনাৰ ভুল হৈছে, এই বছৰতহে নালাগে, মই কলিকতালৈ যোৱাৰ পৰা এই ফালে অহাই নাই।"

দীন : তেনেহলে মোৰ ভুল হৈছিল, মাফ কৰিব। বোধ কৰোঁ, কলিকতাত আপুনি মুক্তা বাবুৰ লেনত থকা ১১৮ নম্বৰ ঘৰত থাকে?

জ্ঞানেন্দ্ৰৰ আগতকৈও বেছি কঁপনি উঠিল। দীনবন্ধুৱে তেওঁৰ ইমানবোৰ খবৰ পালে ক'ৰ পৰা! আৰু এইবোৰ কথা সোধাৰ উদ্দেশ্য কি। মুৰ খজুৱাই খজুৱাই সেপ ঢুকি উত্তৰ দিলে—"হয়।"

দীন : আপুনি ৰমণীমোহন দত্তক চিনি পায়?

জ্ঞানেন্দ্ৰই থৰক-বৰক মাতেৰে বহুত বেলিৰ মূৰত ক'লে,—"কোন—ৰমণীমোহন দত্ত?"

দীন : বেৰিষ্টাৰ, আপোনাৰ বোধকৰোঁ বন্ধু।

জ্ঞান : মোৰ বন্ধু! ক'তা মই দেখোন নামকে শুনা নাই।

দীন : বোধকৰোঁ আপুনি সঁচা কথা কোৱা নাই।

জ্ঞান : মিছা কোৱাৰ পৰা মোৰ কি লাভ?

দীনবন্ধুৱে এখন চিঠি উলিয়ালে। সেইখন ৰমণীমোহনে কলিকতা পাই প্ৰভাৱতীলৈ লিখা চিঠি। তাত বহুত কথাৰ পাচত শ্যামবৰণিত এই কেইটা কথা আছিল,—'কোনো কাৰণবশতঃ মই আগৰ ঘৰ এৰি আহিলোঁ। সম্প্ৰতি বিশেষ কাৰ্য্যত বহুত ঠাইত ঘূৰিব লগাত পৰিছোঁ। সেই কাৰণে মোলৈ চিঠি দিলে তলত লিখা ঠিকনালৈ দিবা,—"শ্ৰীৰমণীমোহন দত্ত। কেয়াৰ অব্ বাবু জ্ঞানেন্দ্ৰনাথ ৰায়, ১১৮ নম্বৰ মুক্তা বাবুৰ লেন, কলিকতা।" এই চিঠিখন প্ৰভাৱতীয়ে বহুত দিনৰ পিচত ফটা কাকতৰ পাচিত পাই দীনবন্ধুক দিছিল।

চিঠিখন দেখুৱাই দীনবন্ধুৱে জ্ঞানেন্দ্ৰক সুধিলে,— "এই চিঠিখন কাৰ লিখা ক'ব পাৰেনে?"

জ্ঞান : ক'ব নোৱাৰোঁ।

দীন : ভাল কথা। শেহত মোক হলে দোষ দিব নোৱাৰিব। মই এতিয়া সকলো কথা আপোনাৰ চাহাবক ক'ম। তাৰ পিচত যি কৰা উচিত কৰিম। মোৰ কবলগীয়া কথা শুনক,—আপুনি আচলতে জ্ঞানেন্দ্ৰনাথ ৰায়, কিন্তু ৰমণীমোহন দত্ত বেৰিষ্টাৰ হৈ বালিকা-স্কুলৰ শিক্ষয়িত্ৰী প্ৰভাৱতীক বিয়া কৰাবলৈ আহিছিল, তেতিয়া এবাৰ মোৰো দৰ্শন-লাভ ঘটিছিল। আপুনি তেওঁৰ ঘৰত এদিন এৰাতি থাকি আপোনাৰ পত্ত-চৰিত্ৰৰ পৰিচয় দিছিল, আৰু

এতিয়া সকলো কথা অস্বীকাৰ কৰি নিজক মিছলীয়া বুলি প্ৰমাণ কৰিছে।

দীনবন্ধু দুখোজমান যাওঁতেই জ্ঞানেন্দ্ৰই আগভেঁটি ধৰি হাত যোৰ কৰি ক'লে,—"মোক এই বাৰলৈ ক্ষমা কৰক।"

দীন : দোষ স্বীকাৰ কৰিলে আৰু সেই দোষ ক্ষমাৰ যোগ্য হ'লে ক্ষমা কৰিব পাৰি; কিন্তু যি মিছা কৈ দোষ ঢাকিব খোজে, তাক কেতিয়াও ক্ষমা কৰা উচিত নহয়। মই এতিয়া সকলো কথা চাহাবক কম, তাৰ পিচত আদালতৰ আশ্ৰয় লৈ যি কৰিব পাৰি কৰিম।

জ্ঞানেন্দ্ৰই দীনবন্ধুৰ ভৰিত ধৰি ক'লে,—"আপুনি মোক ৰক্ষা কৰক।"

দীন : কৰ্ত্তব্যৰ ওচৰত দয়া-মায়া নাই। আপুনি যদি দোষ স্বীকাৰ কৰি অনুতাপ কৰিলেহেঁতেন, তেনেহলে কিজানি ক্ষমা কৰিব পাৰিলোঁহেঁতেন। কিন্তু এতিয়া আপুনি মিছা কথা কৈ দুগুণ শাস্তিৰ যোগ্য হৈছে মাথোন।

জ্ঞান : আপুনি মোক অভয় দিলে সকলো কথা ক'ব পাৰোঁ।

দীন : আপোনাৰ কথা শুনাৰ আগেয়ে মই প্ৰতিজ্ঞা কৰিবলৈ সাজু নহওঁ।

জ্ঞান : শুনক মোৰ কথা,—মোৰ নাম জ্ঞানেন্দ্ৰনাথ ৰায়। ৰমণীমোহন দত্ত কোন মই ক'ব নোৱাৰোঁ। তেওঁ দিয়া জাননীও মই দেখা নাই। লক্ষ্মীকান্ত মোৰ সহপাঠী আৰু বন্ধু বুলি আপুনিও কিজানি জানে; তেওঁৰ লগত মোৰ প্ৰায়েই চিঠিপত্ৰ চলি থাকে। পূজাৰ সময়ত তেওঁৰ পৰা এখন চিঠি পালোঁ; তাত লিখিছিল,—"বন্ধু, শেহত এটা প্ৰকৃত বন্ধুৰ কাম কৰিবলৈ খাটনি ধৰিব খুজিছোঁ। মোক এজনী তিৰোতাই অপমান কৰিলে। মই প্ৰতিশোধ ল'ম বুলি যদিও হুমিয়াইছিলোঁ তথাপি তোমাৰ সাহায্য নহলে কৃতকাৰ্য্য হোৱাৰ আশা নাই। যুৱতী ইয়াৰ বালিকা-স্কুলৰ শিক্ষয়িত্ৰী, নাম প্ৰভাৱতী। কলিকতাৰ কোনোবা ৰমণীমোহন দত্ত নামেৰে বেৰিষ্টাৰ এজনে বিবাহৰ পাত্ৰী বিচাৰি দিয়া জাননী এখন দেখি, তেওঁ পাত্ৰী হ'বৰ ইচ্ছা প্ৰকাশ কৰি চিঠি লিখিছিল। মই ডাকঘৰৰ কৰ্ম্মচাৰী এজনৰ সাহায্যেৰে তাৰ উত্তৰ হস্তগত কৰিছোঁ। মুঠতে তেওঁৰ বিবাহ কলিকতাতে হৈ গ'ল, আৰু সেই কাৰণে প্ৰভাৱতীৰ লগত বিবাহ হ'ব নোৱাৰে। প্ৰভাৱতীয়ে চিঠিখন নোপোৱাৰ কাৰণে এতিয়াও এই কথা জানিব পৰা নাই। তুমি যদি তোমাৰ বন্ধুৰ অপমানৰ প্ৰতিশোধ লোৱাত সাহায্য কৰিব খোজা, তেন্তে এয়েই সুবৰ্ণ সুযোগ। তুমি ততালিকে ছুটী লৈ ৰমণীমোহন দত্ত বুলি পৰিচয় দি প্ৰভাৱতীৰ ওচৰত উপস্থিত হোৱাঁহি, কলিকতাৰ পৰা এনে ভাবে চিঠি লিখিবা যাতে ভাবিবলৈ বা কাৰবাক

সুধি-পুছি চাবলৈ সময় পোৱাৰ আগতে তুমি আহি পোৱা। তাৰ পাচত ছলে-বলে কৌশলে যদি এবাৰ তেওঁক কলিকতালৈ নি দিব পাৰা, তেন্তে অপমানৰ প্ৰতিশোধ ভালকৈ ল'ব পাৰিম।"—তেওঁৰ অনুৰোধ মতেই মই ৰমণীমোহন হৈ আহিছিলোঁ, আৰু আপুনিও দেখা পাইছিল। আপুনি ইয়াত নথকা হলে আমাৰ উদ্দেশ্য কিজানি সিদ্ধিয়েই হ'লহেঁতেন। কলিকতাৰ পৰা তেনে ঠিকনা কিয় দিছিলোঁ, সেইটো আপোনাক নকলেও হ'ব। বাকী সকলো কথা আপুনি জানে। মই এতিয়া সকলো কথা কলোঁ, আপুনি মোক ৰক্ষা কৰক।

দীন : আপোনাৰ অপৰাধ ক্ষমাৰ অযোগ্য।

জ্ঞান : কিন্তু মোক শাস্তি দিয়ালেও কৰা কাম নকৰা নহয়। তদুপৰি আমাৰ উদ্দেশ্য সিদ্ধি নহ'ল যেতিয়া, প্ৰভাৱতীৰো সঁচাকৈয়ে কোনো ক্ষতি হোৱা নাই।

দীন : কিন্তু প্ৰভাৱতীৰ সৰ্ব্বনাশ সাধনৰ চেষ্টাতো কৰিছিল! আৰু তেনেকৈ কিমানৰ ওপৰত অত্যাচাৰ কৰিব তাক কোনে জানে? শাস্তি পালে আগলৈ মনত থাকিব।

জ্ঞান : মই প্ৰতিজ্ঞা কৰিছোঁ—আগলৈ আৰু কেতিয়াও তেনে কাম নকৰোঁ।

দীন : যদি প্ৰতিজ্ঞা নৰয়?

জ্ঞান : তেতিয়া আপোনাৰ যি ইচ্ছা তাকে কৰিব।

দীন : বাৰু সম্প্ৰতি মই আপোনাৰ কথাৰ ওপৰতে নিৰ্ভৰ কৰিলোঁ। কিন্তু চাহাবৰ আগত সকলো ক'ম।

জ্ঞান : তেতিয়া হলে চাহাবে মোক শুদাই নেৰে।

দীন : আপুনি আপোনাৰ প্ৰতিজ্ঞামতে কাম কৰিলে আপোনাৰ কোনো অমঙ্গল নহয়। ইয়াৰ বাহিৰে আন কোনো প্ৰতিশ্ৰুতি দিবলৈ মই সাজু নহওঁ।

এই দৰে কৈয়েই দিনবন্ধু ভিতৰলৈ সোমাই গ'ল; চাহাবক ক'লে,—"আপোনাক এনেকৈ এৰি যোবাৰ বাবে যেন বেয়া নাপায়।"

চাহাব—নিশ্চয় নাপাওঁ। মই আপোনাৰ লাইব্ৰেৰী দেখি মোহিত হৈছোঁ। আপোনাতকৈ ভাগ্যবান মানুহ অতি কম। আপোনাৰ এই খোটালিটোৰ ভিতৰত সোমাই জগতৰ সকলো মনীষীৰ লগত সাক্ষাৎ হোৱা যেন লাগিছে। আপোনাৰ নিৰ্ব্বাচন দেখি অবাক হৈছোঁ। আপোনাৰ লাইব্ৰেৰীত যে জগতৰ সাহিত্যৰ উৎকৃষ্ট ৰত্নবাজি এনেকৈ সজাই ৰাখিছে, দিনো অতীত-বৰ্ত্তমানৰ মহা মহা পণ্ডিত-সকলৰ লগত আপুনি সময় কটাবলৈ পাইছে, তাকে ভাবি মই আপোনাৰ সৌভাগ্যক ঈৰ্ষাভাবেৰে নাচাই থাকিব পৰা নাই। সঁচাকৈয়ে আপুনিয়েই ধন্য। পিচে আপুনি এনে এজন শাস্ত্ৰ-ব্যৱসায়ী হৈ মোক খেতিয়ক বুলি পৰিচয় দিছিল কিয়?

দীন : সঁচাকৈয়ে মই খেতিয়ক। আপুনি যেনেকৈ নানা কাৰ্য্যত ফুৰিলেও ধৰ্ম্মপ্ৰচাৰকেই ঘাই ব্যৱসায় বুলি জানে, ময়ো তেনেকৈ আন কামত হাত দিলেও খেতিকেইহে

মোৰ ঘাই ব্যৱসায় বুলি জানো। মোৰ জীৱিকা আৰু সকলো কাম খেতিৰ ওপৰতে নিৰ্ভৰ কৰে। তদুপৰি সময় পালে মই নিজ হাতেও খেতি কৰোঁ। তেনেস্থলত মই খেতিয়ক বুলি পৰিচয় নিদি আৰু কি বুলি দিম?

চাহাব : মই আপোনাৰ বিষয়ে সকলো শুনিছোঁ। যদি আপোনাৰ দৰে খেতিয়ক প্ৰত্যেক দেশতে অন্ততঃ আধা ডজন থাকিলহেঁতেন, তেনেহলে আজি পৃথিৱীৰ ৰূপেই বেলেগ হ'লহেঁতেন।

দীনবন্ধুৱে চাহাবৰ প্ৰশংসাত আহুকাল বোধকৰি জ্ঞানেন্দ্ৰৰ কথাৰ অৱতাৰণা কৰিলে। শুনি থাকি শেহত চাহাবে ক'লে,—"সি মোৰো কুনাম আনিলে। মোৰ লগত পাঁচ বছৰ থাকিও, সি যেতিয়া এনে পাষণ্ড হৈয়েই আছে, তাৰ আৰু সংশোধন অসম্ভৱ। তাৰ যথোচিত শাস্তিৰ ব্যৱস্থা কৰিব লাগে।"

দীন : আপুনি এজন ধৰ্ম্মপ্ৰচাৰক, জ্ঞানেন্দ্ৰও আপোনাৰ অধীনতে থাকে। তেনেস্থলত আপুনি তেওঁক ভাল বাটলৈ আনিবলৈ গাত ল'ব নোৱাৰেনে? যি ভাল, সি এনেয়ে ভাল; বেয়াক ভাল কৰিব পাৰিলেহে ধৰ্ম্মৰ প্ৰভাৱ বুজা যায়। মোৰ মতে আপুনি জ্ঞানেন্দ্ৰৰ অভিভাৱক হৈ তাৰ কাৰ্য্যকলাপত সততে চকু ৰাখক। যদি তাৰ পৰা সংশোধন হয় ভালেই, যদি নহয় তেতিয়া মোক জানিবলৈ দিব, মই যথাবিহিত কৰিম।

চাহাব দীনবন্ধুৰ কথাত সম্মত হ'ল, আৰু দীনবন্ধুৰ অনুৰোধ মতে চাহ এপিয়লা খাই বিদায় ল'লে। যাবৰ সময়ত পিচদিনা স্ত্ৰীশিক্ষাশ্ৰম আৰু সেৱাশ্ৰমৰ কাৰ্য্য-প্ৰণালী দেখুৱাব লাগিব বুলি দীনবন্ধুক অনুৰোধ কৰি গ'ল।

ৰীতিমতে চাহাবক বিদায় দি দীনবন্ধু ভিতৰ সোমাইছে মাথোন, এনেতে তেওঁৰ পদুলিত আকৌ মটৰৰ শব্দ শুনিলে। কিবা কাৰণত হেমিল্টনেই উলটি আহিল নেকি বুলি তেওঁ ওলাই গ'ল। বাহিৰ ওলাই যি দৃশ্য দেখিলে তাত তেওঁ আচৰিত হ'ল। তেওঁ দেখিলে,—তেওঁৰ ঘৰৰ আগত এজন পুলিচ চুপাৰিণ্টেণ্ডেণ্ট, এজন ইন্সপেক্টৰ, এজন চব-ইন্সপেক্টৰ আৰু চাৰিজন কনিষ্টবল্। তেওঁ একো বুজিব নোৱাৰিলে, কিন্তু তেওঁ কোনো প্ৰশ্ন সুধিবলৈ নৌ পাওঁতেই চুপাৰিণ্টেণ্ডেণ্টে তেওঁৰ হাতত এখন গ্ৰেপ্তাৰী পৰোৱানা দিলে। পৰোৱানা চাই দীনবন্ধু গম্ভীৰ হ'ল, তাৰ পিচত ক'লে—"মোৰ কবলৈ একো নাই, আপোনালোকৰ কৰ্ত্তব্যত মই বাধা নিদিওঁ।" পিচ মুহূৰ্ত্ততে পুলিচ চুপাৰিণ্টেণ্ডেণ্টৰ ইচ্ছামতে দীনবন্ধু মটৰত উঠিল; তত্তালিকে মটৰ থানাৰ ফালে দ্ৰুত বেগে চলাই দিয়া হ'ল।

# ষষ্ঠ অধ্যায়

## ৰূপৰ বজাৰ

এমাহৰ ভিতৰতে ৰস্তাৰ মেম সজাৰ হৈঁপাহ কেনিবা গ'ল। আগেয়ে গাউন পিন্ধি মেম চাহাব হৈ বাটত গা মেলোৱা বৰ ডাঙৰ কাম আৰু সৌভাগ্যৰ ফল বুলি অনুমান কৰিছিল। এতিয়া

কিন্তু এই অলপ দিনৰ ভিতৰতে সেই সুখে আমুৱালে। একোজনী মেম যেনে ছটফটীয়া, যেনে হৃষ্ট-পুষ্ট আৰু বলী, আমাৰ কোনো কোনো মতা মানুহো তেনে নহয়। তাৰ কাৰণ হৈছে তেওঁলোকে সৰুৰে পৰা তেনেকৈ চলি শৰীৰ আৰু মন গঢ়ি লৈছে, কিন্তু আমাৰ দেশৰ তিৰোতা সদায় চুকত সোমাই থাকিব লগা হোৱাত সাহ-শক্তিও সেই অনুপাতে হৈছে। সেই দেখিয়েই কোনোবাই হঠাৎ এদিন বিলাতী প্ৰথামতে চলিবলৈ আগ বাঢ়িলেও চলিব নোৱাৰে, বৰং তেনে অনুকৰণে অভিসম্পাত-ৰূপে দেহ মন অৱসন্ন কৰি তোলাহে দেখা যায়। ৰম্ভাই আগেয়ে বাটত গা ঘেলোৱাটো যেনে সুখৰ বুলি ভাবিছিল, এতিয়া তেনে নহ'ল। অভ্যাস নথকাত অলপ বাট খোজ কাঢ়িলেই ৰম্ভাৰ ভাগৰ লাগে আৰু ঘূৰি আহি দীঘল দি পৰিব লগা হয়। লাহে লাহে গাউন পিন্ধি আৰু অখাদ্য খায়ো ৰম্ভাই প্ৰীতি নোপোৱা হ'ল। সি যি কি নহওক, এনেকৈয়ে দিন যাবলৈ ধৰিলে। ইয়াৰ ভিতৰত ৰম্ভাই কিন্তু এটা সুচল দেখিলে যে তেওঁ যাৰ প্ৰতি সদয় হয়, তেওঁৰ লগত ফুৰা-চকাত আগৰ দৰে লুক-ঢুক কৰিব নালাগে। প্ৰথমতে এমাহমান তেওঁৰ আৰু মেকেঞ্জিৰ মাজত প্ৰণয় বৰ গাঢ় হৈ উঠিছিল, কিন্তু তাৰ পিচত ক্ৰমশঃ টুটি আহিবলৈ ধৰিলে।

প্ৰেমৰ প্ৰথম বেগ মাৰ যোৱাৰ লগে লগে আকৌ মেকেঞ্জিয়ে সন্ধ্যাৰ পিচত তেওঁৰ গাৰ্ঁত ঘূৰিবলৈ ল'লে। তাত তেওঁৰ কেইবাজনীও প্ৰণয়িনী আছিল। কেতিয়াবা কেতিয়াবা তেওঁৰ গোটেই নিশা বাজে বাজে গৈছিল। কিছুদিন এনেকৈ গ'লত ৰম্ভায়ো সেই একে বাটকে ল'লে। কেইবাজনো ফিৰিঙী তেওঁৰ বাসনাৰ আলহী হ'ল।

সত্য কেতিয়াও গোপনে নাথাকে; এইবোৰ ঘটনাও লুকাই নাথাকিল। তিনি মাহ নৌ যাওঁতেই দুইবো মাজত খকা-খুন্দা লাগিবলৈ ধৰিলে। তাৰ ফলত চতুৰ্থ মাহত দুয়োৰে বিচ্ছেদ ঘটিলে, আৰু লগে লগে ৰম্ভাক স্কুলৰ পৰাও বিদায় দিয়া হ'ল।

ৰম্ভাৰ পূৰ্ণ বিশ্বাস আছিল—তেওঁ জ্ঞানেন্দ্ৰৰ ওচৰত আশ্ৰয় পাব; সেই বাবেই বয়-বস্তু সকলো লৈ তেওঁ জ্ঞানেন্দ্ৰৰ ঘৰত ওলালহি, কিন্তু জ্ঞানেন্দ্ৰই আশ্ৰয় দিয়া দূৰৰ কথা, ভিতৰ সোমাবলৈকো নিদিলে। তেতিয়া প্ৰায় সন্ধ্যা লাগোঁ লাগোঁ হৈছিল। ৰম্ভাই ক'লৈ যাব কি কৰিব, একো স্থিৰ কৰিব নোৱাৰিলে। কোনোবা হোটেললৈ যাবৰ নিমিত্তে মনতে পাঙি থাকোঁতেই হঠাৎ আব্দুল আহি তেওঁৰ সন্মুখত উপস্থিত হ'ল। আব্দুলে অলপ আচৰিত ভাবে সুধিলে,—"কিহে, ৰম্ভা নেকি? পিচে কাৰনো ভাগ্য প্ৰসন্ন হ'ল?"

ৰম্ভাই এটা শুকান হাঁহি মাৰি ক'লে,—"কাৰনো হ'ব? মই যে তোমাক লগ পাবলৈ ব্যাকুল হৈ ফুৰিছোঁ!"

আব্দুল : মোক ইয়াত লগ পাবা বুলি কেনেকৈ জানিলা?

ৰম্ভা : ইয়াত পাম বুলি জনা নাছিলোঁ, কিন্তু পাবলৈ বৰ আগ্ৰহ জন্মিছিল। মোৰ বোধেৰে সেই আগ্ৰহেই তোমাক টানি আনিছে।

আব্দুল : সেইটো বাৰু মানিলোঁ। পিচে তুমি ইয়ালৈ আহিলা কেতিয়া?

ৰম্ভা : মই অহা ছমাহমান হ'ল, ইয়াৰে মিশ্যন স্কুলত কাম কৰিছিলোঁ। পিচে এতিয়া

মোক খৃষ্টান হবলৈ স্কুলৰ গৰাকীয়ে টানি ধৰাত মই কামকে নকৰোঁ বুলি এৰি আহিলোঁ। তাৰ পৰা আহি এবাৰ ভাবিলোঁ, ঘৰলৈ যাওঁ; আকৌ ভাবিলোঁ,—নহয়, এবাৰ তোমাক লগ ধৰিব পাৰিলে ভাল।

আব্দুল : মোক লগ ধৰিবলৈ ইয়ালৈ অহাৰ উদ্দেশ্য কি ?

ৰত্না : তুমি কলিকতাতে আছা বুলি মই জানিছিলোঁ, কিন্তু ঠিকনাটো ক'ব নোৱাৰোঁ। সেই দেখি জ্ঞানেন্দ্ৰৰ ওচৰত কিবা সংবাদ পাওঁ নে সুধিবলৈ আহিছিলোঁ।

আব্দুল : জ্ঞানেন্দ্ৰ কোন ?

ৰত্না : তেওঁ এজন কৰ্কাইদেউৰ বন্ধু। তেৰেঁই মোক ইয়াত কামত সুমুৱাই দিছিল।

আব্দুল : সঁচাকৈয়ে মোৰ কথা মনত পৰিছিলনে ?

ৰত্না : তোমাকনো মই পাহৰিব পাৰোঁনে ?

আব্দুল : তেনেহলে এতিয়া মোৰ লগত যাবলৈ তোমাৰ কোনো আপত্তি নাই ?

ৰত্না : মই তোমাকেই বিচাৰি ফুৰিছোঁ, তেনেস্থলত আকৌ আপত্তি ওলাব কিহৰ ?

আব্দুল : ব'লা তেন্তে মোৰ ঘৰলৈ যাওঁ।

ৰত্নাৰ মাল-বস্তুবে সৈতে গাড়ীখন তেতিয়াও তাতে ৰৈ আছিল; এতিয়া আব্দুল আৰু ৰত্না দুয়ো ভিতৰ সোমাল। আব্দুলে কচোৱানক কিবা এটা ঠিকনা কৈ গাড়ী চলাবলৈ দিলে।

বহুতো ঘূৰি পকি এটা গলিৰ ভিতৰত গাড়ীখন ৰ'ল। আব্দুলে গাড়ীৰ পৰা নামি এটা খোলাৰ ঘৰৰ দুৱাৰ মেলিলে, তাৰ পাচত পেৰাপেটাৰিবে সৈতে ৰত্নাক ভিতৰলৈ নিলে আৰু কচোৱানৰ লেঠা মাৰি যাবলৈ ক'লে।

ঘৰটোৰ দুৰৱস্থা আৰু সঙ্কীৰ্ণতা দেখি ৰত্নাৰ ভাল লগা নাছিল। আব্দুলৰ লগত গৈ তেওঁ ভাল কৰিলে নে বেয়া কৰিলে তাকো ঠিক কৰিব নোৱাৰিলে। কিন্তু তাৰ বাহিৰে আন উপায়ো তো নাছিল! হে যোৱাবোৰ ঘটনাৰ পিচত ঘৰলৈ গলেও তাত ঠাই পোৱাৰ সম্ভাৱনা কম হৈ পৰিছিল, শাৰীৰিক অৱস্থাও সিমান ভাল নাছিল। আটাইবোৰ কথা ভাবি ৰত্নাই কোনো আপত্তি নকৰি আব্দুলৰ লগত থকাকেই ভাল বিবেচনা কৰিলে।

ৰত্না আব্দুলৰ লগত দুসপ্তাহমান থকাৰ পিচত এদিন আব্দুলে ক'লে ;—"মোৰ এজনী পেহী আছে, তেওঁৰ অৱস্থা খুব ভাল। মাজে-সময়ে মোক সাহায্যও কৰে। তোমাৰ কথা শুনি তেওঁ তোমাক চাবলৈ বৰকৈ হেঁপাহ কৰিছে। মই আজিয়েই যাম বুলি কৈ আহিছোঁ। তুমি সাজু হৈ থাকিবা, আবেলিলৈ যাব লাগিব।"

ৰত্না : তেওঁ কিমান দূৰত থাকে ?

আব্দুল : বেছি দূৰৈ নহয়, ঘোঁৰাৰ গাড়ীৰে দহ মিনিটৰ বাট।

ৰত্না : বাৰু, যাব লাগে যদি যাম।

ওপৰৰ আলোচনামতে আবেলি ৰত্না আৰু আব্দুলে ঘৰৰ পৰা যাত্ৰা কৰিলে, আৰু কিছু সময়ৰ মূৰত এটা ঘৰৰ মুখত উপস্থিত হ'ল। কচোৱানক বিদায় দি দুয়ো ঘৰৰ ভিতৰলৈ সোমাই গ'ল, এজনী আদহীয়া তিৰোতাই তেওঁলোকক অভ্যৰ্থনা কৰিলে। মানুহজনীয়ে নানা প্ৰকাৰ মৰম লগা কথা কৈ তেওঁলোকক জা-জলপান খুৱালে, ৰত্নাই তেওঁৰ

ব্যৱহাৰত বৰ সন্তোষ পালে। এনেকৈ এঘণ্টামান সময় যোৱাৰ পাচত আব্দুল হঠাৎ বাহিৰলৈ ওলাল, ৰন্তাই তেতিয়া তাত ভাবিবলগীয়া একো নেদেখিলে। কিন্তু বহুত বেলিৰ মূৰতো যেতিয়া আব্দুল ঘূৰি নগ'ল, তেতিয়া তেওঁৰ মনত নানা সন্দেহ জন্মিবলৈ ধৰিলে। মানুহজনীক সুধিলত ক'লে,—"তুমিনো তাকে ভাবিছা কেলেই? মতা মানুহৰ কি ঠিক আছে, এফালে ওলাই গলে ঘৰলৈ আহিবলৈ জানো মনত থাকে! আহক যেতিয়াই আহে। আহে যদি যাবা, নাহে যদি ইয়াতে থাকিবা। মোৰ ঘৰক তোমাৰ নিজৰ বুলিয়েই ভাবিবাচোন।"

ৰন্তাই ভালকৈ একোকে বুজিব নোৱাৰিলে। মনতে নানা প্ৰশ্ন আৰু উত্তৰ কৰি আব্দুলৰ আগমনলৈ অপেক্ষা কৰি থাকিল। লাহে লাহে সন্ধ্যা হৈ আহিল, কিন্তু আব্দুলৰ প্ৰত্যাবৰ্ত্তনৰ কোনো আশা দেখা নগ'ল। ৰন্তা কিছু অধীৰ হৈ তেওঁক ঘৰলৈ পঠিয়াই দিবৰ নিমিত্তে মানুহজনীক ক'লে। মানুহজনীয়ে ক'লে—"তুমি ইমান বিতত হৈছা কেলেই? আব্দুল আৰু নাহে, তুমি যি ঘৰত আছিলা সি এতিয়া শুদা। ইয়াতে থকাৰ বাহিৰে আৰু তোমাৰ আন উপায় নাই।"

ৰন্তা কঁপি উঠিল, কিন্তু কি কৰিব ক'ব নোৱাৰিলে। ৰন্তাই মনে মনে ভাবিছিল তেওঁ আব্দুলক প্ৰৱঞ্চনা কৰাত কৃতকাৰ্য্য হৈছে, কিন্তু এতিয়া তেওঁৰ ভুল বুজিব পাৰিলে। আচলতে আব্দুলে তেওঁৰ সকলো কথাকেই জানে, তথাপি ৰন্তাক হাত কৰিবৰ মনেৰে নজনাৰ ভাও জুৰিছিল। ৰন্তাৰ প্ৰতি আব্দুলৰ আগৰ অনুৰাগ মুঠেই নাছিল, মাত্ৰ তেওঁৰ ধনখিনি উদ্ধাৰ কৰাৰ আশাতহে ৰন্তাক তেনেকৈ বুজিবলৈ দিছিল। এতিয়া ৰন্তাক সেই ঘৰতে এৰি মাল-বস্তু সোপাকে লৈ তেওঁ তাৰ পৰা উঠি গ'ল।

মানুহজনীয়ে ক'লে,—"আইটি, তুমি বেজাৰ কৰি নাথাকিবা। নিৰাশ্ৰয়া তিৰোতাক আশ্ৰয় দিবৰ নিমিত্তেই মোৰ এই ঘৰ। তুমি ইয়াতে মহাসুখেৰে থাকিব পাৰিবা। তোমাৰ দৰে কত জনীয়ে আপুনি আহি ইয়াত আশ্ৰয় লৈছে!"

ৰন্তাই সন্দিগ্ধচিত্তেৰে প্ৰশ্ন কৰিলে,—"সিহঁতে ইয়াত কি কৰে?"

একো নকৰে। মুঠেই বহে, শোৱে, মূৰ মেলায়, গান গায়, খায় আৰু গা ঘেলায়।"

ৰন্তাই বাৰাণ্ডালৈ চাই চুৰাৰ মুখে মুখে একোজনী ৰমকজমক সাজপাৰ পিন্ধা তিৰোতা দেখিলে তেওঁ মানুহজনীক সুধিলে,—"ইহঁত এইদৰে সাজি-পাৰি আছে কিয়?

"সেইটো তুমি নিজে নিজেই বুজিবা।"

ৰন্তাই মনে মনে ভাবিলে,—"তেনেহলে ই বেশ্যালয় নেকি?"

# সপ্তম অধ্যায়

## বিচাৰ

আজি দীনবন্ধুৰ বিচাৰৰ দিন। তেওঁৰ ওপৰত অভিযোগ—তেওঁ "জাতীয় সমস্যা আৰু ৰাইজৰ কৰ্ত্তব্য" নামেৰে ৰাজদ্ৰোহসূচক কিতাপ এখন প্ৰচাৰ কৰিছে, আৰু য'তে ত'তে ৰাজদ্ৰোহজনক বক্তৃতা দি মানুহবিলাকক গৱৰ্ণমেণ্টৰ বিৰুদ্ধে উত্তেজিত কৰি তুলিছে।

দীনবন্ধু অভিযুক্ত হোৱাৰ কথা সকলো ঠাইতে জনাজাত হৈ পৰিছিল; আজি সেই কাৰণে বিচাৰ

চাবলৈ বহুত ঠাইৰ পৰা মানুহ আহিছে। আদালত বহাৰ আগৰে পৰা শই শই মানুহ আহি কাছাৰী ঘৰৰ সন্মুখৰ পথাৰত জুম বান্ধিছে। সকলোৰে মুখত অশান্তি আৰু উৎকণ্ঠাৰ চিন।

দীনবন্ধুক সেই দিনা উমাকান্তই এহেজাৰ টকাৰ জামীন হৈ লৈ গৈছিল। তেওঁৰ পক্ষ সমৰ্থন কৰিবলৈ এজন বেৰিষ্টাৰ উপযাচি আহিছিল। দীনবন্ধুৰ বিশ্বাস আছিল যে ধৰ্ম্মবিচাৰ আদালত কেতিয়াবা ভুলতহে হয়, সেই কাৰণে তেওঁ সাক্ষী প্ৰমাণ আদিৰ নিমিত্তে বিশেষ ব্যস্ত নহৈ তেওঁৰ ফাটক হ'লে তেওঁৰ অনুষ্ঠানবোৰ কেনেকৈ চলিব তাৰ দিহা কৰাত লাগিল। দীনবন্ধুৱে য'ত যি বেমেজালি হ'ব পৰাৰ সম্ভাৱনা দেখিছিল, সেইবোৰ আগ ধৰি শৃঙ্খলা লগালে; কিছুমান কাৰ্য্যৰ তত্ত্বাৱধানৰ ভাৰ উমাকান্তৰ গাত দিলে; প্ৰভাৱতীৰ ওপৰতে শিক্ষাশ্ৰমৰ সম্পূৰ্ণ ভাৰ ন্যস্ত কৰিলে। পূৰ্ব্বে মুনিহ-তিৰোতা দুয়োবিধ ৰোগীৰ নিমিত্তে একে আশ্ৰমৰ ভাগ আছিল; এতিয়া তিৰোতাৰ ভাগটো শিক্ষাশ্ৰমৰ লগত সংলগ্ন কৰা হ'ল।

খেতি-বাতিৰ সকলো ভাৰ গঙ্গাৰামৰ ওপৰত পৰিল। গঙ্গাৰ ওপৰত অটল বিশ্বাস আছিল। গঙ্গাৰামেও দীনবন্ধুৰ লগত থাকি দীনবন্ধুৰ প্ৰায় সকলো গুণকে আংশিকৰূপে লাভ কৰিছিল। আৱশ্যক মতে প্ৰভাৱতী আৰু উমাকান্তৰ পৰা উপদেশ লবলৈ দীনবন্ধুৱে গঙ্গাক বুজাই দিছিল। তেওঁৰ ঘৰ-দুৱাৰ আৰু ছাত্ৰ কেইটাৰ ভাৰো গঙ্গায়েই লব লগাত পৰিল।

এই সকলোবোৰ দিহা হোৱাৰ পাচত দীনবন্ধুৱে এখন জাননী লিখিলে। সি এই :—

"চেনেহৰ ভাইভনীসকল,

আপোনালোকে শুনিছে—মোক ৰাজদ্ৰোহী বুলি অভিযুক্ত কৰিছে। যদিও মই কেতিয়াও ৰজাৰ দ্ৰোহ চিন্তা নাই,—সেই কথা আপোনালোকেও জানে,—তথাপি বৰ্ত্তমান আদালতৰ বিচাৰ-পদ্ধতিলৈ চাই মোক কাৰাগাৰত ঠাই দিয়া একো আচৰিত নহয়। সেই দেখি আপোনালোকৰ ওচৰত মোৰ এটি নিবেদন আছে। যদি মই কাৰাবাসী হওঁ, তাতো মোৰ বেজাৰ নাই, কিয়নো কোনো পাপ কৰি মই নিৰ্য্যাতন ভোগ কৰিব লগা হোৱা নাই। মোৰ ভাই-ভনী আৰু জন্মভূমিৰ প্ৰতি কৰ্ত্তব্য সাধনৰ চেষ্টা কৰাৰ বাবে যদি মোৰ শাস্তি হয়, তাক মই হাঁহি হাঁহি গ্ৰহণ কৰিম, সি মোক অপবিত্ৰ নকৰি পৱিত্ৰহে কৰিব। যদি আপোনালোকে মোক মৰম কৰে, ভাল পায়, তেনেহলে মোক শাস্তি দিলেও,—নিতান্ত অন্যায়ভাবে অত্যাচাৰ কৰিলেও,—যেন আপোনালোকৰ ধৈৰ্য্য নেহেৰায়। মই ইমান দিন যি পৱিত্ৰ কৰ্ত্তব্য-সাধনৰ নিমিত্তে আপোনালোকৰ সাহায্য পাই আহিছোঁ, মোৰ অনুপস্থিতিতো যদি আপোনালোক তাত আশাশুধীয়াকৈ লাগে, তেনেহলেই মোৰ সুখ-সন্তোষ উভৈনদী হ'ব। আপোনালোকে যেন কোনো প্ৰকাৰ অশান্তি-উপদ্ৰৱত হাত নিদিয়ে এয়ে মোৰ আপোনালোকৰ ওচৰত বিনীত গোহাৰি।

বাইজৰ ভৰিৰ ধূলি<br>দীনবন্ধু

এই জাননীখন লিখাতে থাকিল; বাইজৰ হাতত দিবলৈ দীনবন্ধুৱে সময় কৰিব নোৱাৰিলে। সেই কাৰণে বিচাৰৰ দিনা তেওঁ উমাকান্তৰ হাতত যথা-বিহিত কৰিবলৈ দিলে।

ঠিক এইৰ বজাত উমাকান্ত আৰু আন মানুহ জনচেৰেকৰে সৈতে দীনবন্ধু আদালতত উপস্থিত

হ'ল। দীনবন্ধুক দেখামাত্ৰেই সমবেত নৰমণ্ডলীয়ে জয়-ধ্বনি কৰি উঠিল। দীনবন্ধুৱে সকলোকে নীৰৱ হবলৈ অনুৰোধ কৰিলে।

বিচাৰ উপলক্ষে এক ফৌজ গুৰ্খা অনা হৈছিল; বৰ চাহাবৰ আদেশমতে কোনো মানুহ আদালতৰ ভিতৰলৈ সোমাব নোৱাৰাকৈ ইহঁতে পহৰা দিলে।

বিচাৰ আৰম্ভ হ'ল। পুলিচ কৰ্ম্মচাৰীয়ে দীনবন্ধুৰ বিৰুদ্ধে ওপৰত কৈ অহা অভিযোগ থিয় কৰিলে। গকুলচন্দ্ৰ, লক্ষ্মীকান্ত আৰু ভূতনাথ পুলিচৰ ফলীয়া সাক্ষী হৈ ক'লে যে সেই "জাতীয় সমস্যা আৰু ৰাইজৰ কৰ্ত্তব্য" নামৰ কিতাপখন দীনবন্ধুৰ বুলি তেওঁলোকে জানে, আৰু কিতাপৰ ওপৰত তেৱেঁই লিখক বুলি দিয়াও আছে। তাৰ উপৰি তেওঁলোকে দীনবন্ধুৰ বক্তৃতা বহুত ঠাইত শুনিছে; তাত কিতাপত লিখা কথাৰ উপৰিও ৰাজদ্ৰোহসূচক বহুতো কথা শুনিবলৈ পাইছিল, গৱৰ্ণমেণ্টক ধ্বংস কৰি স্বাধীন হবলৈ মানুহবিলাকক উচটোৱা দেখিছিল।

বাদী পক্ষৰ পৰীক্ষাৰ পাচত দীনবন্ধুক ৰাজদ্ৰোহ অপৰাধৰ বাবে সংশোধিত ফৌজদাৰী আইনৰ ১২৪ ধাৰাত অভিযুক্ত কৰা হ'ল।

দীনবন্ধুৱে নিজৰ বৰ্ণনাত ক'লে,—"অভিযোগৰ কথা মই আংশিকৰূপে স্বীকাৰ কৰো! কিতাপখন মই নিজে লিখা; তাত ময়েই ৰচক বুলি পৰিচয় দিয়াও আছে। বক্তৃতা দিয়াও সঁচা। কিন্তু কিতাপতেই হওক, নাইবা বক্তৃতাতেই হওক, ক'তো মই বিশেষ ভাবে ৰাজনীতি আলোচনা কৰা নাই; অৰ্থনীতিহে মোৰ প্ৰধান আলোচ্য বিষয়। কিতাপত ৰাজনীতিৰ যি সামান্য আভাস আছে, বক্তৃতাতো তাতকৈ একো বেছি নাছিল; কিবা যদি বেছি আছিল, সি সমাজ সম্বন্ধীয়। কিতাপৰ যি অংশ পুলিচ কৰ্ম্মচাৰীয়ে আদালতত পঢ়ি শুনাইছে, সেই অংশতো কোনো দোষৰ কথা মিছা কথা আছে বুলি স্বীকাৰ কৰিব নোৱাৰো। মহাৰাণীৰ ঘোষণা পত্ৰ আৰু লৰ্ড ৱিলিয়ম বেণ্টিঙ্কৰ ঘোষণা-মতে যে বৰ্ত্তমান গৱৰ্ণমেণ্টে শাসনযন্ত্ৰ পৰিচালনা কৰা নাই, সেই কথা সকলোৱে জানে। তেনেস্থলত সেই সত্য কথাকে ক'লে বা লিখিলে যে ৰাজদ্ৰোহ কৰা হয়, তেনে যুক্তি মোৰ মস্তিষ্কই ধাৰণা কৰিব নোৱাৰে। তাৰ পিচত পৰৰ হাত মুখলৈ নাচাই নিজৰ ভাতকাপোৰ নিজে আৰ্জ্জি লবলৈ কোৱাৰ পৰা মাঞ্চেষ্টৰ তাঁতীৰ ক্ষতি হ'লে হ'ব পাৰে, কিন্তু কোনো যুক্তিমতে সি ৰাজদ্ৰোহ হ'ব নোৱাৰে। সেই কাৰণে মই কওঁ—মোৰ জ্ঞান আৰু বিশ্বাস মতে মই সম্পূৰ্ণ নিৰ্দ্দোষ।"

ইয়াৰ পিচত জেৰা আৰম্ভ হ'ল আৰু দীনবন্ধুৰ সাক্ষী-বাদীও লোৱা হ'ল। কাৰো মুখত দীনবন্ধুৰ বৰ্ণনাত দিয়াৰ বাহিৰে আন কথা একেবাৰে পোৱা নগ'ল।

তাৰ পিচত দুয়ো পক্ষৰ উকীলৰ তৰ্ক হৈ গ'ল। বিচাৰকে সকলো শুনি ৰায় দিলে,—দীনবন্ধুৰ এবছৰ সশ্ৰম কাৰবাস।

আদালতৰ পাচফালে এখন মটৰ গাড়ী সাজু কৰি ৰখা আছিল, ৰায় দিয়া মাত্ৰেই দীনবন্ধুক তাত তুলি ফাটেকলৈ নিয়া হ'ল। তেতিয়াহে বাজৰ মানুহবিলাকে বিচাৰৰ ফলাফল জানিব পাৰিলে। তৎক্ষণাৎ মানুহবিলাকৰ মাজত এটা উত্তেজনাই দেখা দিলে, সৰহভাগে ততালিকে ফাটেকৰ ফাললৈ চাপলি মেলিলে। দুজনমানে চিঞৰি ক'লে— "ভাইহঁত, চকুৰ আগতে এনে অন্যায়, অধৰম দেখিও সহি থাকিবনে? দীনবন্ধুক ফাটেকত এৰি আমি

কোনটো লাজেৰে ঘৰলৈ গৈ তিৰোতাৰ আগত মুখ উলিয়াম! ব'ল ভাইহঁত, হয় ফাটেক ভাঙি দীনবন্ধুক উলিয়াই আনিম, নহয় আমিও তাতে থাকিম ।"

হঠাৎ মানুহবিলাক এনেদৰে উত্তেজিত হোৱা দেখি উমাকান্তই প্ৰমাদ গণিলে; তেওঁ সকলোকে আগভেঁটি ধৰি কবলৈ ধৰিলে,—"ৰাইজসকল আপোনালোকে আন কাম কৰিবলৈ যোৱাৰ আগতে দীনবন্ধুৱে কি কৰিবলৈ আপোনালোকক অনুৰোধ কৰি গৈছে, তাক শুনক। তেখেতক যদি আপোনালোকে ভাল পায়, তেন্তে তেখেতৰ অনুৰোধ ৰক্ষা কৰক। তেখেতে নিজে কবলৈ সুবিধা কৰিব নোৱাৰি, এইখন লিখি মোৰ হাতত দি গৈছে, আপোনালোকে মন দি শুনক!"—এই বুলি তেওঁ দীনবন্ধুৰ নিবেদন ৰাইজক পঢ়ি শুনালে। একান্ত মনে শুনি আৰু লগতে উমাকান্তৰ উপদেশ পাই সকলো ৰাইজ শান্ত হ'ল, আৰু ঘৰা-ঘৰি উলটি আহিল।

যাওঁতে বাটত দুই এজনে কৈ গ'ল—"এই গকুলচন্দ্ৰ, সি বাৰু ইমান ডাঙৰ মানুহটো হৈ মিছা কথা ক'ব পায় নে?"

"তাক যদি ভালকৈ জলপান খুৱাব নোৱাৰোঁ, মই মানুহেই নহওঁ।"

# অষ্টম অধ্যায়

## সান-মিহলি

কাতিৰামৰ লৰাটোৰ মৃত্যুৰ পৰা দহ দিন মানৰ পিচতে বুঢ়ীয়েও চিৰকালৰ নিমিত্তে চকু মুদিলে। ললিতা উন্মাদিনী হ'ল। দীনবন্ধুৱে বহুত চেষ্টা কৰিও কাতিৰামক ঘৰ লোৱাব নোৱাৰিলে; সেৱাশ্ৰমত থৈ কিবা কৰিব পাৰিব বুলি তালৈ পঠিয়ালে, কিন্তু তাতো একো ফল নহ'ল। এখন্তেক ভালমতে থাকি এবাৰ চল চাই পইচা নাইবা কিবা বস্তুকে এটা লই একে লৰেই মদৰ দোকান পায়গৈ। দীনবন্ধুৱে কোনোমতে একো কৰিব নোৱাৰি শেহত এৰি দিলে কাতিৰামে বলিয়ালি কৰি ঘূৰি ফুৰিবলৈ ধৰিলে। আগৰ লগৰীয়াদলে আজি তেওঁৰ লগত কথা ক'বলৈকো অপমান পায়। মুঠতে কোনোবাই এমুঠি দিলে খায়, নহলে লঘোনতে তেওঁৰ দিন যায়। কোনোবাই দয়া কৰি দুই-এপইচা দিলে পোনেই মদৰ দোকানলৈ লৰ মাৰে। কোনোবাই কিবা কলে নাইবা বুজনি দিলে কয়,—"চোপ ৰও, হাম্ ৰায় বাহাদুৰ। নহলে কয়,—"পইচা দে, মদ খাওঁগৈ"

ললিতাৰ দশাও তথৈবচ। পুতেকৰ মৃত্যুৰ পৰাই তেওঁ ঘৰৰ কথা পাহৰিলে। দিনে-ৰাতিয়ে মৰিশালিত ঘূৰি পুতেকক বিচাৰি ফুৰে। একো একোবাৰ পুতেকক মাতে! 'আহাঁ মোৰ সোণ, খং নকৰিবা; আহাঁ মোৰ আঁচলৰ নিধি, মোৰ দেহ-লাও, মোৰ দেৱতা, লৰি আহাঁ। ক'তনো লুকাই আছা মোৰ সোণ। মই মাতিছোঁ নহয়। ঠেহ নাপাতিবা, মই তোমাক গাখীৰ দিম, কল দিম, মিঠৈ দিম; বেগাই আহাঁ, বুকুত সোমাই চুমা, দিয়া, মোক এবাৰ আই বুলি মাতাঁ।" লগে লগে মাটিত পৰি মূৰ্চ্ছা যায়। মূৰ্চ্ছা ভাগিলে কেতিয়াবা কান্দে, কেতিয়াবা হাঁহে, কেতিয়াবা যি পায় তাকে বকে। কেতিয়াবা কয়,—"সৌৱা মোৰ সোণে গছৰ আঁৰত লুকাই হাঁহিব লাগিছে, মই মাতিলে নাহে, কুক্-ভা খেলিছে। তাৰ পিচত কোনোবা একালে লৰ মাৰে। তেওঁৰ গাৰ কাপোৰ-কানিৰ ঠিক নাই

খোৱা-লোৱাৰ কথা মনত নাই। কোনোবাই কিবা খোৱা বস্তু দিলে কেতিয়াবা পেলাই দিয়ে। কিবা ভাল বস্তু পালে পুতেকলৈ বুলি টোপোলা বান্ধি থৈ দিয়ে। দীনবন্ধুৱে নিজে একো কৰিব নোৱাৰি কোনোমতে নি প্ৰভাৱতীৰ হাতত গতাই দিছিল। প্ৰভাই বহুত যত্ন কৰি অলপ সান্ত্বনা দিলে, কিন্তু সেই উন্মাদ অৱস্থা একেবাৰেই নগ'ল। এতিয়াও মাজে মাজে পলাই আহি আগৰ দৰে মৰিশালিত ফুৰে; প্ৰভাই দুই তিনি দিনৰ মূৰত কোনোমতে বিচৰাই নিয়ে।

* * *

প্ৰভা আৰু উষাই এৰি অহাৰ পৰাই বালিকা স্কুলৰ অৱস্থা ক্ৰমাৎ বেয়া হবলৈ ধৰিলে; ছাত্ৰীৰ সংখ্যাও দিনে দিনে কমি গ'ল। গকুলচন্দ্ৰই এজনী কামৰ পৰা খেদা খোৱা ধাত্ৰী আৰু তেওঁৰে সম্পৰ্কীয়া এজনী তিৰুতাক শিক্ষয়িত্ৰী নিযুক্ত কৰিলে। এই ধাত্ৰীৰ লগত গকুলচন্দ্ৰৰ বন্ধুতা বহুতদিনীয়া। সেই দেখিয়েই হবলা তেওঁ কমিটিৰ মত নোলোৱাকৈ আৰু উপযুক্ততালৈ নোচোৱাকৈ এওঁলোকক কাম দিছিল।

এইবোৰ ঘটনাৰ পাচত দীনবন্ধুৰ বিচাৰ হয়, তাত গকুলচন্দ্ৰই চৰকাৰৰ ফলীয়া হৈ দীনবন্ধুৰ বিৰুদ্ধে মিছা সাক্ষী দিয়ে। ৰাজখোৱাই এইটো এটা ডাঙৰ সুযোগ পালে, আৰু সহজেই সকলো মানুহক উকীলৰ বিপক্ষে থিয় দিয়ালে। তাৰ ফলত গকুলচন্দ্ৰ চেক্ৰেটাৰী ভাগিল, আৰু ৰাজখোৱাই সেই ঠাই পূৰ্ণ কৰিলে। আগৰ শিক্ষয়িত্ৰী দুজনাক ভাঙি এবোৰা বিবাহিত মতামাইকীক শিক্ষাৰ ভাৰ দিয়া হ'ল। ইয়াৰ পৰা স্কুলৰ অৱস্থা যদিও অলপ ভাললৈ আহিল, তথাপি আগৰ দৰে নহ'ল।

* * *

পেৰাৰ ভিতৰত লক্ষ্মীকান্তক পোৱাৰ অলপ দিনৰ পিচতে মহেশচন্দ্ৰ দেশলৈ গ'ল। তেতিয়াৰে পৰা তেওঁক আৰু কোনেও ইয়াত দেখা নাই।

ৰস্তা কলিকতালৈ গ'লত লক্ষ্মীকান্তৰ বন্ধু-বান্ধৱবোৰো লাহে-লাহে আঁতৰি গ'ল। এতিয়া তেওঁৰ পূৰ্ব্বৰ আড্ডা এটাও নাই। সেই কাৰণে বাধ্য হৈ আজি কালি তেওঁ ঘৰ লৈছে। তাৰ পৰা সম্পূৰ্ণ নহলেও কিছু পৰিমাণে তেওঁৰ স্বভাৱৰ দোষ দূৰ হৈছে। মহেশৰ ঘৰত পোৱা শিক্ষাৰ পৰাও তেওঁৰ অলপ উপকাৰ নোহোৱাকৈ থকা নাই।

* * *

ৰস্তা যোৱাৰ পিচত ইন্দ্ৰনাথ এঘৰত চপনীয়া চাপিল। এতিয়াও তেওঁ পূৰ্ব্বৰ কামকে কৰে। বিয়াৰ পিচৰ পৰা তেওঁৰো স্বভাৱ-চৰিত্ৰ আগতকৈ ভাল দেখা গৈছে।

ৰম্ভাৱতীক আমি কলিকতাৰ ৰূপৰ বজাৰত এৰি আহিছিলোঁ, তেওঁ তাতে থাকিল। তাত থাকিবলৈ যদিও তেওঁৰ মুঠেই আগ্ৰহ জন্মা নাছিল, তথাপি ওলাই আহিবৰো উপায় নাছিল। তাত অলপ দিন থকাৰ পাচতেই তেওঁৰ স্বাস্থ্য পৰি আহিল, দিন-ৰাতি চিন্তাত কটাবলৈ ধৰিলে। কেতিয়াবা ভাবে,—"মই আজি জগতৰ ঘৃণনীয়া, তিৰোতাই কৰিব পৰা এনে কোনো কাম নাই, যি মই কৰা নাই। কিন্তু ইয়াৰ বাবে দায়ী কোন?

অপমান নকৰিবা।”

বাঘৰ : প্ৰভু! আপুনি জানে মোৰ প্ৰতিজ্ঞা কি আছিল। আজি বৰবৰুৱা হৈ তাৰ আধা পূৰ্ণ কৰিছোঁ; বাকী আধাও নুপূৰালে মোৰ প্ৰতিজ্ঞা নৰয়। আপুনি বাধা নিদিব, তাক উলিয়াই দিয়ক।

অষ্টভুজ : মই দিব নোৱাৰোঁ। তেওঁৰ দায়িত্ব মই ল'লোঁ। তুমি যোৱাঁ।

বাঘৰ : আপুনি নিদিয়ে! তেন্তে মই অপৰাধী হ'বলৈকে প্ৰস্তুত।

এনেকৈ কৈয়েই গুৰুৰ সন্মুখেদি গৈ বাঘৰে বৰবৰুৱাক থাপ মাৰি ধৰিলে আৰু গুৰুৰ বধ শপত একো নামানি চোচোৰাই উলিয়াই আনিলে। তাৰ পাচত বাহিৰত ৰৈ থকা তেওঁৰ অনুচৰবিলাকৰ হাতত দি ক'লে,—“ইয়াক ভালকৈ বান্ধ।”

অনুচৰবিলাকে বৰবৰুৱাক মজবুতকৈ কঁকালত জৰি লগাই বান্ধিলে। তেতিয়া বাঘৰে বন্দীক নগৰলৈ নিবলৈ আদেশ দি উলটি খোজ ল'লে।

অষ্টভুজে মৰ্ম্মান্তিক বেজাৰ পালে। আজিলৈকে কোনো শিষ্যই তেওঁৰ বাক্য পেলোৱা নাই। বাঘৰৰ প্ৰতি তেওঁৰ বিৰক্তি জন্মিল। তেওঁ ক'লে,—“বাঘৰ! তোৰ এই অতপালি ঈশ্বৰে বেছি দিন নসহে।”

কীৰ্ত্তিচন্দ্ৰক নগৰলৈ আনি সেইদিনা বন্দীশালত থোৱা হ'ল। পিচ-দিনা খাই-বৈ উঠি বাঘৰ চ'ৰাত বহিল আৰু কীৰ্ত্তিচন্দ্ৰক আনিবলৈ ক'লে।

কীৰ্ত্তিচন্দ্ৰক বাঘৰৰ সন্মুখলৈ অনা হ'ল। বাঘৰে তেওঁলৈ চাই মাত লগালে,—“কীৰ্ত্তিচন্দ্ৰ! আজি তোমাৰ বিচাৰ। মোক চিনি পাইছা নে? আজি অৱস্থা বিপৰীত। আজি মই বৰবৰুৱা,—বিচাৰক; তুমি অপৰাধী। বিনা দোষত তুমি লোকৰ কাণ কাটিছিলা, নাক কাটিছিলা, চমটা লগাইছিলা। তোমাৰ সেই অপৰাধৰ আজি বিচাৰ।”

কীৰ্ত্তিচন্দ্ৰই একো নামাতিলে। বাঘৰে প্ৰহৰীক আদেশ দিলে,—“ইয়াৰ কাণ দুখন কাট।”

তেতিয়াই আদেশ পালিত হ'ল। কীৰ্ত্তিচন্দ্ৰই ছটফটাবলৈ ধৰিলে। বাঘৰে আকৌ আদেশ দিলে, —“ইয়াক পেৰেঙণিত বান্ধ।”

তেতিয়াই কীৰ্ত্তিচন্দ্ৰক বন্ধা হ'ল। বাঘৰে কাঁইটীয়া চমটাৰে তেওঁৰ পিঠিত একুৰি কোব লগাবলৈ পুনৰায় আদেশ দিলে।

আদেশমতে প্ৰহৰীয়ে চমটা লগালে। কীৰ্ত্তি-চন্দ্ৰৰ চৈতন্য বিলোপ হ'ল। বাঘৰে প্ৰহৰীক ক'লে, —“এতিয়া বন্দীশাললৈ লৈ যা। চমটাৰ সোৱাদটো ভালকৈ অনুভৱ কৰক। কালিলৈ দুপৰীয়া শূলত দি একেবাৰেই শেষ কৰা হ'ব।”

প্ৰহৰীয়ে কীৰ্ত্তিচন্দ্ৰক লৈ গ'ল। বাঘৰে চাই থাকি বলিয়াৰ নিচিনাকৈ চিঞৰি উঠিল,—“আজি মোৰ জীৱনৰ উদ্দেশ্য সিদ্ধি হ'ল; প্ৰতিজ্ঞা পূৰ্ণ হ'ল; প্ৰতিশোধ সম্পূৰ্ণ হ'ল। হাঃ হাঃ হাঃ হাঃ!”

# ত্ৰয়োবিংশ অধ্যায়

## ভাগ্যফল

বঙ্গদেশৰ পৰা প্ৰতিক্ৰিয়াশীল লোকৰ আম-দানীৰ পৰাই অসমত ধৰ্ম্মযুদ্ধৰ সূচনা হৈ প্ৰজা-শক্তিৰ উত্থান হয়। তাৰ ফলতেই দলিত প্ৰপীড়িত মৰাণে ৰাজক্ষমতা লাভ কৰে। শক্তিপূজাৰ পৰি-ণতি-স্বৰূপেই মোগল-বিজয়ী আহোমৰ শক্তি চিৰ-কাললৈ হেৰাই যায়।

এতিয়া অসমৰ ৰাজসিংহাসনত মৰাণ ৰমাকান্ত। ৰাঘৱৰ কথামতে তেওঁৰ শাসন সুশৃঙ্খল নহৈ প্ৰতিশোধমূলক হ'ল; পুৰণি বিষয়া আৰু বামুণৰ ওপৰত অত্যাচাৰ আৰম্ভ হ'ল; আগৰ নিয়ম-প্ৰণালীৰ বিস্তৰ পৰিবৰ্ত্তন ঘটিল। আগৰ নিৰ্য্যাতিত মায়ামৰীয়া মহন্তই ৰাজগুৰু হৈ কেকোঁৰা দোলা লাভ কৰিলে।

আহোম ৰজাৰ মোহৰ সৌমাৰৰ আকৃতিৰে আঠচুকীয়া আছিল। এতিয়া ৰমাকান্তই ন চুকীয়া মোহৰ মৰালে।

ৰাজ্যৰ সকলো ব্যৱস্থা হৈ যোৱাৰ পাচত ৰমাকান্তই টাৰিমুৱাক মতাই আনিলে। যদিও পুৰণি বিষয়া সকলো খেদোৱা হৈছিল তথাপি টাৰিমুৱাৰ আগৰ বিষয়েই এতিয়াও থাকিল। টাৰিমুৱা ৰজাৰ ওচৰত উপস্থিত হ'ল। দুয়োৰে মনত পৰিল টাৰিমুৱাৰ ঘৰত দুয়োৰে প্ৰথম সাক্ষাতৰ কথা। আজি তাৰ বিপৰীত দৃশ্য। ৰজাক সম্ভ্ৰম দেখুৱাই টাৰিমুৱা থিয় হৈ ৰ'ল। ৰমাকান্তই ক'লে,—"ভৱাৰী বৰুৱা! আপোনাৰ বোধ কৰোঁ মনত আছে এসময়ত মই আপোনাৰ কন্যা লখিমীৰ প্ৰাৰ্থী আছিলোঁ। যি কাৰণতেই হওক, তেতিয়া সি হৈ নুঠিল। মই কিন্তু সেই সঙ্কল্প এতিয়াও এৰা নাই। তাক কাৰ্য্যত পৰিণত কৰাত আপোনাৰ কিবা আপত্তি আছে নে?"

টাৰিমুৱাই জানে তেওঁৰ আপত্তি থাকিলেও তেওঁ ৰজাৰ ইচ্ছাত বাধা দিব নোৱাৰে। তাৰ উপৰি এতিয়া আপত্তিৰো কোনো কাৰণ থাকিব নোৱাৰে, বৰং তেওঁৰ ছোৱালী ৰাজমহিষী হ'ব, ই তেওঁৰ পক্ষে সৌভাগ্যৰ হে কথা। তেওঁ জনালে যে তেওঁৰ কোনো আপত্তি নাই।

তেতিয়া বিয়াৰ আয়োজন ধুমধাম চলিল। নতুন ৰজাৰ বিয়া, সকলো আনন্দত উৰুলীকৃত। বিপুল আয়োজন আৰু সমাৰোহৰ মাজত ৰমাকান্ত আৰু লখিমীৰ শুভ বিবাহ সম্পন্ন হ'ল। আমোদ উৎসৱ ভোজ-ভাত বহুত দিনলৈকে চলিল।

ৰমাকান্ত আৰু লখিমীৰ বহুতদিনীয়া আশা পূৰ হ'ল; জ্যোতিষীৰ ভৱিষ্যৎবাণীও সফল হ'ল।

বিয়াৰ কিছুদিনৰ পাচত এদিন ৰমাকান্তই ধেমালি কৰি লখিমীক সুধিলে,—"সেই নৈ ঘাটৰ কথা মনত আছে নে?"

লখিমী : আছে।

ৰমা : আজি মই ৰজা নোহোৱা হ'লে সকলো মিছা হ'লহেতেন; তুমি কাৰবাৰ ভাগ্যলক্ষ্মী হ'লাহেতেন।

লখিমী : ইয়াত হেতেন নাই। আপোনাৰ লগত মোৰ মিলন বিধাতাৰ লিখন। মোক কুঁৱৰী কৰিব লাগিব বুলিয়েই কিজানি আপুনি ৰাজপাট লাভ কৰিলে।

ৰমা : তোমাৰ কথাই সঁচা। তোমাৰ ভাগ্যৰ বলতেই তুমি ৰাজকুঁৱৰী আৰু তোমাৰ উপযুক্ত হ'বৰ নিমিত্তেই তোমাৰ ভাগ্যই মোক সিংহাসনত বহুৱাইছে।

লখিমী : ইস্! কথা কয়!

ৰমাকান্তই একো নকৈ লখিমীক বুকলৈ টানি ল'লে।

সমাপ্ত

# অৰ্পণ

লেখকৰ সাহিত্য-চৰ্চ্চাৰ প্ৰথম লগৰীয়া,

অগ্ৰজতুল্য নীৰব সাহিত্যিক

**শ্ৰীযুত বেণুধৰ দাসৰ হাতত**

**পৰিচয়**

**অৰ্পণ কৰিলোঁ।**

তেজপুৰ | স্নেহাকাঙ্ক্ষী
১° পুহ, ১৮৬৯ শক | গ্ৰন্থকাৰ

# পাতনি

অলপ দিনৰ আগতে পুৰণি কাকত-পত্ৰ বিচাৰোঁতে তাৰ মাজতে এই উপন্যাসখনি পোৱা গ'ল। ইয়াক লিখা হৈছিল ১৯০৭ চনতে,—লেখকৰ প্ৰথম উপন্যাস "ফুলৰ" প্ৰায় লগে লগেই। তেতিয়া ইয়াৰ নাম আছিল "পদ্মাৱতী"। "ফুল" ওলোৱাৰ পাচত ইয়াক ছপাবলৈকো কেইজনমান প্ৰকাশক আগ বাঢ়িছিল, কিন্তু চৰ্ত্ত মনোমত নোহোৱাত কাকো দিয়া নহ'ল। তেতিয়াৰে পৰা ই পৰিয়েই থাকিল ; আন কি, আছে নে হেৰাল তাকো ক'ব পৰা নাছিলোঁ। এতিয়া হঠাৎ পায় পঢ়ি চালোঁ। আৰু প্ৰকাশ কৰা উচিত বুলি ভাবিলোঁ। কোৱা বাহুল্য যে ছকুৰি বছৰৰ পাচত উলিয়াব লগা হোৱাত কিতাপখনৰ আগৰ পৰা গুৰিলৈকে হাত ফুৰাই দিব লগা হৈছে আৰু নামটোও সলোৱা হৈছে।

আৰু এটা কথা। ১৯০৭ চনত দেশ-কালৰ যেনে অৱস্থা আছিল আজি তেনে হৈ থকা নাই। সেই কাৰণে পাঠকসকলে ছকুৰি বছৰৰ আগৰ অৱস্থালৈ দৃষ্টি ৰাখি যেন ইয়াক পঢ়ে এয়ে লেখকৰ অনুৰোধ। ইতি

তেজপুৰ
১০ পুহ, ১৮৬৯ শক

বিনীত
গ্ৰন্থকাৰ

# পৰিচয়

## প্ৰথম অধ্যায়

### অপৰিচিতা

গোলক আৰু মহীধৰ দুয়ো প্ৰায় সমান বয়-সীয়া। দুয়োৰে ঘৰ একে গাৱঁতে, তেজপুৰ নগৰৰ পৰা প্ৰায় তিনি মাইল দূৰৈত। সৰুৰে পৰা দুয়ো একে লগে উমলিছিল, একেলগে পঢ়িছিল আৰু একে লগে ফুৰিছিল। এনেকৈয়ে দুয়োৰে মাজত এনে বন্ধুতা জন্মিল যে এজনে আনজনক এৰি থাকিবলৈ টান পোৱা হ'ল। তেওঁলোকৰ মাজত পাৰ্থক্য ইমানেই যে মহীধৰে শাৰীৰিক পৰিশ্ৰমলৈ ভয় নকৰিছিল, কিন্তু গোলক কিছু পৰিমাণে আল-সুৱা আছিল।

স্কুলত দুয়ো ভাল ল'ৰা বুলি সুখ্যাতি লাভ কৰিছিল। অকল পঢ়া-শুনাতেই নহয়, বাহিৰা কামতো দুয়ো আগৰণুৱা আছিল; শিক্ষকসকলেও মৰম কৰিছিল। এনেকৈয়ে দুয়ো একেলগে পঢ়ি ১৯০২ চনত প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষা পাছ কৰে।

গোলকৰ দেউতাক গোপাল হাজৰিকা ধনী মানুহ, মৌজাদাৰ; খাও-পামো বহুত। বিদ্যালয়ত উচ্চ শিক্ষা নাপালেও মানুহজন জ্ঞানী, সৰ্ব্বসাধাৰণৰ লগত তেওঁৰ ব্যৱহাৰ অমায়িক। তেওঁৰ সন্তান তিনটা, প্ৰথম সন্তানেই গোলক। দ্বিতীয় সন্তান আছিল কন্যা; তেওঁৰ বিয়া হৈ গৈছে। তৃতীয় সন্তান ললিত এতিয়া স্কুলৰ ছাত্ৰ।

মহীধৰ পিতাকৰ একমাত্ৰ পুত্ৰ। পিতাকে খেতি-বাতি কৰি কোনোমতে পেটে-ভাতে খাইছিল আৰু ল'ৰাটোকো পঢ়াইছিল। মহীধৰে প্ৰবেশিকা পাছ কৰা বছৰেই তেওঁৰ লোকান্তৰ ঘটে। তেওঁৰ ছোৱালী দুজনী, দুয়ো মহীধৰতকৈ সৰু। জীৱিত কালতে তেওঁ ডাঙৰ জনীক বিয়া দি যায়।

প্ৰবেশিকাত উত্তীৰ্ণ হৈ মহীধৰে দেখিলে তেওঁৰ আৰু পঢ়িবৰ উপায় নাই। পিতাক ঢুকোৱাত ঘৰৰ বোজাও তেওঁৰ মূৰতে পৰিল; সৰু ভনীয়েকজনীকো বিয়া নিদিলে নহয়। ইফালে পিতাকে কোনো পুঁজি থৈ যাব পৰা নাছিল। সাত পাঁচ ভাবি তেওঁ কাছাৰীত চাৰে সোতৰ টকা দৰমহাত এপ্ৰেণ্টিচ সোমাল। এতিয়া ডেৰ কুৰি টকাত এটা চাৰেক কাম পাইছে। কাছাৰীৰ আমোলা হলেও তেওঁ ঘৰত নানা বিষয়ৰ পুথি পঢ়ে আৰু তেনেকৈয়ে প্ৰায় সকলো বিষয়ৰে অলপ নহয় অলপ খবৰ ৰাখে। চাকৰিত সোমোৱাৰে পৰা কেইবা ঠাইৰ পৰাও তেওঁৰ বিবাহৰ প্ৰস্তাৱ আহিছিল, কিন্তু তেওঁ নিজৰ অৱস্থা টনকিয়াল কৰি ল'ব নোৱৰালৈকে আৰু ভনীয়েকক বিয়া নিদিয়ালৈকে তেনে প্ৰস্তাৱৰ বিষয়ে ভাবিব নোৱাৰে বুলি জনালে। কিছু দিনৰ আগতে

ভনীয়েকৰ বিয়া হৈ গৈছে, কিন্তু তেওঁৰ অৱস্থাৰ বিশেষ উন্নতি হোৱা নাই।

এণ্ট্ৰেন্স পাছ কৰি গোলক কলিকতাত পঢ়িবলৈ যায় আৰু যথাসময়ত এফ, এ, আৰু বি, এ, পাছ কৰে। বি, এ, পাছ কৰাৰ পাচতেই তেওঁ চব ডেপুটি কলেক্টৰৰ চাকৰি পোৱাৰ আশা আছিল, কিন্তু তেওঁ চাকৰি কৰিবৰ ইচ্ছা নকৰি ল পঢ়িবলৈ হে মন মেলিলে। এতিয়া ল পঢ়াও শেষ হৈছে, মাত্ৰ শেষ পৰীক্ষা দিবলৈ বাকী।

কলিকতাত থকা কালত এৰাএৰি হলেও ঘৰলৈ আহিলেই গোলকে মহীধৰক বিচাৰে আৰু বন্ধৰ দিন কেইটা লৰাকালিৰ দৰেই একেলগে কটায়। দুয়োৰে ভিতৰত নানা বিষয়ৰ আলোচনা হয়। গোলকে আচৰিত মানে যে কলেজৰ শিক্ষাৰ বাহিৰে অন্যান্য বিষয়ৰ জ্ঞান তেওঁতকৈ মহীধৰৰ বেছি।

বহাগৰ পাঁচ তাৰিখৰ দিনা আবেলি দুয়ো সাজ-পাৰ পিন্ধি ওলাল। দুয়োৰে হাতত কাকতেৰে মেৰিওৱা একোটা টোপোলা। তেওঁলোক ওলাইছে তেওঁলোকৰ পুৰণি সহপাঠী আৰু বৰ্ত্তমান মৌজাদাৰ হৰকান্তৰ ঘৰলৈ। আজি হৰকান্তৰ ভনীয়েকৰ বিয়া। বিয়াৰ আয়োজন বোলে বৰ ডাঙৰ। নগৰৰে পৰা আৰম্ভ কৰি দহ বাৰখন গাওঁৰ মানুহ নিমন্ত্ৰণ কৰিছে। তেওঁলোকো নিমন্ত্ৰিত হৈছিল।

তেওঁলোকৰ ঘৰৰ পৰা হৰকান্তৰ ঘৰলৈ প্ৰায় আঢ়ৈ মাইল বাট। নগৰৰ পৰা তেওঁলোকৰ ঘৰৰ ওচৰেদি যোৱা আলিটোৱেই হৰকান্তৰ ঘৰৰ কাষেদি গৈছে। দুয়ো খোজ কাঢ়ি গৈছিল।

তেতিয়াও সাত বিহু পাৰ হোৱা নাই। আলিৰ দাঁতিৰ পথাৰবোৰত গৰু-ম'হ মুকলি মুৰেৰে চৰি ফুৰিছে, লগত কোনো ৰখীয়া নাই। কোনো কোনো ঠাইত লৰা-ডেকা লগ লাগি ঢোপ খেলিছে আৰু বুঢ়া-মেঠাই বহি চাইছে। নিলগৰ বিহুতলীৰ পৰা ঢোল-পেঁপা-টকাৰ মাত বনগীতৰ সুৰেৰে সৈতে আহি তেওঁলোকৰ কাণত পৰিছে। যাওঁতে যাওঁতে গোলকে ক'লে—"বহাগ-বিহুতকৈ আনন্দৰ পৰ্ব্ব আৰু একো হ'ব নোৱাৰে। আন উৎসৱত কিছুমান মানুহেহে যোগ দিয়ে, কিন্তু ইয়াত যোগ নিদিয়া কোনো নাই।"

মহীধৰ : সময়টোৱেই হৈছে আমোদৰ, খেল-ধেমালিৰ। চোৰাঁচোন প্ৰকৃতি নিজে কেনে উৎসৱত মতলীয়া। গছে গছে ৰঙচুৱা কুঁহিপাত, ৰমক জমক ফুল, চৰাইৰ ঐক্যতান, জাৰ-জহৰ সমতা। ইফালে গোটেই বছৰৰ পৰিশ্ৰমৰ পাচত মানুহবো অলপ আজৰিৰ সময়। এনে দিনত যাৰ মনত আনন্দ নোপজে তাৰ জীৱনী শক্তিয়েই নাই।

গোলক : সেইটো হ'লেও অতিপাত হোৱা ভাল নহয়। এই যে অশ্লীল বিহুনামবোৰ গায়, ই নিশ্চয় কুৎসিত প্ৰথা। আকৌ বিহু-তলীৰ পৰা ছোৱালী চুৰ কৰাৰ কথাও শুনা যায়।

মহীধৰ : বিহুনামৰ অশ্লীলতাত আমি নাক কোঁচাব পাৰোঁ, কিয়নো সি সৰল চহাৰ সৰল মনৰ সৰল কথা, তাত আঁৰ-বেৰ নাই। কিন্তু সভ্যতাৰ গৌৰৱ কৰাসকলে কি কৰিছে! তেওঁলোকে সেই একে অশ্লীল কথাকে অলপ সাজ-পাৰ পিন্ধাই সভ্য কৰি উলিয়াইছে আৰু কোনো সঙ্কোচ নকৰাকৈ সমাজৰ মাজতে গোৱাৰ দিহা

কৰিছে। আন নালাগে কালিদাসৰ কবিতাৰ কোনো অংশ নাইবা গীতগোবিন্দৰ কোনো গীত চহা মাত কথাত অনুবাদ কৰিলে এই বিহু গীতকেই পোৱা যাব। তই দেখিছ ৰাধাহৰণৰ নিচিনা পুথি কোনো সঙ্কোচ, নোহোৱাকৈ যেয়ে সেয়ে পঢ়িব পাৰে, অথচ তাৰ কথা আৰু বৰ্ণনা এই বিহুগীততকৈও তলৰ খাপৰ। মুঠতে বিহুনামেই বোলা বা অশ্লীল গীতেই বোলা সমাজৰ সকলো স্তৰতে আছে! প্ৰভেদ মাথোন ইমানেই যে চহা মানুহৰ দৈহিক নগ্নতাৰ দৰেই ভাব আৰু কথা-বতৰাও নাঙঠা, ওপৰখাপৰ মানুহৰ দেহৰ দৰেই কথা-বতৰাটো সাজ-পাৰ। আকৌ যেনেকৈ বিহুতলীৰ পৰা মনে মনে মিলা ছোৱালী কোনোবাই নিব পাৰে, ঠিক তেনেকৈয়ে থিয়েটাৰ ঘৰৰ পৰাও নিনিয়াকৈ নাথাকে।

গোলক আৰু মহীধৰ কথা পাতি পাতি আগ বাঢ়ি গৈ আছে, বিয়াৰ ঘৰলৈ আৰু এমাইলমান হে বাকী। এনেতে তেওঁলোকে দেখিলে সম্মুখত এখন গাড়ী। গাড়ীখনৰ ওপৰত চৈ আৰু আগে পিচে আঁৰ-কাপোৰ। কোনোবা ভাল মানুহৰ তিৰুতা বিয়ালৈ আহিছে বুলি তেওঁলোকে অনুমান কৰিলে।

তেওঁলোক গাড়ীখনৰ ওচৰ পাওঁ পাওঁ হৈছে, এনেতে সম্মুখৰ ফালৰ পৰা এজাক ম'হ আহিল। ম'হজাক গাড়ীৰ কাষে দি যাওঁতে আগত অহা ডাঙৰ ম'হটোৱে শিং জোকাবিলে। গৰুহালে ভয় খাই এফলীয়া হৈ লৰ মাৰিলে।

আলিটোৰ দুয়োকাষে অলপ দ পথাৰ! আলিখাৰৈটোহে কিছু বেছি দ; বহলো চাৰি পাঁচ হাতমান। বিহুৰ সময়ত হোৱা বৰষুণৰ পানী তাত ডোঙা বান্ধি আছে। গৰুহাল এফলীয়া হৈ লৰ মাৰোঁতে গাড়ীৰ চকা এটা খাৰৈত পৰিল আৰু গাড়ী চিৎ খাই গ'ল। গাড়োৱানটো জাঁপ মাৰি পৰিল। পিচ ফালে এজনী ভাল সাজপাৰ পিন্ধা গাভৰু ছোৱালী আৰু এজনী বান্দী সৰি পৰিল। পিচে পিচে এটা চুটকেচ। এগৰাকী মহিলা পৰোঁ পৰোঁ হৈ চৈত ধৰি ওলমি ৰ'ল। মহীধৰে বান্দীজনীক তুলিবলৈ যাওঁতেই তাই নিজে উঠিল। বান্দীজনী পাৰৰ ফালে পৰিছিল আৰু কিছু দুখো পাইছিল। গাভৰুগৰাকী একেবাৰেই পানীত পৰি গৈছিল আৰু কাপোৰকানিবোৰো আভজা হৈ পৰিছিল। গোলকে একেলৰে গৈ তেওঁক দাঙি ধৰিলে। ওলমি থকা মহিলাগৰাকী নিজে নামিল, তেওঁ কাৰো সাহায্য নল'লে।

এক মুহূৰ্ত্তৰ ভিতৰতে এইখিনি কাম হ'ল। গাভৰু গৰাকীয়ে বেছি দুখ পোৱা নাছিল, কাপোৰকানিহে লেতেৰা হৈছিল। গোলকে সুধিলে,—"দুখ পালা?"

গাভৰুৱে এবাৰ গোলকৰ মুখলৈ চাই মূৰটো জোকাৰি আকৌ তলমূৰ কৰিলে।

মহিলাগৰাকীয়ে বোধ কৰোঁ এনে অযাচিত সাহায্য ভাল পোৱা নাছিল। তেওঁ এবাৰ গোলকলৈ চাই লাহেকৈ ক'লে,—"এওঁলোক নিজেই উঠিব পাৰিলেহেতেন, গাড়ীখন তোলাহে টান হ'ব"

গোলক গাভৰুৰ ৰূপত মুগ্ধ হৈ ৰ লাগি চাই আছিল। মহীধৰে টানি লৈ গ'ল। গাড়োৱানটোৱেও কিছু দুখ পাইছিল, কিন্তু সাংঘাতিক একো হোৱা নাছিল। এতিয়া তিনিওজনে ধৰি গাড়ীখন পাৰলৈ তুলিলে। সকলোটি আলিলৈ উঠিল।

মহীধৰে সুধিলে,—"আপোনালোক ক'ৰ পৰা আহিছিল?"

বান্দীয়ে ক'ব খোজোঁতেই মহিলাগৰাকীয়ে বাধা দি ক'লে,—"আমি মৌজাদাৰৰ ঘৰৰ বিয়ালৈ আহিছিলোঁ।"

মহিলাগৰাকীৰ উচপিচনি লাগিল। তেওঁ লাহেকৈ ক'লে,—"এওঁ কাপোৰ সলাব লাগে। আপোনা-লোকক ধন্যবাদ।"

গোলকে ক'লে,—"সলাবলৈ কাপোৰ আছে জানো? লাগিলে আমি দিব পাৰোঁ। আমাৰ হাতত ভাল পাটৰ কাপোৰ আছে।"

মহিলাগৰাকীয়ে ক'লে,—"আমাৰ কাপোৰ আছে। এতিয়া নমস্কাৰ।"

গোলকে আৰু কিবা সুধিব খুজিছিল কিন্তু মহীধৰে হাতত ধৰি টানি লৈ গ'ল।

# দ্বিতীয় অধ্যায়

## কল্পনাৰ ছবি

গোলক আৰু মহীধৰৰ বিয়া খোৱা নহ'ল। গোলকৰ কাপোৰ-কানি লেতেৰা হোৱাৰ কাৰণে আৰু আগ নাবাঢ়ি দুয়ো উলটি খোজ ল'লে। অলপ বাট অহাৰ পাচত মহীধৰে ক'লে—"তই এটা গাধ।"

গোলক : কিয়? কি হ'ল?

মহী : গাভৰু-গৰাকী উঠিবলৈ অক্ষম হোৱা নাছিল; তোৰ লগত পৰিচয়ো নাছিল; তাতে কাপোৰ-কানিও ভালভাবে থকা নাছিল। এনে স্থলত তই ঘপ কৰে ধৰিবলৈগৈ কিয়? ডেকা বয়সৰ ভাল মানুহৰ আগত এনেকৈ অপদস্থ হবলৈ কোনো গাভৰু বা মহিলাই ভাল নাপায়।

গোলক : মই সিমানবোৰ ভাবিবলৈ নহ'ল। সাহায্য কৰা উচিত বুলি ভাবিয়েই তেনে কৰিছিলোঁ।

মহী : নিজে উঠিব পাৰেনে নোৱাৰে সেইটো চাব লাগিছিল, বিশেষ প্ৰয়োজন নাথা-কিলে লোকৰ গাভৰু ছোৱালীৰ গাত ঘপ কৰে হাত দিয়া শিষ্টাচাৰ নহয়।

গোলক : তেওঁলোকে তেন্তে সাহায্য কৰাত বেয়া হে পালে?

মহী : মোৰ তেনেকুৱাই ধাৰণা। মহিলা-গৰাকীৰ কথাৰ পৰাও তাকেই বুজা যায়।

গোলক : তেওঁ বাৰু পৰিচয় দিব নুখুজিলে কিয়?

মহী : তাকো তই নুবুজিলি নে? তেওঁ কোনোবা ভাল মানুহৰ ঘৰৰ বোৱাৰী; ঘটনাটোত বৰ লাজ পাইছে। সেই দেখি তাক সদৰী কৰিব নোখোজে। মোৰ বিশ্বাস ঘটনাটো কোনেও নেদেখা হলেহে ভাল পালেহেতেন।

গোলক : ঠিক তোৰ কথাই সঁচা। সেই কাৰণেই বোধ কৰো তেওঁ আমাক আঁতৰ হবলৈ ইঙ্গিত দিছিল।

মহী : আমি তাৰ আগতে আঁতৰা উচিত আছিল, কিন্তু তই ছোৱালীজনীলৈ চাই ভেলেকা লাগিলি। সেই হে তেওঁ মনত পেলাই দিব লগাত পৰিল।

গোলক : ছোৱালীজনী বৰ সুন্দৰী, অথচ গহীন।

মোৰ মনত তেওঁৰ এটা ছাপ বহি গ'ল; ঠিক যেন মোৰেই কল্পনা ৰাজ্যৰ ছবি বাস্তৱত পৰিণত হৈ দেখা দিলে।

মহী : তই বৰ ভাবপ্ৰৱণ, গাভৰুৰ পৰশত তোৰ মস্তিষ্ক বিকৃত হৈ গৈছে। তই তেনেকৈ ভবাই অনুচিত। আজি বাদে কালিলৈ তোৰ বিয়া। তই এতিয়া বাটত দেখা পোৱা গাভৰু এজনীৰ প্ৰতি এনেকৈ আকৃষ্ট হ'লে তোক বলিয়াৰ বাহিৰে আৰু কি বোলা যাব?

গোলক : যিহকে বোল লাগিলে, মই সেই ছাপ মচিব নোৱাৰোঁ। তেওঁৰ পৰিচয় পাবলৈ মোৰ মন আকুল হৈ উঠিছে।

মহী : বাৰু পৰিচয় পালি, তেতিয়া কি কৰিবি? হয়তো তেওঁৰ বিয়াৰ বন্দবস্ত হৈ আছে; হয়তো তোৰ লগত মিলনত সামাজিক বাধা আছে। তেতিয়া?

গোলক : মোৰ মনে কৈছে বাধা নাই। যদিও তেওঁক মই আজিয়েই প্ৰথম দেখিছোঁ তথাপি মোৰ মনত এনেহে লাগিছে যেন তেওঁ মোৰ বহু কালৰ চিনাকী। তেওঁ যেন মোৰেই।

মহী : সেইটো তোৰ অসংযত কামনাৰ অভি-ব্যক্তি মাথোন।

গোলক : নহয়! "সতাং হি সন্দেহপদেষু বস্তুষু প্ৰমাণ মন্তঃকৰণ-প্ৰবৃত্তয়ঃ।" সন্দেহজনক বিষয়ত সজলোকৰ মনৰ ভাবটোৱেই সত্য।

মহী : বেচ, বেচ! এইবাৰ দুষ্যন্তই হ'লি! কিন্তু প্ৰথম দৰ্শনত ওপজা দুষ্যন্ত-শকুন্তলাৰ প্ৰেমৰ পৰিণতি কেনে হৈছিল তাকো মনত ৰাখিবি।

গোলক : কেনে হৈছিল! পাতনিতে বেয়া হ'লেও পিচত ভাল হৈছিল।

মহী : সি যিয়েই নহওক, সেই বিষয়ে তোৰ ভাবিবৰ প্ৰয়োজন নাই। এতিয়া ঘৰৰ লৰা ঘৰলৈ ব'ল। আজি বহাগৰ পাঁচ দিন, উনত্ৰিশ তাৰিখে তোৰ বিয়া। বিয়াখন হৈ গ'লেই লেঠা মৰিল। তেতিয়া আৰু লোকৰ চৈ দিয়া গাড়ীৰ ভিতৰত শকুন্তলাক বিচাৰিব নালাগিব; চকুৰ আগতে পাবি।

গোলক : মই এতিয়া বিয়া নকৰাওঁ। পৰীক্ষাৰ আগতে বিয়া পাতিব নালাগে বুলি মই আগেয়ে কৈছিলোঁ। এতিয়াও বিয়াৰ দিন একেবাৰেই খাটাং হোৱা নাই।

মহী : তাৰ পৰা লাভ একো নহয়। বন্দবস্ত হৈ আছে যেতিয়া পৰীক্ষাৰ আগতেই হওক বা পিচতেই হওক তই তাতে বিয়া কৰাবলৈ বাধ্য। আজি দেখা ছোৱালীজনীৰ লগত মিলনৰ আন বাধা নাথাকিলেও এই বাধা তই গুচাব নোৱাৰ।

গোলক : ক্ষন্তেকৰ ভোজ খাওঁতা নাই। পিচত যি হয় হ'ব, সম্প্ৰতি বিয়াখন বন্ধ কৰ। পৰীক্ষালৈ মাজত মাথোন দুমাহ আছে, এইটো কাৰণকে আগেয়েও দেখু-ওৱা হৈছে, এতিয়াও দেখুৱাবি।

এনেকৈয়ে কথা পাতি পাতি দুয়ো ঘৰৰ ওচৰ পালেহি আৰু এৰাএৰি হৈ নিজ নিজ ঘৰলৈ গ'ল।

# তৃতীয় অধ্যায়

## বিয়াৰ দিন

ছবছৰমান আগতে ৰাধাকান্ত বৰুৱা চব ডেপুটি কালেক্টৰ তেজপুৰলৈ বদলি হৈ আহে। তেওঁৰ ঘৰ যোৰহাটৰ ফালে। তেওঁৰ পৰিয়ালত ছজন মানুহ,—তেওঁৰ মাক, ভনীয়েক, ঘৈণীয়েক আৰু দুটা লৰা-ছোৱালী। লৰাটো এবছৰীয়া, ছোৱালীজনী চাৰি বছৰীয়া। ইয়াৰ বাহিৰে চাকৰ আৰু এজনী চাকৰণী একেৰাহে আছে।

ভনীয়েকৰ বিয়াৰ বয়স হৈছে। ছোৱালীজনী ৰূপে গুণে চকুত লগা; নাম পদ্মা। এজন ভাল দৰা পাবলৈ ৰাধাকান্তই চেষ্টা কৰিবলৈ ধৰিলে। গোপাল মৌজাদাৰক তেওঁ ভালকৈ জানিছিল; তেওঁলোকৰ সকলো আঁতি-গুৰি লৈ গোলককেই তেওঁ উপযুক্ত বিবেচনা কৰিলে আৰু মৌজাদাৰৰ ওচৰত তেওঁৰ ইচ্ছা প্ৰকাশ কৰিলে। সেইমতেই গোলকৰ মাকে ছোৱালী চালে, দেউতাকেও আঁতি-গুৰি, স্বভাৱ চৰিত্ৰৰ সম্ভেদ ল'লে। সকলো মনোমত হোৱাত গোপালে এজন জ্যোতিষীক মাতি ৰাহি-জোৰা চোৱালে। গণনাত ভালকে পালে। তেতিয়া গোপালে ৰাধাকান্তৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে আৰু তেওঁৰ সিদ্ধান্তৰ কথা কলিকতাত থকা গোলকক জনালে। গোলক সদায় পিতাকৰ বাধ্য, তাতে পিতাকৰ বিচাৰ-বুদ্ধিৰ ওপৰত তেওঁৰ উচ্চ ধাৰণা আছিল; সেই কাৰণে কোনো আপত্তি নুতুলিলে।

বিহুৰ আগতে গোলক কলিকতাৰ পৰা আহি পোৱাৰ কথা। সেই কাৰণে বহাগতে বিয়াখন পাতিব লাগিব বুলি দুয়ো পক্ষই সিদ্ধান্ত কৰিলে। ইয়াৰ ভিতৰতে যোৱা ফাগুনত হঠাৎ ৰাধাকান্ত বদলি হ'ল, তেওঁ নগাওঁলৈ যাব লগাত পৰিল। তেওঁ ভাবিলে নগাওঁত নতুনকৈ থান-থিত লৈ বিয়াৰ আয়োজন কৰাত কিছু অসুবিধা ঘটিব পাৰে। তেতিয়া হয় দৰাঘৰীয়াক নগাওঁলৈ নিব লাগিব, নহয় তেওঁেই তেজপুৰলৈ আহিব লাগিব। তাৰ পৰা কিছুমান আহুকাল বঢ়াই লোৱা হ'ব মাথোন। সাত-পাঁচ গুণি ৰান্ধনি এটা মাথোন লগত লৈ তেওঁ নগাওঁলৈ গ'ল। বাকী সকলোকে বিয়াখন হৈ নোযোৱালৈকে তেজপুৰতে ৰখাৰ দিহা কৰিলে।

বিয়াৰ দিন ঠিক হৈছিল উনত্ৰিশ বহাগত। গোলকে তাত আপত্তি কৰিছিল আৰু পৰীক্ষাৰ পিচলৈ নিবলৈ কৈছিল। কিন্তু গোপালে তেওঁৰ পূৰ্ব্বৰ সিদ্ধান্ত সলাব নুখুজিলে।

এতিয়া গোলকৰ অনুৰোধত মহীধৰে গোপালৰ ওচৰত পুনৰ সেই কথা তুলিলে। গোপালে ক'লে —"কথাটো ভাল নহ'ব নহয়। বিয়াখন সোনকালে হ'ব বুলিয়েই তেওঁ গোটেইটো পৰিয়াল ইয়াতে ৰাখিছে আৰু দুখন ঘৰৰ নিমিত্তে খৰচ কৰিব লগা হৈছে। বিয়া হোঁহকাবৰ হ'লে তেওঁ হয় তেওঁৰ পৰিবাৰ লৈ যাব লাগিব, নাইবা অনাহকতে দুখন ঘৰৰ খৰচ ভৰি থাকিব লাগিব। এইটো তেওঁৰ প্ৰতি অত্যাচাৰ নহব জানো?"

মহী : কিন্তু পৰীক্ষাৰ আগতে এনেবোৰ জঞ্জালত সোমাব লাগিলে পৰীক্ষাৰ ফল বেয়া হব বুলি গোলকে ভয় কৰিছে।

গোপাল : বিয়াৰ বিষয়ে সি ভাবিবলৈ একো নাই। সি এতিয়াৰ দৰেই পঢ়া-শুনা কৰি থকাত বাধা কি! বৰ বেছি হয় যদি এসপ্তাহ পঢ়া ক্ষতি হব; তাৰ পৰা

একো নহয়। মই কথা লবাব নোৱাৰোঁ।

এনেতে পিয়নে চিঠি-পত্ৰ দি গ'ল। তাৰে এখন ৰাধাকান্তৰ পৰা আহিছে। তেওঁ সেইখনকে প্ৰথমেই পঢ়িলে।

শ্ৰদ্ধাস্পদেষু,

আপোনাৰ চিঠি পাইছোঁ। উনত্ৰিশ বহাগতে বিয়াখন পাতিম বুলি একপ্ৰকাৰ আয়োজনো কৰিছিলোঁ। ছুটীৰ দৰ্খাস্তও দিলোঁ। কিন্তু তাৰ উত্তৰ পোৱাৰ আগতে ভিতৰুৱাভাবে জানিব পাৰিলোঁ মোক অস্থায়ীভাবে একষ্ট্ৰা এচিষ্টেণ্ট কমিশ্যনাৰৰ পদত গুৱাহাটীলৈ নিয়াৰ কথা হৈছে আৰু অলপ দিনৰ পিচত স্থায়ী হোৱাৰ আশাও আছে। এতিয়া যদি মই ছুটীত থাকোঁ তেন্তে আন কাৰবাক সেই পদত ল'ব পাৰে। সেই কাৰণে আপোনাৰ আপত্তি নাথাকিলে মই ছুটীৰ দৰ্খাস্তখন উঠাই ল'ব খোজোঁ। বিয়াখন পৰীক্ষাৰ পিচত হ'লেহে লৰাই ভাল পায় বুলি আপুনি আগতে লিখিছিল, কিন্তু মোৰ অসুবিধালৈ চাই আপুনি তাত মত দিয়া নাছিল। এতিয়া যদি লৰাৰ মততেই মত দিয়া যায়, তেনেহলেই বোধ কৰোঁ দুয়ো পক্ষৰে ভাল হয়। সেই বিষয়ে মই আপোনাৰ উপদেশ বিচাৰোঁ। আপুনি যি সিদ্ধান্ত কৰে সেইমতেই কাম কৰিবলৈ মই সাজু।

মাজত বেছি দিন নাই। চিঠি পোৱা মাত্ৰেই যেন উত্তৰ দিয়ে। সকলোলৈকে বিহু-সম্ভাষণ জনালোঁ।

আপোনাৰ
ৰাধা

চিঠিখন পঢ়ি গোপালে মহীধৰক দেখুৱালে। মহীধৰে পঢ়ি চাই কলে,—"গোলকে যি বিচাৰিছিল সেয়ে। এতিয়া আৰু তেওঁলোকৰ আহুকালৰ বাবে আমাৰ কোনো দায়িত্ব নাথাকে, অথচ গোলকৰ মনতো ভাল লাগিব।"

গোপালে অলপ ভাবি ক'লে,—এৰা সেয়েই ভাল। তেওঁক আহুকালত নেপেলাওঁ বুলিহে খৰখৰ কৰিছিলোঁ। এতিয়া সেওঁৰেই যেতিয়া অসুবিধা, যিদৰে সুবিধা হয় তাকে কৰক।"

সেইমতেই গোপালে তেতিয়াই এখন চিঠি লিখি ডাকত দিবলৈ পঠালে। বিয়া স্থগিত হ'ল।

# চতুৰ্থ অধ্যায়

## অনুসন্ধান

গাভৰুক লগ পোৱাৰে পৰা গোলকৰ মন অস্থিৰ। পৰীক্ষাৰ পঢ়া, বিয়াৰ ভাবনা আৰু সেই অচিন-চিনাকী গাভৰুৰ ছবি আটাইকেইটাই একেলগে তেওঁক ব্যাকুল কৰি তুলিলে। পৰীক্ষাৰ পঢ়া পঢ়ি থাকোঁতেই অজ্ঞাতসাৰে সেই দিনাৰ সকলো দৃশ্য তেওঁৰ চকুত পৰে। সেই চৰকাৰী আলি, সেই ম'হৰ জাক, সেই গাড়ী, সেই গাভৰু। অন্তৰৰ পৰা দুষ্মন্তৰ উক্তি ওলাই আহে—

"অনাঘ্ৰাতং পুষ্পং কিসলয়মলূনং কৰৰুহৈ-
ৰণাবিদ্ধং ৰত্নং মধু নৱমনাস্বাদিতৰসম্।
অখণ্ডং পুণ্যানাং ফলমিৱ চ তদ্ৰূপমনঘং
ন জানে ভোক্তাৰং কমিহোপস্থাস্যতি বিধিঃ॥

বিয়া সম্প্ৰতি স্থগিত হোৱাৰ বাতৰিত যদিও পিচদিনা তেওঁ অলপ সান্ত্বনা লাভ কৰিলে, তথাপি সেই গাভৰুৰ পৰিচয় বিচৰাৰ হেপাহ অলপো নকমিল। মহীধৰৰ তিৰস্কাৰেও তেওঁৰ মনৰ গতি লৰাব নোৱাৰিলে।

তৃতীয় দিনা গোলক আৰু মহীধৰ হৰকান্তৰ ঘৰলৈ গ'ল। তেওঁলোকক ৰীতিমতে অভ্যৰ্থনা কৰি হৰকান্তই ক'লে,—"তোমালোক বিয়ালৈ আহিবা বুলি বৰকৈ আশা কৰিছিলোঁ; নহাত বৰ বেজাৰ পালোঁ।"

তেওঁলোকে তেতিয়া কি কাৰণত বিয়ালৈ গৈও বাটৰপৰা উলটিব লগা হ'ল, তাক ভাঙি-পাতি ক'লে। হৰকান্তই সুধিলে,—"তেওঁলোক কোন ক'ৰ পাবা জানো?"

মহীধৰ : মুঠেই একো নাজানো। তেওঁলোকে আমাৰ লগত কথা পাতিবলৈ অনিচ্ছা দেখুওৱা দেখি আমি একো সুধিবলৈ নহ'ল। মাত্ৰ বিয়ালৈ অহাৰ কথাটো জানিব পাৰিলোঁ।

হৰকান্ত : তেতিয়া হ'লে ইয়াত তো কথাটো ওলাব লাগিছিল। কিন্তু ক'তা, এতিয়ালৈকে কোনেও তেনে ঘটনাৰ কথা কোৱা নাই।

গোলক : গাড়ীত কাৰ ঘৰৰ তিৰুতা আহিছিল, সেইটো জানিব পাৰিলেই পৰিচয় ওলাব।

হৰকান্ত : গাড়ী জানো এখন আহিছিল! তোমালোকে কোৱাৰ নিচিনা গাড়ী দহ-বাৰ খনৰ কম নহ'ব। কোন খনৰ তেনে দুৰ্ঘটনা ঘটিছিল তাক অনুমান কৰিবৰো উপায় নাই।

মহীধৰ : মহিলাগৰাকী বৰ গহীন; আত্মসন্মানৰ ভাব বৰ বেছি।

হৰকান্ত : সেইটো বুজাই যায়। যেই-সেই তিৰুতা হোৱা হ'লে সেই ঘটনাৰ কথাৰেই বিয়াঘৰ তাল-ফাল লগালেহেতেন। বাৰু ৰ'বাচোন ভিতৰত কোনোবাই কিবা জানে নে সুধি আহোঁ।

হৰকান্ত ভিতৰলৈ গ'ল আৰু তাত সুধি-পুচি ওলাই আহি ক'লে,—"নাই, কোনেও ঘুণাক্ষৰেও একো শুনা নাই।"

গোলক : বৰ আচৰিত! সাধাৰণতঃ দেখা যায় অতি সামান্য কথা এটাও তিৰুতাৰ মুখত পৰিলে বৰ ডাঙৰ হৈ পৰে। তেনেস্থলত এনে ভাবে মুখ জপাই থোৱা মহিলা কেইগৰাকীৰ ধৈৰ্য্য আৰু মনোবল নিশ্চয় অসাধাৰণ।

মহীধৰ : মই তেতিয়াই কৈছিলোঁ নহয় তেওঁ ঘটনাটোৰ কথা আনে জনা ভাল নাপায়। সেইকাৰণেই তেওঁলোকে আমি সাহায্য কৰাত ভাল পোৱা নাছিল আৰু পৰিচয় দিবলৈকো অনিচ্ছা প্ৰকাশ কৰিছিল। তেওঁলোকৰ আদেশমতেই বোধকৰোঁ চাকৰণী আৰু গাড়োৱানটোৱেও মুখ জপাই থৈছিল।

এনেতে চা-জলপান আহিল। গোলক আৰু মহীধৰে বিয়াৰ জলপান বুলিয়েই ভালকৈ পেট ভৰাই খালে। সেই দিনা ওলোটাই অনা উপহাৰৰ টোপোলা দুটা আজিও তেওঁলোকে লৈ গৈছিল; এতিয়া হৰকান্তৰ হাতত দি তেওঁলোক ঘৰলৈ উলটিল।

মুঠতে সেই গাড়ী আৰু তাৰ আৰোহিণীৰ সম্পৰ্কে তেওঁলোকে নতুন আলোক একো নেদেখিলে।

# পঞ্চম অধ্যায়

## পূর্ণিমা

দুৰ্গানাথ বৰুৱা এজন আবকাৰী বিভাগৰ কৰ্ম্মচাৰী আছিল; ঘৰ তেজপুৰতে। শিক্ষাত ইংৰাজী স্কুলৰ দ্বিতীয় শ্ৰেণীলৈকে পঢ়িছিল। তথাপি তেওঁ চাকৰিত উন্নতি কৰি সেই বিভাগৰে ইন্সপেক্টৰ হৈছিল; আন কি, অৱসৰ লোৱাৰ আগতে অস্থায়ীভাবে ছমাহমান চুপাৰিণ্টেণ্ডেণ্টো হৈছিল। অৱসৰ লোৱা এতিয়া প্ৰায় দুবছৰ হৈছে। এতিয়া তেওঁ অনৰেৰী মাজিষ্ট্ৰেট।

শুনা যায় তেওঁ বহুতো ধন ঘটিলে। নগৰৰ মাজ ঠাইতে তেওঁৰ দুখন ভাল ঘৰ আছে,—এখনত তেওঁ সপৰিবাৰে থাকে, আনখন ভাৰাত দিয়ে। বেঙ্কত বোলে বহুতো টকা জমা আছে। মানুহে কয় বোলে অনৰেৰী মাজিষ্ট্ৰেট হোৱাৰ পৰা তেওঁৰ পেন্সনৰ এটা টকাও খৰচ কৰিব নালাগে; উপকৰা উপাৰ্জ্জনেৰেই ঘৰ চলি যায়। যোৱা বছৰ ৰজাৰ জন্মদিন উপলক্ষে তেওঁ ৰায় চাহাব খিতাপ পাইছে।

এতিয়া তেওঁৰ পৰিয়ালৰ মানুহ হৈছে তেওঁ, তেওঁৰ গৃহিণী, দ্বিতীয়া কন্যা আৰু এটা ল'ৰা। ডাঙৰজনী ছোৱালীৰ বিয়া ছবছৰমান আগতে হৈ গৈছে। ল'ৰাটো পেটমোচা, এতিয়া ইংৰাজী স্কুলৰ প্ৰথম শ্ৰেণীত পঢ়ে। ছোৱালীজনীৰ নাম পূৰ্ণিমা। পূৰ্ণিমাক লিখা-পঢ়া শিকাবলৈ বৰুৱাৰ ইচ্ছা আছিল, কিন্তু অসমীয়া ছোৱালীৰ নিমিত্তে কোনো স্কুল নথকাত তেওঁৰ ইচ্ছা পূৰ নহ'ল। যিবা বঙলা স্কুলতে নাম লগাই দিছিল তাতো কিতাপৰ ভাষা আৰু শিক্ষয়িত্ৰীৰ মাত কথা বুবুজাত বেছি দিন পঢ়িব নোৱাৰিলে। ডাঙৰজনী ছোৱালীৰ বিয়াৰ পিচৰে পৰা তেওঁ পূৰ্ণিমাৰ বিয়াৰ নিমিত্তেও যত্নৰ ত্ৰুটি কৰা নাই, কিন্তু এতিয়াও বিয়াখন পাতিব পৰা নাই। ছোৱালীক বেছি উপযুক্ত কৰিবৰ মনেৰে তেওঁ আজি এবছৰমান দুজন শিক্ষক ধৰি দিছে। এজন লিখা-পঢ়া শিকাবলৈ, আন জন গান-বাজনাৰ শিক্ষা দিবলৈ। যোৱা বহাগতে গুৱাহাটীৰ এজন উকীলৰ লগত পূৰ্ণিমাৰ বিয়া হোৱাৰ কথা আছিল, কিন্তু কিবা কাৰণত নহ'ল।

এদিন আবেলি গোলক ডাকঘৰত চিঠি দিবলৈ গৈছিল। এনেতে কাছাৰীৰ পৰা দুৰ্গা বৰুৱাও সেই ফালেই আহিছিল। তেওঁ কিছু সময় গোলকলৈ চাই থাকি মাত লগালে,—"হেৰা বোপা, এইফালে আহাঁচোন।"

গোলক চাপি আহিল আৰু নমস্কাৰ জনালে।

দুৰ্গানাথে সুধিলে,—"তুমি আমাৰ গোপাল মৌজাদাৰৰ ল'ৰা নোহোৱা নে?"

গোলক : হওঁ।

দুৰ্গা : তোমাৰ নাম গোলক?

গোলক : হয়।

দুৰ্গা : তুমি এতিয়া ল পঢ়িছা?

গোলক : হয়। পঢ়া শেষেই হ'ল। এতিয়া "ফাইনেল" দিবলৈ হে বাকী।

দুৰ্গা : পৰীক্ষা কেতিয়া?

গোলক : সাত জুলাইৰ পৰা।

দুৰ্গা : কলিকতালৈ কেতিয়া যাবা?

গোলক : এমাহ মানৰ আগতে যাব লাগিব।

দুৰ্গা : এৰা, বেল এখন নোহোৱাত আমাৰ বৰ অসুবিধা। ইয়াৰ পৰা গোৱালন্দ পাৰলৈকে বোধ কৰোঁ এসপ্তাহমান লাগে।

গোলক : কেতিয়াবা বেছি দিনো লাগে। কেতিয়াবা জাহাজ বালিত লাগিলে দুদিন তিনিদিন একে ঠাইতে থাকিব লগা হয়।

দুৰ্গা : সেই দেখি হাতত কিছুদিন ৰাখি যোৱাই ভাল। পিচে ল টো পাছ কৰিবাই। এতিয়া চাকৰি কৰিবা নে উকীল হ'বা?

গোলক : চাকৰি কৰিবৰ মোৰ মন নাই।

দুৰ্গা : সেইটো ঠিক নহয়। দেখিছাই নহয় অসমত ইমানবোৰ ই, এ, চিৰ ভিতৰত অসমীয়া মুঠেই চাৰি নে পাঁচ জন। বাকী গোটেইবোৰ বঙালী। ইহঁতক লাহে লাহে খেদাব লাগে। তোমালোকৰ দৰে উপযুক্ত ডেকাই যদি চাকৰি নকৰে তেন্তে সিহঁতক একচেতীয়াকৈ এৰি দিযাহে হ'ব।

গোলক : হওঁ বুলিলেই জানো ই, এ, চি, হ'ব পাৰি!

দুৰ্গা : নোৱাৰিবৰ কোনো কাৰণ নাই। ইমানবোৰ ই, এ, চিৰ ভিতৰত গ্ৰেজুৱেট নো কেইটা আছে। কমিশ্যনাৰ চাহাবে মোক সদায় কৈয়েই আছে বোলে মোৰ জোঁৱাই বা ল'ৰা গ্ৰেজুৱেট হ'লেই তেওঁ ই, এ, চি কৰি দিব। পিচে মোৰ ল'ৰাই এতিয়াও এণ্ট্ৰেন্সকে পাছ কৰা নাই, সৰু ল'ৰা। ডাঙৰটো জোঁৱাই আকৌ গ্ৰেজুৱেট নহয়। এতিয়া ইজনী ছোৱালী গ্ৰেজুৱেটক দিব পাৰিলেই ই, এ, চি কৰি দিব পাৰোঁ। পিচে এটা কথা,— যেই সেই গ্ৰেজুৱেটকে জানো ছোৱালীজনী দিব পাৰি! গুৰি-গছ, অৱস্থা, আচাৰ-ব্যৱহাৰ সকলো মনোমত নহলে অকল গ্ৰেজুৱেট হ'লে কি হ'ব! এতিয়াই দুই-তিনিটা গ্ৰেজুৱেট লাগি আছে। পিচে এটাও মোৰ পছন্দ হোৱা নাই। কোনোটো দেখিবলৈকে আপচু, কোনোটোৰ গোড়া-গোষ্ঠী ভাল নহয়, কোনোটোৰ আকৌ কিবা কেলেঙ্কাৰী আছে। যেনে-তেনে ছোৱালী হোৱা হলেও এক কথা আছিল। পিচত মোৰ ছোৱালী নামত যেনে পূৰ্ণিমা গুণতো তেনে। লিখা-পঢ়া, গান-বাজনা আদিত তাইৰ লগত জোৰ দিব পৰা ছোৱালী আৰু এজনী নোলায়। অলপতে সৌ হৰকান্ত মৌজাদাৰৰ ঘৰৰ বিয়ালৈ গৈছিল। বহুতে ধৰিলত তাই এটা নে দুটা গান গালে। শুনি নশলগা মানুহ নাই।

এনেভাৱে জীয়েকৰ গুণ-যশস্যা বৰ্ণনা কৰাত যে বক্তাৰ কিবা এটা অভিপ্ৰায় আছে তাক গোলকে অনুমান কৰিলে। তেওঁ কি ক'ব, কি নক'ব একো ঠিক কৰিব নোৱাৰি ক'লে—"বিয়ালৈ জানো আপুনিও গৈছিল?

দুৰ্গা : যাবৰ কথা আছিল, পিচে যাব নোৱাৰিলোঁ।

গোলক : কিয়?

দুৰ্গা : ভাবিছিলোঁ বোলো ঘোঁৰাৰ গাড়ী এখন ভাৰা কৰি সপৰিবাৰে যাম। পিচে গাড়ী নাপালোঁ। এই নগৰত তেনে ঘোঁৰাৰ গাড়ী মুঠেই দুখন। তাৰে এখন চাকা ভাগি পৰি আছে, ইখন সেইদিনা পুৱাতে কোনোবাই দিনটোলৈ নিলে। এতিয়া নোযাৱাটোকে ঠিক

কৰিলোঁ। পিচে সৌ চিৰস্তাদাৰৰ পৰিবাৰে গৰুৰ গাড়ী এখন ভাৰা কৰি যাবলৈ ওলাল। তেওঁৰ চাকৰণী জনীৰ বাহিৰে আৰু লগ নাছিল; সেই দেখি পূৰ্ণিমাৰ মাকক লগ ধৰিলেহি। তেওঁ কিন্তু গৰুৰ গাড়ীত যাব খুখুজিলে। শেহত চিৰস্তাদাৰনীৰ অনুৰোধ এৰাব নোৱাৰি পূৰ্ণিমাকে যাবলৈ দিলে।"

কথা কোৱাৰ লগে লগে ৰায় চাহাব গৈ আছিল। গোলকো বাধ্য হৈ যাব লগাত পৰিছিল। এনেকৈয়ে দুয়ো গৈ দুৰ্গা বৰুৱাৰ পদূলি পালে। বৰুৱাই ক'লে, -"এইখনেই মোৰ ঘৰ। এনেকুৱা ঘৰ আৰু এখন আছে, ভাৰালৈ দিওঁ। ইমান বাট আহিলা যেতিয়া আহাঁ, এটোপা চাহকে খাই যোৱাঁ।"

হঠাৎ দুৰ্গা বৰুৱাৰ এনে আত্মীয়তা আৰু ঘাইকৈ এজন ডেকা মানুহৰ আগত জীয়েকৰ গুণ বৰ্ণনাৰ ভিতৰত যে তেওঁৰ এটা উদ্দেশ্য আছিল তাক গোলকে নুবুজাকৈ থকা নাই। প্ৰথমতে তেওঁ কেনেকৈ বৰুৱাৰ হাত সাৰিব তাকেই ভাবিছিল। কিন্তু যেতিয়া গৰুৰ গাড়ীত এগৰাকী মহিলা আৰু এজনী বান্দীৰে সৈতে জীয়েক বিয়ালৈ যোৱাৰ কথা শুনিলে তেতিয়া তেওঁৰ মনৰ ভাবৰ সলনি হ'ল; ছোৱালীজনী চাবলৈ ইচ্ছা জন্মিল। কি জানি পূৰ্ণিমাই সেওঁ বিচৰা ছোৱালীজনী। তেওঁ আপত্তি নকৰি বৰুৱাৰ লগে লগে গ'ল।

গোলকক চ'ৰাত বহুৱাই ৰায় চাহাব কাপোৰ সলাবলৈ ভিতৰ সোমাল। গোলকে মেজৰ ওপৰত থকা বাতৰি কাকতখনকে হাতত লৈ কিবাকিবি ভাবিবলৈ ধৰিলে। মাজে মাজে বেৰত ওলোমাই থোৱা ফটো কেইখনতো চকু ফুৰালে। গাভৰু ছোৱালীৰ ফটোও তাত আছিল, কিন্তু এখনতো তেওঁ বিচৰা ছোৱালীজনী নাই।

এনেকৈ দহ মিনিটমান যোৱাৰ পাচত স্বৰ্গীনাথ সাজ-পাৰ সলাই আহিল আৰু গোলকৰ ওচৰতে বহিল। এটা চাকৰে প্ৰথমতে পানী আৰু গামোচা থৈ গ'ল। তাৰ পাচত চাহ-জলপান আহিল। দুয়ো খাবলৈ ধৰিলে, লগে লগে কথা-বতৰাও চলিল।

ৰায় চাহাবে ক'লে, -"মই আকৌ কওঁ, তুমি ই, এ, চি, হোৱা উচিত। তুমি হওঁ বোলা মুঠেই, মই তাৰ সকলো দিহা কৰি দিম। তুমি আন একো কৰিব নালাগে, মাত্ৰ এখন দৰ্খাস্ত দি প্ৰাৰ্থী হ'ব লাগিব আৰু কমিশ্যনাৰে মাতিলে এবাৰ দেখা কৰিবলৈ যাব লাগিব।"

গোলক : আগেয়ে ল, পাচ কৰি লওঁ। তাৰ পিচতহে আন কথা ভাবিম।

ৰা, চাহাব : অকল ভাবিলেই নহয়, তুমি ই, এ, চি, হ'বই লাগিব।

গোলকে একো নামাতিলে। ৰায় চাহাবে আকৌ ক'লে,—"আমি একে ঠাইৰে মানুহ। সেই কাৰণে তোমালোকৰ সুখ্যাতি শুনিলে নিজৰ লৰাৰ সুখ্যাতি শুনাৰ সমানে আনন্দ পাওঁ। তুমি মাজে সময়ে মোৰ ওচৰলৈ আহিলে আৰু আনন্দ পাম।

গোলক : মই এতিয়া পঢ়া-শুনাত লাগিছোঁ, কাম থাকিলেহে নগৰলৈ আহোঁ। মাজে-সময়ে গাৱঁতে ইফালে সিফালে ফুৰোঁ।

ৰা, চাহাব : সেইটো মই ভাল নোবোলোঁ। গাৱঁৰ মানুহবোৰ অসভ্য; গম নোপোৱাকৈয়ে সিহঁতৰ বেয়া স্বভাৱে আনৰ গাতো লম্ভিব পাৰে।

গোলকে তাৰ কোনো উত্তৰ দিব খুখুজি বিদায়

ল'লে। পূর্ণিমাক তেওঁ নেদেখিলে; সন্দেহ ভঞ্জন নহ'ল।

ঢুৰ্গা বৰুৱাই গোলকক পদূলি-মূৰত আগ বঢ়াই থলে।

# ষষ্ঠ অধ্যায়

## ঠিকাদাৰ

ঢুৰ্গা বৰুৱাৰ ঘৰৰ পৰা অলপমান আঁতৰতে মিনাইৰ ঘৰ। তেওঁ মিনাই ঠিকাদাৰ নামে জনাজাত প্ৰথমতে এওঁ খেৰী ঘৰ মেৰামত কৰা, ভেটা-জেওৰা দিয়াৰ নিচিনা সৰুসুৰা ঠিকা লৈছিল আৰু কোনো-মতে পেট প্ৰবৰ্ত্তাইছিল। এইবোৰ কামত বাঁহ-কাঠ, খেৰ, ইকৰা বিচাৰি তেওঁ মাজে মাজে গাৱঁলৈকে যাব লগা হয় আৰু তেনেকৈয়ে বহুতো গাৱঁৰ মানুহৰ লগত চিনা পৰিচয় ঘটে। এবাৰ তেওঁৰ এশ জাতি বাঁহৰ প্ৰয়োজন হয়। তেওঁ সোণাই বুলি গাৱঁলীয়া মানুহ এটাৰ লগত ছটকাত এশ বাঁহৰ বন্দৱস্ত কৰি মানুহ লৈ কাটিবলৈ যায়। কিন্তু সোণায়ে দেখুৱাই দিয়া মতে বাঁহত ঘাপ মাৰোঁতেই বুদাই বুলি আন এটা মানুহ আহি তাত বাধা দিয়ে আৰু কয় যে সেই বাঁহ সোণাইৰ মাটিত নাই, বুদাইৰ মাটিত হে আছে। তেতিয়া সিহঁত দুয়োটাৰ কাজিয়া লাগে আৰু শেহত মৰামৰি লাগি জখম হয়। তাৰ ফলত দুয়ো দুয়োৰে ওপৰত ফৌজদাৰী মোকৰ্দ্দমা কৰে। সোণায়ে মিনাইক সাক্ষী দিয়ে আৰু মিনাইৰ সাক্ষ্যৰ বলতেই সোণাইৰ জয় হয়। মিনায়ে সাক্ষী দিয়াৰ বেচ স্বৰূপে, সোণাইৰ পৰা এশ বাঁহ বিনামূল্যে পায় আৰু শাক-পাচলি, কেৰেলা-বেঙেনা আদিও লাভতে খাবলৈ পায়। মিনায়ে দেখিলে ঠিকাদাৰিতকৈ এইটো বৃত্তি বেছি লাভজনক। তেতিয়াৰে পৰা তেওঁ প্ৰায়ে কাছাৰীলৈ যোৱা হ'ল আৰু কাৰবাৰ সাক্ষীৰ অভাৱ হ'লে সাক্ষী হ'বলৈ আগ বাঢ়িল। নেদেখা শুনা ঠাইৰ ঘটনা হ'লেও তেওঁ ঠিকাৰ বাঁহ-কাঠ বিচাৰি গৈ ঘটনাস্থলীত উপস্থিত হৈছিল বুলি ক'বলৈ চল পাইছিল। এনেকৈয়ে তেওঁ মিছা সাক্ষী কোৱাত পাকৈত হৈ পৰিল। কিন্তু তেতিয়াও এটা অসুবিধা থাকিল যে এনে সুযোগ সদায় নিমিলে। তেওঁ তেতিয়া আৰু এটা কাৰবাৰত ধৰিলে। তেওঁ সোন-কালে গৈ কাছাৰীৰ আগত থিয় দি থাকে। গাৱঁলীয়া হোজা মানুহ নাইবা বাগিচাৰ বনুৱা আদি কাছাৰীৰ ফাললৈ অহা দেখিলে তেওঁ বাটতে ধৰেগৈ আৰু গোচৰৰ সকলো কথা বুজি লৈ তাৰ ভাল ব্যৱস্থা কৰি দিবলৈ গাত লয়। আদালতৰ আও ভাও নুবুজা মানুহে তাত ভালেই পায় আৰু হিচাপমতে যি ধন লাগিব বুলি কয় দি দিয়ে। মিনায়ে তাৰ এটকা বা দুটকা উকীলক, চাৰি অনামান মহৰীক আৰু কাকত আৰু টিকটৰ বেচ যি লাগে দি বাকীখিনি নিজলৈ ৰাখে, প্ৰয়োজনমতে সাক্ষীও হয়। এনেকৈয়ে তেওঁৰ অৱস্থা কিছু ভাল হৈ আহিল। ঠিকাৰ কামো অলপ অচৰপ চলিয়েই থাকিল।

ঢুৰ্গা বৰুৱা অনৰেৰি মাজিষ্ট্ৰেট হোৱাৰ পৰা তেওঁৰ আৰু অলপ সুবিধা হ'ল। যিসকল গুচৰীয়া পদকীয়াই পোনে পোনে হাকিমৰ ওচৰ চাপিবলৈ সাহ নকৰে, তেওঁলোকে তেওঁলোকৰ কাম মিনাইৰ যোগেদিয়েই সমাধা কৰে। ধনৰ ভাগ মিনায়েও কিছু পায়। এনে ভাবে যদিও মিনায়ে অৱস্থা বিশেষ ভাল কৰিব পৰা নাই, তথাপি বিশেষ অভাৱত নপৰাকৈ চলি আছে।

ঘৰত তেওঁ আৰু বৈণীয়েক। তেওঁলোকৰ সন্তান মাত্র একেজনী ছোৱালী। তেওঁক কেইবা বছৰৰ আগতে এজন পোষ্ট অফিচৰ কেৰাণীলৈ বিয়া দিয়া হৈছে। জীয়েক-জোঁৱায়েক এতিয়া গুৱাহাটীত।

গোলকৰ লগ পোৱাৰ পিচ দিনা দুৰ্গা বৰুৱাই মিনাইক মাতি পঠালে আৰু তেওঁ চৰাতে বহি কিবা গোচৰৰ ৰায় লিখি থাকিল। এনেতে এটা মানুহ আহি তেওঁক নমস্কাৰ জনালে। মূৰ দাঙি চাই বৰুৱাই ক'লে, —"অ জাতিৰাম, আজি তইঁতৰ মোকৰ্দ্দমাৰ ৰায় দিয়াৰ দিন আছে, নহয় নে?"

জাতি : হয় দেউতা। পিচে বন্দীক বা মাতিছিলে কিয়?

দুৰ্গা : মাতিছিলোঁ তোৰ ভালৰ নিমিত্তে। মোকৰ্দ্দমাৰ ফল তোৰ ফালে ভাল নহব, মিতি পেলাগৈ।

জাতি : মিতিম কেনেকৈ! মই মানুহটো ঘৰতেই নাই, দেউতাই সেইটো সাক্ষীৰ পৰা প্ৰমাণ পাইছেই। মই নথকাকৈ কাতিক মাৰিলোঁ কেনেকৈ! এতিয়া মিছা মোকৰ্দ্দমা বুলি সি এৰি দিলেহে মিতিব পাৰোঁ।

দুৰ্গা : তই ঘৰত নাই বুলি প্ৰমাণ দিছ, সিও মাৰিছে বুলি প্ৰমাণ দিছে। মই কাৰটো মানিম! সেই দেখি কৈছোঁ মিত-মাত কৰি পেলোৱা ভাল, নহ'লে তোক কুৰি টকা জৰিমনা কৰিম।

জাতি : দেউতা, মৰাক মৰিয়াই নামাৰিব; মোৰ গাত কোনো দোষ নাই।

দুৰ্গা : সেইবোৰ মই নাজানো। মিত-মাত কৰিব খোজ যদি আজিও ৰায় নিদিওঁ।

জাতি : কৈছোঁ নহয় মিতিবৰ উপায় নাই। দুখীয়ালৈ অলপ চাব দেউতা।

দুৰ্গা : তেনেহলে জৰিমনাৰ টকা কুৰি লৈ আহিবি, আজিয়েই ৰায় দিম।

জাতি : একুৰি টকা ক'ত পাম দেউতা!

দুৰ্গা : নাপাব, যি কৰ কৰিবি। তোক শাস্তি দিবৰ মোৰ মন নাছিল, পিচে কি কৰিম! ই হৈছে আইনৰ কথা।

জাতি : আইনো দেউতাৰ হাততেই হে।

দুৰ্গা : সেইটো হওঁতে হয়, পিচে মানুহে লাভৰ মুখ নেদেখিলে জানো অন্যায় কৰে?

কাতি হাকিমৰ ওচৰলৈ অহাৰ কথা জাতিয়ে জানে, কিন্তু কাতিৰ সাক্ষী-বাদী ভাল হোৱা নাছিল। সেই কাৰণে সি খালাচ পাব বুলিয়েই ভাবি থৈছিল। এতিয়া হাকিমৰ কথা শুনি সি বুজিলে টকা নাপালে হাকিমে তাক খালাচ নিদিয়ে। মিত-মাত কৰিবলৈ গৈ কাতিক টকা দিয়াতকৈ হাকিমকেই যাতে দিয়ে, এই উদ্দেশ্যেই নিশ্চয় হাকিমে তাক মাতিছে। ইয়াকে ভাবি সি টকা পাঁচোটা উলিয়াই ক'লে,—"কুৰি টকা ভৰিব লাগিলে মই তেনেয়ে মৰিম। এই পাঁচ টকা ধাৰ কৰি আনিছিলোঁ, ইয়াৰেই লেঠাটো মাৰি লওক।"

দুৰ্গা : পাঁচ টকাৰে কুৰি টকাৰ লেঠা নমৰে। খালাচ পাব খোজ যদি বেছি নহলেও আৰু পাঁচ টকা লাগিব।"

জাতি : আৰু নায়েই দেউতা।

দুৰ্গা : চাওঁ বাৰু তোৰ হাচতিখন মেল।

জাতিয়ে হাচতিৰ গাঁথিটো মেলিলে, টকা এটা ওলাল।

দুৰ্গা : নাই বুলিছিলি, সেইয়া নহয় ওলাল।

ফাঁকি দিয় কিয় ?

জাতি : নহয় দেউতা, মই ফাঁকি দিয়া নাই। লৰাটোলৈ চিলঠ এখন আৰু কিতাপ দুখন লাগে। তালৈকে মাকে কেতিয়াবাই লুকুৱাই থোৱা টকাটোকে দি পঠিয়াইছে।

দুৰ্গা : কিতাপ আন এদিন কিনিলেও হ'ব, কিন্তু গোচৰৰ লেঠা পৰি নাথাকে।

জাতিয়ে দেখিলে উপায় নাই। সেইটো টকাও হাকিমলৈ আগ বঢ়াই ক'লে,—"মোৰ ইমানেই হে সম্বল আছিল। দেউতা যেন ইয়াতেই সন্তুষ্ট হয়।

দুৰ্গা : তোৰ আৰু নাই যেতিয়া কি কৰিবি। বাৰু যা, ভয় নাই; তোৰ নিমিত্তে অন্যায়কে কৰিব লগাত পৰিলোঁ।

জাতিয়ে নমস্কাৰ জনাই বিদায় ল'লে।

ইয়াৰ অলপ পাচতে মিনাই ঠিকাদাৰ হাকিমৰ ওচৰত উপস্থিত হ'ল। বেঞ্চখনতে বহি মিনায়ে সুধিলে,—"আপুনি বোলে মোক মাতিছিল?"

দুৰ্গা : এৰা, এটা বৰ ডাঙৰ লেঠাত পৰিলোঁ। ছোৱালীজনীৰ বিয়াখন ভাগিল।

মিনাই : কিয় ?

দুৰ্গা : আজি-কালিৰ লৰাহঁতৰ কথা জনাই নহয়। লৰাই বোধ কৰোঁ নিজে ক'ৰবাত পছন্দ কৰি থৈছে। সেই কাৰণে বাপেকে কৰা বন্দবস্ত মিছা হ'ল!

মিনাই : পিচে মোক মাতিলে কিয় ?

দুৰ্গা : কওঁ। গোপাল মৌজাদাৰৰ লৰাটোৱে বি, এ, পাছ কৰি এতিয়া ল পঢ়ে। তোমাৰ লগত মৌজাদাৰৰ চিনা-জনাও আছে। যেনে তেনে এই লৰাটোৰ লগতে বন্দবস্ত কৰিব নোৱাৰা নে?

মিনাই : সেইটো পৰা টান হ'ব। ইয়াত যে চব ডেপুটি আছিল ৰাধা বৰুৱা, তেওঁৰ ভনীয়েকক ইয়াত থাকোঁতেই আঙঠি পিন্ধাই থৈছে। ব'হাগত বিয়া হবৰ কথাই আছিল।

দুৰ্গা : সেইটো ময়ো গম পাইছিলোঁ। পিচে ক'তা! বহাগ গলেই, বিয়াৰ দেখোন কোনো উম-ঘাম নাপালোঁ। কি জানি ভাগিলেই।

মিনাই : কিবা অসুবিধাৰ কাৰণেহে পিচুৱাইছে, ভগা যে নাই সেইটো মই জানো।

দুৰ্গা : কেনেকৈ ভাঙিব পাৰি তাৰ এটা উপায় উলিওৱাঁ। তুমি যদি মৌজাদাৰৰ পুতেকৰ লগত পূৰ্ণিমাৰ বিয়াখন পাতি দিব পাৰা তোমাক নগদ দুশ টকা দিম।

অলপ পৰ ভাবি মিনায়ে ক'লে,—"কি হয় ক'ব নোৱাৰোঁ, চেষ্টা কৰি চাব পাৰোঁ। এতিয়া প্ৰথমে মৌজাদাৰৰ ওচৰলৈ যোৱাতকৈ গুৱাহাটীলৈ যোৱাহে ভাল হ'ব। বিয়াখন ভঙাৰ দিহা কৰিব নোৱাৰিলে, মৌজাদাৰক ধৰাৰ পৰা লাভ নহ'ব।"

দুৰ্গা : কৰা যিহকে ভাল দেখা।

মিনাই : অহা-যোৱা কৰিবলৈ কিছু খৰচ লাগিব।

দুৰ্গা : খৰচ পাবা। কেতিয়া কি লাগে মুঠেই মোক কবা।

মিনাই : বাৰু তেন্তে। এতিয়া মোৰ ঘৰ এটাৰ কাম অলপ বাকী আছে, দুই এদিনতে শেষ হ'ব। তেতিয়া আন কাম এৰি আপোনাৰ কামতে লাগিম।

এনেকৈ কৈয়েই মিনায়ে বিদায় ল'লে; দুৰ্গা বৰুৱাই নীৰৱে কিবাকিবি ভাবিবলৈ ধৰিলে।

# সপ্তম অধ্যায়

## চক্ৰান্ত

এসপ্তাহৰ মূৰত মিনাই গুৱাহাটীলৈ গ'ল; জীয়েকৰ ঘৰতে থাকিল। দ্বিতীয় দিনা আবেলি লাহে লাহে ৰাধা বৰুৱাৰ ঘৰলৈ খোজ ল'লে।

সেই দিনা দেওবাৰ। ৰাধাকান্ত চ'ৰাতে বহি বাতৰিকাকত পঢ়ি আছিল। এনেতে মিনাই গৈ তেওঁক নমস্কাৰ জনালে।

হাকিমে মিনাইক তেজপুৰত থাকোঁতেই চিনি পাইছিল। তেওঁ মিনাইক বহিবলৈ কৈ সুধিলে,—"ক'ৰ পৰা ওলালা?"

মিনাই : আহিছিলোঁ ছোৱালীজনীৰ ঘৰলৈ। মোৰ ছোৱালীজনী ডাক ঘৰৰ কেৰাণী এজনলৈ পৰিছে। মাজে মাজে ভু-ভা লবলৈ আহি থাকোঁ। হওঁতে আন কামো অলপ আছিল। পিচে তেজপুৰত থাকোঁতেই আপোনাৰ লগত চিনাজনা। সেই দেখি বোলোঁ একেবাৰ মাত লগাই যাওঁ।

ৰাধা : ভাল কৰিলা। পুৰণি চিনাকী মানুহ লগ পালে ভাল লাগে। পিচে কেইদিনমান থাকিবা?

মিনাই : বেছি দিন থাকিব নোৱাৰোঁ। জানেই নহয় ঠিকাদাৰ মানুহ, সদায় কাম লাগিয়েই থাকে। তাতে আকৌ অনবেৰী মাজিষ্ট্ৰেট ৰায় চাহাবে জীয়েকৰ বিয়াৰ গোটেইখিনি ভাৰ মোৰ গাতে পেলাইছে। সেই দেখি কালিমানলৈকে পাৰিলে যাব লাগে। তেওঁ জীয়েকৰ নিমিত্তে এজোৰ ভাল বন-কৰা পাটৰ কাপোৰ বিচাৰিবলৈ কৈছে। তেজপুৰত নাপালে, জানো ইয়াত পাওঁ নে নাপাওঁ!

ৰাধা : তুমি দুৰ্গা বৰুৱাৰ জীয়েকৰ কথা কোৱা নাই জানো?

মিনাই : হয়, তেওঁৰ কথাকেই কৈছোঁ।

ৰাধা : তেওঁৰ দেখোন বিয়া ভাগিল বুলি শুনিছোঁ। ইয়াৰ নৰেন্দ্ৰ ফুকনৰ লগত হে বিয়াৰ কথা আছিল।

মিনাই : হয়, সেই বিয়া ভাগিল। এতিয়া তেজপুৰতে ঠিক হৈছে।

ৰাধা : দৰা কোন?

মিনাই : গোপাল মৌজাদাৰৰ পুতেক গোলক। অলপতে ল পৰীক্ষা দিব। পৰীক্ষা দি আহিলেই বিয়া।

ৰাধাই আচৰিত মানি ক'লে—"কথাটো সঁচা যেন লগা নাই। ক'তা! মই দেখোন খবৰ পোৱা নাই।"

মিনাই : নিশ্চয় পাব। আপোনাক আৰু নমস্কাৰ কৈ থাকিব নে? দুৰ্গা বৰুৱাই জীয়েকৰ লগত নগৰৰ এখন ঘৰ, আৰু সম্পত্তিৰো আধা দিব খুজিছে। নিদি নো কৰিব কি! লৰাও সেই একেটাই হে। আধা সম্পত্তি পালেও তালৈ ঢেৰ হ'ব।

ৰাধাকান্ত গম্ভীৰ হ'ল। তেওঁ আৰু মিনাইক বেছি কথা একো নুসুধিলে। মিনায়ে বিদায় ল'লে।

ৰাধাই একো বুজিব নোৱাৰিলে; তেওঁৰ মনলৈ নানা দুৰ্ভাবনা আহিল। তেওঁ ভাবিলে যদিহে কথাটো সঁচা তেন্তে ধন-সম্পত্তিৰ লোভত পৰিয়েই গোপাল মৌজাদাৰে এনে নীচভাবে কাম কৰিবলৈ

ওলাইছে। কিন্তু সেয়ে হ'লেও তেওঁক জনোৱা উচিত আছিল। তেওঁ তো গোপাল মৌজাদাৰক এনে প্ৰতাৰক বুলি কল্পনাও কৰা নাছিল। আৰু সঁচা নহলে মিনায়েই বা তেনেকৈ ক'বৰ কি কাৰণ থাকিব পাৰে।

ৰাধাকান্তৰ ভাৰ্য্যা যোগমায়াই ৰাধাক মন মাৰি থকা দেখি আচৰিত হৈ কি হৈছে সুধিলে। ৰাধাই মিনাইৰ পৰা শুনা সকলো কথা ক'লে।

অলপ পৰ থৰ হৈ থাকি যোগমায়াই ক'লে,—"বাটকৰুৱা মানুহ এটাৰ কথাতে আপুনি ইমানকৈ মন মাৰিছে কিয়? তাৰ কথা সঁচা নহবও পাৰে। আৰু যদি হে সঁচা হয় তেন্তে মৌজাদাৰৰ নিচিনা নীচ মানুহ আৰু কোনো হব নোৱাৰে। তেনে মানুহৰ হাতত আমাৰ ছোৱালী নপৰাই ভাল। আপুনি মিছাতে দুখ নকৰিব।"

ৰাধাকান্তই বহুত সময় চিন্তা কৰিলে। প্ৰথমতে তেওঁ গোপাললৈ এখন চিঠি লিখিব খুজিছিল, কিন্তু শেহত নিলিখাকে ঠিক কৰিলে। তেওঁ ভাবিলে যদি সঁচাকৈয়ে গোপাল মৌজাদাৰ তেওঁৰ অজ্ঞাতসাৰে ইমান খিনিলৈ আগ বাঢ়িছে তেন্তে তেওঁ একো নিলিখাই ভাল। লিখাৰ পৰা লাভ নহয়। তাতকৈ পৰীক্ষাৰ পাচত আগৰ বন্দবস্তমতে বিয়াৰ দিন ঠিক কৰিবলৈ লিখিব। তাকে কৰিলেই প্ৰকৃত সত্য ওলাই পৰিব সেই মতেই তেওঁ সম্প্ৰতি একো নিলিখি মনে মনে থাকিল।

# অষ্টম অধ্যায়

## নবিয়া

হৰকান্তৰ ঘৰত বিফল-মানোৰথ হৈ যদিও গোলক আৰু মহীধৰ উলটি আহিল, তথাপি সেই ছোৱালী জনীৰ বিষয়ে জানিবলৈ গোলকৰ আগ্ৰহ নকমিল। অনুসন্ধানৰ সহজ উপায় হ'লহেতেন সেই দিনা বিয়ালৈ অহা মহিলাসকলৰ তালিকা সংগ্ৰহ কৰি আঁতি-গুৰি বিচৰা। কিন্তু আচল উদ্দেশ্য প্ৰকাশ নকৰাকৈ হৰকান্তক তেনে তালিকাৰ বাবে অনুৰোধ কৰিবৰ উপায় নাছিল।

মহীধৰে গোলকক ক'লে,—"তই চিন্তা কৰিব নালাগে, মই তাৰ তত্ত্ব উলিয়াম। ছোৱালীজনী ক'ৰো বিলাতৰ পৰা অহা নাই। অনুসন্ধান কৰিলে নিশ্চয় এঠাইত নহয়, এঠাইত ওলাব। অৱশ্যে সেই চেষ্টা আনে গম নোপোৱাকৈ কৰিব লাগিব আৰু তাৰ বাবে সময়ো যথেষ্ট লাগিব।"

গোলক মহীধৰৰ আশ্বাসত সন্তুষ্ট হ'ল। কিন্তু মহীধৰে বহুত দিন চেষ্টা কৰিও সেই বিষয়ে একো শুং-সূত্ৰ উলিয়াব নোৱাৰিলে।

তাৰ পাচত হয় সেই দিনা দুৰ্গা বৰুৱাৰ লগত গোলকৰ দেখা। বৰুৱাৰ লগত কথা বতৰা পাতি তেওঁৰ মনত নানা চিন্তা হ'ল। আনবোৰ কথালৈ তেওঁ বিশেষ মন-কাণ দিয়া নাছিল, কিন্তু ছোৱালজনা গৰুৰ গাড়ীত বিয়া খাবলৈ যোৱা, লগত এগৰাকী মহিলা আৰু এজনী বান্দী থকাৰ কথাই তেওঁৰ মনলৈ এটা নতুন ভাব আনিলে, পূৰ্ণিমাই সেই ছোৱালীজনী বুলি তেওঁৰ বিশ্বাস জন্মিল। তেওঁ ভাবিলে যদি সেয়ে হয় তেন্তে ছোৱালীৰ ফালৰ পৰা তেওঁৰ অভিলাষ পূৰ্ণ হোৱাত কোনো বাধা নাই। কিন্তু তেওঁৰ ফালৰ বাধা গুচাব কেনেকৈ! তেওঁৰ যে বিয়া ঠিক হৈ আছে। যেনে তেনে বিয়াখন ভগা হ'লে তেওঁৰ মনোৰথ সিদ্ধি হ'লহেতেন।

ঘৰলৈ আহি গোলকে মহীধৰক সকলো কথা

ক'লে। মহীধৰে ক'লে,—"তোৰ অনুমানটো মোৰ হ'লে সঁচা যেন লগা নাই। দুৰ্গা বৰুৱাৰ জীয়েকৰ বিয়া আগতে কোনোবা গুৱাহাটীৰ উকীল এজনৰ লগত হোৱাৰ কথা আছিল, সেই কাৰণে মই তেওঁক চোৱাৰ কথা ভবাই নাছিলোঁ। এতিয়া তোৰ কথাৰ পৰা বুজিছোঁ সেই বিয়া কিবা কাৰণত ভাগিল; নহলে তেওঁ তোৰ গাত নালাগিলহেতেন। সি যি কি নহওক, এবাৰ চাই সন্দেহ ভঞ্জন কৰাই উচিত। দুই এদিনতে মই তাৰ দিহা কৰিম।"

কিন্তু মহীধৰে পূৰ্ণিমাক দেখা নাপালে। তেওঁৰ হেনো বৰ টান গ্ৰহণী। দিনে-ৰাতিয়ে ডাক্তৰ আৰু ধাই লাগিয়েই আছে। পূৰ্ণিমাক ভিতৰ খোটালী এটাত ৰখা হৈছে। তালৈ ডাক্তৰ আৰু ধাইৰ বাহিৰে আন মানুহৰ প্ৰবেশ নিষেধ। মহীধৰে যদিও ঘটনাটোত কিবা ৰহস্য থকা যেন পাইছিল আৰু আন মানুহেও কোৱাকুই কৰিছিল, তথাপি গোলকক সেই সম্পৰ্কে একো নজনাই ক'লে,—"এতিয়া চাবৰ উপায় নাই, নৰিয়া ভাল হ'লে চোৱাৰ ব্যৱস্থা কৰিম।"

ইয়াৰ কেইদিনমানৰ পিচতে গোলকে পৰীক্ষা দিবলৈ কলিকতালৈ যাত্ৰা কৰিলে।

# নৱম অধ্যায়

## বিয়াৰ প্ৰস্তাৱ

গোলক কলিকতালৈ যোৱাৰ পিচ দিনা দহমান বজাত মিনাই ঠিকাদাৰ গোপাল মৌজাদাৰৰ ঘৰলৈ গ'ল। মৌজাদাৰ তেতিয়া তেওঁৰ অফিচতে বহি আছিল। মিনাইক দেখি তেওঁ বহিবলৈ ক'লে আৰু যোৱাৰ কাৰণ সুধিলে। মিনায়ে ক'লে,—"আহিছিলোঁ সৌ মণ্ডলৰ ঘৰত তক্তা বেচে বুলি শুনি। পিচে নাই, কেইখনমান আছিল হেনো, বিক্ৰী হৈ গ'ল। মনতে ভাবিলোঁ বোলো এই ফালে আহিলোঁৱেই যেতিয়া, আপোনাকো মাত লগায়েই যাওঁ।

গোপাল : ভাল কৰিলা। মানুহৰ আন কিবা থাকক বা নাথাকক মাতবাৰেই ঘাই। বহুত সময়ত ধন-বস্তুতকৈও একেষাৰ মাতৰ মূল্য বেছি।

মিনাই : মই এই ফালে যেতিয়াই আহোঁ, আপোনাৰ ঘৰত মাত নলগোৱাকৈ কেতিয়াও নাযাওঁ।

গোপাল : জানো। সেই কাৰণেই ময়ো ভাল পাওঁ, আৰু কিবা কাম কাজ থাকিলেই তোমাক বিচাৰোঁ।

মিনাই : সেইটো আপোনাৰ অনুগ্ৰহ। আপোনালোকৰ দয়াতেই আমাৰ দৰে সৰু-সুৰা ঠিকাদাৰবোৰ তৰি আছে। পিচে বোপাই নো এতিয়া কি কৰিব খুজিছে?

গোপাল : আগেয়ে পৰীক্ষাটো পাচ কৰক; তাৰ পাচত যি ভাল দেখে তাকে কৰিব।

মিনাই : ইমানতে বোপাৰ ৰৰখন পতা ভাল আছিল।

গোপাল : সেই বিষয়ে ভাবিব নালাগে; ছোৱালী ঠিক হৈ আছে। পৰীক্ষাটো হৈ গ'লেই বিয়াখন পাতিব লাগিব।

মিনাই : ছোৱালী ক'ত?

গোলাপ : আমাৰ ইয়াত যে আছিল বাধা চৰ ডেপুটি, তেওঁৰে ভনীয়েক।

মিনাই : তেওঁৰ বিয়া দিবলগীয়া ভনীয়েক কেইবাজনীও আছে হবলা?

গোপাল : নাই। সেই একেজনীয়েই।

মিনাই : কথাটো দেখোন আচৰিত যেন লাগিল।

গোপাল : কিয় ?

মিনাই : মই গুৱাহাটীলৈ গৈছিলোঁ—ছোৱালী-জনীৰ তালৈ। তাতে শুনিলোঁ বোলে অলপতে তাৰে কোনোবা উকীলৰ লগত বাধা হাকিমৰ ভনীয়েকৰ বিয়া। লগতে ইয়াকো শুনিলোঁ বোলে হাকিমে ভনী-য়েকক তেজপুৰতে দিবৰ মন কৰি তেওঁৰ পৰিয়াল এৰি থৈ গৈছিল; পিচে গুৱাহাটীত বন্দবস্ত হোৱাত লৈ গ'ল। গোলক বোপালৈকে যে দিয়াৰ কথা আছিল, সেইটো এতিয়াহে শুনিলোঁ।

গোপাল আচৰিত হৈ ক'লে, -"ক'তা? মোক দেখোন সেই বিষয়ে একো জনোৱা নাই!

মিনাই : নজনালেও কথাটো যে সঁচা তাক মই নিজে জানো।

গোপাল : সঁচা হলেও মোৰ কোনো হানি নাই। মোৰ লৰালৈ ভাল ছোৱালীৰ অভাব নহয়।

মিনাই : সেইটো আৰু কব লাগিছেনে! পিচে এটা কথা, —অচিন কাঠৰ ঠোৰাকো লগাবলৈ বুঢ়ালোকে হাক দি গৈছে। সেই দেখি জাঁতি-গুৰি একো নজনা মানুহৰ লগত সম্বন্ধ পতা মই হ'লে ভাল নেদেখোঁ। আমাৰ ইয়াতে জানো বোপাৰ জোৰৰ ছোৱালী নোলাব! কিয়, সৌ অনৰেৰী মাজিষ্ট্ৰেট দুৰ্গা বৰুৱাৰ ছোৱালীজনীয়েই মই দেখাত বোপাৰ যোগ্য। কি ৰূপত, কি গুণত তেওঁৰ লগত জোৰ দিব পৰা ছোৱালী এই অঞ্চলত নাই। ভাল গ্ৰেজু-ৱেট লৰা পালে তেওঁ জীয়েকৰ লগত নগৰৰ ঘৰ এখন আৰু সম্পত্তিৰো আধা দিব খুজিছে। জোঁৱায়েক গ্ৰেজুৱেট হ'লে ই, এ, চি, কৰি দিব বুলি কমি-শ্যনাৰে বৰুৱাৰ ওচৰত কথা দি থৈছে। আপুনি কয় যদি মই সেইজনীকে বন্দ-বস্ত কৰি দিব পাৰোঁ।

গোপাল : এতিয়া তুমি একো কৰিব নালাগে। লৰাই পৰীক্ষা দি আহক; তাৰ পিচত সেইবোৰ কথা ভাবিম। আৰু তুমি যে ধন সম্পত্তিৰ কথা কৈছা, সেইটো কোনো কথাৰ কথা নহয়। মাত্ৰ ছোৱালীজনী ভাল হব লাগে। ঈশ্বৰৰ কৃপাত মোৰ যি সপত্তি আছে সেয়ে লৰাহঁতলৈ যথেষ্ট হব।

মিনাই : বাৰু তেন্তে এতিয়া যাওঁ। লৰা ঘূৰি আহিলে খবৰ কৰিম। কথাটো হ'লে কিন্তু বৰ ভাল হয়।

মিনায়ে বিদায় ল'লে। গোপালে ভাবিচিন্তি একো ঠাৱৰাব নোৱাৰিলে। এই বিষয়ে ৰাধালৈ লিখা ভাল হ'ব নে বেয়া হব তাকো ঠিক কৰিব নোৱাৰিলে।

গধূলি গোপালে মহীধৰক মতাই আনিলে আৰু মিনাইৰ পৰা শুনা সকলো কথা কৈ তেওঁৰ কি মত সুধিলে। মহীধৰে ক'লে,—"মিনাইৰ নিচিনা মানুহ এটাৰ কথাতে একো সিদ্ধান্ত কৰিব নোৱাৰি। আপুনি তাৰ বিষয়ে ভালকৈ নাজানে, কিন্তু আমি কাছাৰীত থাকি সকলো জানো। সি অকল ফাঁকি-ফুকা দি মানুহক ঠগিয়ে খাই আছে। মোৰ বিশ্বাস তাক দুৰ্গা বৰুৱাই পঠিয়াইছে। বৰুৱাৰ জীয়েকৰ বিয়া যোৱা

বহাগতে হ'ব লগা আছিল; পিচে কিবা কাৰণত ভাগিল। সেই দেখি গোলকক হাত কৰাৰ চেষ্টাত আছে।"

গোপাল : তেন্তে বাধালৈ এখন চিঠি লিখোঁ। তেতিয়া আচল কথা কি বুজা যাব।

মহী : মোৰ মতে এই সম্পৰ্কে আপুনি একো নিলিখাই ভাল। গোলক পৰীক্ষা দি আহিলে বাধা হাকিমে নিজেই খবৰ কৰিব। যদি নকৰে তেতিয়া বুজিম মিনাইৰ কথা মিছা নহয়।

গোপাল : এৰা, তোমাৰ কথাই ঠিক। খবৰখেদা কৰিব লগীয়া আমাৰ একো হোৱা নাই।

সেইমতেই গোপাল নীৰৱে থাকিল। চিঠিও নিলিখিলে, আন প্ৰকাৰেও একো খা-খবৰ নকৰিলে।

## দশম অধ্যায়

### স্বস্তিৰ নিঃশ্বাস

নৰেন্দ্ৰ ফুকনৰ ঘৰ গুৱাহাটীত। দেউতাক এজন মোক্তাৰ। নৰেন্দ্ৰই যোৱা বাৰ বি, এল পাছ কৰি ওকালতি আৰম্ভ কৰিছে। ব'হাগত দুৰ্গা বৰুৱাৰ জীয়েক পূৰ্ণিমাৰ লগত তেওঁৰ বিয়া হোৱাৰ কথা আছিল, কিন্তু কিবা কাৰণত ভাগিল। এতিয়া নতুনকৈ ক'তো ঠিক কৰা নাই।

গোলক নৰেন্দ্ৰতকৈ এবছৰ পিচত কলিকতালৈ যায়। তেতিয়াৰে পৰা দুয়ো একেটা মেচতে আছিল আৰু একে কলেজতে পঢ়িছিল। দুয়োৰে বন্ধুতা বৰ গাঢ়। পৰীক্ষা দি উলটি আহোঁতে গোলক গুৱাহাটীত নামিল। নৰেন্দ্ৰলৈ আগতে খবৰ দিছিল। নৰেন্দ্ৰ ঘাটলৈ গৈ তেওঁক আগ বঢ়াই আনিলে; বাটে বাটে পৰীক্ষাৰ খবৰ সুধিলে। মুঠতে গোলকৰ পৰীক্ষাৰ ফল ভাল হ'ব বুলিয়েই তেওঁ বুজিব পাৰিলে।

জাহাজ গুৱাহাটী পাইছিল দুপৰ বেলিকা। আহিয়েই দুয়ো গা-পা ধুই ভাত খালে আৰু এখন্তেক বিশ্ৰাম ল'লে। তাৰ পাচত দুয়ো দুয়োৰে ঘৰুৱা বিষয় লৈ কথা পাতিবলৈ লাগিল।

নৰেন্দ্ৰ : পাছ যে হ'বা সেইটো নকলেও জানো। পিচে চাকৰি কৰিবা নে ওকালতি কৰিবা ?

গোলক : মোৰ চাকৰি কৰিবৰ মন নাই, দেউতাৰো তেনে আগ্ৰহ নাই। এতিয়া যদি মত সলায় ক'ব নোৱাৰোঁ।

নৰেন্দ্ৰ : এৰা ভাই, পৰা পক্ষত চাকৰি নকৰাই ভাল। যাৰ ধন-মান একো নাই, তেনে মানুহে চাকৰিৰ লোভত নপৰাকৈ থাকিব নোৱাৰে। কিন্তু তোমাৰ ধন, মান, জ্ঞান আটাই কেইটা আছে। ওকালতিয়েই তোমাৰ পক্ষে ভাল। তেতিয়া কৰো বুলিলে দহ জনৰ উপকাৰো কৰিব পাৰিবা।

গোলক : পৰীক্ষাৰ খবৰটো আগেয়ে ওলাওক, তাৰ পাচত যি হয় কৰা যাব। মই ভাবিছোঁ গৈয়েই নগৰত এটা ঘৰ সজাম। মাটি আগৰে আছে।

নৰেন্দ্ৰ : পিচে বিয়াৰ জলপানটো কেতিয়া খুৱাবা ?

গোলক : তোমাৰটো খোৱাৰ পাচত।

নৰেন্দ্ৰ : তেতিয়া হ'লে কিমান দিন বাট চাব লাগিব তাৰ ঠিক নাই।

গোলক : কিয় ? তুমি দেখোন সোনকালে বিয়া

হ'ব বুলি কেতিয়াবাই লিখিছিলা, যদিও কন্যাঘৰৰ কথা মুঠেই উল্লুকিওৱা নাছিলা। মই বিয়া কিজানি হৈয়েই গ'ল বুলিহে ভাবিছিলোঁ।

নৰেন্দ্ৰ : বিয়া হৈ গ'লে তুমি খবৰ নোপোৱাকৈ থাকিলাহেঁতেন নে?

গোলক : পাহৰিবও পাৰা।

নৰেন্দ্ৰ : অইনক পাহৰিলেও তোমাক পাহৰিব নোৱাৰোঁ।

গোলক : তেন্তে বিয়া এতিয়াও হোৱা নাই। কেতিয়া হ'ব?

নৰেন্দ্ৰ : সেই বিয়া আৰু নহয়। আকৌ নতুনকৈ সম্বন্ধ পাতিলেহে হ'ব।

গোলক : কিয়?

নৰেন্দ্ৰ : সি বহুত কথা।

গোলক : কি কথা? মই জানিব নোৱাৰোঁ নে?

নৰেন্দ্ৰ : নিশ্চয় পাৰা। ৰ'বা তেন্তে।

নৰেন্দ্ৰ ভিতৰলৈ গ'ল আৰু এখন চিঠি লৈ আহিল।

নৰেন্দ্ৰই ক'লে,—"বিয়ালৈ প্ৰায় এমাহ থাকোঁতেই ককাইদেউৰ পৰা এই চিঠিখন পালোঁ।"

গোলক : ককাইদেউ মানে? তোমাতকৈ ডাঙৰ জানো আৰু এজন আছে?

নৰেন্দ্ৰ : তেওঁ মোৰ জেঠাইৰ পুতেক, নাম মহেন্দ্ৰ, পুলিচ চব ইন্‌স্‌পেক্টৰ। আজি ছবছৰমান ডিব্ৰুগড়তে আছে।

গোলক : তেওঁনো কি লিখিলে?

নৰেন্দ্ৰ : পঢ়ি চোৱাঁ।

গোলকে চিঠিখন মেলি ক'লে,—"আও! ই দেখোন চিঠি নহয়, এখন মহাভাৰত।"

নৰেন্দ্ৰ : কথাও মহাভাৰতৰ দৰেই। পঢ়ি যোৱাঁ।

গোলকে পঢ়িলে:—

ভাইটি, তোমাৰ চিঠিখন পঢ়ি মই হাঁহিমেই নে কান্দিমেই ক'ব পৰা নাই। মানুহে গৰু-ছাগলী কিবা এটা কিনিলেও ভালকৈ আঁতি-গুৰি লৈহে কিনে। তেনেস্থলত বিয়াৰ নিচিনা এটা বিষয়ত তুমি এনেকৈ চকু মুদি আগ বঢ়া দেখি মই আচৰিত মানিছোঁ। তুমি জানা দুৰ্গাবৰুৱা ইয়াতে আবকাৰী ইন্‌স্‌পেক্টৰ আছিল আৰু ময়ো ইয়াতে ছবছৰ আছোঁ। তেওঁ ইয়াৰ পৰা যোৱা দুবছৰেই হোৱা নাই। বিয়াৰ বন্দবস্ত কৰাৰ আগতে অন্ততঃ একেষাৰ মোক সুধিব লাগিছিল। এতিয়া মুৰামুৰি সময়ত মোক নজনোৱা হ'লেই ভাল আছিল। তথাপি জানিলোঁ যেতিয়া, মোৰ ক'বলগীয়াখিনি কোৱা উচিত বুলি ভাবিছোঁ।

দুৰ্গা বৰুৱা মই অহাৰ দুই-এবছৰ আগৰে পৰা ইয়াত আছিল। তেওঁৰ দুজনী ছোৱালী আৰু এটা লৰা। ডাঙৰ ছোৱালীজনীৰ বিয়া মই অহাৰ আগতে হৈ গৈছিল; সৰুজনীও তাৰ আগতে মানুহ হৈছিল। কিন্তু তেওঁৰ চৰিত্ৰৰ ওপৰত মানুহৰ সন্দেহ থকাত দৰা পোৱা টান হৈছিল। এইখিনিতে বৰুৱাৰ গৃহস্থালিৰ বিষয়েও একেষাৰ কোৱাৰ প্ৰয়োজন। বৰুৱা বৰ কৃপণ আছিল। দৰমহাৰ কথাই নকওঁ, উপকৰাকৈ পোৱা টকাও তেওঁ খৰচ নকৰিছিল। তেওঁৰ গৃহিণীয়ে প্ৰয়োজনীয় প্ৰায় সকলো বস্তুকে মহলদাৰবিলাকৰ পৰা আদায় কৰিছিল। এনেকৈয়ে মহলদাৰবিলাকৰ তেওঁৰ ঘৰত অবাৰিত দ্বাৰ আছিল। এইবোৰ দেখি-শুনিয়েই বোধ কৰোঁ মানুহৰ মনত বেয়া ধাৰণা জন্মিছিল। তেওঁলোকৰ অনুমান সঁচা নে মিছা তাক ক'বৰ উপায় নাই।

সৰুজনী ছোৱালীৰ নাম পূৰ্ণিমা। মোৰ অহা বছৰতে গোলাঘাটৰ এজন দাৰোগাৰ লগত পূৰ্ণিমাৰ বিয়াৰ বন্দবস্ত হয়। তেতিয়া মোৰ ইয়াত থকা ছমাহমান হৈছিল। দুৰ্গাবৰুৱাৰ ঘৰ ওচৰতে। মাজে সময়ে তেৰোঁ মোৰ ঘৰলৈ আহে, ময়ো যাওঁ। মই তেতিয়া থানাৰ চাৰ্জ্জত আছিলোঁ।

বিয়াৰ বন্দবস্ত হোৱাৰ কিছু দিন পাচত বৰুৱাৰ বান্ধনি ঘৰটো মেৰামত কৰিব লগা হয় আৰু ঠিকা লয় এজন অবিবাহিত ডেকা ঠিকাদাৰে। তেওঁৰ চেহেৰাটোও চকুত লগা আছিল। কাম চাবলৈ তেওঁ দিনৌ দুই বেলা আহে, পোন্ধৰ কুৰি দিন মান। ইন্স্পেক্টৰ প্ৰায়ে ঘৰত থাকিবলৈ নাপায়। কেইদিনমানৰ ভিতৰতে এওঁ পূৰ্ণিমা আৰু মাকৰ অতি আপোন হৈ পৰিল। আজি মিঠাই এটো-পোলা, কালিলৈ এচেন্স এবটল, কোনোবা দিনা তেল, কোনোবাদিনা এখন সাৰী এওঁ পূৰ্ণিমালৈ উপহাৰ আনিবলৈ ধৰিলে। এনেকৈ বস্তু অনা তেওঁ-লোকৰ ঘৰত একো নতুন কথা নহয়, সেই কাৰণে মাকেও তাত একো দোষ নেদেখিলে ঘৰৰ কাম হৈ যোৱাৰ পাচতো ঠিকাদাৰৰ অহা-যোৱা আগৰ দৰেই চলি থাকিল।

এদিন ৰাতিপুৱাতে বৰুৱানীয়ে মোক মাতি পঠালে। ইন্স্পেক্টৰ ঘৰত নাছিল। তেওঁ আগ দিনাই মফচললৈ গৈছিল। মই গ'লত পূৰ্ণিমাৰ মাকে ক'লে, "বৰ ডাঙৰ কথা এটা হ'ল ; পূৰ্ণিমা ঘৰত নাই। ৰাতি শুই থকাৰ পৰাই নোহোৱা হ'ল।"

মই : আপুনি ক'লৈ গ'ল বুলি ভাবে?

বৰুৱাণী : মই একো ক'ব পৰা নাই। কালি গধূলি বেলিকা সেই ঠিকাদাৰটো আহিছিল। সিয়েই কিজানি পলুৱাই নিলে।

মই শোৱা কোঠাত সোমাই কিবা চিঠি-পত্ৰ পাওঁ বুলি চালোঁ, কিন্তু একো নাপালোঁ। তেতিয়া বৰুৱানীক কলোঁ—"আপুনি এই বিষয়ে কাকো একো নক'ব। কোনোবাই যদি ছোৱালীজনী ক'লৈ গ'ল বুলি সোধে তেন্তে ক'ব,—"মোমায়েক আহিছিল, পূৰ্ণিমাকো তেওঁৰ লগতে নগাৰলৈ লৈ গ'ল। কেইদিনমানৰ ভিতৰতে থৈ যাবহি।"

তেতিয়াৰে পৰা মই গোপনে অনুসন্ধান কৰিবলৈ ধৰিলোঁ। কিন্তু তিন দিনলৈকে একো শুং-সূত্ৰ উলিয়াব নোৱাৰিলোঁ। ইয়াৰ ভিতৰতে দুৰ্গা বৰুৱা আহিল, তেৰোঁ মোৰ কথাকে সমৰ্থন কৰি গোপনে অনুসন্ধান কৰিবলৈকে মোক ক'লে আৰু তেওঁ নিজেও বিচাৰ-খোচাৰ কৰিলে।

সাত দিনৰ মূৰত ঠিকাদাৰ আৰু পূৰ্ণিমাক তিনচুকীয়াৰ ঘৰ এটাত পালোঁ। যদিও কথাটো গোপনে ৰখাই মোৰ উদ্দেশ্য তথাপি ঠিকাদাৰক হাত-কেৰেয়া লগাই থানালৈ আনিম বুলি ভয় খুৱালোঁ। ঠিকাদাৰে ক'লে,—"মোৰ গাত দোষ নাই। তেওঁ নিজে বিয়াৰ ভয়ত পলাই আহিছে। বয়সিয়াল ছোৱালী, কোনো মতামত নোলোৱাকৈ বিয়া পতা দেউতাকৰেই অন্যায়। তথাপি যদি মোক দোষী কৰে, মোৰ ক'বলৈ একো নাই পূৰ্ণিমায়েই তাৰ উত্তৰ দিব।"

পূৰ্ণিমাক সুধিলত ক'লে,—"মই যি আহিলোঁ আহিলোঁৱেই, আকৌ ঘৰলৈ নাযাওঁ।"

মই কলোঁ,—"নাযাওঁ বুলিলে নহয় ; যাবই লাগিব। ভালে ভালে নগ'লে চিপাহী লগাই চো-চোৱাই নিয়াম।"

বহুত ভাবি ধমক দিয়াৰ পাচত ক'লে—"মোৰ বিয়া হ'লে ঠিকাদাৰৰ লগতে হ'ব লাগিব ; নহলে

ঘৰতে থাকিম। আনলৈ বিয়া নোসোমাওঁ।”

মই : বাৰু সেইবোৰ হ'ব। প্ৰথমতে ঘৰলৈ ব'লা। ঠিকাদাৰলৈ দিব লাগিলেও নিয়ম-মতে বিয়া দিব লাগিব। এনে ভাবে এৰিলে পৰিয়ালটোৰ বদনাম এটা কাল-লৈকে থাকি যাব।

বহুত চেষ্টাৰ মূৰত কোনো গোলমাল নকৰাকৈ তেওঁ ঘৰলৈ আহিল। যদিও কাম অতি গোপনেই হৈছিল, তথাপি কথাটো সম্পূৰ্ণ গোপনে নাথাকিল। আনে নাজানিলেও ইয়াৰ পুলিচ কৰ্ম্মচাৰী প্ৰায়-বোৰেই কথাটোৰ গম পালে। যাৰ লগত বিয়া হোৱাৰ কথা আছিল, তেওঁকো কোনোবাই জনালে। তাৰ ফলত তেওঁ বিয়া কৰাবলৈ অসম্মত হ'ল।

পূৰ্ণিমাৰ কিন্তু ঘৰত মন নবহা হ'ল; ঠিকাদাৰৰ কথা ভাবিয়েই বাউলী হৈ পৰিল। সুবিধা পালে যে তেওঁ আকৌ ঠিকাদাৰক বিচাৰি পলাব সেইটো স্পষ্টকৈ বুজা গ'ল।

ৰখীয়া-পৰীয়া দি জীয়েকক ৰাখিব লগা হোৱাত দুৰ্গা বৰুৱাৰ মনত সুখ-শান্তি নোহোৱা হ'ল। শেহত তেওঁ এটা বেলেগ অভিসন্ধিত ধৰিলে। ইয়াত সকলোৱে জনা এটা নামজ্বলা চোৰ আছিল। সি মাজে মাজে কোনো কোনো পুলিচ কৰ্ম্মচাৰীৰ ওচৰলৈ আহে। তাত যে কিবা ভিতৰুৱা ৰহস্য আছিল তাত সন্দেহ নাই। দুৰ্গা বৰুৱাই এই কথাৰ গম পাইছিল। তেওঁ চোৰটোক হাত কৰি লৈ তাৰ লগত কিবা এটা ফন্দী আউটিলে।

কেইদিনমানৰ পিচত এদিন ৰাতি নগৰৰ এজন দোকানীৰ দোকানৰ পৰা সোণৰ অলঙ্কাৰ, নগদ টকা আৰু কেইখনমান দামী কাপোৰ চুৰি হ'ল। দোকানীয়ে থানাত এজাহাৰ দিলে। পুলিচে অনু-সন্ধান কৰি সকলো মাল ঠিকাদাৰৰ ঘৰত পালে আৰু তেওঁক হেণ্ড-কাফ দি ধৰি আনি চোৰ বুলি চালান দিলে। যদিও ঠিকাদাৰে সেই ৰাতি ঘৰৰ পৰা ক'লৈকো ওলোৱা নাই বুলি প্ৰমাণ দিলে, তথাপি চোৰাই মাল ৰখাটো প্ৰমাণ হৈ গ'ল। হাকিমে তেওঁক ছমাহ ফাটেকত দিলে। তেওঁ আপীল কৰিছিল, কিন্তু মুক্তি নাপালে।

ঠিকাদাৰ ফাটেকত পৰাৰ পৰা পূৰ্ণিমাৰ উদ্ভ-গুলি কমিল, কিন্তু দৰা নোলাল। একেবাৰেই যে নোলাল এনে নহয়, প্ৰত্যেক বছৰতে এজো জনৰ লগত বন্দবস্ত হৈছিল, কিন্তু মূৰামূৰিত ৰহস্য ওলাই পৰে আৰু বিয়া ভাগি যায়। এনেকৈয়ে চাৰি বছৰত চাৰিখন বিয়া ভাগিল।

ইয়াৰ পৰা যোৱাৰ পাচত কি হৈছে মই নাজানিছিলোঁ। তোমাৰ চিঠি পাইহে বুজিলোঁ, এইবাৰ তুমিয়েই বান্ধত পৰিছা। পতা বিয়াখন ভঙা যদিও অনুচিত তথাপি আচল কথাখিনি তোমাক নোকোৱাটো তাতোকৈ অনুচিত বুলি ক'ব লগাত পৰিলোঁ। এতিয়া তোমাৰ যি অভিৰুচি তাকে কৰিবা।

আৰু এটা কথা। পূৰ্ণিমা বয়সত তোমাতকৈ ডাঙৰ নহলেও সৰু যে নহয়, তাত সন্দেহ নাই।

তোমাৰ শুভাকাঙ্ক্ষী

মহেন্দ্ৰ

গোলকে পূৰ্ণিমাৰ সম্পৰ্কে তেওঁৰ ধাৰণাকে লৈ আছিল। গাড়ীৰ দুৰ্ঘটনাত লগ পোৱা গাভৰু গৰাকীয়েই পূৰ্ণিমা বুলি তেওঁৰ বিশ্বাস জন্মিছিল। তেওঁৰ মনত আৰু ধাৰণা বহিছিল যে যিজনী ছোৱালীয়ে তেওঁৰ নিৰ্ম্মল মনত ছাপ ৰাখি যাব পাৰিছিল, তেওঁ কেতিয়াও বেয়া হ'ব নোৱাৰে।

চিঠিখন পঢ়ি তেওঁৰ ধাৰণা সলনি হ'ল। তথাপি তেওঁ ভাবিলে,—হয় তো তেওঁৰ ধাৰণা ঠিকেই, পূৰ্ণিমা সেইজনী ছোৱালী নহয়। তেওঁ নবেন্দ্ৰক সুধিলে,- -"তুমি ছোৱালীজনী দেখা নাছিলা জানো?"

নবেন্দ্ৰ : নাই। দেউতাই চাইছিল। মই অৱশ্যে ফটো দেখিছোঁ।

গোলক : চাওঁ ফটোখন আনাচোন।

নবেন্দ্ৰ : কিয়?

গোলক : এনেকুৱা কান্তিমতী কামিনীৰ লগত চিনাকিটো থকা ভাল।

নবেন্দ্ৰই ফটোখন আনিলে। ফটোখন দেখি গোলকে স্বস্তিৰ নিশ্বাস এৰিলে। যি হওক, এওঁ তেওঁৰ মানস-প্ৰতিমা নহয়, এতিয়াও তেওঁৰ বিষয়ে নিজৰ বিশ্বাস ভুল বুলি প্ৰমাণ হোৱা নাই।

গোলকে ফটোখন মনোযোগেৰে চাই ক'লে.—"ছোৱালীজনীৰ গঢ়টো ধুনীয়াই, কিন্তু কণায়া যেন দেখি। বৰ ক্ষীণ, গাল দুখন অলপ সোমোৱা, কিছু আৰি-কুঁজাও। বয়স অতি কমেও তেইশ-চৌবিশ হ'ব। কিন্তু আগেয়ে সকলো কথা নজনা হ'লে এইবোৰ দোষ ঘপৰাই চকুত নপৰিল হেতেন।"

নবেন্দ্ৰ : মোৰ চকুতেই তেতিয়া পৰা নাছিল।

গোলক : চিঠি পোৱাৰ পাচত তুমি কি কৰিলা?

নবেন্দ্ৰ : মই চিঠিখন দেউতাক দিলোঁ। দেউতাই সেই দিনাই বিয়া নহয় বুলি দুৰ্গা বকৱালৈ চিঠি লিখিলে।

গোলক : কাৰণ দিলে কি?

নবেন্দ্ৰ : কাৰণ আৰু কি দিব! দেউতাই লিখিলে কোনো ৰহস্যজনক ভিতৰুৱা কাৰণ থকাত তাত বিয়া কৰোৱা নহ'ব। তেওঁ আন ঠাইত ব্যৱস্থা কৰক।

গোলক : তেওঁক বাৰু আন ঠাইত ব্যৱস্থা কৰিবলৈ দিলা, পিচে তোমাৰ ব্যৱস্থা কৰিছা ক'ত?

নবেন্দ্ৰ : এতিয়ালৈকে ক'তো হোৱা নাই। সেইহে কৈছোঁ বোলো মোৰ বিয়ালৈ বহুত দিন বাট চাব লাগিব। পিচে তোমাৰ বিয়া বোলে অলপতে হ'ব?

গোলক : কোনে ক'লে?

নবেন্দ্ৰ : কোনে ক'ব! কন্যাৰ যি গৰাকী। তুমি ইমান দিনে মোক কথাটোকে জনোৱা নাই।

গোলক : আগ ধৰি জনোৱা জানো ভাল! মূৰা-মূৰিত কি হয় কোনে জানে! তোমাৰ নিজৰ কথাটোকে ভাবাঁচোন।

নবেন্দ্ৰ : তোমাৰ মোৰ কথা একে নহয়। বাধা হাকিমৰ ভনীয়েকৰ নিচিনা ছোৱালী যাৰে তাৰে ভাগ্যত নিমিলে। ৰূপে-গুণে একোতে আঁৰ ধৰিবলৈ নাই।

গোলক : তুমি কেনেকৈ জানিলা?

নবেন্দ্ৰ : তেওঁলোকৰ ঘৰ বৰ বেছি আঁতৰত নহয়, মাইঁত মাজে-সময়ে যায়। হাকিমনীও ননদেকৰে সৈতে কেতিয়াবা ফুৰিবলৈ আহে। মাইঁতৰ পৰা শুনিছোঁ বোলে বোৱা—কটা, ৰন্ধা-বঢ়া, ঘৰ-দুৱাৰ সজোৱা আদি কামত তেওঁ বৰ পাকৈত। নিজেই চেষ্টা কৰি লিখা-পঢ়াও শিকিছে। স্বভাৱ চৰিত্ৰও বৰ ভাল; আন ছোৱালীৰ চঞ্চলতা তেওঁৰ গাত নাই। খাইকৈ তেওঁ পৰাপক্ষত চাকৰ-চাকৰণীৰ ওপৰত নিৰ্ভৰ নকৰে। মুঠতে, আগতে

তোমাৰ লগত ঠিক হৈ নথকা হ'লে ইয়াতে তেওঁৰ বহুতো প্ৰাৰ্থী ওলাল-হেতেন। ৰূপতো ক'বলৈকে নাই। এদিন আমাৰ ঘৰলৈ আহোঁতে নিলগৰ পৰা দেখাৰ সৌভাগ্য ঘটিছিল। তেতিয়া অৱশ্যে তোমাৰেই ভাবী পত্নী বুলি জনা নাছিলোঁ। পিচত হে শুনিলোঁ বোলে তোমাৰ লগত বিয়া ঠিক হৈ আছে; তোমাৰ পৰীক্ষা হৈ গ'লেই বিয়া হ'ব।

গোলক : এক প্ৰকাৰ তেনেকুৱাই কথা আছিল।

নৰেন্দ্ৰ : তুমি পাচে ছোৱালীজনী দেখিছা নে নাই ?

গোলক : নাই।

নৰেন্দ্ৰ : ফটো একা ?

গোলক : নাই দেখা। মই কলিকতাত থাকোঁতেই দেউতাই বন্দবস্ত কৰিলে। তাৰ পাচত দেউতাক কেনেকৈ ফটোৰ কথা কওঁ। তাৰ উপৰি ঠিক-ঠাক হৈ যোৱাৰ পাচত ফটো চোৱা নোচোৱা একে কথা।

নৰেন্দ্ৰ : ব'লা তেন্তে হাকিমৰ ঘৰলৈকে যাওঁ। তুমি ইয়ালৈ আহিছা যেতিয়া এবাৰ দেখা কৰা উচিতো।

গোলক : নহয় ভাই, মই যাব নোৱাৰোঁ। হাকিমৰ লগত মোৰ চিনাকি নাই বুলিলেই হয়। সম্বন্ধ পতাৰ আগতে কেতিয়াবা নিলগৰ পৰা দেখিছিলোঁ; তেৱোঁ তেনেকৈয়ে দেখিব পাৰে। কথা-বতৰা কেতিয়াও পতা নাই। সম্বন্ধ স্থিৰ কৰাৰ পাচত মই কলিকতাত থাকোঁতেই তেওঁ বদলি হৈ যায়। সেই কাৰণে মোৰ যাবলৈ বেয়া লাগে।

নৰেন্দ্ৰ : তোমাৰ যাবলৈ বেয়া লাগিলেও হাকিমে নিজেই যদি তোমাক বিচাৰি আহে! তুমি জানো গুৱাহাটীত নামিবা বুলি লিখা নাই ?

গোলক : মই তেওঁলৈ কেতিয়াও এটা আখৰো লিখা নাই। যি লিখিছে দেউতাই হে।

নৰেন্দ্ৰ : কিন্তু আহিছা বুলি গম পালে নিশ্চয় তেওঁ তোমাক বিচাৰিব।

গোলক : তোমালোকে নজনালে তেওঁ কেনেকৈ গম পাব। মই কালিলৈ যামেই। ইয়াৰ ভিতৰত তোমালোকে কাকো নক'বা। মই এতিয়া তেওঁৰ লগত দেখা কৰিব নোখোজোঁ।

নৰেন্দ্ৰ : শিক্ষিত মানুহ ইমান লাজকুৰীয়া হয় নে ?

গোলক : হয় নে নহয় মই ক'ব নোৱাৰোঁ। কিন্তু মই গ'লে বহুতে ছোৱালী চাবলৈকে আহিছিলোঁ বুলি কোৱা-মেলা কৰিব। সেইটো মই ভাল নাপাওঁ। দেউতাৰ ওপৰতে নিৰ্ভৰ কৰিছোঁ যেতিয়া, মানুহক আন প্ৰকাৰে ভাবিবলৈ সুযোগ দিব নোখোজোঁ। বিশেষকৈ এতিয়া ছোৱালী চোৱা-নোচোৱাৰ কোনো মূল্য নাই।

কথা ইমানতে শেষ কৰি দুয়ো চাহ-জলপান খাই ফুৰিবলৈ ওলাল আৰু ৰাতি খাবৰ সময়তহে ঘৰলৈ উলটিল। পিচ দিনা পুৱা বেলাও দুয়ো তেনেকৈয়ে ঘূৰি-পকি কথা পাতি কটালে আৰু দুপৰীয়া আহাৰৰ পাচত জাহাজলৈ খোজ ল'লে।

নৰেন্দ্ৰ সেই দিনা কাছাৰীলৈ যোৱা নাছিল। তেওঁ গোলকক জাহাজত আগ বঢ়াই থলেগৈ।

# একাদশ অধ্যায়

## নিৰুপায়

গোলকে ঘৰ পাবৰ দিনাই গধুলি মহীধৰক লগ ধৰিবলৈ গ'ল। মহীধৰ তেতিয়া কাছাৰীৰ পৰা আহিছিল মাত্র। পৰীক্ষাৰ খা-খবৰ লোৱাৰ পাচত মহীধৰে ক'লে,—"তোৰ মানসী প্ৰতিমাক মই বিচাৰি উলিয়াব নোৱাৰিলোঁ। তোৰ লগত সম্বন্ধ পাতিব পৰা যিমান মানুহ নগৰত আছে, তেওঁলোকৰ কাৰো ঘৰত সেই ছোৱালী নাই। অকল সেয়ে নহয়, নগৰৰ ওচৰ চুবুৰীয়া গাৱঁতো তোৰ লগত সম্বন্ধ পাতিব পৰা মানুহৰ খা-খবৰ কৰিলোঁ; কিন্তু তেওঁ ক'তো নোলাল। মোৰ এতিয়া পূৰা বিশ্বাস তেওঁ ইয়াৰ নহয়; আন কোনোবা ঠাইৰ পৰাহে আহিছিল। দুৰ্গা বৰুৱাৰ ছোৱালীও দেখিলোঁ; তেওঁ নহয়।"

গোলক : তেওঁ যে নহয়, ময়ো জানিব পাৰিছোঁ।

মহী : কেনেকৈ?

গোলকে তেতিয়া নৰেন্দ্ৰৰ ঘৰত পূৰ্ণিমাৰ সম্পৰ্কে শুনা সকলো কথা মহীধৰক ক'লে। মহীধৰে কলে, —"দেখিছ কি ভুল কৰিব খুজিছিলি! যি হওক, ইমানতে ৰক্ষা। নতুবা আৰু কিছু আগ বঢ়া হ'লে কথা বিষমেই হ'লহেতেন। পিচে বাধা বৰুৱাৰ লগত দেখা হৈছিল নে নাই?

গোলক : নাই। তেওঁ কেনেবাকৈ লগ ধৰে বুলি গুৱাহাটীত এৰাতি থাকিয়েই পলালোঁ।

মহী : বেয়া কৰিলি। লগ পোৱা হ'লে ভাল আছিল।

গোলক : কিয়?

মহীধৰে তেতিয়া মিনাইৰ পৰা যি শুনিছিল সকলো গোলকক ক'লে। গোলকে ক'লে,—"মিনাইৰ কথা বোধ কৰোঁ সঁচা নহয়। হোৱা হ'লে নৰেন্দ্ৰই গম পালেহেতেন। কিন্তু তেওঁ মোৰ লগতে হাকিমৰ ভনীয়েকৰ বিয়া হব বুলিহে জানে।"

মহী : মিনাইৰ কথা মিছা বুলি মই তেতিয়াই অনুমান কৰিছিলোঁ।

গোলক : মিছায়েই হ'ব লাগে। অৱশ্যে সঁচা হোৱা হ'লেই মই ভাল পালোঁহেতেন।

মহী : তেতিয়া কি লাভ হ'লহেতেন? দুৰ্গা বৰুৱাৰ ছোৱালী বিয়া কৰালিহেতেন নে কি?

গোলক : নকৰাওঁ।

মহী : তেন্তে? এঠাইত নহয় এঠাইত তই বিয়া কৰাবই লাগিব।

গোলক : লাগিব। তথাপি কিছু দিন বেহাই পালোহেতেন।

মহী : যাৰ লগত বিয়া হ'ব লাগে হ'বই। মিছাতে বলিয়ালি নকৰাই ভাল।

গোলক : কিন্তু সেই প্ৰথম পৰশৰ মাদকতা এতিয়াও যোৱা নাই।

মহী : বিয়া কৰালেই যাব।

গোলক : মোৰ বিশ্বাস নহয়।

মহী : বিশ্বাস হওক বা নহওক, তই বিয়া কৰাবলৈ বাধ্য। দেউতাৰৰ কথাৰ ওপৰত কথা ক'ব পাৰিবি জানো? তাতে আগতে তই মত দি থৈছ।

গোলক : এৰা, উপায় নাই।

# দ্বাদশ অধ্যায়

## ব্যৰ্থ প্ৰয়াস

গোলক ঘৰলৈ অহাৰ কেইদিনমান পাচতে গোপাল মৌজাদাৰে ৰাধা বৰুৱাৰ পৰা এই চিঠিখন পালে।—

পৰমাত্মীয়বৰেষু,

শ্ৰীযুত গোলক পৰীক্ষা দি আহিল। গুৱাহাটীত এৰাতি আছিল। পিচ দিনা খবৰ পাই মই বিচাৰি গৈছিলোঁ; নাপালোঁ। তেওঁ তাৰ আগতে গুৱাহাটী এৰিলে। গুৱাহাটীলৈ আহিও এবাৰ দেখা নিদিয়াত আমি সকলোৱে বেজাৰ পাইছোঁ। কোন দিনা আহিব আগ ধৰি গম পোৱা হ'লে জাহাজলৈকে গলোঁহেতেন আৰু মোৰ ঘৰতে থকাৰ দিহা কৰিলোঁহেতেন। তেওঁ অহাৰ খবৰটোও আমাক নিদিলে। বিয়াখন আগতে হৈ যোৱা হ'লে, তেওঁ এতিয়াও আমাক এনেকৈ পৰ ভাবিব নোৱাৰিলে-হেতেন। সি যি কি নহওক, এতিয়াও সোনকালে বিয়াখন পতা ভাল বুলি ভাবোঁ। সেই বিষয়ে মই সম্পূৰ্ণৰূপে আপোনাৰ ওপৰতে নিৰ্ভৰ কৰিছোঁ। আপুনিয়েই দিন-বাৰ চোৱাই কেতিয়া সুবিধা হয় ঠিক কৰিব; সেই মতেই মই আয়োজন কৰিম।

আৰু এটা কথা। বিয়া ক'ত পাতিব খোজে? গুৱাহাটীত নে তেজপুৰত? গুৱাহাটীত হ'লে মোৰ সুবিধা হয়। তেতিয়া দীঘলীয়া ছুটিৰ প্ৰয়োজন নহয়। আপোনালোকৰ থকা-মেলাৰো সহজে ব্যৱস্থা কৰিব পাৰিম। যদি আপোনাৰ আপত্তি থাকে আৰু পূৰ্ব্বৰ কথামতে তেজপুৰত হে পাতিব খোজে তেন্তে তাকো জনাব। মুঠতে এইটোও আপোনাৰ ইচ্ছাৰ ওপৰতে নিৰ্ভৰ কৰে।

আমাৰ ভাল। আপোনালোকৰো ভাল বুলিয়েই আশা কৰিলোঁ। উত্তৰলৈ বাট চাই থাকিলোঁ। ইতি

আপোনাৰ

ৰাধা

চিঠিখন পঢ়ি গোপালে বুজিলে মিনাইৰ কথা মিছা। কিন্তু তেনে মিছা কথা ক'বৰ তাৰ কি প্ৰয়োজন আছিল!

সেই দিনা মহীধৰ আহিলত মৌজাদাৰে ৰাধাৰ চিঠিৰ কথা ক'লে। মহীধৰে ক'লে,—"মিনাইৰ কথা মিছা বুলি মই তেতিয়াই বুজিছিলোঁ। তেতিয়াই মই আপোনাক কৈছিলোঁ নহয় তাক দুৰ্গা বৰুৱাই পঠিয়াইছে বুলি। আচল কথা হৈছে বৰুৱাৰ জীয়েকৰ স্বভাব ভাল নহয়; য'তে বন্দবস্ত কৰে তাতে ভাগে। এইবাৰো নৰেন্দ্ৰ ফুকনৰ লগত ঠিক হৈছিল, বহাগতে বিয়াৰ কথা আছিল। কিন্তু ইয়াৰ ভিতৰতে তেওঁৰ কীৰ্ত্তি ধৰা পৰিল; বিয়া ভাগিল। সেই হে গোলকক ধৰিবলৈ নিজে জাল পেলোৱাৰ উপৰিও মিনাইৰ হতুৱাই জাল পেলোৱাইছিল"

মহী: তুমি ইমানবোৰ খবৰ ক'ত পালা?

তেতিয়া মহীধৰে গোলকৰ পৰা শুনা সকলো কথা গোপালক ক'লে। মৌজাদাৰৰ মনৰ সকলো সন্দেহ আঁতৰ হ'ল। মহীধৰে ক'লে,—"মিনায়ে ইয়াত চেষ্টা কৰিয়েই যে বহি আছে, মোৰ মনে নধৰে সি গুৱাহাটীলৈ মাজে মাজে গৈয়েই থাকে। মোৰ বোধেৰে সি হাকিমকো আমাৰ বিষয়ে লগাইছে কিজানি।"

গোপাল: অসম্ভৱ নহয়। সেই কাৰণে বিয়াখন সোনকালে পতাই ভাল। সেয়ে হ'লে সকলো সন্দেহৰ মূৰ মৰিব।

মহী : সোনকালে বুলি এতিয়াই সুবিধা নহয়। এতিয়া ভাদত হ'বই নোৱাৰে। আহিনতো সুবিধা নহয়। সেই কাৰণে মোৰ মতে আঘোণত পতাই ভাল।

গোপাল : এৰা, তেনেকৈয়ে লিখি দিওঁ। বিয়াৰ দিন চোৱাই-চিতাই পিচত জনাম।

এই কথা-বতৰাৰ কিছু সময়ৰ পাচত মিনাই মৌজাদাৰৰ ওচৰলৈ আহিল আৰু কিবা কিবি কথা বতৰাৰ পাচত ক'লে—"পিচে বোপা পৰীক্ষা দি আহিল। এতিয়া মই কোৱা কথাটো কি কৰে?"

গোপাল : কি কথা?

মিনাই : বোপাৰ বিয়াৰ কথা। ৰায় চাহাবৰ জীয়েকৰ বিষয়ে যে কৈছিলোঁ।

গোপাল : সেইটো ন'হব।

মিনাই : কিয়? আন কৰবাত ঠিক কৰিব খুজিছে নে কি?

গোপাল : তোমাৰ সেইবোৰ দৰকাৰ নাই। তাত নহ'ব বুলি কৈছোঁ, সেয়ে খাটাং কথা।

মিনাই : হোৱা হ'লে ভাল আছিল।

গোপাল : কিয়? তোমাৰ কিছু উপাৰ্জ্জনৰ আশা আছিল হবলা? সেই সুবিধা তোমাক দিব নোৱাৰিলোঁ। যোৱাঁ।

মিনাইৰ মুখ ক'লা পৰিল। তেওঁৰ অভিসন্ধি ধৰা পৰিল বুলি বুজি কথা ক'বলৈকে সাহ নোহোৱা হ'ল, তল মুৰ কৰি লাহে লাহে ওলাই গ'ল।

# ত্ৰয়োদশ অধ্যায়

## মোহন

দোলন বৰাৰ ঘৰ তেজপুৰৰ পৰা সাত মাইল আঁতৰত, এখন গাৱঁত। মানুহ জন বৰ দুখীয়া। দুবিঘামান ৰূপিত মাটি আছে; তাতে হাল-কোৰ বাই ধান-খেতি কৰি কোনো মতে প্ৰবৰ্ত্তি আছে। কেই জনীমান গাই, কেইজনী মান ছাগলী, আৰু পাৰও জোৰ চেৰেক পোহে। তাৰ পৰাও সামান্য উপাৰ্জ্জন হয়। তাৰেই বাকৰি-ভঁৰালি মাৰি কাপোৰ একোডোখৰ লয়। তেওঁৰ ছোৱালী এজনী আৰু লৰা এটা। ছোৱালীজনী ওচৰৰে এজন পঢ়াশালিৰ পণ্ডিতলৈ বিয়া দিছে।

ল'ৰাটোৰ নাম মোহন। বাপেকে কোনোমতে ক-ম দুটামান চিনক বুলি পঢ়াশালিত নাম লগাই দিয়ে। তাতে তিনীছিয়েক পণ্ডিত হোৱাত মাচুলো দিব নালাগিছিল। বাপেকৰ উদ্দেশ্য আছিল যাতে আন নহলেও ল'ৰাই পট্টাখন চাই খাজানা আৰু মাটিৰ পৰিমাণ ধৰিব পৰা হয়। কিয়নো কোনো কোনো বাৰ মহৰীয়ে সৰহকৈ টকা নি কম টকাৰ ৰচিদ দি ঠগে বুলি তেওঁৰ ধাৰণা আছিল।

মোহন পঢ়া-শুনাত বৰ চোকা আছিল। সেই কাৰণে কোনো শ্ৰেণীতে নোৰোৱাকৈ আগ বাঢ়িবলৈ ধৰিলে। ওপৰ শ্ৰেণীত পঢ়োঁতে মাটি জোখা আৰু কালি উলিয়াই খাজানা কচা দেখি বাপেকে বং পাইছিল আৰু আন মানুহক কৈছিল, "এতিয়া আৰু মণ্ডলে ঠগিব নোৱাৰে; মোৰ লৰায়ো মণ্ডলৰ কাম কৰিব পাৰিব।"

এনেকৈয়ে প্ৰাইমাৰী পৰীক্ষাত উত্তীৰ্ণ হৈ মোহনে বৃত্তি লাভ কৰিলে। বাপেকৰ আৰু পঢ়াবৰ মন নাছিল। ওচৰ চুবুৰীয়াৰ দুই-একজনে যদিও পঢ়াবলৈ কৈছিল, তথাপি বেছি ভাগে মানা কৰিছিল। তেওঁলোকে কৈছিল,—"তুমি দুখীয়া মানুহ, জিলাত স্কুলত পঢ়াবলৈ ধন ক'ত পাবা। ল'ৰা

এতিয়া বুজন হৈছে, তোমাৰো বয়স হৈছে। তাক হাল-কোৰত লগাই দিয়াই ভাল।” আচল কথা হৈছে দোলনৰ নিচিনা এটা দুখীয়া মানুহৰ লৰাই ইংৰাজী পঢ়ি তেওঁলোকৰ ল'ৰাতকৈ ভাল হ'ব বুলি তেওঁলোকে বেয়া পাইছিল। মোহনৰ কিন্তু পঢ়িবলৈ বৰ মন; তাতে বৃত্তিও পাইছে। ভিনীহিয়েকেও পঢ়াব লাগে বুলি টানি ক'লে। শেহত দোলন সন্মত হ'ল। ভিনীহিয়েকে লৈ গৈ জিলাৰ ইংৰাজী স্কুলত মোহনৰ নাম লগাই দিলে। মোহনেও মনোযোগেৰে পঢ়িবলৈ ধৰিলে।

পঢ়াশালিত মোহনৰ বৰ কষ্ট গ'ল। স্কুললৈ আহোঁতে যাওঁতে দিনৌ চৈধ্য মাইল বাট খোজ কাঢ়িব লাগে। পুৱা আঠমান বজাতে কৰ্কৰা-পইতা যি পায় দুটামান খাই ওলায় আৰু গধূলি সাত-আঠ বজাত ঘৰ পায়গৈ। ঘৰত পঢ়িবলৈ নিচেই অলপ সময় হে পায়। তাতে আঠ দহ ঘণ্টা একো নোখোৱাকৈ থাকি আকৌ সাত মাইল বাট খোজ কাঢ়ি বোৱাত বৰ ভাগৰ লাগে। ৰাতি প্ৰায়ে পঢ়িব নোৱাৰে। পুৱতী নিশা শোৱাৰ পৰা উঠি দুই তিনি ঘণ্টামান যি পঢ়ে সেয়েই মাথোন পঢ়া।

তথাপি তেওঁ কোনো শ্ৰেণীতে ৰ'ব লগা নহ'ল। মোহনৰ অৱস্থাৰ কথা জানি বৃত্তি ঢুকালতো হেড-মাষ্টৰে ইন্‌ছপেক্টৰলৈ লিখি মাচুল মাফ কৰাই দিয়ালে। এনেকৈয়ে চাৰি বছৰৰ আগতে তেওঁ দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পাছ কৰিলে। যদিও মোহনে শেহলৈকে ঘৰৰ পৰাই অহা-যোৱা কৰিছিল আৰু মাচুলো মাফ আছিল, তথাপি অন্যান্য খৰচৰ বাবে শেষ ছোৱাত বাপেকে দুশমান টকা ধাৰ কৰিব লগাত পৰিছিল। তেতিয়া ধাৰলৈ তেওঁৰ সিমান ভয় নাছিল; পুতেকে কিবা কামত সোমাই ধাৰ মাৰিব পাৰিব বুলি তেওঁৰ আশা হৈছিল।

এণ্ট্ৰেন্স পাছ কৰাৰ লগে লগেই মোহনৰ শিক্ষা শেষ হ'ল। তেওঁ চাকৰি বিচাৰিবলৈ ধৰিলে। দাৰোগা হোৱাই তেওঁৰ অভিপ্ৰায় আছিল, সেই উদ্দেশ্যে তেওঁ দৰ্খাস্ত দিলে। ইফালে অস্থায়ী চাকৰিত সোমাই দুপইচা উপাৰ্জ্জন কৰাতো লাগিল। এনেকৈয়ে দুবছৰ গ'ল; তেওঁৰ চেষ্টাৰ একো ফল নহ'ল। যাৰ খাটনি ধৰোঁতা আছিল, নাইবা যাৰ লগা-ভগা মানুহে পুলিচত চাকৰি কৰিছিল তেনে লোকে এণ্ট্ৰেন্স পাছ নকৰাকৈয়ে চাকৰি পাইছিল। কিন্তু তেওঁৰ হৈ মাতোঁতা কোনো নাছিল, সেই কাৰণে তেওঁৰ আবেদন বিফল হৈছিল।

মিনাই ঠিকাদাৰৰ শহুৰেকৰ ঘৰ দোলনৰ ঘৰৰে লগালগি। মিনাই মাজে মাজে শহুৰেকৰ ঘৰলৈ যায় আৰু সেই আলমতে মোহনহঁতৰ লগতো তেওঁৰ চিনা-পৰিচয় ঘটে।

দুৰ্গা বৰুৱাৰ ঘৰৰ কাষতে মিনাইৰ ঘৰ। আগৰে চিনাকী। এতিয়া অৱসৰ লৈ অহাৰ পিচত নানা কামত দুয়োৰে মাজত ঘনিষ্ঠতা বাঢ়ে। এদিন দুৰ্গা বৰুৱাই তেজপুৰৰ কোন কোন ল'ৰাই কিমান পঢ়িছে তাৰ খবৰ মিনাইৰ পৰা লয়। মিনায়ে আন আন ল'ৰাৰ লগতে মোহনৰ কথাও ক'লে আৰু কেনেকৈ তেওঁ দাৰোগাৰ চাকৰিৰ নিমিত্তে দৰ্খাস্ত কৰি এতিয়ালৈকে পোৱা নাই তাকো জনালে। দুৰ্গা বৰুৱাই সকলো আঁতি-গুৰি লৈ মোহনক এবাৰ তেওঁৰ ওচৰলৈ আনিবলৈ ক'লে।

মোহন আহিল আৰু বৰুৱাৰ প্ৰশ্নৰ উত্তৰত তেওঁৰ সকলো কথা ভাঙি-পাতি ক'লে। তাৰ পাচত ক'লে —“মোৰ কোনো সম্পৰ্কীয় মানুহ পুলিচ বিভাগত নাই; সেই কাৰণেই মোৰ দৰ্খাস্তৰ গুণ নধৰে।”

দুৰ্গা : কেইটামান নাম দিলেই হয়। সম্পৰ্ক আছে নে নাই কোনে জানিব! এই যে পুলিচৰ চাকৰিত সোমায়, তেওঁলোকৰ দৰ্খাস্তত দেখিবা কিমান চব ইন্সপেক্টৰ, ইন্সপেক্টৰৰ নাম। কাৰবাক বুলিছে দদাই, কাৰবাক মোমাই কাৰবাক ভিনীহি; অথচ কাৰো লগত কোনো সম্পৰ্কই নাই।

মোহন : ওপৰৰ পৰা যদি সোধে ধৰা নপৰিব নে?

দুৰ্গা : সেইটো আগতে বন্দবস্ত কৰি ৰাখিব লাগে, যাতে কোনোবাই সুধিলে তেওঁ-লোকে হয় বুলি কয়।

মোহন : সেইটো কেনেকৈ কৰিম?

দুৰ্গা : তুমি পুলিচত চাকৰি কৰিব খোজা, অথচ এই সামান্য কামটোকে কৰিব নোৱাৰা। এনেকৈ হ'লে তুমি চাকৰি পালেও উন্নতি কৰা টান হ'ব।

মোহন ওখই-ডাঙৰে, গঢ়ে-গতিয়ে সঁচাকৈয়ে চকুত লগা ডেকা। সেই বাবেই হ'ব পায় বৰুৱাৰ মৰম লাগিল। তেওঁ ক'লে—"বাৰু ভয় নাই, মই তোমাক সাহায্য কৰিম। চৰকাৰী চাকৰিত আমাৰ ইয়াৰ মানুহ নোহোৱাৰ নিচিনা; যি দুই এজন উপযুক্ত আছে তেওঁলোকে চাকৰি নাপাৰ কিয়? তুমি দৰ্খাস্ত এখন লিখি লৈ মোৰ ওচৰলৈ আহিবা, মই দেখিম চাকৰি দিয়ে নে নিদিয়ে।

সঁচাকৈয়ে দুৰ্গা বৰুৱাই সকলো প্ৰকাৰে মোহনক সাহায্য কৰিলে আৰু তাৰ ফলত তেওঁ এইবাৰ হেপাহৰ চাকৰি লাভ কৰিলে। দুৰ্গা বৰুৱাৰ প্ৰতি কৃতজ্ঞতাৰে তেওঁৰ অন্তৰ ভৰিল।

বৰুৱাই উপৰাচি মোহনক ইমান সাহায্য কৰাৰ উদ্দেশ্য আছিল। ডিব্ৰুগড়ত থাকোঁতে তেওঁ চাৰিবাৰ ঠিকঠাক কৰিও জীয়েকৰ বিয়া পাতিব নোৱাৰিলে। তেজপুৰলৈ আহিও বিশেষ আশা নেদেখিলে। মিনাইৰ পৰা মোহনৰ কথা শুনি আৰু লৰাটোৰ চেহেৰা দেখি তেওঁ ভাবিলে মোহনক হাতত ধৰা ভাল। যদি কোনোমতেই আন ক'তো দিহা নহয়, তেন্তে তেওঁৰ হাতলৈকে পূৰ্ণিমাক গতাব পাৰিব। কিন্তু সেই কথাৰ আভাস তেওঁ কাকো দিয়া নাই; আন কি মিনায়েও অলপ অনুমান হে কৰিছে। চাকৰি পালত তেওঁ মোহনক ক'লে,—"এতিয়া হাতত দুপইচা গোটাই লোৱাঁ, বিয়া-বাৰুৰ কথা ভাবিব নালাগে। অলপ টনকিয়াল হৈ উঠিলে ময়ে তাৰ দিহা কৰি দিম। সেই ভাৰ মই ললোঁ। মোৰ লগত বহুতো ভাল মানুহৰ চিনা-জনা আছে।

পেটৰ কথা পেটতে ৰাখি ইফালে তেওঁ পূৰ্ণিমাৰ নিমিত্তে দৰা বিচাৰিবলৈ লাগিল। নৰেন্দ্ৰ ফুকনৰ লগত এক প্ৰকাৰ ঠিক হৈছিলেই, কিন্তু মুখামুখি সময়ত ভাগি গ'ল। এতিয়া গোলকক হাত কৰিব পাৰে বুলি চেষ্টাত আছে।

গোপাল মৌজাদাৰৰ ঘৰৰ পৰা মিনাই পোনে পোনে দুৰ্গা বৰুৱাৰ ওচৰলৈ আহিল। মিনাইৰ চেহেৰা দেখিয়েই উদ্দেশ্য যে সিদ্ধি নহল, বৰুৱাই বুজিব পাৰিলে। তথাপি সুধিলে,—"কি উত্তৰ দিলে?"

মিনাই : উত্তৰ ভাল নহয়।

দুৰ্গা : কাৰণ?

মিনাই : কাৰণ তেওঁলোকে মোৰ ফাঁকি ধৰা পেলাইছে। মই বাটত গোলকক লগ পাইছিলোঁ। তেওঁ বোলে কলিকতাৰ পৰা আহোঁতে গুৱাহাটীত বৈছিল; নৰেন্দ্ৰ ফুকনৰ ঘৰতে আছিল। বোধ কৰোঁ নৰেন্দ্ৰই কিবা কৈছে।

দুৰ্গা : চাৰিওফালে ইমান শত্ৰু যে ক'তো একো ঠিক কৰিব নোৱাৰি! কি যে কৰিম, মই ভাবিয়েই পোৱা নাই।

মিনাই : মোৰ মনেৰে ইবোৰ-সিবোৰ এৰি মোহনলৈকে দিয়ক। তেওঁ আপোনাৰ কথা পেলাব নোৱাৰে। লৰাটোও ভাল, চাকৰিটোও ধন ঘটা চাকৰি। মই হ'লে একো বেয়া দেখা নাই।

দুৰ্গা : সি বা আকৌ কি কয়! জানাই নহয় উপকাৰীক অজগৰে খায়।

মিনাই : মোৰ বোধেৰে মোহনে আপত্তি নকৰে, বাপেকৰ মত হ'লেই হ'ব।

দুৰ্গা : এৰা, আৰু বাট চাব নোৱাৰি। তাকে কৰোঁ। তুমি বাপেকৰ মতটো আনা।

মিনাই : মই আজিয়েই তাৰ দিহা কৰিম।

মিনাই গ'ল। দুৰ্গা বৰুৱা খঙে-বিষে অধীৰ হৈ নানা প্ৰকাৰ চিন্তা কৰিবলৈ ধৰিলে।

# চতুৰ্দ্দশ অধ্যায়

## বিয়াৰ কথা-বতৰা

দুৰ্গা বৰুৱাৰ ঘৰৰ পৰা আহি সেই দিনাই মিনাই শহুৰেকৰ ঘৰলৈ গ'ল। শহুৰেকৰ ঘৰত জা-জলপান খাই গধূলি দোলনক লগ ধৰিলে। দোলনে বহিবলৈ কৈ তামোল-চালি আনি দিলে আৰু কি সকামত আহিছিল সুধিলে। মিনায়ে ক'লে,—"শহুৰহঁতৰ ঘৰলৈ বুলিয়েই আহিছিলোঁ। পিচে তোমাৰ লগতো অলপ কথা আছিল : সেই দেখি হে সোমালোঁ।

দোলন : কি কথা?

মিনাই : কথা হৈছে বোপাই চাকৰি কৰিছে যেতিয়া, এতিয়া আৰু টকা-পইচাৰ অভাব নহয়; তাতে পুলিচৰ চাকৰি এতিয়া মোহনৰ ঘৰখন পতাৰ দিহা নকৰা কিয়?

দোলন : চাকৰি কৰা দুবছৰেই হোৱা নাই। মোৰ অৱস্থা জনাই। বিয়া বুলিলেই জানো বিয়া হয়। হওঁতে ছোৱালী দিবলৈ আগ বঢ়া মানুহৰ লেখেই নাই। পিচে মই ভাবিছোঁ, আৰু দুবছৰমান কাম কৰি যি হয় অলপ ধন গোটাই লওক, ঘৰ-দুৱাৰখিনিও ভাল কৰা হওক। তাৰ পাচত এঠাইত যি হয় কৰা যাব।

মিনাই : ইয়াৰ ভিতৰতে কিছু টকা জমা নোহোৱাকৈ থকা নাই। অলপ অচৰপ লাগিলে আনৰ পৰাও আনিব পাৰিব।

দোলন : জমা ক'ৰ পৰা হ'ব! চাকৰি কৰিছে মুঠেই উনৈশ নে কুৰি মাহ। ইয়াৰ ভিতৰতে আগৰ দুশ টকাৰ ধাৰ বাঢ়িয়ে সৈতে শুজিব লগা হৈছে। ঘৰ কেইটাও মানুহ থাকিব নোৱাৰা হৈছিল, তাক মেৰামত কৰোঁতেও এশমান খৰচ হ'ল। মুঠতে তাৰ হাতত টকা নাই।

মিনাই : টকা নাই যদি নাই। এনে মানুহো ওলাব যি অলঙ্কাৰ পাতি টকা পইচা সকলো দি বিয়া দিব।

দোলন কিছু সময় অবাক হৈ মিনাইৰ মুখলৈ চাই থাকিল। তাৰ পাচত ক'লে,—"আপুনি কোনোবা বঙালী ছোৱালীৰ কথা কৈছে নে কি?

মোহনৰ পৰা শুনিছিলোঁ বোলে বঙাল দেশত হে টকা দি দৰা কিনা নিয়ম আছে।”

মিনাই : মই বঙাল দেশৰ দৰা কিনাৰ কথা কোৱা নাই। ইয়াত কোনো দৰ-ভাওৰ কথা নাই। শহুৰেক-জোঁৱায়েকে দৰকাৰ দেখিলে ইজনে সিজনক সহায় কৰা এটা মৰম-চেনেহৰ কথা। সেইটো কিনা-বেচাৰ কথা নহয়।

দোলন : আপুনি নো বাৰু কাৰ কথা ক'ব খুজিছে?

মিনাই : তুমি জানা দুৰ্গা বৰুৱাই সহায় নকৰা হ'লে মোহনে চাকৰি নাপায়। অৱশ্যে মই নলগা হ'লে বৰুৱায়ো সেইখিনি নকৰিলেহেতেন এতিয়াও মোহনলৈ তেওঁৰ বৰ চেনেহ। ছোৱালীজনী কেনে ধুনীয়া তুমি নিজেই দেখিছা। তায়ো বৰুৱাৰ বৰ মৰমৰ। মই ভাবিছোঁ দুয়োৰে বিয়াখন হ'লে বৰ ভাল হয়। তেওঁৰ ছোৱালী গুৱাহাটীৰ এজন উকীললৈ আৰু আমাৰ মৌজাদাৰৰ পুতেকলৈকো ধৰিছে। তেওঁ এতিয়াও কাকো কথা দিয়া নাই। এতিয়াই চেষ্টা কৰিলে মই মোহন বোপালৈকে ঠিক কৰিব পাৰিম বুলি ভাবোঁ।

দোলন : ইমান ডাঙৰ মানুহ এৰি তেওঁ আমাৰ নিচিনা মানুহৰ ঘৰলৈ ছোৱালী দিব নে?

মিনাই : দিব বুলিয়েই মোৰ বিশ্বাস। আৰু তোমাৰ লৰা জানো এতিয়া সৰু মানুহ! হাকিম-উকীলতকৈও তেওঁৰ অৱস্থা ভাল হে হ'ব।

দোলন : আৰু এটা কথা। আমি হ'লোঁ হালোৱা চহা মানুহ। তেওঁৰ ছোৱালী জানো আমাৰ ঘৰত চলিব পাৰিব!

দোলনৰ ঘৈণীয়েকে সকলো কথা শুনি আছিল। এতিয়া তেওঁ মাত লগালে,—“আমাক হাকিম-মুন্সিপৰ ছোৱালী নালাগে। ঘৰ ধৰি খাব পৰা হালোৱা-চহাৰ ছোৱালীহে লাগে হাকিমৰ ছোৱালীয়ে আমাক বন কৰি খুওৱাহে নালাগে শাহু-শহুৰ বুলিবলৈকে লাজ পাব। আমিহে তেওঁৰ খাল-পৈচান ধৰিব লাগিব।”

মিনায়ে হাঁহি হাঁহি ক'লে, —“তোমালোকৰ কথাত মোৰ হাঁহিহে উঠিছে। তোমালোক হালোৱা-চহা হ'ব পাৰা, কিন্তু তোমাৰ লৰা জানো চাকৰি এৰি হাল বাবলৈ আহিব? পুলিচৰ চাকৰি কৰা মানুহ, কেতিয়া ক'ত থাকে কোনে জানে! ঘৰলৈ কেতিয়াবা ছুটী লৈহে যদি এপাক মাৰিব পাৰে। য'তে বিয়া নকৰাওক, ছোৱালীজনী গিৰিয়েকৰ লগত নাৰাখি ইয়াতে ৰাখিব খুজিছা নে? তোমালোকে লৰাৰ কথা নাভাবি নিজৰ কথাটো হে ভাবিছা। লৰা যদি গাৱঁতে থাকিলহেতেন তেন্তে গাৱঁলীয়া ছোৱালী নিশ্চয় ভাল হ'লহেতেন। কিন্তু তোমালোকৰ লৰা ফুৰিব জিলাই জিলাই ঘূৰি। জিলাৰ একো নজনা ছোৱালী এজনী বিয়া কৰালে তেওঁ যেতিয়াই তেতিয়াই লাজত পৰিব লাগিব। তেনেকৈ লাজত পৰাৰ ভয়ত যদি লগত নাৰাখি ইয়াতে এৰি থ'ব লগা হয়, তেন্তে বিয়া কৰোৱাৰ পৰা লাভ হ'ব কি?”

মিনাইৰ কথা শুনি অলপ পৰ ভাবি দোলনে ক'লে,—“এৰা, হওঁতে কথাটো হয়। আমি নো কি ক'ম! লৰাক সুধি চাওক। সি ইংৰাজী পঢ়া লৰা; আমাতকৈ বেছি বুজে। সি যদি মত দিয়ে আমাৰ একো ক'বলৈ নাই।”

“বাৰু তেন্তে মই মঙ্গলবৈলে গৈ লৰাক সুধি হা-না এটা লৈ আহি তোমালোকক জনাম।”—

এনেকৈ কৈয়েই মিনাই উঠিল।

# পঞ্চদশ অধ্যায়

## লেঠাৰ হাত

পিচ দিনা মিনায়ে সকলো কথা দুৰ্গা বৰুৱাক জনালে। বৰুৱাই ক'লে,—"মোৰ বিশ্বাস মোহনে মত দিব। কিন্তু বাপেকৰ দৰেই বোধ কৰোঁ টকা-পইচা নাই বুলি আপত্তি উলিয়াব।"

মিনাই : বিয়াৰ খৰচটো দিয়াই ভাল। পলম হ'লে আকৌ বা কি হয় কোনে জানে! আন নহলেও ডেকা লৰা আন কাৰবাৰ ফান্দত পৰিব পাৰে।

দুৰ্গা : যদি এই আহিনতে বিয়া কৰাবলৈ গাত লয় তেন্তে বিয়াৰ খৰচৰ বাবে দুশমান টকা দিব পাৰোঁ। অলঙ্কাৰ পাতি, কাপোৰ-কানি, দান-মান, একো নিদিলেও হ'ব। তুমি কালিলৈকে মঙ্গলদৈলৈ যোৱাঁ আৰু এটা খাটাং বাতৰি লৈ আহাঁ।

মিনাই : আপুনি কোৱাৰ আগতে ময়ো তাকেই ভাবি আছোঁ। পিচে মোৰ হাতত সমূলি টকা-পইচা নাই ; জাহাজৰ খৰচটোৱেই নাই।

দুৰ্গা : বাৰু খৰচ পাবা।

তেতিয়াই তেওঁ ভিতৰলৈ গ'ল আৰু এখন পাঁচ টকীয়া নোট আনি মিনাইৰ হাতত দিলে।

টকা কেইটা লৈ মিনাই ঘৰলৈ গ'ল।

পিচ দিনা পুৱা খাকপতীয়ালৈ তৃতীয় শ্ৰেণীৰ টিকট এখন কিনি মিনাই জাহাজত উঠিল আৰু দুপৰীয়া নিৰ্দ্দিষ্ট ঘাট পাই নামিল। তাৰ পৰা খোজ কাঢ়ি গৈ মঙ্গলদৈ পালে। সেই দিনা মোহন ক'লৈকো যোৱা নাছিল, মিনায়ে ঘৰতে তেওঁক লগ পালে। মোহনে মিনাইৰ পৰা ঘৰৰ আৰু দুৰ্গা বৰুৱাৰ বা-বাতৰি ল'লে আৰু অকস্মাৎ তেওঁ তালৈ যোৱাৰ কাৰণ সুধিলে। মিনায়ে ক'লে,—"কাম আছে, একৰকম ডাঙৰ কামেই। লাহে ধীৰে ক'ম। সম্প্ৰতি গাটো ধুই লওঁ।"

মোহনে মিনাইক গা ধোৱাৰ দিহা কৰি দি ভাতৰ ব্যৱস্থা কৰালে। মিনায়ে গা ধুলে আৰু ভাত-পানী খাই এখন্তক জিৰাই ল'লে। তাৰ পাচ তেওঁৰ উদ্দেশ্যৰ কথা ভাঙি-পাতি ক'লে। লগতে পিতাকে যে সম্মতি দিছে তাকো জনালে।

কিছু সময় তলকা মাৰি থাকি মোহনে ক'লে,—"মই বিয়াৰ বিষয়ে সমূলি ভবাই নাছিলোঁ। কমকৈও আৰু দুবছৰমান কাম কৰাৰ পাচতহে ভাবিম বুলি স্থিৰ কৰিছিলোঁ। এতিয়ালৈকে যিবিলাকে বিয়াৰ প্ৰস্তাৱ কৰিছিল তেওঁলোকক তেনেকৈয়ে উত্তৰ দিছোঁ। মোৰ এতিয়াই বিয়া কৰাবৰ মন নাই।"

মিনাই : কিন্তু ৰায় চাহাবে তোমালৈ বৰকৈ আশা কৰিছে। তোমালৈ তেওঁৰ চেনেহ পুতেকতকৈ কম নহয়।

মোহন : ময়ো তেওঁক পিতাৰ দৰেই শ্ৰদ্ধা কৰোঁ। কিন্তু এই বিয়াত দুটা ঘাই অসুবিধা আছে। প্ৰথমতে এতিয়াই বিয়া কৰাবৰ মোৰ মন নাই। দ্বিতীয়তে তেওঁ হ'ল নগৰীয়া ধনী মানুহ, মই হলোঁ গাৱঁলীয়া, দুখীয়া। মই দুখীয়া মানুহৰ ছোৱালী বিয়া কৰালেহে শুৱাব।

মিনাই : কোন ধনী, কোন দুখীয়া কোনেও ক'ব

নোৱাৰে ; কালত সকলো ওলট-পালট হয়। এই দুৰ্গা বৰুৱাকে ধৰা। চাকৰিত সোমাওঁতে তেওঁৰ অৱস্থা তোমাতকৈও বেয়াহে আছিল। লিখা-পঢ়াও তোমাত-কৈ কম। পিচে নেদেখিছা আজি তেওঁৰ অৱস্থা। তোমাৰ অৱস্থা যে তেওঁতকৈও ভাল হ'ব সেইটো ধৰা-বন্ধা কথা। তুমি আজিৰ মনুহটোৱেই সদায় থাকিবা বুলি ভাবিছা নে ?

মোহন : আগলৈ যি কি নহওক, এতিয়াৰ কথা-টোও তো ভাবিব লাগিব। এতিয়া বিয়া পাতিব খুজিলে আন নালাগে, বিয়াৰ খৰচটোকেনো উলিয়াওঁ কেনেকৈ ?

মিনাই : সেই বিষয়ে তুমি ভাবিব নালাগে। ধনৰ যোগাৰ মই কৰি দিম। বিয়াখনত নো কিমান টকা লাগিব! দুশমান টকা হ'লেই হ'ব। জোৰণৰ বস্তু সকলো ৰায় চাহাবেই দিব। তুমি মুঠেই দৰাটো হৈ যাব লাগিব।

মোহন : টকা লৈ বিয়া কৰাবলৈ মোৰ মন নাই।

মিনাই : মন নাই যদি পিচত ঘূৰাই দিবা। এতিয়া কাকো নজনালেই হ'ল।

মোহনে কিছু সময় ভাবিলে। তাৰ পাচত ক'লে, "মই এতিয়াই একো ক'ব নোৱাৰোঁ। ভালকৈ ভাবি-চিন্তি চাওঁ।

মিনাই : মোৰ মতে ইয়াত ভাবিব চিন্তিবলৈ একো নাই। ৰায় চাহাবৰ যহতেই তোমাৰ চাকৰি ; তেওঁৰ কথা নাৰাখিলে ভাল হ'ব জানো! তাতে ছোৱালীজনী বেয়া হোৱা হলেও এক কথা আছিল। তুমি নিজে ছোৱালী দেখিছা, আৰু ধৰি-বলৈ একো নাই বৰং ৰূপেগুণে আন ছোৱালীতকৈ বহুত গুণে ভাল ! তেনে-স্থলত আপত্তিৰ কোনো কাৰণেই থাকিব নোৱাৰে। মোৰ মতে এই আহিনতে বিয়াখন পাতিব লাগে।

মোহন : আহিনতে! মাজত এমাহো পূৰাকৈ নাই। ইমান লৰালৰি কৰাৰ কাৰণ কি ?

মিনাই : কাৰণ আছে। তেওঁৰ ছোৱালী এজন গুৱাহাটীৰ উকীললৈ ধৰিছে। তেজপুৰৰ গোপাল মৌজাদাৰৰ পুতেকলৈকো ধৰাৰ কথা ওলাইছে। ৰায় চাহাবে এতিয়াও কাকো কথা দিয়া নাই। তোমালৈ তেওঁৰ এটা আপোন ভাব জন্মিছে ; সেই দেখি আনলৈ দিবৰ মন নকৰে। তেওঁৰ মত এতিয়াই বিয়াখন হ'ব লাগে। নহলে যদি তোমাৰ আশাত হাততে পোৱা ভাল লৰাও এৰি দিয়ে, আৰু শেহত তোমাৰ লগতো বিয়া নহয়, তেতিয়া তেওঁ বৰ অসুবিধাত পৰিব।

মোহন : বন্দবস্ত হৈ থাকিলে পিচত নহ'বৰ কাৰণ কি ?

মিনাই : সেইটো কেনেকৈ ক'বা! দৰা বন্ধাতল পোৱাৰ পিচতো একোটা বিয়া ভগা নাই জানো ?

মোহনে তাৰ একো উত্তৰ দিব নোৱাৰিলে। কিছু সময় মনে মনে থাকি শেহত ক'লে,—"আজি আৰু লৰালৰি কৰি তেজপুৰলৈ ঘূৰিব নালাগে। আজি ৰাতিটো ইয়াতে থাকক, কালিলৈ ৰাতিৰ জাহাজত যাব পাৰিব। ইয়াৰ ভিতৰতে যি হয়

মই ঠিক কৰি ক'ম।"

মোহনৰ কথামতেই মিনাই সেই ৰাতি তাতে থাকিল আৰু মোহনকঁ নানা প্ৰকাৰে বুজাবলৈ ধৰিলে। শেহত ইচ্ছা নথকাতো মোহন সম্মতি দিবলৈ বাধ্য হ'ল। তেওঁ ক'লে,—"এতিয়াই বিয়া কৰাবলৈ মোৰ অলপো ইচ্ছা নাছিল, কিন্তু বৰুৱা মোৰ পিতৃ-তুল্য, তেওঁকো বেজাৰ দিবলৈ টান পাওঁ। সেই কাৰণে আপোনাকে সকলো ভাৰ দিলোঁ। আপুনিয়েই বৰুৱা আৰু পিতাইৰ লগত কথা-বতৰা পাতি যি হয় কৰিব। মই পিতাইলৈকো লিখিম।"

মোহনৰ মত পাই মিনায়ে ৰং পালে। দিনটো, খাই-বৈ তাতে থাকি গধুলিতে ঘাটলৈ আহিল আৰু ৰাতিৰ জাহাজত তেজপুৰমুৱা হ'ল।

মিনায়ে দুৰ্গা বৰুৱাক তেওঁৰ চেষ্টাৰ সফলতাৰ কথা জনালে, বৰুৱাই আনন্দ পালে। সেই দিনাৰে পৰা দৰা কন্যাৰ দুয়ো ঘৰতে বিয়াৰ আয়োজন চলিবলৈ ধৰিলে। ৰায় চাহাবে দোলনক দুশ টকা দিলে। দৰাঘৰীয়া আয়োজনত মিনায়েই সৰ্ব্বেসৰ্ব্বা হ'ল। বিয়াৰ দিন ঠিক হ'ল ন আহিনত।

নিৰ্দিষ্ট দিনত মোহন ছুটী লৈ আহিল। কোনো আলৈ-আহুকাল নোহোৱাকৈ পূৰ্ণিমাৰ লগত তেওঁৰ বিবাহ সম্পন্ন হৈ গ'ল। ইমান দিনৰ চেষ্টাৰ মূৰত দুৰ্গা বৰুৱা এটা ডাঙৰ লেঠাৰ হাত সাৰিল।

## ষোড়শ অধ্যায়

### হালোৱা চহা

মোহনে বিয়া কৰাবলৈ মাত্ৰ এসপ্তাহৰ ছুটি লৈ আহিছিল। খোৱাখুৱীৰ পিচ দিনাই তেওঁ অকলশৰে মঙ্গলদৈলৈ যাত্ৰা কৰিলে। পূৰ্ণিমাক পঠিওৱাৰ ভাৰ দুৰ্গা বৰুৱাৰ গাতে থাকিল।

দিন বাৰ চোৱাই চাৰি দিনৰ পাচত দুৰ্গা বৰুৱাই যৌতকীয়া বস্ত্ৰ-বাহানিৰে সৈতে জীয়েকক মঙ্গলদৈলৈ পঠিয়াই দিলে। লগত গ'ল এজনী সম্পৰ্কীয়া তিৰুতা পূৰ্ণিমাৰ ভায়েক আৰু মিনাই। কেইদিনমানৰ পাচত তেওঁলোক উলটি আহিল। পূৰ্ণিমাই নতুন ঠাইত নতুন জীৱন আৰম্ভ কৰিলে।

মোহন আৰু পূৰ্ণিমাৰ নতুন জীৱন প্ৰথমতে শান্তিৰেই গৈছিল। কিন্তু দিন যোৱাৰ লগে লগে মোহনৰ মনলৈ অলপ অশান্তিৰ ভাব আহিবলৈ ধৰিলে। পূৰ্ণিমাই কোনো ঘৰুৱা কামলৈ ভালকৈ চকু নিদিয়ে। দেউতাকৰ ঘৰৰ পৰা লৈ যোৱা বটতলাৰ উপন্যাস পঢ়া, গান গোৱা আৰু চিঠি লিখাৰ বাহিৰে তেওঁৰ প্ৰধান কাম হ'ল মূৰ-গা-ধোৱা, সাজ-পাৰ পিন্ধা, খোৱা আৰু শোৱা। নতুন ঠাইত নতুন মানুহৰ মাজত নতুন জীৱন-যাত্ৰা আৰম্ভ কৰিব লগা হোৱাত তেওঁ যে কিছু আহুকালত পৰিছিল, তাক মোহনে বুজিছিল। কিন্তু এমাহ পাচতো যেতিয়া তেওঁৰ একো পৰিবৰ্ত্তন নহ'ল, তেতিয়া মোহনৰ মনলৈ কিবাকিবি অস্বস্তিকৰ ভাব আহিবলৈ ধৰিলে।

মাজে মাজে ওচৰৰ তিৰুতা ফুৰিবলৈ পূৰ্ণিমাৰ ঘৰলৈ আহে, পূৰ্ণিমাও তেনেকৈয়ে কেতিয়াবা কেতিয়াবা তেওঁলোকৰ ঘৰলৈ যায়। তেওঁলোকৰ লগত কথা পাতোতে পূৰ্ণিমাই প্ৰায়েই দেউতাকৰ ধন-সম্পত্তি, ক্ষমতা আদিৰ কথা কৈ গৌৰৱ কৰে। মোহন যে বৰ দুখীয়া, আন কি বিয়াৰ খৰচটোও যে দেউতাকেহে দিছে তাকো নোকোৱাকৈ নেৰে। মুঠতে তেওঁ যে মোহনৰ ঘৰত থাকি ভাল পোৱা নাই, সেইটো

কথাই তেওঁৰ কথা-বতৰাত প্ৰকাশ পায়। এইবোৰ কথা কেতিয়াবা মোহনৰ কাণতো পৰে, শুনি তেওঁৰ মনৰ অসন্তোষ আৰু বাঢ়ে।

মোহনৰ ৰান্ধনিটো নতুন সি ভালকৈ ৰান্ধিব নাজানে। কেতিয়াবা এনেকৈ ৰান্ধে যে মোহনৰ খোৱাই নহয়। তেওঁ পূৰ্ণিমাক ক'লে,—"অলপ ৰান্ধনি ঘৰলৈকো চকু দিবাচোন। নহ'লে অকল ৰান্ধনিৰ ওপৰতে সকলো ভাৰ দিলে খোৱাৰ আহুকাল হুগুচে।"

পূৰ্ণিমাই কিন্তু ৰান্ধনিটোক ভালকৈ ৰান্ধিবি বুলি আদেশ দিয়েই কৰ্ত্তব্য শেষ কৰিলে।

ইয়াৰ কেইদিনমানৰ পিচত এদিন গধূলি মোহনে বৌমাছৰ পেটি, বিলাহী বেঙেনা কিনি আনিছিল। অলপ পাচতে এটা মানুহে এচমকা পহুৰ মাংস দি ক'লে,—"আজি দেউতা পহু চিকাৰলৈ গৈছিল, এটা হৰিণা পাইছিল; সকলোকে ভগাই দিছে। আপোনালৈকো অলপ দি পঠাইছে।"

মোহনে ভাবিলে আজি ভালকৈ এসাজ খোৱা হ'ব। তেওঁ ৰান্ধনিটোক ক'লে,—"আলু, পিয়াজ, গৰম মচলা, ঘিউ সকলো ঘৰতে আছে। ভালকৈ ৰান্ধিবি, মাছৰ টেঙা কৰিবি।"

পূৰ্ণিমাক ক'লে—"মোৰ অলপ কাম আছে। আহা পলম হ'ব পাৰে। তুমি দিহা-পোহা দি ভালকৈ ৰন্ধাবা।"

খাবৰ সময়ত মোহন ঘৰলৈ আহিল। ভাত হৈ আছে বুলি শুনি হাত-ভৰি ধুই গৈ পাতত বহিল। ভাতত আঞ্জা সানি এগৰাহ খায়েই তেওঁৰ ভোক কেনিবা পলাল। মুঠতে আলু, পিয়াজ, মাছ, মাংস, গৰম মচলা, বিলাহি বেঙেনা, ঘিউ, তেল, অতিপাত জলকীয়া আৰু লোণ মিলাই এনে এবিধ আঞ্জা প্ৰস্তুত কৰি ৰাখিছে যে তাক খাবৰ সাধ্য নাই। তেওঁ মুখ ধুই উঠি আহিল। খঙৰ বেগত ৰান্ধনিক দুটা চৰ শোধাই দিলে আৰু কাকো খন্ত-বোল নকৰাকৈ শুই থাকিল।

পিচ দিনা পুৱা পূৰ্ণিমাক ক'লে,—"আজিৰ পৰা তুমি ৰান্ধিব লাগিব। এই ৰান্ধনি আৰু নাৰাখোঁ। ইয়াক ৰাখি অকল খৰচ কৰা হে হয়, খাব নোৱাৰোঁ। তাতে ই থাকিলে তুমিও ৰন্ধা-বঢ়ালৈ চকু নিদিয়া।"

পূৰ্ণিমা : মই ৰান্ধিব নোৱাৰোঁ। দেউতাইতৰ ভাত সদায় ৰান্ধনিয়ে ৰান্ধে; আবিয়ৈ ছোৱালীক চৰুলৈ যাবলৈ নিদিয়ে। মোৰ ৰন্ধা অভ্যাস নাই।

মোহন : অভ্যাস নাই, কৰিব লাগিব। এতিয়াতো আবিয়ৈ ছোৱালী নোহোৱা।

পূৰ্ণিমা : মই ৰান্ধিলে ৰান্ধনিতকৈও বেয়া হয় যদি ?

মোহন : হয় যদি হ'ব। লাহে লাহে নিজেই শিকিবা।

পূৰ্ণিমা : মই নোৱাৰোঁ। হাত পুৰিব, কাপোৰ-কানি লেতেৰা হ'ব ; ৰন্ধাও বেয়া হ'ব।

মোহন : যদি ভাত মুঠিও সিজাব নোৱাৰা, তেন্তে নো তুমি কি কাম কৰিব পাৰা ?

পূৰ্ণিমা : ডাঙৰ মানুহৰ ছোৱালীয়ে যিবোৰ কাম কৰে তাকে কৰিব পাৰিম। হালোৱা-চহাৰ ছোৱালীৰ নিচিনাকৈ কাম কৰিব নোৱাৰোঁ।

মোহন নিজে হালোৱাৰ লৰা ; গতিকে পূৰ্ণিমাৰ কথাত বৰ আঘাত পালে। পূৰ্ণিমায়ো যে তেওঁৰ মনত আঘাত দিবৰ মনেৰেই তেনেকৈ কৈছিল, তাত সন্দেহ

নাই। পূৰ্ণিমাৰ এই মনোভাব যদিও নানা সময়ত প্ৰকাশ পাইছিল তথাপি মোহনে ইমান দিন সহি আছিল। আজি কিন্তু তেওঁৰ অসহ্য হ'ল। তেওঁ ক'লে,—"যদি দেউতাৰা ইমান ডাঙৰ মানুহেই হয়, ছালোৱা-চহাৰ ভৰিত ধৰিব নালাগিছিল। এতিয়াও যদি ইয়াত থাকি দুখ পাইছা, দেউতাৰাৰ ঘৰলৈকে যাব পাৰা।"

পূৰ্ণিমা : যাব পাৰোঁ, পঠিয়াই দিলেই হয়। দেউতাই মোক খুৱাব পিন্ধাব নোৱৰিব নে?

মোহন : বাৰু, তাকে কৰা যাব।

এনেকৈ কৈয়েই মোহন ওলাই গ'ল; ৰান্ধনিক আৰু খেদোৱা নহ'ল।

# সপ্তদশ অধ্যায়

## বেনামী চিঠি

পূৰ্ণিমাক মঙ্গলদৈত থৈ অহাৰ পাচত দুৰ্গা বৰুৱাৰ পৰা প্ৰতিশ্ৰুত টকা দুশ পাব বুলি মিনায়ে বৰকৈ আশা কৰিছিল। দিনৌ তেওঁ বৰুৱাৰ ওচৰলৈ গৈছিল আৰু আকাৰে ইঙ্গিতে কথাটোৰ আভাসো দিছিল। কিন্তু বৰুৱাৰ পৰা একো সমিধান নাপালে। এনেকৈ এসপ্তাহমান যোৱাৰ পাচত এদিন তেওঁ পোন-পটিয়েই কথাটো উলিয়ালে। তেওঁ বৰুৱাক ক'লে;—"আপোনাৰ কামত মই বহুত ঘূৰিলোঁ, বহুতক টেঙাও লগালোঁ। ইফালে মোৰ নিজৰ কামৰো বহুত খতি হ'ল। সকলো কথা ভাবি চাই কিবা এটা কৰিব লাগে।"

দুৰ্গা বৰুৱাই একো নামাতি ভিতৰলৈ গ'ল আৰু কুৰিটা টকা আনি মিনাইৰ হাতত দিলে।

টকাৰ পৰিমাণ দেখি মিনায়ে ক'লে—"আপুনি নিজেই দুশ টকা দিম বুলিছিল; এতিয়া কম নকৰিব।"

দুৰ্গা : মই যি কাম কৰিলে দুশ টকা দিম বুলিছিলোঁ তাক জানো কৰিবা পাৰিলা? মৌজাদাৰৰ পুতেকক ঠিক কৰিব পৰা হ'লে তুমি নৌ কওঁতেই মই সেই টকা দিলোঁহেতেন।

মিনাই : মই কামটো কৰিব নোৱাৰিলেও কমকৈ খটা নাই। কেইবাৰ গুৱাহাটী তেজপুৰ ঘূৰিলোঁ, কিমান কৌশল উলিয়ালোঁ, কিমানৰ লগত অখাতিৰ হ'লোঁ, তাক দেখোন আপুনি জানেই! এতিয়াও এইখন বিয়াতো জানো কমকৈ ঘূৰিছোঁ!

দুৰ্গা : ঘূৰিছা সঁচা, কিন্তু তাৰ বাবে খৰচ সদায় মোৰ পৰাই পাই আছা। আৰু তুমি নলগা হ'লেও মোহনক মই ঠিক কৰিব পাৰিলোঁহেতেন। সি মোৰ হাতৰ মানুহ। আৰু চোৱাঁ, গোলকৰ লগত বিয়া হোৱা হ'লে মোহনক দিয়া দুশ টকা দিব নালাগিলহেতেন। তেতিয়া সেই টকা তোমাক দিয়াত টান নাপালোঁহেতেন।

মিনাই : মোহনক দুশ টকা হে দিলে; গোলকক দেখোন আধা সম্পত্তি দিম বুলিছিল।

দুৰ্গা : দিম বোলা আৰু দিয়া দুটা বেলেগ কথা। কাৰ্য্য-সিদ্ধি কৰিবলৈ মানুহে নানা কথা কয়। তুমিয়েই মৌজাদাৰ আৰু ৰাধা হাকিমৰ ওচৰত বহুত কথা কৈছিলা; সেইবোৰ জানো সঁচা?

মিনাই : সেইবোৰ বাক এৰি দিয়ক। আপো-

নাৰ কামত ঘূৰোঁতে মোৰ কিমান কাম খতি হ'ল, আৰু কিমান লোকচান হ'ল সেইটো অন্ততঃ ভাবি চাব লাগে। সিমান দিনত মই কুৰি টকাহে উপাৰ্জ্জন কৰিলোঁ-হেতেন নে? ইমান অন্যায় কৰে কিয়।

মিনাইৰ কথাত বৰুৱাৰ খং উঠিল। তেওঁ ক'লে,—"তুমি কুৰি টকা নহয়, কুৰি হেজাৰ উপাৰ্জ্জন কৰিলাহেতেন। কিন্তু মই কুৰি টকাতকৈ বেছি দিব নোৱাৰোঁ। লাগে যদি লোৱাঁ, নহলে ঘৰাই দিয়া। আৰু তৰ্ক নকৰিবা।

মিনায়ে দেখিলে তৰ্ক কৰাৰ পৰা লাভ নহয়, বৰং দিয়া ৰূপ কুৰিও ঘূৰাই লোৱাৰ হে ভয়। ইয়াকে ভাবি তেওঁ টকাকেইটা লৈ বেজাৰ মনেৰে ওলাই আহিল।

যাওঁতে যাওঁতে মিনায়ে ভাবিলে,—"দুৰ্গা বৰুৱাই পাৰ পাই এতিয়া ভুৰত লাঠি মাৰিছে। তাক শিকাব লাগিব।"

কিন্তু শিকায় কেনেকৈ? প্ৰথমতে মিনায়ে ভাবিছিল ভেঁটী খোৱা ধৰি দি তেওঁক ফৌজদাৰী আদালতত হাজিৰ কৰিব। যদিও ধৰা পেলাবলৈ মিনাইৰ যথেষ্ট সুযোগ আছিল, তথাপি হাকিমৰ বিৰুদ্ধে সাক্ষী গোটোৱা তেওঁৰ পক্ষে সম্ভৱ নহ'ল। এই চেষ্টাৰ ফলত আগেয়ে দুৰ্গা বৰুৱাৰ লগত লেন-দেন কৰি যি দুপইচা আৰ্জিছিল তাৰো মূদা হে মৰিল।

এনেহেন চেষ্টা কৰিও যেতিয়া মিনায়ে দুৰ্গা বৰুৱাক একো কৰিব নোৱাৰিলে, তেতিয়া তেওঁ আন এটা উপায় বিচাৰিলে। তেওঁ ভাবিলে, তেওঁৰ চেষ্টাৰ বলতেই দুৰ্গা বৰুৱাই পূৰ্ণিমাৰ লেঠাৰ হাত সাৰিছিল, এতিয়া আকৌ পূৰ্ণিমাৰ দ্বাৰায়েই তেওঁৰ অশান্তি সৃষ্টি কৰিব লাগিব। ইয়াকে ভাবি তেওঁ নানা উপায়েৰে, ঘাইকৈ গুৱাহাটীত থকা জোৱাঁয়েকৰ যোগে দি নৰেন্দ্ৰই পূৰ্ণিমাক বিয়া নকৰোৱাৰ কাৰণটো উলিয়ালে। ইয়াৰ বাহিৰেও আৰু এটা কথা মিনাইৰ জনা আছিল। মাজতে যে পূৰ্ণিমাৰ গ্ৰহণী হোৱাৰ কথা ওলাইছিল সেইটো মিছা। আচলতে গান শিকোৱা শিক্ষকজনৰ লগত পূৰ্ণিমাৰ সম্পৰ্ক ঘটাৰ ফলত যি লেঠাত পৰিছিল তাক গুচাবলৈ কৰা চেষ্টাৰ ফলস্বৰূপেহে ডাক্তৰ আৰু ধাইৰ সমাগম হৈছিল। মিনায়ে এই সকলোবোৰ কথা মোহনক জনাবলৈ স্থিৰ কৰিলে। কিন্তু তেওঁ নিজে ঘৰ পাতি দি এতিয়া দেখাদেখিকৈ সেইবোৰ কথা জনাই কেনেকৈ! তেওঁ নিজে ভাবি-চিন্তি সকলো বৰ্ণাই মোহনলৈ এখন বেনামী চিঠি দিবলৈকে শেহত সিদ্ধান্ত কৰিলে। কিন্তু তাতো কিছু লেঠা আছিল; ইমানবোৰ কথা ভাঙি-পাতি লিখিবৰ জোখাই তেওঁৰ বিদ্যা নাছিল। তেওঁ এজন বিশ্বাসী তৰণীৰ কাষ চাপিল আৰু সকলো কথা বাহুল্যভাবে লিখাই এখন বেনামী চিঠি মোহনলৈ পঠিয়াই দিলে। চিঠিখন পঠিয়াই মিনায়ে মনে মনে আনন্দ উপভোগ কৰিলে। তেওঁৰ আশা হ'ল, নিশ্চয় এই চিঠি পালে মোহনে পূৰ্ণিমাক এৰি দিব।

# অষ্টাদশ অধ্যায়

## ভালুকৰ সাক্ষী

ভাত বন্ধাৰ কথা লৈ খৰিয়াল লগাৰ দিন ধৰি মোহন আৰু পূৰ্ণিমাৰ মনত আপোন ভাবৰ অভাৱ হৈ আহিল; ব্যৱধান দিনে দিনে বাঢ়িবলৈ ধৰিলে; এটা বিৰক্তি, এটা অশান্তি তেওঁলোকৰ মনৰ পৰা

মুগুচা হ'ল। এনেকৈয়ে আৰু কিছু দিন গ'ল। এনেতে মিনাইৰ বেনামী চিঠিখন মোহনৰ হাতত পৰিল। দুইৰো ভিতৰত সদ্ভাব থকা হ'লে বেনামী চিঠিত মোহনে বেছি গুৰুত্ব আৰোপ নকৰিলেহেঁতেন। কিন্তু তেওঁলোকৰ সম্পৰ্ক যেনে হৈ পৰিছিল, তাৰ পৰাই তেওঁ সেই চিঠিৰ সকলো কথা সত্য বুলি বিশ্বাস কৰিলে। তেওঁ বলিয়াৰ দৰে হৈ উঠিল। উৎকট মানসিক যন্ত্ৰণাত তেওঁ কিছু সময় চৰগ পৰা মানুহৰ দৰে থৰ হৈ ৰ'ল। তাৰ পাচত খোটালীটোৰ ভিতৰতে উদ্‌ভ্ৰান্ত ভাবে ঘূৰিলে। এনেকৈ কিছু সময় কটোৱাৰ পাচত নৈৰ দাঁতিৰ ফাললৈ ওলাই গ'ল। লাহে লাহে তেওঁ প্ৰকৃতিস্থ হ'ল; নিজে নিজে ক'লে,—"মই কি মূৰ্খ! মই আগতে বুজা উচিত আছিল। ধনী মানুহৰ ধুনীয়া ছোৱালী যেতিয়া লৰালৰিকৈ দুখীয়া মানুহক দিবলৈ ওলায়, তেতিয়াই বুজা উচিত,—হয় ছোৱালীৰ চৰিত্ৰদোষ আছে, নহয় কিবা পাৰিবাৰিক কেলেঙ্কাৰী আছে।"

সেই দিনাৰ পৰা মোহন আৰু পূৰ্ণিমাৰ ব্যৱধান আৰু বাঢ়িল। মোহনে কিন্তু চিঠিৰ বিষয়ে পূৰ্ণিমাক একো নুসুধিলে। সুধিলেই বা লাভ কি! প্ৰতিকাৰৰ যেতিয়া উপায় নাই, গতস্য শোচনা নাস্তি বুলি মনে মনে থকাৰ বাহিৰে আৰু কি কৰিব! মাত্ৰ তেওঁ পূৰ্ণিমালৈ তেতিয়াৰ পৰা অলপ বেছিকৈ লক্ষ্য ৰাখিলে।

ইয়াৰ পাচত আৰু এটা ঘটনা হ'ল। মঙ্গলদৈত দীলিপকুমাৰ ঘোষ নামে এজন ফটোগ্ৰাফাৰ আছিল। মানুহজন ৰূপহ ডেকা; ওখই-ডাঙৰে লনী। মূৰত ঢৌ উঠা দীঘল চুলি, গাত চিল্কৰ পাঞ্জাবী, ভৰিত পাম্প ছু। বিয়াৰ পাচতে মোহনে এওঁৰ হতুৱাই তেওঁৰ আৰু পূৰ্ণিমাৰ ফটো তোলাইছিল। ফটোৰ সম্পৰ্কতে তেওঁ কেইবা দিনো মোহনৰ ঘৰলৈ আহিছিল। এনেকৈয়ে চিনাকী হৈ দীলিপ মাজে মাজে মোহনৰ ঘৰলৈ আহে আৰু কথা-বতৰা পাতি কিছু সময় কটাই গুচি যায়।

বেনামী চিঠিখন পোৱাৰ এসপ্তাহমান পাচত এদিন গধূলি মোহন অলপ দূৰৈলৈ বুলি ওলাই গৈছিল। প্ৰায় খাবৰ সময়ত তেওঁ ঘূৰি আহিল। তেওঁ ঘৰ পোৱাৰ আগে আগে কোনোবা এজন মানুহ তেওঁৰ ঘৰৰ পৰা ওলাই গ'ল। তেওঁ মানুহজন কোন ভালকৈ চিনিব নোৱাৰিলে।

ঘৰ সোমাই মোহনে দেখিলে সন্মুখৰ খনৰ বাহিৰে ঘৰৰ বাকী দুৱাৰ-খিৰিকিবোৰ বন্ধ। পূৰ্ণিমা দুৱাৰৰ ওচৰতে; ৰান্ধনিটো ৰান্ধনি-ঘৰত।

মোহনে ক'লে,—"দুৱাৰ-খিৰিকিবোৰ বন্ধ কৰি থৈছা কিয়?"

পূৰ্ণিমা : নহলে মহবোৰ সোমায়।

মোহন : এতিয়া কোন আহিছিল?

পূৰ্ণিমা : ফটোগ্ৰাফাৰে আপোনাক বিচাৰি আহিছিল; নাই বুলিলত গুচি গ'ল।

মোহনে একো নক'লে; কিন্তু মনত এটা দাৰুণ সন্দেহ জন্মিল। তেওঁ ওলাই যাওঁতে দীলিপৰ ঘৰৰ আগেদিয়েই গৈছিল; দীলিপে বাৰাণ্ডাত বহি থকাৰ পৰা তেওঁক দেখিছিল। তেনে স্থলত আকৌ ঘৰত বিচাৰি আহিব কিয়? তদুপৰি দুৱাৰ-খিৰিকিবোৰ বন্ধ। মুখৰ দুৱাৰখনো সম্ভবতঃ অলপ আগতেহে মেলিছে। দুৱাৰৰ ওচৰত পূৰ্ণিমাৰ অৱস্থিতিয়েও তাকেই সমৰ্থন কৰে। হ'ব পাৰে দীলিপক মোহন নথকাৰ কথা জনাবলৈ তেওঁ দুৱাৰমুখলৈ আহিছিল। কিন্তু খিৰিকিবোৰ বন্ধ কিয়? মহ জানো আজিয়েই প্ৰথমে আহিছে! আগে পিচে তো এনেকৈ বন্ধ নকৰে।

সেই দিনা মোহনৰ টোপনি নাহিল। যিমানেই ভাবিবলৈ ধৰিলে, সন্দেহো সিমানেই বাঢ়িবলৈ ধৰিলে। তেওঁ ভাবিলে—মানুহৰ চৰিত্ৰ-দোষ নাযায়; এঙাৰ গাখীৰেৰে ধুলেও বগা নহয়।

মোহনৰ মনত শান্তি নোহোৱা হ'ল। তেওঁৰ পক্ষে পূৰ্ণিমা হ'ল ভালুকৰ সাঙী; বোৱাও টান, থোৱাও টান।

# উনবিংশ অধ্যায়

## মন্ত্ৰৰ বন্ধন

আঘোণৰ সাতাইশ তাৰিখে গোলকৰ বিয়াৰ দিন ঠিক হ'ল। বিয়া গুৱাহাটীতে হ'ব। দৰাঘৰীয়াৰ নিমিত্তে থকা মেলাৰ সকলো দিহা ৰাধাকান্ত বৰুৱা-য়েই কৰিছে। বিয়াৰ খৰচ-পাতি কৰিবলৈকো তেওঁ গাত লৈছিল, কিন্তু গোলাপ মৌজাদাৰ তাত সন্মত নহ'ল। অকল মানুহৰ সাহায্যৰ বাহিৰে এটা ফুটা কড়ি ল'বলৈকো তেওঁ ইচ্ছা নকৰিলে।

বিয়াৰ এহপ্তাহৰ আগতে বৰযাত্ৰী গুৱাহাটীলৈ গৈছিল, মতাই তিৰুতাই চল্লিশ জন মান। মৌজা-দাৰে তেওঁৰ মৌজাৰ সকলোকে বিয়ালৈ মাতিছিল। আন মৌজাৰ আৰু নগৰৰো প্ৰধান লোকসকলে নিমন্ত্ৰণ পাইছিল। তেজপুৰৰ বাহিৰত থকা তেজ-পুৰীয়া মানুহলৈকো তেওঁ পাহৰা নাছিল। নিমন্ত্ৰণ কৰোঁতে তেওঁ এইটোও জনাই থৈছিল যে যিসকল গুৱাহাটীলৈ যাব নোৱাৰে তেওঁলোকে যেন খোৱা-খুৱীৰ দিনাই তেওঁৰ নিজা ঘৰত বৰ-কন্যাক একেবাৰ আশীৰ্ব্বাদ দি যায়। গুৱাহাটীতো বিয়াৰ আয়োজন ভালমতেই হৈছিল নগৰৰ চিনাকী অচিনাকী প্ৰধান লোকসকলক নিমন্ত্ৰণ কৰা হৈছিল।

গোলক দৰা হৈ গৈছে যদিও মনত উৎসাহ নাই। বিয়াখন নোহোৱা হ'লেই সেওঁ ভাল পালে-হেতেন। কিন্তু তাকে কৰিবৰ উপায় নাই।

কন্যা ঘৰত ধুমধাম আৰু বেছি। নগৰৰ প্ৰায় সকলোৱেই নিমন্ত্ৰিত হৈছিল। আয়োজনো যথেষ্ট ৰূপে হৈছিল। জোৰণৰ দিনাৰে পৰা মানুহৰ সমাগম বিয়াৰ দৰেই। ঢুলীয়া আৰু বেণ্ডপাৰ্টিৰো ব্যৱস্থা কৰা হৈছিল।

পদ্মা এনেয়ে গহীন স্বভাবৰ ছোৱালী। জোৰণৰ দিনাৰ পৰা সেই গাম্ভীৰ্য্য আৰু বাঢ়িল। মনত যেন এটা গভীৰ অৱসাদ, এটা অব্যক্ত বেদনা। মুখ বিবৰ্ণ, চকুৰ পৰা যেন চকুলো ওলাব খুজিছে। উপস্থিত মহিলাসকলৰ কোনোৱে কৈছে,—"আইটি, মন মাৰি আছা কিয়? তিৰুতাৰ জনম ধৰিছা যেতিয়া এদিন নহয়, এদিন ঘৰ এৰি যাব'ই লাগিব। এইখন তোমাৰ ঘৰ নহয়, যাৰ লগত বিধাতাই জোৰা মিলাইছে, তেওঁৰ ঘৰেই হে তোমাৰ আচল ঘৰ।"

আন এজনীয়ে কৈছে,—"ইস্, নেদেখিছা! এওঁহে যেনিবা শহুৰি খাটিবলৈ ওলাইছে! এতিয়া বেজাৰত ঠায়েই নাই! দুদিন পিচত এইখন ঘৰলৈ মনতেই নপৰা হ'ব!"

কোনো সমনীয়া গাভৰুৱে কৈছে,—"তেহেলেই বেজাৰেই কৰা বা আনন্দই কৰা, আমালৈ হ'লে নাপাহৰিবা।"

পদ্মাই সকলো শুনিলে, কিন্তু একো উত্তৰ নিদিলে। গুৱাহাটীলৈ যোৱাৰে পৰা মালতীৰ লগত পদ্মাৰ বৰ মিল আছিল। মালতীৰ ঘৰ ওচৰতে। তেওঁ বেভিনিউ চিৰস্তাদাৰৰ ছোৱালী; পদ্মাৰে

প্ৰায় সমান বয়সীয়া। দুয়ো প্ৰায়ে লগ লাগে আৰু নানা বিষয়ৰ কথা পাতে। মালতীৰ বিয়াও ঠিক হৈ আছে; দুই এমাহৰ পাচতে হ'ব। কেতিয়াবা তেওঁলোকৰ কথাৰ মাজত বিয়াৰ বিষয়েও কথা-বতৰা ওলায়। মালতীয়ে ভাবী গিৰিয়েকৰ সম্পৰ্কে নানা কথা কয়, কিন্তু পদ্মাই নিজৰ স্বামীৰ সম্পৰ্কে একো নকয়। মালতীয়ে ৰৰকৈ সুধিলে কয়,— "এতিয়াও আমি কোনেও কাকো চিনি নাপাওঁ; পৰৰ মুখৰ কথা ধাৰকৈ কোৱাৰ পৰা কি লাভ! সময়ত সকলো জানিবা।"

জোৰণৰ পিচ দিনা পদ্মাৰ গঢ়-গতি দেখি মালতীৰ মনত কিবা এটা আশঙ্কা জন্মিল। তেওঁ পদ্মাক খোটালী এটালৈ মাতি নি সুধিলে,—"তোমাৰ মতি-গতি দেখি মোৰ মনত এটা সন্দেহ জন্মিছে। এই বিয়াত তোমাৰ মত নাই নে কি?"

পদ্মাই প্ৰথমতে একো নামাতিলে, মাত্ৰ তেওঁৰ দুয়ো চকুৰ পৰা চকু-লো বৈ আহিল। মালতীয়ে ক'লে,—"মই বুজিছোঁ, তোমাৰ মনত কিবা এটা ডাঙৰ দুখ আছে, অথচ তুমি মোক ইমান দিনেও কোৱা নাই। তুমি মোক এতিয়াও বিশ্বাস নকৰা! অথচ মই মোৰ অতি ভিতৰুৱা কথাও তোমাৰ পৰা কেতিয়াও লুকুওৱা নাই।

পদ্মা : তুমি ভুলকৈ নাভাবিবা; অবিশ্বাস কৰি মই নোকোৱাকৈ থকা নাই। কিন্তু যাৰ প্ৰতিকাৰ নাই, তাক কোৱাৰ পৰা লাভ কি!

মালতী : তথাপি আপোন জনৰ আগত প্ৰকাশ কৰিলে অলপ সান্ত্বনা আছে।

পদ্মা : মোৰ সান্ত্বনাৰ ঠাই নাই।

মালতী : তথাপি তুমি মোকো জানিবলৈ নিদিয়া নে?

পদ্মা : মোৰ ক'বৰ মন নাছিল। মনৰ কথা মনতে ৰখাই ভাল হ'লহেতেন। তথাপি তুমি যেতিয়া অবিশ্বাস কৰিছোঁ বুলি ভাবিছা, কওঁ শুনা। তেতিয়া মই তেজপুৰত। ককাইদেৱে মোৰ বিয়া ঠিক কৰিলে। যাৰ লগত ঠিক কৰিলে তেওঁক মই দেখা নাই। বোধ কৰোঁ তেৱোঁ মোক দেখা নাই। ককাইদেৱে মোৰ কোনো মতামত লোৱা নাছিল আৰু সঁচাকৈয়ে মোক সোধা হলেও মই একো মত দিব নোৱাৰিলোঁহেতেন। মই সেই বিষয়ে নিজাকৈ একো ভবা নাছিলোঁ। তাৰ কিছু দিনৰ পাচতে দৈবক্ৰমে এজন ডেকা মানুহৰ লগত মোৰ সাক্ষাৎ হয়। অকল সাক্ষাতেই নহয়, তেওঁৰ হাতৰ পৰশো মোৰ গাত অনুভৱ কৰিছিলোঁ। মাত্ৰ এক মুহূৰ্ত্তৰ নিমিত্তে তাৰ পাচত তেওঁ অদৃশ্য হ'ল। তেওঁ কোন, ক'ৰ পৰা আহিছিল, ক'লৈ গ'ল একো ক'ব নোৱাৰিলোঁ, কিন্তু মোৰ হিয়াত তেওঁৰ এটা ছাপ বৈ গ'ল। ইয়াৰ কেইদিন মানৰ পাচতে আমি গুৱাহাটীলৈ আহিলোঁ, কিন্তু ইমান দিন যুঁজিও সেই ছাপটো মচিব নোৱাৰিলোঁ। এতিয়া মোৰ বিয়া হ'ব। হিয়াৰ মাজত এজনৰ ছবি লৈ আন এজনৰ ওচৰত আত্মসমৰ্পণ কৰিব লাগিব। ই কিমান গৰ্হিত কাম হ'ব ভাবি চোৰাঁচোন। তথাপিও জীয়াই থাকিলে তাৰ প্ৰতিকাৰৰ উপায় নাই।

মৃত্যুৰ বাহিৰে একোৱে মোক এই
সঙ্কটৰ পৰা উদ্ধাৰ কৰিব নোৱাৰে।”

কথাখিনি শুনি মালতীৰ বেজাৰ লাগিল, কিন্তু প্ৰতিকাৰৰ কোনো উপায় বিচাৰি নাপালে। তথাপি পদ্মাক সান্ত্বনা দি ক'লে,—“সখি, তুমি এনেকৈ ধৈৰ্য্য নেহেৰুৱাবা। জনম, মৰণ, বিবাহ এইবোৰত মানুহৰ হাত নাই, ই ঈশ্বৰৰ ইচ্ছাত নিৰ্ভৰ কৰে। তেওঁৰ চৰণত আত্মনিবেদন কৰি তোমাৰ কৰ্ত্তব্য কৰি যোৱা। হতাশাক প্ৰশ্ৰয় নিদিবা।”

পদ্মা : আন উপায় নাই দেখিয়েই তো মই তোমাকো মোৰ মনৰ কথা জনোৱা নাছিলোঁ।

দৰা-কন্যা এজনৰো আগ্ৰহ নাথাকিলেও নিৰ্দ্দিষ্ট দিনত গোলক আৰু পদ্মাৰ বিবাহ সম্পন্ন হ'ল। অপৰিচিত দুটি প্ৰাণীক মন্ত্ৰৰ বন্ধনেৰে বান্ধি লগুণ-গাঁঠিৰে লগ লগোৱা হ'ল।

# বিংশ অধ্যায়

## নিমন্ত্ৰণ ৰক্ষা

আগতে কোৱা হৈছে গোপাল মৌজাদাৰে তেজপুৰৰ বাহিৰত থকা তেজপুৰীয়া মানুহকো বিয়ালৈ নিমন্ত্ৰণ কৰিছিল। মোহনো নিমন্ত্ৰিত হৈছিল। স্কুলত পঢ়োঁতে মোহন গোলক-মহীধৰতকৈ দুটা শ্ৰেণীৰ তলত পঢ়িছিল, কিন্তু তেওঁলোকৰ ভিতৰত ভাল চিনা-পৰিচয় আছিল। মোহনৰ বিয়াত গোলক আৰু মহীধৰ দুয়ো নিমন্ত্ৰণ ৰক্ষা কৰিছিল আৰু মূল্যবান উপহাৰো দিছিল। তাতে তেওঁৰ ঘৰ গোপাল মৌজাদাৰৰ মৌজাতে। পঢ়া কালিত মোহনে কেতিয়াবা কেতিয়াবা মৌজাদাৰৰ পৰা অলপ-অচৰপ সাহায্যও পাইছিল। সকলো কথা ভাবি চাই তেওঁ বিয়াত যোগ দিবলৈকে স্থিৰ কৰিলে। তেওঁ হিচাপ কৰি দেখিলে তেওঁ যদি বিয়াৰ দিনা ঢুপৰীয়া যায় তেন্তে সেই দিনাৰ নিমিত্তে ছুটী ল'লেও হয়, কিন্তু ঘূৰিব পাৰিব পিচ দিনা আবেলি, গতিকে এদিনৰ ছুটী ল'ব লাগিব। সেই মতেই ব্যৱস্থা কৰি তেওঁ বিয়াৰ দিনা প্ৰায় এক বজাত শাকপতীয়া ঘাটত জাহাজত উঠিল আৰু পাঁচ বজাৰ সময়ত গুৱাহাটী পালেগৈ। তেওঁ যাওঁতে বাটত উজান-জাহাজ লগ নাপালে। গুৱাহাটী পাই শুনিলে সেই দিনা উজান জাহাজ কেতিয়ালৈকে অহা নাই; অন্ততঃ আৰু দুঘণ্টাৰ ভিতৰত আহি পোৱাৰ আশা নাই। কথাটো শুনি তেওঁ ভাবিলে যদি পিচ দিনাও তেনেকৈয়ে জাহাজ অহাত পলম হয় নাইবা নাহেই তেন্তে তেওঁ বৰ অসুবিধাত পৰিব। ইয়াকে ভাবি সম্ভৱ হ'লে সেই ৰাতিয়েই ঘূৰিবৰ মন কৰিলে।

মোহন পোনে পোনে বিয়া ঘৰলৈ গ'ল। মোহনক দেখি গোলক, মহীধৰ, মৌজাদাৰ সকলোৱে আনন্দ পালে আৰু যথাৰীতি অভ্যৰ্থনা কৰি জা-জলপান খুৱালে। মৌজাদাৰে মোহনক ক'লে,—“তুমি যে মোৰ নিমন্ত্ৰণ ৰক্ষা কৰিলা তাত পৰম সন্তোষ পালোঁ। আমি একে ঠাইৰে মানুহ, এনে উৎসৱতো দেখা নোপোৱা হ'লে বেয়া লাগিলহেতেন।”

মোহনে ক'লে—“সেই দেখিয়েই তো ছুটী লৈয়েই এবাৰ মাত লগাবলৈ বুলি আহিলোঁ।”

সভাতলত বহুতো মানুহ আছিল। মোহনো তাতে বহিল ইজন সিজনৰ লগত কথা-বতৰা পাতি কাৰো কাৰো লগত চা-চিনাকীও হ'ল। এনেকৈয়ে এঘণ্টামান কটাই তেওঁ অলপ ইফালে-সিফালে

ফুৰিলে। লাহে লাহে আঠ বাজিল। বৰযাত্রী যাত্ৰাৰ আয়োজনত লাগিল। মোহনো দৰাৰ লগত যাবলৈ ওলাল। এনেতে জাহাজৰ দীঘলীয়া উকি শুনা গ'ল। মোহনে ভাবিলে, তেওঁৰ বিয়া খোৱা হ'লেই, কৰিব-লগীয়া কামো একো নাই ; ইফালে জাহাজ আহিল যেতিয়া তেওঁ এই জাহাজতে ওলটাই ভাল। পিচ দিনা বা জাহাজ পায় নে নাপায় তাৰ কি ঠিক।

তেওঁ মৌজাদাৰৰ ওচৰ চাপি নিজৰ অভিপ্ৰায় জনালে। মৌজাদাৰে ক'লে,—"থাকিলে যদিও বেছি ভাল পালোঁহেতেন তথাপি তোমাৰ সুবিধাটো এৰি-বলৈ নকওঁ। দেখা পালোঁ, এয়েই আনন্দ।"

গোলক-মহীধৰেও তাকেই ক'লে। তেতিয়া সকলোৰে ওচৰত বিদায় লৈ মোহন ঘাটলৈ আহিল আৰু জাহাজত উঠিল। আধা ঘণ্টামানৰ পাচতে জাহাজে গুৱাহাটী এৰিলে।

## একবিংশ অধ্যায়

### হত্যা নে আত্মহত্যা

পিচ দিনা ৰাতিপুৱাতে মোহনক ঘাটৰ ফালৰ পৰা ঘৰলৈ অহা দেখা গ'ল। তেতিয়া তেওঁৰ ঘৰত ভয়ানক হুলস্থুল। ইন্সপেক্টৰকে আদি কৰি পুলিচ কৰ্ম্মচাৰী আৰু আন মানুহেৰে ঠাইডোখৰ ভৰি পৰিছে। ঘৰৰ দুৱাৰ মুকলি। দুৱাৰমুখৰ ওচৰতে পূর্ণিমা তেজেৰে ৰাঙলী হৈ মৃত অৱস্থাত পৰি আছে। ওচৰতে এটা বিভলভাৰ।

মোহন অলপ সময় থৰ লাগি থাকিল তাৰ পাচত কাণ্ডটো কি হ'ল জানিব খুজিলত বান্ধনিটোৱে ক'লে,—"ৰাতি দুই বজাৰ ঘণ্টা শুনাৰ অলপ পাচতে ঘৰৰ ভিতৰত হিলৈৰ শব্দ শুনিলোঁ। মই উঠি আহি এওঁক এনেকৈয়ে পৰি থকা দেখিলোঁ, আৰু কোনো নাই। তেতিয়া সকলোকে খবৰ দিলোঁ। কেনেকৈ কি হ'ল একো ক'ব নোৱাৰোঁ।"

ইন্সপেক্টৰে মোহনক সুধিলে,—"আপুনি আজি আবেলিহে গুৱাহাটীৰ পৰা অহাৰ কথা আছিল। পুৱাতে এইখিনি পালেহি কেনেকৈ ?"

মোহন : কালি জাহাজ অহা পলম হৈছিল, সেই কাৰণে আজিলৈ নাথাকি ৰাতিয়ে ঘূৰিলোঁ।

ইন্সপেক্টৰ : খাৰুপতীয়া পালেহি কিমান সময়ত ?

মোহন : ৰাতি প্ৰায় ডেৰ বজাত।

ইন্স্ : পিচে ৰাতি থাকিল ক'ত ?

মোহন : ঘাটৰ ওচৰৰে দোকানখনত।

ইন্স্ : আপোনাৰ বন্দুকটো ক'ত আছিল ?

মোহন : মেজৰ ড্ৰৱাৰত।

ইন্স্ : ছাবি কাৰ হাতত আছিল ?

মোহন : ড্ৰৱাৰত তলাই নাই।

ইন্স্ : মই বাহিৰে ভিতৰে চাবলগীয়া সকলো চাইছোঁ। এতিয়া আপোনাৰে সৈতে আকৌ এবাৰ ভিতৰখন চাওঁ।

তেতিয়া দুয়ো লগ লাগি ভিতৰখন চালে, কিন্তু একো লৰচৰ নাপালে। শেহত ছাবি বিচৰাই ইন্স্-পেক্টৰে পূৰ্ণিমাৰ বাকচটো মেলালে। তাত কিছুমান কাপোৰ-কানি আৰু দুপদমান অলঙ্কাৰ আছিল ; বাকচৰ এটা চুকত এটা কাগজৰ বাকচ আছিল ; তাৰ ভিতৰত কিছুমান চিঠি। ইন্স্পেক্টৰে চিঠিৰ বাকচটো ল'লে।

তাৰ পাচত দুয়ো ওলাই আহিল। পূর্ণিমাৰ শটো পোষ্টমৰ্টেম পৰীক্ষাৰ নিমিত্তে ডাক্তাৰখানালৈ পঠিওৱা হ'ল। এইখিনি কাম সমাধা কৰি ইন্স্পেক্টৰে

মোহনক মাতি নি নিভৃতে ক'লে,—"ঘটনাটো যে আত্মহত্যা নহয় সি একেবাৰেই ঠিক। তুৱাৰখন মেলি লৈ তুৱাৰ মুখত এনেকৈ মানুহে আত্মহত্যা নকৰে। তাতে গুলি লাগিছে কাণ-সঁতাৰ কাষে দি পিচ ফালে। নিজে এনেভাবে গুলি কৰা সম্ভব নহয়। নিশ্চয় ই হত্যা। কিন্তু হত্যা কৰিলে কোনে? ৰাতি দুই বজাত বাহিৰৰ মানুহ সোমাল কেনেকৈ? পূৰ্ণিমাই নিজে তুৱাৰ মেলি হত্যাকাৰীক সোমাবলৈ দিয়াৰ বাহিৰে আন উপায়ে সোমোৱাৰ সম্ভাৱনা দেখা নাযায়। চাকৰটোৰ দ্বাৰা যে এই কাম হোৱা নাই সিও ধ্ৰুপ।"

মোহন : আপোনাৰ অনুমান কি?

ইন্স্ : মোৰ অনুমান ই দেখাদেখি হত্যা। ইয়াত বাহিৰা মানুহো জড়িত আছে। কিন্তু প্ৰকৃত হত্যাকাৰী কোন আপুনি জানে।

মোহন : মই! মই কেনেকৈ জানিম!

ইন্স্ : কাৰণ হত্যাকাৰী আপুনি নিজে।

মোহন : মই হত্যাকাৰী!

ইন্স্ : এৰা আপুনিয়েই।

মোহন : মই ঘৰতেই নাই। ৰাতি জাহাজৰ পৰা নামি ঘাটৰ দোকানখনতে আছিলোঁ; দোকানীক সুধিলেই গম পাব।

ইন্স্ : আপুনি দোকানত থাকিব পাৰে, কিন্তু ঘৰৰ পৰা উলটি গৈ।

মোহন : তেন্তে আপুনি মোকেই সন্দেহ কৰিছে?

ইন্স্ : সন্দেহ কি! নিঃসন্দেহে জানিছো। আপুনি যে আহিছিল আৰু বন্দুকৰ আৱাজ হোৱাৰ পাচতে উলটি গৈছিল, সেইটো সঁচা কথা। পহৰাৱালা তাৰ সাক্ষী। মই সেইবোৰ তদন্ত আগতে কৰিছোঁ। মই সকলো কথা এতিয়া গোপনেই ৰাখিছোঁ, সেই বাবেই আন মানুহৰ আগত এইবোৰ বিষয়ে প্ৰশ্ন কৰা নাই।

মোহন বিবৰ্ণ হ'ল; কি উত্তৰ দিব ঠিক কৰিব নোৱাৰিলে।

ইন্স্পেক্টৰে ক'লে,—"এটা কথাৰ বাহিৰে সকলো কথা স্পষ্টকৈ জনা গৈছে।"

মোহন : কি কথা?

ইন্স্ : আপুনি আচোঁতে আপোনাৰ ঘৰৰ ভিতৰত কোনোবা এটা মানুহ আছিল। কিন্তু সি কোন জানিব পৰা নাই। সেই বুলি তাক উলিয়াবলৈকো বেছি অনুসন্ধান কৰিব নালাগিব।

মোহন : আপুনি এইটো কেনেকৈ গম পালে?

ইন্স্ : শোৱাপাটীৰ একাষে এটা চিৰুৰ পাঞ্জাবী থকা আপুনিও দেখিছে। সেইটো যে আপোনাৰ নহয় তাক ঠিককৈ জানো। আপোনাক তেনে চোলা পিন্ধা কেতিয়াও দেখা নাই। তাৰ উপৰি আপুনি ঘৰত নাছিল; সেই কাৰণে গুৱৰ সময়ত সোলোকাই থৈছিল বুলিবৰ উপায় নাই। আপুনি আহোঁতে সেই চোলাৰ যি মালিক সিয়েই ভিতৰত আছিল।

মোহনে কবলৈকে কথা বিচাৰি নাপালে।

ইন্স্পেক্টৰে আকৌ ক'লে,—"চাওক, আপুনি এজন কৰ্ত্তব্য-পৰায়ণ নিপুণ কৰ্ম্মচাৰী; স্বভাৱ-চৰিত্ৰৰ বিষয়েও মোৰ ধাৰণা উচ্চ। সেই বাবেই আপোনাক ভাল পাওঁ। আপুনি যে সামান্য কাৰণত এনে সাংঘাতিক কাম কৰা নাই মই তাক ভালকৈ

বুজিছোঁ। তথাপি আপুনি মোক প্ৰকৃত ঘটনাটো নিজে জানিবলৈ দিয়া উচিত। আপোনাৰ যাতে কোনো বিপদ নহয় তাৰ বাবেই তদন্ততো মই সতৰ্কতা অৱলম্বন কৰিছোঁ। মই এতিয়া আপোনাৰ লগত বন্ধু ভাবেহে কথা পাতিছোঁ; তদন্তকাৰী হিচাপে নহয়।"

কওঁ-নকওঁকৈ অলপ সময় থাকি মোহনে ক'লে,—"আপোনাৰ অনুমান সত্য। কেনে পাক-চক্ৰত পৰি অনিচ্ছাতো মই বিয়া কৰাব লগাত পৰিলোঁ তাক আপুনি জানে। বিয়া কৰাই অশান্তিৰ বাহিৰে মই একো পোৱা নাছিলোঁ। বিয়াৰ কিছু দিন পিচৰে পৰা মোৰ পূৰ্ণিমাৰ ওপৰত সন্দেহ জন্মিল; তেওঁ যে চৰিত্ৰহীনা তাকো এখন বেনামী চিঠিৰ পৰা জানিব পাৰিলোঁ। অকল সেয়ে নহয় সেই দীলিপ বোলা ফটোগ্ৰাফাৰটো এদিন অসময়ত সন্দেহজনক ভাবে মোৰ ঘৰৰ পৰা যোৱা দেখি মোৰ ধৈৰ্য্য নোহোৱা হৈ আহিল। তথাপি সকলো যন্ত্ৰণা নীৰৱে সহি থাকিলোঁ। কালি বিয়ালৈ যাওঁতে কালিয়েই ঘূৰিম বুলি ভবা নাছিলোঁ, কিন্তু সৌভাগ্যৰ কাৰণেই হওক বা দুৰ্ভাগ্যৰ কাৰণেই হওক আহিবৰ সুযোগ মিলিল। ৰাতি ডেৰ বজাত ঘাট পাই প্ৰথমতে তাতে থাকোঁ বুলিয়েই ভাবিছিলোঁ। কিন্তু পিচত ঘৰলৈ আহিবলৈকে মন গ'ল। মই যাওঁতে চাইকেলখন আৰু বন্দুকটো লৈ গৈছিলোঁ এতিয়া বাটত কিবা আহুকাল ঘটে বুলি বন্দুকত গুলি ভৰাই ললোঁ আৰু বেগেৰে চাইকেল চলাই দিলোঁ।

মই ঘৰলৈ আহোঁতে কোনো বেয়া ভাব মনত লৈ অহা নাছিলোঁ। কিন্তু দুৱাৰ-মুখ পোৱাৰ লগে লগেই মনৰ গতি সলনি হ'ল। ভিতৰত তেতিয়া কোনোবাই ফুচফুচাই কথা পাতিছিল। মই দুৱাৰত খুন্দিয়াই দুৱাৰ মেলি দিবলৈ ক'লোঁ। কিন্তু কথাহে বন্ধ হ'ল, দুৱাৰ মেল নাখালে। মই আকৌ মাতিলোঁ, মোৰ পৰিচয় দিলোঁ, গুৱাহাটীৰ পৰা যে ঘূৰি আহিলোঁ তাকো জনালোঁ, তথাপি দুৱাৰ বন্ধই থাকিল। এনেকৈ পাঁচ মিনিটমান যোৱাৰ পাচত পূৰ্ণিমাই দুৱাৰখন মেলি দিলে। মই ভিতৰ সোমালোঁ; পূৰ্ণিমাক একো সুসুধিলোঁ। পূৰ্ণিমা তেতিয়া একে ঠাইতে থিয় হৈ থাকিল; তেওঁৰ মুখখন মৰা মানুহৰ মুখৰ দৰে হৈছিল।

"ঘৰত সোমায়েই মই টিমাই থোৱা লেম্পটো বেছিকৈ জ্বলাই দিলোঁ। তৎক্ষণাৎ আপুনি কোৱা পাঞ্জাবীটো চকুত পৰিল; সেইটো মোৰ নহয়। মই চোলাটোৰ জেপত এটুকুৰা কাগজ পালোঁ। এতিয়াও কাগজ টুকুৰা মোৰ হাততে আছে।"

মোহনে কাগজ টুকুৰা ইন্‌স্পেক্টৰক দেখুৱালে। তাত লিখা আছিল, "আজি তেওঁ গুৱাহাটীলৈ গৈছে, কাইলৈ আহিব। বাৰমান বজাত মই তোমালৈ বাট চাম।"

মোহনে ক'বলৈ ধৰিলে,—"তেতিয়া মই বুজিলোঁ যাৰ চোলা তেওঁলৈ লিখা এইখন পূৰ্ণিমাৰ চিঠি। মানুহটো যে ভিতৰতে আছে ঘটনাৱলীয়ে তাকো স্পষ্টকৈ দেখুৱালে। মোৰ মনত তেতিয়া কি লাগিছিল মই নিজেই বুজিব নোৱাৰিছিলোঁ। মই ৰিভলভাৰ উলিয়ালোঁ; গুলি ভৰোৱাই আছিল। এহাতে লেম্পটো আৰু আনহাতে ৰিভলভাৰটো লৈ মই ইফালে সিফালে চাবলৈ ধৰিলোঁ। এবাৰ অলপ চাপৰি খাটৰ তলৰ ফালে চাব খোজোঁতেই হঠাৎ দীলিপ ওলাই লৰ মাৰিলে। তৎক্ষণাৎ মই গুলি এৰিলোঁ। কিন্তু দীলিপ সাৰিল; গুলি লাগিল

পূৰ্ণিমাৰ গাত। পূৰ্ণিমা ঢাচ কৰে পৰিল আৰু তেতিয়াই থাতু গ'ল। মই অলপ সময় চাই থাকি ওচৰতে বন্দুকটো পেলাই অহা বাটেই উভতি গলোঁ আৰু বাকী সময়খিনি দোকানতে ছটফটাই পৰি থাকিলোঁ ।

ইন্স্পেক্টৰ : ঘটনাটো আপুনি কোৱাৰ আগতে বুজিছিলোঁ। এতিয়া মাত্ৰ মানুহটো কোন জনা গ'ল। আৰু এটা কথা জনা গ'ল যে যদিও পূৰ্ণিমা মৰিল, আপোনাৰ গুলিৰ লক্ষ্য দীলিপহে আছিল।

মোহনে ক'লে,—"আপোনাক সকলো কথা জনালোঁ। এতিয়া কেনেকৈ এই বিপদৰ হাত সাৰিম তাৰ উপায় দিয়ক।"

ইন্স্ : বাৰু সেই বিষয়ে আলোচনা কৰিম। আগেয়ে এই চিঠিবোৰত কি পাওঁ চাওঁ।

চিঠিবোৰত চকু ফুৰাই ইন্স্পেক্টৰে ক'লে,—"আপুনি বোধ কৰোঁ এইবোৰ চোৱা নাই। এই বোৰৰ পৰা যি দেখা যায় পূৰ্ণিমাৰ চৰিত্ৰ আপুনি ভবাতকৈও জঘন্য। ভালেই হৈছে, এনে তিৰুতা জীয়াই নথকাই ভাল।"

মোহন : এতিয়া কি কৰিম ?

ইন্স : সঁচা কথা ক'লেও ইমানবোৰ প্ৰমাণৰ ওপৰত আপোনাৰ শাস্তি নহব পাৰে আৰু হলেও লঘু শাস্তিয়েই হ'ব। তথাপি এইবোৰ কেলেঙ্কাৰী প্ৰচাৰ নোহোৱাকৈ ৰাখিব পৰাই ভাল। মুঠতে ডাক্তৰে আত্মহত্যা বুলি ৰিপোৰ্ট দিলেই সহজে লেঠা মৰে। কিন্তু মই যি বুজিছোঁ ডাক্তৰে তেনে ৰিপোৰ্ট নিদিব।

মোহন : দিয়াবৰ উপায় কি ?

ইন্স : ডাক্তৰক ধৰিব লাগিব।

এনেতে খবৰ আহিল যে ডাক্তৰী পৰীক্ষা হৈ গ'ল ; শৱদাহ কৰিবলৈ নিব লাগে। মোহনে ইন্স-পেক্টৰক ক'লে,—"মই মৰিশালিলৈ যাব লাগিল ; আপুনিয়েই ডাক্তৰৰ লগত পৰামৰ্শ কৰি মোক এই আহুকালৰ পৰা উদ্ধাৰ কৰক।"

তাৰ পাচত মোহন কনচেবেক টিপাহী আৰু আন মানুহেৰে সৈতে পূৰ্ণিমাৰ শেষ-কৃত্য কৰিবলৈ গ'ল। ইন্সপেক্টৰো লগতে গৈছিল। তেওঁ মৰিশালিলৈ নগৈ ডাক্তৰক ভিতৰুৱাকৈ লগ ধৰিলে।

ডাক্তৰ প্ৰথমতে সম্মত নহৈছিল যদিও শেহত আত্মহত্যা বুলিয়েই ৰিপোৰ্ট দিলে। শুনা যায় এই বাবে মোহনৰ অলপ বাৰুকৈয়ে খৰচ হ'ল।

এই ঘটনাৰ পাচত মোহনে কৈছিল,—"লোকৰ কথাৰে কেতিয়াও বাট বুলিব নালাগে। মই যদি আকৌ বিয়া কৰাওঁ, মোৰ নিচিনা অৱস্থাৰ মানুহৰ ঘৰতহে বিয়া কৰাম। মানুহ চিনা টান। মিনাইৰ দৰে মানুহক বিশ্বাস কৰাৰেই এই পৰিণাম।

দীলিপ সেই ৰাতিয়েই ক'ৰবালৈ গ'ল। তাৰ পাচত কোনেও তেওঁক মঙ্গলদৈত দেখা পোৱা নাই।

# দ্বাবিংশ অধ্যায়

## তেৱেঁই এওঁ

গোলকৰ বিয়াৰ পিচ দিনাই বৰযাত্ৰী তেজপুৰলৈ উলটিল। কন্যাৰ লগত আহিল তেওঁৰ মাক, খুৰাকৰ পুতেক আৰু এজনী লিগিৰী।

তৃতীয় দিনা দুপৰীয়া বৰযাত্ৰীসকল আহি ঘৰ পালে। সেই দিনাই ৰাতিলৈ খোৱাখুৱী সবাহ।

পূৰ্ব্বৰ বন্দোবস্তমতে সেই দিনাই স্থানীয় লোকসকলক অভ্যৰ্থনা কৰা হ'ল। নিমন্ত্ৰিত লোক প্ৰায় সকলোৱেই আহিছিল আৰু জা-জলপান খাই বৰ-কন্যাক আশীৰ্ব্বাদ কৰি গৈছিল।

ৰাতি খোবাখুবী সবাহ। গাঁৱৰ ৰাইজ গোট খাই সবাহ পাতিলে আৰু এজন বাপুৱে দৰা-কন্যাক খোবাখুবীৰ আখ্যান গাই শুনালে।

সবাহ ভাগিল। সকলো ঘৰাঘৰি গ'ল। তাৰ পাচত গৃহস্থ, আলহী সকলোৱে খাই-বৈ শয্যাৰ আশ্ৰয় ল'লে। এতিয়ালৈকে গোলক আৰু পদ্মা আঁতৰে আঁতৰেই আছিল। সকলোৱে বিশ্ৰাম লোৱাৰ পাচত তেওঁলোকৰ সাক্ষাৎ হ'ল। প্ৰথমতে পদ্মাৰ ওৰণী-তলৰ অস্পষ্ট মুখখন দেখি গোলকৰ মনত কিবা এটা সন্দেহ জাগিল; তেওঁ ঘপকৰে ওৰণীখন গুচাই পেলালে। তাৰ পাচত অলপ সময় থৰ হৈ ৰ'ল; এটা আনন্দৰ জেউতি মুখত বিৰিঙি উঠিল। তেওঁ হঠাৎ কৈ উঠিল,—"তুমি পদ্মা!"

পদ্মাৰ লাজকুৰীয়া মুখখনতো এটা নতুন আভা ফুটি ওলাল।

গোলকে ক'লে,—"যোৱা বহাগত বিয়া খাবলৈ যাওঁতে যে গাড়ীৰ পৰা পৰিছিলা, তেতিয়া কোনে তুলিছিল মনত আছে?"

পদ্মাই মুৰ তুপিয়াই ক'লে,—"ওঁ।"

* * *

পিচদিনা পদ্মাই সখীয়েক মালতীলৈ লিখিলে :--

"সখি, বৰ আনন্দৰ বাতৰি এটা তোমাক দিবলৈ বুলি ইমান লৰালৰিকৈ কলম ললোঁ। যাৰ ছবি মোৰ হিয়াৰ মাজত, যাৰ পৰশৰ অনুভূতি মোৰ প্ৰত্যেক অঙ্গত, তেৱেঁই এওঁ। ভাগ্যে ভুল নকৰিলোঁ। ঈশ্বৰক ধন্যবাদ।"

অন্ত

# অর্পণ

মোৰ পুত্ৰোপম বৰ জোঁৱাই শ্ৰীমান মাণিকচন্দ্ৰ
শইকীয়াৰ শিৰত "অদৃষ্ট" আন্তৰিক স্নেহৰ নিৰ্ম্মালি।

ইতি—

তেজপুৰ — শুভানুধ্যায়ী
১ শাওণ ১৮৭০ শক — গ্ৰন্থকাৰ

# পাতনি

মানুহৰ জীৱনৰ সোঁত স্বাভাবিক গতিৰে নচলে। কিবা এটা দুৰ্জ্জেয় শক্তিৰ অদৃশ্য হাতে তাক একা-বেকা বাটে দি লৈ যায়। তাৰ ফলত মানৱ জীৱনত আশা-নিৰাশা, হাঁহি-কন্দা, আনন্দ বিষাদ আদি বিপৰীত অনুভূতিৰ আকস্মিক বিকাশ আৰু বিলয়। এই যে ঘটনাৰ প্ৰবাহ, সকলো সময়তে তাৰ কাৰ্য্য কাৰণৰ সম্বন্ধ বিচাৰি পোৱা নাযায়। এয়েই অদৃষ্ট। ইয়াৰ প্ৰভাৱতেই মানুহৰ সৰল জীৱন-যাত্ৰাত জটিলতাৰ সৃষ্টি হয়। "অদৃষ্ট" তাৰেই এটি চিত্ৰ।

ইতি—

তেজপুৰ
বহাগ-বিহু, ১৮৭০ শক

নিবেদক
গ্ৰন্থকাৰ

# অদৃষ্ট

## প্ৰথম অধ্যায়

### আকস্মিক দুৰ্ঘটনা

সময় সন্ধিয়া। আন্ধাৰে প্ৰকৃতিৰ বেহৰূপ অস্পষ্ট কৰি তুলিছে, কিন্তু একেবাৰেই লুকুৱাব পৰা নাই। আকাশত দুই-এটা তৰাই মাথোন ভুমুকি মাৰিছে। জুৰ বতাহে ধীৰ গতিৰে নতুনকৈ ফুলা ফুলৰ ৰেণু ছটিয়াই ফুৰিছে। এনে সময়ত এজন মানুহ জখলা-বন্ধাৰ পৰা শিলঘাটৰ ফাললৈ গৈ আছিল। তেওঁৰ নাম দয়াৰাম, ঘৰ তেজপুৰৰ ফালে, বয়স তেইশ-চৌবিশ বছৰমান হ'ব। তেওঁৰ সাজ-পাৰ আছিল এখন ধুতী, এটা কামিজ আৰু এখন এৰীয়া কাপোৰ; ভৰিত কেনভাচৰ জোতা। হাতত এডাল সৌকাৰ লাখুটি।

তেওঁ একেবাহে গৈ আছিল, বাটত ঘৰলৈ উলটি অহা দুই-এটা গৰুৰ বাহিৰে আন একো লগ পোৱা নাছিল। এনে দৰে অলপ সময় যোৱাৰ পাচত তেওঁ সন্মুখৰ ফালে কাৰবাৰ কাজিয়া লগা যেন শুনিলে। তেওঁ বেগেৰে আগ বাঢ়িল। অলপ গৈয়েই তেওঁ দেখিলে,—এটা ডেকা মানুহে এজনী ডেকেৰীক ধৰি টনা আজোৰা লগাইছে। মানুহজনী মাটিত বহি যোৱাত মানুহটোৱে চোঁচোৰাই আনিছে। মানুহটো ক'লা, অসমীয়া যেন নেদেখি। তিকতা-জনী যে অসমীয়া তাক সাজ-পাৰ আৰু চেহেৰা দেখিলেই বুজা যায়। অস্পষ্ট আলোকত সিহঁতক দেখি দয়াৰামে ভাবিলে নিশ্চয় এইটো বঙাল, ই অসমীয়া তিকতাজনীক অকলৈ পাই বলেৰে ধৰি নিব খুজিছে। তেওঁ অলপো নৰৈ ওচৰ চাপি গ'ল আৰু মানুহটোক ক'লে,—"তই মানুহজনী টানিছ কেলেই? এৰি দে।"

মানুহ : নিদিওঁ, তই কি কৰিবি?

দয়া . এৰ বুলিছোঁ ভালে ভালে।

মানুহ : নেৰোঁ, তই কি কৰিবি! এইজনী তোৰ মাৰ নে ঘৈণীয়েৰ!

" কি! নেৰ!"—এই বুলিয়েই দয়াৰামে মানুহ-টোৰ তপিনাতে এটা মাৰ শোধাই দিলে। মানুহটো বাগৰ খাই পৰিল আৰু অলপ সময় হাত-ভৰি আছাৰি সটং জুৰিলে।

মানুহজনীয়ে তাক তুলিবলৈ যত্ন কৰিলে, কিন্তু নোৱাৰিলে। দয়াৰামে আলি খাৱৈৰ পৰা কচুপাতেৰে পানী আনি মূৰত দিলে, কিন্তু তাৰ পৰা একো ফল নহ'ল। মানুহটোৰ চকু ঢেল খালে; হাত-ভৰি ঠৰঙা হৈ আছিল। তেতিয়া মানুহ-জনীয়ে "ঐ তেনেয়ে মাৰিলে ঐ"! বুলি চিঞৰি কান্দিবলৈ ধৰিলে। তাইৰ কান্দোন শুনি কেইটামান মানুহ সেই ফাললৈ লৰি আহিল। দয়াৰামে প্ৰমাদ গণিলে। তেওঁ হতবুদ্ধি হ'ল। শেহত মানুহ ওচৰ চপা দেখি

লৰ মাৰি ওচৰৰে হাবি এডোখৰত সোমাল।

হাবিৰ মাজত সোমোৱাৰ পাচত এইকেইটা কথা তেওঁৰ কাণত পৰিল,—"মানুহটো বিচাৰ, পুলিচত খবৰ দে।"

দয়াৰাম আৰু নৰ'ল। হাবিৰ মাজে মাজে কিছুদূৰ আগ বাঢ়ি মানুহ-তনুহ চাই-চিতি আলিলৈ উঠিল আৰু বেগাই শিলঘাটৰ ফাললৈ যাবলৈ ধৰিলে। মানুহৰ গম পালে আলিৰ পৰা নামি জোপাৰ আঁৰত নাইবা খাৰৈত লুকাই থাকে আৰু নিৰাপদ যেন দেখিলেই আকৌ বেগ দিয়ে। এনেকৈয়ে আহি তেওঁ চাৰে নমান বজাত শিলঘাটৰ জাহাজঘাট পালে। জাহাজত তেওঁ তেজপুৰলৈ যাব, কিন্তু জাহাজ এতিয়াও আহি পোৱা নাই। পোহৰত থাকিবলৈ তেওঁৰ ভয় লাগিল আৰু আঁতৰি আহি এজোপা গছৰ আঁৰত বহি থাকিল।

জাহাজ আহিল প্ৰায় এঘাৰ বজাত। তেওঁ গম-গতি লৈ অতি সাৱধানে লুকোৱা ঠাইৰ পৰা ওলাল আৰু টিকট কিনি জাহাজত উঠিল।

# দ্বিতীয় অধ্যায়

## সৰ্ব্বস্বান্ত

দয়াৰামৰ ঘৰ তেজপুৰ নগৰৰ পৰা প্ৰায় ষোল মাইল আঁতৰত আঁহত গুৰি গাৱঁত। মাজত জীয়া ভৰলী। তেওঁৰ পিতাক আছিল এজন প্ৰাইমাৰী স্কুলৰ শিক্ষক, নাম ভগীৰাম। মানুহজন সকলো কামতে উদ্যোগী আছিল। দুবিঘামান মাটিৰ বাৰীখনৰ উপৰিও দুবিঘা ফৰিঙতি আৰু ছবিঘা ৰুপিত মাটি তেওঁৰ পৈত্ৰিক সম্পত্তি আছিল। তেওঁ স্কুলৰ চাকৰি কৰিও নিজ হাতেই খেতি-বাতি কৰিছিল, বাৰীখনতো অলপ অচৰপ সকলো খেতিয়েই আছিল। স্কুলখন ঘৰৰ ওচৰতে হোৱাত তেওঁ এইবোৰ কামলৈ আজৰি উলিয়াবলৈ সুযোগ পাইছিল। খেতিৰ ভাত খাই আৰু বাৰীৰ উপাৰ্জ্জনেৰে লোণ-তেলৰ খৰচ উলিয়াই তেওঁ কোনো অভাবত নপৰাকৈ চলিব পাৰিছিল। দৰমহাৰ টকাৰে ৰাজহি-ততহি মাৰিছিল, কাপোৰ-কানি লৈছিল আৰু ঘৰকেইটাও কিছু চকুত লগা কৰিছিল।

ভগীৰামে বিয়া কৰাইছিল প্ৰায় বাইশ বছৰমান বয়সতে। সন্তান হৈছিল দুটা,—প্ৰথমটো ছোৱালী আৰু দ্বিতীয়টো ল'ৰা। ছোৱালীজনীৰ নাম সেউতী আৰু ল'ৰাটোৰ নাম দয়াৰাম।

দয়াৰামক তেওঁ পঢ়াশালিত পঢ়াইছিল। ল'ৰাটোৰ বুদ্ধি চোকা আছিল আৰু যি কোনো কামতে মনোযোগ দেখা গৈছিল। ভাওনাত ভাও দিয়াত যেনে পাকৈত আছিল, পঢ়া-শুনাতো তেনে চোকা আছিল। বাৰীচুকত শাক-পাচলিৰ খেতি কৰিবলৈকো সৰুৰে পৰা শিকিছিল। প্ৰায় দহ বছৰ বয়সত প্ৰাইমাৰী পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ বৃত্তি লাভ কৰে আৰু ঘৰৰ পৰা পাঁচ মাইল আঁতৰত থকা এখন মজলীয়া ছাত্ৰবৃত্তি স্কুলত ভৰ্ত্তি হয়। স্কুললৈ তেওঁ সদায় ঘৰৰ পৰাই অহা-যোৱা কৰিছিল। সেই বাবেই হবলা তেওঁ ছাত্ৰবৃত্তিত ভাল ফল দেখুৱাব নোৱাৰিলে, দ্বিতীয় বিভাগতহে পাছ হ'ল।

দয়াৰামে মজলীয়া স্কুলত পঢ়ি থাকোঁতেই জখলাবন্ধাৰ হৰনাথ বৰাৰ লগত সেউতীৰ বিয়া হয়। তেতিয়াৰে পৰা ঘৰখনত দয়াৰামেই মাক-বাপেক দুয়োৰে গোটেইখিনি চেনেহৰ ভাগী হয়। ছাত্ৰবৃত্তি পাছ কৰাৰ পাচত ভগীৰামে পুতেকক

তেজপুৰত থৈ ইংৰাজী স্কুলত পঢ়াবৰ মন কৰিছিল, কিন্তু একেটি মাথোন ল'ৰাক চকুৰ আগৰ পৰা আঁতৰত ৰাখিবলৈ মাক একো পধ্যে মান্তি নহ'ল। ভগীৰামেও শেহত ঘৈণীয়েকৰ মততেই মত দিলে আৰু পুতেকৰ পঢ়াশলীয়া শিক্ষা ইমানতে শেষ কৰি খেতি-বাতিৰ কাম শিকাবলৈ ধৰিলে।

এনেকৈ ছবছৰমান যোৱাৰ পাচত এদিন লোকেল বোৰ্ডৰ ছেয়াৰমেন স্কুলৰ কাষৰ বাটে দি গৈছিল। তেতিয়া চাৰে এঘাৰ বাজিছিল, কিন্তু পণ্ডিত অহা নাছিল; ল'ৰাবোৰে গোলমাল কৰি আছিল। ছেয়াৰমেন স্কুললৈ সোমাই গ'ল আৰু ল'ৰাহঁতক পণ্ডিতৰ কথা সুধিলে। ল'ৰাহঁতৰ পৰা তেওঁ বুজিলে যে পণ্ডিত ঠিক সময়ত নাহে; কেতিয়াবা সোনকালে আহে, কেতিয়াবা পলম কৰে।

ছেয়াৰমেন সোমোৱাৰ পাঁচ মিনিটমানৰ পাচতে পণ্ডিত গৈ ওলাল আৰু ছেয়াৰমেনক নমস্কাৰ জনালে। ছেয়াৰমেনে ক'লে,—"এঘাৰ বজাত স্কুললৈ অহাৰ নিয়ম, তুমি ইমান পলম কৰিলা কিয়?"

ভগী : আমি গাৱঁলীয়া মানুহে ইমানকৈ ঘড়ী ঘণ্টা চাই কেনেকৈ চলিম! ঘাইকৈ এই খেতিৰ দিনত কেতিয়াবা কেতিয়াবা সময়ৰ অলপ হেৰ-ফেৰ হ'বই। অলপ পলম হ'লেও পথাৰৰ কাম আধকৰাকৈ এৰি অহা টান।

ছেয়াৰ : পথাৰৰ কাম কৰিবলৈ বোৰ্ডে তোমাক ৰখা নাই, স্কুলৰ কাম কৰিবলৈহে ৰাখিছে।

ভগী : স্কুলৰ কাম জানো নকৰাকৈ আছোঁ! কেতিয়াবা যদি অহাত অলপ পলম হৈছে, যোৱাতো হৈছে। স্কুলৰ দৰমহাৰে জানো খাবলৈ আটে! জীয়াই থাকিবৰ নিমিত্তেই স্কুলৰ চাকৰিৰ বাহিৰেও আন কিবা এটা কৰিবই লাগিব। নকৰিলে চলিব কেনেকৈ?

ছেয়াৰ : নচলে, চাকৰি এৰি দিয়া। বগা ভাত দেখিলে কাউৰীৰ আকাল নালাগে।

ভগী : কাউৰীৰ আকাল নালাগে জানো, কিন্তু বগা ভাতে পেট নভৰিলে যি কোনো কাউৰীয়েই আম কঠাল নাইবা আন কিবা খোৱা বস্তু বিচাৰিব। কোনো পণ্ডিতেই অকল স্কুলখনকে লৈ থাকি বাৰটা টকাৰে চলিব নোৱাৰে।

ছেয়াৰ : তুমি বৰ আওকথকী। মুখে মুখে চুপতি কৰিবলৈ আহিছা।

ভগী : চুপতি কৰা নাই, সঁচা কথা কৈছোঁ। সঁচা ক'লে আপোনালোকে বেয়া পায়, মিছা কথা আকৌ মোৰ মুখত নোলায়।

ভগীৰামৰ কথাত ছেয়াৰমেন বৰ বিৰক্ত হ'ল আৰু পৰিদৰ্শন বহীত তেওঁৰ বিৰুদ্ধে মন্তব্য কৰি গ'ল। এই ঘটনাৰ এমাহমানৰ মুৰত ভগীৰামক তেওঁৰ ঘৰৰ পৰা কুৰি মাইল দূৰৈত থকা এখন স্কুললৈ বদলি কৰা হ'ল। ভগীৰাম কিন্তু যাবলৈ মান্তি নহ'ল। নানা অসুবিধা দেখুৱাই তেওঁ সেই আদেশ ৰদ কৰিবৰ নিমিত্তে ডেপুটি ইন্‌স্পেক্টৰ আৰু ছেয়াৰমেনলৈ আবেদন কৰিলে, কিন্তু ফল নহ'ল। তেতিয়া আন উপায় নাপাই তেওঁ চাকৰিকে ইস্তফা দিলে।

চাকৰি এৰাৰ পাচত বাপেক পুতেক দুয়ো খেতিতে মন পুতি লাগিল। তাৰ পৰা ভগীৰামৰ

অৱস্থা আগতকৈ বহুতো ভাল হ'ল। চাকৰি কৰোঁতে কোনোমতে পেটে-ভাতেহে খাইছিল। এতিয়া খাই-বৈ, ৰাজহি-ততহি মাৰিও বছৰে এশ ডেৰশ টকা ৰাহি কৰিব পৰা হ'ল। তেওঁ মাজে মাজে চাকৰি যোৱাৰ কথা মনত পেলাই নিজে নিজে কয়,— "নামাৰিলা প্ৰভু মোক কৰিলাহে দয়া।"

এনেকৈ ছবছৰ মানত তেওঁ সকলো খৰচ কৰিও আঠশ টকা জমা কৰিলে। দয়াৰামৰ বয়স তেতিয়া এৰৈকশ বছৰ। তেওঁৰ প্ৰধান লক্ষ্য আছিল পুতেকক অলপ সৰহীয়াকৈ খেতিৰ মাটি লৈ দিয়া। সেই বাবে মাটিৰ অনুসন্ধান কৰি আছিল।

এনেকৈ ভগীৰামৰ জীৱনৰ আঢ়ৈ কুৰি বছৰ সুখ শান্তিতে পাৰ হ'ল। কিন্তু বিধাতাৰ ইচ্ছাত তেওঁৰ এই সুখ স্থায়ী নহ'ল। হঠাৎ নৰিয়া পৰি তেওঁৰ ভাৰ্য্যাই চকু মুদিলে; ভগীৰামৰ অন্তৰ ভেদি হাহাকাৰ উঠিল। কিছুমান দিনলৈ তেওঁ বৰ কাতৰ হৈ পৰিছিল, কাম-বন এৰি দিছিল।

লাহে লাহে ভগীৰামৰ শোক পাতলি আহিল, লাহে লাহে আকৌ কামত মন দিবলৈ ধৰিলে। বহুতে তেওঁক আকৌ বিয়া কৰাবলৈ ক'লে, তেওঁ কিন্তু মান্তি নহ'ল। এফালে তেওঁৰ পত্নীৰ স্মৃতি অন্তৰত জাগ্ৰত আছিল, আন ফালে বৃদ্ধস্য তৰুণী ভাৰ্য্যাৰ বহুতো বিষময় ফল তেওঁৰ জনা আছিল। লৰাটোলৈকে বিয়া কৰাবলৈকো বহুতে উপদেশ দিলে। তেওঁ ক'লে,—লৰাৰ বয়স এতিয়াও কোমল, আৰু দুবছৰমান যাওক। ইয়াৰ ভিতৰতে পাৰোঁ যদি তাক আৰু অলপ খেতিৰ মাটি লৈ দিওঁ, তেতিয়া সেই মাটিৰ আৰ্জ্জনেৰেই সি মানুহ বোলাই খাব পাৰিব।

ভগীৰামৰ ঘৰৰ পৰা পাঁচ মাইল মান আঁতৰত এখন দ পথাৰ আছিল। তাতে হলি হাজৰিকা নামৰ এজন মানুহৰ আঠ পুৰা শালিতলী মাটি আছিল। সেই মাটিখিনি হাজৰিকাই বেচিবলৈ গ্ৰাহক বিচৰাৰ কথা ভগীৰামে শুনিবলৈ পালে আৰু হলিৰ লগ ধৰিলে। হলিয়ে দৰ কৰিলে পুৰাত চাৰিশ কৈ। সেই ঠাইৰ মাটিৰ দাম তেতিয়া সিমান নাছিল। সেই কাৰণে ভগীৰামে পুৰাত দুশতকৈ বেছি দিবলৈ গাত নল'লে। হলিয়েও সেই দামত দিব মুখুজিলে। চেষ্টা হ'লে এজনেও নেৰিলে। দিনচেৰেক দৰ-ভাও চলি থকাৰ পিচত পুৰাত আঢ়ৈ শ দৰত দুয়ো পক্ষ মান্তি হ'ল।

ভগীৰামে হিচাপ কৰি দেখিলে— মাটিৰ মূল্য হ'ব দুহেজাৰ টকা। মাটি ল'লেই আৰু এহাল গৰু কিনিব লাগিব। হালোৱা এটাও ৰাখিব লাগিব, বোৱণীৰ খৰচো বেছি হ'ব। তেওঁৰ হাতত জমা আছে মুঠেই আঠশ টকা। সকলো হিচাপ কৰি তেওঁ কেএাৰ পৰা পোন্ধৰ শ টকা ধাৰে লবলৈ ঠিক কৰিলে। সুত শত মাহে দুটকাকৈ। তেওঁ ভাবিলে আগৰ মাটিৰ খেতিয়েই খাবলৈ জুৰিব, হালোৱা বোৱণীৰ খৰচো ওলাব। নতুন মাটি আঠ পুৰাত কমকৈও তিনিশ মোন ধান হ'ব; বাৰিষা দিনত বেচিব পাৰিলে অতি কমেও ডেৰ হাজাৰ টকা পোৱা যাব। যদি ভালমতে খেতি হয় দুবছৰতে ধাৰ মৰি যাব। তৃতীয় বছৰৰ পৰা সকলো টকাই জমা হ'ব আৰু তেওঁ ধনী মানুহ হৈ খাব পাৰিব।

সকলো কথা ভাবি-চিন্তি ভগীৰামে টকা ধাৰ কৰি মাটি আঠ পুৰা কিনিলে আৰু নামজাৰিৰ দৰ্খাস্ত দিলে। ইফালে গৰু আৰু হালোৱাৰো দিহা কৰিলে। কিন্তু নামজাৰিত গোলমাল লাগিল। হলিৰ আৰু তিনিজন ভায়েক আছিল। তেওঁলোকে

আপত্তি দর্শালে যে সেই মাটি তেওঁলোকৰ পৈত্রিক সম্পত্তি। যদিও পট্টাত তেওঁলোকৰ নাম নাই, তথাপি তেওঁলোকৰো তাত ভাগ আছে। ককায়েক এতিয়া বেলেগ, তেওঁলোকে নজনাকৈ তেওঁ মাটি বেচিছে। কিন্তু তেওঁ তেওঁৰ ভাগৰ ছপূৰা মাথোন বেচিব পাৰে। সাক্ষী বাদী লৈ চব-ডেপুটিয়ে কথাটো সঁচা বুলি প্ৰমাণ পালে আৰু মাত্র ছপূৰাতহে ভগীৰামৰ নামজাৰি কৰিলে, ভগীৰামে এই আদেশৰ বিৰুদ্ধে আপীল কৰিলে কিন্তু আপীলতো চব-ডেপুটিৰ ৰায়েই বাহাল থাকিল।

উকীলে ভগীৰামক হলিৰ ওপৰত ছপূৰা মাটিৰ মূল্য ডেৰ হাজাৰ টকাৰ বাবে দেৱানী মোকৰ্দ্দমা কৰিবলৈ উপদেশ দিলে। সেই মতেই মোকৰ্দ্দমা হ'ল। বহুত দিন চোঁচৰাৰ পাচত সেই টকা হলিৰ ওপৰত ডিক্রী হ'ল। কিন্তু টকা আদায় নহ'ল। হলিয়ে মাটি বেচাৰ আগতে তেওঁৰ অন্যান্য সম্পত্তি আঁতৰাই থৈছিল নাইবা আনৰ নামত ৰাখিছিল। আন কি বাৰীমাটিৰ তেওঁৰ অংশটোও বন্ধকত থৈছিল। ভগীৰামে ক্রোক কৰিবলৈ একো নাপালে। মুঠতে তেওঁৰ বুঢ়ী ছাগলীৰ ওপৰত মাহদোনো গ'ল। ইফালে মোকৰ্দ্দমাত ঘুৰি ফুৰোঁতে সেই বছৰ আগৰ সমান খেতিও কৰিব নোৱাৰিলে।

ভগীৰামৰ ধাৰ মৰাৰ উপায় নোহোৱা হ'ল। যদিও পিচ বছৰ খেতিত ভালকৈ লাগিছিল তথাপি খেতিৰ উপাৰ্জ্জনৰ পৰা সুতেই নোলাল। তৃতীয় বছৰৰ শেহত কেঞাই মোকৰ্দ্দমা কৰিলে আৰু সুতে মূলে তিনি হাজাৰৰ ওপৰ টকা ডিক্রী পালে। কেঞাই ভগীৰামৰ সকলো স্থাবৰ অস্থাবৰ সম্পত্তি নীলামত দিলে, কিন্তু সিমান বেছি দামত লওঁতা কোনো নোলাল। অগত্যা কেঞাই সকলোখিনি নিজেই ৰাখি থ'লে।

ভগীৰামৰ আজি একো নাই, ঘৰৰ ভেটিটোও নাই। পুতেকক ধনী মানুহ কৰি যাৰ খোজোঁতে এতিয়া বাটৰ ভিকহু কৰিলে। কিয় এনে হ'ল। তেওঁতো কাৰো অন্যায় কৰা নাছিল। এয়েইনে বিধাতাৰ ন্যায় বিচাৰ! এইদৰে ভাবি ভাবি তেওঁৰ মূৰৰ ঠিক নোহোৱা হ'ল, শেহত একেবাৰেই জলকা লাগিল। খোৱা লোৱাৰ খবৰ নাই, চকুত টোপনি নাই, আন নালাগে মানুহৰ লগত কথা পাতিবলৈকো এৰিলে। এনেকৈ এমাহমান যোৱাত এদিন অকস্মাতে তেওঁৰ হৃদযন্ত্র বন্ধ হ'ল; দুখ-যন্ত্রণাৰ অন্ত পৰিল।

দয়াৰামৰ বয়স এতিয়া তেইশ বছৰ। ইমান দিন পিতাকৰ পাখিৰ আঁৰত থাকি সংসাৰৰ একো ভু-ভা লোৱা নাছিল। পিতাকৰ মৃত্যুত তেওঁৰ মূৰত আকাশী চৰগ ভাগি পৰিল। মাটি গ'ল, সম্পত্তি গ'ল, শেহত পিতাকো গ'ল; জগৎখনেই তেওঁলৈ অন্ধকাৰ হৈ পৰিল। কি কৰিব, কি নকৰিব একোকে ভাবিব নোৱৰা হ'ল। মায়েক-ভিনীহিয়েক আহি পিতাকৰ মুখৰ ছাই গুচালে। তেওঁলোকৰ লগতে দয়াৰামকো লৈ যাব খুজিছিল, কিন্তু তেওঁ সম্প্ৰতি যাব নুখুজিলে।

## তৃতীয় অধ্যায়

### মৃতকৰ ইচ্ছা

দয়াৰামৰ ঘৰৰ পৰা দুমাইল আঁতৰত জালিৰ ঘৰ। জালিৰ ভায়েকৰ নাম হালি। হালি জালিতকৈ ছবছৰৰ সৰু। পঁচিশ বছৰমান বয়সতে জালিৰ বিয়া হৈছিল। তেতিয়া বাপেক-মাক জীয়াই আছিল।

বাপেক জীয়াই থাকোঁতেই তেওঁৰ দুটা লৰা আৰু এজনী ছোৱালী উপজিছিল।

জালিৰ ঘৈণীয়েকৰ নাম সুভদ্ৰা। তেওঁ সকলো ঘৰুৱা কামতে পাৰ্গত আছিল। দুয়ো ভায়েক-ককায়েকে হাল বাই কোৰ মাৰি খেতি কৰিছিল; সুভদ্ৰাই ঘৰৰ সকলো কাম কৰি ভুঁই ৰুইছিল। বুঢ়ীয়ে লৰা ছোৱালীকেইটা চাইছিল আৰু ঘৰ ৰখিছিল। বুঢ়ায়ো মাজে মাজে পথাৰত একো পাক মাৰি পুতেকহঁতক দিহা-পোহা দিছিল।

বাপেক মৰাৰ পিচৰ বছৰতে হালিৰো বিয়া হয়। হালিৰ ঘৈণীয়েকৰ নাম সুমথিৰা। প্ৰথমতে তেওঁলোক সকলোটিৰে মিল আছিল। আগেয়ে সুভদ্ৰাই অকলৈ ভুঁই ৰুইছিল; চণ্ডালিৰ নোৱাৰিলে মাজে সময়ে বোৱণীও বিচাৰিব লগা হৈছিল। এতিয়া দুয়ো জাকে কৰলৈ ধৰাত আন বোৱণীৰ প্ৰয়োজন নোহোৱা হ'ল। এনেকৈ প্ৰায় এবছৰ হওঁ হওঁ হ'ল, এনেতে বুঢ়ীয়েও নাম ল'লে।

মাক মৰাৰ পাচৰ পৰাই তেওঁলোকৰ মাজত অলপ আন্তকালে দেখা দিলে আৰু সি দিনে দিনে বাঢ়িবলৈ ধৰিলে। লৰা-ছোৱালীকেইটা টেটুত লগাত সুভদ্ৰাই আগৰ দৰে কাম কৰিব নোৱৰাত পৰিল। জালিয়ে হাল মেলি আহি সলনি নিদিলে তেওঁ পথাৰলৈ যাব নোৱাৰে। পথাৰলৈ নগলেও সুভদ্ৰাৰ আজৰি নাথাকে। ধান বনা পানী অনা, গোবৰ পেলোৱা, ভাত বন্ধা আদি গোটেইখিনি কামৰ ভাৰ তেওঁৰ মূৰতে। তথাপিও সুমথিৰাৰ মনত অসন্তোষে দেখা দিলে। তাতে অকলশৰীয়াকৈ পাই গাৱঁৰ বোৱণীহঁতে ক'বলৈ ধৰিলে,—"তই কুমলীয়া ছোৱালী, ইমানকৈ খাট কিয়? তহঁতৰ নো খায় কোনে! মতা-মাইকী এহালে খাবলৈ নো কি! সিহঁতৰ খায় এপালে, কাম কৰি মৰ তহঁত।"

এনেকৈ লগনীয়া কথা শুনি সুমথিৰাৰ মন ভাগি গ'ল; আজি পেটৰ বিষ, কালিলৈ মূৰৰ কামোৰ ইত্যাদি আপত্তি উলিয়াই পথাৰলৈ নোযোৱা হ'ল, হালিয়েও একো উপায় নোপোৱাত পৰিল। ওচৰ চুবুৰীয়াই ক'লে,—"তাই সৰু ছোৱালী, ইমানকৈ খাটিলে বেমাৰ নো কিয় নহ'ব! তাতকৈ তহঁত বেলেগ নহয় কিয়? সিহঁতে এপাল লৰা-ছোৱালীৰে তহঁতক গৰুৰ দৰে বাই খাব আৰু তহঁতে চামোন হৈ সিহঁতে যি কয় তাকে কৰি যাবি। এইটো কি কথা! আমি হ'লে বেলেগ হোৱাহে ভাল দেখোঁ।"

সেই একে মানুহেই আন ফালে জালিক ক'লে,—"বিয়া কৰাবৰে পৰা দেখোন ভায়েৰৰ মতি-গতি বদলি গৈছে। আগেয়ে তেওঁ যেন তেন আছিল, মাৰ মৰাৰ পৰা তহঁতক ক'ববাৰ কোনোবা বুলিহে ভাবে। এনেকৈ পেটত কপট ৰাখি লগ হৈ থকাতকৈ আমি দেখাত বেলেগ হোৱাই ভাল। সিহঁতৰ জানো লৰা-ছোৱালী নহ'ব! তেতিয়া সেঁকাটো পাব নহয়।"

জালিৰ বেলেগ হ'বৰ ইচ্ছা নাছিল। সেই বাবে ভায়েকক বুজাই-বৰাই ৰাখিবলৈ চেষ্টা কৰিছিল। কিন্তু ভায়েক-বোৱাৰীয়েকহঁতৰ ব্যৱহাৰে দিনে দিনে বেছিকৈহে তিতা লগাবলৈ ধৰিলে। শেহত আন উপায় নেদেখি এদিন তেওঁ ৰাইজ গোটাই বস্তু-বস্তু মাটি-বাৰী সকলো ভাগ বাটি লৈ ভায়েকক বেলেগাই দিলে। সুমথিৰাই আনন্দ পালে; তেওঁৰ মূৰৰ কামোৰ, পেটৰ বিষ আদিও নাইকিয়া হ'ল।

বেলেগ হোৱাৰ পৰা প্ৰথমতে জালিৰ কিছু অসুবিধা হৈছিল, কিন্তু লাহে লাহে সেই অসুবিধা আঁতৰি গ'ল। একালে যেনেকৈ তেওঁৰ সন্তানৰ

সংখ্যা বাঢ়িল, আনফালে তেনেকৈয়ে ডাঙৰকেইটাই সককেইটাক চাব পৰা হ'ল; নানা কামত বাপেক মাকৰ সহায় হৈ আছিল।

হালিৰ কিন্তু ওলোটা হ'ল। নিঃসন্তান থাকোঁতে তেওঁ একোলৈকে কেৰেপ নকৰিছিল, এতিয়া সন্তান হোৱাৰ লগে লগে সকলো অসুবিধাই দেখা দিলে। কেচুৱা এৰি সুমথিবাই পথাৰত কাম কৰিব নোৱৰাত পৰিল, ভূঁই কৰবলৈ বোৱণী ধৰিব লগা হ'ল। তেওঁ এতিয়া বেলেগ হোৱাৰ বাবে মাজে মাজে বেজাৰ কৰিবলৈ ধৰিলে।

এনেকৈয়ে বেলেগ হোৱাৰ পৰা তেৰ বছৰ পাৰ হ'ল। এতিয়া জালিৰ লৰাছোৱালী ছটা। মাজৰ দুটা ছোৱালী, বাকীকেইটা ল'ৰা। হালিৰ দুটা লৰা আৰু দুজনী ছোৱালী। লৰা দুটা ডাঙৰ, প্ৰথমটোৰ বয়স এঘাৰ।

জালিৰ এতিয়া বিশেষ একো জঞ্জাল নাই। ডাঙৰ লৰা দুটা খেতি-পথাৰ চলাব পৰা হৈছে; ছোৱালী-দুজনীয়েও ভূঁই ৰোৱা, তাঁত-সূতা বোৱা আৰু আন ঘৰুৱা কামত মাকক সাহায্য কৰিব পাৰে। হালিৰ লৰাই অলপ লাচনি-পাচনি কৰিব পাৰিলেও বাহিৰৰ কাম একো কৰিব নোৱাৰে। মুঠতে এতিয়া জালিৰ অৱস্থা হালিতকৈ বহুত গুণে ভাল।

কিন্তু তেওঁলোকৰ এই অৱস্থাটো বেছি দিন নাথাকিল। জেঠ মাহত হঠাৎ জালিহঁতৰ গাৱঁত আৰু ওচৰ-চুবুৰীয়া গাওঁবোৰত সংক্ৰামক ভাবে হাইজা লাগিল। ওচৰত ডাক্তৰ নাই, কবিৰাজ নাই। বেজে মোবৰ পুথি, বেজালি পুথি লৈ জাৰে, কিন্তু ৰোগী প্ৰায়েই মৰে। এনেকৈয়ে কুৰি দিনমানৰ ভিতৰত গাওঁকেইখনৰ তিনি ভাগৰ দুভাগ মানুহ সিফলীয়া হ'ল। ৰোগে যেতিয়া শাম কাটে, তেতিয়া তেজপুৰৰ পৰা এজন চৰকাৰী ডাক্তৰ গৈ ওলাইছিল। তেওঁ ৰোগী-চিকিৎসা কৰিবলৈ নাপালে, নিৰোগ কেইটাকে বেজি দি আহিল।

এই ৰোগত জালিৰ প্ৰায় সকলো গ'ল; থাকিল মাথোন তেওঁ নিজে, ষৈণীয়েক সুভদ্ৰা আৰু ডাঙৰ জীয়েক কপাহী। হালিৰো সৰু লৰাটো আৰু ডাঙৰ ছোৱালীজনী ঢুকাল।

এই দুৰ্ঘটনাত দুয়ো ভায়েক-ককায়েকৰ শোকৰ পাৰ নোহোৱা হ'ল। হালিতকৈও জালি একেবাৰেই মৃত-প্ৰায় হ'ল। চাৰিটা লৰাৰ ভিতৰত ঈশ্বৰে নে এটাও এৰিব নাপায় নে! মনৰ বেজাৰত তেওঁ সেইবাৰ খেতিও এৰিলে।

যদিও এনে নিদাৰুণ শোক পাহৰা সম্ভব নহয়, তথাপি দিন যোৱাৰ লগে লগে তাক সহিব পৰা হ'ল। কপাহীৰ বয়সে এতিয়া পোন্ধৰৰ ডেওনা ডেই গৈছে। জালিৰ এতিয়া আন চিন্তা নাই। ছোৱালীজনীৰ এটা দিহা লগাই যাব পাৰিলেই তেওঁৰ জীৱনৰ কাম শেষ হয়।

এদিন হালি জালিৰ ওচৰ চাপি ক'লে,—"ককাই! যি হ'ব লগা আছিল, হৈ গ'ল। এতিয়া আমি আকৌ লগ হওঁ। ছোৱালীজনীৰো বিয়া দিবৰ বয়স হ'ল। তাই ৰূপে গুণে যেনে চকুত লগা, ভাল দৰা পোৱা টান নহ'ব। ইয়াৰ ভিতৰতে কেইবাজনেও মোক ধৰিছেই। মোৰ মতে তাবে যিটোক মনে-পিঠিয়ে আঁটে, তাৰ লগতেই বিয়া দিয়া হওক। এতিয়া আৰু তুমি দুখ কৰিব নালাগে। ময়ে যি হয় পথাৰে-সমাৰে কৰিম, তুমি বাৰীখনতে মন গ'লে কিবাকিবি কৰিবা। বৌৱেও আন কাম কৰিব নালাগে, ভাতমুঠি সিজাই দিলেই হ'ব।"

জালিয়ে চকু-লো টুকি ক'লে,—"মানুহৰ আশা ভৰসা সকলো মিছা। ঈশ্বৰৰ যি ইচ্ছা সেয়ে হ'ব। তই আকৌ লগ লগাৰ কথা কৈছ, তাত মোৰ মত নাই। ফটা বাঁহ যিমান ভালকৈয়ে জোৰোৱা হওক জোৰা নালাগে। ছোৱালী ধৰিবলৈ মোৰ ওচৰলৈকো মানুহ আহিছে। পিচে মোৰ তাইক উলিয়াই দিবৰ মন নাই। মই ভাবিছোঁ তাইলৈ ভাল লৰা এটা চপাই লওঁ। ঈশ্বৰে যেতিয়া চাইটাকৈ লৰা দিও লৈ গ'ল, এতিয়া তায়েই লৰা, ছোৱালী সকলো। যি আছে সকলো তাইৰ হাততে অৰ্পি দিম ঠিক বুলি কৰিছোঁ।

হালিৰ ঘাই উদ্দেশ্য আছিল জালিৰ সম্পত্তিখিনি যাতে আগলৈ তেওঁৰ হাতত পৰে তাৰ ব্যৱস্থা কৰা। জালিৰ কথাত তেওঁ হতাশ হ'ল। জালিয়ে যে তেওঁৰ মনোভাব বুজিছে সেইটোও তেওঁৰ কথাত প্ৰকাশ পালে। তথাপি হালিয়ে নিজৰ কোনো স্বাৰ্থ নথকা যেন দেখুৱাই ক'লে,—"সম্পত্তি যাকে দিয়া, যি কৰা সি তোমাৰ ইচ্ছা। মই সেই বিষয়ে ভবাই নাই। মই ভাবিছোঁ, ভাল ঘৰৰ ভাল লৰা কেতিয়াও চপনীয়া চাপিবলৈ নাহে। কৰবাৰ খাবলৈ নোপোৱা চোৰ দগাবাজ এটাহে যদি আগ বাঢ়ে। তেনে লৰা জানো আমাৰ ছোৱালীৰ যোগ্য হ'ব! ইফালে যেয়ে সেয়ে কিবা অলপ লাগিলেই ঢোকা চপনীয়া বুলি হাঁহিব, কথাই কথাই ক'ব,—"মেল নষ্ট কৰে হোকাই, ঘৰ নষ্ট কৰে ঢোকাই।" সেই দেখি চপনীয়া ৰখাত মোৰ মত নাই। মই সম্পত্তি খাবলৈ এনেকৈ কোৱা নাই, মুঠেই ছোৱালীজনীৰ আৰু লগতে আমাৰো যাতে মান হেৰুৱাব নালাগে তাৰ কথা ভাবিহে কৈছো।"

জালি : মই মান-সম্মানৰ লোভ এৰিলোঁ, কোনে কি ক'ব তাকো নাভাবোঁ। মনত যিটো ভাল লাগিছে তাকে কৰিম, কাৰো কথা নুশুনো।

একোপধ্যে জালিৰ মন ঘূৰাব নোৱাৰি হতাশ হৈ হালি উঠি গ'ল। জালিয়ে লৰা বিচাৰিবলৈ ধৰিলে। সেই সময়তে দয়াৰামৰ বাপেক মৰে আৰু দয়াৰ নাজল-নাথল অৱস্থা হয়। আগৰ অৱস্থা থকা হ'লে জালিয়ে দয়াৰামৰ ওচৰত প্ৰস্তাৱ কৰিবলৈকে সাহ নকৰিলেহেতেন, কিন্তু এতিয়াৰ অৱস্থা তেওঁৰ ইচ্ছাৰ অনুকূল। তেওঁ প্ৰথমতে আৰ-তাৰ যোগে দি আৰু পিচত নিজেই দয়াৰ ওচৰত তেওঁৰ প্ৰস্তাৱ দাঙি ধৰিলে। দয়াই ভাবি-চিন্তি চাবলৈ আৰু আপোন মানুহৰ মত লবলৈ দিন ল'লে। ইয়াৰ ভিতৰতে তেওঁ ছোৱালী চাই স্বভাৱ-চৰিত্ৰ আদিৰ বিষয়েও গম ল'লে। সকলো তেওঁৰ মনোমত হ'ল। তেতিয়া তেওঁ জালিৰ প্ৰস্তাৱত সম্মতি জনালে। তেতিয়া এইটো ঠিক হ'ল যে ফাগুনৰ সাত দিন যোৱাত বিয়াখন পতা হ'ব। দয়াৰামে নিজৰ ঘৰৰ পৰাই বিয়া কৰাব আৰু বিয়াৰ পাচত তেওঁৰ যি বস্ত্ৰ-বস্তু আছে সকলো লৈ জালিৰ ঘৰলৈ উঠি আহিব।

কথা বতৰা ঠিক হোৱাৰে পৰা দয়াৰাম মাজে সময়ে জালিৰ ঘৰলৈ আহি গৈ থাকে, কেতিয়াবা তাতে খায়, কেতিয়াবা ৰাতি হ'লে তাতে থাকেও।

কিন্তু ঈশ্বৰৰ কি ইচ্ছা কোনেও ক'ব নোৱাৰে। বিয়ালৈ বাৰ দিন থাকোঁতেই হঠাৎ জালিৰ জ্বৰ হ'ল আৰু তিন দিন জ্বৰত ভুগিয়েই দেহা এৰিলে। আকৌ সুভদ্ৰা আৰু কপাহীৰ হাহাকাৰ লাগিল। বিয়া পৰিল।

জালিৰ প্ৰেতকাৰ্য্য হৈ যোৱাৰ পাচত হালিয়ে বৌৱেকৰ ওচৰ চাপি আকৌ ককায়েকৰ আগত

কোৱা কথাকে দোহাৰিলে। তাৰ লগতে ক'লে,—"ককাই মৰিছে, মই আছোঁ। তোমালোকৰ ভালৰ নিমিত্তে মই নাভাবি নোৱাৰোঁ। সেইহে কৈছো চপনীয়া ৰখাৰ কথা এৰি দিয়া। দয়াৰামতকৈও ভাল অথচ ধনী মানী লৰা মই ঠিক কৰিম। কোনটো ভাল, কোনটো বেয়া ভালকৈ এবাৰ ভাবি চোৱাঁ।"

সুভদ্ৰাই ক'লে—"কি ভাল, কি বেয়া এতিয়া ভাবিবলৈ যোৱা মিছা। মৃতকৰ ইচ্ছা পূৰ নকৰিলে তেওঁক সিপুৰীতো দুখ দিয়া হ'ব। কপাহী আৰু দয়াৰামেও তেওঁলোকৰ বিয়া হ'ব বুলি আগৰে পৰা জানে। এতিয়া তাক ভাঙিব নোৱাৰি। মই কোনো-মতেই দয়াৰামৰ বাহিৰে আনক ছোৱালী নিদিওঁ।"

হালি আকৌ বিফল-মনোৰথ হ'ল। সুভদ্ৰাই এজন পণ্ডিতৰ হতুৱাই দিন বাৰ চোৱাই বহাগৰ চৌবিশ তাৰিখে বিয়া পাতিবলৈ স্থিৰ কৰিলে।

এই বিয়াৰ কথা লৈয়েই বিহুৰ সাত দিনমান আগতে দয়াৰাম ভিনীহিয়েক হৰনাথক লগ ধৰিবলৈ গুখলাবন্ধালৈ গৈছিল। তাত এৰাতি থাকি কোমল চাউল, গুৰ, তামোল-পান। গোটোৱাৰ ভাৰ ভিনী-হিয়েকক দি তেওঁ সেই দিনা ঘৰলৈ উলটিছিল। দুৰ্ভাগ্যবশতঃ বাটতে নভবা-নিচিন্তা দুৰ্ঘটনাত জড়িত হ'ব লগাত পৰিল।

# চতুৰ্থ অধ্যায়

## ছদ্মবেশী

দুৰ্ঘটনাৰ পিচ দিনাই দয়াৰাম ঘৰ পোৱাৰ কথা আছিল। সেইমতেই সুভদ্ৰা আৰু কপাহীয়ে বাট চাই আছিল। দয়াৰাম আবেলিতে পাবহি বুলি তেওঁলোকে ভাবিছিল। কিন্তু আবেলি নালাগে গধূলিও তেওঁ নাহিল। মটৰ অহাৰ সময় কেতিয়াবাই গ'ল। তেওঁ যে মটৰত অহা নাই সেইটোও সন্দেহ নাই। "কি জানি মটৰ ধৰিব নোৱাৰি খোজ কাঢ়ি আহিছে! নহ'লে ইয়াত নোসোমাই নিজৰ ঘৰলৈকে গ'ল বা!" - এনেদৰে ভাবি-চিন্তি তেওঁলোকে বহুত সময় কটালে। তাৰ পাচত কিজানি ওলায়হিয়েই বুলি সুভদ্ৰা ভাত ৰান্ধিবলৈ গ'ল।

ৰন্ধা হ'লতো তেওঁলোকে কিছু সময় অপেক্ষা কৰিলে। কিন্তু দয়াৰাম নাহিল। তেতিয়া মাক-জীয়েকে ভাত খালে আৰু শয্যাৰ আশ্ৰয় ল'লে। তেতিয়া ৰাতি দুপৰ হৈছিল।

পাটীত পৰিও তেওঁলোকৰ টোপনি নাহিল। তেওঁলোকৰ চিন্তা :—দয়াৰাম বিয়াৰ বিষয়ে আলচ কৰিবলৈ ভিনীহিয়েকৰ ঘৰলৈ গৈছে। ভিনীহিয়েকে বা আকৌ কি কয়। কিজানি কিবা হকা-বধাকে কৰে! কিজানি তেওঁলোকৰ মত নাপায়েই অহা নাই।

তেওঁলোকে এনেদৰে চিন্তা কৰি থাকোঁতেই হঠাৎ কোনোবাই দুৱাৰত খুন্দিয়ালে।

সুভদ্ৰাই সুধিলে,--"কোন?"

বাহিৰৰ পৰা উত্তৰ আহিল,—"আই, মই হে। মই দয়াৰাম। দুৱাৰখন মেলি দিয়ক।"

সুভদ্ৰা শোৱাৰ পৰা উঠিল, তুঁহ-জুই ফুৱাই চাকিটো লগালে। তাৰ পাচত লাহে লাহে দুৱাৰখন মেলি দিলে। দুৱাৰ মেলি যি দৃশ্য দেখিলে তাক তেওঁ সমূলি আশা কৰা নাছিল। তেওঁ দেখিলে দীঘল ডাটি-গোঁফ আৰু জঁটীয়া মূৰেৰে গেৰুৱা কাপোৰ পিন্ধা এজন বাবাজী, তেওঁৰ হাতত এডাল ত্ৰিশূল। সুভদ্ৰা ভয়ত পিচ হুঁহকি গ'ল। সুভদ্ৰাক

ভয় খোৱা দেখি বাবাজীয়ে ক'লে,—"আই! ভয় নাখাব, হাই-উৰুমিও নকৰিব, মই দয়াৰাম।"

এনেকৈ কৈয়েই বাবাজী সোমাই গ'ল আৰু ডাড়ি-চুলি সোলোকাই পেলালে। সুভদ্ৰাই দেখিলে,—দয়াৰামেই হয়। তেওঁ সুধিলে,—"এইটো আকৌ কি ভেশ?"

দয়া : আই! এটা বৰ ডাঙৰ ঘটনা হৈছে। সেইবোৰ পিচত ক'ম। মোৰ বৰ ভোক লাগিছে। আছে যদি ভাত কেইটামান দিয়ক।

সুভদ্ৰা : ভাত আছে, কৰ্কৰাহে হ'ল! হওঁতে বন্ধা বেছি পৰ হোৱা নাই। তোলৈ বাট চাই চাই বহুত ৰাতিকৈহে ৰান্ধিছিলোঁ। ৰন্ধাৰ পাচতো কিজানি আহি পাব বুলি বাট চাইছিলোঁ। আমিও অলপ আগতেহে খালোঁ।

সুভদ্ৰাই তেতিয়া গা ধুই ভাত বাঢ়ি দিলে। হাত-ভৰি ধুই দয়াৰামে খাবলৈ ধৰিলে আৰু লৰালৰিকৈ খাই গোটেই কাঁহী শেষ কৰিলে।

খাই উঠি মুহুদি কৰি দয়াৰাম বহিল আৰু বাটত ঘটা ঘটনাটো বৰ্ণনা কৰি ক'লে,—"মই ধৰা নপৰাকৈ তেজপুৰ পালোঁহি, কিন্তু বাটত কোনোবাই দেখিলে মই কলিয়াবৰৰ পৰা আহিছোঁ বুলি জানিব পাৰে, তাৰ পৰা ধৰা পৰাৰ ভয় আছে। সেই দেখি সাৱধান হৈ আহোঁতে ৰাতি হ'ল। ইয়ালৈকো পোনে পোনে নাহি ঘৰলৈ গ'লো। কিয়নো ইয়াত তেতিয়াও মানুহ শোৱা নাছিল। যদি পুলিচে মই বুলি জানে নিশ্চয় ইয়ালৈকো বিচাৰি আহিব। সেই দেখি কাকো দেখা নিদিয়াকৈ লুকাই থাকিম বুলি ওলাইছোঁ। এইটো সাজ তাহানি থিয়েটাৰত ভাও দিবলৈ কিনিছিলোঁ তাকে পিন্ধি ভেশ ছন কৰি আহিছোঁ।

সুভদ্ৰা : পিচে যাবি কলৈ?

দয়া : কেইদিনমান অ'ত ত'ত থাকি কিনো হয় চাওঁ। যদি পুলিচে কোনো মাৰিলে উলিয়াব নোৱাৰে আৰু মোক নিবিচাৰে তেন্তে ঘূৰি আহিম। যদি ধৰা পৰাৰ ভয় থাকে লুকাই-লুকায়েই ফুৰিব লাগিব। ইয়াত আৰু পলম নকৰোঁ। মই যাওঁ।

সুভদ্ৰাৰ মাত-বোল হৰিল। বাবাজীৰ সাজটো পিন্ধি দয়াৰাম ওলাই গ'ল আৰু আন্ধাৰৰ লগত মিহলি হৈ পৰিল। দয়াৰাম গ'লত সুভদ্ৰা আৰু কপাহীয়ে চকু লো টুকিবলৈ ধৰিলে। তেওঁলোকৰ কপালত নো বিধাতাই এনেকৈয়ে লিখিলে নে! যেনি খোজ দিব খোজে তেনিয়েই কাঁইট!

সেই ৰাতি মাক-জীয়েক কাৰো টোপনি নাহিল।

# পঞ্চম অধ্যায়

## বামুণ-শূদিৰ

চ'তৰ বিহু ওচৰ চাপিছে। সকলো মানুহেই বিহুৰ আয়োজনত লাগিছে। কোনোৱে বাট পদূলি ঔতাইছে, কোনোৱে তৰাৰ পথা বাটিছে, কোনোৱে উদভীয়া গৰু বিচাৰি আনিছে, কোনোৱে গোহালি ঘৰ ভাল কৰিছে।

জীয়াৰী-বোৱাৰীহঁতে জা-জলপানৰ আয়োজন কৰিছে, লগে লগে বিহুৰ গামোচা বোৱাত দিন-ৰাতিৰ ভেদভেদ নোহোৱা কৰিছে।

নবাই শৰ্ম্মাৰ ঘৰ তেজপুৰ নগৰৰ পৰা তিনি

মাইল আঁতৰত। ঘৰ-দুৱাৰৰ অৱস্থা আগেয়ে বৰ বেয়া আছিল, এতিয়া কিছু ভাল হৈছে। সেই বুলি পিৰালিবোৰ খহি গৈছে, বাট-পদূলিবোৰ লেতেৰা হৈয়ে আছে।

ৰাতিপুৱা শোৱাৰ পৰা উঠি নবাই শৰ্মা পদূলিলৈ ওলাল আৰু বাটলৈ চাই থাকিল। অলপ পৰ তেনেকৈ থাকি তেওঁ নিজে নিজে কলে,--"বিহুলৈ মুঠেই তিনি দিন আছে। বাৰী-ঘৰবোৰ লেতেৰা হৈয়েই থাকিল। বেছি নোৱাৰিলেও আগ ফালৰ পিৰালিকেইটা বান্ধি পদূলি মুখখন আঁতাই ৰাখিব নোৱাৰিলে বৰ বেয়া হ'ব। ক'তা! চেনিৰামলৈ কালিয়েই খবৰ পঠিয়ালোঁ, তেও সি এতিয়ালৈকে নাহিল! কটা! গোলামৰ সঁচ! এতিয়ালৈকে তাৰ টোপনিয়েই ভগা নাই!"

তাৰ পাচত এবাৰ ৰহি, এবাৰ বাটলৈ ওলাই তেওঁ বহুত সময় কটালে, কিন্তু চেনিৰাম নাহিল। তেওঁ লাহে লাহে গৈ দীনাইৰ পদূলি পাই মাতিলে,

"দীনাই! অ' দীনাই! ঘৰত আছা নে?"

"হয় আছোঁ" বুলি দীনাই ওলাই আহিল।

নবাই : কালি চেনিৰামক পাইছিলা নে?

দীনাই : হয়, পাইছিলোঁ।

নবাই : মই পুৱাতে মাতিছোঁ বুলি কৈছিলা নহয়?

দীনাই : কৈছিলোঁ।

নবাই : সি কি ক'লে?

দীনাই : সি ক'লে বোলে তাৰ আন ঠাইত কাম আছে, আহিব নোৱাৰে।

নবাই : মোৰ কামতকৈও তাৰ আন কাম হে ডাঙৰ হ'ল! উস্! এনে খাই পাত কলা মানুহ আৰু দেখা নাই। তুমি বৰ ডাঙৰ দৰকাৰ বুলি কোৱা নাছিলা জানো?

দীনাই : কৈছিলোঁ। সি ক'লে বোলে তাৰ তাতোকৈ ডাঙৰ দৰকাৰী কাম আছে।

নবাই : বাৰু, মই তাক শিকাম। তাৰ টেটুত ধৰি যেতিয়া চোঁচোৰাই আনিম তেতিয়া সি গম পাব।

চেনিৰামৰ লগত নবাই শৰ্মাৰ এক প্ৰকাৰ সম্বন্ধও আছে।

নবাইৰ ভদ্ৰ নামে এজন দদায়েক আছিল, বাপেক থাকোঁতেই বেলেগ। তেওঁলোকৰ অৱস্থা ভাল নাছিল। বেলেগ হওঁতে ভাগত এবিঘা বস্তি এবিঘা ফৰিঙতি আৰু দুবিঘা ৰুপিত মাতি মাথোন পাইছিল।

বেলেগ হোৱাৰ পৰা কেনেকৈ ধন গোটাব এয়ে হ'ল ভদ্ৰৰ চিন্তা। সকাম-নিকামত যি চাউল-পাত, দান-দক্ষিণা, কাপোৰ কানি পায় তাৰেই তেওঁ গৃহস্থি চলায়, পাৰিলে দুই-এটকা জমাও কৰে। ৰুপিত মাটি দুবিঘা আধি দি গি ধান পায় তাক বেচি টকাকেইটা পুতি থয়।

আগডোখৰত তেওঁৰ ঘৰত খাওঁতা গিৰীয়েক-ঘৈণীয়েক মাথোন আছিল, কোনো সন্তান নাছিল। ভাটী বয়সতহে তেওঁলোকৰ এজনী ছোৱালী জন্মে। তেতিয়াও ঘৰুৱা ব্যৱস্থা আগৰ দৰেই থাকিল।

ধানৰ দাম বঢ়া দেখি ভদ্ৰই নকৈ দুবিঘা ৰুপিত মাটি কিনিলে আৰু তাক আধি দি ধানৰ টকা পুতিবলৈ ধৰিলে।

ছোৱালীজনীৰ নাম ৰূপহী। লাহে লাহে তাইৰ বিয়াৰ বয়স চাপিল, প্ৰাৰ্থীও ওলাল। কিন্তু বহুত দিন দৰ-ভাও কৰোঁতেই গ'ল। প্ৰাৰ্থীসকলে তাৰে

ভদ্ৰৰ আৰু লৰা-ছোৱালী নাই যেতিয়া তেওঁৰ গোটেইখিনি ধন-সম্পত্তি ৰূপহীয়েই পাব। ভদ্ৰই ভাবে অলপ সৰহীয়াকৈ গা-ধন ল'ব পাৰিলে তেওঁৰ পোতৰ টকাৰ জোখ বঢ়াব পাৰিব। এনেকৈয়ে বহুত দিনলৈকে বিয়াৰ একো বন্দবস্ত নহ'ল। এনেতে এজন প্ৰাৰ্থী ওলাল। তেওঁ পাঁচ শলৈকে গা-ধন দিবলৈ গাত ল'লে। তেওঁৰ নাম গদাধৰ শৰ্ম্মা, বয়স ৬৪ বছৰ। অলপ দিনৰ আগতে তেওঁৰ ঘৈণীয়েক ঢুকাইছিল। তেওঁৰ পো-জীৰ বাহিৰেও নাতি-নাতিনীও আছিল। এনেকুৱা বুঢ়াক সৰু ছোৱালীজনী দিয়াত বহুতে আপত্তি কৰিছিল, কিন্তু ভদ্ৰই নামানিলে। ইমানখিনি হাততে পোৱা টকা তেওঁ এৰি দিব পাৰে নে! যদিও ভদ্ৰৰ বয়স সত্তৰ আৰু চকু মুদিলে ধন-সম্পত্তি ভোগ কৰিবলৈ কোনো নাই, তথাপি কেনেকৈ দুটকা বেছিকৈ পুতিব এয়ে আছিল তেওঁৰ দিনে-ৰাতিয়ে চিন্তা। সেই কাৰণে তেওঁ কাৰো কথালৈ কাণ নিদি গদাধৰৰ লগত জীয়েকৰ বিয়া দিলে আৰু আগৰ জমা পোন্ধৰ শৰ লগত এই পাঁচশও লগ লগাই দুহেজাৰ কৰি পুতিলে।

জীয়েকৰ বিয়াৰ দুমাহমানৰ পাচতে আঠাৱন বছৰ বয়সত ভদ্ৰৰ ঘৈণীয়েকৰ মৃত্যু হয় আৰু ছোৱালী শান্তি হোৱাৰ আগতে গদাধৰো পৰলোক হয়।

জীয়েকৰ বিয়াৰ পাচত ভদ্ৰই হিচাপ-কিতাপ কৰি দেখিলে যে তেওঁ মাটিখিনি আধি নিদি নিজে হালোৱা ৰাখি খেতি কৰোৱা হ'লে ইমান দিনে দুহাজাৰৰ ঠাইত কিজানি চাৰি হেজাৰ পুতিব পাৰিলেহেতেন। ইয়াকে ভাবি তেওঁ সেইবাৰ হালোৱা বিচাৰিলে আৰু বহুত দিন বিচৰাৰ পাচত এটা মানুহ পালে। মানুহটোৰ নাম চেনিৰাম, বয়স কুৰিৰ ওপৰ। তাৰ কেওঁ-কিছু নাই, কাৰবাৰ ঘৰত চাকৰ হৈ থাকি কিছু টকা গোটাই বিয়াখন পতাই তাৰ একমাত্ৰ উদ্দেশ্য। চেনিৰামৰ লগত ভদ্ৰৰ এই বন্দ-বস্ত হ'ল যে জেঠৰ পৰা ভাদলৈকে চাৰি-মাহ সি ছটকাকৈ আৰু বাকী আঠ মাহ চাৰি টকাকৈ দৰমহা পাব। বামুণৰ লগতে খাব, কিন্তু কাপোৰ-কানি নিজৰ খৰচতে ল'ব লাগিব।

বাৰীৰ চুক এটাতে চেনিৰামক এটা বহা সাজি দিয়া হ'ল।

বিধবা হোৱাৰ কেইদিনমানৰ পাচতে ৰূপহী শান্তি হ'ল। মাক নথকাত তেৱেঁই এতিয়া ঘৰখন চলাব লগাত পৰিল।

এনেকৈয়ে কেইমাহমান যোৱাৰ পাচত জনা গ'ল যে ৰূপহীৰ গাত আসোঁৱাহ। সকলোৱে চেনিৰামকেই দোষী বুলি ধৰিলে। চেনিৰামে প্ৰথমতে অস্বীকাৰ কৰিছিল আৰু দোষী কোন ধৰিও দিছিল। কিন্তু ভদ্ৰই চেনিৰামক বুজাই-বৰাই ক'লে,—"তাৰ যাৰ কথা কৈছ, সি হ'বৰ হ'লে গোৱে-পোৱে ভল যোৱা কথা। তই সেই বোৰ নকৰি গাত ল। মোৰ কোনো নাই, সকলো সম্পত্তি তহঁতকে দিম।"

সম্পত্তিৰ লোভত চেনিৰামে আপত্তি নকৰিলে। তেতিয়া ৰাইজ গোট খাই চেনিৰামৰ হাততে ৰূপহীক গতাই দিলে। চেনিৰাম সেই বহাতে থাকিল আৰু ভদ্ৰৰ খেতি-বাতি পূৰ্ব্বৰ দৰেই চলি থাকিল। তাতে ৰূপহীৰ এটা লৰা হ'ল।

ভদ্ৰই চেনিৰামক মাজে-সময়ে কাপোৰ-কানি লবলৈ দুই-এটকা দিয়াৰ বাহিৰে কোনো দৰমহা দিয়া নাই। চেনিৰামে খোজাত আগ ছোৱাত কৈছিল, —"তোৰ হাতত থাকিলে খৰচ হৈ যাব, তাতকৈ মোৰ হাততে থাওক, [illegible]ত একেবাৰেই নিবি।"

ৰূপহীক গতাই দিয়াৰ পাচত কৈছিল,—"মোৰ

গোটেইবোৰ সম্পত্তিয়েই দেখোন তইঁতৰ। দৰমহাৰ নিমিত্তে ভাবিছ কিয়?"

এনেকৈয়ে আৰু ডেৰ বছৰমান যোৱাত ভদ্ৰৰ মৃত্যু হ'ল। সম্পত্তিহে নালাগে চেনিৰামে পাবলগীয়া দৰমহাখিনিও নাপালে।

ভদ্ৰৰ উত্তৰাধিকাৰী হ'ল নবাই শৰ্ম্মা। নবাইৰ অৱস্থা আগেয়ে বৰ বেয়া আছিল; ঘৈণীয়েক আৰু তিনটা লৰা-ছোৱালীৰে সৈতে কোনোমতেহে পেটে-ভাতে খাইছিল। ভদ্ৰ মৰাৰ পাচতে নবায়ে পোতৰ টকাখিনি খানি নিলে, মুঠতে আঢ়ৈ হেজাৰ পালে। টকাখিনি নিজৰ ঘৰলৈ নি তেওঁ মানুহক দেখুৱাই টকা বিচাৰি ঘৰৰ ভেটি গোটেইটো খানিলে। কিন্তু টকা ওলাব ক'ৰ পৰা! যদিও নবায়ে আগতে টকাখিনি সৰকালে, আন মানুহে টকাবোৰ কি হ'ল একো বুজিব নোৱাৰিলে। নবায়ে এজন মানুহৰ পৰা টকাচেৰেক ধাৰ কৰি শাস্ত্ৰ-সমস্তকৈ পানীৰ দাঁতিতে দদায়েকৰ চুৱাটো গুচাই থ'লে।

চেনিৰাম আৰু ৰূপহী তাত থকা টান হৈ উঠিল। ৰূপহীৰ লৰাটোৱে এতিয়া খোজ কাঢ়িব পাৰে। সি কেতিয়াবা হঠাতে বামুণৰ ভিতৰলৈকে সোমাই যায়, কেতিয়াবা নবাইৰ লৰা-ছোৱালীয়ে খাই থাকোঁতেই ছুই দিয়ে। তাৰ ফলত সি যে ঠেকেচা খায়েই, ৰূপহীয়েও গালি খাব লগাত পৰে। আন ফালে নবাইবো কিছু আহুকাল ওলাল। কেতি-য়াবা অচিনাকী মানুহৰ আগতে ৰূপহীয়ে নবাইক ককাই বুলি মাতে আৰু তাৰ পৰাই ৰূপহীৰ লগত তেওঁৰ সম্বন্ধটো প্ৰকাশ হৈ পৰে। তাত তেওঁ লাজ পায়।

দুয়ো পক্ষৰ এনে আহুকাল ঘটাত চেনিৰামহঁতে তাৰ পৰা আঁতৰিবলৈকে ঠিক কৰিলে।

এইটো সকলোৰে জনা কথা যে বামুণ-গাৱঁৰ ওচৰে ওচৰে একোখন বৰীয়া-গাওঁ আছে। ৰূপহী চেনিৰামৰ দৰে অৱস্থাত পৰা লোকসকলেই এনে-বোৰ গাৱঁত থাকে। তেওঁলোকৰ বেছি ভাগৰে থকা ঘৰৰ ভেটিটোৰ বাহিৰে আন মাটি-বাৰী নাই। বামুণৰ ঘৰত হালোৱা-বোৱণী হৈ কোনো মতে পেট প্ৰবৰ্ত্তাই থাকে। নবাই শৰ্ম্মাৰ গাৱঁৰ পৰা আধা মাইলৰ ভিতৰতে চৰকাৰী আলিটোৰ বিপৰীত ফালে এনে এখন গাওঁ আছিল। চেনিৰামহঁত তালৈকে যাবলৈ ওলাল। কিয়নো তাত আন নহলেও এখন নিজা সমাজ পাব। নবাইৰ ওচৰলৈ গৈ চেনিৰামে ক'লে, "আমি সৌ বৰীয়া চুবুৰীলৈ উঠি যাব খুজিছোঁ। মাটি ছুকঠামান পাইছোঁ, পোক্তৰ টকা লাগে। ঘৰটোও নিব লাগে। এয়ে সেয়ে ছুকুৰিমান টকা লাগিব। আপুনি জানে দদায়েকৰ হাততে মোৰ দৰমহাৰ টকা জমা আছিল। এতিয়া তেওঁৰ সম্পত্তিৰ মালিক আপুনি। আপুনি মোৰ টকা কেইটা দিয়ক। গোটেইখিনি দিব নোৱাৰিলে ৰূপ ছুকুৰিকে দিয়ক।"

নবাই : তই দেখোন দেখিছই ঘৰৰ ভেটি গোটেইটো খানিও মই এটা পইচাও নাপালোঁ, লোকৰ টকা ধাৰ কৰিহে চুৱাটোকে গুচাইছোঁ। তোৰ টকা জমা থাকিব পাৰে, কিন্তু তাক যেতিয়া নাপালোঁয়েই তোক ক'ৰ পৰা দিম!

চেনি : ধাৰেই দিয়ক।

নবাই : থাকিলেহে দিম। ছুকুৰি নালাগে ছুটা টকাও মোৰ হাতত নাই।

চেনি : আপুনি চাওক, টকা নাপালে মই ইয়াৰ পৰা যাব নোৱাঁৰো আৰু ইয়াত

থাকিলে আপুনিয়েই আছুকাল পাব।

বহুত বেলি কথা বতৰা পতাৰ পাচত নবায়ে ক'লে,—"বাৰু, মই চেষ্টা কৰি চাওঁ, কাৰবাৰ পৰা ধাৰ কৰিব পাৰোঁ নে কি। পাৰোঁ যদি পাবি, নহলে আৰু আন উপায় নাই।"

দুদিনৰ পাচত নবায়ে খত এখন লৈ পঁচিশ টকা ৰূপ চেনিৰামক ধাৰে দিলে। সুত লিখালে টকাই-পতি মাহে দুপইচাকৈ। ধন দি তেওঁ চেনিৰামক ক'লে,—"তই জানই মোৰ সমূলি টকা নাই; তথাপি ধাৰ কৰি আনি দিছোঁ। সুত মোৰ পৰা লব'ই, সেইহে খততো লিখাইছোঁ। পিচে এটা কথা,—এতিয়াৰ পৰা আগৰ দৰে তই গোটেই বছৰ মোৰ ঘৰত খাটিব নালাগে, বাৰিষাৰ চাৰি মাহ কাম কৰি মাটিকেইডৰা পুতি দিবি। তাৰ বাবে আগৰ বন্দবস্তমতেই দৰমহা পাবি। বাকী কেইমাহত মোৰ কিবা কাম থাকিলে খবৰ দিম, তেতিয়া কৰি দি যাবি। এনেয়ে তোৰ ইচ্ছামতে য'তে মন যায় তাতে কাম কৰিবি। সেয়ে হ'লে মোৰ পৰাই দিম, তই দিব নালাগে।"

চেনিৰাম সম্মত হ'ল। টকাকেইটা লৈ গৈ মাটি কিনি বহাটো সাজিলে আৰু বামুণৰ বাৰী এৰি একেবাৰেই উঠি গ'ল।

নবায়ে যদিও বাৰিষা চাৰিমাহৰ হে দৰমহা দিছিল, তথাপি চেনিৰামক কাম কৰিবলৈ নমতা মাহ এটাও নাছিল। কেতিয়াবা আনৰ ঘৰত কাম কৰি থকাৰে পৰা বামুণে লৈ আহে। লাহে লাহে চেনিৰাম বিৰক্ত হ'ল। আন মানুহেও ক'লে,—"হেৰ' তই বামুণৰ ঘৰত খাটি মৰিছ কিয়? ইফালে জেঠেৰী বৈনাই, তেওঁ খত এখন লৈহে টকা দিছে। সুত নলওঁ বুলিছে যদিও শেহত কি কৰে। কোনে জানে! সুত নললেও তোৰ লাভ নহয়। বামুণৰ ঘৰত যিমান দিন এনেয়ে কাম কৰিছ, আনৰ ঘৰত কৰা হ'লে সুতহে নালাগে মূলো কেতিয়াবাই আদায় হৈ গ'লহেতেন।"

কোনোৱে ক'লে,—"তোৰ বামুণৰ লগত কিহৰ মিতিৰ! শহুৰেৰৰ টকা-পইচা, মাটি-বাৰী সোপাকে নবায়ে পাইছে। তেও সি তহুঁতক ঘৰৰ ভেটি এটাও এৰি দিব নোৱাৰিলে। আমি হোৱা হ'লে তাৰ পদূলিতো ভৰি নিদিলোঁহেতেন।"

চেনিৰামৰ নিজৰ মনতো এনে ভাব খেলাইছিল; তথাপি দুবছৰলৈকে সি একেদৰেই নবাইৰ ঘৰত কাম কৰি থাকিল। খতৰ টকা এতিয়াও পৰিশোধ কৰা নাই, নবায়েও খোজা নাই। নবায়ে ভাবিছে টকাকেইটা আদায় হ'লে চেনিৰামৰ ওপৰত তেওঁ কৰ্তৃত্ব চলাব নোৱাৰিব। তদুপৰি হালোৱাৰ দৰমহা বছৰে বছৰে বাঢ়ি এতিয়া মাহে দহ বাৰ টকা হৈছে, চেনিৰামক এৰিলে তেওঁৰ বহুতো খৰছ ভৰণি হ'ব। সি যি কি নহওক, তৃতীয় বছৰত চেনিৰাম আগতকৈ অলপ বেলেগ হ'ল, অন্ততঃ হাতৰ কাম এৰি বামুণৰ ঘৰলৈ লব মৰাটো বাদ দিলে। সেই দেখিয়েই সেই দিনা নবায়ে মতাতো সি হাতৰ কাম এৰি নাহিল।

নবাইৰ বৰ খং উঠিল। ঘৰলৈ আহি কান্ধত এখন চেলেং আৰু হাতত এডাল লাখুটি লৈ চেনি-ৰামৰ ঘৰলৈ ওলাল। চেনিৰামৰ পদূলিত থিয় হৈ নবায়ে মাতিলে,—"চেনিৰাম! অ' চেনিৰাম!" মাত শুনি ৰূপহী ওলাই আহি ক'লে,—"তেওঁ ঘৰত নাই।"

নবাই : কলৈ গৈছে?

ৰূপহী : সৰ্ব্বেশ্বৰ পণ্ডিতৰ ঘৰত কাম আছে,

তালৈকে গৈছে।

নবায়ে বহুতো গালি-শপনি পাৰি তাৰ পৰা পণ্ডিতৰ ঘৰলৈ খোজ ল'লে। চেনিৰামে তেতিয়া পণ্ডিতৰ গোহালি ঘৰৰ বেৰ দি আছিল। পদূলিতে থিয় হৈ নবায়ে চেনিৰামক মাতিলে। কাম এৰি চেনিৰাম তেওঁৰ ওচৰলৈ আহিল। নবায়ে ক'লে,—"তোক মই পুৱাতে মাতিছিলোঁ নহয়, নগলি কিয় ?"

চেনি : মই পণ্ডিতৰ গোহালি-ঘৰটো সাজি দিম বুলি দহ টকাত ঠিকা লৈছিলোঁ; বিহুৰ দিনা গৰু বান্ধিবলৈ উলিয়াই দিব লাগে। কাম নৌ হওঁতেই পৰহি পাঁচ টকা নিলোঁ। তাৰেই দেওবৰীয়া হাটৰ পৰা বৰা চাউল, গুৰ আৰু তিল আনিলোঁ। এতিয়া উৰুকাৰ দিনাই ঘৰটো নোলালে নহয়।

নবাই : মই সেইবোৰ একো নাজানো। তই আজি মোৰ ঘৰত কাম কৰিবই লাগিব। পণ্ডিতৰ ঘৰ দুদিন পিচত ওলালেও হ'ব।

চেনি : পণ্ডিতে এৰি নিদিলে মই যাব নোৱাৰোঁ।

নবাই : তই গ'লে পণ্ডিতে ধৰি বাখিব নোৱাৰে। ব'ল এতিয়া।

চেনি : যাব পাৰিম, কিন্তু টকা দিব কোনে! পণ্ডিতে টকা নিদিলে কি কৰিম।

নবাই : টকা নিদিব। তাৰ বাপেকে দিব।

সৰ্ব্বেশ্বৰ পণ্ডিতে ভিতৰৰে পৰা নবাইৰ আৰু চেনিৰামৰ কথা-বতৰা শুনি আছিল। নবাইৰ কথা শেষ হোৱাৰ লগে লগে তেওঁ ঘপ কৰে ওলাই আহি ক'লে,—"দেউ! ইমানতে আপুনি ইয়াৰ পৰা আঁতৰ হওক, নহলে কাছাৰী ঘৰলৈ যাব লগাত পৰিব।"

নবাই : কি! কি কৰিবি! বাপেৰৰ দিনত হাল বাওতেই গ'ল; এতিয়া ভেকুলীয়ে পানী পালি!

"কটা! বৰায়া! তই মোৰ ঘৰতে দেখোন বৰকৈ ফকফকায়!" বুলি সৰ্ব্বেশ্বৰ বামুণৰ গালৈ খেদা মাৰি গ'ল। গতি বিষম দেখি নবাই বেগাবেগিকৈ তাৰ পৰা আঁতৰ হ'ল। বহুতো আঁতৰৰ পৰা ক'লে,—"তই হতচিৰী হবি, ভেটিত ভিতালাও গজিব। আজি তই থাক, মই দেখিম তই কেনেকুৱা শূদিব।"

## ষষ্ঠ অধ্যায়

### ভাগ্যোদয়

খণ্ডত একো নাই হৈ, চেনিৰাম আৰু পণ্ডিতক শাও দি দি নবাই আহি চৰকাৰী আলিত উঠিল। এনেতে তেওঁ আলিয়ে আলিয়ে আহি থকা বাবাজী এজন দেখা পালে। বাবাজীৰ দাড়ি-গোঁফ দীঘল, চুলি জঁট বন্ধা, গাত লেংটিডালৰ বাহিৰে আন কাপোৰ-কানি একো নাই। হাতত এডাল চিম্‌টা, কান্ধত সৰু ঢোলোণ্ডা এখন।

নিলগতে বাবাজীক দেখা পাই নবাইৰ খণ্ডে শাম কাটিলে। তেওঁৰ মনত পৰিল, এনেকুৱা এজন বাবাজীয়েই হেনো তাহানি শূলপাণি শৰ্ম্মাক পোতা পুখুৰীৰ পৰা এনাও ধন উলিয়াই দিছিল। তেতিয়াৰে পৰা শূলপাণিৰ ঘৰ ধনী মানুহ। এতিয়া এই বাবা-

জীক সন্তুষ্ট কৰিব পাৰিলে কিজানিবা তেওঁৰো কপাল ফুলে। তেওঁ এনেকৈ ভাবি থাকোঁতেই বাবাজী আহি তেওঁৰ ওচৰ পালে। নবায়ে ততালিকে বাবাজীক আঠু কাঢ়ি সেৱা কৰিলে। বাবাজী সন্তুষ্ট হ'ল আৰু আশীৰ্ব্বাদ দি যাব খুজিলে।

নবায়ে সুধিলে,—"আপুনি কলৈ যাব?"

বাবা : কহাঁ জাউংগা, উসকা পতা নহীং হৈ।

নবাই : আহিছে ক'ৰ পৰা?

বাবা : কহাঁসে আউংগা! মেৰে ৰহ্‌নেকী কোই খাস জগহ নহীং হৈ।

নবাই : এতিয়া আহিল ক'ৰ পৰা?

বাবা : উস্‌ নগৰকে শিৱজীকে মন্দিৰসে। কল ৰাতকো য়হাঁ পহুচকৰ য়হীং ঠহৰ গয়া।

নবাই : আজি ক'ত থাকিব?

বাবা : জহাঁ পৰ হী ৰাত হোতী হৈ। পেড়কে নীচে, পহাড়, মৰঘট, য়ে হি মেৰে ৰহনেকে স্থান হৈ।

নবাই : দয়া কৰি দুখীয়াৰ ঘৰত পদ-ধূলা দিব নে?

বাবা : হম গৃহস্থ আদমীকে ঘৰ নহীং জাতে।

নবাই : নহয়, দয়া কৰি মোৰ ঘৰত এবাৰ পদধূলা দি আহক।

বাবা : য়হ মেৰে নিয়মকে বাহৰ হৈ। ফিৰভী তুমহাৰা মন দুখানা নহীং চাহতা। ঘৰ কিতনা দূৰ হৈ?

নবাই : বেছি নহয়। অলপ সোমাই গলেই পাব।

নবাইৰ কাকুতিত সন্তুষ্ট হৈ বাবাজীজন তেওঁৰ লগে লগে গ'ল আৰু নবাইৰ ঘৰ পালে। নবায়ে চ'ৰা ঘৰতে পীৰা এখন পাৰি বহিবলৈ দিলত বাবাজীয়ে ক'লে,—"মৈ ঘৰকে অন্দৰ নহীং বৈঠতা। (আকাশলৈ আঙুলিয়াই) য়হী মেৰা ঘৰ হৈ"।

নবায়ে তেতিয়া পীৰাখন আনি চোতালত দিলে। বাবাজী বহিল। তাৰ পাচত তেওঁ কাঁহী এখনত তুলি কল একাষি আৰু অমৃতা এটা আনি বাবাজীৰ আগত দিলে: পানী এঘটিও আনিলে। তাকে দেখি বাবাজীয়ে ক'লে,—"মৈ কভী কভী সামান্য ভোজন কৰ লেতা হূঁ। য়হ ভী যদি কোই বড়া ভক্তি সে মহীনে দো মহীনেকে অন্ত মে দে তব। আজ এক মহীনা সাত দিন কুছ নহীং খায়া। আজ তুমনে ভক্তিসে দিয়া হৈ। নহীং খানেসে তুমকো কষ্ট হোগা। ইস্‌লিয়ে কেলে হী খাতা হূঁ।"

এই দৰে কৈ বাবাজীয়ে কল এটা গুচাই তাৰে এডোখৰ ওচৰত থকা ছাগলী পোৱালী এটাক দি বাকী ডোখৰ খালে। তাৰ পাচত এচলু পানী খাই ক'লে— "য়হী মহীনে ভৰকে লিয়ে হো জায়গা, অৱশিষ্ট লে যাও। ইতনী বস্তু য়ে সম্ভৱ সাল ভৰ মৈ ভী নহাং খাতী জাতী।"

তাৰ পাচত নবায়ে ৰূপ এটকা আৰু কম্বল এখন দি সেৱা কৰি ক'লে,—"দুখীয়াৰ ঘৰত দয়া কৰি পদ-ধূলা দিছে, ইয়াকে গ্ৰহণ কৰক।"

বাবাজীয়ে ক'লে,—"ৰূপয়োংসে ক্যা কৰুংগা? কম্বলভী মুঝে ক্যোং চাহিয়ে? তুম মুঝকো তুম-লোগোংকী তৰহ সমঝতে হো ক্যা? তুম কুছ নহীং জানতে। মৈ য়োংহী তুম পৰ খুশ হুআ হূঁ। য়ে লে জাও। যদি দেনা চাহতে হো তো জিসকা অভাৱ হৈ উসকো দেনা। ধৰম হোগা।"

নবাই : যদি আপুনি সন্তুষ্ট হৈছে তেন্তে মই যাতে ধন-বস্তুৰ অভাৱত নপৰোঁ তাৰ

কিবা এটা উপায় দি যাওক।

বাবাজীয়ে কিছু সময় নীৰৱে চিন্তা কৰি ক'লে, "তুম দেখতে হী হো কি ধন-সোনেকে সাথ মেৰা কোই সম্বন্ধ নহীং হৈ। উনকী বাতঁ সোচনেসে ভী মনমে অশান্তি পৈদা হোতী হৈ। ফিৰ ভী তুম মেৰী জিতনী ভক্তি কৰতে হো কি তুমহাৰে লিয়ে ন কৰনে যোগ্য কাম ভী কৰনা পড়া। তুমহাৰে পাস ৰূপয়ে পৈসে ঔৰ জেৱৰ ক্যা ক্যা হৈ লে আও।"

তেতিয়াই নৱায়ে দদায়েকৰ ঘৰত পোৱা আঢ়ৈ হেজাৰ টকা, ঘৈণীয়েকৰ আৰু থুৰীয়েকৰ অলঙ্কাৰ গোটেইখিনি আনি বাবাজীক দেখুৱালে। বাবাজীয়ে ক'লে,—"তুমহাৰে ঘৰমে জো সবসে বড়া বাকস হৈ, য়হ লে আও।"

নৱায়ে তেওঁৰ ঘৰত থকা আটাইতকৈ ডাঙৰ ট্ৰাঙ্কটো আনিলে। বাবাজীয়ে ক'লে,—"বাকসকে অন্দৰ এক অচ্ছা কপড়া বিছা দো, ঔৰ উস্‌পৰ য়ে ৰূপয়ে ঔৰ জেৱৰ ৰখো।"

নৱায়ে বাবাজীৰ কথামতেই কাম কৰি গ'ল। বাবাজীয়ে তেতিয়া বাকচৰ তলা-চাবি লৈ নৱাইক ক'লে,—"মৈ অভী মন্ত্ৰ কৰকে য়হ বাকস বন্দ কৰূঁগা। তুম য়হ লে জাকৰ পূজাকী স্থাপনাকে পাচ ৰখ দেনা। সৰ্বদা ৰাত কো উস্‌কে পাস এক চিৰাগ জলাকৰ ৰখনা। ইস্ তৰহ বীস দিনকে বাদ অৰ্থাৎ আজসে ইককীসৱে দিনমে নহা কৰ বাকস খোলনা। তব বাকসমে জিতনে ৰহ সকতে হৈ, উতনে ৰূপয়ে ঔৰ জেৱৰ মিলেংগে। কিন্তু খবৰদাৰ, উস্‌কে এক দিনকে পহলে ভী বাকস মত খোলনা। খোলনেসে পহলেকে ৰখে হুএভী উড় জায়েংগে।"

এনেকৈ কৈ বাবাজীয়ে জুলিৰ পৰা অলপ ভস্ম আৰু কেইটামান বেলপাত উলিয়াই ধনৰ ওপৰত থৈ কিবাকিবি মন্ত্ৰ মাতিলে। তাৰ পাচত নিজ হাতে তলা বন্ধ কৰি তেওঁ কোৱামতে থ'বলৈ নিৰ্দেশ দি গুচি গ'ল।

নৱাইৰ মনত পৰম আনন্দ মিলিল, চেনিৰামৰ ওপৰত উঠা খং একেবাৰেই নোহোৱা হ'ল। তেওঁ ভাবিলে চেনিৰামক নিমিত্ত কৰিয়েই তেওঁৰ এই সৌভাগ্য, এবাকচ ধন-সোণ লাভ। তাৰ পুৰস্কাৰ স্বৰূপে চেনিৰামক ধাৰে দিয়া টকা এৰি দিবলৈকে তেওঁ মনে মনে স্থিৰ কৰিলে। কিন্তু সৰ্বেশ্বৰ পণ্ডিতৰ প্ৰতি তেওঁৰ শত্ৰুভাৱ প্ৰবল হৈ হে উঠিল। তেওঁ ভাবিলে এতিয়া আৰু ভয় নাই। ধনৰ বলেৰেই তেওঁ সৰ্বেশ্বৰ পণ্ডিতক ভালকৈ শিক্ষা দিব পাৰিব। শূদিৰ হৈ বামুণক অপমান কৰাৰ প্ৰতিশোধ নোলোৱাকৈ তেওঁ কেতিয়াও নাথাকে।

ভবাৰ লগে লগে তেওঁ আলিলৈ ওলাই গ'ল। তেওঁৰ ভয় আছিল, কিজানি আৰু কোনোবাই বাবাজীক তুষ্ট কৰি তেওঁৰ নিচিনাকৈ ধনী হবৰ সুযোগ পায়। কিন্তু চকুৰে দেখা পোৱালৈকে বাবাজীক ৰোৱা নেদেখিলে। তেতিয়া তেওঁ নিশ্চিন্ত হৈ ঘৰলৈ উলটি আহিল।

# সপ্তম অধ্যায়

## আঙঠি-পিন্ধোৱা

জালিৰ ঘৰৰ পৰা ছুমাইল আঁতৰত বসাই মণ্ডলৰ ঘৰ। বসাইৰ অৱস্থা যদিও আগ ছোৱাত বৰ ভাল নাছিল, তথাপি পিছৰ ছোৱাত চকুত লগা হৈ উঠিছিল। নিজৰ চেষ্টাৰ বলতে তেওঁ ছুপুৰা বাৰী-মাটি আৰু বাৰ পুৰা কপিত মাটিও নকৈ ল'লে।

ঘৰ এটা এটাকৈ প্ৰায় সকলোখিনিয়েই টিনৰ হৈ উঠিল। গুটি আৰু গছি ধানৰ ছুটা ভঁৰাল হ'ল। চাকৰিতো উন্নতি কৰি শেহত কাননগু হৈছিল। তেওঁৰ লৰা তিনিটা,—ডাঙৰটোৰ নাম মদন, মাজিউ-টোৰ নাম ৰত্ন আৰু সৰুটোৰ নাম পীতাম্বৰ। প্ৰথমটো ছাত্ৰবৃত্তি আৰু সৰুটো প্ৰাইমাৰী পাছ। মাজিওটোয়ে ইংৰাজী স্কুলৰ সপ্তম মানলৈকে পঢ়িছিল। বাপেকে চাকৰিৰ পৰা অৱসৰ লোৱা বাৰেই মদনক মণ্ডলৰ কামত সুমাই দিয়ে। ৰত্ন বাগিচাৰ মহৰী। পীতাম্বৰ ঘৰতে থাকে আৰু সময়মতে খেতি-পথাৰ চায়।

ৰসাইৰ পৰলোক হোৱা এতিয়া পাঁচ বছৰ হৈছে। তাৰো সাত বছৰৰ আগতে মদনৰ বিয়া হয়। ৰত্নৰ বিয়া হয় তাৰ দুবছৰ পাচত। কিন্তু পীতাম্বৰৰ এতিয়ালৈকে বিয়া হোৱা নাই। তেওঁৰ বয়স ডেৰ কুৰিৰ ওপৰ।

মদনহঁতৰ ঘৰুৱা অৱস্থা ওচৰ চুবুৰীয়া সকলোতকৈ ভাল। পীতাম্বৰৰ গঢ়টোও বেয়া নাছিল। মদনে নানা ঠাইত ছোৱালীও চাইছিল। তথাপি কোনো-মতে পীতাম্বৰৰ বিয়াখন পাতিব পৰা নাই। কেই-মাহমানৰ আগতে মণ্ডল হালিৰ ওচৰলৈ গৈছিল আৰু ককায়েকক কৈ-মেলি কপাহীক ঠিক কৰি দিবলৈ ধৰিছিল। হালিয়েও চেষ্টা কৰিছিল, কিন্তু জালিয়ে ছোৱালী উলিয়াই নিদি চপনীয়া ৰাখিব খোজাত তেওঁলোকৰ চেষ্টা মিছা হ'ল।

তেজপুৰৰ ফালে ক'তো বিয়াৰ বন্দবস্ত নোহো-ৱাত মদনে এইবাৰ কলিয়াবৰৰ ফালে চেষ্টা কৰি-বলৈ মন মেলিলে। আন মানুহৰ যোগে দি ভু-ভা লৈ তেওঁ জানিব পাৰিলে যে কলিয়াবৰৰ ভূধৰ বায়নৰ এজনী ভাল ছোৱালী আছে। ছোৱালী-জনীৰ মাক দয়াৰামৰ ভিনীহিয়েক হৰৰ বায়েক। মদনে এইজনী ছোৱালীকে পীতাম্বৰলৈ খুজিবৰ মন কৰিলে। এদিন তেওঁ সুধন নামৰ তেওঁৰ চিনাকী কলিয়াবৰীয়া মানুহ এজন লগত লৈ ভূধৰৰ ঘৰলৈ গ'ল। সুধনেই মদনৰ পৰিচয় দি কথাটো উলিয়ালে। মদনৰ কিমান ধন-সম্পত্তি আছে তাৰ বৰ্ণনা দি তেনে ঘৰত ছোৱালী দিবলৈ পোৱাটো যে ভাগ্যৰ কথা তাকো তেওঁ নোকোৱাকৈ নেৰিলে। ভূধৰে ক'লে—"আজিয়েই মই একো সমিধান দিব নোৱাৰোঁ। বংশ-পৰিয়ালক সুধি চাব লাগিব, আপোনালোকৰো ঘৰ-দুৱাৰ চাব লাগিব। তাৰ পাচত হে যি হয় ক'ব পাৰিম।"

মদনে আনন্দৰে ক'লে,—বৰ সজ কথা। আজি-য়েই মানুহ পঠিয়াব পাৰে। লৰাও চাই আহিব পাৰিব।"

সুধনে ক'লে,—"এৰা, চাই-চিতি কাম কৰা ভাল তেওঁ বুলি মই যি কৈছোঁ আপুনি তাতকৈ ভাল দেখিলেও বেয়া নেদেখে।"

ভূধৰ : আজিয়েই যোৱা সম্ভৱ নহয়। আপো-নালোক যাওক, মই নিজে চ'ঠা দিনালৈ যাম।

তেতিয়া মদনে বিদায় ল'লে। ভূধৰে বংশ-পৰিয়ালৰ লগত আলোচনা কৰিলে, মোমায়েক হৰনাথৰো মত সুধিলে। সকলোৰে মত থকাত তেওঁ নিৰ্দ্দিষ্ট দিনত দৰা-ঘৰ চাবলৈ গ'ল।

দৰা-ঘৰ চাই সুধনে যে মিছা কোৱা নাই তাক তেওঁ বুজিব পাৰিলে। সকলো কথাতে তেওঁ সন্তুষ্ট হ'ল, মাত্ৰ এটা কথাত অলপ কোঁচ খালে। লৰাটোৰ গঢ়টো যদিও বেয়া নহয়, তথাপি কিছু বেমাৰী যেন দেখি। বয়সো বেছি হোৱা যেন লাগে।

এনেকুৱা ধনী মানুহৰ ঘৰৰ লৰাৰ ইমান বয়সলৈকে বিয়া হোৱা নাই কিয় এইটো তেওঁ ভাবিব লগাত পৰিল। তেওঁ ক'লে,—"লৰাৰ বয়স ডেৰ কুৰিৰ ওপৰ হ'ব পায়।"

মদন শিয়ান মানুহ। কথাটো শুনিয়েই ভূধৰৰ মনোভাব ধৰি পেলালে। তেওঁ ততালিকে উত্তৰ দিলে,—"সিমান নহয়। এই ছাবিশত সোমাইছে মাথোন। অৱশ্যে আমাৰ বয়সৰ তুলনাত বেছি হৈছে। আমি বিয়া কৰাইছিলোঁ বাইশ-তেইশ বছৰ বয়সতে ইয়াৰো কেতিয়াবাই বিয়া হ'লহেতেন, কত মানুহে ছোৱালী যাচি দিছিল তাৰ লেখেই নাই। পিচে এটা কথাৰ পৰা বিয়া পতা নাছিলোঁ। এজন জ্যোতিষীয়ে তাৰ হাত চাই কৈছিল বোলে তাৰ পঁচিশ বছৰ বয়সত এটা ডাঙৰ বিষ্ট আছে, বঁচাৰ আশা বৰ কম। যদি কেনেবাকৈ ৰক্ষা পায় তেন্তে আশী বছৰলৈকে কোনো ভয় নাই। সেই দেখিয়েই পঁচিশ বছৰৰ ভিতৰত বিয়া নাপাতোঁ বুলি ঠিক কৰিলোঁ। জ্যোতিষীজন কম নহয়, তেওঁৰ কথা আখৰে আখৰে ফলিয়ালে। যোৱা মাঘত তাৰ পঁচিশ বছৰ পূৰ হৈছে। তাৰ এমাহমান আগতে সি নৰিয়া পৰে আৰু যোৱা-থোৱা অৱস্থা হয়। এদিন একেবাৰেই মাত-বোল নোহোৱা হ'ল, আমি লৰালৰিকৈ বাজলৈ আনিলোঁ। এনেতে এজন সন্ন্যাসী ক'ৰ পৰা আহি ওলাল ক'ব নোৱাৰোঁ, তেওঁ কিবা গুৰি অলপ দি পানীত গুলি খুৱাবলৈ কৈয়েই গুচি গ'ল। তেওঁ কেনি গ'ল, ক'লৈ গ'ল কোনেও ক'ব নোৱাৰিলে। সি যি কি নহওক, আমি দৰৱ পালি খুৱাই দিলোঁ। অলপ সময়ৰ ভিতৰতে সি উঠি বহিল আৰু লাহে লাহে ভাল হ'ল। কিন্তু সেই নৰিয়াতে সি ইমান দুৰ্ব্বল হৈছিল যে আজিলৈকে আগৰ শ্ৰী ঘূৰি অহা নাই। সেইহে দেখাত আচল বয়সতকৈ বেছি বয়সীয়া যেন লাগে। আৰু এমাহমানতো আগৰ দৰে হ'ব বুলি আশা কৰিছোঁ। জ্যোতিষীৰ কথা এটা ফলিয়াইছে যেতিয়া, ইটোও ফলিয়াবই। আশী বছৰৰ ভিতৰত তাৰ নৰিয়াৰ ভয় নাই।"

মদনৰ কথাত ভূধৰৰ সন্দেহ আঁতৰ হ'ল। তেওঁ ক'লে,—"মই আজি একো নকওঁ। ঘৰলৈ গৈহে মতামত জনাম।"

ভূধৰ ঘৰলৈ আহি যি দেখিলে শুনিলে আত্মীয়-কুটুম্ব সকলোকে জনালে। সকলোৱে ছোৱালী দিয়াটোকে সমৰ্থন কৰিলে। ইয়াৰ দুদিন পাচত যেতিয়া মণ্ডল খবৰ লবলৈ আহিল, ভূধৰে ছোৱালী দিয়াত আপত্তি নাই বুলি জনালে।

ভূধৰৰ সন্মতি মতে বিহুৰ পাচতে ছোৱালীক আঙঠি পিন্ধোৱা হ'ল। বিয়াৰ দিন ধাৰ্য্য হ'ল এঁকৈশ বহাগত।

# অষ্টম অধ্যায়

## গোপন পৰামৰ্শ

ভূধৰইতৰ গাঁৱত দধি বুলি এজন মানুহ আছিল। তেওঁৰ ঘৰুৱা অৱস্থা ভাল নহয়। এপুৰামান মাটিত খেতি কৰি কোনোমতে পেটে-ভাতে খাই প্ৰবৰ্ত্তি থাকে। তেওঁৰ একেটা লৰা মণিৰাম গাওঁখনৰ ভিতৰতে ভাল লৰা। বাপেকে তাক যেনে তেনে পঢ়াবৰ ইচ্ছা কৰি স্কুলত দিছিল। কিন্তু মাইনৰ পাছ কৰাৰ পাচত আৰু পঢ়োৱা তেওঁৰ পক্ষে সম্ভৱ নহ'ল। তেতিয়া মণিৰ বয়স যোল বছৰ হৈছিল।

কিছুমান দিন ঘৰতে থকাৰ পাচত মণি চাকৰি বিচাৰি ওলাল আৰু বাগিচাই বাগিচাই ঘূৰিবলৈ ধৰিলে। কিন্তু বহুত দিনলৈকে কোনো চাকৰি যোগাৰ কৰিব নোৱাৰিলে। কেতিয়াবা ক'ৰবাত দুই-এমাহ অস্থায়ী ভাবে কাম পালেও স্থায়ী কাম নাপায়। তাৰ কাৰণ প্ৰায়বোৰ বাগিছাতে বৰ কেৰাণী, ডাক্তৰ আদি বঙ্গালী। কিবা চাকৰি ওলা-লেই তেওঁলোকে তেওঁলোকৰ লগা-ভগা মানুহ আনি সুমুৱাই লয়; অসমীয়া লৰাই কেতিয়াবাহে সুবিধা পায়। মণিৰামো সেই কাৰণেই বহুত বাৰ হতাশ হ'ব লগাত পৰিছিল। এনেকৈয়ে চাৰি বছৰ ঘূৰি ঘূৰি শেহত তেওঁ কলিয়াবৰতেই এখন বাগিছাত মহৰী কাম পায়। কাম পোৱা এতিয়া প্ৰায় দুবছৰ হৈছে।

ভূধৰৰ ছোৱালীজনীৰ নাম মালতী। মালতী মণিতকৈ ছ বছৰৰ সৰু। গাওঁখনৰ ভিতৰতে মালতী ধুনীয়া ছোৱালী। স্বভাৱ-চৰিত্ৰ আৰু কাম-কাজতো ভাল। মণি আৰু মালতীৰ ঘৰ একে গাৱঁতে হোৱাত সৰুৰে পৰা তেওঁলোকৰ দেখা-সাক্ষাৎ আছিল। অকল দেখা-সাক্ষাৎ কিয় কেতিয়াবা একে লগে উমলিছিলো। দুয়োৰে ৰূপ-গুণলৈ লক্ষ্য কৰি গাৱঁৰ তিৰুতাবিলাকে মাজে মাজে কয়,—"ইহঁত দুটাৰ বিয়াখন হ'লে বৰ মিল হ'ব।" তেনেকৈ কোৱা মণি বা মালতীৰ কাণতো নপৰাকৈ নাথাকে। বয়স বঢ়াৰ লগে লগে তেওঁলোকৰ মনতো যে তেনে ভাব খেলাইছিল তাত সন্দেহ নাই। কিন্তু তেওঁলোকৰ এজনেও সেই কথা কাকো জানিবলৈ দিয়া নাই। মণিয়ে ভাবিছিল তেওঁৰ ঘৰৰ অৱস্থা বেয়া। কেই বছৰমান চাকৰি কৰি অৱস্থাটো অলপ ভাললৈ আনিহে তেনে ইচ্ছা প্ৰকাশ কৰা উচিত হ'ব।

মালতী ছোৱালী মানুহ। বিয়াৰ বিষয়ে নিজে কোনো কথা কবলৈ উপায় নাই।

ভূধৰেও মণিৰ কথা ভাবিছিল। দধিয়ে ধৰা হ'লে তেওঁ নিশ্চয় দিলেহেতেন। কিন্তু দধি নাইবা মনি এজনেও কোনো প্ৰস্তাব তেওঁলৈ আগ বঢ়োৱা নাই। মণিৰ আশাতে ৰাখি থ'লে পিচত যদি মণিয়ে বিয়া কৰাব নোখোজে তেতিয়া কি হ'ব! আনফালে মণিৰ দৰে অৱস্থাৰ লৰা এটাক যাচি দিবলৈ গ'লে তেওঁৰ সন্মান নৰয়। অকল সেয়ে নহয়, তেওঁৰ প্ৰস্তাব যদি দধিহঁতে গ্ৰহণ নকৰে তেতিয়া তেওঁ অনাহকত লাজ পাব লাগিব। কথাতে কয় বোলে যাচি দিলে নাই সুবৰ্ণৰো দৰ। এনে অনিশ্চিত অৱস্থাত থাকোঁতেই পীতাম্বৰলৈ ধৰাত তেওঁ আৰু বাট চোৱা উচিত বুলি বিবেচনা নকৰিলে। তেওঁ ভাবিলে, হাতত পোৱা ভাল ঘৰৰ লৰাটো যদি এতিয়া এৰি দিয়া হয়, পিচত কিজানি গেলা বৰালীতে হাত দিব লগাত পৰে! এই দৰে সাত-পাঁচ গুনিহে তেওঁ মদনৰ প্ৰস্তাব গ্ৰহণ কৰিলে।

বাতৰিটো পাই মণিৰ বৰ বেজাৰ লাগিল: তেওঁৰ মনৰ পোহনীয়া আশা মাৰ গ'ল। কিন্তু দোষেই বা দিব কাক! তেওঁতো তেওঁৰ ইচ্ছা প্ৰকাশ কৰা নাছিল! আন হে নালাগে মালতীকে' তেওঁৰ মনোভাব জনোৱা নাছিল। এতিয়া উপায় কি!

মণিয়ে পাটীত পৰি বহুত ভাবিলে। তাৰ পাচত কিবা এটা সঙ্কল্প স্থিৰ কৰি তিনি দিনৰ ছুটী লৈ ঘৰলৈ আহিল।

সেই দিনাই মণিয়ে গোপনে মালতীক লগ ধৰিলে আৰু তেওঁৰ মনৰ কথা ভাঙি ক'লে। উত্তৰত মালতীয়ে ক'লে,—"আপোনাৰ যি ইচ্ছা মোৰো সেয়ে। পিচে মই কি কৰিম! আপুনি কেতিয়াও

আপোনাৰ ইচ্ছাৰ কথা পিতাইক জনোৱা নাই। মই কেনেকৈ তেনে কথা পিতাইক কওঁ! এতিয়া আকৌ ক'লেও লাভ নহয়।"

মণি : তোমাৰ তেন্তে মোৰ কথাত মত আছে ?

মালতী : আছে।

মণি : মই চেষ্টা কৰি চাওঁ। যদি একো নহয়, তোমাক বিয়াৰ আগতে পলুৱাই নিম।

মালতী : সেইটো জানো ভাল হ'ব! মানুহে কি বুলিব!

মণি : সেইটো ভাল যে নহয় তাক জানো। কিন্তু বিয়াখন ভাঙিব নোৱাৰিলে তাকে কৰাৰ বাহিৰে আৰু কি উপায় আছে!

মালতীয়ে একো উত্তৰ দিব নোৱাৰিলে। মণিও সাৱধানে আঁতৰি গ'ল।

## নৱম অধ্যায়

### আৰঁৰীয়া

দয়াৰামৰ আৰু মদন মণ্ডলহঁতৰ গাৱঁৰ মাজা-মাজিত থকা এখন গাৱঁত সূৰ্য্য বৰাৰ ঘৰ। সূৰ্যা ছত্ৰবৃত্তি পাছ কৰাৰ পাচত তেজপুৰলৈ আহে। কোনো এটা গোচৰৰ সম্পৰ্কত এজন উকীলৰ লগত তেওঁৰ পিতাকৰ চিনাকি আছিল। সেই আলমতে তেওঁ উকীলৰ ঘৰত আশ্ৰয় লয়। উকীলৰ ঘৰত থাকি তেওঁ উকীলৰ সৰু ল'ৰাটো পঢ়ায়, বজাৰ-সমাৰ কৰে আৰু উকীলৰ ওচৰত আদালতৰ নিয়ম-কাৰণবোৰ শিকে ; লগে লগে মোক্তাৰী পৰীক্ষাৰ কিতাপো পঢ়ে। এনেকৈ দুবছৰ থকাৰ পাচত তেওঁ সেই উকীলৰে মহৰী হয়।

সূৰ্য্যৰ ব্যৱসায় প্ৰথমৰে পৰা ভালকৈ চলিবলৈ ধৰিলে। বিশেষকৈ তেওঁলোকৰ ফালৰ মানুহ আদালতলৈ আহিলে পোনেই তেওঁকে লগ ধৰে। তেতিয়াও তেওঁ উকীলৰ ঘৰতে আছিল আৰু উকীলৰ কাৰ্য্যত আগৰ দৰেই সাহায্য কৰিছিল। তেনেকৈ চলাত তেওঁ খোৱাৰ নিমিত্তে খৰচ কৰিব নালাগিছিল, যি উপাৰ্জ্জন কৰিছিল গোটেইখিনি জমা হৈছিল।

এনেভাবে দুবছৰমান যোৱাত তেওঁ উকীলৰ ঘৰৰ পৰা অলপ আঁতৰতে নিজাকৈ এটা ঘৰ সাজি লয়। যদিও মাটিডোখৰ আন মানুহৰ আছিল, তথাপি ধন গোট খালেই কিনি লোৱাৰ বন্দবস্ত কৰি লৈছিল। কেই বছৰমান পাচত কিনি ল'লেও।

নিলগৰ গাৱঁৰ পৰা আনি নগৰত থকা মানুহৰ ঘৰত প্ৰায়ে আলহী সুগুচে। নিজৰ গাৱঁৰেই হওক, বা ওচৰ-চুবুৰীয়া গাৱঁৰেই হওক যি কোনো মানুহ নগৰলৈ আহিলে তেওঁৰ ওচৰলৈকে যায় আৰু অচিনাকী হলেও কিবা এটা সম্পৰ্ক উলিয়ায়। কোনোবা আহে আদালতত গোচৰ কৰিবলৈ, কোনোবা আহে কিবা মাল-বস্তু কিনিবলৈ আৰু কোনোবা আহে থিয়েটৰ, চিনেমা চাবলৈ। এনেকৈ আলহী ৰাখি বহুতে নিজে কষ্ট ভুগিব লগা হয়। সূৰ্য্যৰ কিন্তু বিশেষ হানি নহৈছিল। আদালতলৈ অহা আলহীৰ খৰচ দৰ্খাস্ত লিখাত আৰু উকীল ধৰাত সুদে-মূলে উলিয়াই লয়। কোনো কোনোৱে আকৌ বজাৰৰ পৰা মাছ-পুঠী, শাক-পাচলি আদিকে আনে। কোনোৱে আন নহলেও ঘৰৰ পৰা আঠোতেই কেইসেৰমান চাউল লৈ আহে। অৱশ্যে ফুটা কড়ি এটাও নভঙাকৈ তিনি-চাৰি দিন পেট পেলাই

খোৱা আলহীও নোহোৱা নহয়।

নিজে ভালকৈ চলিব পৰা হোৱাত সূৰ্য্যই বিয়া কৰালে। ধৈণীয়েক কলিয়াবৰৰ, মণিৰামৰ জেঠায়েকৰ জীয়েক। তেতিয়াৰে পৰা কলিয়াবৰৰ পৰা অহা মানুহো তেওঁৰ ঘৰত আলহী হবলৈ ধৰিলে। এইবোৰ আলহীৰ গোচৰ নাথাকে। তেওঁলোকৰ গোচৰ হয় নগাৱঁত। কিন্তু কিবা বস্তু কিনিব লগা হ'লে নাইবা তেনে আন কাম থাকিলে, তেওঁলোক নগাৱঁলৈ নগৈ তেজপুৰলৈ আহে। সূৰ্য্যই তেওঁলোকক এনেয়ে খুৱাব লগাত পৰে। কিন্তু তেৱোঁ উকীলৰ মহৰী, পোন পটিয়ে নোৱাৰিলেও আও পাকে দি কিছু আদায় নকৰাকৈ নেৰে। সূৰ্য্যই আলহীসকলৰ খেতি-বাতি কেনে হৈছে সোধাৰ চলতে কাৰ ঘৰত কি আছে গম লয়। তাৰ পাচত এমোন মাহ বা একলহ গুৰ নাইবা পাঁচসেৰ থেকেৰা, নহলে চাৰি পোন তামোলৰে তেওঁৰ প্ৰয়োজন হৈ পৰে। তেওঁ আলহীক সেই সেই বস্তু বিচাৰি দিবলৈ কয়, আৰু যি দাম পৰে দিবলৈ গাত লয়। আলহীয়ে তেতিয়া আকৌ আহিব লগা হ'লে সেই বস্তু লৈ আহিব লগাত পৰে আৰু বিনামূল্যে দিবলৈ বাধ্য হয়।

মালতীক লগ ধৰাৰ পাচত মণিৰাম তেজপুৰলৈ আহিল। জাহাজ বহুত ৰাতি তেজপুৰ পোৱাত তেওঁ তাতে শুই থাকিল।

পিচ দিনা পুৱা শোৱাৰ পৰা উঠি মণিৰামে সূৰ্য্যৰ ঘৰলৈ খোজ ল'লে। তেওঁ পীতাম্বৰৰ বিষয়ে সকলো কথা শুনিছিল, কিন্তু জ্যোতিষী আৰু সন্ন্যাসীৰ কথাখিনি সঁচা বুলি তেওঁ বিশ্বাস কৰিব পৰা নাছিল। তেওঁ ভাবিছিল ইমান ধনী মানুহ হৈও যেতিয়া তেজপুৰত ছোৱালী নাপালে, নিশ্চয় কিবা এটা ডাঙৰ দোষ আছে। সেই দোষটো উলিয়াব পাৰিলেই বিয়াখন ভাঙিবলৈ চেলু ওলাব। সূৰ্য্য সম্পৰ্কত তেওঁৰ ভিনীহিয়েক আৰু পীতাম্বৰ-হঁতৰো ওচৰৰ, সেই কাৰণে সূৰ্য্যৰ পৰাই ৰহস্যটো বুজিব পাৰিব বুলি আশা কৰি তেওঁ আহিছে।

মণিৰাম যেতিয়া সূৰ্য্যৰ ঘৰ পায় তেতিয়া সকলো শোৱাৰ পৰা উঠিছিল। মুখৰ খোটালীতে এজন ডেকা মানুহ বহি আছিল আৰু এজন আদহীয়া মানুহে বাৰণ্ডাতে বহি মুখ ধুইছিল। সূৰ্য্য ভিতৰৰ পৰা ওলাই আহিছিল। হঠাৎ মণিক দেখা পাই তেওঁ আচৰিত হ'ল আৰু ক'ৰ পৰা আহিল, কিয় আহিল আদি প্ৰশ্ন কৰিলে। মণিয়ে প্ৰশ্নৰ উত্তৰ দিবলৈ নৌ পাওঁতেই বহি থকা ডেকাজন বাগৰি পৰিল আৰু ছাগলীয়ে বেবোৱাৰ দৰে শব্দ কৰিবলৈ ধৰিলে। তেওঁক যেন কোনোবাই ঠেকেচি হে পেলাইছে! অলপ পাচতে তেওঁ সটং জুৰিলে, মুখে দি ফেন ওলাবলৈ ধৰিলে। মুখ ধুই থকা মানুহজনে লৰ মাৰি আহি ধৰিলে। সূৰ্য্যই বিচনী এখন আনি বিচিবলৈ লাগিল।

মুখ ধুই থকা মানুহজন হৈছে মদন মণ্ডল আৰু মূৰ্চ্ছা যোৱাজনেই হৈছে পীতাম্বৰ। তেওঁলোক বিয়াৰ মাল কিনিবলৈ আহিছিল আৰু আগ দিনাই উলটি যোৱাৰ কথা আছিল। কিন্তু মাল কিনোতে পলম হোৱাত আগ দিনা যাব নোৱাৰিলে। আজি যোৱাৰ কথা আছিল।

সূৰ্য্যই একো বুজিব নোৱাৰি মদনক সুধিলে। মদনে কলে,—"ময়ো একো বুজা নাই। অকস্মাৎ কিয় এনে হ'ল ভাবিয়েই পোৱা নাই।"

সূৰ্য্যৰ ঘৰৰ পৰা অলপ আঁতৰতে এজন ডাক্তৰ আছিল। সূৰ্য্যই তেওঁকে মতাই আনিলে। ডাক্তৰে

কিবা দৰবৰ বটল এটা নাকৰ গুৰিত ধৰিলে। পীতাম্বৰে অলপ মুৰ জোকাৰিলে। ডাক্তৰে চাই-চিতি ক'লে,—"বোধ কৰোঁ আৰ্ব্বীয়া বেমাৰ। এই বেমাৰ হোৱা কিমান দিন হ'ল?"

মদনে ক'লে,—"আগে-পিচে হোৱা নাই। আজিয়েই প্ৰথম।"

ডাক্তৰ : আপোনাৰ কথা সঁচা নে? মোৰ বিশ্বাস হোৱা নাই। এটা কথা মনত ৰাখিব, ডাক্তৰক ফাকি দিলে ৰোগ-নিৰ্ণয় কৰাত ভুল হ'ব পাৰে। তাৰ কুফল ৰোগীয়েই ভুগিব লাগিব।"

মণ্ডলে তেতিয়া ডাক্তৰক অকলশৰীয়াকৈ মাতি নি পাঁচোটা টকা দি ক'লে,—"আপোনাৰ কথা সচা। তাৰ এইটো বেমাৰ সৰুৰে পৰা আছে, মাজে মাজে উক দিয়ে। বহুতো বেজজ্ঞানী, ডাক্তৰ কবি-ৰাজ লগালোঁ, একো নহ'ল। আৰু দহ দিনৰ মূৰত তাৰ বিয়া। বিয়াৰ মাল কিনিবলৈ বুলিয়েই ভিলালৈ আহিছিলোঁ; আজিয়েই উক দিব বুলি ভবা নাছিলোঁ। কালিমানলৈ সি এনেয়ে ভাল হ'ব। কথাটো আনে জানিলে বিয়াখন ভাগিব পাৰে; সেই দেখিহে মই তেওঁলোকৰ আগত কোৱা নাছিলোঁ। আপুনি যেন কথাটো কাকো নকয়।"

ডাক্তৰে কিছু খং আৰু বিৰক্তিৰ ভাব দেখুৱাই ক'লে,—"ই কি কথা। এনেকৈ মৰা মানুহ এটা লোকৰ ছোৱালী এজনীৰ টেটুত আঁৰি দিবা কিয়? ই বৰ অন্যায়। মই কওঁ আপুনি এতিয়াও বিয়া-খন বন্ধ কৰক। মই আপোনাৰ অনুৰোধ ৰাখিব নোৱাৰিম। মোক মতাই আনিছে সূৰ্য্যাই, বেমাৰীও আছে তেওঁৰ ঘৰতে। আনক নহলেও মই তেওঁক সঁচা কথা ক'বলৈ বাধ্য।"

ইয়াৰ পাচত সূৰ্য্যাই যেতিয়া ৰোগীক কেনে দেখিলে সুধিলে ডাক্তৰে ক'ব লগাত পৰিল,—"ই সাংঘাতিক একো নহয়, আঁৰ্ব্বীয়া বেমাৰ। যদিও ই ভাল নহয়, সময়ে সময়ে উকাই থাকিব, তথাপি ৰোগী মৰাৰ ভয় নাই। কেনেবাকৈ ওচৰত কোনো নাথাকোঁতে জুই নাইবা পানীত পৰিলেহে বিপদ। এতিয়া সি ভাল হ'ব পাৰে, নহলে আৰু দুই এবাৰ এনে হ'বও পাৰে ভাল হ'লেও দুদিনমান জলকা লাগি থাকিব, আপোনালোকে তাত ভয় নাখাব।"

মণিৰ মনত পৰম আনন্দ মিলিল। যি তথ্য বিচাৰি তেওঁ তেজপুৰলৈ আহিছিল বিনা-চেষ্টাই সি ওলাই পৰিল। তেওঁৰ এনেহে ইচ্ছা হৈছিল যেন সেই মুহূৰ্ত্ততে তেওঁ কলিয়াবৰ পাবগৈ। কিন্তু উপায় নাই; গধূলিৰ আগতে জাহাজ নাপায়।

পাতাম্বৰ সেই দিনা আৰু দুবাৰ মূৰ্চ্ছা গৈছিল। যদিও সূৰ্য্যাই মদনক সেই দিনাই তেওঁৰ ঘৰৰ পৰা যাবলৈ কৈছিল, তথাপি পীতাম্বৰ সুস্থ নোহোৱাত যাব নোৱাৰিলে।

মণি ভিতৰলৈ গ'ল। বায়েক-ভিনীহিয়েকে ঘৰৰ আৰু গাৰঁৰ বা-বাতৰি ল'লে আৰু হঠাৎ অহাৰ কাৰণ সুধিলে। মণিয়ে ক'লে,—"তিন দিনৰ ছুটী লৈ ঘৰলৈ আহিছিলোঁ। পিচত ভাবিলোঁ বোলো তিনিও দিন ঘৰতে কটোৱাতকৈ তোমালোকৰো খবৰটো লৈ যাওঁ।"

বায়েক : আহিলি. ভাল কৰিলি। পিচে যাবি কেতিয়া?

মণি : আজিয়েই গধূলি জাহাজত।

বায়েক : উঃ। হয়! আজিয়েই যায়! এবাতিও নাথাক যদি আহিছিলি কিয়?

মণি : পাৰিলে তো থাকিলোঁৱেইহেতেন। পিচে থাকোঁ কেনেকৈ! পৰহিলৈ কামত হাজিৰ হ'বই লাগিব।

তেতিয়াৰ কথা সিমানতে শেষ কৰি বায়েকে মণিক মুখ ধুবলৈ দিলে আৰু চাহ আনিলে। মণিয়েও মুখ ধুই চাহ খালে।

দুপৰীয়া ভাত খোৱাৰ পাচত সূৰ্য্য কাছাৰীলৈ গ'ল। মণিয়ে বায়েকৰ লগত নানা প্ৰকাৰ ঘৰুৱা কথা পাতি আৰু এবাৰ এখন্তেক ইফালে-সিফালে ফুৰি দিনতো নিয়ালে; গধূলি বেলিকা বায়েক-ভিনীহিয়েকৰ ওচৰত বিদায় লৈ জাহাজ বাটলৈ গ'ল।

# দশম অধ্যায়

## নোটিচ

জাহাজ শিলঘাট পালেগৈ ৰাতি দহ বজাত। মণিয়ে জাহাজৰ পৰা নামি ঘৰ পায়গৈ মানে এঘাৰ বাজি গ'ল। মণিৰ যদিও ৰাতিয়েই ভূধৰক লগ ধৰিবৰ ইচ্ছা আছিল, তথাপি তেতিয়া বহুত ৰাতি হোৱাত সেই ইচ্ছা পূৰাব নোৱাৰিলে।

পিচ দিনা ৰাতিপুৱা মণিৰাম ভূধৰৰ ঘৰলৈ গ'ল। ভূধৰে সুধিলে,—"অ' বাপা! কেতিয়া আহিলা?"

মণি : আহিলোঁ পৰহিয়েই।

ভূধৰ : পৰহিয়েই আহিলা, তেও দেখাকে দিয়া নাই।

মণি : মই তেজপুৰলৈ গৈছিলোঁ। কালি ৰাতিহে পালোঁহি।

ভূধৰ : কিয়? কিবা সকাম আছিল হবলা?

মণি : একো নাছিল। তিন দিনৰ ছুটী লৈ আহিছিলোঁ। পিচে বোলো ঘৰতে বহি থকাতকৈ বাইদেউহঁতকো চাই আহোঁ।

ভূধৰ : ভাল কৰিলা। পিচে আমাৰ কথা শুনিছা জানো? মালতীৰ বিয়া নহয়। বহাগৰ একুৰি এদিন যোৱাত। সময় পালেহিয়েই।

মণি : শুনিছোঁ। অকল শুনাই নহয় দৰাকো লগ পাই আহিছোঁ।

ভূধৰ : ক'ত লগ পালা?

মণিয়ে তেতিয়া কেনে অৱস্থাত, ক'ত দেখা পাইছিল, ডাক্তৰে কি কৈছিল,—সকলো কথা ভাঙি-পাতি ক'লে। ভূধৰ থৰ লাগিল। ভিতৰত কাৰবাৰ কান্দোন শুনা গ'ল। মণিয়ে ভূধৰক ক'লে,—"মই আজিয়েই বাগিচালৈ যাব লাগিব। সেই হে এতিয়াই মাত লগাবলৈ আহিলোঁ। এতিয়া যাওঁ।"

ভূধৰ : ভাল বোপা, যোৱাঁ।

মণি গ'ল। ভূধৰ চিন্তাত নিমগ্ন হ'ল। ঘৈণীয়েকে ভিতৰৰ পৰা সকলো শুনিছিল। এতিয়া কান্দি কান্দি ভূধৰক ক'লে,—"ইমানকৈ চাই-চিতি আঁতি-গুৰি লৈ ইয়াকেহে কৰিলা! অইনৰ ছোৱালীৰ নিচিনা আলাইজাবৰী হোৱা হ'লেও এক কথা আছিল। মোৰ ছোৱালীক ৰূপতেই পেলাব নে গুণতেই পেলাব! এতিয়াও সিহঁতক জনাই দিয়াঁ। মই জীয়াই থাকোঁতে মোৰ ছোৱালীক এনে মৰা মানুহ এটালৈ কেতিয়াও নিদিওঁ। দিবৰ হ'লে মই বিহ খাই মৰিম।"

মালতীয়ে ঘটনাটো শুনি ভালকে পালে। যেনে তেনে বিয়াখন ভাগিলেহেঁই হয়, নাভাগিলেও এতিয়া পলাই গলে কোনেও দোষ দিব নোৱাৰে।

ভূধৰে সেই দিনা তেওঁৰ লগা-ভগা লোকসকলৰ লগত পৰামৰ্শ কৰিলে। বিয়ালৈ মাজত মাত্ৰ নদিন আছে, সকলো আয়োজন এক প্ৰকাৰ সম্পূৰ্ণ হৈছে। এতিয়া বিয়া ভাঙিলে কিজানি কিবা ডাঙৰ লেঠাত পৰিব লাগে। তাতে দৰা-ঘৰ হৈছে ধনী মানুহ। এইবোৰ বিষয়ে তেওঁ সকলোৰে মতামত ল'লে।

সকলোৱে ক'লে,—"তেজপুৰলৈ গৈ প্ৰথমতে কথাটোৰ ভালকৈ আঁতি-গুৰি লোৱা উচিত। সঁচা হ'লে কোনোমতেই ছোৱালী দিব নোৱাৰি। তেতিয়া উকীলৰ লগত পৰামৰ্শ কৰি যি হয় কৰিব লাগে।"

সকলোৰে উপদেশ মতে পিচ দিনা ভূধৰ তেজপুৰলৈ গৈ সূৰ্য্য বৰাৰ আলহী হ'ল আৰু সকলো কথাৰ সন্ধেদ ল'লে। ঘটনাৰ সত্যতা সম্বন্ধে যেতিয়া তেওঁৰ সন্দেহ নাথাকিল, তেতিয়া তেওঁ বৰাকেই কিবা এটা উপায় দিবলৈ খাটনি ধৰিলে। বৰাই তেতিয়া উকীলৰ লগত পৰামৰ্শ কৰি মণ্ডললৈ এখন নোটিচ লিখিলে :—

যিহেতু তুমি পীতাম্বৰ নামে তোমাৰ যিটো ভায়েৰালৈ মোৰ মোকেল শ্ৰীভূধৰ বায়নৰ ছোৱালী মালতীক আঙঠি পিন্ধাইছিলা, সেই পীতাম্বৰৰ দুৰাৰোগ্য ব্যাধি আছে বুলি ভালকৈ প্ৰমাণ পোৱা গৈছে, সেই কাৰণে তোমাক জনোৱা যায় যে উক্ত মালতীক তোমাৰ ভায়েৰা পীতাম্বৰলৈ বিয়া দিয়া নহয়। এই জাননী পোৱা মাত্ৰে তুমি মোৰ মোকেলৰ লগত আপোচ কৰিবা। নতুবা সত্য গোপন কৰি মোৰ মোকেলক প্ৰবঞ্চনা আৰু ক্ষতিগ্ৰস্ত কৰাৰ বাবে তুমি দায়ী থাকিবা ইতি।

সেই দিনা ৰেজিষ্ট্ৰেশ্যনৰ সময় অতীত হোৱাত ভূধৰ তাতে থাকিল। পিচ দিনা উকীলৰ চহী লৈ নোটিচখন মদন মণ্ডললৈ ৰেজিষ্ট্ৰী কৰিলে। সূৰ্য্যাই উকীল আৰু মহৰীৰ খৰচৰ বাবে ভূধৰৰ পৰা পাঁচ টকা আদায় কৰি তাৰে দুটকা উকীলক দি, নিজৰ ভাগত বাকী তিনি টকা ৰাখিলে।

সেই দিনাই ভূধৰ ঘৰলৈ উলটিল।

## একাদশ অধ্যায়

### চেষ্টাৰ সফলতা

তেজপুৰৰ পৰা উলটি গৈ ভূধৰে হৰনাথকে আদি কৰি আত্মীয়-কুটুম্বসকলক মতাই আনিলে আৰু সকলো কথা কৈ এতিয়া কেনেকৈ কি কৰিব তাৰ উপায় বিচাৰিলে। তেওঁ ক'লে,—"যদিও পীতাম্বৰলৈ ছোৱালী নিদিয়া ঠিক হ'ল, তথাপি সেই দিনাই বিয়াখন পাতিব পৰা হ'লে ভাল আছিল। সকলো যা-যোগাৰ হৈ গ'ল; গাখীৰ-পানীবো বয়না দিয়া হ'ল। এতিয়া সেইবোৰ পেলনি গ'লে বহুতো লোকচান হ'ব।"

এজনে ক'লে,—"মণিৰ লগত বিয়াখন পাতিব পৰা হ'লে বেয়া নহ'ল হেতেন। এতিয়া যদিও সিহঁতৰ অৱস্থা বেয়া, তথাপি আগলৈ ভাল হোৱাৰ আশা আছে। লৰা-ছোৱালীও জোৰ হ'ব। তাতে সকৰে পৰা দেখা-শুনা, ফাকি-ফুকাৰ ভয় নাই।"

আন এজনে ক'লে,—"সিহঁতবো মন থাকিব পায়। কোনো কোনোৱে ধেমালিতে সিহঁতক জোৰাই দিলে সিহঁতে বেয়া নাপায়, মুখ টিপি হাঁহিহে মাৰে।"

ভূধৰ : ময়ো আগৰে পৰা মণিকেই দিম বুলি ভাবিছিলোঁ। কিন্তু তেওঁলোকৰ কালৰ পৰা কোনো চেষ্টা নেদেখিলোঁ।

সেই হে ভাবিলোঁ বোলো মণিলৈ আশা পালি থাকোঁতে যদি ইকুলো হেৰায়, সিকুলো হেৰায়, তেতিয়া কি হ'ব! মণিৰ বাপেকে ধৰাৰ আগন্তুক দেখা হলেও মই ইপাৰ সিপাৰলৈ দিবলৈ নোলালোঁহেতেন।"

হৰনাথে ক'লে,—"যি হ'ল হ'ল, এতিয়াও দধিকেই ধৰা যাওক। যাচি দিলে তেওঁ নানা ওজৰ-আপত্তি উলিয়াব পাৰে, তথাপি যেনে-তেনে তেওঁক সম্মত কৰাবলৈ যত্ন কৰাই বোধ কৰোঁ ভাল। ওচৰত ছোৱালীৰ জোৰৰ আৰু কোনো ভাল লৰা নাই। নিলগত বিচাৰিব লাগিলে এই কেই দিনত ঠিক কৰা অসম্ভব।"

হৰৰ কথাত সকলোৱে হয় দিলে আৰু দধিৰ ওচৰলৈ তেওঁকেই যাবলৈ ক'লে। ভুধৰে ক'লে, "দধিয়ে ই নাই, সি নাই, অলঙ্কাৰ নাই, যোগাৰ নাই এনেবোৰ আপত্তি উলিয়ালে ক'বা যে আমাক একো নালাগে, অকল দৰাটো হৈ গলেই হ'ল।"

এই সিদ্ধান্ত মতে হৰ দধিৰ ঘৰলৈ গ'ল আৰু তেওঁৰ উদ্দেশ্যৰ কথা ভাঙি ক'লে। সকলো শুনি দধিয়ে ক'লে,--"ছোৱালীজনী বিয়া কৰোৱাত আপত্তি নাই, কিন্তু এতিয়া কোনোমতেই নোৱাৰোঁ। দেখিছাই নহয় মোৰ ঘৰ দুৱাৰৰ অৱস্থা। তাতে লৰা কামত সোমোৱা বেছি দিন হোৱা নাই, বয়সো হোৱা নাই। আগতে সি দুপইচা উপাৰ্জ্জন কৰি ঘৰ দুৱাৰখিনি ভাল কৰক, তাৰ পাচত হে বিয়াৰ কথা ভাবিম। বিয়া বুলিলে জানো মুখৰ কথাতে বিয়া হয়। অলঙ্কাৰপাতি, কাপোৰ-কানি গোটাবলৈকো ধনৰ দৰকাৰ। যদি তেতিয়ালৈকে বাট চাব পাৰা তেতিয়া মোৰ কোনো আপত্তি নাই।"

হৰ : এনেয়ে বাট চোৱাত কোনো কথা নাছিল, কিন্তু এতিয়া বাট চাব নোৱাৰি। আপুনি জানে বহাগৰ একুৰি এদিন যোৱাত বিয়াৰ কথা আছিল। সেই মতে সকলো যোগাৰ হৈ গ'ল। এতিয়া সেই সমলেৰেই সেই দিনাই বিয়াখন পাতিব লাগে। সেই হে আপোনাক ইমানকৈ টানি ধৰিছোঁ। আপুনি ভয় খাবৰ একো কাৰণ নাই। আমাক একো নালাগে, অকল দৰাটো পালেই হ'ল। অলঙ্কাৰ পাতি, কাপোৰকানি কিবা আছে যদি দিব পাৰে, নিদিলেও কোনো কথা নাই।

দধি : অলঙ্কাৰ কাপোৰ থাকিলেও আজি কালিৰ লৰা-ছোৱালীয়ে জানো সেই-বোৰ পছন্দ কৰিব!

হৰ : নকৰে নাই। আমি আপত্তি কৰি-লেহে! এতিয়া কামটো চলক। পিচত সিহঁতে ধন ঘটি পছন্দমতে লৈ থাকিব।

দধি : সেইটো বাৰু পালোঁ। পিচে ঘৰ-কেইটাৰ কি অৱস্থা, তাক নোচোৱা কিয়? উকষণি নপৰা ঠায়েই নাই। বিয়া বাৰু হ'লেই, থাকিব ক'ত?

হৰ : বিয়া কৰায়েই ছোৱালীজনী ইয়াত থৈ সি গুচি গ'লে জানো ভাল হ'ব! তাতকৈ এতিয়া বিয়া কৰাই দুই এদিন এই ঘৰতে থাকক। তাৰ পাচত লৰাৰ লগতে ছোৱালীও বাগিচালৈ

যাওক। ইয়াৰ ভিতৰতে লাহে-ধীৰে ঘৰকেইটা ভাল কৰাৰ দিহা কৰক। যেতিয়া সেইখিনি হৈ উঠিব, তেতিয়া ছোৱালীজনী ইচ্ছা কৰিলে আপোনালোকৰ লগতো ৰাখিব পাৰিব।

দধি : অকল মই কলেই নহ'ব নহয়। লবাই বা কি কয়। হুওঁতে যাচি দিয়া ছোৱালী এৰিব নাপায় তথাপি তাক সুধিহে কব পাৰিম।

হৰ : সেইটো সঁচা। লবাৰ মত নাথাকিলে, আপুনি গাৰ বলেৰে কিবা কৰিবলৈ যোৱা যে ভাল নহয়, সেইটো ময়ো কওঁ। আপুনি কয় যদি ময়ে মণিৰ মতামতটো বুজি আহিব পাৰোঁ।

অলপ ভাবি দধিয়ে ক'লে,—"তুমি অকলৈ যাব নালাগে, ময়ো যাম।"

হৰ : বৰ ভাল কথা। আজিয়েই তেন্তে খাই বৈ ওলাওক। যি হয় এটা আজিৰ ভিতৰতে খাটাং কৰিব লাগে।

সেই মতেই দুপৰীয়া খাই বৈ উঠি দুয়ো খোজ ল'লে আৰু গধূলি বেলিকা বাগিচা পালেগৈ। তেওঁলোকক দেখিয়েই মণিয়ে তেওঁৰ চেষ্টা যে সফল হ'ল তাক বুজি ল'লে। তথাপি নুবুজাৰ ভাও ধৰিয়েই তেওঁলোক যোৱাৰ উদ্দেশ্য জানিব খুজিলে।

হৰ আৰু দধি বাগিচালৈ যোৱাৰ কাৰণ মণিক ভাঙিপাতি কোৱা হ'ল। মণিৰ আনন্দৰ পাৰ নোহোৱা হ'ল। কিন্তু বাহিৰত নিৰ্ব্বিকাৰ দেখুৱাই অলপ কেহোঁ-খেহোঁকৈ থাকি ক'লে, যে পিতাকৰ মত থাকিলে তেওঁৰ কোনো আপত্তি নাই।

সেই ৰাতি দুয়ো বাগিচাতে থাকিল। তাতেই বিয়াৰ সকলো দিহা-পোহাও হ'ল। তেওঁলোকে বৰ কেৰাণীৰ লগতো দেখা কৰিলে আৰু চাহাবক কৈ যাতে মণিক দহদিনৰ ছুটী দিয়ায় তাৰো ব্যৱস্থা কৰিলে।

পিচ দিনা হৰ আৰু দধি ঘূৰি আহিল। বিয়াৰ নতুন বন্দবস্তৰ কথা সকলোৱে শুনিলে। কন্যাঘৰত আগৰে পৰা আয়োজন চলি আছিলেই। এতিয়া দৰাঘৰতো যিমানখিনি সম্ভৱ আয়োজন কৰা হ'ল। কন্যাঘৰীয়ায়ো নানা প্ৰকাৰে সাহায্য কৰিলে।

# দ্বাদশ অধ্যায়

## এজাহাৰ

আজি বহাগৰ ওঠৰ দিন। বিহুৰ তিনি দিন আগে বাবাজীয়ে নবাই শৰ্ম্মাৰ বাকচ বন্ধ কৰি থৈ গৈছিল, কালিয়েই কুৰি দিন পূৰ হ'ল। ইয়াৰ ভিতৰত নবায়ে কিমান যে কল্পনা কৰিছে তাৰ সীমা নাই। তেওঁ ভাবিছে এবাকচ টকাৰে তেওঁৰ বহুত কাম হ'ব। প্ৰথমতে বৰ ঘৰটো আৰু তাৰ পাচত ভঁৰাল ঘৰটো টিনৰ কৰিব; কেই পূৰামান ৰূপিত মাটিও কিনিব। তাৰ পাচত নেপালীৰ লগত বন্দবস্ত কৰি এটা গৰুৰ আৰু এটা ম'হৰ খুটি পাতিব। কিছু টকা সৰহীয়া সুতত ধাৰে দিব আৰু যি থাকে পুতি থ'ব। সকলো কামৰ দিহা হৈ গলে সৰ্ব্বেশ্বৰ পণ্ডিতক ভালকৈ এশিকনি দিব। মাজে মাজে, তেওঁ দুখ কৰে যে তেওঁৰ ঘৰত তাতকৈ ডাঙৰ বাকচ নাছিল। থকা হ'লে আৰু সৰহ টকা পালেহেঁতেন।

ওঠৰ বহাগৰ দিনা প্ৰত্যূষতে উঠি তেওঁ প্ৰাতঃকৃত্য সমাপন কৰিলে। তাৰ পাচত গা ধুই গোঁসাই-

সেৱা কৰিলে। তাৰ পাচত মনে মনে ঈশ্বৰৰ নাম আৰু হাতত চাবি কোছা লৈ ধনৰ বাকচৰ ওচৰ চাপিল। কিবা এটা আবেগত তেওঁৰ গোটেই শৰীৰ কঁপি উঠিছিল। থৰক-বৰক হাতেৰে তেওঁ তলাটো মেলিলে আৰু অতি সন্তৰ্পণে বাকচৰ ঢাকনীখন তুলিলে। হঠাৎ চিঞৰ মাৰি তেওঁ মাটিত বাগৰি পৰিল। তেতিয়াই ঘৈণীয়েক লৰি আহিল আৰু একো বুজিব নোৱাৰি পানী একলহ আনি মূৰত ঢালিলে।

কিছু সময় অচেতন হৈ থকাৰ পাচত নবাইৰ চেতনা আহিল। ঘৈণীয়েকে তেওঁৰ কি হৈছিল সুধিলত তেওঁ মুখেৰে নামাতি বাকচটো আঙুলীয়াই দেখুৱালে। ঘৈণীয়েকে বাকচটো চাই দেখিলে তাত একো নাই, একেবাৰেই শুদা। তেৱোঁ নবাইৰ নিচিনাকৈয়ে মাটিত পৰি গ'ল।

নবাইৰ ঘৰত হুলস্থুল লাগিল। ওচৰ-চুবুৰীয়া মানুহো গোট খালে। সকলো কথা শুনি নানা জনে নানা অভিমত প্ৰকাশ কৰিবলৈ ধৰিলে।

এজনে ক'লে,—"আপুনি দেখোন দদায়েকৰ চুৰাটোও ধাৰকৈহে গুচাইছিল, এতিয়া আকৌ আঢ়ৈ হেজাৰ টকা ওলাল ক'ৰ পৰা?"

নবাই : তেতিয়া পোৱা নাছিলোঁ। কেই দিন মানৰ আগতে বাৰীচুকত কোৰ মাৰোঁতে পালোঁ।

আন এজনে ক'লে,—"সেই বাবাজীয়েই যে চোৰ তাত সন্দেহ নাই। সি অতি ধূৰ্ত্ত। ধন-সোণখিনি যাতে বিচাৰি মুকুৰাকৈ একে ঠাইতে পায়, সেইবাবেই এইটো বুদ্ধি লগালে। বাকচটোও যাতে পোনেই চকুত পৰে আৰু শব্দ নকৰাকৈ মেলিব পাৰে তাৰ বাবেই চাকি লগোৱাৰ দিহা কৰি গৈছিল আৰু তলাত কেনে চাবি লাগিব বন্ধ কৰাৰ লগতে তাক চাই-চিতি লৈছিল।"

নবাই : সি বাৰু সোমাল[illegible] কেনি! কেনিও সিন্ধি দিয়া নাই।

প্ৰথম মানুহ : সি ছেগ চাই কেতিয়াবা তোমালোক সাৰে থাকোঁতেই মেলা দুৱাৰে সোমাই কাম সমাধা কৰিলে। মূঠতে সি এই কাম সন্ধ্যাৰ ভাগতে কৰিছে।

দ্বিতীয় মানুহ : এতিয়াই থানাত এখন এজাহাৰ দিয়া ভাল।

প্ৰথম মানুহ : এজাহাৰ দিলেও একো লাভ নহয়। সি ইয়ালৈ অহাৰ দুই এদিনৰ ভিতৰতে কামটো কৰিছে। এতিয়া সি তেজপুৰ হে নালাগে, কি জানি অসমতেই নাই। নহ'লে সি কুৰি দিন সময় নল'লেহেতেন।

দ্বিয়তী মানুহ : তথাপি এজাহাৰ দিব লাগে। কি জানি পুলিচে কিবা সূত্ৰ উলিয়ায়েই।

ইয়াৰ পাচত নবাই থানালৈ গ'ল আৰু সকলো কথা বৰ্ণনা কৰি এখন এজাহাৰ দিলে। দাৰোগাই ক'লে, "তাক পোৱাৰ আশা নাই। এদিন, দুদিন নহয় একেবাৰে কুৰি দিন। ইয়াৰ ভিতৰত সি কোনখিনি পালেগৈ তাৰ কি ঠিক আছে? তথাপি আমি আমাৰ কাম কৰিব লাগিব। তুমি মানুহটো ক'ৰ বুলি অনুমান কৰা?

নবাই : পশ্চিমীয়া হ'ব পায়। সি হিন্দুস্থানী কয়, অসমীয়া নাজানে।

দাৰোগা : বয়স কিমান হ'ব?

নবাই : আঢ়ৈ কুৰিৰ কম হ'ব নালাগে।

দাৰোগা : বৰণ কেনে?

নবাই : ক'লা। সেই বুলি একেবাৰেই এওঁৰ দৰে নহয়।

দাৰোগা : ওখ কিমান ?

নবাই : সাধাৰণ মানুহ যিমান ওখ সিমানেই হ'ব। মোতকৈ দুই একাঙুল বেছি ওখ হ'ব পাৰে।

দাৰোগা গৈ মজৰা চালে, কিন্তু তাত অনুসন্ধানৰ কোনো সূত্ৰ আবিষ্কাৰ কৰিব নোৱাৰিলে। তথাপি য'ত য'ত সন্ন্যাসী-বাবাজী থকাৰ সম্ভাবনা, তেনেবোৰ ঠাইত বিচাৰিবলৈ ধৰিলে।

# ত্ৰয়োদশ অধ্যায়

## অভিমান

সুভদ্ৰাৰ ককায়েক বলোৰ ঘৰ সুভদ্ৰাৰ ঘৰৰ পৰা ছমাইল আঁতৰত। দুয়ো ঘৰৰ ভিতৰত বিশেষ ঘনিষ্ঠতা আছিল। বিহুয়ে-সংক্ৰান্তিয়ে অহা-যোৱাৰ উপৰিও এনেয়ে ভু-ভা লৈ থকা দুয়ো ঘৰৰ কৰ্ত্তব্যৰ ভিতৰত পৰিছিল। আগ ডোখৰত জালিৰ ল'ৰা-ছোৱালীকেইটা ইটোৰ পাচত সিটোকৈ মোমায়েকৰ ঘৰলৈ গৈয়েই আছিল, কেতিয়াবা তিনি-চাৰি দিন একেবাহে তাতে থকাও দেখা গৈছিল। কিন্তু সকলো শেষ হৈ যোৱাৰ পাচত সুভদ্ৰা আৰু কপাহীৰ যোৱাটো এক প্ৰকাৰ বন্ধই হ'ল। বলোৱে মাজে-সময়ে ভু-ভা লৈ আছিল। কিন্তু বিহুৰ সময়ৰে পৰা বলো সুভদ্ৰাৰ ঘৰলৈ অহা নাই। বছেৰেকৰ বিহুতো এই বাৰ সুভদ্ৰাহঁত নোযোৱাত বোধ কৰোঁ তেওঁ বেয়া পালে। অকল সেয়ে নহয়, কপাহীৰ বিয়া বহাগৰ একুৰি চাৰি দিন যোৱাত হ'ব বুলি তেওঁ জানিছিল, অথচ এতিয়াও তেওঁক সেই সংবাদটোকে দিয়া নাই। তেওঁ মনে মনে ভাবিলে,—"তাইৰ বাক মনত বেজাৰ, সেই দেখি অহা নাই। দয়াৰামৰ হতুৱায়ো খবৰটো দিয়াব নোৱাৰিলে'নে। মোক আনক মতা দি মাতিব নালাগে, কিন্তু খবৰটো তো দিয়াব লাগিছিল। একো জনোৱা নাই যেতিয়া, ময়ো নোযোৱাই ভাল। কি জানি মই গ'লে কিবা বেয়া হ'ব বুলিয়েই ভাবিছে।"

বলোৱে এনেকৈ ভাবি অভিমানতেই সুভদ্ৰাৰ ঘৰলৈ নাহিল। আহিবৰ তেওঁৰ একান্ত ইচ্ছা, কিন্তু কোনো বাতৰি নোপোৱাকৈ বিয়া-ঘৰলৈ অহা তেওঁ উচিত বুলি নাভাবিলে। লাহে লাহে ব'হাগৰ উনৈশ দিন হ'ল, আগৰ দিহামতে বিয়া হবৰ হ'লে মাজত আৰু চাৰি দিনহে আছে। তেতিয়াও কোনেও একো নজনোৱাত বলোৰ মনত সন্দেহ জন্মিল। তেওঁ ভাবিলে, কি জানি কিবা অথন্তৰেই মিলিল, সেই হে একো উম-ঘাম নাই। বহুতো ভাবি চিন্তি তেওঁ সেই দিনা আবেলি সুভদ্ৰাৰ ঘৰলৈ আহিল। ঘৰ পায়েই বিয়াৰ আয়োজনৰ কোনো আভাস নাপাই, বিয়া যে নহয় তাক নিজেই ঠাৱৰাই ল'লে।

সুভদ্ৰা আৰু কপাহীৰ চেহেৰা দেখি তেওঁৰ বেজাৰ লাগিল। ইমান শুকাই-খীণাই গৈছে সিহঁত ! বলোৱে ক'লে—"তহঁত বাৰু এনেয়ে যাব নোৱাৰ, বিহুতো এবাৰ দেখা দিব নাপাৰ নে ?"

সুভদ্ৰাই কান্দিবলৈ ধৰিলে। অলপ পাচত দোকাহুকি মাজেৰে দয়াৰামৰ সকলো বৃত্তান্ত বৰ্ণাই ক'লে,—"তেতিয়াৰে পৰা আমাৰ পেটলৈ ভাত যোৱা নাই। আমি দেখোন চৰাইটো হৈও কাৰো ধানটো খুটি খোৱা নাই, তেওঁ নো বাৰু ঈশ্বৰে

ইমান শাস্তি দিব লাগে নে?”

বলোৱে ঘটনাটো শুনি বৰ দুখ পালে, আৰু অন্যায় ভাবে সুভদ্ৰাৰ ওপৰত কৰা অভিমানৰ বাবে লজ্জিত হ'ল। তেওঁ সুধিলে,—“দয়াৰাম যোৱাৰ পৰা কিবা খবৰ পাইছ জানো?”

সুভদ্ৰা : নাই।

বলো : তাক বিচাৰি কেতিয়াবা পুলিচ অহাৰ গম পাৱ নে?

সুভদ্ৰা : নাই পোৱা!

বলো : মোৰ বোধেৰে। সিয়েই মাৰিছে বুলি পুলিচে এতিয়াও গম ধৰিব পৰা নাই। গম পোৱা হ'লে তাক বিচাৰি তাৰ ঘৰ পালেহেঁতেন আৰু তইঁতৰ ঘৰতো বিচাৰিলেহেঁতেন।

সুভদ্ৰা : ধৰা পেলাব নোৱাৰিলেই হয়।

বলো : সি পলোৱাই ভুল হৈছে। ঘটনাৰ সময়ত কাণি-মুনি আন্ধাৰ। সেই তিৰুতাজনীৰ বাহিৰে আন কোনেও দেখা নাই। তায়ো যে চিনাক্ত কৰিব পাৰিব তাৰ আশা নাই। পুলিচে পম খেদি কেনেবাকৈ তাক চোভা কৰিলেও প্ৰমাণ কৰা টান হ'লহেতেন। সেই দিনা সি যে হৃবৰ ঘৰৰ পৰা সেই সময়ত সেই বাটে আহিছিল, সেইটো কেনেবাকৈ উলিয়াব পাৰিলেহে পুলিচে তাৰ ওপৰত সন্দেহ কৰিব পাৰে। সেয়ে হ'লে নিশ্চয় পুলিচে হৃবৰ ঘৰত খবৰ কৰিছে। তইঁতে তেতিয়াই মোলৈ খবৰটো দিয়া হ'লে মই জখলাবন্ধালৈ গৈ ঘটনাৰ আঁতি-গুৰি ল'ব পাৰিলোঁহেতেন। এনে এটা ঘটনাৰ কথাও তইঁতে মোক জনাব নাপায় নে?

সুভদ্ৰা : জনাওঁ কেনেকৈ? এইবোৰ জানো যাকে তাকে ক'ব পৰা কথা!

বলো : মোক মাতি পঠোৱা হ'লেই হ'লহেতেন।

সুভদ্ৰা : মোৰ মূৰৰে ঠিক নোহোৱা হ'ল। তেনে কথা মনতেই নেখেলালে।

বলো : বাৰু যি হ'ল হ'ল; মই কালিলৈকে জখলাবন্ধালৈ যাওঁ। তাত সকলো কথাৰ আঁতি-গুৰি লৈ আহিহে কি কৰিব লাগে বুজিব পাৰিম।

বলোৰ কথাত সুভদ্ৰাই অলপ সান্ত্বনা পালে। আৰু কিছু সময় আন আন কথা পাতি, জা-জলপান খাই গধূলি বেলিকা বলো ঘৰলৈ উলটিল।

# চতুৰ্দ্দশ অধ্যায়

## প্লেগ

যি দিনা বলো সুভদ্ৰাৰ ঘৰলৈ আহিছিল, তাৰ পিচ দিনা মদন মণ্ডল হালিৰ ঘৰলৈ আহিল। হালিয়ে তেওঁক আথেবেথে বহুৱালে আৰু তামোল-ছালি দি অকস্মাৎ অহাৰ কাৰণ সুধিলে।

মণ্ডলে ক'লে—“অহাৰ কাৰণ ভাঙৰেই।”

হালি : কি?

মদন : ক'ম তাৰ আগতে এটা কথা সোধোঁ। তোমালোকৰ ছোৱালীজনীলৈ চপনীয়া বাখিব খুজিছিলা নহয়, সেইটোৰ কি হ'ল?

হালি : একো হোৱা নাই। চৌবিশ বহাগত বিয়াৰ কথা আছিল। একো দেখোন গম পোৱা নাই। কিয় সুধিলে নো ?

মদন : সোধাৰ কাৰণ আছে ? ছোৱালীজনী মোৰ পছন্দ হৈছিল, সেই দেখি ভাই-টোলৈ বিয়া কৰাবৰ মন কৰি তোমাৰ ওচৰলৈ আহিছিলোঁও। কোনোবা দয়াৰাম বুলি ল'ৰা এটা চপাই ল'ব খুজিছে বুলি তুমিয়েই মোক ককা-য়েৰাৰ ওচৰলৈ যাবলৈ হাক দিলা। এতিয়া ককায়েৰা নাই, দয়াৰামকো চপোৱা নাই, ছোৱালীৰ মালিকো তুমিয়েই। সেই দেখি আকৌ এবাৰ কথাটো সুধিবলৈ আহিলোঁ।

হালি : কিয় আপোনাৰ ভায়েকলৈ জানো কলিয়াবৰত ছোৱালী ঠিক হোৱা নাই ? কালিলৈকে বিয়া বুলি শুনিছিলোঁ।

মদন : হওঁতে ঠিক হৈছিল। পিচে হৈও নোহোৱা হ'ল।

হালি : কিয় ?

মদন : নক'বা আৰু! এনেয়ে বুঢ়ালোকে কৈছে নে বোলে অচিন কাঠৰ খোৰাকো নলগাবা। মই আৰু-তাৰু সুধি-পুছি, ছোৱালীও চাই ভালকে পালোঁ আৰু সেই দেখিয়েই যোজা-বঢ়া কৰিলোঁ। এতিয়া মুৰামুৰিত জানিব পাৰিলোঁ ছোৱালীৰ আন এজনৰ লগত কথা আছে। আন কি, বিয়াৰ বন্দবস্ত হোৱা শুনি পলাইছিলেই বোলে। বাপেকে ধৰি বান্ধিহে বিয়া দিব খুজিছিল। সেই-বোৰৰ প্ৰমাণ মোৰ হাতত পৰিল। একো নজনাতে বিয়াখন হৈ যোৱা হলেও এক কথা আছিল। এতিয়া জানি-শুনি তেনে এজনী ছোৱালী কেনেকৈ চপাই লওঁ! সেই দেখি বিয়া কৰোৱা নহয় বুলি খাটাং কৈ জনাই দিলোঁ।

হালি : তেনেহলে বিয়াখন ভাগিল।

মদন : এৰা, সেই হে তোমাৰ ওচৰলৈ আহিছোঁ। বিয়াৰ সকলো বস্তু যোগাৰ হৈ গ'ল, সেইবোৰ পেলনি নিয়াব নোৱাৰি। যদিও কালিলৈকে বিয়া পতা টান হ'ব, তথাপি চৌবিশ তাৰিখেই যেনেকৈ হওক বিয়াখন পাতিব লাগিব। সেই দিনাও বিয়াৰ দিন আছে। ইয়াৰ ভিতৰতে তিনি-জনী মানৰ খবৰ আহিছে। পিচে মোৰ হ'লে তোমালোকৰ লগত হে মিতিৰ পাতিবৰ মন যদি মত দিয়া, মই আন ঠাইত কথা নিদিওঁ।

হালি : মই কেনেকৈ মত দিওঁ! বৌইতে মত দিলেহে পাৰোঁ। তাতে এই তিনি দিনৰ ভিতৰত বিয়াৰ যোগাৰ কৰা জানো সম্ভৱ!

মদন : অসম্ভৱেই বা কেনেকৈ! গাখীৰ, গুৰ, কোমল চাউল, তামোল-পাণ একোকে তোমালোকে গোটাব নালাগে। সকলো যোগাৰ মই দিম। লাগিলে

আন খৰচৰ বাবেও ডেৰ কুৰি, ছকুৰি টকা দিয়া হ'ব।

হালি : যৌতুকীয়া মালো যি পাৰোঁ গোটা-বলৈ সময় লাগিব। বৌৰ হাতত কিবা টকা-পইচা আছে নে নাই তাকো ক'ব নোৱাৰোঁ।

মদন : সেই বিষয়ে চিন্তা কৰিব নালাগে। তাকো ময়ে গোটাই দিবলৈ গাত ল'লোঁ। তুমি মাত্ৰ কথাটো ঠিক কৰি দিয়াঁ।

হালি : মই এতিয়াই একো ক'ব নোৱাৰোঁ। আগেয়ে চেষ্টা কৰি চাওঁ।

মদন : মোৰ কথা হৈছে চৌবিশ তাৰিখে বিয়া পাতিমেই, কিন্তু মনে-পিঠিয়ে অটা ছোৱালীজনী হ'লে ভাল হয়। সেই হে তোমাক ধৰিছোঁ। নহলে আন ছোৱালী যাচিব'ই লাগিছে। তুমি যদি মোৰ কথা-মতে বন্দবস্ত কৰি দিব পাৰা, তোমাকো ছকুৰি টকা দিবলৈ গাত ললোঁ।

তেতিয়া মদনক বিদায় দি হালি বৌৱেকৰ ওচৰলৈ আহিল আৰু বৌৱেকক মাতি ক'লে,—"বৌ! এইখন কৰিছা কি? বহাগৰ একুৰি চাৰি দিন যোৱাত বিয়া বুলি কৈছিলা। আজি কুৰি দিন। ক'তা! দেখোন একো উম-ঘামেই নাই। দয়াৰামকো আজি বহুত দিন দেখাই নাই। তুমি একো নোকোৱা দেখি ইমান দিন নোসোধোঁ বুলি-য়েই আছিলোঁ। পিচে দেখিছোঁ ধাৰে মাৰিলেও কাটে, গাদিয়ে মাৰিলেও কাটে। ককাই নাই যেতিয়া তোমালোকৰ ভাল-বেয়াৰ বাবে মানুহে মোকেই দায়ী কৰিব; সেই দেখি সুধিবলৈ আহিছোঁ। বিয়াৰ কি হ'ল?

সুভদ্ৰাই চকু-লো মচি ক'লে,—"একো নাই হোৱা।"

হালি : দয়াৰাম গ'ল কলৈ? তাক দেখোন চকুৰেও দেখা নাই।

সুভদ্ৰা : ক'বই নোৱাৰোঁ ক'লৈ গ'ল। বিহুৰ আগতে ভিনীহিয়েকৰ ঘৰলৈ গৈছিল কিবা-কিবি বিয়াৰ সমল গোটাবলৈ। এতিয়া ক'লৈ গ'ল, কি হ'ল একো নাজানো।

হালি : মই বুজিছোঁ, তাক চপনীয়া চাপিবলৈ ভিনীহিয়েকে হাক দিলে। সেই দেখি সি তাপ মাৰিলে। সি যি কি নহওক, বিয়াৰ সময়ত পলাল যেতিয়া, তাৰ বিয়া কৰাবৰ মন নাই। আমি মিছাতে তালৈ বাট চাই থকাৰ দৰকাৰ নাই।

সুভদ্ৰা : আৰু নো কি কৰিম!

হালি : মোৰ মতে তুমি দয়াৰামৰ আশা এৰাঁ। এটা বৰ ভাল ছেগ মিলিছে। তুমি মদন মণ্ডলৰ নাম শুনিছা নহয়?

সুভদ্ৰা : নাম শুনিছোঁ, মানুহটো দেখা নাই। তেওঁলোক বোলে বৰ ধনী মানুহ।

হালি : আকৌ কৈছা হে নে! তেওঁলোকৰ দৰে ধনী মানুহ জিলাতো নাই।

সুভদ্ৰা : পিচে কি হ'ল?

হালি : তেওঁৰ এটা ভায়েকৰ এতিয়াও বিয়া হোৱা নাই। তালৈকে কলিয়াবৰত ছোৱালী ঠিক কৰিছিল; কালিলৈ বিয়াই আছিল। পিচে এতিয়া গম

পালে ছোৱালীৰ হেনো আনৰ লগত কথা আছে। সেই দেখি এৰি দিলে। এতিয়া সেই সকলেৰেই বহাগৰ একুৰি চাৰি দিন যোৱাত আন এজনীকে বিয়া কৰাব খোজে। ইয়াৰ ভিতৰতে কেইবাজনীও যাচি দিছে। মই ভাবিছোঁ ময়ো এবাৰ চেষ্টা কৰি চাওঁ, কিজানি কপাহীকে দিব পাৰোঁ। কেনেবাকৈ দিব পাৰিলে তাইৰেই ভাগ্য বুলিব লাগিব।

সুভদ্রা : মই এতিয়া একো ক'ব নোৱাৰোঁ। ককাই আজি কলিয়াবৰলৈ যোৱাৰ কথা। তেওঁ ঘূৰি আহিলেই দয়াৰামৰ কিবা এটা বাতৰি পাম। তাৰ আগতে মই একো ভাবিব নোৱাৰোঁ।

হালি : তেওঁ নো কেতিয়া ঘূৰিব ?

সুভদ্রা : আজি গ'লে কালিলৈকে ঘূৰিব পাৰিব। তেতিয়া হ'লে পৰহিলৈ এইখিনি পাবহি।

হালি : তেতিয়া হ'লে বৰ পলম হ'ব। ইয়াৰ ভিতৰতে আনৰ লগত ঠিক-ঠাক হৈ গ'লে সকলো মিছা হ'ব।

সুভদ্রা : মিছা হওক, সঁচা হওক, দয়াৰামৰ এটা বাতৰি নোপোৱাকৈ মই এঁকো ক'ব নোৱাৰোঁ।

হালি হতাশ হৈ উঠি গ'ল।

## পঞ্চদশ অধ্যায়

### সন্দেহ

সুভদ্রাক কোৱাৰ মতেই পিচ দিনা বলো সোনকালে খাই-বৈ ওলাল। মটৰ ধৰিবলৈ ঘৰৰ পৰা ছমাইল খোজ কাঢ়ি যাব লাগে। কেনেবাকৈ মটৰ নাপাব পাৰে বুলি তেওঁ সময়তকৈ আগতে গৈ বাটত খাপ লৈ থাকিল। এঘণ্টামান অপেক্ষা কৰাৰ পাচত মটৰ আহিল, কিন্তু তাত ঠাই নাই। তথাপি যেনে তেনে তাতে উঠিল। বহিবলৈ ঠাই নথকাত তেওঁ গোটেই বাটটো থিয়তে থাকিব লগা হ'ল।

গধূলিৰ কিছু আগতে তেওঁ তেজপুৰ পালে আৰু ক'তো নবৈ ঘাটলৈ আগ বাঢ়িল। তেতিয়াও জাহাজৰ সময় হোৱা নাছিল, পেটটো ভোক লাগিছিল। তেওঁ এইটো জানি-শুনিয়েই ঘৰৰ পৰা অলপ শুকান পিঠাগুৰি আৰু গুৰ আনিছিল। এতিয়া কৌ-পাত এটা বিচাৰি লৈ নৈৰ দাঁতিলৈ গ'ল আৰু জলপানটো খাই ল'লে। তাৰ পাচত তামোল এখন খাই জাহাজলৈ গ'ল আৰু টিকট এটা কিনি জাহাজত উঠিল।

ন-মান বজাত জাহাজ গৈ শিলঘাট পালে। জাহাজৰ পৰা নামিয়েই তেওঁ কুথলাবৰালৈ খোজ ল'লে। আগে-পিচে তেওঁ কলিয়াবৰলৈ আহিছিল আৰু এবাৰ হৰৰ ঘৰতো আলহী আছিল। সেই কাৰণে ৰাতি হলেও বাট হেৰোৱাৰ ভয় নাছিল।

বলো হৰৰ ঘৰ পাওঁতে এঘাৰ বাজি গৈছিল। তেতিয়া বহুতো মানুহ শুইছিলেই। হৰৰ ঘৰত কিন্তু তেতিয়া খোৱাই হোৱা নাছিল। তাৰ কাৰণ হৰও বলোৰ আগে আগেহে ঘৰ সোমাইছিল। বলো যে কপাহীৰ মোমায়েক তাক হৰই জানে। সেই কাৰণে তেওঁ অহাৰ লগত বিয়াৰ কিবা সম্পৰ্ক আছে বুলি হৰই অনুমান কৰিছিল। তেওঁ বলোক বহিবলৈ দি নিজেও ওচৰ চাপি বহিল আৰু হঠাৎ তেওঁ যোৱাৰ উদ্দেশ্য কি জানিব খুজিলে। বলোৱে

তেতিয়া দয়াৰামৰ বিষয়ে আদ্যোপান্ত বৰ্ণনা কৰি ক'লে,—"মই আগতে এইবোৰ কথাৰ গমেই পোৱা নাছিলোঁ। বিয়াৰ সময় ওচৰ চপাতো মোক একো নজনোৱা দেখি ময়ো গপ কৰিয়েই মনে মনে আছিলোঁ। কালি বহুত ভাবি-চিন্তি খবৰ ল'বলৈ আহি খবৰ পালোঁ এই সোপা। তাক মই লগেই নাপালোঁ, সেই দেখি বোলো ঘটনাটোৰ উৱাদিহ লৈ আহোঁ, সেই হে আহিলোঁ। ঘটনাটো কোনে কৰিলে পুলিচে গম পাইছে জানো? ইয়াত কিবা তদন্ত কৰিছিল নে?

হৰ : ঘটনাটো সঁচা বুলি মই বিশ্বাস কৰিব নোৱাৰোঁ। এই খিনিতে মানুহ এটা মৰা হ'লে আমি গম নোপোৱাকৈ থাকিলোঁহেতেন নে? তেতিয়াই গোটেইখন বৌজাল বৌজাল হ'ল-হেতেন। ইয়াত হে নালাগে নগাওঁ নাইবা তেজপুৰত কিবা এটা ঘটিলেও ইয়াত সকলোৰে মুখে মুখে হয়। মোৰ বোধেৰে কথাটো মিছা, কিবা এটা মতলব লৈহে সি তেনে কৰিছে।

বলো : তেনেহলে সি পলোৱাৰ কি কাৰণ থাকিব পাৰে?

হৰ : তাকেই তো বুজিব পৰা নাই।

বলো : কিজানি তাৰ বিয়া কৰাবৰ ইচ্ছা নাই। তাকে মুখ ফুটাই ক'ব নোৱাৰি আঁতৰি গৈছে।

হৰ : সেইটোও সঁচা যেন নালাগে। যদি তাৰ মনেই নাথাকিব, সি বিয়াৰ যোগাৰ কৰিবলৈ মোক ভাৰ দি যাব কিয়? আগ দিনা ইমান আগ্ৰহেৰে আগ বাঢ়ি পিচ দিনা পলাব কিয়? সেইটো নহয়, আন কিবা এটাহে কথা।

বলো : কি বাৰু হোৱাৰ সম্ভৱ?

হৰ : তাক বুজিবৰ উপায় নাই। মই সকলো বস্তু যোগাৰ কৰি ৰাখিছিলোঁ এসপ্তাহমানৰ আগতে সি মোক খবৰ দিবৰ কথা আছিল, তেতিয়া সকলো লৈ মোৰো যোৱাৰ কথা আছিল। পিচে কোনো খবৰ নাহিল, ময়ো আন এটা লেঠাত পৰিলোঁ। কালিলৈ ভাগিনী ছোৱালীজনীৰ বিয়া। বিয়াৰ পাচত হে ভু ল'মগৈ বুলি ভাবিছিলোঁ।

বলো : ভাগিনীয়েকৰ দৰা নো ক'ত?

হৰ : এতিয়া ইয়াতে, একে গাৱঁতে। আগতে বন্দবস্ত হৈছিল আপোনালোকৰ ফালৰ মদন মণ্ডলৰ ভায়েকৰ লগত। পিচে মুৰামুৰিত বিয়াখন ভাঙিব লগা হ'ল।

বলো : কিয়? মণ্ডলৰ ঘৰ বৰ ধনী মানুহ। মই ভায়েকহঁতক নিচিনো যদিও মণ্ডলক চিনি পাওঁ। বিয়া ভাঙিলে কোনে? দৰাঘৰে নে আপোনালোকে?

হৰই তেতিয়া আদিৰ পৰা অন্তলৈকে সকলো কথা বলোক ক'লে। সকলো শুনি বলোৱে ক'লে, "মই আগেয়ে পীতাম্বৰৰ কথা ইমানখিনি নাজানি-ছিলোঁ। জানিবলৈ আমাৰ গাৱঁৰ পৰা তিনিখন গাওঁ এৰিহে মণ্ডলৰ ঘৰ পায়, অহা-যোৱাও নাই বুলিলেই হয়। তাৰ বয়স বহুত হৈছে বুলি কোনোবাই কোৱা শুনিছিলোঁ। ইমান দিন বিয়া নোহোৱাৰ কাৰণ

আজিহে বুজিলোঁ।

হৰ : লৰালৰিকৈ দৰা বিচাৰি বিয়াখন পাতিব লগা হোৱাত এই কেইদিন মোৰ খোৱা-শোৱাৰে ঠিক নোহোৱাত পৰিছে। এতিয়াও আপোনাৰ আগে আগেহে ঘৰ সোমাইছোঁ। আগৰ দৰে হোৱা হ'লে মোক পাটীত হে পালেহি-হেঁতেন।

বলো : বিয়াখন কালিলৈ হৈ গ'লেই আপোনাৰ আজৰি ওলাব। তেতিয়া দয়াৰামৰ বিচাৰ খোচাৰ কৰি চোৱা ভাল হ'ব। ময়ো আহিছিলোঁ সেই উদ্দেশ্য লৈয়েই, ভাবিছিলোঁ বোলো যদি পুলিচে এতিয়াও তাক দোষী বুলি জনা নাই, তেন্তে তাক বিচাৰি উলিয়াব লাগিব। আৰু যদি কিবা গুংসূত্ৰ উলিয়াইছে বুলি গম পোৱা যায় তেন্তে য'ৰে মানুহ য'লৈকে যায় যাওক, আমি নিবিচাৰোঁ।

হৰ : বিচাৰিব লাগিব নিশ্চয়। ঘটনাটো সজা বুলিয়েই মোৰ বিশ্বাস।

হৰৰ ঘৰত খাবৰ সময় আগতে হৈছিল, কিন্তু আলহী অহা দেখি তেওঁলোকে কথা পাতি থাকোঁতেই হৰৰ ঘৈণীয়েকে আৰু দুখনমান আস্থা নকৈ বান্ধিলে। কথাৰ অন্তত বলোক গা ধুবলৈ যতনাই দিলে। ৰাতি হ'লেও জাহাজত আহি গা নোধোৱাকৈ তেওঁ খাব নোৱাৰে।

তেতিয়া ৰাতি বহুত হৈছিল। ভাত খাই, মুহদি কৰি তেওঁলোক পাটীত পৰিল।

# ষোড়শ অধ্যায়

## বিয়াৰ যো-জা

বলো জখলাবন্ধালৈ যোৱাৰ পিচ দিনা আবেলি সুভদ্ৰা অতীত-ভবিষ্যৎ ভাবি অকলৈ বহি আছিল। কপাহীয়ে তাঁতকে ছুমোৰমান মাৰিছিল। সুভদ্ৰাৰ চিন্তাৰ অন্ত নাই। ককায়েকে বা জখলাবন্ধাত কি খবৰ পায়, যদিহে কথা বেয়া তেন্তে দয়াৰামৰ কি হ'ব, কপাহীৰেই বা কি দিহা লগাব ইত্যাদি চিন্তাই তেওঁক জুমুৰি দি ধৰিছে। এনেতে পদূলিত কোঢ়াল শুনি তেওঁ মূৰ দাঙি চালে। তেওঁ দেখিলে, এজন দাৰোগা, দুজন চিপাহী আৰু লগতে কিছুমান গাৱঁৰ মানুহ। তেওঁৰ মূৰ ঘূৰি গ'ল, বুকু কঁপি উঠিল, চকুৰে ধোঁৱা-কোঁৱা দেখিলে। তেওঁ বুজিলে, পুলিচে গম পালে, দয়াৰামৰ আৰু সাৰিবৰ উপায় নাই।

দাৰোগা সুভদ্ৰাৰ চোতাল পালেগৈ আৰু তেওঁক মাতিলে। সুভদ্ৰা প্ৰথমতে মূছকঁছ যাওঁ যাওঁ হৈছিল আৰু ওলোৱা নাছিল। কিছু সময়ৰ পাচত তেওঁ অলপ স্থিৰ হ'ল, গাৱঁৰ মানুহে বুজাই বৰাই অভয় দিয়াত ওলাই আহিল।

দাৰোগাই ক'লে,—"মিছাতে ভয় কৰিছা কিয়? আমি জানো বাঘ! আমি মুঠেই কেইটামান কথা সুধিম। তাৰ ঠিকমতে উত্তৰ দিলেই লেঠা মৰিল। তুমি আঁহতগুৰি গাৱঁৰ দয়াৰামক চিনি পোৱা?

সুভদ্ৰা : পাওঁ।

দাৰোগা : তোমাৰ জোৱালীলৈ বোলে তাক চপাই ল'ব খুজিছিলা, হয় নে?

সুভদ্ৰা : হয়। ব'হাগৰ একুৰি চাৰি দিন যোৱাত বিয়াৰ কথা আছিল।

দাৰোগা : বিয়াৰ পিচে কি হ'ল ?

সুভদ্রা : একো হোৱা নাই। দৰাটোৱেই নাই।

দাৰোগা : কেতিয়াৰ পৰা নাই ?

সুভদ্রা : যোৱা বিহুৰ কেইদিনমান আগৰে পৰা তাক দেখাই পোৱা নাই।

দাৰোগা : সি এনেকৈ পলাল কিয় ?

সুভদ্রা : মই কেনেকৈ ক'ম। ঘৰখনত সি অকলশৰীয়া, মাক নাই, বাপেক নাই, মাটি-বাৰী নাই, সেই দেখি কিজানি কিবা বেজাৰত আপোন-ঘাতীয়েই হ'ল !

দাৰোগা : তাৰ স্বভাৱ কেনে আছিল ?

সুভদ্রা : আমি জনাত বৰ ভাল আছিল। সেইহে বাপেকে ধনী মানুহৰ লৰাকো নিদি তাক ছোৱালী দিব খুজিছিল।

দাৰোগা : সি বাৰু খাইছিল কেনেকৈ ?

সুভদ্রা : বাপেকৰ দিনত সিহঁত প্ৰতাপী মানুহ আছিল। যদিও পিচত সকলো গ'ল, তেওঁৰ ভঁৰালত আগৰে অলপ ধান আছিল, বাৰীত শাক-পাচলি আছিল, আৰু হেনো বাপেকৰ দিনৰে সাঁচি থোৱা টকাও গোটাচেৰেক আছিল। সেই বোৰৰেই এই কেইমাহ খাইছিল।

দাৰোগাই আৰু একো নুসুধিলে। সুভদ্রাৰ জবানবন্দী লিখি লৈ চিপাহী ছুটাৰে গুচি গ'ল। পুলিচ গ'লত মানুহবিলাকে নানা কল্পনা-জল্পনা কৰিবলৈ ধৰিলে। দয়াৰামে যে কিবা এটা ডাঙৰ অপৰাধ কৰিছে তাত সকলোৰে বিশ্বাস জন্মিল। দাৰোগাৰ লগত দয়াৰামহঁতৰ গাৱঁৰ গাওঁবুঢ়াও আহিছিল। ঘটনাটো কি তেওঁক সকলোৱে সুধিবলৈ ধৰিলে। গাওঁবুঢ়াই ক'লে,— "মই একো নাজানো। এওঁলোকে গাৱঁৰ মানুহক দয়াৰামৰ বিষয়ে সুধিছিল। মানুহবিলাকেও সঁচা কথা যি জানে কৈছিল। কথাৰ মাজতে দয়াৰাম যে ইয়াত চপনীয়া চপাৰ কথা আছিল তাকো কোনোৱে কোনোৱে কৈছিল। তাকে শুনি তেওঁলোকে ইয়ালৈ আহিব খুজিলে আৰু ঘৰখন দেখুৱাই দিবলৈ মোক লৈ আহিল।"

গঞা : দয়াৰামক কিয় বিচাৰিছে কোৱা নাই নে ?

গাওঁবুঢ়া : নাই। মই সুধিলত ক'লে বোলে তোমাক সেইবোৰ কথা নালাগে।

মানুহবিলাক গ'লত সুভদ্রাই আকাশ-পাতাল ভাবিবলৈ ধৰিলে। দয়াৰামৰ বিৰুদ্ধে যে পুলিচে প্ৰমাণ পাইছে এই বিশ্বাস তেওঁৰ মনত বদ্ধমূল হ'ল। ইয়াৰ অলপ পাচতে হালি আহি সুভদ্রাক ক'লে, —'বৌ ! দেখিছা দয়াৰামক কেনেকৈ পুলিচে বিচাৰি ফুৰিছে। নিশ্চয় সি কিবা ডাঙৰ জগৰ লগাইছে। সি পলাই যোৱাৰ কাৰণ এতিয়াহে ওলাই পৰিল। এতিয়া ধৰা পৰিলে সি ফাটেকলৈ যাব। নপৰিলেও সি ইয়ালৈ আহিব নোৱাৰে সদায় লুকায়েই থাকিব লাগিব। এতিয়াও তুমি তালৈকে আশা পালি থাকিবা নে ?

সুভদ্রা : মই নো কি কৰিম !

হালি : তুমি একো কৰিব নালাগে। যি কৰিব লাগে মই কৰিম। তুমি মুঠেই মোৰ কথাত মত দিয়া। ছেগ এবাৰ হে আহে। এনে এটা ছেগ হাততে পাই এৰি দিলে আৰু কেতিয়াও নোপোৱা।

সুভদ্রা : ককাইকো এঁথাৰ সুধি চাব লাগিছিল। তেৱোঁ আহক, মৱো ভাবি চাওঁ।

হালি : তাকে কৰিবলৈ সময় ক'ত! মই আগেয়েই কৈছোঁ তেওঁলোকৰ ছোৱালীৰ আকাল লগা নাই। যেই সেই এজনীৰ লগতে চ'ঠা দিনালৈ বিয়া পাতিব'ই। আজিয়েই খাটাংকৈ ক'ব লাগে।

সুভদ্ৰা : বেছি নহলেও বাতিটো বাট চোৱাঁ। কালিলৈ যি হয় ক'ম। ছোৱালীজনীয়ে বা কি কয়!

হালি : সেইটো আকৌ কি কথা! তাই ক'বলৈ কি আছে! আমি যি কওঁ তাকে তাই শুনিব লাগিব।

সুভদ্ৰা : তেওঁ বুলি কথাটো তাই জনা ভাল।

হালি : বাৰু তেন্তে, মই এতিয়া যাওঁ। বাতিৰ ভিতৰতে কি কথা পাতা পাতা। পুৱাতে মোক খাটাংকৈ সমিধান দিব লাগিব।

হালি গ'ল। সুভদ্ৰাই অকলৈ বহুত সময় ভাবিলে; তাৰ পাচত জীয়েকক মাতি ক'লে,—আই! দেখিছ নহয় আমাৰ পোৰা কপাল। এতিয়া আৰু দয়াৰামলৈ আশা কৰা মিছা। পুলিচে বিচাৰিছে যেতিয়া তাৰ আৰু সাৰিবৰ উপায় নাই। কি জগৰ কৰিছে; আনে নাজানিলেও আমি জানো। যদি ধৰা পৰে ফাঁচী বা কলীয়া পানী হ'ব। আৰু যদি ধৰা নপৰে, তেনেহলেও দেখা-শুনাকৈ ওলাব নোৱাৰে। যি কালৰ পৰা চাওঁ, দয়াৰামৰ লগত বিয়া হোৱাৰ আশা সমূলি নাই।"

কপাহীৰ চকু-লো বৈ গ'ল; কোনো উত্তৰ নিদিলে।

সুভদ্ৰা : এতিয়া দদায়েৰ লাগিছে সৌ মদন মণ্ডলৰ ভায়েকলৈ দিবলৈ। মই যদিও নিজে একো নাজানো, তেওঁ মণ্ডলৰ ঘৰ যে বৰ ধনী মানুহ সেই কথা আগৰে পৰা মানুহৰ মুখত শুনিছোঁ। মণ্ডলৰ ভায়েকৰ বিয়া পাতিছিল কলিয়াবৰত। আজিয়েই বিয়াৰ দিন আছিল। পিচে বোলে ছোৱালীৰ কিবা দোষ ওলাল; সেই দেখি বিয়া নকৰোৱা হ'ল। ইফালে বিয়াৰ সকলো যোগাৰ হ'ল। সেই দেখি চ'ঠা দিনালৈ য'তে ত'তে বিয়া কৰাবই। ছোৱালী দিবলৈ হেনো বহুতে ওলাইছে। দদায়েৰেও তোৰ নিমিত্তে চেষ্টা কৰিব খোজে, সেই দেখি তেওঁক কালিলৈ পুৱাতে আমাৰ মতামত লাগে। এতিয়া তোৰ মত কি?

কপাহী : মোৰ কালৈকো যাবলৈ মত নাই। পিতায়ে যি ঠিককৈ গৈছিল সেয়ে যেতিয়া নহ'ল, মই ঘৰতে থাকিম। ইয়াতে আধি-কটনা কাটি মা-জী হুয়ো খাই থাকিম।

সুভদ্ৰা : সেইটো কেনেকৈ হব! মই জানো সদায় তোক ধৰি থাকিম! মই চকু মুদিলে তোৰ কি গতি হ'ব!

কপাহীৰ মনত এনে ভাব খেলোৱাই নাছিল। হঠাৎ মাক নথকা অৱস্থাটোৰ কথা ভাবি তাই শিয়ঁৰি উঠিল। তাই একো ক'ব নোৱাৰিলে; উচুপি উচুপি কান্দিবলৈ লাগিল।

বহুত বেলি বহুতো আলোচনাৰ পাচত কপাহীয়ে মাকক ক'লে,—"তোমাক এৰি মোৰ কলৈকো যাবৰ

মন নাই। তথাপি যদি নগ'লেই নহয় মোক নুসুধিবা। তুমি যি ভাল দেখা তাকে কৰাঁ।"

ৰাতি এইবোৰ কথাকে ভাবি এজনীৰো টোপনি নাহিল। ৰাতিপুৱা পাটীৰ পৰা উঠাৰ লগে লগেই হালি পালেহি আৰু বোৱেকক সুধিলে,—"কি ঠিক কৰিলা বৌ? এতিয়াই মণ্ডলৰ তালৈ যাব লাগে। নহলে সকলো মিছা হ'ব।"

সুভদ্ৰা : মই একোকে নাজানো। তুমি যদি সঁচাকৈয়ে ভাল দেখিছা, কৰা তোমাৰ মতেই। মুঠেই চাবা যাতে পিচত কান্দিব লগা নহয়।

হালি : সেইটো মই ভালকৈ চাইছো। আমাৰ নিচিনা দুখীয়া মানুহৰ ছোৱালী ইমান ধনী মানুহৰ ঘৰত পৰাটো ভাগ্যৰ হে কথা। ছোৱালী ৰজাৰ জীয়াৰীৰ নিচিনা সুখত থাকিব পাৰিব।

সেই মতেই হালিয়ে বিয়াৰ ঠিক কৰিলে। বিয়াৰ নিমিত্তে কোমল চাউল, গুৰ, গাখীৰ, তামোল-পাণ আৰু আন খৰচৰ নিমিত্তে দুকুৰি টকা দৰা-ঘৰীয়াই কন্যা ঘৰক দিলে। হালিয়েও দুকুৰি টকা গোপনে আদায় কৰিলে।

# সপ্তদশ অধ্যায়

## ৰহস্য-উদঘাটন

একৈশ ৰহাগৰ দিনাই বলোৰ উভতিবৰ কথা আছিল, কিন্তু হুৰই ক'লে,—"আজি যাব নালাগে। আজি বিয়াখন হৈ গ'লে কালিলৈ মৰো যাম। দুয়ো এবাৰ ভালকৈ বিচাৰি চাব লাগিব।"

হুৰৰ কথা মতে সেই দিনা বলো তাতে থাকিল। তেওঁৱো বিয়ালৈ নিমন্ত্ৰণ পাইছিল।

কোনো আলৈ আহুকাল নোহোৱাকৈ সেই দিনা মণি আৰু মালতীৰ বিয়া হৈ গ'ল। বিয়াৰ পাচত হুৰই ভূধৰক ক'লে—"মোৰ তেজপুৰত এটা বৰ ডাঙৰ কাম আছে, নগ'লেই নহয়। খোৱা-খুবীৰ দিনা মই থাকিব নোৱাৰিম।"

ভূধৰে একো আপত্তি নকৰিলে; কিয়নো বিয়া হৈ গ'ল যেতিয়া, এতিয়া হুৰ নাথাকিলেও একো হানি নহয়।

বাইশ ব'হাগৰ দিনা গধূলি বেলিকা হুৰ আৰু বলো তেজপুৰলৈ যাবলৈ বুলি ঘৰৰ পৰা ওলাল। অলপ গৈয়েই বিড়ি-দিয়াচলাই কিনিবলৈ দুয়ো আলিৰ দাঁতিৰ দোকান এখনত সোমাল। তেতিয়া দোকানত দোকানীৰ বাহিৰেও আৰু কেইবাজনো মানুহ বহি আছিল।

হুৰইঁতে বিড়ি কিনি থাকোঁতেই দোকানৰ আগে দি মানুহ এটা যোৱা দেখি দোকানীয়ে মাতিলে,—"এই বুধু, এই ফালে আহ।"

বুধু সোমাই আহিল। তাৰ গঢ়টো দেখিলে উৰিয়া যেন লাগে। দোকানীয়ে সুধিলে,—"কলৈ যাব?"

বুধু : গৰুকেইটা অহা নাই, তাকে বিচাৰি-বলৈ।

দোকানী : আজি-কালি বৈণীয়েৰ পলায় নে নপলায়?

বুধু : সেই দিনাৰ পৰা পলোৱা নাই!

দোকানী : তই তেন্তে মাৰি বৰ ডাঙৰ কামকে কৰিলি।

বুধু : নমৰা হ'লে তাইক ক'ত ঘৰ লোৱাব পাৰোঁ!

দোকানী : তোৰ বুধিটো মই নশলাগি নোৱা-
বিলোঁ। বাৰু যা।

বুধু গ'ল। দোকানত থকা মানুহ কেইজনে কথাৰ একো মূৰ ধৰিব নোৱাৰিলে; তেওঁলোকৰ কৌতূহল জন্মিল। এজনে দোকানীক সুধিলে,—"এইখন কি দোৱান দিলা, আমি দেখোন ততকে ধৰিব নোৱাৰিলোঁ। কথাটো কি?

দোকানীয়ে হাঁহি হাঁহি ক'লে—"ই এটা মজাৰ ঘটনা। এই যে বুধু বোলা মানুহটো, তাৰ বাপেক আছিল বাগিচাৰ কুলি। ই সৰু থাকোঁতেই মাক-বাপেক বাগিচাৰ পৰা ওলাই আহে। এদিন ইয়াৰে মৌজাদাৰে পাই সিহঁতক লৈ গল আৰু তেওঁৰ বাৰী এখনতে ঘৰ এটা সজাই থাকিবলৈ দিলে। সিহঁত তাতে থাকে, মৌজাদাৰৰ খেতি-পথাৰ আৰু আন কাম-বন কৰে; বাৰীখনতো শাক-পাচলি, কেৰেলা-বেঙেনাৰ খেতি কৰে। এনেকৈয়ে ই ডাঙৰ হ'ল, মাক-বাপেকো বুঢ়া হ'ল। বাপেকে কৰা কাম-খিনি ইয়েই চলাব পৰা হ'ল!

"দুবছৰমান আগতে তাৰ মাক-বাপেক ঢুকাল। তেতিয়াৰে পৰা সি অকলে অকলে থাকি ভাল নোপোৱা হ'ল। সি ভাবিলে সি যদি বাগিচালৈ যায়, তাত তাৰ সমাজ পাব আৰু বিয়াখনো পাতিব পাৰিব! শেহত সি তাৰ মনৰ কথা মৌজাদাৰক ভাঙি ক'লে। মৌজাদাৰে কিন্তু তাক নেৰিলে। তেওঁ বুধুক গোসাঁইৰ ওচৰত শৰণ লোৱাই কোচ জাতলৈ তুলিলে। তাৰ পাচত সৌ গাওঁখনৰ কুচুনী ছোৱালী এজনী বিয়া কৰাই দিলে। ছোৱালীজনীৰ মাকৰ বাহিৰে আন কোনো নাছিল। মাকে ভিক্ষা কৰি খাইছিল। সেই দেখিয়েই তাইক বিয়া কৰাবলৈ কোনো আপত্তি নাবাঢ়িছিল।

"সিহঁতৰ বিয়া হোৱা এবছৰমানেই হ'ল, তথাপি সিহঁতৰ ভিতৰত খিঠিং-খাটাং লাগি থাকিবলৈ নেৰিলে। তেনেকৈ কিবা অলপ লাগিলেই ঘৈণীয়েকে চল চাই টোপোলা-তাপলি বান্ধি মাকৰ ঘৰলৈ লৰ দিয়ে। কেতিয়াবা বুধুৱে বাটৰ পৰা ধৰি আনে, কেতিয়াবা মাকৰ ঘৰত দুদিন তিনি দিন থকাৰ পাচত লৈ আহেগৈ। যোৱা বিহুৰ সময়লৈকে এনে দৰেই চলি আছিল। বিহুলৈ কেইদিনমান থাকোঁতে তাই আগৰ দৰেই সন্ধ্যা সময়ত পলাই গৈছিল। বুধুৱে খেদি গৈ তাইক সৌখিনিতে ধৰিলে। তাই কোনোমতে নহাত ই ধৰি চোচোঁৰাই আনিলে। ঠিক এনে সময়তে এই ফালৰ পৰা এজন মানুহ যাওক। তেওঁ ছোৱালীজনীক কোনোবা গুণ্ডাই বলেৰে নিবলৈ ধৰিছে বুলিয়েই নে কি দিলে সৌকাৰ লাথুটিৰে মাৰ শোধাই। ই তেতিয়াই বাগৰ খাই পৰি সটং জুৰিলে। ঘৈণীয়েকে তেতিয়া কান্দি কান্দি মানুহ মাতিবলৈ ধৰিলে। চিঞৰ শুনি মই লৰ মাৰি গলোঁ। আৰু তিনিজন মানুহো আহি পালে। আমি যোৱা দেখিয়েই বাটকৰোজন কেনিবা পলাল। আমি মানুহটো মৰিল বুলি জানিছিলোঁ। ঘটনাটোৰ কথা ঘৈণীয়েকৰ পৰা শুনি আমি বাটকৰা জনক বিচাৰিবলৈ আৰু থানাত জনাবলৈ কাৰ-বাৰ কৰিলোঁ। এনেতে দেখোন সি কাণমূৰ লৰাই চকু মেলিলে আৰু লাহে লাহে উঠি বহিল। আমি সুধিলত সি ক'লে যে মাৰ খোৱাৰ পাচত কি হৈছিল সি ক'ব নোৱাৰে। অলপ সময়ৰ পাচত সি সম্পূৰ্ণ সুস্থ হ'ল আৰু ঘৈণীয়েকেৰে সৈতে ঘৰলৈ গ'ল। কথাটোত কিবা ৰহস্য থকা যেন লগাত পিচ দিনা তাক মই অকলৈ পাই সুধিলোঁ। সি ক'লে সি হেনো বেছি দুখ পোৱা নাছিল,

যৈণীয়েকক ভয় খুৱাবলৈ হে মৰা ভাও জুৰিছিল।”

ঘটনাটো শুনি সকলোৱে হাঁহিলে আৰু বুধুৰ বুদ্ধিটোৰ প্ৰশংসা কৰিলে। বলো আৰু হৰই দয়াৰামৰ হত্যাকাণ্ডৰ আচল তথ্যটো পাই আনন্দ পালে। তেওঁলোকৰ এটা ডাঙৰ চিন্তা আঁতৰ হ'ল। দুয়ো দোকানৰ পৰা ওলাই গন্তব্য স্থানলৈ খোজ ল'লে।

বাটত বলোৱে ক'লে,—“মিছাতে সি ঘৰ-দুৱাৰ এৰিলে! তাকে নকৰি সি যদি কথাটো মোক ক'লেহেতেন, তেনে হলে মই তেতিয়াই আহি কথাটোৰ আঁতি-গুৰি লৈ যাব পাৰিলোঁহেতেন।”

হৰ: যি হ'ল হ'ল, এতিয়া যেনেকৈ হওক তাক বিচাৰি উলিয়াব লাগিব।

# অষ্টাদশ অধ্যায়

## ১১০ ধাৰা

সেই দিনা ৰাতি এক বজাত বলো আৰু হৰ তেজপুৰ পালেহি। ইমান ৰাতি কলৈকো যাবলৈ সুবিধা নথকাত ৰাতি তেওঁলোক জাহাজতে থাকিল। পুৱা উঠি তেওঁলোকে নৈৰ দাঁতিতে প্ৰাতঃকৃত সমাপন কৰিলে আৰু গামোচা সলাই গা-পা ধুই ল'লে। তাৰ পাচত ক'ত ক'ত দয়াৰামক বিচাৰিব ভাবে আলোচনা কৰি পাবলৈ উঠি আহিল।

তেতিয়া গুৱাহাটীলৈ যাবলৈ দুই এজনকৈ যাত্ৰী জাহাজলৈ আহিছিল। দুজন ভদ্ৰলোক ফুৰি ফুৰি আহি ঘাটৰ ওচৰতে নৈৰ দাঁতিত থকা আসন-খনত বহিছিল। এনেতে এজন বাবাজী আহি জাহাজ এতিয়া শিঙৰীলৈ যাব নে নাযায় সুধিলে। তেওঁলোকে যাব বুলি ক'লে।

বাবাজী জাহাজলৈ গ'ল। ভদ্ৰলোক দুজনৰ এজনে ক'লে,—“এই বাবাজীহঁতক দেখিলেই মোৰ খং উঠে। ইহঁত হয় চোৰ, নহয় লম্পট, নহয় ঢোদ।”

আন জনে ক'লে,—“দুই এজন হব পাৰে; সেই বুলি আটাইবোৰ তেনে নহয়।”

প্ৰথম: কোন হয়, কোন নহয় কেনেকৈ জানিবা! নৰাই শৰ্ম্মাৰ ধন-সোণ নিলে এনেকুৱা এটা বাবাজীয়েই।

দ্বিতীয়: অ', হয় তো! পিচে চোৰ ওলাল নে?

প্ৰথম: কিয়, তুমি ক'ব নোৱাৰা?

দ্বিতীয়: মই সেই দিনাই গুৱাহাটীলৈ গৈছিলোঁ; কালি ৰাতিহে পালোঁহি!

প্ৰথম: চোৰ আৰু ক'ত ওলাব! কেইটামান সন্ন্যাসী সেই দিনাই ধৰিছিল। কিন্তু পিচত নহয় বুলি প্ৰমাণ পোৱাত এৰি দিলে। দুদিন পাচত সিপাৰৰ পৰা অহা নেপালী গুৱাল এটাই সৌ পৰ্ব্বতৰ সিমূৰে থকা ভৈৰবপদৰ ওচৰত বাবাজী এটাক ভাত ৰন্ধা দেখা পাই পুলিচক জনালে। তাত আগে-পিচে সন্ন্যাসী বাবাজী নাথাকে দেখি কোনেও বিচৰা নাছিল। খবৰ পাই দলে-বলে দাৰোগা এজন গৈ তাতে তেওঁক ধৰা পেলালে।

দ্বিতীয়: তেন্তে চোৰ ধৰা পৰিল?

প্ৰথম: ক'ত ধৰা পৰিল! ইয়াৰ লগত চোৰ বাবাজীৰ সাদৃশ্য নাই। আন কি, এওঁ অসমীয়াৰ বাহিৰে আন কোনো ভাষাকে নুবুজে।

দ্বিতীয় : তেন্তে তাক এৰি দিলে ?

প্ৰথম : নাই দিয়া।

দ্বিতীয় : কিয় ?

প্ৰথম : এওঁৰ আচৰণ সন্দেহজনক। এওঁৰ ডাড়ি আৰু জঁট আচল নহয়, বজাৰৰ পৰা কিনি লগাই লোৱা। তাতে পুলিচে সন্দেহ কৰি বোলে হাজোতত থৈছে আৰু তাৰ বিষয়ে তদন্ত কৰিছে

দ্বিতীয় : তাৰ ঘৰ ক'ত ?

প্ৰথম : ঘৰ ইয়াতে, ভৰলীৰ সিপাৰে কোনোবা গাৱঁত।

দ্বিতীয় : আও! ইয়াৰ মানুহেও ইমানখিনি পালেগৈ নে!

মানুহ দুজনৰ কথা-বতৰাৰ পৰা সেই বাবাজীয়েই যে দয়াৰাম তাত হৰ বা বলো এজনৰো সন্দেহ নাথাকিল। এতিয়া কি কৰিলে তাক সকাহ এয়েই হ'ল ভাবিব লগীয়া কথা।

হৰ : দয়াৰামৰ বাতৰি এক প্ৰকাৰ পোৱাই গ'ল। এতিয়া পুলিচৰ হাতৰ পৰা নিয়া যায় কেনেকৈ ?

বলো : তাকে তো ভাবি পোৱা নাই।

হৰ : থানালৈকে যোৱা যাওক। তাতে সুধি-পুছি যি হয় কৰিম।

বলো : আমি গ'লে বৰ সুবিধা নহ'ব। পুলিচে বা আকৌ কি সিচাৰ! এজন আদালতৰ নিয়ম-কাৰণ জনা মানুহক আগেয়ে কথাটো সুধি লওঁ। তেতিয়াহে পুলিচৰ ওচৰলৈ যোৱা ভাল হ'ব।

হৰ : এৰা সেয়ে ভাল। পিচে যোৱা যায় কাৰ ভালৈ ?

বলো : সূৰ্য্য বৰাৰ ঘৰলৈকে যাওঁ। তেওঁৰ লগত আগৰে চিনাকি আছে। জিলালৈ আহিলে তেওঁৰ ঘৰতে থাকোঁ।

হৰ : মোৰ লগতো জনা-শুনা আছে। তেওঁৰ পৰিবাৰ আমাৰ তাৰহে।

বলো : তেন্তে ভালেই। তেওঁৰ তালৈ গৈ সকলো কথা বুজি লওঁগৈ। তেওঁ উকীলৰ মহৰী যেতিয়া সকলো কথাৰ চাগৈ গম পায়। কি কৰিব লাগে তেৱেঁই ক'ব পাৰিব।

হৰ : সেই বাবে লাগিলে দুই চাৰি টকা খৰচো কৰিব পাৰোঁ।

তেতিয়া দুয়ো সূৰ্য্য বৰাৰ ঘৰলৈ গ'ল আৰু বাটত শুনা কথাৰ বিষয়ে কি জানে সুধিলে। সূৰ্য্যই ক'লে,—"ময়ো শুনিছোঁ হে, নিজে তাৰ গম লোৱা নাই। ক'ৰ মানুহ, কি কথা একো নাজানো।"

তেতিয়া বলো আৰু হৰই কথাটো ভালকৈ বুজি আহিবলৈ সূৰ্য্যক ধৰিলে, সূৰ্য্যও সম্মত হ'ল।

সূৰ্য্য থানালৈ গ'ল আৰু দাৰোগাৰ ওচৰত ঘটনাটোৰ সম্বেদ ল'লে। উকীলৰ মহৰীৰ লগত দাৰোগা-চিপাহীৰ প্ৰায়ে চিনা-পৰিচয় থাকে। সেই কাৰণে তেওঁ সহজে জানিবলগীয়া সকলো কথা জানিব পাৰিলে। সকলো কথা বুজি লৈ সূৰ্য্য ঘূৰি আহি ক'লে,—"হয়, সেইটো ভণী পণ্ডিতৰ পুতেক দয়াৰাম।"

হৰ : আচল ঘটনাটো কি ?

সূৰ্য্যই নবাই শৰ্ম্মাই বাবাজীক লগ পোৱাৰে পৰা সকলো ঘটনাৰ বৰ্ণনা দি ক'লে,—সেই চোৰ বাবাজী বুলিয়েই তাক ধৰিছিল, কিন্তু সি যে সেই

বাবাজী নহয় সেইটো পাচত জনা গ'ল। এনেয়ে পুলিচে এৰি দিলেহেতেন কিন্তু সি ভেশ ছন কৰি ফুৰাত তাৰ ওপৰত তেওঁলোকৰ সন্দেহ জন্মে আৰু তাক হাজোতত থৈ গাৱেঁ-ভূঁয়ে তদন্ত কৰে। তদন্তত তাৰ বিৰুদ্ধে একো প্ৰমাণ পোৱা নাই। কিন্তু তাৰ কোনো ব্যৱসায় নাই আৰু ছদ্মবেশ ধৰি ফুৰিছে। সেই কাৰণে অসৎ উপায়েৰে জীৱিকা অৰ্জ্জন কৰে বুলি সন্দেহ কৰি পুলিচ ১১০ ধাৰাত চালান দিছে।

হৰ : তাক সাৰুৱাবৰ উপায় নাই নে?

সূৰ্য্য : আছে। যদি তোমালোকে তাৰ দায়িত্ব ল'ব পাৰা তেন্তে তাক এৰি দিব পাৰে।

বলো : আমি কি কৰিব লাগিব?

সূৰ্য্য : এজন উকীল ধৰি তোমালোকক জামীন লৈ তাক এৰি দিবলৈ দৰ্খাস্ত দিব লাগিব। যদি কেতিয়াবা তাৰ বিৰুদ্ধে কিবা ওলায়, তেতিয়া তাক আদালতত হাজিৰ কৰি দিব লাগিব। নহলে জামীনেই জগৰত পৰিব।

হৰ : মই তাৰ ভিনীহিয়েক। ময়েই জামীন হ'ম। তাৰ নিমিত্তে মোৰ ভয় নাই। সি অতি নিজ্জু'—মাটি যেন, তাৰ কোনো কুমতলব নাই। মনৰ বেজাৰত মূৰৰ ঠিক নোহোৱা হোৱাত হে ঘৰ এৰি আহিছিল। দৰ্খাস্তৰ খৰচ কিমান লাগিব?

সূৰ্য্য : উকীলক দিব লাগিব পাঁচ টকা। লিখাৰ খৰচ, টিকটৰ খৰচ, আৰু কিবা কিবি আন খৰচো পাঁচ টকামান পৰিব। মিঠাই খাবলৈ দাৰোগাকো পাঁচ টকামান দিব লাগিব। এয়ে-সেয়ে পোন্ধৰ টকামান হ'লেই হ'ব।

হৰই কিবা দৰকাৰ হ'ব পাৰে বুলি ঘৰৰ পৰা আহোঁতেই ৰূপ একুৰি লৈ আহিছিল। তাৰে পোন্ধৰ টকা সূৰ্য্যৰ হাতত দিলে।

সূৰ্য্য উকীলৰ ঘৰলৈ গ'ল আৰু দৰ্খাস্ত লিখি হৰৰ হতুৱাই দাখিল কৰালে। কিন্তু সেই দিনা তাৰ একো মীমাংসা নহ'ল। হৰ আৰু বলো সেই নিশা সূৰ্য্যৰ ঘৰতে থাকিব লগাত পৰিল। তেওঁলোকে নিজৰ খৰচতে টৌ-খুটি মাৰি দুয়ো সাজ খালে।

পিচ দিনা দৰ্খাস্তৰ বিচাৰ হ'ল। প্ৰায় চাৰি বজাত দুশ টকাৰ জামীনত দয়াৰামক এৰি দিয়া হ'ল। জামীন হ'ল হৰনাথ।

দয়াৰামৰ পৰা হৰহঁতে জানিলে যে তেওঁ ঘৰৰ পৰা ওলাবৰ দিনাৰ পৰা তিনি চাৰি ৰাতিকৈ নাগশঙ্কৰ, বিশ্বনাথ, হলেশ্বৰ মহাভৈৰৱ, ভৈৰৱী আদিত আছিল। সেই দিনাহে ভৈৰৱ-পদ পাইছিল। ইয়াৰ ভিতৰত তেওঁ কেতিয়াবা দেৱালয়ৰ প্ৰসাদ খায়েই কটাইছিল আৰু কেতিয়াবা চাউল, আলুগুটি আৰু নিমখ কিনি মলা এটাত ৰান্ধি খাইছিল। তেওঁ ঘৰৰ পৰা আহোঁতে আগৰ সাঁচতীয়া একুৰি টকা লৈ আহিছিল, এনেকৈ খাওঁতে তাৰে চাৰিটকা আঠ অনা খৰচ হ'ল; বাকী পোন্ধৰটকা আঠ অনা তেওঁক ধৰোঁতে পুলিচে কাঢ়ি লৈছিল। এতিয়া খুজিলে কিজানি আকৌ লেঠাত পৰে বুলি তেওঁ তাৰ নামকে নুলিয়ালে।

তেওঁলোক তেতিয়া সূৰ্য্যৰ ঘৰলৈ আহিল। হৰই দয়াৰামৰ নিমিত্তে বজাৰৰ পৰা ধুতী এখন আৰু কামিজ এটা কিনি আনিলে। দয়াৰামক গা

ধুবলৈ আৰু নতুন কাপোৰ পিন্ধিবলৈ দিয়া হ'ল। তাৰ পাচত চাহ এটোপ খাই তিনিও জনে সূৰ্যাৰ ওচৰত বিদায় ললে আৰু কোবাকুবিকৈ মটৰ ধৰিবলৈ গ'ল। কিন্তু মটৰ নাপালে, আধাঘণ্টামান আগতে মটৰ এৰিলে।

আন উপায় নথকাত তেওঁলোকে খোজ কাঢ়ি যোৱাকেই ঠিক কৰিলে। আৰু এৰাতি লোকৰ আমনি কৰিবলৈ তেওঁলোকৰ ইচ্ছা নাছিল।

প্ৰায় চাৰে সাত বজাত তেওঁলোক ভৰলী পাৰ হ'ল।

# উনবিংশ অধ্যায়

## বিধতাৰ লিখিতা

বলো, হৰ আৰু দয়াৰাম গৈ গৈ ৰাতি দহ বজাত জালিহঁতৰ গাওঁ পালে। বলোৰ ঘৰলৈ আৰু দূৰৈ। তাতে তেওঁলোকে ভাবিলে বলো আগদিনা নহা দেখি সুভদ্ৰাই চাগৈ বৰকৈ চিন্তা কৰি আছে। সেই কাৰণে সুভদ্ৰাৰ ঘৰলৈ যোৱাই ভাল বুলি তেওঁলোকে স্থিৰ কৰিলে। সুভদ্ৰাৰ ঘৰৰ পৰা অলপ আঁতৰতে এখন দোকান আছিল। দোকানখন এতিয়াও বন্ধ হোৱা নাই। এই ৰাতি হঠাৎ তিনিজন আলহী ওলালে সুভদ্ৰাই খোৱাৰ যোগাৰ কৰিবলৈ টান পাব বুলি ভাবি বলোৱে তাৰ পৰাই অলপ ডাইল আৰু আলু লৈ যাবৰ মন কৰি দোকানত সোমাল।

বলো মাজে-সময়ে সুভদ্ৰাৰ ঘৰলৈ আহি থাকে আৰু কেতিয়াবা কেতিয়াবা এই দোকানৰ পৰাই কিবাকিবি লৈ যায়। সেই কাৰণে দোকানীয়ে তেওঁক ভালকৈ চিনে। এতিয়া দেখা পাই সুধিলে,—"ক'ৰ পৰা আহিল ?"

বলো : মই কলিয়াবৰলৈ গৈছিলোঁ ; এতিয়া অহাতে আছোঁ।

দোকানী : ভালে হে বিয়াত নাই। মই আকৌ বিয়া ঘৰত নেদেখি আচৰিত মানিছিলোঁ। আপুনি নো ভাগিনীয়েকৰ বিয়াখন এৰি আঁতৰি যাব লাগেনে ?

বলো : কাৰ বিয়া !

দোকানী : কপাহীৰ,—আপোনাৰ ভাগিনীয়েকৰ। আপুনি জানো ক'ব নোৱাৰে ?

বলো : মই এইমাত্ৰ তোমাৰ পৰা হে শুনিলোঁ। মই কলিয়াবৰলৈ যোৱাৰ পৰা আজিৰে পাঁচ দিন হ'ল। তাৰ আগ দিনা ইয়ালৈ আহিছিলোঁ তেতিয়া বিয়াৰ কোনো কথাই ওলোৱা নাছিল।

দোকানী : তেন্তে আপুনি যোৱাৰ পাচত হে ঠিক হ'ল।

বলো : দৰা ক'ৰ ?

দোকানী : মদন মণ্ডলৰ ভায়েক পীতাম্বৰ।

বলো : অ' সেই আৱঁৰীয়াটো। ঠিক কৰিলে কোনে ?

দোকানী : দদায়েকে ঠিক কৰিলে বুলি শুনিলোঁ। দৰাটোৰ কলিয়াবৰত বিয়াৰ কথা আছিল। পিচে মণ্ডলে ছোৱালীজনীৰ হেনো আন কাৰবাৰ লগত কথা থকাৰ প্ৰমাণ পালে ; সেই দেখি সেই জনী এৰি সেই সম্বন্ধেৰেই ইয়াতে পাতিলে। কন্যাঘৰৰ যোগাৰো দৰা-ঘৰেই দিছে।

বলো থৰ লাগিল, হৰও বিমৰ্ষ হ'ল ; দয়াৰামৰ চকু-লো ব'বলৈ ধৰিলে।

দোকানীয়ে বলোক সুধিলে,—"এতিয়া তালৈকেহে যাব ?"

বলো : যাম বুলিয়েই আহিছিলোঁ, কিন্তু এতিয়া যাব নোৱাৰোঁ। মই গম নোপোৱাকৈ যেতিয়া সিহঁতে বিয়া পাতিছে, মই তালৈ নোযোৱাই হে ভাল। ঘৰলৈকে যাবগৈ লাগিল।

ঠিক এনে সময়তে ছুটা লৰা বেগেৰে চাইকেল চলাই আহি দোকানৰ ওচৰত ৰ'ল আৰু হালিৰ ঘৰখন কোনখিনিত সুধিলে। দোকানীয়ে তাৰ সমিধান দি প্ৰশ্ন কৰিলে,—"তোমালোক ক'ৰ পৰা আহিছা ?"

লৰা : দৰা-ঘৰৰ পৰা।

দোকানী : দৰা দেখোন অহা নাই ? শুনিছিলোঁ লগ্ন বোলে দহ বজাতে। দহ দেখোন অথনিয়েই বাজি গ'ল।

লৰা : দৰা অহা পলম হ'ব। কোনোবাই কুমন্ত্ৰ কৰি দৰাটো মাৰি থৈছে। এতিয়াও ভাল হোৱা নাই। তাকে কন্যা ঘৰত জনাবলৈ হে আমাক পঠিয়াইছে। লগ্ন বোলে তিনি বজাতো এটা আছে, সেইটোত হে বিয়া হ'ব।

ল'ৰা ছুটা লৰালৰিকৈ বিয়াঘৰলৈ গ'ল আৰু দৰাৰ খবৰটো দি তেতিয়াই উলটিল।

বলোৱে দোকানীক ক'লে—"ঘৰলৈ যাওঁ বুলিছিলোঁ যদিও, এতিয়া নাযাওঁ। তোমাৰ ইয়াতে থাকি কি নো হয় তাৰ আলেখ-লেখটোকে চাওঁ।"

তেতিয়া তিনিও জন দোকানতে বহিল। দোকানীয়ে ক'লে—"নাযায় যদি চাউলকে এমুঠি সিজাওক। ৰাতিটো লঘোনে থাকিব নে ?"

কিন্তু তেওঁলোকৰ এজনেও ভাত খাব নুখুজিলে। তেতিয়া দোকানীয়ে চাহ-জলপানৰে দিহা কৰিলে ; হাত-ভৰি ধুই তিনিও জনে খাব লগাত পৰিল।

খোৱাৰ পাচত বলোৱে হৰ আৰু দয়াৰ পৰিচয় দিলে। দোকানীয়ে দয়ালৈ চাই ক'লে,—"এৰা এওঁক আগতে ক'ৰবাত দেখা যেন লাগিছিল, এতিয়াহে ভালকৈ মনত পৰিছে।"

বলোৱে পীতাম্বৰৰ বিয়া কলিয়াবৰত কেনেকৈ ভাগিল তাৰ আদ্যোপান্ত বিবৰণ দোকানীক জনাই ক'লে,—"মোৰ বিশ্বাস হালিয়ে এইবোৰ কথা নজনাকৈ থকা নাই। তথাপি যে ছোৱালীজনীৰ মূৰ খাবলৈ ওলাইছে, সেইটো অকল সম্পত্তিৰ লোভত। তেওঁ ভাবিছে যেনে-তেনে ছোৱালীজনী উলিয়াই দিব পাৰিলেই ককায়েকৰ সম্পত্তিখিনি ভোগ কৰিব পাৰিব। সেই দেখিয়েই দয়াৰামৰ লগত যাতে বিয়া নহয় তাৰ বাবে সদায় চেষ্টা কৰি আহিছে।

দোকানী : সেইটোৱেই সঁচা যেন লাগিছে। তাৰ উপৰি মণ্ডলৰ পৰা নগদ টকাও কিছু পাব পায়।

বলো : তাত সন্দেহ নাই।

দোকানী : এতিয়া কি কৰিব খোজে ?

বলো : মই অকলৈ কি কৰিম ! তোমালোকে যদি সাহায্য কৰা চেষ্টা কৰি চাব পাৰোঁ।

দোকানী : কি সাহায্য লাগে ?

বলো : মোৰ বিশ্বাস পীতাম্বৰৰ বেমাৰ উক দিছে। বদি সেয়ে হয়, সি সটকাই ভাল নহয়। ৰাতিৰ ভিতৰতে আৰু

হুই এবাৰ মৰিব পাৰে। কিছু সময় বাট চাই যদি দৰা অহাৰ গম পোৱা নাযায়, তেন্তে দৰাৰ আচল অৱস্থাটো চাই অহাৰ দৰকাৰ। সেইটো কামৰ ভাৰ ল'ব পাৰিবা জানো?

দোকানী : পাৰিম। তাত কন্যা-ঘৰৰ পৰা খবৰ লবলৈ পঠিয়াইছে বুলি ক'লেই হ'ব। পিচে তাৰ পৰা লাভ হ'ব কি?

বলো : কি লাভ হ'ব খবৰটো পালেহে ক'ব পাৰিম। সি আজি ৰাতিৰ ভিতৰত আহিব পৰাৰ সম্ভাবনা আছে নে নাই তাক আগ ধৰি জানিব লাগে।

বিয়াঘৰীয়া মানুহ তেতিয়াও দৰাৰ অপেক্ষাতে আছিল। দোকানীয়ে তেওঁৰ লগৰীয়া ডেকা দুজনক মাতি আনি পঠিয়াবলৈ ঠিককৈ ৰাখিলে।

লাহে লাহে চাৰে বাৰ বাজিল, কিন্তু দৰাৰো গম নাই, কোনো বাতৰিও নাই। তেতিয়া দোকানীয়ে ডেকা দুজনক দৰাৰ খবৰ লবলৈ পঠিয়াই দিলে। তেওঁলোক চাইকেলেৰে বৰ কোবেৰে গৈ অলপ সময়তে দৰাঘৰত উপস্থিত হ'ল।

ডেকা দুজনে মণ্ডলক দেখা কৰি ক'লে,—"ইমান পৰলৈকে দৰা নোযোৱা দেখি কন্যাঘৰৰ পৰা আমাক খবৰ লবলৈ পঠিয়াইছে। এতিয়া দৰা কেনে?

মণ্ডল : ভাল হৈছে। আমিও ওলাবৰ কাৰবাৰ কৰিছোঁ। এইবোৰ যে কি মানুহ ক'ব নোৱাৰোঁ! মানুহ মৰাও ইহঁতৰ আমোদ! এনেকৈ নো বাৰু মানুহৰ হুৰিবত বিষাদ মিলাব লাগে নে?

ডেকা দুজনে দৰাক চাব খুজিলে, মণ্ডলে দেখুৱাবলৈ লৈ গ'ল। দৰা তেতিয়া গাকত আউজি বহিছিল, এটা মানুহে ধৰি আছিল। তেওঁৰ অৱস্থা কলা ঘুমটিত থকা মানুহৰ দৰে। ডেকা দুজনে চাই থাকোঁতেই হঠাৎ তেওঁ ডেডাউৰিয়াই বাগৰি পৰিল; গাত এটা জোকাৰণি উঠিল; মুখে ফেন ওলাবলৈ ধৰিলে।

মণ্ডলে ক'লে,—"গধূলি যাবলৈ সাজু হওঁতেই কোনোবাই কুমন্ত্ৰ কৰিলে। বেজ-জনা লগোৱাত ভাল হৈছিল। আকৌ কিবা কৰিলে। এজন কাটন বেজ আনিবলৈ পঠাইছিলোঁ, তেওঁ এতিয়াও আহি পোৱা নাই। তেওঁ আহি পালেই কুমন্ত্ৰ কেনিবা যাব। দৰাৰ লগতে তেওঁকো লৈ যাম। যোৱাত হয়তো কিছু পলম হ'ব পাৰে। কন্যাঘৰত বুজাই ক'বা।"

"বাৰু" বুলি ডেকা দুজন উলটি আহিল আৰু দুই বজাৰ পিচতেই দোকান পাই তাত গৈ দেখিলে বলোহঁতক ভাণ্ডিপাতি ক'লে। বলোৱে তেতিয়া তেওঁলোকক ক'লে,—"তোমালোক নাযাবা, ইয়াতে থাকা। মই এবাৰ সুভদ্ৰাক লগ ধৰি আহোঁ।"

দোকানৰ পৰা সুভদ্ৰাৰ ঘৰলৈ মাত্ৰ তিনি-চাৰি মিনিটৰ বাট। বলো গৈ পালতে নানা জনে তেওঁ কলৈ গৈছিল, বিয়ালৈ কিয় অহা নাছিল ইত্যাদি নানা প্ৰশ্ন কৰিবলৈ ধৰিলে। বলোৱে কাম আছিল বুলি কৈয়েই ভিতৰলৈ গ'ল আৰু সুভদ্ৰাক অকল-শৰীয়াকৈ মাতি নি দৰাৰ বিষয়ে যি জানে সকলো ক'লে। তাৰ পাচত ক'লে,—"দয়াৰামক আনিছোঁ, সি মিছাতে পলাইছিল। সি যিটো মানুহ মাৰিলে বুলি ভাবিছিল, সি মৰা নাই, দুষ্টালি কৰিহে মৰা ভাও জুৰিছিল। এতিয়া কথা হৈছে পীতাম্বৰ আজি আহিব নোৱাৰে, তাতে বাট চালে আজি বিয়া নহয়।

মই ক'বৰ হ'লে দয়াৰামক লৈ আহোঁ, বিয়াখন হৈ যাওক।"

সুভদ্ৰা : তেনে কৰিলে মণ্ডলে জানো শুদাই এৰিব!

বলো : কি কৰিব। আমি ছোৱালী নিদিওঁ বুলি কোৱা নাই। দৰা নহাৰ বাবে জানো আমি জগৰীয়া! আমি লগ্ন-মতে যাৰে লগত হওক বিয়া দিব'ই লাগিব। জোৰণৰ বস্তুখিনি লাগে যদি সিহঁতে লৈ যাব, আৰু কি কৰিব!

সুভদ্ৰা : দদায়েককো এবাৰ সোধা ভাল।

বলো : তাক সুধিলে কি হ'ব! সিয়েই তইঁতৰ সম্পত্তি খাবৰ মনেৰে মৰা মানুহ এটালৈ ছোৱালীজনী দিবৰ ফিকিৰ কৰিছে। আগেয়েই সি দয়াৰামৰ নামকে সুশুনে, এতিয়া আকৌ দিবলৈ ক'ব নে!

সুভদ্ৰা : তেন্তে কি কৰা কৰাঁ।

বলো : বাৰু, মই কৰিব লগাটো কৰিম। তই এতিয়া এইবোৰ কথা কাকো নকবি। মই দৰা লৈ আহোঁ।

বলো তেতিয়াই দোকানলৈ ঘূৰি গ'ল আৰু তেওঁৰ অভিপ্ৰায় সকলোকে জনালে। দোকানীয়ে বৰ ভাল পালে। তেওঁ ক'লে,—"মই এতিয়াই সকলো যোগাৰ কৰিম, কিন্তু কন্যাদানৰ ভোজটো হ'লে ভালকৈ খুৱাব লাগিব।

বলো : সেইটো তুমি ক'বই নালাগে।

দোকানীয়ে দয়াক গা ধুবলৈ দিলে আৰু নিজৰ কাপোৰকানি দি দৰা সজালে। বিয়াঘৰীয়া লৰা-ডেকাৰ দলটোও তেওঁ মতাই আনিলে আৰু সকলো কথা ভাঙি-পাতি কৈ তেওঁলোকক বৰযাত্ৰী কৰিলে। কেইটামান লৰাই দুটা ঢোল আৰু দুজোৰ তালো বিচাৰি আনিলে। এই গোটেইখিনি কাম প্ৰায় পোন্ধৰ মিনিটৰ ভিতৰত হৈ উঠিল।

আয়োজন সম্পূৰ্ণ হ'লত দয়াৰামক লৈ সকলোটি সমদলে কন্যা ঘৰলৈ আগ বাঢ়িল।

"দৰা আহিল," "দৰা আহিল" বুলি কন্যা-ঘৰত হুলস্থুল লাগিল। দৰা গৈ কলৰ তলত ৰ'ল; হালি আগবঢ়াবলৈ আহিল। দৰাক দেখা পাই হালিৰ বিষম খং উঠিল। তেওঁ ক'লে,—"আকৌ মান-মৰাণৰ দিন হ'ল নে কি? দিন-ডকাইতি কৰি-বলৈ আহিছা! তোমালোক ভালে ভালে ইয়াৰ পৰা গুচি যোৱাঁ।"

বলো : আমি গুচি যাবলৈ অহা নাই। তুমি ধনৰ লোভত, সম্পত্তিৰ লোভত মৰা মানুহক ছোৱালীজনী দিব খুজিলেই আমিও দিম নে! সেইটো বাৰু নকৰেই, দৰা নাহিলেও আমি ছোৱালী দি আহিবগৈ লাগিব নে! বেমাৰ উক দিছে যেতিয়া সি আৰুৰীয়া আজি হে নালাগে কালি-লৈকো আহিব নোৱাৰে মই নাজানো নে!

প্ৰকৃত ঘটনাটো সকলো বাইজে জনাত পলম নঘটিল। দদায়েক হৈ এনে এটা মানুহক ছোৱালী-জনী দিবলৈ ওলোৱা দেখি হালিক সকলোৱে গৰিহণা দিলে। হালিক সমৰ্থন কৰোঁতা কোনো নথকাত হালিৰ উপায় নোহোৱা হ'ল। তেওঁ তেতিয়াই উচাট মাৰি বিয়া-ঘৰৰ পৰা আঁতৰি গ'ল। যাওঁতে কৈ গ'ল,—"কৰ বাৰু তইঁতে কি কৰ। পিচত দেখা

যাব। মদন মণ্ডল হে তেওঁ, তইঁতৰ কি ধুন ছিটিকাই গম পাবি।"

হালি গ'লত সুভদ্ৰাই দয়াৰামক আদৰি নিলে। বলোৱেই হ'ল কন্যাদাতা। যথাৰীতি কাম আৰম্ভ কৰিলে, কন্যা অনা হ'ল, বিধিমতে সম্প্ৰদান হৈ গ'ল।

মণ্ডলৰ ঘৰৰ পৰা খবৰ আহিল,—দৰা এতিয়াও ভাল হোৱা নাই। আজি আহিব নোৱাৰে, অইন এদিন ভাল দিন চাই হোম পোৰা হ'ব।"

সকলোৱে আমোদ উপভোগ কৰিলে। বহুত দিনীয়া আশা পুৰ হোৱাত দয়াৰাম, ৰূপাহী, সুভদ্ৰা সকলোৰে আনন্দৰ পাৰ নোহোৱা হ'ল।

বুঢ়া-মেথাই ক'লে,—"যি যাৰ তিল-মাহ খাই আহিছে তাৰ হ'বই, তাক কোনে খণ্ডাব !"

পুৰোহিতে ক'লে,—"বিধতাৰ লিখিতা, কি কৈ বাধিতা।"

# বিংশ অধ্যায়

## অতি লোভৰ পৰিণাম

নৰাই শৰ্ম্মাৰ ধন আৰু নোলাল। চোৰ কোন খিনি পালেগৈ কোনে জানে! নৰাইৰ এতিয়া সকলোৰে ওপৰত খং। বাবাজীক লগ পোৱাৰ পাচত তেওঁৰ চেনিৰামৰ ওপৰত উঠা খং মাৰ গৈছিল, বৰং কৃতজ্ঞতাৰ ভাব হে জন্মিছিল। এতিয়া সি ওলোটা হৈ পৰিল। তেওঁ ভাবিলে,—"এই চেনিৰামেই মোৰ সৰ্ব্বনাশৰ গুৰি। সি যদি সেই দিনা পুৱা মোৰ ঘৰলৈ আহিলহেতেন, মই কেতিয়াও ওলাই নগলোঁহেতেন, তেতিয়া বাবাজীয়ে মোৰ ধন-সোণ চুৰ কৰিবলৈ চল নাপালেহেতেন! এই চেনিৰাম-কেই কিবা এটা কৰিব লাগিব।"

কিন্তু কৰিব কি! বহুত ভাবি-চিন্তি তেওঁ চেনিৰামৰ ঘৰ পালেগৈ। চেনিৰামক মাতি ক'লে,—"মোৰ টকাৰ দৰকাৰ হৈছে, মোৰ টকাকেইটা দে"

চেনি : দে বুলিলেই ক'ৰ পৰা দিম! বিচাৰি-খোচাৰি পালেহে দিব পাৰিম।

নৰাই : মই সেইবোৰ নাজানো। আজি নহলেও কাইলৈ মোক লাগেই। আজিলৈকে ছুবছৰৰ পাঁচ মাহৰ সুত ওঠৰ টকা আঁঠ অনা আৰু মূলৰ একুৰি গোটেইখিনি লাগে।

চেনি : টকা দিওঁতেই দেখোন আপুনি সুত নালাগে বুলি কৈছিল। সেই দেখিয়েই ময়ো যেতিয়াই মাতিছে তেতিয়াই কাম কৰি দি আছো।

নৰাই : কাম কৰি দিছ! সেই দিনা মই মাতোঁতে গৈছিলি? তই যদি গলি-হেতেন মোৰ ধন-সোণখিনি যাবলৈ নাপায়। তোৰ পৰাই মোৰ সৰ্ব্ব-নাশ হ'ল, মই এটা পায়ো নেৰোঁ।

চেনি : এৰকেই বা ধৰকেই, মই হ'লে, সুতৰ এটা পইচাও নিদিওঁ।

নৰাই : বাৰু দিয় নে নিদিয় দেখিম। মই কালিলৈ দিনটো বাট চাম। কালিলৈ টকা নাপালে পৰহিলৈ খত দাখিল দি মোকৰ্দ্দমা কৰিম। তেতিয়া ভেটি এৰিব লাগিব, মনত বাখিবি।

এনেকৈ কৈ মুখেৰে ভোৰভোৰাই গালি-শপনি পাৰি নৰাই সেই লাটৰ মণ্ডলৰ ঘৰলৈ গ'ল। মণ্ডলক চেনিৰামৰ মাটিৰ পৰিমাণ আৰু পট্টাৰ নম্বৰটো

বিচাৰি দিবলৈ ক'লে। দাগ-চিঠা, জমাবন্দী আদি চাই মণ্ডলে ক'লে,—"ক'তা! চেনিৰামৰ নামত কোনো, মাটি নাই।"

নৰাই : কিয় নহ'ব। সি মোৰ পৰা টকা আনি মাটি কিনাৰ কথা মই নিজে জানো। মাটি নিকিনাকৈ সি ঘৰ সাজিলে নে?

মণ্ডল : মই কেনেকৈ ক'ম! মাটি কিনিছে যদি এতিয়াও নামজাৰি হোৱা নাই।

নৰাই : নাম জাৰি নহলে জানো নীলামত দিব নোৱাৰি?

মণ্ডল : তাৰ যেতিয়া নামেই নাই লোকৰ মাটি ক্ৰোক কৰিব কেনেকৈ?

মূৰে-কপালে হাঁত দি বকি বকি নৰাই ঘৰলৈ আহিল।

যিদিনা সৰ্ব্বেশ্বৰ পণ্ডিতৰ ঘৰত নৰায়ে কাজিয়া লগাইছিল, সেইদিনাই চেনিৰামে নৰাইৰ ধাৰ মৰাৰ কথা ভাবিছিল আৰু পণ্ডিতৰো সাহায্য বিচাৰিছিল। পণ্ডিতে তাৰ উত্তৰত কৈছিল,—"যদি তই মোৰ ঘৰত খেতি-বাতি কৰ, তেন্তে বামুণৰ ৰূপ কুৰি ময়ে দিব পাৰোঁ। মোক খত-পত্ৰ একো দিব নালাগে। দৰমহাও বামুণে যি দিছিল তাতকৈ দুটকা বেছি দিম। আৰু যদি তোৰ কামত ভাল পাওঁ, তেনেহলে সেই কুৰি টকাও নিবিচাৰোঁ।"

নৰায়ে ধন সাধিলত চেনিৰাম পণ্ডিতৰ ওচৰলৈ গ'ল; নৰায়ে যে সুত নেৰে, ঘৰৰ ভেটিটোও লবলৈ হুমিয়াইছে তাকো পণ্ডিতক ক'লে।

পণ্ডিতে সুধিলে, —"ঘৰৰ ভেটিটোত মাটি কিমান হ'ব?"

চেনি : জানো, মনত নাই।

পণ্ডিত : পট্টাখন লৈ আহিবি।

চেনি : পট্টা পোৱাই নাই।

পণ্ডিত : নামজাৰি কৰালি নে নাই?

চেনি : নাই কৰোৱা।

পণ্ডিত : খতখন কি হ'ল?

চেনি : ঘৰতে আছে।

পণ্ডিত : বাৰু ভাল কথা। সেইখন নেহেৰুৱাবি।

চেনি : মই ভাবিছোঁ সোনকালে বামুণৰ লেঠাটো মাৰি পেলোৱাই ভাল। কিমান লোকৰ কথা শুনি থাকিম! আপুনি টকা দিম বুলিছিল নহয়? সেই হে আহিলোঁ। এইবাৰ আপোনাৰ খেতিতে লাগিম বুলি ঠিক কৰিছোঁ।

পণ্ডিত : ঠিক কৰা শুনি মই ভাল পাইছো। কিন্তু বামুণক টকা দিবৰ প্ৰয়োজন নাই। ভালভাবে কোৱা হ'লে মূল কেইটকা দিবলৈ কলোঁহেতেন, কিন্তু সি যিদৰে বৰমতালি কৰিবলৈ আহিছে তাক এটা পইচাও দিব নালাগে। সেই টকা তাৰ নহয়, তোৰ শহুৰেৰৰ। তেতিয়া চুৱা গুচাবলৈকো টকা নাই বুলিছিল নহয়! এতিয়া চোৰক দিবলৈ আঢ়ৈ হেজাৰ টকা ক'ত পালে!

চেনি : নিদিলে মোকৰ্দ্দমা কৰিম বুলিছে।

পণ্ডিত : কৰিব নোৱাৰিছে! সি কেনেকৈ টকা আদায় কৰে দেখা যাব। তই ভাবিব নালাগে, তাৰ দায় মই লৈছোঁ। ভবিব লাগে যদি মই ভবিম।

চেনিৰাম বং মনেৰে ঘৰলৈ উলটিল আৰু পণ্ডিতে

কোৱা কথা ঘৈণীয়েকক ক'লে। ঘৈণীয়েকেও পণ্ডিতৰ কথাকে সমৰ্থন কৰিলে। সেই কাৰণে চেনিৰামে বামুণৰ লেঠা মৰাৰ কোনো চেষ্টাকে নকৰিলে।

পিচ দিনা নৰাই আকৌ টকা বিচাৰি আহিল। চেনিৰামে ক'লে,—"আপুনি নিজে সুত নলও বুলি কৈছিল, এতিয়া আকৌ সুত নাপালে মোকৰ্দ্দমা কৰিব খুজিছে। সেই দেখি ময়ো সুতহে নালাগে মূলো নিদিওঁ। যাওঁক, মোকৰ্দ্দমা কৰকগৈ "

নৰায়ে গালি-শপনি পাৰি চেনিৰামক মাৰিবলৈ খেদা মাৰি গ'ল। তাকে দেখি ৰূপহী আগ বাঢ়ি আহি ক'লে,—তুমি লোকৰ ঘৰত ইমানকৈ দপদপাইছা কিয়? কোনোবাই উলটি হাত লগালে কোনে অপমান পাব, সেইটো ভাবি চোৱাঁচোন। কপ কুৰি আমাক দিছিলা দেখি বিচাৰি আহিছা, নিদিয়া হ'লে বাকী আঢ়ৈ হেজাৰৰ লগতে নগ'ল হেতেন নে? সেই দেখি ইয়াকো চোৰে নিলে বুলিয়েই নধৰা কিয়? তাতে কোনো টকাই তোমাৰ আৰ্জ্জনৰ নহয়। পিতায়ে নিজে নাখাই পুতি থৈছিল। তুমি যদিও হাত কৰি ল'লা খাব নোৱাৰিলা। নাখাইনৰ'ই পুতি থোৱা আৰু চোৰে নিয়া দুয়োটা একে কথাই। সেই দেখি ইয়াত গোলমাল কৰি আৰু অপমান বিচাৰি নলবা। গুচি যোৱাঁ।"

নৰায়ে ৰূপহীকো অকথ্য ভাষাৰে গালি পাৰি পাৰি সেই ঠাই এৰিলে। মুঠতে তেওঁৰ টকা আদায় নহ'ল।

নৰাইৰ গ্ৰহ মন্দ। টকা-পইচাতো গলেই, খেতি কৰাবলৈ কো হালোৱা নোপোৱাত পৰিল। চেনিৰাম পণ্ডিতৰ ঘৰত হালোৱা সোমাল। আন হালোৱাক দৰমহা লাগে চেনিৰামৰ দুগুণ। সিমান টকা নৰায়ে দিব নোৱৰাত হালোৱা ৰাখিব নোৱাৰিলে। আগতে বন্দবস্ত নকৰাত মাটিখিনি আধি দিবও নোৱৰা হ'ল। শেহত কেই ডৰামান খাজানা ভৰাকৈ দিলে, বাকীখিনি চনহে থাকিল।

এতিয়া নৰাইৰ আন কথা নাই, মাত্ৰ বাবাজী, চেনিৰাম, সৰ্বেশ্বৰ পণ্ডিত। যেনি যায় তেনি এওঁলোকক গালি পাৰি ফুৰে। তাকে দেখি বহুতে ভেঙুচালি কৰি জোকায়, এৰোঁ যাকে তাকে মাৰিবলৈ খেদি ফুৰে। কাকো একো কৰিব নোৱাৰি কেতিয়াবা এওঁ নিজৰ চুলিকে ছিঙে, নাইবা কপালত ভুকুৱায়।

সকাম-নিকামলৈকো মানুহে মাতিবলৈ এৰিলে। হোৱাই নোহোৱাই তেওঁ যজমানক গালি পাৰে, শ্ৰাদ্ধৰ মন্ত্ৰ মাতি যাওঁতে মাজতে বাবাজী, ধনসোণ, চেনিৰাম, সৰ্বেশ্বৰ পণ্ডিত আদি যি পায় তাকে বলকি যায়। কেতিয়াবা আকৌ আশীৰ্ব্বাদৰ মাজতে চিঞৰি উঠে,—"হতচিৰী হবি, ভেটিত তিতা লাও গজিব, শূদিব ধনঃ হ'ল, ভেকুলীয়ে পানী পাৰি" ইত্যাদি।

এনেকৈয়ে দুমাহমান যোৱাত নৰাই শৰ্ম্মা সম্পূৰ্ণৰূপে পগলা হ'ল। এতিয়া তেওঁ পগলা ফাটেকত।

অন্ত

# অৰ্পণ

## বন্ধুবৰ শ্ৰীযুক্ত চন্দ্ৰকুমাৰ নাথৰ হাতত

প্ৰিয়বৰেষু,

ছাত্ৰ-অৱস্থাত যেতিয়া অস্পৃশ্যতা-নিবাৰণ, গাওঁ-সংগঠন অনুন্নতৰ উন্নয়ন আদি সংস্কাৰলৈ হাত মেলি বহুতৰ বিৰাগভাজন হৈছিলোঁ, সেতিয়া যি কেইজন মোৰ সমৰ্থক আৰু সঙ্গী আছিল তাৰ ভিতৰত তুমিয়েই প্ৰধান। আজি কুৰি বছৰৰ পাচতো সেই স্মৃতিৰ মাধুৰ্য্য অলপো হ্ৰাস হোৱা নাই। তাৰেই চিন-স্বৰূপে "আবিষ্কাৰ" তোমাৰ হাতত অৰ্পণ কৰিলোঁ। ইতি

তেজপুৰ
১৩ ভাদ, ১৮৭০ শক

স্নেহাকাঙ্ক্ষা
গ্ৰন্থকাৰ

# পাতনি

১৯৩৯ চনৰ ২ আগষ্টৰ পৰা ১১ চেপ্টেম্বৰ-লৈকে লেখক নৰিয়া-পাটীত পৰি থাকিব লগা হোৱাত আন কামৰ পৰা আজৰি পাই "অসম-সন্ধ্যা" লিখিবলৈ হাতত লয় আৰু ৩ চেপ্টেম্বৰৰ দিনা তাক শেষ কৰে। ইয়াৰ ভিতৰতে তেওঁ আৱাহনৰ সম্পাদক ডাঃ দীননাথ শৰ্ম্মাদেৱৰ পৰা আৱাহনত প্ৰকাশ কৰিবলৈ এখন উপন্যাস লিখি দিবৰ নিমিত্তে অনুৰোধ জনাই লিখা চিঠি এখন পায়। সেই মতেই তেওঁ কাব্যখন শেষ হোৱাৰ পিচ দিনাই অৰ্থাৎ ৪ চেপ্টেম্বৰৰ দিনা "আবিষ্কাৰ" লিখিবলৈ হাতত লয় আৰু ১০ চেপ্টেম্বৰৰ দিনা তাক শেষ কৰে। কিন্তু শেষ কৰাৰ পাচত তেওঁ দেখিলে যে মাজতে চাৰিটা অধ্যায় আকৌ এবাৰ হাত ফুৰাব লগা হৈ থাকিল। কিন্তু ছুটীৰ দিন উকলি যোৱাত তেনে কৰিবলৈ তেওঁৰ সময় নাছিল। সেই কাৰণে প্ৰকৃত কাৰণটো আৱাহনৰ সম্পাদকক জনাই তেওঁক অপেক্ষা কৰিবলৈ কোৱা হ'ল, কিন্তু ১৯৪২ চনলৈকে কিতাপখন যেনে আছিল তেনে ভাবেই থাকিল। ১৯৪২ চনৰ শেষভাগত আৱাহনৰ সম্পাদকে উপন্যাসখন খুজি আকৌ লিখিলে। লেখকে নিৰুপায় হৈ প্ৰথম পোন্ধৰটা অধ্যায়কে তত-তৈয়াকৈ পঠিয়াই দিলে আৰু সেই ছোৱা শেষ হ'লে বাকী ছোৱা দিব পৰাকৈ মাজৰ অধ্যায় চাৰিটাতো হাত ফুৰাই থ'লে। দুৰ্ভাগ্যৰ বিষয়, মাত্ৰ চাৰিটা অধ্যায় প্ৰকাশ হোৱাৰ পাচতেই আৱাহন বন্ধ হয় আৰু কিতাপৰ এছোৱা সম্পাদকৰ হাতত থকাত কিতাপখন ছপাবৰো উপায় নোহোৱা হয়। গ্ৰন্থকাৰে বাৰে বাৰে লিখিও সেই অধ্যায় কেইটা সম্পাদকৰ পৰা ঘুৰাই আনিব নোৱাৰি, অগত্যা আৱাহনত ওলোৱালৈকে বাট চাই থাকিব লগাত পৰিল। কিন্তু আজি ছবছৰত মাত্ৰ তেৰটা অধ্যায় হে "আৱাহনত" ওলাল। আৰু বাট চাবলৈ ধৈৰ্য্য নথকাত এতিয়া বাকী দুটা অধ্যায় যিমান-দূৰ সম্ভৱ মনত পেলাই ন-কৈ লিখি কিতাপখন সম্পূৰ্ণ কৰা হ'ল।* যদিও কিতাপৰ এছোৱা আৱাহন সম্পাদকৰ হাতত থকাৰ বাবেই "আবিষ্কাৰ" ওলোৱাত পলম হ'ল আৰু কোনো কোনো ভৱিষ্যদ্বাণীও অতীত ঘটনাত পৰিণত হৈ গ'ল ; তথাপি তেখেত লেখকৰ ধন্যবাদৰ পাত্ৰ ; কিয়নো তেখেতে টানি নধৰা হ'লে কিজানি "আবিষ্কাৰ" অনাবিষ্কৃত হৈয়েই থাকিলহেতেন।

"আবিষ্কাৰ" কোনো বৈজ্ঞানিক, দাৰ্শনিক. ভৌগোলিক বা ঐতিসাসিক আবিষ্কাৰ নহয়, এখন সামাজিক উপন্যাস মাথোন। কিন্তু উপন্যাস হলেও, ইয়াৰ বাহিৰা সাজ-পাৰ, অলঙ্কাৰ-পাতিখিনি সোলোকাই থ'লে যি তথ্য ধৰা পৰে সি নিখুঁত সত্য,— সুপৰীক্ষিত সিদ্ধান্ত। বৈজ্ঞানিকসকলে পূৰ্ব্ববৰ্ত্তী আবিষ্কাৰকৰ আবিষ্কাৰৰ ভেটিত থিয় হৈ নতুন

* বাকী অধ্যায় দুটাও পিচত আৱাহনত প্ৰকাশ হৈছিল, কিন্তু তাৰ আগতে কিতাপখন ছপাখানালৈ পঠোৱাত পুনৰায় সাল-সলনি কৰা নহ'ল।

অনুসন্ধানলৈ আগ বাঢ়িব পাৰে আৰু তাৰ পৰা তেওঁলোকৰ বহুত সময় ৰাহি হয়। কিন্তু সামাজিক আবিষ্কাৰৰ তেনে কোনো লিপিবদ্ধ সিদ্ধান্ত নথকাত প্ৰত্যেক সংস্কাৰকে গুৰিৰ পৰাই আৰম্ভ কৰিব লগাত পৰে আৰু তাৰ ফলত কল্পনা-ৰাজ্যৰ পৰা বাস্তৱ ৰাজ্য পোৱাৰ আগতেই বহুতৰ চেষ্টা অন্ত হয়! লেখকৰ বিশ্বাস ভবিষ্যৎ সমাজ-সংস্কাৰকসকলে এই "আবিষ্কাৰৰ" পৰা তেওঁলোকৰ কৰ্ম্মপন্থা-নিৰ্বাচনত অন্ততঃ ভাবি চাবলৈ কিবা এটা তথ্য পাব।

"ধানটোৰেপতি কণটো, মানুহটোৰেপতি মনটো।" সেই কাৰণে "আবিষ্কাৰে" কাক সন্তোষ দিয়ে আৰু কাক অসন্তুষ্ট কৰে, সেই বিষয়ে ভাবিবৰ প্ৰয়োজন নেদেখোঁ। লেখকৰ অভিজ্ঞতাই যি সত্য নিৰূপণ কৰিছে তালৈ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰাই এই উপন্যাসৰ প্ৰধান উদ্দেশ্য। তাৰ পৰা যদি সমাজৰ মঙ্গল-সাধনত কিবা সাহায্য হয়, তেনেহলেই লেখক পুৰস্কৃত হ'ব। ইতি

তেজপুৰ বিনীত
১৩ ভাদ, ১৮৭০ শক গ্ৰন্থকাৰ

# আবিষ্কাৰ

## প্ৰথম অধ্যায়

### চিত্ৰ দৰ্শন

পশ্চিম আকাশৰ নিমজ্জ গালত শেষ চুম্বনৰ হেঙুলীয়া বোল দি সূৰ্য্যদেৱ ধীৰে ধীৰে নামি গৈছিল; চকুৰ আঁৰ হোৱাৰ ঠিক আগতে কেৰাহিকৈ পেলোৱা তেওঁৰ পশ্চাৎ দৃষ্টিয়ে পৃথিবীৰ মুখত কিবা এটা গূঢ় ৰহস্যময় হাঁহি বিৰিঙাই দিছিল। নগৰৰ একাষে থকা ফুলনি এখনত তেতিয়া ফুলকুঁৱৰীসকলৰ হাঁহিৰ মেলা বহিছিল। অকল হাঁহিয়েই নহয়, লগতে লীলায়িত অঙ্গ-ভঙ্গীও। তাৰ মাজত জিলিকি আছিল এগৰাকী গাভৰুৰ হাঁহি-ভৰা মুখ। গাভৰু সুন্দৰী আৰু সম্ভৱতঃ ষোড়শী; গমন গজগতি, নয়ন উজ্জ্বল, অঙ্গচালনা ললিত; আৰু বোলোৱা সমীৰণৰ মৃদু সঞ্চালনত অঞ্চল চঞ্চল। হঠাৎ এজন ডেকা তালৈ সোমাই আহিল। ডেকাৰ গাত এখন ধুতী আৰু এটা খাদৰৰ পাঞ্জাবী, ভৰি উদা; মূৰৰ চুলিবিলাক সমানে চুটিকৈ কটা। মুখৰ আকৃতি সুন্দৰ, ওখইডাঙৰে লনী মানুহ। তেওঁৰ হাতত কাগজেৰে মেৰিওৱা এটা টোপোলা আছিল। গাভৰুৰ কাষ পাই তেওঁ মাতিলে, "মালৱিকা!"

মালৱিকা : কি? আজি দেখোন হাঁহি আহিছে?

ডেকাজনৰ নাম মাধৱ। মাধৱে টোপোলাটো দেখুৱাই ক'লে—"বাৰু কোৱাঁচোন, এই টোপোলাটোত কি আনিছোঁ?"

মালৱিকা : আৰু কি হ'ব। কবিতাৰ পুথি চাগৈ। নহ'লে সহজ চিকিৎসা বা ধাত্ৰী-বিদ্যা নাইবা তেনে কিতাপ।

মাধৱ : এটাও নহ'ল। আজি তুমি সবৰজ্ঞান হ'ব নোৱাৰিলা। তোমাৰ ফাকি আজি ধৰা পৰিল;

মালৱিকা : মই নো ফাকি দিলোঁ কেতিয়া? আন দিন কওঁ, মিলি যায়, আজি নিমিলিল যদি নিমিলিল। মই জানো সবৰজ্ঞান বুলি কৈছোঁ!

মাধৱ : মুখেৰে নকলেও কামত দেখুৱাইছিলা হে।

মালৱিকা : বাৰু আজিৰ পৰা সবৰজ্ঞান ভাগিলোঁ। কওক, কি আনিছে?

মাধৱ : নকওঁ, তুমি ক'ব লাগিব।

মালৱিকা : তেনেহ'লে টোপোলাটো দিয়ক।

মাধৱ : ক'ব নোৱাৰিলে নিদিওঁ।

মালৱিকা : ইচ্, নিদিয়ে! কাঢ়ি ল'লে কি কৰিব?

এই বুলিয়েই মালৱিকাই মাধৱৰ হাতৰ পৰা টোপোলাটো কাঢ়ি ল'লে, মাধৱে বাধা নিদিলে।

মালৱিকাই টোপোলাটো মেলি দেখিলে এখন

ধুনীয়া 'এল্‌বাম্‌'। এল্‌বাম্‌খনৰ পাত লুটিয়ায়েই দেখা পালে এখন ডাঙৰ ছবি। ছবিখনত বহুতো মানুহ—মতা-তিৰোতা, লৰা-ছোৱালী, বুঢ়া-বুঢ়ী। সকলোৰে অৱস্থা জীৰ্ণ-শীৰ্ণ, কাপোৰ-কানি ফটাছিটা, শৰীৰ ব্যাধিগ্ৰস্ত—তেজ মাংসৰ নিতান্ত অভাৱ। চকুত প্ৰথমেই পৰে সিহঁতৰ ক'লা ক'লা সিৰবিলাক। চকুত কাতৰ দৃষ্টি সকলোৱেই মাটিত চেপেটা লাগি থকাৰ পৰা যেন এইমাত্ৰ মূৰ তুলিছে। ছবিখনৰ এফালে পলায়ন-তৎপৰ এক বিৰাটাকাৰ দৈত্য আৰু বিপৰীত ফালে এজনা দেৱী। দেৱীৰ চকুত করুণাৰ ধাৰা; শাৰীৰিক গঠনত নাৰীৰ কোমলতা, মুখত মাতৃৰ অভয় বাণী, সম্মুখলৈ মেলি দিয়া সোঁ হাত-খনিত সান্ত্বনাৰ স্নিগ্ধ পৰশ।

ছবিখন চাই মালৱিকা গম্ভীৰ হ'ল, এটা করুণাৰ ধাৰা যেন গোটেই শৰীৰ ঢাকি বৈ গ'ল।

মাধৱে সুধিলে—কেনে দেখিলা?

মালৱিকা : ছবিখন ইমান করুণ!

মাধৱ : বাৰু, তুমি কি বুজিলা?

মালৱিকা : ভালকৈ একো বুজা নাই।

মাধৱ : মন দি চোৱাঁ, বুজিবা।

মালৱিকা : বোধ কৰোঁ এই দৈত্যটোৱে এই মানুহ-বিলাকক উৎপীড়ন কৰিছিল আৰু মানুহবোৰে তৎ নাপাই চিঞৰি আছিল। সেই চিঞৰ শুনি এই দেৱীয়ে সিহঁতক ৰক্ষা কৰিবলৈ আহিছে আৰু দেৱীক দেখি ভয় খাই দৈত্যটো পলাব খুজিছে।

মাধৱ : তুমি দেখোন সুন্দৰকৈ বুজিছা। বাৰু কোৱাঁচোন, এই দৈত্য কোন?

মালৱিকা : ক'ব নোৱাৰোঁ।

মাধৱ : এই দৈত্যৰ নাম মহামাৰী। ইয়াৰ এজন বন্ধু আছে, তাৰ নাম দৈন্য। তাৰ বন্ধুৱে যেতিয়া মানুহক পশুতকৈও অধম কৰে, জীৱনী শক্তি টুটাই আনে, তেতিয়া সি সকলোকে ধৰি তেজ পিয়ে। সি কালৈ ভয় কৰে জানানে? সেই যে দেৱী-মূৰ্ত্তি দেখিছা, তেওঁলৈ,—করুণাৰ অজস্ৰ ধাৰ বোৱাই যি হতভাগ্যবিলাকক ঢাকিব পাৰে, সেই মাতৃমূৰ্ত্তিলৈ।

মালৱিকা : এই ছবিখনৰ বাৰু উদ্দেশ্য কি?

মাধৱ : এই ছৱিৰ উদ্দেশ্য অতি স্পষ্ট। এই ব্যাধিপীড়িত লোকবিলাকক ৰক্ষা কৰিবলৈ শুশ্ৰূষা লাগে। এই শুশ্ৰূষা আহিব নাৰীৰ পৰা, যাৰ গাত মাতৃত্বৰ পৱিত্ৰতা যোল কলা।

মালৱিকা গম্ভীৰ হ'ল। অন্যমনস্ক ভাৱে আৰু এটা পাত লুটিয়ালে। আকৌ এখন ছবি ওলাল। ছবিখন এটা পৰ্ব্বতীয়া জুৰিৰ। পৰ্ব্বতৰ অসংখ্য ডাঙৰ ডাঙৰ শিলৰ মাজেদি জুৰিটি বৈ আহিছে। যদিও পৰ্ব্বতৰ আন অংশত একো নাই, তথাপি এই জুৰিটিৰ দুয়োপাৰে নানাবিধ গছ আৰু বনফুল। একাবেঁকা গতিৰে জুৰিটি তললৈ নামিছে; পাৰ্ব্বত্য প্ৰাণীপুঞ্জক পানীৰ যোগান ধৰিছে।

মালৱিকাই ক'লে—"সুন্দৰ প্ৰাকৃতিক দৃশ্য।"

মাধৱ : সুন্দৰ, সন্দেহ নাই। তাৰ লগতে আৰু কিবা আছে।

মালৱিকা : কি?

মাধৱ : কোৱাঁচোন।

মালৱিকা : কব নোৱাৰোঁ দেখিহে সুধিছোঁ।

মাধৱ : বাৰু ক'ম তেন্তে, কিন্তু বেচ লাগিব।

মালৱিকা : কেই টকা?

মাধৱ : টকা নহয়, গীত। গীত শুনাব লাগিব।

মালৱিকা : মুশুনাকৈহে আছে!

মাধৱ : শুনা বোৰ গ'ল। এতিয়া এই যে ছবিখন দেখিলা তাৰ ভাৱটো ফুটাই তুমি নিজে এটি গীত ৰচনা কৰি মোক শুনাব লাগিব।

মালৱিকা : আও। ইমান ডাঙৰ কামৰ ভাৰ মই ল'ব নোৱাৰোঁ।

মাধৱ : তেনেহ'লে ময়ো তোমাক এই ছবিৰ মৰ্ম্ম বুজাই দিব নোৱাৰোঁ।

মালৱিকা : বাৰু পাৰোঁ নে নোৱাৰোঁ মই চেষ্টা কৰি চাম। এতিয়া আপুনি ছবিখনৰ কি অৰ্থ উলিয়াব খুজিছিল, উলিয়াওক।

মাধৱ : মই অৰ্থ কি উলিয়াম! ওলায়েই আছে। এই চোৰাঁ পৰ্ব্বতটো কিমান কঠিন। ক'তো একো নাই, আছে মাথোন প্ৰকাণ্ড প্ৰকাণ্ড শিল। যদি এই জুৰিটি নাথাকিলহেতেন তেনেহ'লে এই গছ-লতা, এই ফল-ফুল একোৰে চিন নাপালাহেতেন। ইমান কঠিন শিলনিও এই জুৰিটিৰ স্পৰ্শত কোমল হৈ গৈছে। তাৰ ফলতেই প্ৰকৃতিৰ এই অতুল সম্পদ। ইয়াৰ পৰা বুজা যায়, কোমল-কঠিনৰ মিলনতেইহে সৃষ্টিৰ বিকাশ আৰু সৌন্দৰ্য্য। সকলো একে হ'লে এক বিকট সৃষ্টি থাকিলেও থাকিব পাৰে, কিন্তু সৌন্দৰ্য্য নাথাকে।

লাহে লাহে আন্ধাৰ বাঢ়ি আহিল। ছবিবিলাক ভালকৈ মনিব নোৱাৰা হ'ল। মালৱিকাই ক'লে—"আৰু ভালকৈ দেখা নাযায়, বলক চাকিৰ ওচৰত চাওঁগৈ।

মাধৱ : মোৰ চোৰা আছে, তুমিয়েই চোৱাঁগৈ।

মালৱিকা : মই অকলৈ চাব হে পাৰিম, ব্যাখ্যা কৰিব কোনে? আপুনি থাকিব লাগিব।

মাধৱ : মই থাকিব নোৱাৰোঁ, মোৰ আন কাম আছে। তুমি নিজে কি পাবা অৰ্থ উলিয়াবা। যদি নোৱাৰা তেতিয়া বাৰু দেখা যাব।

এইদৰে কৈয়েই মাধৱ ফুলনিৰ পৰা ওলাই গ'ল। মালবিকাও ধীৰে ধীৰে ভিতৰ সোমাল।

# দ্বিতীয় অধ্যায়

## পথ্য সংগ্ৰহ

ফুলনিৰ পৰা ওলাই মাধৱ ঘৰলৈ আহিল আৰু অলপ সময় বিশ্ৰাম ল'লে। তাৰ পিচত বাহিৰ ওলাই আলিয়ে আলিয়ে যাবলৈ ধৰিলে। কিছু সময়ৰ মূৰত এঘৰ মানুহৰ পদূলি পালেগৈ। পদূলি-মূৰতে অলপ বৈ লাহে লাহে জপনাখন মেলি সোমাই গ'ল। তেতিয়া চোতালত বা চ'ৰা-ঘৰত কাৰো সাৰ-সঁহাৰি নাছিল, আন কি, এটা চাকিও নাছিল। মাধৱে সঁহাৰি লগালে; কিন্তু কোনো নোলাল। ইফাল-সিফালকৈ থাকি কাকো লগ পোৱাৰ আশা নেদেখি মাধৱ লাহে লাহে ওলাই আহিল। বাটৰ কাষতে এজোপা ডালিম গছত আঠোটা কি দহোটা ডালিম আছিল। তেওঁ পূৱঠ চাই তাৰে দুটা ছিঙি জেপত ভৰালে তাৰ পিচত যেনেকৈ গৈছিল তেনেকৈয়ে ওলাই আহিল আৰু আন এটা বাটেদি যাবলৈ ধৰিলে।

কিছু পৰ একেৰাহে গৈ গৈ মাধৱ এটা জুপুৰি-বহাৰ সমুখত উপস্থিত হ'ল। ঘৰটোৰ দুৱাৰ বন্ধ আছিল! দুৱাৰ মুখত থিয় হৈ মাধৱে মাতিলে—"মাহী!"

"বোপা আহিছা?"—এই বুলি এজনী আদহীয়া তিৰোতাই দুৱাৰখন মেলি দিলে! মাধৱ ভিতৰ সোমাল।

ভিতৰৰ খোটালীঠোত এখন খাট। খাটত এজনী গাভৰু শুই আছে। তেওঁৰ গা কম্বলেৰে ঢকা। মাত্র মুখখন ওলাই আছে যদিও সেই মুখত তেজ নাই, চকু কোটৰত সোমোৱা, তথাপি দেখিলেই বুজা যায় স্বাভাৱিক অৱস্থাত সেই মুখৰ জেউতি আৰু লাৱণ্য কম নাছিল। এতিয়া কিবা টান নৰিয়াত পৰাৰ বাবেহে ই নিস্তেজ হৈছে।

সঁচাকৈয়ে গাভৰু ৰোগ-শয্যাত শায়িতা। আজি দুসপ্তাহ হ'ল, তেওঁৰ গ্রহণী। মাকৰ অৱস্থা ভাল নোহোৱাত প্রথমতে ভাল চিকিৎসা হোৱা নাছিল। তিনি দিনৰ দিনা মাধৱে খবৰ পাই এজন ডাক্তৰ লৈ গৈ দেখুৱালে। ডাক্তৰে চাই-চিতি ঔষধ দিলে। সুখৰ বিষয় ডাক্তৰজন দয়ালু, তেওঁ ৰোগিণী আৰু মাকৰ অৱস্থা দেখি পাৰিশ্রমিক যে নল'লেই, আন কি ঔষধৰ দামো নালাগে বুলি ক'লে। এতিয়া প্রশ্ন হ'ল পথ্যৰ। ডাক্তৰে ক'লে—"বাৰ্লি, বেদানা, ডালিম, গ্লুক'জ,—এইবোৰেই এই ৰোগৰ পথ্য।"

মাধৱে তেতিয়াই নিজৰ খৰচত সকলো আনিলে; কিন্তু বজাৰত ক'তো বেদানা বা ডালিম নাপালে। য'তে বিচাৰে তাতে ঢুকাল বুলি মাথোন সমিধান পায়। কাৰবাৰ বাৰীত আবতৰীয়াকৈ লগা ডালিম আছে নে নাই তাৰ সম্ভেদ লোৱাৰ বাহিৰে তেতিয়া তেওঁৰ ডালিম পোৱাৰ আন উপায় নাছিল।

আজি দহ-বাৰ দিন মাধৱে দিনে ৰাতিয়ে ৰোগিণীৰ শুশ্রূষা কৰিছে। তেওঁ নিজে কোনো-দিনা এমুঠি খাইছে, কোনোদিনা বা অকল ভীমকল আৰু গাখীৰ খায়েই কটাইছে। ৰোগিণীৰ হাত ভৰি পিটিকি দিয়া, ধুওৱা-পখলোৱা, পথ্য প্রস্তুত কৰি খুওৱাকে আদি কৰি সকলো কাম তেওঁ নিজ হাতেই কৰিছে। কালিৰে পৰা ৰোগিণীৰ অৱস্থা ভাললৈ আহিছে। সেই কাৰণে তেওঁ আজি মাজে মাজে খবৰ কৰাৰ বাহিৰে বেমাৰীৰ গাতে একেৰাহে লাগি থকা নাই। আজি বাৰদিনৰ মূৰতহে তেওঁ এসাজ ভালকৈ খাইছে আৰু অলপ বিশ্রাম লব-লৈকো সময় পাইছে।

ৰোগিণীৰ নাম প্রতিমা। প্রতিমাই আজি নিজে ডালিম খাবলৈ বিচাৰিছিল; কিন্তু ডালিম যে পোৱা নাযায়! অনুসন্ধান কৰোঁতে এজনে ক'লে—"মই জনাত ৰায় চাহাব জগদানন্দ বৰকাকতীৰ বাৰীত এজোপা গছত দহোটামান পৈনত ডালিম আছে; কিন্তু তাক পাবৰ উপায় নাই। মই বেমাৰীৰ নিমিত্তে বিচাৰি যোৱাত তেওঁ ক'লে—"কলিহে পেলাইছে, নি কি কৰিবা! মিছাকৈ নষ্ট কৰিব নোৱাৰোঁ, মোৰ ঘৰতো প্রয়োজন হ'ব পাৰে।"

সংবাদটো পাই মাধৱে ঠিক কৰিলে—ডালিম যেনেকৈ হওক আনিবই লাগিব। ৰায় চাহাবে যে নেবেচে সেইটো থিৰাং, অথচ এনেয়েও দিয়াৰ আশা নাই। তথাপি এবাৰ চেষ্টা কৰি চাবৰ মনেৰেই তেওঁ ৰায় চাহাবৰ ওচৰলৈ গ'ল, কিন্তু কাৰো লগত সাক্ষাৎ নহ'ল। অগত্যা তেওঁ ওপৰত কোৱা দৰেই তাক সংগ্রহ কৰিলে।

মাধৱ ভিতৰ সোমাই বাকচ এটাৰ ওপৰতে ডালিম দুটা থ'লে! তাৰ পিচত প্রতিমাৰ মূৰৰ

কাষতে খাটত বহিল আৰু হাত এখনত ধৰি নাড়ী চালে। তাৰ পিচত সেই হাতত ধৰা ভাৱেই তেওঁৰ গা কেনে লাগিছে, ভোক লাগিছে নে নাই, দিনত কি খাইছিল ইত্যাদি প্ৰশ্ন কৰিলে। প্ৰতিমাৰ উত্তৰত সকলো লক্ষণ ভাল দেখি তেওঁ ক'লে,—"এতিয়া আৰু কোনো ভয়ৰ কাৰণ নাই, ঈশ্বৰে চকু মেলি চালে।"

প্ৰতিমাই এই কথা শুনি এটা দীঘল হুমুনিয়াহ কাঢ়িলে। চকুৰ কোণত নিয়ৰৰ টোপালৰ দৰে দুটোপাল চকুলো দেখা গ'ল। মাধৱৰ কিন্তু তাত চকু নপৰিল। তেওঁ পথ্যাদিৰ সম্পৰ্কে মাকক উপদেশ দি অলপ পিচতে বিদায় ল'লে।

# তৃতীয় অধ্যায়

## মাধৱৰ পৰিচয়

মাধৱৰ পূৰা নাম মাধৱচন্দ্ৰ ভূঞা; জাতত কায়স্থ, ঘৰ কামৰূপৰ এখন গাৱঁত। মাধৱৰ পিতাক নিজে শিক্ষিত আছিল, আৰু অৱস্থাও আছিল চকুত লগা। সেই কাৰণে তেওঁ তেওঁৰ দুয়োটা ল'ৰাকে উচ্চ শিক্ষা দিব পাৰিছিল। মাধৱৰ ককায়েক যাদৱে এম, এ, পাচ কৰি হাকিমৰ কাম পায়। এতিয়াও তেওঁ সেই কাম সুখ্যাতিৰে কৰি আছে। মাধৱে যেতিয়া বি, এল, পঢ়ে তেতিয়াই তেওঁৰ পিতাক স্বৰ্গী হয়। মৃত্যুৰ সময়ত তেওঁ তেওঁৰ স্থাৱৰ অস্থাৱৰ সকলো সম্পত্তি উইল কৰি দুয়ো পুতেকক ভাগ কৰি দি যায়।

মাধৱ পঢ়া-শুনাত ভাল আছিল যদিও, তেওঁৰ স্বভাৱটো আছিল কাৰো লগত নিমিলা। পিন্ধা-উৰা, খোৱা-লোৱা, ফুৰা-চকা একোতে সহপাঠী-বিলাকৰ তেওঁৰ মিল দেখা নগৈছিল। আনকি, কলেজত পঢ়োঁতেও তেওঁ কেতিয়াবাহে জোতা পিন্ধে। সৰিয়হৰ তেলৰ বাহিৰে আন তেলৰ লগত তেওঁৰ সম্বন্ধ নাই। খোৱাৰ ভিতৰত দুবেলা দুসাজ ভাত, আবেলি দৈ-চিৰা বা কোমল চাউল, সিও নহ'লে শুদা ভীমকল খায়েই তেওঁ সন্তুষ্ট। চাহ, মিঠাই, কেক্ আদি কেতিয়াবা কাৰবাৰ নিমন্ত্ৰণত খোৱাৰ বাহিৰে নিজৰ ঘৰত তেওঁ কেতিয়াও নাখায়। এইদৰে চলি তেওঁ নিজৰ খৰচৰ টকাৰ পৰা যি ৰাহি কৰিব পাৰে, তাৰে কোনো নিৰাশ্ৰয় ৰোগীক পথ্য কিনি নিয়ে নাইবা জাৰত লবলৈ কম্বলকে এখন দিয়ে। ফুৰা-চকা কৰোঁতেই তেওঁ গোটেই নগৰৰ বাতৰি গোটায়। কোন ঠাইত কি আছে, কাৰ ঘৰত নৰিয়া হৈছে, কোন ঠাইত সংক্ৰামক ব্যাধি হৈছে, ক'ত ডাক্তৰ বা শুশ্ৰূষাৰ প্ৰয়োজন ইত্যাদি সংবাদ সংগ্ৰহ কৰাই তেওঁৰ প্ৰধান উদ্দেশ্য। যিবোৰ ঠাইলৈ আন ভাল মানুহ কেতিয়াও নাযায়, তেনেবোৰ ঠাইলৈ যাবলৈকো তেওঁ অলপো সঙ্কোচ নকৰে। আন কি, মেথৰ-পটিত ৰাতি থাকি ৰোগী শুশ্ৰূষা কৰিবলৈও তেওঁ কুণ্ঠাবোধ নকৰে। কেতি-য়াবা কোনো সহায়-সাৰথিহীন ৰোগীক পৰ দি তেওঁ কলেজকে খতি কৰিছিল। বন্ধৰ দিনত তেওঁ আওহতীয়া গাওঁ-ভুঁইবোৰলৈ গৈ তাৰ মানুহবিলাকৰ অন্ধবিশ্বাস আৰু কুসংস্কাৰ আঁতৰাবলৈ যত্ন কৰিছিল; যাতে তেওঁলোকে সৰু নীতি, সদাচাৰ আৰু সুশিক্ষা লাভ কৰি সকলো প্ৰকাৰে স্বাৱলম্বী হৈ উঠিব পাৰে তাৰ নিমিত্তে নানা প্ৰকাৰে বুজনি দিছিল। কেতিয়াবা গাৱঁৰ লৰাইতক লগত লৈ নিজেই বাট-পদূলি পৰিষ্কাৰ কৰাত লাগি গৈছিল। মাজে মাজে অস্পৃশ্যতানিবাৰণ, গাওঁ-সংগঠন, শিক্ষা-প্ৰচাৰ, স্বাস্থ্য-

নীতি আদি নানান বিষয়ে সৰু সৰু পুথি ছপাই গোটেই দেশতে বিলাই দিছিল। এনেকৈয়ে তেওঁ অসমৰ নানা ঠাইত সমাজ সংস্কাৰ আৰু সংগঠনৰ কাৰ্য্যত লাহে লাহে আগ বাঢ়ি গৈছিল। তেওঁৰ এই চেষ্টাৰ ফলত গোটেই দেশত এটা আলোড়ন দেখা গৈছিল। কিন্তু অহযোগ আন্দোলন আৰম্ভ হোৱাৰ পৰা ৰাজনীতিৰ প্ৰবল সোঁতে আন সকলো আন্দোলন উটুৱাই নিলে। তেতিয়াৰে পৰা তেওঁৰ কাৰ্য্য অকল আৰ্ত্তসেৱাতে সীমাবদ্ধ হৈ পৰিল।

এইখিনিতে কোৱা ভাল যে গুৱাহাটীত মাধৱৰ পিতাকৰ এটা ঘৰ আছিল। কলেজত পঢ়োঁতে তেওঁ সেই ঘৰতে আছিল; লগত আছিল মাত্ৰ এটা চাকৰ।

মাধৱে যদিও বি, এল, পঢ়িছিল, তথাপি ৰোগী পৰিচৰ্য্যা, ধাত্ৰীবিদ্যা আদিৰ শিক্ষাতহে তেওঁ বেছি আগ্ৰহ প্ৰকাশ কৰিছিল। মাজে মাজে তেওঁ ডাক্তৰৰ ঘৰলৈ গৈ সন্দেহজনক কথাৰ মীমাংসা কৰাই লৈছিল।

যথা সময়ত তেওঁ বি, এল, পাছ কৰি উকীল হ'ল, কিন্তু তেওঁৰ ওকালতি তিনি মাহতকৈ বেছি নচলিল। ইয়াৰ ভিতৰত তেওঁ মোকৰ্দ্দমা পাইছিল মাত্ৰ চাৰিটা। প্ৰথমটো আছিল এটা মাৰ-পিটৰ ফৌজদাৰী মোকৰ্দ্দমা। তেওঁক পাঁচ টকা বয়না দি ফৰীয়াদী পক্ষই ধৰিছিল। যিদিনা মোকৰ্দ্দমা উঠিব তাৰ দুদিন আগতে ফৰিয়াদী আহি সুধিলে, —"দেউতা, সাক্ষীকেইটা আপোনাৰ ওচৰলৈ কেতিয়া আনিম?"

মাধৱ : মোৰ ওচৰলৈ আনি কি কৰিবা? যিদিনা মোকৰ্দ্দমাৰ সোধ হ'ব, সেই-দিনা কাছাৰীলৈ লৈ যাবা।

ফৰিয়াদী : সিহঁতে কি ক'ব লাগিব, আগেয়ে শিকাই নথলে কেনেকৈ হ'ব।

মাধৱ : যি জানে তাকে ক'ব, নজনা কথা তো ক'ব নালাগে।

ফৰিয়াদী : সেইদৰে হ'লে সকলো মিছা হ'ব

মাধৱ : তেন্তে তুমি মিছা মোকৰ্দ্দমা কৰিছা। এতিয়া মই মিছা কথা শিকাই তাক সঁচা কৰি দিব লাগে, নহয়?

ফৰিয়াদী : গোচৰ বুলিলে মিছা-সঁচা দুয়োটা আছে। অকল সঁচা কথাৰে জিকিব পৰা হ'লে আকৌ উকীল ধৰিবলৈ আহোঁ কেলেই? আগে-পিচে উকীলে দেখোন নিজে সাক্ষাক মাতি আনি শিকাই লয়।

মাধৱে তাৰ কোনো উত্তৰ নিদি ভিতৰলৈ সোমাই গ'ল। অলপ পিচতে ৰূপ পাঁচ টকা লৈ ওলাই আহি মক্কেলৰ হাতত দি ক'লে—"এইয়া তোমাৰ টকা লোৱা। মই তোমাৰ মোকৰ্দ্দমা চলাব নোৱাৰোঁ।"

মানুহটো ভেবা-চেকা খাই উকীলৰ মুখলৈ চাই থাকিল। তাকে দেখি মাধৱে ক'লে—"লোৱা আৰু এতিয়াই ইয়াৰ পৰা গুচি যোৱা।"

অগত্যা মানুহটোৱে টকা কেইটা লৈ বিদায় ল'লে।

ইয়াৰ পিচত পালে দুটা দেৱানী মোকৰ্দ্দমা। তাত সাক্ষীবাদীৰ-লেঠা বিশেষ নাছিল। কৰ্জ্জা খত দি টকা ধাৰ কৰি যথা-সময়ত পৰিশোধ নকৰাৰ বাবে মহাজনে আদালতৰ আশ্ৰয় ল'ব লগাত পৰিছিল। প্ৰথমটো মোকৰ্দ্দমাৰ দিন পৰাৰ আগতে দেনাদাৰৰ সকলো অৱস্থা অনুসন্ধান কৰি মাধৱে বুজিলে, কোনো কু-মতলবত সি ধন নিদিয়াকৈ থকা নাই; অভাবেইহে তাৰ স্বভাৱ নষ্ট কৰিছে। তেওঁ

তেতিয়া দোনাদাৰক মতাই আনি মাহে মাহে অলপ অলপকৈ পৰিশোধ কৰাৰ বন্দবস্তত পাওনাদাৰৰ লগত মিট্‌-মাট কৰাই দিলে।

দ্বিতীয়টো দেৱানী মোকৰ্দ্দমাৰ যি দেনাদাৰ, তাৰ থকা ঘৰৰ ভেটিটোৰ বাহিৰে আন একো নাছিল। তাৰ ঘৈণীয়েক আৰু লৰা-ছোৱালীৰ নৰিয়াৰ সময়ত সেই টকা ধাৰ কৰা হৈছিল। অকল সেয়ে নহয়, সেই টকাই নোজোৰাত তাৰ ঘৰৰ ভেটিটোৰ বাহিৰে স্থাৱৰ-অস্থাৱৰ সম্পত্তি যি আছিল তাকো বেচি চিকিৎসা চলালে। ইমানতো তাৰ ভাগ্য প্ৰসন্ন নহ'ল। এটা এটাকৈ তাৰ ঘৈণীয়েক, দুটা ল'ৰা আৰু এজনী ছোৱালী মৃত্যুৰ মুখত পৰিল। এতিয়া আছে মাত্ৰ তাৰ ঘৰৰ ভেটিটো আৰু সৰু লৰা এটা। সকলো কথা জানি মাধৱে তেওঁৰ মক্কেলক ক'লে "চোৱাঁ এই মানুহটোৰ ওপৰত মোকৰ্দ্দমা চলোৱাটো বৰ নিষ্ঠুৰ কাম হব। ইফালে তোমাৰ টকাকেইটা এনেয়ে যোৱাও সন্তোষৰ কাম নহয়। সেই কাৰণে তুমি তাৰ সুতখিনি এৰি দিয়াঁ, মূলখিনি ময়ে দিওঁ। সি যদি কেতিয়াবা মোক দিব পাৰে দিব, নোৱাৰে নাই।"

মক্কেল তাতে সম্মত হ'ল। নহ'বলৈ ঘৰৰ ভেটিটোত যে সেইখিনি টকাও ওলাব, তাৰ আশা কম আছিল। মাধৱে তেতিয়াই ভিতৰৰ পৰা আঢ়েকুৰি ৰূপ আনি মোক্কেলৰ হাতত অৰ্পণ কৰিলে। সিও টকাকেইটা লৈ উকীলৰ অদ্ভুত আচৰণত আচৰিত হৈ গুচি গ'ল।

ইয়াৰ পিচৰটো এটা ডাঙৰ ধৰণৰ ফৌজদাৰী। ইয়াৰ সম্পৰ্কতো প্ৰথম মোকৰ্দ্দমাৰেই পুনৰাভিনয় হ'ল। মাধৱে এইবাৰেই ওকালতি নকৰোঁ বুলি শপত খালে। বোধ কৰোঁ তেওঁ ভালেই কৰিলে। মিছা কৰলৈ যাৰ সাহ নাই, অন্যায় দেখি নিৰ্ব্বিকাৰ চিত্তে চাই থাকিবলৈ যাৰ মনোবল নাই, তেনে মানুহ অন্ততঃ আমাৰ দেশত ওকালতি ব্যৱসায়ৰ নিমিত্তে উপযুক্ত নহয়।

পিতাকৰ উইলমতে মাধৱে নগদ টকা চাৰি হেজাৰ গুৱাহাটী নগৰৰ ঘৰ-বাৰী আৰু গাৱঁৰ কপিত মাটি কিছুমান পাইছিল। এতিয়া সেই টকাৰ আধাৰে চাউল-দাইল, লোণ-তেল আদিৰ এখন দোকান পাতিলে। কাৰ্য্যকাৰকৰ ভিতৰত হ'ল মথুৰানাথ নামে এজন মেনেজাৰ আৰু দুজন বিক্ৰীদাৰ। সকলোবোৰ বস্তুৰ দাম লিখা এখন ফলি তেওঁৰ দোকানৰ আগত আঁৰি থোৱা হ'ল। বজাৰ-দৰৰ কম-বেচ হ'লে ফলিতো সাল-সলনি কৰা হয়। খুচুৰা বিক্ৰীৰ মাল গ্ৰাহকে ইচ্ছা কৰিলে নিজে জুখি চাবলৈ বাহিৰতো ডগা-পাল্লা ৰখা হ'ল। অলপ দিনৰ মুৰতে তেওঁৰ দোকান জনাজাত হৈ পৰিল আৰু বিক্ৰীও দিনে দিনে বাঢ়ি আহিবলৈ ধৰিলে। তেওঁ য'ত যি বস্তু সুবিধাজনক দৰত পায় তাৰ সম্বেদ লৈ দুই এটাকৈ বস্তুৰ চালান আনিবলৈ ধৰিলে আৰু সৰু দোকানবোৰক মাল যোগাবলৈ ধৰিলে। ব্যৱসায়ত সাধুতা থাকিলে তাত উন্নতি নোহোৱাকৈ নাথাকে। মাধৱৰ ব্যৱসায়ো দিনে দিনে ডাঙৰ হবলৈ ধৰিলে, কৰ্ম্মচাৰীৰ সংখ্যাও বঢ়াব লগাত পৰিল। তেওঁ যিমান পাৰে কম লাভত বস্তু বেচে, তথাপিও এতিয়া কৰ্ম্মচাৰীৰ দৰমহা আৰু ঘৰৰ ভাড়া দিও তেওঁৰ মাহে ডেৰ শ দুশ টকা লাভ থাকে।

মাধৱ কেতিয়াবা কেতিয়াবাহে দোকানলৈ যায় আৰু হিচাপ-কিতাপ পৰীক্ষা কৰে। মথুৰাৰ ওপৰত তেওঁৰ পূৰা বিশ্বাস আছিল।

এতিয়া মাধৱৰ কামৰ ভিতৰত নগৰৰ সকলো

খবৰ ৰখা, দুখীয়া-ৰুগীয়া, পতিতা আদিক অৱস্থা অনুযায়ী সাহায্য কৰা, অস্পৃশ্যসকলৰ স্বভাৱ পৰিবৰ্ত্তনৰ নিমিত্তে যথাসম্ভৱ কামত তৎপৰ হোৱা। এইবোৰ কাম কৰি আজৰি পোৱা সময়ত তেওঁ কেতিয়াবা কিতাপ পঢ়ে, কেতিয়াবা ছবি আঁকে, কেতিয়াবা প্ৰৱন্ধ নাইবা চিঠি লিখে আৰু কেতিয়াবা এইবোৰ বিষয়কে লৈ বন্ধু-বান্ধৱৰ লগত আলোচনা কৰে। কেতিয়াবা আকৌ কোৰ মাৰি বাৰীত শাক-পাচলিৰ খেতি কৰে।

আগ ডোখৰত যাদৱে নানা উপদেশ দি মাধৱলৈ ঘনাই চিঠি লিখিছিল, কিন্তু মাধৱৰ গঢ়-গতি দেখি আজিকালি চিঠিপত্ৰ প্ৰায় নিলিখাই হ'ল। দেউতাক স্বৰ্গী হোৱাৰ পিচৰ পৰাই মাকো যাদৱৰ লগত থাকে।

মালৱিকাৰ ঘৰ মাধৱৰ ঘৰৰে প্ৰায় লগালগি। মালৱিকাৰ পিতাকৰ নাম মহেশ্বৰ বৰুৱা। তেওঁৰ দুটা ল'ৰা—দেৱেশ্বৰ আৰু যোগেশ্বৰ। আই, এ, পাচ কৰি দেৱেশ্বৰ এতিয়া জীৱনবীমা কোম্পানীৰ এজেণ্ট হৈছে; সেইকাৰণে তেওঁ বেছি ভাগ দিন প্ৰৱাসতে থাকে। যোগেশ্বৰে এতিয়া বি, এ, পঢ়ে। মালৱিকাই এবছৰৰ আগতে মেট্ৰিকুলেশ্যন্ পাছ কৰি এনেয়ে ঘৰতে আছে, কোনো চাকৰি-বাকৰি কৰা নাই। আন ঠাইত চাকৰিৰ আশা আছিল যদিও, পিতাকে ঘৰৰ পৰা আঁতৰি যাবলৈ নিদিয়াত যাব পৰা নাই।

মাধৱে মেট্ৰিকুলেশ্যন্ পাচ্ কৰি যেতিয়া গুৱাহাটীৰ কলেজত নাম লগায়, তেতিয়াৰ পৰাই এই ঘৰতে আছে। মালৱিকাৰ ককায়েক দেৱেশ্বৰ কলেজত তেওঁৰ সহপাঠী আছিল। এনেয়ে লগালগি ঘৰ, তাতে আকৌ দুয়ো একে বিষয়কে পঢ়িছিল। সেইকাৰণে মাধৱ আৰু দেৱেশ্বৰৰ দুয়োখন ঘৰেই নিজা হৈ পৰিছিল। দেৱেশ্বৰহঁতৰ ঘৰত মাধৱলৈ দুৱাৰ সদায় মুকলি। আন নালাগে সোধ-পোছ নোহোৱাকৈ বান্ধনীঘৰত সোমাই ভাত-জলপান খুজি খোৱাতো কোনেও অস্বাভাৱিকতা অনুভৱ নকৰে। মহেশ্বৰ আৰু তেওঁৰ গৃহিণীয়েও মাধৱক নিজৰেই এটা ল'ৰা যেন ভাবে।

মাধৱ যেতিয়া কলেজত ভৰ্ত্তি হয়, মালৱিকাই তেতিয়া ইংৰাজী স্কুলৰ চতুৰ্থ মানত পঢ়িছিল। মাধৱে কেতিয়াবা তেওঁক লিখা-পঢ়া শিকায়, কেতিয়াবা ছবি আঁকিবলৈ শিকায়, কেতিয়াবা ফুৰিবলৈ লগত লৈ যায়।

মাধৱৰ কাম-কাজ, চলন-ফুৰণ দেৱেশ্বৰহঁতৰ লগত নিমিলিছিল। সেই কাৰণে তেওঁলোকে মাধৱক পিন্ধা-উৰা, খোৱা-লোৱা আদিলৈ বিশেষ চকু দিবৰ নিমিত্তে মাজে মাজে উপদেশ দিছিল; ঘাইকৈ কোনো সম্বন্ধ নথকা মানুহৰ ঘৰত ৰোগী-শুশ্ৰূষা কৰা, মানুহৰ অভাৱ হ'লে অস্পৃশ্য মানুহৰ মৃত দেহ নিজে কান্ধত লৈ সংকাৰ কৰিবলৈ নিয়া আদি কাৰ্য্য দেৱেশ্বৰহঁতে ভাল নাপাইছিল আৰু সেইবোৰ এৰি পেলাবলৈ দঢ়াই দঢ়াই কৈছিল। মাধৱে কিন্তু তেওঁলোকৰ অনুৰোধ ৰখা নাছিল।

মালৱিকাৰ মত কিন্তু ককায়েকহঁতৰ লগত নিমিলিছিল। তেওঁ মাধৱৰ এইবোৰ কাৰ্য্য দেখি এফালে যেনেকৈ আচৰিত মানিছিল, আনফালে তেনেকৈ মুগ্ধও হৈছিল।

এদিন ফুৰিবলৈ যাওঁতে মালৱিকাই মাধৱক সুধিলে,—"দাদা, আপুনি সিদিনা সেই কুলিটোৰ শটো নি সংকাৰ কৰিলে গৈ কিয়? ওচৰত কত মানুহ আছিল, আন কি, তাৰ সম্পৰ্কীয় মানুহো আছিল; তেও দেখোন তাৰ পুতেকৰ বাহিৰে আন

কোনেও মুছুলে। আপোনাৰ লগত তাৰ কোনো সম্বন্ধ নাই, তথাপি আপুনি নিলে কিয়?

মাধৱ : মাধৱ মোৰ লগত সম্বন্ধ নাই বুলি কোনে ক'লে তোমাক? চোৱাঁ, সৃষ্টি-স্থিতি-প্ৰলয়ৰ মূল কাৰণ পৰমেশ্বৰ একেজন। তেৱেঁই বহুধা বিভক্ত হৈ মানুহ-গৰু, কীট-পতঙ্গ, তৰু-তৃণ লতা-গুল্ম আদি ৰূপেৰে প্ৰকাশ পাইছে। সেই দেখি প্ৰত্যেকেই সেই বিৰাট দেহৰ একোটা অংশ। তোমাৰ দেহৰ ভিতৰতে চকুৱে যদি কাণক পৰ ভাৱে, হাতে যদি ভৰিক ঘিণ কৰে, তেন্তে দেহৰ অস্তিত্বই নাথাকে, কেনেবাকৈ থাকিলেও সি জীৰ্ণ-শীৰ্ণ হ'ব। সমাজ ৰূপ শৰীৰটোৰো এটা অংশ আন এটাৰ ঘৃণনীয় হ'লে, গোটেই সমাজৰে অৱনতি ঘটে। সেই কাৰণে একে শৰীৰৰ অঙ্গস্বৰূপ সকলো প্ৰাণীতে এটা সহজে মনিব নোৱাৰা অথচ কটকটীয়া বান্ধ আছে।

কেতিয়াবা মালৱিকাই সোধে—"আপুনি খোৱা-লোৱা, পিন্ধা-উৰাত ইমান কিপিণালি কৰে কিয়? স্বাস্থ্যৰক্ষাৰ নিমিত্তেও ভাল সাজ-পাৰ, জানো প্ৰয়োজনীয় নহয়?

মাধৱে উত্তৰ দিয়ে,—"ই তোমাৰ ভুল ধাৰণা। মই তুমি কোৱা এটাতো কিপিণালী কৰা নাই। যিমানখিনিৰ প্ৰয়োজন তাতকৈ কম কৰাকহে কিপিণালি বোলে। কিন্তু মই কেতিয়াও তেনে নকৰোঁ। তুমি ভাবিছা যি দামী দামী সাজ-পাৰ নলও, অথবা নানাবিধ ব্যয়বহুল আহাৰৰ ব্যৱস্থা নকৰে, তেৱেঁই কৃপণ। আচলতে কিন্তু তেনে নহয়। জাৰ গুচাবলৈ বা স্বাস্থ্য-ৰক্ষা কৰিবলৈ যেনে কাপোৰ আৰু সাজপাৰৰ প্ৰয়োজন তেনে কাপোৰ বা সাজ-পাৰ লোৱাত মই কেতিয়াও আপত্তি নকৰোঁ। শৰীৰ আৰু তাৰ শক্তি-ৰক্ষাৰ উপযোগী আহাৰৰ ব্যৱস্থাও মোৰ আছে। কোনোৱে আধলি বা টকা এটা ভাঙি জলপান এবিধ খাই যি খিনি উপকাৰ পায়, মই যদি এক অনা খৰচ কৰিয়েই সিমানখিনি বা তাতোকৈ বেছি উপকাৰ পাব পাৰোঁ, সি মোৰ কিপিণালি নহৈ মিতব্যয়িতা হে হ'ব। তেতিয়া মই বাকী কেই অনাৰে খাবলৈ নোপোৱা কেইবাজনকো মোৰ দৰে একোটা জলপান খুৱাব পাৰোঁ। তদুপৰি খোৱা-লোৱা, কাপোৰ-কানি লোৱাটো মানুহৰ অভ্যাসৰ ওপৰত নিৰ্ভৰ কৰে। দুখীয়াই একেখন কাপোৰেৰেই জাৰ-জহ্ কটায়, ধনীয়ে নানা প্ৰকাৰ কাপোৰ-কানি লৈও অভিযোগ কৰে। কিন্তু ইচ্ছা কৰিলে ধনীও যে সাধাৰণ কাপোৰ-কানিৰে চলিব নোৱাৰিব এনে নহয়। মই এনেকৈ কাপোৰ-কানি পিন্ধি কেতিয়াও অসুকাল বোধ কৰা নাই। তোমাক বোধকৰোঁ নক'লেও হ'ব, এশ-ডেৰশ টকাৰ সাজ-পাৰ পিন্ধা কোনো মানুহতকৈ মোৰ স্বাস্থ্য বেয়া নহয়, অথচ ছয়-সাত টকাতকৈ অধিক মূল্যৰ সাজ-পাৰ মোৰ নাই।

মাধৱৰ কথা যে সকলোখিনি মালৱিকাই বুজে এনে নহয়, তথাপি যিখিনি বুজে তাতেই মাধৱৰ উদ্দেশ্যে তেওঁৰ শিৰ নত হয়। মাধৱক তেওঁ ভাল পায়, কেতিয়াবা জয়েকে বাপেকক ভাল পোৱা দি, কেতিয়াবা ভনীয়েকে ককায়েকক ভাল পোৱাৰ দৰে, আকৌ কেতিয়াবা এজন অন্তৰঙ্গ বন্ধুৰ দৰে।

প্ৰায় দিনেই মালৱিকা আৰু মাধৱৰ সাক্ষাৎ

হয়। মাধৱলৈ অপেক্ষা কৰাটো মালৱিকাৰ দৈনিক কাৰ্য্যৰ ভিতৰৰে এটা।

আজি-কালি মালৱিকাও ওচৰ-চুবুৰীয়াৰ ঘৰত জ্বৰ-নৰিয়া হ'লে প্ৰায়ে ভু-ভা লয়, পথ্যাদি প্ৰস্তুত কৰি দিয়ে, লৰা-ছোৱালী বা তিৰোতাৰ টান নৰিয়া হ'লে ৰাতি থাকিও পৰ দিয়ে। মুঠতে মাধৱৰ আহিঁ পূৰাকৈ ল'ব নোৱাৰিলেও মালৱিকাক তেনে আহিঁত চলিবলৈ চেষ্টা কৰা দেখা যায়।

# চতুৰ্থ অধ্যায়

## পতিতা

সেই দিনা ৰাতি প্ৰতিমাৰ ওচৰৰ পৰা আহি মাধৱ মালৱিকাহঁতৰ ঘৰলৈ গ'ল। মালৱিকাই তেতিয়া মাধৱে দিয়া এল্‌বাম্‌খনকে লৈ ছবি চাই আছিল। মাধৱ গৈ ওচৰতে বহিল। মালৱিকাই সুধিলে—"কলৈ গৈছিল?"

মাধৱ : চুৰ কৰিবলৈ।

মালৱিকা : যাওক, কি ধেমালিখন কৰে!

মাধৱ : তুমি দেখোন জানাই, মই মিছা কথা ক'ব নাজানো! সঁচাকৈয়ে চুৰ কৰিবলৈ গৈছিলোঁ।

মালৱিকা : কি চুৰ কৰিলে?

মাধৱে তেওঁৰ চুৰ কৰাৰ কাহিনী বিবৰি ক'লে। মালৱিকাই কোনো মন্তব্য প্ৰকাশ নকৰি থৰ লাগি শুনি থাকিল।

মাধৱে ক'লে —"কি হে! থৰ লাগিলা দেখোন! তুমি হবলা মোক চোৰ বুলি আজিহে জানিলা! নহয়, মই ল'ৰা কালতে এবাৰ আগেয়েও চুৰ কৰিছিলোঁ। কিয় শুনিবা? পিতাৰ পৰা এটা মানুহে ৰূপ আঢ়ৈ কুৰি ধাৰ কৰিছিল, সুতেমূলে হ'লগৈ এশৰ ওপৰ। তাৰ অৱস্থা তেতিয়া ইমান বেয়া হৈ পৰিছিল যে সিমানখিনি টকা দিবৰ তাৰ কোনো উপায় নাছিল। ইপিনে দেউতাই এনেয়ে আদায় হোৱাৰ আশা নেদেখি, আদালতৰ আশ্ৰয় ল'লে আৰু টকা ডিক্ৰী পাই তাৰ ঘৰ-মাটি ক্ৰোক কৰিলে। মানুহটোৱে আহি পিতাৰ ওচৰত পাৰে-মানে কান্দিলে। পিতাই ক'লে—"ডিক্ৰী পোৱা ছকুৰি টকাৰ ভিতৰত তই যদি মূল পঞ্চাশ টকা আৰু খৰচৰ বাবদ দহ টকা, মুঠ তিনি কুৰি টকা এসপ্তাহৰ ভিতৰত দিব পাৰ তেন্তে বাকীখিনি এৰি পেলাম। কিন্তু মোক নগদ টকা লাগে, খত-পত্ৰ নালাগে।" কিন্তু সি নগদ টকা দিব ক'ৰপৰা? আগেয়েই সি ক'তো ধাৰ নাপালে, এতিয়া আকৌ ভেটি-মাটি যাবলৈ ধৰা অৱস্থাত তাক কোনে টকা দিব! মানুহটোৰ দুৰৱস্থা দেখি মোৰ বেজাৰ লাগিল। মই তেতিয়া আইৰ হাতনিপেৰাৰ পৰা ৰূপ তিনি কুৰি চুৰ কৰি নি মানুহটোক গোপনে দি আহিলোঁ। সি তাৰে দেউতাৰ লেঠা মাৰি দি সম্পত্তি ৰক্ষা কৰিলে।

মালৱিকা : ঘৰত সেই টকাৰ বিচাৰ নললে জানো?

মাধৱ : লৈছিল। আয়ে সেই টকা কম পাই বাকচৰ টকা উৰাই-ঘূৰাই লেখা দেখি-য়েই মই বুজিলোঁ এখন গোলমাল নোহোৱাকৈ নাথাকে। মই সেই কাৰণে আইৰ কাষ চাপি সুধিলোঁ—"কি হ'ল আই?"

আয়ে ক'লে—"টকা তিনিকুৰি দেখোন কম ওলাইছে। চোৰে নিয়া হ'লে গোটেইখিনি নিলে-

হৈঁতেন ; তিনি কুৰি নি বাৰ্ক থিনিনো এৰিব কিয় ?"

মই তেতিয়া আইৰ আগত সকলো কথা ভাঙি-ছিঙি ক'লোঁ। আয়ে যদিও মোক খং কৰি সতৰ্ক কৰি দিলে, দেউতাৰ আগত একো নুলিয়ালে। মই ৰক্ষা পৰিলোঁ। মানুহটোৱেও দুবছৰমানত অলপ অলপকৈ টকাকেইটা পৰিশোধ কৰিলে। আমাৰ ঘৰৰ প্ৰতি আজিলৈকে তাৰ এটা আপোন ভাব আছে ; আন কি, যি কোনো খেতিৰ বস্তু প্ৰথমেই আমাৰ ঘৰত অলপ নিদিয়াকৈ সি নিজে নাখায়।

মালৱিকা মৌন হ'ল। এই অদ্ভুত মানুহটোক তেওঁ ভালকৈ বুজিব নোৱাৰিলে ; অথচ তেওঁৰ গাত এনে কিবা এটা আছে যাৰ বাবে মালৱিকাই তেওঁক শ্ৰদ্ধা নকৰি নোৱাৰে।

মাধৱে সুধিলে—"কি হে ! কথা নোকোৱা যে ! কি ভাবিছা ?"

মালৱিকা : কি ভাবিছোঁ ক'লে কি জানি আপোনাৰ খঙেই উঠে।

মাধৱ : নুঠে, কোৱাঁ।

মালৱিকা : আপুনি প্ৰতিমাৰ স্বভাৱ চৰিত্ৰৰ কথা সকলো শুনিছে—এই নগৰত সুশুনা মানুহ কোনো নাই। তেওঁৰ নিমিত্তে আপুনি ইমান যত্ন আৰু কষ্ট স্বীকাৰ কৰা, আন কি, চুৰ কৰা কথা শুনিলে মানুহে আপোনাৰ বিষয়ে কিবাকিবি নভবাকৈ থাকিব নে ?

মাধৱ : মানুহে যি হকে ভাবক, তাক ভাবিবলৈ মোৰ অৱসৰ নাই। মই যিটো কৰ্ত্তব্য বুলি বুজোঁ তাক কৰিমেই।

মালৱিকা : কিন্তু মানুহে মিছা সন্দেহ কৰি জানো আপোনাৰ ওপৰত আস্থা হেৰুৱাব নোৱাৰে ? আৰু যদি ভুলকৈয়ে হওক বা শুদ্ধকৈয়ে হওক, আপোনা'ৰ ওপৰত মানুহৰ অবিশ্বাস জন্মে, তেতিয়া জানো আপোনাৰ কৰ্ত্তব্যত ব্যাঘাত নজন্মাকৈ থাকিব ? সেই কাৰণে সমাজৰ মতামতলৈকো কাণ দিয়া উচিত বুলি মই ভাবোঁ।

মাধৱ : সমাজ সমাজ নকৰিবা। সমাজ ক'ত আছে ? দুৰ্ব্বলক উৎপীড়ন কৰিবলৈ, নাৰীক পদদলিত কৰিবলৈ, দেৱতাক নৰকৰ গাতত হেঁচি সুমুৱাবলৈ সমাজ আছে ; কিন্তু বিপন্নক পৰিত্ৰাণ কৰিবলৈ, নাৰীৰ মৰ্য্যাদা ৰক্ষা কৰিবলৈ, পাতকীক নৰক-কুণ্ডৰ পৰা উদ্ধাৰ কৰিবলৈ কোনো সমাজ নাই। এনে আপোনপেটীয়া সমাজৰ শাসন মানি চলিবলৈ মই কেতিয়াও প্ৰস্তুত নহওঁ। আন নালাগে, প্ৰতিমাইঁতৰ কথাকে ধৰা যাওক।—প্ৰতিমাৰ মাক আছিল বামুণৰ ছোৱালী। সমাজৰ শাসনত পৰি বাপেকে দিলে দহ বছৰতে বিয়া আৰু তেওঁ বিধৱা হ'ল এঘাৰ বছৰত। তেওঁ বিয়াৰ অৰ্থও নুবুজিলে, স্বামী কি বস্তু তাৰো ধাৰণা কৰিব নোৱাৰিলে। সমাজৰ ব্যৱস্থা হ'ল তেওঁ চিৰজীৱন ব্ৰহ্মচাৰিণী হৈ থাকিব লাগিব। কিন্তু কোৱাঁচোন তেনে জীৱন অতিবাহিত কৰিবলৈ মুখেৰে ব্যৱস্থা দিয়াৰ বাহিৰে সমাজে আন কি কৰিলে ! সকলো ভোগ-বিলাস

আৰু প্ৰলোভনৰ মাজত এৰি দি সমাজে ক'লে—"খবৰ্দ্দাৰ! এইবোৰলৈ চকু নিদিবা।" সমাজে ভাবি নাচালে বিধৱাৰো সধৱাৰ দৰেই তেজ-মঙহ আছে, অঙ্গ-প্ৰত্যঙ্গ আছে, কামনা-বাসনা আছে। হয় তেওঁক এনে এটা কৰ্ম্ম-পন্থা আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজত ৰাখিব লাগিছিল, যাতে স্বাভাৱিক প্ৰবৃত্তিবিলাক বিকাশ পাবলৈ সুৰুঙা নাপায়, নহলে পুনৰ্বিবাহৰ ব্যৱস্থা দিব লাগিছিল। কিন্তু সমাজে তাৰ এটাও নকৰিলে। এনে অৱস্থাত যদি এই বাল-বিধৱাৰ ভোগাকাঙ্ক্ষা বিলাসী যুৱকৰ প্ৰলোভনৰ ইন্ধনত জ্বলি উঠিল, তাৰ বাবে সমাজেই ঘাইকৈ জগৰীয়া নহয় নে? তাৰ পিচত সেই সমাজৰে কোনোবা বৰমূৰীয়াৰ ঘৰৰ কোনোবা লম্পটৰ জালত পৰি তেওঁ হ'ল অন্তঃসত্বা। সমাজে কৰিলে কি? একে দোষতে দোষী পুৰুষজন সমাজত মান ভাগ খাই থাকিল আৰু বিধৱা হ'ল বহিষ্কৃতা। এদিন হয়তো তেওঁৰ ভৰি পিছলিছিল, কিন্তু সমাজৰ এই ব্যৱস্থাই তেওঁক তুলি ধৰা দূৰৰ কথা, একেবাৰেই নৰককুণ্ডলৈ নমাই দিলে। এতিয়া কোৱাঁ, দোষ কাৰ—প্ৰতিমাৰ মাকৰ নে সমাজৰ?

সমাজৰ দোষত তেওঁ আজি পতিতা, সমাজ আৰু ঘৰৰ পৰা বিতাড়িতা। তেওঁৰ উপায় নোহোৱা হ'ল। কেচুৱা ছোৱালীটি লৈ তেওঁ ঠাই ল'লেহি নগৰৰ এচুকৰ সেই পঁজাটিত। জন্মদাতাই কেতিয়াও তাইৰ খবৰ নললে। তেওঁ কি কৰিব! আধি-কটন, কাটি, শাক-পাচলিৰ পোহাৰ দি ছোৱালীজনী ডাঙৰ কৰিলে, স্কুলত পঢ়াই মাইনৰ পাছ কৰালে। হ'ব পাৰে এই আশ্ৰয়হীন অৱস্থাত তেওঁ বহুতৰ লগত অবৈধ প্ৰণয়ত লিপ্ত আছিল; কিন্তু সমাজে জানো তেওঁৰ জীৱিকাৰ নিমিত্তে তাৰ বাহিৰে আন কিবা বাট ৰাখিছিল? আন কালে স্বামী বুলি মনত ৰাখিবলগীয়া কাৰো অস্তিত্ব অনুভৱ কৰিবৰো তেওঁ সুবিধা পোৱা নাছিল।

মালৱিকা : মাকৰ বাৰু সেয়ে। প্ৰতিমাৰ স্বভাৱ-চৰিত্ৰৰ কথাওতো সকলোৰে জনাজাত।

মাধৱ : প্ৰতিমাৰ ৰূপ আছে, যৌৱন আছে, সেই ৰূপ-যৌৱনত মুগ্ধ যুৱক আছে; কিন্তু থিয়া কৰাওঁতা কোনো নাই, পথ প্ৰদৰ্শক নাই, অভিভাৱক নাই। এনে স্থলত যদি তেওঁৰ পতন ঘটিছে, তাত আচৰিত হ'বলগীয়া একো নাই।

মালৱিকা : সেই কাৰণেই কৈছোঁ, আপুনি যি ভাবে ঘনিষ্ঠতা কৰিছে সি ভাল হোৱা নাই।

মাধৱ : তুমি তেন্তে মোৰ ওপৰত সন্দেহ কৰিছা।

মালৱিকা : কেতিয়াও নাই কৰা, কাৰণ মই আপোনাক চিনি পাওঁ। কিন্তু আন মানুহে আপোনাৰ বিষয়ে অশ্ৰাব্য আলোচনা কৰা কাণত পৰিছে।

মাধৱ : কৰিবলৈ দিয়াঁ। যাৰ কোনো কাম নাই, সি এনেবিধৰ আলোচনাৰ বাহিৰে

সময় কটাবলৈ আৰু কি পাব। সি যি নহওক, সিহঁতক যে সময় কটাবলৈ সুযোগ এটা দিব পাৰিছো, সেয়ে মোৰ পক্ষে যথেষ্ট।

কথা পাতি থাকোঁতেই ঘড়িত টং টং কৈ এঘাৰ বাজিল। কথাৰ কোবত কিমান সময় হ'ল তেওঁ-লোকৰ তাৰ গমেই নাছিল। এতিয়া মাধৱ ঘৰলৈ আহিবলৈ উঠিল, মালৱিকাও শুবলৈ গ'ল।

# পঞ্চম অধ্যায়

## অভিভাৱক

প্ৰতিমাৰ নৰিয়া ভাল হোৱা দুসপ্তাহমান হৈছে। ইযাৰ ভিতৰতে সুপথ্যৰ ব্যৱস্থাৰ গুণত গালৈ আগৰ বৰণ, আগৰ তেজ ঘূৰি আহিছে। নৰিয়াৰ সময়ত তেওঁৰ পদূলিৰ আগেদি অহা-যোৱা কৰা মানুহৰ সংখ্যা কমি গৈছিল, এতিয়া আকৌ বাঢ়িবলৈ ধৰিছে। এতিয়াও মাধৱে মাজে-সময়ে ভু-ভা লৈয়েই থাকে।

এদিন সন্ধ্যা সময়ত মাধৱ প্ৰতিমাৰ ঘৰলৈ গৈছিল। তেতিয়া প্ৰতিমাৰ মাক ঘৰত নাছিল। মাধৱে থিয়ৈ থিয়ৈ তেওঁৰ শাৰীৰিক কুশল-বাতৰি লৈ তেওঁৰ কিবা অভাব আছেনে নাই সুধিলে আৰু উত্তৰ সন্তোষজনক হোৱাত আহিবলৈ ওলাল। প্ৰতিমাই বাধা দি ক'লে—"এখন্তেক বহক।"

মাধৱে বহি প্ৰতিমাক সুধিলে,—"তোমাৰ কিবা প্ৰয়োজন আছে নেকি?"

"আছে" বুলি প্ৰতিমা ওচৰ চাপি বহিলহি। তাৰ পিচত ক'লে—"আপুনি মোক মৰিব'লৈ এৰি নিদিলে কিয়?"

মাধৱে তেওঁ প্ৰশ্নৰ কোনো কাৰণ বিচাৰি নাপাই থৰ লাগি ৰ'ল। তাৰ পিচত ক'লে,—"মই তোমাৰ প্ৰশ্ন বুজি পোৱা নাই। জীৱন-মৰণ ঈশ্বৰৰ হাতত। মই মানুহ-হিচাবে মোৰ কৰ্ত্তব্য মাথোন কৰিছোঁ।"

প্ৰতিমা : তাকেই বা কৰিলে কিয়? মোৰ আই পতিতা, মই তেওঁৰ কন্যা যেতিয়া পতিতা নহ'লেও পতিতা। মোৰ মৃত্যুয়েই ভাল আছিল।.........

মাধৱ : তোমাৰ শিক্ষা আছে, শক্তি আছে, কামত লগাব পাৰিলে কিমান জন-হিতকৰ কাম কৰিব পাৰিবা। মৃত্যু কামনা কৰা কিয়?

প্ৰতিমা : কিয় কৰোঁ শুনক। মোৰ বয়স এতিয়া ওঠৰ। মোৰ ৰূপ আছে, যৌৱন আছে, এই বয়সৰ সকলো প্ৰবৃত্তি সজাগ হৈ আছে। কিন্তু মোৰ অভিভাৱক নাই। আই প্ৰায়ে ঘৰত নাথাকে। এই অৱস্থাৰ সুযোগ লৈ কত ডেকাই—ডেকাইহে নালাগে আদহীয়ায়ো মোৰ ওচৰ চাপি-বৰ চেষ্টা কৰে, তাৰ লেখ-জোখ নাই। যিবিলাকে দিনত মোৰ ঘৰত ভৰি দিলেও অপৱিত্ৰ হয় বুলি ভাবে, তেনে-বোৰেই ৰাতি আন্ধাৰত মোৰ ওচৰত প্ৰেমভিক্ষা কৰিবলৈ আহে। কিন্তু কোনেও হ'লে বিয়াৰ নাম নলয়। ইহঁতৰ হাতৰ পৰা মই কেনেকৈ ৰক্ষা পাম, কেনেকৈ শান্তি লাভ কৰিম! একালে ইহঁতৰ ভয়ত দিন-ৰাতি কঁপি থাকিব লাগে, আনফালে বাহিৰত

মোৰ দুৰ্ণাম, কলঙ্কৰ প্ৰচাৰ শুনি নিজৰ জীৱনকে ধিক্কাৰ দিব লাগে। এদিন নহয়, দুদিন নহয়, চিৰদিনেই এই ভয়, এই অপমান লৈ জীয়াই থাকি মই শান্তি পাব পাৰোঁ নে? মৃত্যুৰ বাহিৰে কিহে মোক শান্তি দিব। আপুনি দেৱতা, আপোনাক মই ভাণ্ডি কওঁ—মৃত্যুৰ বাহিৰে এতিয়া মোৰ কাম্যবস্তু একো নাই। আপুনি ভুল কৰিলে, প্ৰাণ ৰক্ষা কৰি ভীষণ অপকাৰ কৰিলে।

মাধৱে নীৰৱে শুনি যাবলৈ ধৰিলে। প্ৰতিমাৰ কথাৰ তেওঁ কোনো সমিধান বিচাৰি নাপালে।

প্ৰতিমাই কৈ যাবলৈ ধৰিলে,—"স্বাভাৱিক মৃত্যু বৰ সুখৰ, বৰ আনন্দৰ হ'লহেঁতেন। কিন্তু সি হৈ নুঠিল। এতিয়া অস্বাভাৱিক মৃত্যুক আহ্বান কৰাৰ বাহিৰে মোৰ আন উপায় একো নাই।"

মাধৱ : তুমি বাৰে বাৰে মৃত্যু কামনা কৰিছা কিয়? মৃত্যুক বিচাৰিব নালাগে, যেতিয়া তাৰ সময় হ'ব, তেতিয়া তুমি হাজাৰ সতৰ্কতা অৱলম্বন কৰিলেও বাধা দিব নোৱাৰা, সি আহিবই। সেইবোৰ এৰি পেলোৱাঁ। এতিয়া মৰণৰ কথা নাভাবি কেনেকৈ জীৱনৰ সদ্ব্যৱহাৰ কৰিব পাৰি তাকে ভাবাঁ।

প্ৰতিমা : মই আগেয়ে কৈছোঁ এজন অভিভাৱক নহ'লে মই আত্মৰক্ষা কৰিব নোৱাৰোঁ। বৰ্ত্তমানৰ দৰেই থাকিব লাগিলে জীৱন নিৰ্ব্বাহৰ উপায় নিবিচাৰি, জীৱন বিনাশৰ উপায় বিচাৰিবলৈ মই বাধ্য।

বহুত বেলি মৌনভাৱে চিন্তা কৰাৰ পিচত মাধৱে ক'লে,—"মই হ'ম তোমাৰ অভিভাৱক, যদি তুমি মই দেখুৱাই দিয়া বাটেদি চলিবলৈ গাত লোৱা।"

প্ৰতিমা : হ'ব? জীৱনে-মৰণে, সম্পদে-বিপদে মোক নেৰে?

মাধৱ : "নেৰোঁ" যদি তুমি মোৰ কথামতে চলা।

"আপুনিয়েই মোৰ ঈশ্বৰ"—এই বুলি প্ৰতিমাই মাধৱক সেৱা কৰি দুয়োটা ভৰিত সাৱটি ধৰিলে।

"উঠাঁ, উঠাঁ"—বুলি মাধৱে প্ৰতিমাক হাতত ধৰি তুলিব খুজিলে। প্ৰতিমাই আঠু কঢ়া ভাবেই গাটো পোনাই, মুৰটো মাধৱৰ কোলাত গুজি দি উচুপি উচুপি কান্দিবলৈ ধৰিলে। মাধৱে সান্ত্বনা দিবলৈ যত্ন কৰিলে।

ঠিক এনে সময়তে ঘপহ্ কৰে দুৱাৰ মেলি দুজন ডেকা সোমাই আহিল। মাধৱে সিহঁতক চিনি পালে; সিহঁতেও মাধৱক নিচিনাকৈ থকা নাই। মাধৱক দেখি এজনে ক'লে,—"ঠিক হৈছে সমাজ সংস্কাৰকৰ কাৰ্য্য!"

আন জনে ক'লে,—"এওঁৰ বিদ্যা ইমানখিনি পাইছেগৈ বুলি কোনোবাই ভাবিব পাৰিছিল নে?"

যি অৱস্থাত সিহঁতে মাধৱ আৰু প্ৰতিমাক দেখা পাইছিল, আগগুৰি নজনাকৈ তেনে অৱস্থাত দেখিলে যেয়েসেয়ে একে কথাকেই ক'ব। মাধৱৰ মনটো অলপ কেনেবা কেনেবা লাগিল।

মানুহ দুটা তেতিয়াই ওলাই গ'ল আৰু তেওঁলোকৰ পৰাই অলপ সময়ৰ ভিতৰতে ঘটনাটো মানুহৰ বিশেষ আলোচনাৰ বিষয় হৈ বিয়পি পৰিল।

প্ৰতিমাই দুখন চিঠি আনি মাধৱৰ হাতত দি ক'লে—"এই দুজনেই আজি এই দুখন প্ৰেম-পত্ৰ দিছিল।"

মাধৱে প্ৰথমতে নপঢ়োঁ বুলিছিল, কিন্তু প্ৰতিমাৰ বিশেষ অনুৰোধত শেহত পঢ়ি চালে। তাত তেওঁলোকে নানা প্ৰলোভন দেখুৱাই প্ৰতিমাক তেওঁলোকৰ প্ৰেম-জ্ঞাপন কৰিছিল আৰু দুয়োখনতে ভাষাত একে নহ'লেও ভাবত একে গঢ়েৰে মাধৱৰ কথা উল্লেখ কৰিছিল। মাধৱ যে এটা অহৌবলিয়া, মাধৱৰ কথা শুনিলে যে প্ৰতিমাৰ জীৱন মৰুভূমিত পৰিণত হ'ব, প্ৰতিমাৰ অতুলনীয় ৰূপৰাশি কৃপণৰ ধনৰ দৰে সাঁচি থৈ তাৰ সদ্ব্যৱহাৰৰ পৰা বিৰত হ'লে যে তেওঁৰ নিজৰ আৰু লগতে সৃষ্টিকৰ্ত্তাৰো অৱমাননা কৰা হ'ব ইত্যাদি কথা বিস্তৃত ভাৱে লিখা হৈছিল। মাধৱে চিঠি কেইখন পঢ়ি বেজাৰৰ লগতে কিছু আমোদ উপভোগ কৰিলে। তেওঁ এটা কথা মাথোন বুজিবলৈ টান পালে, কিয় দুয়োজন লগ লাগি প্ৰতিমাৰ ঘৰলৈ আহিছিল।

দেখাত কথাটো অস্বাভাৱিকেই। কিন্তু আচল কথা হৈছে তেওঁলোক গুৰিৰে পৰা লগেৰে অহা নাছিল, দুয়ো দুফালৰ পৰা আহি প্ৰতিমাৰ ঘৰৰ মুখতে মুখা-মুখি হৈ পৰিছিল। তেতিয়া প্ৰতিমাৰ ঘৰত মাধৱ আৰু প্ৰতিমাৰ কথা-বতৰা চলি আছিল। এই সুযোগ পাই দুয়ো নিজ নিজ উদ্দেশ্য গোপন কৰি প্ৰতিমাৰ ঘৰত কোন আছে তাক চোৱাৰ অভিপ্ৰায় প্ৰকাশ কৰিলে আৰু আগেয়ে কোৱাৰ দৰে সোমাই আহিল।

চিঠি দুখন পঢ়া হ'লত মাধৱে তাক প্ৰতিমাৰ হাতত ঘূৰাই দিলে। প্ৰতিমাই তেতিয়াই দুয়োখন চিঠি টুকুৰা-টুকুৰকৈ ফালি পেলাই দি ক'লে,—"মই পাওঁতেই ফালি পেলাই দিলোঁহেতেন, অকল আপোনাক দেখুৱাবলৈ বুলিহে নফলাকৈ থৈছিলোঁ।

মাধৱ : এনে চিঠি পালে এটা কাম কৰিবা। তুমি তাৰ উত্তৰ দিবা। উত্তৰত লিখিবা —"আপোনাৰ চিঠি পঢ়ি আনন্দ পালোঁ। আপোনাৰ দৰে এজন সদাশয় লোকৰ প্ৰণয়পাত্ৰী হ'ব পৰাটো পৰম ভাগ্যৰ কথা। চিঠিৰ পৰা বুজিব পাৰিছোঁ আপুনি মোক ভাল পায়, গতিকে বিবাহ-বন্ধনত আবদ্ধ হ'বলৈ সাজু। যদি সেয়ে হয়, প্ৰস্তাৱটো চিঠিৰে মোলৈ নকৰি সমাজৰ প্ৰচলিত প্ৰথামতে আইৰ ওচৰত কৰিব।"

প্ৰতিমা : লিখিম তেন্তে আজিৰ পৰা।

মাধৱ : তাৰ পিচত কথা হৈছে কু-চিন্তা, কু-ভাব আঁতৰাই ৰাখিবৰ একমাত্ৰ উপায় কাম। সদায় এটা নহয় এটা কামত ব্যস্ত থাকিলে কুচিন্তাৰ ভূতে লম্ভিবলৈ সুযোগ নাপায়।

প্ৰতিমা : মোৰ যে কৰিবলৈ কামেই নাই।

মাধৱ : কাম বহুত আছে। কামৰ অভাৱ কেতিয়াও নহয়, অভাৱ কৰোঁতাৰ।

প্ৰতিমা : কিন্তু মই কৰিব পৰা কাম হ'লেহে!

মাধৱ : তুমি কৰিব পৰা কামেই আছে। তোমাৰ ওচৰতে বহুতো দুখীয়া মানুহ থাকে। সিহঁতৰ লৰা-ছোৱালীবিলাক পঢ়াশালিলৈ নাযায়। সিহঁতক তুমি তোমাৰ ঘৰতে পঢ়াবলৈ লোৱা আৰু লেতেৰা অভ্যাস এৰিবলৈ শিকোৱা। যদি এই কাৰ্য্যত সিহঁতৰ আগ্ৰহ জন্মাব পাৰা, সময়ত ইয়াতে এখন পঢ়াশালিও হ'ব পাৰে। ইয়াৰ বাহিৰেও কোনো ভদ্ৰলোকৰ সৰু লৰা-ছোৱালী পঢ়াব-

লৈকো ল'ব পাৰা। তাত তোমাৰ সজ কামত সময় কটোৱাও হ'ব লগতে কিছু উপাৰ্জ্জনো হ'ব। বাকী সময়ত বোৱা-কটা কৰিবা, ভাল ভাল কিতাপ পঢ়িবা। যেনে কিতাপ পঢ়িলে তোমাৰ জ্ঞান অৰ্জ্জাও হ'ব, আৰু কামতো লাগিব তেনে কিতাপ ময়ে তোমাক সময়ে সময়ে দি থাকিম। আৰু এটা কথা, ওচৰ চুবুৰীয়াৰ ঘৰত জ্বৰ-নৰিয়া হ'লে, আৰু শুশ্ৰূষাৰ প্ৰয়োজন দেখিলে ৰং মনেৰে তাত যোগ দিবা। এতিয়া মই যাওঁ, তুমি কিন্তু প্ৰেম কৰিবলৈ অহা কাকো আসৈ নিদিবা।

প্ৰতিমা : কেতিয়াও নিদিওঁ। আপুনি কিন্তু দিনৌ একোবাৰ যেন দেখা দি যায়। সেয়ে হ'লেই কোনো দুৰ্ব্বৃত্তই ওচৰ চাপিবলৈ সাহ নকৰে।

মাধৱ : তোমাৰ অভিভাৱক হৈছোঁ যেতিয়া তুমি মোক কৰ্ত্তব্য সোঁৱৰাই দিবৰ প্ৰায়োজন নাই।

মাধৱে বিদায় ল'লে। প্ৰতিমাই মাধৱক দেখা পোৱালৈকে চাই থাকি দুৱাৰ মাৰিলে আৰু নীৰৱে বহি মনত ভূত-ভৱিষ্যতৰ চিত্ৰ আঁকিবলৈ ধৰিলে।

## ষষ্ঠ অধ্যায়

### মাধৱৰ প্ৰতিজ্ঞা

মাধৱে প্ৰতিমাৰ ওচৰত যি কৈছিল তাক আখৰে আখৰে পালন কৰিলে। তেওঁ তেওঁৰ এজন উকীল বন্ধুক কৈ-মেলি তেওঁৰ সৰু ল'ৰা-ছোৱালী দুটাক পঢ়াবৰ নিমিত্তে মাহে দহ টকা দৰমহাত প্ৰতিমাক নিযুক্ত কৰালে। পঢ়িবলৈকো কাৰ্য্যকৰী শিক্ষা পাব পৰা কিতাপ দুই এখনকৈ দিবলৈ ধৰিলে। ইমানতেই শেষ নহয়, প্ৰতিমাৰ গতি-বিধি, কাম-কাজ সকলোলৈকে তেওঁ বিশেষভাৱে চকু ৰাখিবলৈ ধৰিলে আৰু প্ৰয়োজন মতে সৎপৰামৰ্শ দি প্ৰতিমাক নতুনকৈ গঢ়িবলৈ উঠি-পৰি লাগিল।

মাধৱৰ যত্নত এতিয়া প্ৰতিমা আৰু আগৰ প্ৰতিমা হৈ থকা নাই। এতিয়া তেওঁ পুৱাতে উঠি ঘৰ-দুৱাৰ সাৰি-মচি গা ধোৱে, আৰু অলপ কিবা খাই লৈ ঘৰতে ওচৰ-চুবুৰীয়াৰ ল'ৰা-ছোৱালীক দুঘণ্টামান শিক্ষা দিয়ে। দুপৰীয়া খাই-বৈ উঠি অলপ জিৰণি লৈ কেতিয়াবা চিলাই কৰে, কেতিয়াবা তাঁত বয়। গধূলি ল'ৰা-ছোৱালী পঢ়াবলৈ যায় আৰু ৰাতি নমান বজাত ঘূৰি আহে। ৰাতি আহোঁতে যাৰ ঘৰত পঢ়াবলৈ যায় তেৱেঁই চাকৰৰ হতুৱাই থোৱায়, কেতিয়াবা পলম হোৱা দেখিলে মাক গৈ লৈ আহে। ৰাতি কেতিয়াবা ভাত ৰান্ধে, আৰু মাকে ভাত ৰান্ধিলে কিতাপ পঢ়ে নাইবা ৰচনা লিখে।

প্ৰতিমাৰ দৈনিক কাৰ্য্যতালিকাৰ পৰা বুজা যায়, এতিয়া তেওঁৰ ঘৰলৈ আগৰ দৰে আলহীৰ সমাগম নাই। কাৰণ যি সময়টো তেনে আলহীৰ পক্ষে মহেন্দ্ৰ-ক্ষণ, সেই সময়ত কোনোবা আহিলেও প্ৰতিমাৰ লগত সাক্ষাৎ নোহোৱাকৈয়ে উলটিব লগাত পৰে। চিঠি-পত্ৰ অৱশ্যে প্ৰথম ডোখৰত বহুতো আহিছিল, কিন্তু মাধৱে শিকোৱামতে বিয়াৰ প্ৰস্তাৱ কৰি উত্তৰ দিয়াত সকলোটিয়ে নিতাল মাৰিলে। *যি দুই এজনে বিশেষ চেষ্টা কৰি লগ*

ধৰিছিল, বিয়াৰ প্ৰস্তাৱত তেওঁলোকো আঁতৰ হ'ল। অকৃতকাৰ্য্য হৈ তেওঁলোকৰ মনত মাধৱৰ প্ৰতি হিংসা আৰু ঈৰ্ষাভাৱে ঠাই ল'লে, মাধৱক কিবা এটা কৰিব নোৱাৰিলে যে তেওঁলোকৰ ইচ্ছা পূৰ্ণ নহয় তাক ভালকৈ বুজিলে। কিন্তু কি কৰিব। মাধৱ আৰু প্ৰতিমাৰ বিষয়ে নানা কুৎসিত কাহিনী প্ৰচাৰ কৰিও তেওঁলোকে মাধৱক আঁতৰাব নোৱাৰিলে। মাধৱ নিৰ্বিকাৰ হৈয়েই থাকিল।

ইয়াৰ ভিতৰতে এজন অৱসৰ পোৱা হাকিম মহেশ্বৰৰ ঘৰলৈ গৈছিল। তেওঁ নানা প্ৰকাৰ কথা পাতি কিছু সময় নিওৱাৰ পিচত ক'লে—"সেই মাধৱটোক আপোনাৰ ঘৰৰ পৰা ওলাই যোৱা দেখিলোঁ। তাক ঘৰকৈ আহিবলৈ নিদিব।"

মহেশ্বৰ : কিয় ?

হাকিম : আকৌ কিয় সুধিছেহে নে? কিয়, সেই প্ৰতিমা নে কি নটিনীজনীৰ লগত তেওঁৰ কেনে কাৰবাৰ চলিছে আপুনি জানো ক'ব নোৱাৰে?

মহেশ্বৰ : আপোনালোকে যি ভাবিছে সি ভুল। মাধৱ তেনেকুৱা মানুহেই নহয়।

হাকিম : আপোনাৰ মন বৰ সৰল। এবাৰ মনত এটা বিশ্বাস বহিছে, তাক এৰিবৰ ইচ্ছা নকৰে। মুঠতে আপুনি চকু থাকি কণা, কাণ থাকি কলা হৈছে। আন যিহকে নকৰক, আপোনাৰ ছোৱালীজনীক এনে এটা মানুহৰ লগত ঘনিষ্ঠতা ৰাখিবলৈ দিয়া নিতান্ত অনুচিত হৈছে।

মহেশ্বৰ : ক্ষমা কৰিব, মই আপোনাৰ কথাত আপত্তি কৰোঁ। মাধৱৰ চৰিত্ৰ মই আপোনাতকৈ বহুত বেছিকৈ বুজোঁ। আনফালে মোৰ ছোৱালীও যে আন ছোৱালীৰ দৰে নহয়, তাকো আনে নাজানিলেও মই জানো। মই দুয়োৰে প্ৰতি কিমান সূক্ষ্ম ভাৱে লক্ষ্য কৰিছোঁ, তাক আপোনালোকে নাজানে বুলিয়েই মোক উপদেশ দিবলৈ আগ বাঢ়িছে। মই কওঁ, মালবিকাৰ চিত্ত-সংযম, ধৰ্ম-প্ৰৱণতা, চৰিত্ৰবল আদি মাধৱৰ সাহচৰ্য্যই বঢ়াইছে হে, টুটোৱা নাই।

হাকিম : আপোনাৰ যদি এয়ে বিশ্বাস, মোৰ কবলৈ একো নাই।

তাৰ পিচত আন কথা দুই-চাৰিটা পাতি হাকিম উঠি গ'ল। হাকিম গ'লত মহেশ্বৰে নিজৰ মনতে ভাবিবলৈ ধৰিলে,—"এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে! এই হাকিমেই জীয়েকক দিবলৈ কিমান চেষ্টা কৰিলে, কিমান প্ৰলোভন দেখুৱালে, তথাপি মাধৱক সম্মত কৰাব নোৱাৰিলে। ছোৱালীও ৰূপে-গুণে চকুত লগাই আছিল। আকৌ মালবিকাও ৰূপে-গুণে, স্বভাৱ-চৰিত্ৰই, লিখাই-পঢ়াই প্ৰতিমাতকৈ বহুত ওপৰত। আজি ইমান দিন দুয়ো প্ৰায় একেলগে আছে, দুয়োৰে প্ৰতি দুয়োৰে স্নেহৰ আকৰ্ষণ আছে, তথাপি কেতিয়াও তেওঁ ভাই-ভনীৰ মিলাপ্ৰীতিৰ বাহিৰে আন ভাৱৰ আভাস দিয়া নাই। সেই মাধৱে হঠাৎ লগ পোৱা এজনী পতিতাক কেতিয়াও আত্ম-সমৰ্পণ কৰিব নোৱাৰে। হাজাৰে ক'লেও মই বিশ্বাস নকৰোঁ।"

মহেশ্বৰে এইদৰে মনতে আলোচনা কৰি থাকোঁতেই মাধৱ মালবিকাৰে সৈতে ক'ৰবাৰ পৰা ঘূৰি

আহি সোমাল। মহেশ্বৰে মাধৱক অকলশৰীয়াকৈ মাতি ক'লে,—"বোপা মই তোমাক কথা এটা কওঁ, বেয়া নাপাবা। এই যে তোমাৰ আৰু প্ৰতিমাৰ নামে বেয়া কথাবোৰ ওলাইছে, সেইবোৰ শুনি মই বেয়া পাইছোঁ।"

মাধৱ : তেনেহ'লে সেইবোৰ কথাত আপোনাৰ প্ৰত্যয় জন্মিছে।

মহেশ্বৰ : নাই জন্মা। মই মাত্ৰ সুধিব খুজিছোঁ এনে আলোচনালৈ তুমি কিয় লোকক সুযোগ দিছা ?

মাধৱ : নিদি উপায় নাই। একমাত্ৰ উপায় হৈছে প্ৰতিমাক আগৰ দৰেই জীৱন অতিবাহিত কৰিবলৈ এৰি দিয়া। কিন্তু মই সেইটো কৰিব নোৱাৰোঁ। মই সমাজৰ লগত যুদ্ধ কৰিম; সমাজে যাক ভ্ৰষ্টা বুলি নৰকৰ গভীৰতম কুণ্ডলৈ ঠেলি লৈ গৈছে, তেওঁক মই উদ্ধাৰ কৰি এক জ্যোতিৰ্ম্ময় ৰাজ্যলৈ লৈ যাম, তেওঁৰ হতুৱায়েই নিঃস্ব, পতিত পদদলিতসকলৰ প্ৰাণৰ স্পন্দন তোলাম, সমাজ আৰু আভিজাত্যৰ বিৰুদ্ধে বিদ্ৰোহৰ নিচান তোলাম। হ'ব পাৰে তেওঁক তুলিবলৈ যাওঁতে মোৰ গাতো চেকা লাগিব, অজ্ঞ জনতাই মোক দোষী সাব্যস্ত কৰিব, হয়তো মোৰ বন্ধু-বান্ধৱেও মোক এৰা দিব। কিন্তু যেয়ে যিহকে কৰক, মই যি কাৰ্য্য হাতত লৈছোঁ, তাৰ ফলাফল নোচোৱাকৈ এৰিব নোৱাৰোঁ। আপোনাক কোৱা নাই যদিও, যেতিয়ালৈকে মোৰ কথা মতে চলিব তেতিয়ালৈকে মই প্ৰতিমাৰ অভিভাৱক হ'বলৈ প্ৰতিশ্ৰুত হৈছোঁ।

কথা কৈ যাওঁতে মাধৱৰ চকুত এনে এটা দীপ্ত দেখা গৈছিল যে মহেশ্বৰ মন্ত্ৰমুগ্ধ সৰ্পৰ দৰে থৰ হৈ ৰ'ল। মাধৱৰ কথাত তেওঁৰ পূৰ্ব্বৰ বিশ্বাস আৰু দৃঢ় হ'ল। তেওঁ আৰু একো নুসুধিলে।

# সপ্তম অধ্যায়

## চিঠিৰ টোপোলা

জীৱনৰ নতুন বাটত প্ৰতিমাৰ আজি প্ৰায় দুমাহ হৈছে। ইয়াৰ ভিতৰত তেওঁৰ সকলো বিষয়তে আশাতীত ৰূপে আগ বাঢ়িছে। কাম নোহোৱা প্ৰতিমাই এতিয়া কামৰ পৰা মূৰ দাঙিবলৈকে আজৰি নাপায়। প্ৰতিমাৰ কাৰ্য্যত মাধৱৰ সন্তোষ; আন কি, ছাইৰ মাজৰ পৰা ফিৰিঙতি বিচাৰি উলিয়াব পৰাৰ বাবে নিজৰ সূক্ষ্ম-দৃষ্টিকো অভিনন্দিত কৰিছে।

মাজতে দুদিন মাধৱ প্ৰতিমাৰ ঘৰলৈ যোৱা নাছিল। তাৰ কাৰণ তেওঁ গুৱাহাটীত নাছিল। তেওঁৰ মাটি-বাৰী সম্পৰ্কীয় কিবা অলপ কামৰ নিমিত্তে হঠাৎ গাৱঁলৈ যাব লগাত পৰিছিল। প্ৰতিমাই অৱশ্যে সেই কথা নাজানে।

এই দুদিন প্ৰতিমাক বৰ বিমৰ্ষ দেখা গৈছিল। আজি মাধৱ গ'লতো আনদিনাৰ সমানে প্ৰফুল্লতা দেখাব পৰা নাছিল। মাধৱো অলপ সময়হে আছিল দুই এটা প্ৰয়োজনীয় কথা সুধিয়েই তেওঁ আহিবলৈ ওলাল। প্ৰতিমাই ক'লে,—"এই টোপোলাটো লৈ যাওঁক!"

মাধৱ : কিহৰ টোপোলা ?

প্ৰতিমা : লৈ গ'লে নিজেই বুজিব পাৰিবা।

মাধৱ : বাৰু নালাগে তেনে হ'লে ক'ব।

মাধৱ টোপোলাটো লৈ ওলাই গ'ল। তেতিয়া সন্ধ্যা লগাৰ পৰা এঘণ্টা মান অতীত হৈছিল। ঘৰ পাই মাধৱে টোপোলাটো লেম্পৰ ওচৰলৈ নি মেলিব খোজোঁতেই ওপৰত ডাঙৰ ডাঙৰ আখৰেৰে লিখা কথা এফাঁকি দেখিলে:—"আজি ২০ তাৰিখ, ২১ তাৰিখৰ পুৱা সাত বজাৰ আগতে যেন এই টোপোলা মেলা নহয়! দহোকুৰি।"

তেওঁ তেতিয়া টোপোলাটো নেমেলাকৈয়ে থৈ দিলে, কিন্তু মনলৈ নানা দুৰ্ভাবনা আহিল। এনেকৈ লিখাৰ উদ্দেশ্য কি তেওঁ সমূলি ঠাৱৰাব নোৱাৰিলে।

ৰাতি খাই-বৈ উঠি মাধৱ পাটীত পৰিল; কিন্তু বহুত বেলিলৈকে তেওঁৰ টোপনি নাহিল। নানা প্ৰকাৰ চিন্তাই তেওঁক জুমুৰি দি ধৰিলে। টোপোলাৰ ভিতৰত থকা কাকতবোৰ কি, তাত কি লিখা আছে, ২১ তাৰিখৰ পুৱাৰ আগতে বা তাক কিয় মেলিবলৈ হাক দিছে, এইবোৰ ভাবি-চিন্তি নানা কল্পনা-জল্পনাৰে তেওঁ সময় কটাবলৈ ধৰিলে। এনেকৈয়ে প্ৰায় এক মান বজালৈকে তেওঁ ছটফটাই আছিল; তাৰ পিচত চিল্‌মিলকৈ অলপ টোপনি আহিল। কিন্তু সেই টোপনি বেছি পৰ নাথাকিল। মাধৱে এটা ভীষণ সপোন দেখিলে। তেওঁ দেখিলে এটা দৈত্যাকাৰ মানুহে প্ৰতিমাক কোনোবা নজনা নুশুনা ঠাইলৈ বলেৰে নিবলৈ ধৰিছে, আৰু তেওঁ "ৰক্ষা কৰাঁ", "ৰক্ষা কৰাঁ" বুলি চিঞৰত গগন ফালিছে। মাধৱে "ভয় নাই", "ভয় নাই" বুলি খেদা মাৰি গ'ল আৰু লগে লগে সাৰ পালে। সাৰ পাই উঠি তেওঁ পাটীত বহিল আৰু অলপ সময় নীৰৱে চিন্তা কৰিলে। তাৰ পিচত হঠাৎ উঠি গৈ চাকিটো জ্বলাই তেওঁ মেজত বহিল, আৰু বধ-শপত সকলো কাতি কৰি থৈ টোপোলাটো মেলিলে। টোপোলাটো মেলি তেওঁ দেখিলে ফুলচ্‌ কেপ্‌ কাগজ এখন জোৰাকৈ তেওঁলৈ লিখা প্ৰতিমাৰ এখন চিঠি আৰু বাকীবিলাক প্ৰতিমালৈ আনে লিখা প্ৰেম-পত্ৰ। তেওঁ বাকীবোৰ একলীয়াকৈ থৈ প্ৰতিমাৰ চিঠিখনকে প্ৰথমেই পঢ়িবলৈ ধৰিলে।

শ্ৰীচৰণকমলেষু,—

মোৰ শত কোটি দণ্ডৱৎ গ্ৰহণ কৰি মোৰ সকলো অপৰাধ মাৰ্জ্জনা কৰিব। মই আপোনাক প্ৰতাৰণা কৰিছোঁ; মই আজিও আপোনাক নিজৰ স্বৰূপ দেখুওৱা নাই। সেই দিনা যেতিয়া আপুনি মোৰ অভিভাৱকত্ব গ্ৰহণ কৰিছিল, তেতিয়াই মই সকলো কথা আপোনাক ভাঙি ক'ব খুজিছিলোঁ; কিন্তু নোৱাৰিলোঁ। কণ্ঠ ৰোধ হৈ গ'ল, জিভা জড় হ'ল, শেহত কান্দি পেলালোঁ। তাৰ পিচতো সদায় ক'ম ক'ম বুলি ভাবোঁ, কিন্তু ক'ব নোৱাৰোঁ। সেই দেখিয়েই মুখেৰে কোৱা অসম্ভৱ বুলি জানি আজি কাকত-কলমৰ আশ্ৰয় ল'লোঁ।

আপুনি জানে মোৰ আই পতিতা। কোনো পুৰুষৰ শাসন নোহোৱাকৈ থাকে নগৰৰ একাষৰ জুপুৰী বহাত। তালৈ কেনে মানুহৰ সমাগম হয় তাক নক'লে ও হ'ব। মই পিতৃ মুখ দেখা নাই, ঘৰত কাৰো পৰা সত্‌-শিক্ষা পোৱা নাই। ভূমিষ্ঠ হ'বৰ দিনাৰ পৰাই দেখিছোঁ নাৰকীয় দৃশ্য, উদ্দাম প্ৰকৃতিৰ উন্মাদ নৃত্য। সকডোখৰত একো বুজা নাছিলোঁ, কিন্তু যি বয়সত সাধাৰণতে ভোগ প্ৰবৃত্তিৰ উন্মেষ হয়, মোৰ হৈছিল তাতকৈ বহুত আগেয়ে। তেতিয়া যে সম্ভোগৰ নিমিত্তে মোৰ স্বাভাৱিক স্পৃহা আছিল এনে নহয়, কোনোবাই

মৰম কৰিছিল, খোৱা বস্তু দিছিল, কাপোৰ-কানি যাচিছিল, সেই কাৰণে ময়ো তেওঁলোকৰ ইচ্ছাত বাধা দিয়া নাছিলোঁ। তাৰ পিচত যেতিয়া যৌৱনৰ তেজ গোটেই দেহত ফুটি উঠিল, তেতিয়া নগৰৰ গণ্যমান্য শিক্ষিত, সম্ভ্ৰান্ত লোকৰ পৰা আৰম্ভ কৰি স্কুল কলেজৰ ছাত্ৰলৈকে অসংখ্য লোকে মোৰ পিচ ল'লে। মইতো ব্যভিচাৰৰ মাজতেই ডাঙৰ-দীঘল হৈছোঁ, ব্যভিচাৰত মোৰ পক্ষে একো অস্বাভাৱিকতা নাছিল। তাৰ ফলতেই বহুতৰ লগত মোৰ সম্বন্ধ ঘটিল, গাত নতুন-নতুন সাজ-পাৰ, অলঙ্কাৰ-পাতি হ'ল; অভাৱ-অভিযোগ নোহোৱা হ'ল। জীৱনৰ এয়ে যেন চৰম উদ্দেশ্য, এই জীৱনেই যেন শ্ৰেষ্ঠ জীৱন, এয়ে হ'ল মোৰ ধাৰণা। যাক একো-জন ডাঙৰ মানুহে দেখা কৰিবলৈ গ'লেও বাহিৰত আধা ঘণ্টা অপেক্ষা কৰিব লাগে তেনে একোজন মানুহো যেতিয়া মোৰ এই জুপুৰীত সোমাই মোৰ ভৰি পিটিকি দিবলৈকো কুণ্ঠিত নহয়, তেতিয়া মোৰ হৃদয় গৰ্ব্বত স্ফীত হৈ উঠে।

হায়! যদি মোৰ এজন চৰিত্ৰবান পুৰুষ অভি-ভাৱক থাকিলেহেতেন, যদি মোক সজ পথ দেখুৱাই দিবলৈ কোনোবা আগ বাঢ়িলহেতেন, যদি সজ মনোবৃত্তিৰ উন্মেষক পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজত থাকিবৰ সুয়োগ ঘটিলহেঁতেন, তেনেহলে আজি মোৰ জীৱন এনে কলুষিত নহ'লহেঁতেন।

আজি আপোনাৰ প্ৰভাৱত পৰি মই নতুন বাট দেখিছোঁ. নতুন আলোক চকুত পৰিছে, মোৰ সেই পুতিগন্ধময় অতীত জীৱনলৈ আজি ঘৃণা জন্মিছে! আজি মই জীৱনৰ নতুন ৰূপ দেখা পাইছোঁ। ইমানতে অতীতৰ সমাধি হোৱা হ'লে—কিন্তু হায়। অতীতৰ চেকা যে মোৰ গাৰ পৰা নাযায়,—যাব নোৱাৰে। দেৱতা গুৰু! ঈশ্বৰ! আপুনি যে পাপীয়সীক বৰ পলম কৈ দেখা দিলে। মাহচেৰেকৰ আগতে যদি মোৰ জীৱন-নৌকাৰ গুৰিয়াল-স্বৰূপে আপোনাক পালোঁহেতেন, তেনেহ'লে অতীত পাপৰ ঘৃণিত পৰিণামৰ পৰা মুক্ত হ'ব পাৰিলোঁহেতেন। এতিয়া আৰু উপায় নাই। মই এতিয়া যিমান পবিত্ৰ ভাবেই নকটাওঁ, অতীতৰ পাপে মোৰ পিচ নেৰে! মুঠতে লোক-সমাজত মোৰ ঠাই নাই।

নৰিয়া-পাটীত পৰি ভাবিছিলোঁ মৃত্যুৱে মোক ৰক্ষা কৰিব, কিন্তু মোৰ আশা পূৰ্ণ নহ'ল। পাপৰ বোজা লৈ দুৰ্বিষহ দেহৰ ভাৰ বহন কৰিবলৈ মই জীয়াই থাকিলোঁ; মৰিও মৰিব নোৱাৰিলোঁ। উস্! কথা যে নোলায়! তথাপিও ক'বই লাগিব, নৰিয়াৰ দুমাহমান আগৰে পৰা মই অন্তঃসত্বা।

মই সদায় এই কথা আপোনাক কওঁ কওঁ বুলিও মুখ ফুটাই কবলৈ সাহ কৰিব নোৱাৰিলোঁ। এতিয়া প্ৰায় পাঁচ মাহ। ইমান দিন এই কথা এক প্ৰকাৰ গোপনেই আছিল, কিন্তু আৰু নাথাকে। সিদিনা মই পঢ়াবলৈ যাওঁতে উকীলৰ মাকে সুধিলে, —"আইটি! গাত কিবা লেঠা নে কি?"

মই অস্বীকাৰ কৰিলোঁ। কিন্তু দেহত স্পষ্ট সাক্ষী লৈ অস্বীকাৰ কৰা নিৰৰ্থক, বৰং মিছা কথাই পাপৰ আৰু আগলৈ পাবলগীয়া লাজৰ জোখো বঢ়ালোঁ মাথোন। তেওঁ যেনিবা সুধিলেই, আনবিলাকে সোধা নাই যদিও গম নোপোৱাকৈ থকা নাই। আপুনিও বোধকৰোঁ শুনিছে, আৰু শুনি মোৰ ওপৰত বিতুষ্ট হৈছে। যোৱা দুদিন আপুনি মোৰ কোনো খবৰ নোলোৱাৰ কাৰণো সম্ভৱ সেয়ে।

মোৰ অতীত জীৱনটোৱেই যিমান মাৰাত্মক হ'ল-হেতেন, বৰ্ত্তমান জীৱনত তাতকৈ সহস্ৰ গুণে সাং-

ঘাতিক হ'ব! মই যে এতিয়া লাজতে লৰা-ছোৱালী পঢ়াবলৈ সাহ কৰিব নোৱাৰা হৈছোঁ! মানুহৰ আগত নাক উলিয়াওঁ কেনেকৈ? এটা উপায়েৰে নাক ৰাখিব পাৰি, কিন্তু অতি নীচ কাম। মানুহে মোৰ লগত আপোনাৰ সম্পৰ্ক আছে বুলি ভাবে, সেই কাৰণে আপুনি বা মই নিজে অস্বীকাৰ নকৰিলে সকলোৱে মোৰ পাপৰ বোজা আপোনাৰ কান্ধত তুলি দিব। কিন্তু তেনে কাম হ'বলৈ প্ৰাণ থাকোঁতে মই দিব নোৱাৰোঁ। আপুনি মোৰ প্ৰাণদাতা, ঘোৰ অন্ধকাৰৰ মাজত স্বৰ্গীয় জ্যোতি দেখুৱাওঁতা। এনে নীচ বেশ্যা জগতত কোনো নাই, যি আপোনাৰ নিষ্কলঙ্ক চৰিত্ৰত এনে কালিমা সানিবলৈ লাজ নাপাব।

এতিয়া মোৰ উপায় কি? যদি এতিয়াও আপুনি মোৰ অভিভাৱক হৈয়েই থাকে, তেন্তে এই কলঙ্কৰ ভাগ মিছাকৈয়ে আপুনিও ল'ব লগাত পৰিব। সেইটো কেতিয়াও হ'ব নোৱাৰে। আকৌ যদি আপুনি মোক আগৰ দৰেই এৰি দিয়ে, তেন্তে মোৰ ভৱিষ্যৎ কি হ'ব? যি ফালৰ পৰাই চাওঁ মই জীয়াই থাকিলে অমঙ্গলৰ বাহিৰে মঙ্গল নহয়। মই আজি চাৰিদিন একেৰাহে ভাবি এই সমস্যাৰ সমাধানৰ এটা মাথোন উপায় বিচাৰি পাইছোঁ,—আত্মহত্যা।

এই চিঠি আপুনি যেতিয়া পঢ়িব, তেতিয়া মই বিশাল ব্ৰহ্মপুত্ৰৰ গভীৰ তলিত ঠাই ল'ম। আপুনি বেজাৰ নকৰিব। পাপীয়সীক,—নৰকৰ কীটক উদ্ধাৰ কৰিবলৈ আপুনি প্ৰাণপণে চেষ্টা কৰিছিল, কিন্তু মোৰ পাপৰ ভাৰ ইমান বেছি যে উদ্ধাৰ কৰা সম্ভৱ নহয়। আপুনি ইমান মহৎ, ইমান উদাৰ যে এজনী পতিতাক ৰক্ষা কৰিবৰ নিমিত্তে আপোনাৰ সুনামত চেঁকা লগাবলৈকো সঙ্কুচিত নহ'ল।

বিদায়! মোৰ সৰ্ব্ব অপৰাধ মৰষণ কৰে যেন। এই জন্মত মিছাকৈয়ে আপোনাৰ দুৰ্ণাম আনিলোঁ। পৰ জন্মত যেন আপোনাৰ চৰণত একেৰাহে সেৱা কৰিবৰ অধিকাৰ পাওঁ, পতিত-পাৱন প্ৰভুৰ ওচৰত এয়ে মোৰ শেষ প্ৰাৰ্থনা। বিদায়! শেষবাৰৰ নিমিত্তে চৰণত নমস্কাৰ। ইতি

প্ৰণতা

শিষ্যা

চিঠি খন পঢ়ি মাধৱে খন্তেক ভাবিলে। তাৰ পিচত ঘপহ্ কৰে উঠি ড'াৰৰ পৰা কাপোৰ এখন লৈ বাহিৰ ওলাল। তেতিয়া ৰাতি পুৱাবলৈ বেছি পলম নাছিল; ঘৰিত চাৰি বাজিছিল।

# অষ্টম অধ্যায়

## পুলিচৰ হাতত

ৰাতি পুৱাও পুৱাওঁ হৈছে। আন্ধাৰৰ আৱৰণ পাতলি গৈ প্ৰায় মলিন নোহোৱা হৈছে। পুব আকাশত হেঙুলীয়া ৰহণে অলপ অলপকৈ অগ্নিগড় সজাইছে, কিন্তু সূৰ্য্যদেৱে এতিয়াও দেখা দিয়া নাই। আকাশত নক্ষত্ৰমালাৰ অধিকাংশই নিজৰ ক্ষুদ্ৰত্ব লুকুৱাবলৈ আঁতৰি গৈছে। সুবাসিত স্নিগ্ধ সমীৰণৰ মৃদু সঞ্চালনে আসন্ন অৰুণোদয়ৰ প্ৰীতিকৰ সংবাদ দুৱাৰে দুৱাৰে বিলাই ফুৰিছে।

তেতিয়াও মানুহে শোৱাপাটী এৰা নাই। বাট-পথ নিৰ্জ্জন। দিনৰ কলৰৱ আৰম্ভ হ'বলৈ এতিয়াও বহুত সময় বাকী; মাত্ৰ ক'ৰবাত একোটা কৈচাই কুৰুলিয়াইছে; ক'ৰবাত একোটা কুকুৰাই ডাক দিছে

কোনো কোনো আলিবাটত মিউনিচিপেলিটীৰ ময়লা গাড়ীৰ ঘৰ্ঘৰণি শুনা গৈছে।

নগৰৰ উত্তৰত মহাবাহু ব্ৰহ্মপুত্ৰৰ বিশাল বপু এতিয়াও ভয়াবহ আকাৰ ধাৰণ কৰিয়েই আছে। উৰ্ব্বশীৰ শিলত ঠেকা খাই কৰা তেওঁৰ তৰ্জন-গৰ্জনৰ ধ্বনি বহুত দূৰলৈকে শুনা গৈছে, লগে লগে তেওঁৰ বিৰাট দেহৰ কম্পন আন্ধাৰতো দৃষ্টি-গোচৰ হৈ পৰিছে! তাৰ মাজতে দুই-এটা জালোৱাই জাল পাতি নাৱৰ বুকুত ভটীয়াই গৈছে।

ঠিক এনে সময়তে কোনোবা এটাই শুক্লেশ্বৰ ঘাটৰ পৰা পানীত জ'াপ মাৰিলে। পিচ মুহূৰ্ত্ততে আৰু এটা মানুহ সেইখিনি পালেগৈ, আৰু গাৰ কাপোৰ-খন পাৰতে পেলাই থৈ এফেলৰেই পানীত পৰিল। কিছু দূৰ ভটীয়াই যোৱাৰ পাচত পিচৰ জনে আগৰ জনক ধৰিলেগৈ আৰু পানীতে দুইবো জে'াটা-পোটা লাগিল।

হঠাৎ চাৰিজন মানুহ আহি পাৰত উপস্থিত হ'ল। তেওঁলোক লৰি আহিছিল; সেই বাবে নৈৰ পাৰত থিয় হৈ ফোঁপাবলৈ ধৰিলে আৰু কিবা বিচৰাৰ দৰে নৈৰ পানীলৈ লক্ষ্য কৰিবলৈ ধৰিলে।

পানীত দবৰা-দবৰি কৰা মানুহ দুটা তেতিয়া পাৰলৈ উঠি আহিল। তেওঁলোক এজন অনৰেৰী মেজিষ্ট্ৰেট্ ৰায় চাহাব জগদানন্দ বৰকাকতীৰ হিন্দু-স্থানী বান্ধনি ৰঘুবীৰ তেৱাৰী, আৰু আনজন আমাৰ চিনাকী মাধৱচন্দ্ৰ ভূঞা। পাৰলৈ উঠি অহাৰ লগে লগে ৰঘুবীৰে মাধৱক গৰা মাৰি ধৰি ক'লে,—"বেগাই আহা, কোনোমতেহে ধৰিছো; আকৌ পলাব।"

তেতিয়া পাৰৰ মানুহ আটাইকেইটাই মাধৱক ধৰিলে, কিন্তু মুখলৈ চাই তেওঁক চিনিব পাৰি সকলো অবাক হ'ল।

ৰঘুবীৰে ক'লে,—"মই চোৰ সোমোৱাৰ কথা শুনিয়েই একে জ'াপে বাহিৰ ওলালোঁ। ওলায়েই দেখিলোঁ, কোনোবা এটা লৰ মাৰিছে। মই আৰু কালৈকো বাট নাচাই তাক ধৰিবৰ মনেৰে পিচে পিচে খেদা দিলোঁ। কিন্তু সি যিহে ফিৰিঙতি ওফৰা দি উফৰিল, বাটডোখৰত কোনোমতে ধৰিব নোৱাৰিলোঁ। পিচত সি আহি সৌ শিলটোৰ পৰা জ'াপ মাৰি পানীত পৰিল! ময়ো তাৰ পিচতে জ'াপ দিলোঁ। তাৰ পিচত ইমান খিনিলৈকে খেদিহে কোনোমতে তাক ধৰিলোঁ আৰু বহুত প্ৰবন্ধে পাৰলৈ আনিলোঁ।"

মানুহ কেইটাৰ এটাই ক'লে,—"আপুনি এইটো ব্যৱসায়ত ধৰিবলৈহে ওকালতি এৰি দিছিল!"

মাধৱে ক'লে,—"থানালৈ ব'ল, তাতহে মই মোৰ কথা ক'ম।"

ঘাটৰ পৰা থানা বেছি দূৰৈত নহয়। এজনে ক'লে,—"হাকিম মটৰেৰে থানালৈ গৈছেই। তেওঁক খবৰ দিয়াহে ভাল হ'ব।"

কিন্তু কোনো খবৰ দিবৰ প্ৰয়োজন নহ'ল। সকলোৱে দেখিলে, এজন দাৰোগা, চাৰিজন চিপাহীৰে সৈতে সেই ফাললৈকে আহিছে। তেওঁলোক আহি ঘটনাস্থলত উপস্থিত হ'লত ৰঘুবীৰে তেওঁলোকৰ আগতো আগেয়ে কোৱা কথাকেই ক'লে। ৰঘুবীৰৰ কথা শেষ হ'লত দাৰোগাই মাধৱলৈ চাই ক'লে,—তোৰ কিবা ক'বলৈ আছে নে?"

প্ৰশ্নৰ গঢ় দেখি মাধৱৰ একো ক'বৰ মন নগ'ল। তেওঁ ক'লে,—"সম্প্ৰতি মোৰ একো ক'বলৈ নাই।"

দাৰোগাজন নতুন মানুহ, কামত সোমোৱাও বেছি দিন হোৱা নাই। তেওঁৰ ঘৰ ছিলেটত। এবছৰ

কাছাৰত কাম শিকাৰ পিচত গুৱাহাটীলৈ বদলি হৈ অহাৰ দুসপ্তাহমানহে হৈছে।

তেওঁ আকৌ মাধৱক প্ৰশ্ন কৰিলে,—"ধনৰ মোনাটো কি কৰিলি?

মাধৱ: তোমালোকে মোক চোৰ বুলি হাতে হাতে ধৰিছাই, ধনৰ মোনাটো উলিয়াই ল'ব নোৱাৰা নে?

দাৰোগাৰ খং উঠিছিল। মাধৱক অলপ উত্তম-মধ্যম দিবৰ নিমিত্তে অলপ আগবাঢ়িও গৈছিল। কিন্তু মাধৱৰ চকুৰ ফালে চাই থমকা খাই ৰ'ল। এনেতে ৰঘুবীৰে ক'লে,—"মই যেতিয়া এইখিনি পাওঁ, তেতিয়া আলিৰ দাঁতিত এজনী তিৰোতা দেখিছিলোঁ। তাই এজনী বেশ্যা, এতিয়া এওঁ ৰাখিছে, অলপ পাচতে মানুহজনী আঁতৰি গ'ল। লৰি আহোঁতেই মোনাটো তাইক দি আহিব পায়।"

কথাটো সমুলি সঁচা নহয়। যেতিয়া ৰঘুবীৰ আৰু মাধৱে পানীত দবৰা-দবৰি কৰি থাকে, প্ৰতিমা তেতিয়াহে আহিছিল। তেওঁ অৱশ্যে কাকো দেখা পোৱা নাছিল। কিন্তু ঠিক সেই সময়তে চাৰিজন মানুহ লৰি অহা দেখি তেওঁ তাৰপৰা এফলীয়া হৈ যায়, আৰু ৰঘুবীৰ আৰু মাধৱ পানীৰপৰা উঠাৰ লগে লগে সেই ঠাই এৰে।

ৰঘুবীৰৰ কথা শুনি দাৰোগাই মাধৱৰ ফালে চাই ক'লে,—"বেশ্যাক ধন যোগাবলৈ চুৰ কৰিবলৈ লৈছ। এইবাৰ তাৰ প্ৰতিফল পাবি। ব'ল থানালৈ ব'ল। মহাবীৰ, হেণ্ডকাফ্ দে। ইয়াক "লক্ আপত" থৈ মাইকীজনী ধৰিব লাগিব।"

যেনে কথা তেনে কাম। তেতিয়াই হাত-কেৰেয়া দি মাধৱক থানালৈ নিয়া হ'ল। লগতে ৰঘুবীৰ প্ৰমুখ্যে চোৰ খেদা কেইজনো গ'ল।

# নৱম অধ্যায়

## চোৰ কোন

চোৰ সোমাইছিল ৰায় চাহাব জগদানন্দ বৰকাকতীৰ ঘৰত। তেওঁ সেই দিনা তেওঁৰ প্ৰয়োজন নথকা মাটি এডোখৰ বেচি এহেজাৰ টকা পাইছিল; তাৰে দুশ নগদ টকা, বাকীখিনি নোট। সেইদিনা বেঙ্কত জমা দিবলৈ সময় নোপোৱাত, তেওঁ তাক মোনা এটাত ভৰাই শোৱনি ঘৰত থকা লোৰ চন্দুকটোত ভৰাই থৈছিল। পুৱতী নিশা চোৰ সোমাই এই মোনাটোকে হাত কৰিছিল; কিন্তু চোৰৰ দুৰ্ক-পাল, ওলাবলৈ নৌ পাওঁতেই গম পাই ৰায় চাহাবে চোৰ চোৰকৈ চিঞৰি উঠিল। তৎক্ষণাৎ তেওঁৰ টোলত থকা কেইবাটাও মানুহে চোৰৰ পিচে পিচে খেদা দিলে। তেওঁ নিজেও কি নিলে তাৰ তত্ত্ব লৈ মটৰেৰে থানালৈ গ'ল।

তেওঁ পোনেই গ'ল চাৰ্কল্ ইন্স্পেক্টৰ হেমচন্দ্ৰ ফুকনৰ ঘৰলৈ। ফুকন তেতিয়াও শোৱাৰ পৰা উঠা নাছিল; ৰায় চাহাব যোৱাৰ খবৰ পাই তেওঁ লৰালৰিকৈ শয্যা এৰি ওলাই আহিল আৰু সকলো কথা শুনি সেই চব ইন্স্পেক্টৰজনক তৎক্ষণাৎ জনচেৰেক চিপাহীৰে সৈতে চোৰ বিচাৰিবলৈ আদেশ দিলে। তাৰ পাচত কথা পতাৰ লগে লগে মুখ ধুবলৈ লাগিল আৰু ৰায় চাহাবকো মুখ ধুবলৈ দিলে।

মুখ ধুই, চাহ খাই দুয়ো থানালৈ আগ বাঢ়িল। আহোঁতে বাটত ফুকনে ক'লে,—"আপুনি চিন্তা নকৰিব। আপোনাৰ মানুহে চোৰ খেদিছেই, আকৌ আমাৰো চিপাহী-দাৰোগা গৈছে। চোৰ ধৰা নপৰাকৈ নাথাকে।"

থানা পায়েই তেওঁলোকে শুনিলে—চোৰ ধৰা পৰিছে। তেওঁলোকৰ মনত ৰং লাগিল। কিন্তু চব ইন্স্‌পেক্টৰৰ পৰা যেতিয়া চোৰৰ পৰিচয় পালে, তেওঁলোকৰ বিস্ময়ৰ সীমা নাথাকিল।

ইন্স্‌পেক্টৰে চব ইন্স্‌পেক্টৰৰ পৰা আদ্যোপান্ত বিবৰণ শুনি নাক কোঁচালে। তাৰ পাচত সুধিলে,—"আপুনি মাধৱৰ জবানবন্দী লৈছিল নে?"

চব ইন্স্‌ : তেওঁ কোনো কথাৰ উত্তৰ নিদিয়ে।

ফুকন : যি ঠাইৰ পৰা চোৰ পানীত পৰিছিল, সেই ঠাইডোখৰ চাইছিল নে?

চব্‌ ইন্স্‌ : নাই চোৱা।

ফুকন : ৰায় চাহাবৰ ঘৰলৈ গৈছিল?

চব্‌ ইন্স্‌ : নাই যোৱা।

ফুকন : তেন্তে আপুনি অনুসন্ধান কৰিলে কিটো?

চব ইন্স্‌ : হাতে হাতে চোৰ ধৰা পৰিছে, তাত আৰু আন কি প্ৰমাণ লাগিছে?

ফুকন : টকাৰ মোনা পাইছে?

চব ইন্স্‌ : নাই পোৱা।

ফুকন : তেন্তে হাতে হাতে ধৰিলে কেনেকৈ?

চব ইন্স্‌ : মোনাটো প্ৰতিমা বোলা বেশ্যা এজনীক দিছে।

চব ইন্স্‌ : ৰঘুবীৰে কৈছে। এতিয়া তাইক আনিলে আৰু তাইৰ ঘৰ খানাতালাচ কৰিলেই সকলো কথা ওলাই পৰিব।

ফুকন : একো কৰিব নালাগে আপুনি। এই গোচৰৰ তদন্ত মই নিজে কৰিম। আপুনি যিখিনি প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি চোৰ ধৰিছে সি কোনো প্ৰমাণেই নহয়। আপুনি মাথোন নিজক অপদাৰ্থ বুলি চিনাকি দিছে।

এই দৰে কৈ ইন্স্‌পেক্টৰে মাধৱক আনিবলৈ ক'লে। মাধৱ আহিলত তেওঁ নিজৰ ঘৰৰ পৰা এসাজ কাপোৰ অনাই সলাবলৈ দিলে। মাধৱে কাপোৰ সলালে আৰু ইন্স্‌পেক্টৰৰ নিৰ্দ্দেশমতে এখন চকীত বহিল। ফুকনে তেতিয়া ৰায় চাহাবৰ বাহিৰে আন সকলোকে ওলাই যাবলৈ কৈ মাধৱক সুধিলে,—"আচল ঘটনাটো কি?"

মাধৱ : কথাটো এই :—মই এটা বিশেষ কাৰণত ৰাতি নৌ পুৱাওঁতেই শুক্লেশ্বৰ-ঘাটৰ ফালে গৈছিলোঁ। মই সেইখিনি পাওঁতে পানীৰ দাঁতিত এটা মানুহ দেখি ময়ো তাৰ গালৈকে আগ বাঢ়ি গলোঁ। এনেতে সি পানীত জঁাপ মাৰি পৰিল। ময়ো ওচৰত থকা শিলটোতে কাপোৰখন থৈ পানীত পৰিলোঁ। মানুহটোৱে আত্মহত্যা কৰিব খুজিছে বুলিয়েই মোৰ ধাৰণা জন্মিছিল আৰু তাক ৰক্ষা কৰাৰ উদ্দেশ্যে হে পানীত নামিছিলোঁ। যেতিয়া সি বেগেৰে সাঁতুৰি পলাবলৈ যত্ন কৰা দেখিলোঁ, তেতিয়াহে মোৰ মনত খেলালে যে সি মৰিবলৈ পানীত পৰা নাই, কিবা এটা অপৰাধ কৰি পলাই সাৰিবলৈহে পানীত আশ্ৰয় লৈছে। কিছু দূৰ যোৱাৰ পাচত যেতিয়া মই তাক ধৰা পেলালোঁ, তেতিয়াও সি এৰাবৰ চেষ্টা কৰিছিল। কিন্তু যেতিয়া আন মানুহ চাইটা আহি পালে তেতিয়া সি আত্মসমৰ্পণ কৰিলে। মই তাক পাৰলৈ তুলি আনিলোঁ। পাৰ

পায়েই সি মোক চোৰ বুলি গৰা মাৰি ধৰিলে। তেতিয়াহে মই বুজিব পাৰিলোঁ যে সি কাৰবাৰ ঘৰত চুৰ কৰি পলাই আহিছে। ইয়াৰ পাচতে দাৰোগা-চিপাহী গৈ হাজিৰ। দাৰোগাই সেই মানুহটোৰ কথা শুনিয়েই মোক চোৰ বুলি সাব্যস্ত কৰিলে, আৰু অতি অভদ্ৰভাবে মোৰ কিবা ক'বলৈ আছে নে সুধিলে! তেওঁৰ মতি-গতি দেখি মই একো সমিধান নিদিলোঁ। তেতিয়াই দাৰোগাই মোক হাতকেৰেয়া দি থানালৈ লৈ আহিল। মই নীৰৱে সকলো সহ্য কৰি থাকিলোঁ। আন কি, মোৰ কাপোৰখনো বিচৰা নহ'ল।

ফুকন : আপুনি ইমান পুৱাতে তালৈ গৈছিল কিয়?

মাধৱ : ক্ষমা কৰিব, সেইটো এটা গোপনীয় কথা, মই ক'বলৈ অক্ষম।

ফুকন : বাৰু, সকলো কথা নালাগে, এটা মাত্ৰ কথা সোধোঁ,—আপুনি তালৈ যাওঁতে প্ৰতিমা আপোনাৰ লগত আছিল নে?

মাধৱ : নাই।

ফুকন : ঘটনাস্থলত আপুনি তেওঁক দেখা পোৱা নাছিল নে?

মাধৱ : পানীৰ পৰা উঠি আহোঁতে এবাৰ পাৰত দেখিছিলোঁ, কিন্তু সৰহ পৰ তেওঁ তাত থকা নাছিল।

ফুকনে তেতিয়া চোৰ খেদা মানুহ চাইটা এটা এটাকৈ আনি কেইটামান প্ৰশ্ন সুধিলে আৰু সকলোৰে পৰা একে উত্তৰকে পালে। যেনে :—

প্ৰশ্ন : তোমালোকে খেদিবৰ সময়ত চোৰটো দেখিছিলা নে?

উত্তৰ : আমি আমাৰ আগে আগে এটা মানুহ লৰি যোৱা দেখিছিলোঁ।

প্ৰশ্ন : মানুহটো তোমালোকতকৈ কিমান আগত আছিল?

উত্তৰ : (ডেৰ ফাৰ্লংমান আঁতৰত থকা গছ এজোপা দেখুৱাই) ইয়াৰ পৰা সেই গছজোপাৰ সমান আঁতৰত।

প্ৰশ্ন : মানুহটো কোন চিনি পাইছিলা নে?

উত্তৰ : নাই পোৱা।

প্ৰশ্ন : সেইটোৰ বাহিৰে আৰু কোনোবা মানুহ তোমালোকৰ আগত দেখিছিলা নে?

উত্তৰ : নাই দেখা।

প্ৰশ্ন : মানুহটো যি ফাললৈ লৰিছিল, সেই ফালে আলিটো কিমান দূৰলৈকে দেখিছিলা?

উত্তৰ : আলিটো পোন। ভৰলু-মুখৰ পৰা শুক্ৰেশ্বৰৰ ওচৰলৈকে দেখিছিলোঁ।

প্ৰশ্ন : মানুহটো নেদেখা হ'ল কেতিয়া?

উত্তৰ : যেতিয়া সি ফালৰি কাটি আলিৰ পৰা নামি নৈলৈ গ'ল।

প্ৰশ্ন : তাৰ আগতে বা পাচতে কোনোবা মানুহ নৈৰ ফাললৈ যোৱা দেখিছিলা নে?

উত্তৰ : হয়, দেখিছিলোঁ। আমাৰ আগত যোৱা মানুহটো নৈলৈ নামি যোৱাৰ পিচতেই আৰু কোনোবা এটা নামি যোৱা দেখিছিলোঁ। তেওঁ পশ্চিমৰ পৰা যোৱা

নাছিল, দক্ষিণ ফালৰ আলিটোৱে দি আহিছিল বুলি অনুমান হয়।

প্ৰশ্ন : মানুহটো নৈৰ ফাললৈ যাওঁতে কেনি গৈছিল তত ধৰিব পাৰিছিলা নে?

উত্তৰ : নৈৰ গৰাৰ পৰা নমাৰ পাচত কাকো দেখা নাছিলোঁ। যেতিয়া পানীৰ কাষ পালোঁগৈ, তেতিয়া মাধৱ আৰু ৰঘুবীৰক উঠি অহা দেখিলোঁ।

প্ৰশ্ন : তাত তিৰুতা এজনী দেখিছিলা নে?

উত্তৰ : হয়, আমাৰ আগে আগে এজনী তিৰুতা গৈছিল। আমি প্ৰায় একে সময়তে পানীৰ কাষ পাইছিলোঁ। আমাক দেখিয়েই নে কি তেওঁ তেতিয়াই আঁতৰি গ'ল।

এইখিনি প্ৰশ্নোত্তৰৰ পিচত ফুকনে ৰায় চাহাবক কলে—"চোৰ ধৰা পৰিল, এতিয়া ধনৰ মোনাটো ওলালেই হয়।"

ৰায় চাহাব : চোৰ নো কোন?

"আপুনি জানো অনুমান কৰা নাই? যেয়ে হওক, এতিয়া নকওঁ। এবাৰ ঘটনাস্থল চাই আহোঁগৈ।"

এই বুলি কনিষ্টবল দুজনেৰে সৈতে সকলোটিকে লগত লৈ ইন্‌স্‌পেক্টৰ ফুকন ঘটনাস্থললৈ যাবলৈ ওলাল। ঠিক এনে সময়তে মাধৱৰ চাকৰটো আৰু মথুৰাই মানুহ এটা লৈ থানা পালেহি। মাধৱে তেওঁলোকক দেখা পাই আচৰিত মানিলে আৰু কিয় আহিছে জানিব খুজিলে। মাধৱৰ চাকৰটোৱে ক'লে,—"দেউতা! ই এটা চোৰ। পুৱতী নিশা দেউতাৰ খোটালীত কিবা পৰাৰ শব্দ শুনি লৰালৰিকৈ গৈ দেখিলোঁ দেউতা নাই, মেজত এটা লেম্প জ্বলি আছে, সন্মুখৰ দুৱাৰখনো মেলা। মেজৰ ওচৰত থিয় হৈ এই মানুহটোৱে আপোনাৰ মনি-বেগটো মেলিছে। মই তেতিয়া কোনো সঁহাৰি নলগোৱাকৈ ওলাই আহিলোঁ আৰু দুৱাৰত তলা লগাই থৈ মেনেজাৰক মাতি নিলোঁহি। আমি যেতিয়া ঘূৰি যাওঁ, তেতিয়া সি হাতৰ মুঠিত দহটকীয়া নোট দুখন লৈ কান্দি আছিল। মেনেজাৰে তাক কত কথা সুধিলে, কিন্তু সি নামাতে। দেউতাকো বিচাৰি নাপালো। সেইদেখি তাক থানালৈ লৈ আহিছোঁ।

মথুৰায়ো তাৰ কথাকে সমৰ্থন কৰিলে।

মাধৱে মানুহটোলৈ চাই ক'লে,—"তই কথা নকৱ কিয়? কি হৈছে তোৰ?"

মানুহটো কান্দি কান্দি মাধৱৰ ভৰিত দীঘল দি পৰিল আৰু থোকাথুকিকৈ কবলৈ ধৰিলে,—"দেউতা! মই এটা দিন হাজিৰাত কাম কৰি খোৱা মানুহ। মোৰ নাম দুখীয়া, দিনটো কাম কৰি আঠ অনা পইচা পাওঁ, তাৰেই কোনোমতে তিৰুতাজনী আৰু কেচুৱা ল'ৰাটোৰে সৈতে পেট প্ৰবৰ্ত্তাই থাকোঁ। যোৱা ৰাতি খাই বৈ উঠাৰ অলপ সময়ৰ পাচৰ পৰাই তিৰুতাজনীৰ ভেদ-বমি আৰম্ভ হয়। মই নিৰুপায় হলোঁ। হাতত এটা টকাও নাই, ইফালে কেচুৱাটো চাবলৈকো কোনো নাই। ভাবিলোঁ যেনে-তেনে ৰাতিটো পুৱাওক, ৰাতি পুৱালেই দেউতাক খবৰ দিম। পিচে বেমাৰ ইমান টান হৈ আহিল যে পুৱালৈ বাট চাব নোৱৰা হলোঁ। কেচুৱাটোৱো টোপনি আহিছিল। মই যেনে-তেনে দেউতাক খবৰটো দি যাওঁ বুলি বেমাৰী আৰু কেচুৱা দুইকো এৰি থৈ দেউতাৰ ঘৰলৈকে লৰি আহিলোঁ। আহি দেখিলোঁ দুৱাৰ মেলা, ভিতৰতো চাকি জ্বলি আছে।

দেউতাক পাম বুলি আশা কৰি ভিতৰ সোমালোঁ, কিন্তু দেউতাক নাপালোঁ। মই বিবুদ্ধি হ'লোঁ! তেতিয়া মোৰ গাত থৰ-যুগুতি নাছিল ; চকী এখনত খুন্দা খাই বাগৰি পৰিলোঁ। তাৰ পাচত কোনোমতে উঠিয়েই মেজৰ ওপৰত পইচা থোৱা বেগটো দেখা পালোঁ। মই বেগটো মেলিলোঁ। তাত কেইবাখনো নোট আছিল ; মই তাৰে দুখন ল'লোঁ। তেতিয়া মই ভাবিছিলোঁ বোলো দেউতাক নাপালোঁ যেতিয়া ইয়াৰেই ডাক্তৰ আনো, পিচত দেউতাৰ আগত সকলো কথা ক'ম। কিন্তু ওলাই আহিবলৈ বাট নাপালোঁ, কোনোবাই বাহিৰৰ পৰা দুৱাৰ বন্ধ কৰি থৈ গ'ল। তাৰ পাচত দুৱাৰ মেলি এওঁলোকে মোক ইয়ালৈ লৈ আহিছে। ইমান বেলিয়ে বা ঘৰত কি হৈছে দেউতা!"

মানুহটোৱে দুৰাওৰাৱে কান্দিবলৈ ধৰিলে। মাধৱে মথ্ৰাক ক'লে,—"তোমালোকে ইয়াক আটক কৰি বৰ অন্যায় কৰিলা। কোনে জানে ইয়াৰ ভিতৰত কি দুৰ্ঘটনা ঘটিছে! বিশেষ কাৰণত মই এতিয়া যাব নোৱাৰোঁ ; তুমি এতিয়াই বৰুৱা ডাক্তৰক লৈ যোৱাঁগৈ ; যি খৰচ পাতি লাগে সকলো দিবা। চাবা যেন যত্নৰ ত্ৰুটি নহয়।"

দুখীয়াক ক'লে,—"তই এতিয়া যা, ডাক্তৰ যাব।"

নোট দুখন মাধৱৰ ফালে আগ বঢ়াই দি দুখীয়াই ক'লে,—"ডাক্তৰ নি'বই যেতিয়া এই দুখন আৰু মোক নালাগে। লওক।"

মাধৱ : লাগক বা নালাগক এতিয়া তোৰ হাততে থাওক। নালাগে যদি পাচত ঘূৰাই দিব পাৰিবি। লাগিলে ক'ত পাবি! এতিয়া যা।

মথ্ৰা, চাকৰ আৰু দুখীয়া তেতিয়া ল'ৰা-লৰিকৈ নিজ নিজ কাম কৰিবলৈ গ'ল। চিলঠীয়া দাৰোগাজনে ঘটনাটো চাই থাকি মেহেন্তা-মেহেন্তিকৈ তাৰ পৰা আঁতৰ হ'ল। মাধৱৰ প্ৰতি তেওঁৰ যি ধাৰণা আছিল, সি যে ভুল তাক এই ঘটনাই প্ৰমাণ কৰি দেখুৱালে।

ইয়াৰ পাচত ইন্‌স্‌পেক্টৰ ফুকন সদলে নৈৰ পাৰলৈ গ'ল। ৰায় চাহাবৰ কাষ চাপি ৰঘুবীৰে ক'লে,—"হুজুৰ, মোক যাবলৈ দিয়ক, নহ'লে বন্ধা-বঢ়াত পলম হ'ব।"

ৰায় চাহাবে মাতিবলৈ নৌ পাওঁতেই ফুকনে ক'লে,—"হওক পলম, এতিয়া যাব নোৱাৰা। এজনকো মই এতিয়া যাবলৈ দিব নোৱাৰোঁ।"

তাৰ পাচত ফুকনে তাত কিবা প্ৰমাণ পায় নে চালে, কিন্তু একো নাপালে। বালিত মানুহৰ খোজ বহি আছিল ; চোৰ ধৰাৰ সময়ত চোৱা হ'লে কোনটো আগ, কোনোটো পিচ চিন পোৱা গ'লহেতেন। কিন্তু এতিয়া চিনিবৰ উপায় নাই ; ক'ৰবাত ধনৰ মোনা পৰি আছে বুলি বহুতো মানুহে বিচাৰি আগৰ খোজৰ চিন একো নাইকিয়া কৰিলে। মাধৱৰ কাপোৰখনো পোৱা নগ'ল।

তাত একো নাপাই সকলোটিয়ে ৰায় চাহাবৰ ঘৰলৈ বাট ল'লে।

## দশম অধ্যায়

### ধনৰ মোনা

ৰায় চাহাবৰ টোলটো বৰ ডাঙৰ। ঘৰ কেইবাটাও আৰু আটাইকেইটাই চকুত লগা। যিটো ঘৰৰ পৰা চোৰে ধন চুৰ কৰিছিল, সেইটো তেওঁৰ

শোৱনি ঘৰ। ঘৰটোৰ খোটালী তিনটা। এটাত ৰায় চাহাব শোৱে। তেওঁ লিখা-পঢ়া কৰা মেজ আৰু খত-পত্ৰ, টকা-পইচা থোৱা লোৰ চন্দুকটো এই খোটালীতে থাকে। এটাত তেওঁৰ গৃহিণী আৰু সৰু ছোৱালীজনী শোৱে। বাকীটোত কাপোৰ-কানি, প্ৰসাধনৰ সামগ্ৰী, ড্ৰেচিং টেব্‌ল, চিলাই-কল, হাৰ্মোনিয়ম আদি থোৱা হয়। বাকীকেইটা ঘৰ চাকৰ, ৰান্ধনি, আলহী আদিয়ে অধিকাৰ কৰে। চ'ৰা ঘৰটোও বৰ পৰিপাটী। তাত দামী দামী মাচিয়া, ফুলদানি আদি গঢ় লগাই সজাই থোৱা আছে। বেৰত মনোৰম ছবি বহুতো। ভিতৰ ফালে ভঁৰাল ঘৰ, গোহালি ঘৰ আদিও আছে। সন্মুখৰ ফুলনিখনত নানা তৰহৰ ফুলৰ উপৰিও ডালিম, বেল, নেমু আদি গছ দেখা যায়। টোলৰ ভিতৰতে থকা কেইটামান সৰু ঘৰত কেইজনমান বন্দুৱা থাকে।

ৰায় চাহাবৰ দুটা ল'ৰা আৰু দুজনী ছোৱালী। ডাঙৰটো লৰাই এম, এ, পাছ কৰি এতিয়া চব ডেপুটী কলেক্টৰ কাম কৰে। এতিয়া তেওঁ ডিব্ৰুগড়ত। যোৱা বছৰতে তেওঁৰ বিয়া হৈ গৈছে। সৰুটো লৰাই কলিকতাৰ কলেজত বি, এল, পঢ়ে। তেওঁৰ ডাঙৰজনী ছোৱালী বিয়া দি উলিয়াই দিয়া প্ৰায় দুবছৰ হৈছে। সৰুজনীয়ে স্কুলত পঢ়ে।

মাজতে তেওঁৰ বৰপুতেক সস্ত্ৰীক ঘৰলৈ আহি-ছিল। যাবৰ সময়ত দুমাহমান থকাকৈ মাক আৰু সৰু ভনীয়েকক ডিব্ৰুগড়লৈ লৈ গ'ল।

এতিয়া ৰায় চাহাব ঘৰত অকলশৰীয়া। সেই কাৰণে তেওঁ তেওঁৰ পেটুৱা বোলা চাকৰটোক শোৱনি ঘৰতে বস্তু থকা খোটালীটোত শুবলৈ দিছে। যাতে ৰাতি-বিয়লি প্ৰয়োজন হ'লে মাত মাতিলেই তাক পায়। শোৱাৰ আগতে ঘৰৰ দুৱাৰ-খিৰিকি এই পেটুৱায়েই জপায়।

ফুকনে ৰায় চাহাবৰ টোলটো চাই লৈ শোৱনি-ঘৰটো পৰীক্ষা কৰি চালে ; চন্দুকটোৰ অৱস্থিতিও লক্ষ্য কৰিলে। তাৰ পাচত ওলাই আহি চ'ৰা ঘৰত বহি ৰায় চাহাবক সুধিলে,—"চন্দুকটো কিহেৰে মেলিছিল ?

ৰায় চাহাব : চাবিৰে। চাবি তাতে লগোৱা আছিল।

ফুকন : আপুনি চাবি ক'ত থৈছিল ?

ৰায় চাহাব : হাত-বাকচৰ ভিতৰত।

ফুকন : হাত-বাকচৰ চাবি একা ?

ৰায় চাহাব : গাৰুৰ তলত।

ফুকন : সদায় এনেকৈয়ে থয় নে ?

ৰায় চাহাব : হয়, সদায় থওঁ।

ফুকন : আপুনি এনেকৈ থোৱাৰ কথা আন কোনোবাই জানে নে ?

ৰায় চাহাব : অকল পেটুৱা বোলা চাকৰটোৱে জানে।

ফুকন : দুৱাৰ আটাইবোৰ মৰা আছিল নে ?

ৰায় চাহাব : থাকিব লাগে। শোৱাৰ আগতে সদায় মাৰে।

ফুকন : কোনে ?

ৰায় চাহাব : পেটুৱাই।

ফুকন : চোৰ কেনি সোমাইছিল ?

ৰায় চাহাব : দুৱাৰে দি। চোৰ ওলাওঁতে সেই মুখৰ-খন দুৱাৰ মেলা আছিল।

ফুকন : কোনো ফালে সিন্ধি দিয়া নাই নহয় ?

ৰায় চাহাব : নাই, পকা ইটাৰ পিৰালিত কি সিন্ধি দিব ?

ফুকন : চোৰ ওলাই যাওঁতে পেটুৱা আছিল নে ?

ৰায় চাহাব : তাৰ তেজিয়াও টোপনিয়েই ভগা নাছিল।

ফুকন : পেটুৰাক মাতক।

ৰায় চাহাবে পেটুৰাক মাতিলে, কিন্তু তাক পোৱা নগ'ল। কেইবাটাও মানুহে তাক বিচাৰিবলৈ ধৰিলে। ফুকনে ৰায় চাহাবক ক'লে,—"এতিয়া ঘটনাটো জল জল পট পট হৈ ওলাই পৰিল; টকাখিনি উলিয়াব পাৰিলেই হয়।"

ৰঘুবীৰ আৰু মাধৱ চিপাহীৰ জিম্মাত আন এটা ঘৰত আছিল। ইন্স্‌পেক্টৰৰ কথামতে চিপাহী এটাই ৰঘুবীৰক চ'ৰালৈ আনিলে। ইন্স্‌পেক্টৰে ৰঘুবীৰক ধমক দি সুধিলে, — "টকাখিনি কি কৰিলি ক !"

ৰঘু : টকা! মই কি কৰিলোঁ!

তাৰ মুখ একেবাৰেই ক'লা পৰিল। ইন্স্‌পেক্টৰে ক'লে,—"তই যে চোৰ, সেইটো প্ৰমাণ হৈ গৈছে। এতিয়া ফাঁকি দি মৰ কিয় ?"

ৰঘু : মই চুৰ কৰিলোঁ! কোনে ক'লে ?

ইন্স্‌ : কোনে ক'ব! পেটুৱাই কৈছে। টকাখিনি দেখি তইঁত দুয়ো আলচ কৰি এই কাম কৰিছ। তোৰ কথামতে পেটুৱাই দুৱাৰত হুক নলগোৱাকৈ থৈছিল আৰু কোনটো চাবি ক'ত থাকে তোক কৈ দিছিল। সেই মতেই তই চুৰ কৰিছিলি। এতিয়া সঁচা কথা ক, নহলে ফল বৰ বেয়া হ'ব।

ৰঘু : মই সেইবোৰ একো নাজানো, সি মিছাকৈ কৈছে। চোৰ ধৰি দিয়াৰ যহত এতিয়া মইহে চোৰ হ'লোঁ!

ইন্স্‌ : কি! আকৌ মিছা কথা! সৈ নলয়! মৰিব খুজিছ? ক, টকা ক'ত থলি।

ৰঘু : কাটকেই বা মাৰকেই, মই নোখোৱাকৈ কেনেকৈ কম!

ইন্স্‌পেক্টৰে তেতিয়া তাৰ গালত ঠাচ ঠাচ দুটা চৰ মাৰিলে; সি বাগৰি পৰিল। তথাপিও তাৰ আগৰ কথা নললিল। ঠিক এনে সময়তে দুটা মানুহে পেটুৱাক চ'ৰা ঘৰলৈ ধৰি লৈ আহিল। সি বাৰীৰ পিচ ফালে থকা ভঁৰালৰ তলত পেট পেলাই পৰি আছিল।

ইন্স্‌পেক্টৰে সুধিলে,—"তই পলাইছিলি কিয় ?

পেটুৱা : ভয় লাগিছিল।

ইন্স্‌ : কিয় ?

পেটুৱা : চিপাহী-দাৰোগা অহা দেখি।

ইন্স্‌ : চিপাহী দাৰোগা দেখিনো ভয় লাগিল কিয় ?

ইন্স্‌পেক্টৰৰ ইঙ্গিত মতে চিপাহীটোৱে বাওঁ হাতেৰে পেটুৱাৰ বাউসীত ধৰি জোকাৰ এটা মাৰি, সোঁহাতেৰে লাখুটিডাল দাঙিলে। পেটুৱা কঁপিবলৈ ধৰিলে। ইন্স্‌পেক্টৰে ক'লে,—"ৰ, ৰ, নামাৰিবি ; সি সঁচা কথা ক'ব। নকয় যদি তেতিয়া যি হয় কৰা যাব।"

তাৰ পাচত তীব্ৰ দৃষ্টিৰে পেটুৱালৈ চাই ক'লে, "তোৰ যদি মৰিবৰ মন নাই, সঁচা কথা কবি। প্ৰথমেই কচোন বাৰু কিয় তই দুৱাৰখন আন দিনাৰ দৰে বন্ধ কৰা নাছিলি ?

পেটুৱা কিছু পৰ নিমাত হৈ থাকিল। ইন্স্‌পেক্টৰে ক'লে,—"তই নকলেও আমি সকলো কথা জানিব পাৰিছোঁ তই সঁচা কথা কয়নে নকয় তাকে চাবলৈহে তোক সুধিছোঁ। সঁচা কথা ক'লে তোৰেইহে ভাল হ'ব। নহ'লে মাৰ তো খাবিয়েই, আকৌ কাটেকলৈকো যাবি। ক, কিয় দুৱাৰখনত হুক লগোৱা নাছিলি ?"

পেটুৱা : ৰঘুবীৰে তেনেকৈ থ'বলৈ কৈছিল।

ইন্স্ : তই বোলে তাক লোহাৰ চন্দুকৰ চাবিটো দিছিলি? কিয় দিছিলি?

পেটুৱা : মই কেতিয়া দিছিলোঁ! হাত-বাকচত আছে বুলিহে কৈছিলোঁ।

ইন্স্ : হাত-বাকচৰ চাবিটো গাৰুৰ তলৰ পৰা নিছিলি কিয়?

পেটুৱা : ৰঘুবীৰে খুজিছিল।

ইন্স্ : সি বাৰু খুজিলেই, তই দিলি কিয়?

পেটুৱা : সি মোক এশ টকা দিম বুলিছিল।

ইন্স্ : ৰঘুবীৰে টকাখিনি ক'ত থ'লে?

পেটুৱা : মই ক'ব নোৱাৰোঁ। মই তেতিয়া শুই আছিলোঁ।

ইন্স্ : তই সাৰে থাকিও টোপনিৰ ভাও ধৰিছিলি কিয়?

পেটুৱা : ৰঘুবীৰক খেদা দেখি মোকো ধৰে বুলি ভয় লাগিছিল।

ৰঘুবীৰে ইমানতো আগেয়ে কোৱা কথাৰ বাহিৰে আন একো নক'লে। ইন্স্পেক্টৰে ৰঘুবীৰ আৰু পেটুৱাক হাত-কেৰেয়া লগাবলৈ দি ক'লে,— "বুজা গৈছে, ই টকা বহুত দূৰলৈ নিব পৰা নাই। ডেৰ ফার্লং মানৰ ভিতৰতে তাক আন মানুহে দেখিছে। ইয়াৰ পৰা বুজা যায় তাৰ আগতে সি টকাখিনি লুকুৱাইছে। সি যে বাটৰ পৰা বেছি আঁতৰলৈ যাবলৈ সময় পোৱা নাই সিও ঠিক। মোৰ বোধেৰে এই ডেৰ ফার্লং বাটৰ দুয়ো দাঁতিয়ে বিচাৰিলেই ধনৰ মোনাটো ওলাব। সকলোৱে এবাৰ ভালকৈ বিচাৰি চোৱাঁচোন।"

তেতিয়া উপস্থিত সকলো মানুহেই বিচাৰিবলৈ ধৰিলে ইন্স্পেক্টৰৰ অনুমান সঁচা হ'ল। ঘৰৰ পৰা অলপ দূৰতে খাৱৈত ধনৰ মোনাটো পোৱা গ'ল। খাৱৈত অলপ পানী আছিল, সেই কাৰণে মোনাৰ তল ছোৱা অলপ তিতিছিল। কিন্তু তলত নগদ টকা আৰু ওপৰত নোট থকাত নোটবোৰ বৰকৈ তিতা নাছিল। মোনাৰ ধন ঠিক মতেই ওলাল।

ইন্স্পেক্টৰে ৰায় চাহাবক ক'লে,— "দেখিলে এই ৰঘুবীৰ কি সাংঘাতিক মানুহ! ইয়াক ৰান্ধনি ৰাখি আপুনি নিজৰ বিপদ চপাই লৈছিল। ইয়াৰ পক্ষে নৰ হত্যাও টান কাম নহ'ব। এইবাৰ সাৰিব পৰা হ'লে ই আগলৈ আপোনাৰ সৰ্ব্বনাশ কৰিলেহেতেন। এতিয়া সকলো কথা ফটফটীয়া হৈ ওলাই পৰিল। ই ধনৰ মোনা লুকুৱাবলৈ সুযোগ নৌ পাওঁতেই আন মানুহে খেদা দেখি সাউৎকৰে খাৱৈলৈ পেলাই দি চোৰ খেদাৰ ভাও ধৰিলে, যদিও তাৰ আগত কোনো মানুহেই নাছিল। সি ভাবিছিল খেদা মানুহ ওচৰ চাপিলে সি নৈত পৰিব আৰু পিচত উঠি আহি ক'ব,—চোৰ ধৰিছিলোঁৱেই, ৰাখিব নোৱাৰিলোঁ; এবাই গ'ল কেনিবা গ'লেই নে মৰিলেই তৎ ধৰিব নোৱাৰিলোঁ। তেতিয়া সকলোৱে নৈত চোৰ বিচাৰি থাকোঁতেই সি গৈ ধনখিনি লুকুৱাব পাৰিব। পিচে আকস্মিকৰূপে ভূঞাৰ হাতত পৰাত তাৰ সকৰা মূৰত ঘপ কৰে নতুন ফন্দী ওলাল। আমাৰ ভেবাৰাম দাৰোগাজনক সি ঠগিছিলেই ঘটনাটোৰ তদন্ত মই নিজে হাতত নোলোৱা হ'লে আপোনাৰ টকাখিনি হেৰালহেতেন, আৰু ভূঞাই যদিও অব্যাহতি পালেহেতেন, তথাপি বহুত লটিঘটিৰ পিচত হে। ইকালে আচল চোৰে সেই সময়ৰ আগতে এই ঠাই এৰিলেহেতেন। সি অতি ধূৰ্ত্ত। আন নালাগে ভাত ৰান্ধিবলৈ পলম হ'ব বুলি মোকো ঠগিবৰ চেষ্টা কৰিছিল হে।"

ৰায় চাহাবে ভূঞাৰ ওচৰত কৃতজ্ঞতা স্বীকাৰ কৰি ক'লে,—তুমি ঘটনাটোত জড়িত নোহোৱা হ'লে টকাখিনি গৈছিলেই; গতিকে ইয়াৰ অলপ সদ্ব্যৱহাৰ হোৱা উচিত। তুমি দৰিদ্ৰ নাৰায়ণৰ সেৱাত জীৱন উচৰ্গা কৰিছা, কিন্তু তাৰ বাবে তোমাৰ নিজৰ উপাৰ্জ্জনৰ বাহিৰে আন কোনো পুঁজি নাই। মই কওঁ তোমাৰ হাতত এটা ৰাজহুৱা পুঁজি থকা উচিত। সেই পুঁজিৰ ভেটি-স্বৰূপে মই এই টকাৰ আধা পাঁচ শ তোমাৰ হাতত দিব খোজোঁ। আশা কৰোঁ গ্ৰহণ কৰিবা।"

মাধৱ : তেনেকৈ গ্ৰহণ কৰাতকৈ মই আপোনাক আন এটা অনুৰোধ জনাওঁ। আমাৰ মাজত সেৱা-সমিতি এখন থকা অতি প্ৰয়োজনীয়। তাৰ এটা পুঁজি আৰু এটা স্বেচ্ছাসেৱকবাহিনী থাকিব লাগিব। এই সম্পৰ্কে মোৰ আঁচনি কৰা আছে, কিন্তু কোনো মুখিয়াল মানুহে গা লাগি ধৰিব নোখোজাত নিজৰ শক্তিৰেই যি পাৰোঁ কৰি আছোঁ। আপুনি যেতিয়া সেই বিষয়ে ভাবিছে, আপুনিয়েই তাৰ গুৰি ধৰক। আপুনি এখন ৰাজহুৱা সভা আহ্বান কৰি এই সমিতি স্থাপন কৰক, আৰু তাতেই তাৰ পুঁজিলৈ এই দান আগ বঢ়াওক। তেতিয়া হ'লে আপোনাৰ পৰাই আনেও প্ৰেৰণা পাব।

ৰায় চাহাব : মই তেনে এখন সভা আহ্বান কৰিব পাৰোঁ, কিন্তু আন কাম সকলো তুমি কৰিব লাগিব। এই বিষয়ে তোমাৰ অভিজ্ঞতা আন সকলোতকৈ বেছি।

মাধৱ : মোক যেতিয়াই বিচাৰে তেতিয়াই পাব।

ইন্‌স্‌পেক্টৰে সকলো সাক্ষীৰ জবানবন্দী লিখি লৈ কাম সমাধা কৰিলে। ৰঘুবীৰ আৰু পেটুৱাক থানালৈ নিবলৈ চিপাহী দুটাক হুকুম দি তেওঁ ৰায় চাহাবৰ মটৰেৰেই ভূঞাৰে সৈতে থানালৈ উলটিল। থানাত ইন্‌স্‌পেক্টৰে ভূঞাক মিছাতে লটি-ঘটি কৰাৰ বাবে দুখ প্ৰকাশ কৰিলে। ভূঞাই ক'লে,—"সেই বাবে মোৰ বিশেষ দুখ নাই। কিন্তু যদি মই ইয়াত আবদ্ধ থকাৰ বাবে সেই মানুহটোৰ ঘৈণীয়েকৰ কিবা অঘটন ঘটিল, সেইটো দুখ সহজে পাহৰিব নোৱাৰিম।"

তাৰ পাচত পিন্ধা কাপোৰকেইটা ধোবাৰ হতুৱাই ধোৱাই পঠিয়াই দিম বুলি, নিজৰ কাপোৰ টোপোলা বান্ধি লৈ মাধৱে থানাৰ পৰা বিদায় ল'লে।

# একাদশ অধ্যায়

## অনুৰোধ নহয়, আদেশ

থানাৰ পৰা মাধৱ পোনে পোনেই দোকানলৈ গ'ল আৰু মথুৰাক মাতি দুখীয়াৰ খবৰ ল'লে। মথুৰাই ক'লে,—তাৰ কথা সঁচা। মই তেতিয়াই বৰুৱা ডাক্তৰক লৈ তাৰ ঘৰলৈ গলোঁ। কিন্তু কি হ'ব! তেতিয়া ৰোগিণীৰ অন্তিম অৱস্থা। ডাক্তৰে কিবা এটা ইনজেকশ্যন দিলে, কিন্তু তাৰ পৰা একো ফল নহ'ল। অলপ সময়ৰ পাচতেই ৰোগিণীয়ে চিৰবিদায় ল'লে।"

মাধৱে কান্দি পেলালে; মথুৰাক ক'লে,—"হয় তো কোনো চিকিৎসাই কাম নিদিলেহেতেন! তথাপি যথাসময়ত যে চিকিৎসা নহ'ল এইটো বৰ আক্ষেপৰ

বিষয়। তাতোকৈ দুখৰ কথা যে সি মোৰ ওচৰত সাহায্য বিচাৰি অহাৰ ফলত নিজে পৰা শুশ্রূষা-খিনিও কৰিব নোৱাৰিলে। তোমালোকে ঘটনাৰ আঁতি-গুৰি নোলোৱাকৈ তাক আটক ৰাখি বৰ অন্যায় কৰিলা। সি এই দুখ কেতিয়াও পাহৰিব নোৱাৰে।"

মথুৰা : সি আমাৰ আগত কথাটো ভাঙি কোৱা হ'লে, আমি আঁতি-গুৰি ল'ব পাৰিলোঁহেতেন, কিন্তু সি যে নামাতিলেই।

মাধৱ : তোমালোকে তাক চোৰ বুলি সাব্যস্ত কৰি লৈ প্ৰশ্ন কৰিছিলা, সিও ভাবিছিল হাতে হাতে ধৰা পৰি সি চোৰ নহয় বুলি ক'লে তোমালোকে নামানা। সেই কাৰণেই তাৰ মুখৰ মাত হৰিছিল। তদুপৰি তাৰ অৱস্থাত পৰা মানুহৰ জ্ঞান-বুদ্ধি লোপ পোৱাও অসম্ভৱ নহয়। তাৰ দুখত সহানুভূতিৰ আভাস পোৱা হ'লে তাৰ মাত ফুটিলহেতেন। যাওক সেই কথা আলচ কৰি আৰু লাভ নাই। হয়তো তেনে হোৱাটোৱেই ভগৱন্তৰ ইচ্ছা।

দোকানৰ পৰা মাধৱ দুখীয়াৰ ঘৰলৈ গ'ল। যি ঠাইত দুখীয়াৰ ঘৰ সি নগৰৰ এচুকত। ওচৰত তাৰে নিচিনা কেইটামান বনুৱাৰ জুপুৰী। ঠাইডোখৰ লেতেৰা; ওচৰৰ নৰ্দ্দমাৰ পানী বন্ধ হৈ থকাত তাৰ পৰা দুৰ্গন্ধ ওলাই গোটেই ডোখৰ ঠাই জুৰিছে। বোধ কৰোঁ সেই ঠাইত কোনো ডাঙৰ মানুহ নথকাত মিউনিচিপেলিটিৰ কোনো কৰ্ম্মচাৰীৰ চকু তাত পৰা নাই। মানুহবোৰৰ পায়খানা নাই। চাফ-চিকণ হৈ চলা অভ্যাসো সিহঁতৰ নাই। সেই বাবে কাষৰ নৰ্দ্দমাতেই সিহঁতৰ সকলো আবৰ্জ্জনা গোট খাইছে। এনে ঠাইত মানুহ নিৰোগ হৈ থকাটোহে অস্বাভাৱিক।

মাধৱে ঠাইডোখৰ দেখি তেতিয়াই দুখীয়াৰ ঘৈণীয়েকৰ মৃত্যুৰ সংবাদেৰে সৈতে মিউনিচিপেলিটিৰ ছেয়াৰমেনলৈ এখন চিঠি লিখি বিহিত ব্যৱস্থা হাতত লবলৈ অনুৰোধ জনালে।

তেতিয়া মৰা মানুহজনী পৰ্ব্বতৰ কাষত পুতি থৈ কেইটামান আন বনুৱাৰে সৈতে দুখীয়া ঘৰলৈ আহিছিল। তেতিয়াও তাৰ চকুলো শুকোৱা নাই, কেচুৱাটো ওচৰৰে তিৰুতা এজনীয়ে চাইছিল। মাধৱে গুৱাল এটা মাতি কেচুৱাটোৰ নিমিত্তে দিনৌ একো সেৰ গাখীৰ দিয়াৰ বন্দবস্ত কৰিলে। তাৰ দাম তেওঁ নিজে দিব।

ইয়াৰ পাচত জমাদাৰ এটা মতাই আনি মাধৱে দুখীয়াৰ ঘৰটো পৰিষ্কাৰ কৰাই ফেনাইলেৰে ধোৱালে। ৰোগিণীৰ কাপোৰ-কানি মৰা শৰ লগতে লৈ গৈ পোতা হৈছিল, যি অলপ অৱশেষ আছিল তাকো তেতিয়াই পোৰাই পেলোৱা হ'ল। ইয়াৰ ভিতৰতে মিউনিচিপেলিটিৰ হেল্থ্ অফিচাৰ আহি ঘৰৰ দাঁতি আৰু নৰ্দ্দমাত চূণ ছটিওৱালে আৰু মানুহবিলাকক বেজি লবলৈ মাতিলে। কি কি সতৰ্কতা অৱলম্বন কৰি চলিব লাগিব সেই বিষয়ে বনুৱাহঁতক বুজাই আৰু বিপন্নাক বনুৱাটোক নানা প্ৰকাৰে সান্ত্বনা দি মাধৱো ঘৰলৈ উলটিল।

ঘৰ পাই মাধৱে ভালকৈ গা-পা ধুই কাপোৰ-কানি সলালে। দুপৰ বহুত আগতে পাৰ হৈ গৈছিল। তেওঁ সামান্য আহাৰ কৰি একন্তেক বিশ্ৰাম ল'লে।

বিশ্ৰামৰ অন্তত মাধৱ প্ৰতিমাৰ ওচৰলৈ গ'ল; প্ৰতিমা যদিও তেতিয়াই ঘাটৰ পৰা আহিছিল, তথাপি মাধৱক চোৰ বুলি ধৰি নিয়ালৈকে সকলো

খবৰ পাই আছিল। মাধৱে গৈয়েই দেখিলে প্ৰতিমা একেবাৰেই আউলী-বাউলী হৈ জুপুকা মাৰি বহি আছে। মাধৱক দেখিয়েই তেওঁ কান্দিবলৈ ধৰিলে। মাধৱে তেওঁক সকলো ঘটনা কৈ সান্ত্বনা দিলে। অলপ সুস্থিৰ হৈ প্ৰতিমাই ক'লে,—"আপুনি চিঠিখন মই কোৱাতকৈ আগতে পঢ়িলে কিয় ?"

মাধৱ : নপঢ়োঁ বুলি আছিলোঁ, কিন্তু শেহলৈকে ধৈৰ্য্য ৰাখিব নোৱাৰিলোঁ। তুমি ব্ৰহ্মপুত্ৰলৈ গলে সেইটো ঘাটলৈকে যাবা বুলি মই থিৰাংকৈ ভাবিছিলোঁ। যেতিয়া মানুহটোক পানীত পৰা দেখিছিলোঁ, তেতিয়া তাকেই তুমি বুলি বিশ্বাস কৰিছিলোঁ।

প্ৰতিমা : মোৰ নিমিত্তেই আপোনাৰ ইমান লটিঘটি হ'ল। তাতকৈ আপুনি মোক মৰিবলৈ এৰি দিয়াই ভাল হ'লহেতেন। মই জীয়াই থাকিলে আপোনাৰ আৰু কিমান বিপদ ঘটিব, তাক কোনে জানে! আপুনি আৰু বাধা নিদিব, মোক মৰিবলৈ দিয়ক।

মাধৱ : মৃত্যু কোনোবা দিনা অতৰ্কিতে আহি ওলাব ; তাৰ নিমিত্তে হাবাথৰি খাব নালাগে। এতিয়া ভাবা জীৱনৰ কথা। এই দুদিনীয়া জীৱনৰ এটা মুহূৰ্ত্তও অবাবত যাবলৈ দিব নোৱাৰি। কাম কৰা, তোমাৰ জীৱন দুৰ্ব্বহ নহৈ আনন্দৰ হ'ব।

প্ৰতিমা : কিন্তু মোৰ বৰ্ত্তমান অৱস্থাত জীৱনতকৈ মৃত্যুত বেছি শান্তি পাম। মই জীয়াই থাকিব লাগিলে মোৰ দুষ্কাৰ্য্যৰ ফল আপুনিও ভোগ কৰিব লাগিব। মানুহে তাৰ বাবে আপোনাকেই দায়ী কৰিব।

মাধৱ : মোৰ গাত তেনে দায়িত্ব অৰ্পণ কৰি যদি সকলোৱেই শান্তি পায় আৰু তোমাৰো সন্মান ৰক্ষা পৰে তেন্তে তাত ক্ষতি কি ?

প্ৰতিমা : ক্ষতি বহুত। অনৰ্থক আপোনাৰ চৰিত্ৰৰ ওপৰত মানুহৰ সন্দেহ জন্মিব, আপোনাৰ ওপৰত বহুতৰ বিশ্বাস হেৰাব। আজিয়েই চাওক, মোৰ নিমিত্তেই আপোনাৰ কেনে কেলেঙ্কাৰীখন হ'ল।

মাধৱ : সি একো নহয়, কৰ্ম্মফল। তোমাৰ মনত থাকিব পায় তোমাৰ নৰিয়াৰ সময়ত এই ৰায় চাহাবৰ বাৰীৰ পৰাই কাকো নোসোধাকৈ ডালিম আনিছিলোঁ। সেই দিনা ধৰা নপৰিলোঁ, কিন্তু আজি চুৰ নকৰাকৈয়ে এক্কতকৰ নিমিত্তে হলেও চোৰ নাম ল'ব লগা হ'ল। তাত মোৰ বেজাৰ নাই। সেই দিনা যি পাপ কৰিছিলোঁ আজি টকাখিনি উদ্ধাৰ কৰোৱাই তাৰ প্ৰায়শ্চিত্ত কৰিলোঁ। তদুপৰি আজিৰ ঘটনাটোত বেয়াতকৈ ভালৰ ভাগ বেছি। বেয়াৰ পৰাও যে ভাল হ'ব পাৰে আজি তাৰ প্ৰত্যক্ষ প্ৰমাণ পালোঁ। মোৰ কাৰ্য্যত সাহায্য কৰিবলৈ ইতিপূৰ্ব্বে ৰায় চাহাবক কেইবাবাৰো খাটিছিলোঁ, কিন্তু মোৰ সকলো প্ৰস্তাৱ তেওঁ উকৰাই দিছিল। আজি তেওঁ নিজে উপযাচি

মোৰ কাৰ্য্যত পৃষ্ঠপোষকতা কৰিবলৈ আগ বাঢ়িছে; আন নালাগে, নিজে গুৰিয়াল হৈ এখন সেৱা-সমিতি স্থাপন কৰিবলৈ গাত লৈছে। মোৰ অপমানৰ ইয়াতকৈ ডাঙৰ ক্ষতি-পূৰণ মই নিবিচাৰোঁ।

প্ৰতিমা : আজিৰ ঘটনাৰ পৰিণতি বেয়া নহ'ব পাৰে, কিন্তু মই জীয়াই থকাৰ যি পৰিণতি হ'ব, সি বেয়াৰ বাহিৰে ভাল হ'ব নোৱাৰে।

মাধৱ : মিছামিছি তৰ্ক নকৰিবা। তোমাৰ ইচ্ছা-মতেই মই তোমাৰ অভিভাৱক হৈছিলোঁ। সেই মতেই ময়ো তোমাক চলাব লাগিব, তুমিও মোৰ নিৰ্দ্দেশ-মতে চলিব লাগিব। মোৰ আদেশ,—অনুৰোধ নহয় আদেশ, তুমি তোমাৰ কৰ্ত্তব্য কৰি যোৱাঁ। লোকে কি ভাবিছে, কি কৈছে তালৈ সমূলি মন-কাণ নিদিবা। তোমাৰ অৱস্থাৰ সম্পৰ্কে যেয়ে যিহকে কয় কওক, তুমি প্ৰতিবাদ নকৰি নীৰৱে থাকিবা।

প্ৰতিমা : তেতিয়া হ'লে সকলোৱে আপোনাৰ বদ্‌নাম—

মাধৱ : মোলৈ বদ্‌নাম সদ্‌নাম একে কথা। মই জানো কাম, নৰনাৰায়ণৰ সেৱা; লোকৰ সমালোচনাত কাণ দিবলৈ মোৰ আজৰি নাই। তুমিও তোমাৰ কামত আশাগুধাঁয়া ভাবে লাগি যোৱাঁ। অতীতৰ কথা ভাবি সময় নকটাবা, আৰু অন বলিয়ালিৰ্থক নকৰিবা। কৰ্ত্তব্য পৰায়ণতাই হে তোমাৰ ভৱিষ্যৎ সুন্দৰকৈ গঢ়িব পাৰিব।

এইদৰে কৈয়েই মাধৱ ঘৰলৈ গ'ল। প্ৰতিমা বহুত পৰলৈকে একে ঠাইতে থৰ লাগি থাকিল।

## দ্বাদশ অধ্যায়

### সেৱা-সমিতি

ৰায় চাহাব জগদানন্দ বৰকাকতীয়ে মাধৱৰ ওচৰত দিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰিলে। পিচ দিনাই তেওঁ এখন সভা আহ্বান কৰিলে। ৰায় চাহাব নগৰৰ ভিতৰত প্ৰতিপত্তি থকা এজন মুখিয়াল মানুহ। তেওঁৰ আহ্বানত যে যথেষ্ট সমজুৱাই যোগ দিব তাত সন্দেহ নাই। অৱশ্যে সকলো কাৰ্য্যতে পিচ হোঁহকা মৰা এদল মানুহ আছে। তেওঁলোক গোহালিত ছদঁতীয়া। লোকে কোনো কাম কৰা দেখিলে তেওঁলোকে ঘৰত বহি সমালোচনা কৰে, কিন্তু নিজে কেতিয়াও কোনো কাম হাতত নলয়। তেনে বিধৰ মানুহক কোনো ৰাজহুৱা অনুষ্ঠানতে পোৱা নাযায়। তেওঁলোক আজিৰ সভাতো উপস্থিত নাছিল।

যথাৰীতি সভা আৰম্ভ হ'ল। উপস্থিত সমজুৱাৰ পৰাই এজনক সভাপতিৰ বাব দিয়া হ'ল। ৰায় চাহাবে সভাৰ উদ্দেশ্য পৰিপাটীকৈ সমজুৱাসকলক বুজাই দিলে। সভাপতিৰ আদেশমতে ভূঞাই তেওঁৰ আঁচনি দাঙি ধৰিলে :

১। এই সমিতি গুৱাহাটী সেৱা-সমিতি নামে অভিহিত হ'ব।

২। ইয়াৰ উদ্দেশ্য হ'ব নিঃস্ব, পীড়িত, অনাথ আৰু মৃতকৰ সেৱা-কাৰ্য্য।

কোনো আকস্মিক দুৰ্ঘটনাত সাহায্য কৰা, ক'ৰবাত জুই লাগিলে তাক নুমুওৱাও সমিতিৰ কৰ্ত্তব্যৰ ভিতৰত পৰিব। সমিতিৰ অৱস্থা টনকিয়াল হ'লে অন্যান্য সেৱা কাৰ্য্যও হাতত লব পাৰিব আৰু তাৰ পৰিসৰো বঢ়াব পাৰিব। কোনো সাম্প্ৰদায়িক নাইবা ৰাজনৈতিক অনুষ্ঠানৰ লগত পোন পটিয়ে ইয়াৰ সংশ্ৰৱ থাকিব নোৱাৰিব।

৩। জাতি-বৰ্ণ ধৰ্ম্মনিৰ্বিশেষে যি কোনো মানুহেই এই সমিতিৰ সদস্য হ'ব পাৰিব।

৪। সমিতিৰ সভ্য সকলে ভৰ্ত্তি মাচুল এটকা আৰু মাহে চাৰি অনাকৈ বৰঙণি দিব লাগিব। একেৰাহে ছমাহ বৰঙণি আদায় নকৰা লোকৰ নাম সভ্য শ্ৰেণীৰ পৰা বাদ পৰিব।

৫। এই সমিতিৰ এজন সম্পাদক, এজন সহকাৰী সম্পাদক, এজন ধন-ভঁৰালী আৰু এজন নিগাজী সভাপতি থাকিব লাগিব। এওঁলোকৰ কাৰ্য্যকাল এবছৰ হ'ব।

৬। সমিতিৰ এখন কাৰ্য্য নিৰ্ব্বাহক সভা থাকিব। সেই সভা যেতিয়াই প্ৰয়োজন হয় তেতিয়াই সম্পাদকে আহ্বান কৰিব পাৰিব, অন্ততঃ মাহে এবাৰ পাতিব'ই লাগিব। সেই সভাৰ সভ্য, সভাপতি আৰু সম্পাদকেৰে সৈতে হ'ব এঘাৰজন। সভাপতিৰ বাহিৰে আৰু পাঁচজন সভ্য উপস্থিত থাকিলেও সভাৰ কাৰ্য্য চলিব পাৰিব।

৭। সমিতিৰ এটা স্বেচ্ছাসেৱক-বাহিনী থাকিব। তেওঁলোকৰ সকলোৰেই প্ৰাথমিক শুশ্ৰূষা সম্পৰ্কে শিক্ষা ল'ব লাগিব। প্ৰত্যেক ৱাৰ্ডৰ স্বেচ্ছাসেৱকসকলৰ একো জন সুকীয়া নায়ক থাকিব আৰু গোটেই বাহিনীৰ এজন অধিনায়ক থাকিব।

৮। এই সমিতিৰ এখন কাৰ্য্যালয় থাকিব। তাৰ লগতে জনচেৰেক স্বেচ্ছাসেৱক স্থায়ী ভাবে থাকিবৰ নিমিত্তে এটি সেৱা-শিবিৰ থাকিব লাগিব।

৯। যিবিলাক স্বেচ্ছাসেৱকে নিজ নিজ কাম কৰি প্ৰায়োজন মতে সেৱা-কাৰ্য্য চলাব, তেওঁলোকে সমিতিৰ পৰা কোনো পাৰিশ্ৰমিক নাপায়। কিন্তু যিসকলে সেৱা-শিবিৰত স্থায়ীভাবে থাকি কাম কৰিব তেওঁলোকৰ খৰচ সমিতিয়ে বহন কৰিব। স্থায়ী স্বেচ্ছাসেৱকসকলে আজৰি সময়ৰ সদ্ব্যৱহাৰ কৰিবলৈ শিবিৰৰ লগতে কিছু খেতি কৰিব পৰা মাটি থাকিব লাগিব। তাৰ বাহিৰেও নিজ নিজ অভিৰুচিমতে হাতৰ কাম কৰিবলৈ সুযোগ পাব লাগিব।

১০। কামৰ সময়ত স্বেচ্ছাসেৱকসকলে সমিতিৰ "বেজ" পিন্ধিব লাগিব। প্ৰতি সপ্তাহতে তেওঁলোকৰ এদিনকৈ "পেৰেড" হ'ব।

১১। এই সমিতিৰ তত্বাৱধানত এখন অনাথ আশ্ৰম থাকিব।

১২। সমিতিৰ এটা ডাঙৰ পুঁজি বৰঙণি তুলি স্থাপন কৰিব লাগিব। তাৰ হিচাপ ধন-ভঁৰালীৰ হাতত থাকিব আৰু তেওঁ সমিতিৰ নামে সকলো টকা বেঙ্কত জমা ৰাখিব। সম্পাদকে খৰচৰ বাবে পঞ্চাশ টকালৈকে হাতত ৰাখিব পাৰিব।

১৩। প্ৰাথমিক শুশ্ৰূষা আৰু জুই-ছাই নুমুৱাবৰ নিমিত্তে লাগতিয়াল সকলো আহিলা-পাতি সমিতিৰ ভঁৰালত থাকিব লাগিব।

১৪। বছেৰেকত এবাৰ সাধাৰণ সভা বহিব; প্ৰয়োজন হ'লে তাৰ বাহিৰেও বিশেষ সভা বহিব পাৰিব। বছেৰেকীয়া অধিবেশনত সম্পাদকে বছেৰেকীয়া ৰিপোৰ্ট দাখিল কৰিব লাগিব। এই অধিবেশনতে কাৰ্য্যকাৰকৰ সালসলনি ঘটিব। সভ্যসকলে

ইচ্ছা কৰিলে পুৰণি কাৰ্য্যকাৰককো পুনৰ নিৰ্ব্বাচিত কৰিব পাৰিব।

আঁচনিখন পঢ়া হ'লত মাধৱে ক'লে,—এই নিয়মবোৰ কৰিবৰ সময়ত সমিতিৰ এটা টনকিয়াল পুঁজি ধৰি লোৱা হৈছে। পুঁজিৰ জোখ কম হ'লে কামো সেই অনুপাতেহে হাতত ল'ব লাগিব।

সভাপতিয়ে তেতিয়া এই নিয়মাৱলী-সম্পৰ্কে সমজুৱাৰ মতামত সুধিলে। এজন সমজুৱা উঠি ক'লে,—"নিয়মাৱলীত আপত্তি কৰিবলগীয়া একো নাই, তাক আমি সমৰ্থন কৰোঁ। কিন্তু তাৰ লগত আৰু কিবা যোগ-বিয়োগ হ'ব পাৰে নে নোৱাৰে ততালিকে কোৱা টান। সেই কাৰণে মই কওঁ, সম্প্ৰতি এই নিয়মবোৰ এই চৰ্ত্তত গ্ৰহণ কৰা হওক যাতে প্ৰয়োজন দেখিলে তাৰ লৰচৰ ঘটাব পাৰি। তাক পৰীক্ষা কৰি শেষ সিদ্ধান্ত কৰাৰ ভাৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতিক দিয়া হওক।"

সকলোৰে তাত হয় দিলে। সৰহভাগ সমজুৱাই এনেবোৰ বিষয়ত মূৰ ঘমোৱাতকৈ কাৰবাৰ ওপৰত ভাৰ দি নিজে সাৰিব পাৰিলেই ৰক্ষা পায়। গতিকে প্ৰস্তাবটো ততালিকে গৃহীত হ'ল।

তাৰ পাচত এঘাৰ জন সমজুৱাৰে এখন কাৰ্য্য-নিৰ্ব্বাহক সভা গঠিত হ'ল। অৱশ্যে এই তালিকাত ৰায় চাহাব আৰু মাধৱৰ নাম প্ৰথমেই সোমাইছিল। সৰ্ব্বসম্মতিক্ৰমে ৰায় চাহাব নিগাজী সভাপতি নিৰ্ব্বাচিত হ'ল। তাৰ পাচত সম্পাদকৰ বাছনি। এজন সমজুৱাই মাধৱৰ নাম প্ৰস্তাব কৰিবলৈহে পালে, ততালিকে সি সকলো সমজুৱাৰ হাততালিৰে সমৰ্থিত হ'ল। মাধৱে ক'লে,—"আপোনালোকে মৰম আৰু বিশ্বাস কৰি মোক এই ভাৰ দিয়াত আপোনা-লোকক ধন্যবাদ জনাওঁ, কিন্তু দুখৰ বিষয় এই কাৰ্য্যত যেনে একাণপতীয়া ভাবে লগাৰ প্ৰয়োজন তেনেকৈ লাগিবলৈ মোৰ আজৰি নাই। আপোনালোকে জানে যে এনে ধৰণৰ বহুতো অনুষ্ঠান এতিয়াও গঢ়িব লগা হৈয়েই আছে; মই আনবোৰ একেবাৰেই বাদ দি ইয়াত লগা অসম্ভৱ। মই নিশ্চয় সাধ্যমতে এই অনুষ্ঠানত সাহায্য কৰিম, কিন্তু সম্পাদকৰ দায়িত্ব মোতকৈ বেছি সময় আৰু সুবিধা থকা এজনক দিলে মই পৰম কৃতাৰ্থ হ'ম।"

কিন্তু কোনেও তেওঁৰ কথালৈ কাণ নিদিলে। ৰায় চাহাবেও ক'লে,—"তোমাৰ আপত্তি অমূলক। তুমি বাজহুৱা কামৰ বাবে বেছি আজৰি উলিয়াব নোৱাৰিব পাৰা কিন্তু আনে ঘৰুৱা জঞ্জালৰ বাবেই আজৰি নাপায়। তেনে স্থলত ইয়াত কোনো কেৱলীয়া ভকত নোলায়, যি অকল একেটা কামতে লাগি থাকিব পাৰে। তুমি যিমানখিনি পাৰা সিমান-খিনি খাটিলেই যথেষ্ট হ'ব। তুমি কেতিয়াবা আঁত-ৰলৈ যাব লগা হ'লে বা কাম চলাব নোৱাৰিলে সহকাৰীজনৰ ওপৰত ভাৰ দিলেই চলিব। মুঠ কথা, প্ৰথম অৱস্থাত তুমি ইয়াৰ দায়িত্ব নল'লে, একোৱেই নহব।"

মাধৱ অগত্যা সম্পাদকৰ বাব লবলৈ সন্মত হ'ল। তেতিয়া বাকী কাৰ্য্যকাৰক কেইজনো সৰ্ব্বসম্মতি-ক্ৰমে নিৰ্ব্বাচিত হ'ল।

মাধৱে ক'লে,—"আপোনালোকক আগেয়ে কৈছোঁ আৰু নিয়মাৱলীৰ পৰাও বুজিছে, এই অনুষ্ঠানৰ মূলত ধনৰ প্ৰয়োজন। বেছি বাগাড়ম্বৰলৈ নগৈ মই প্ৰস্তাৱ কৰোঁ, আপোনালোকে এই সভা-স্থলতে এটা পুঁজিৰ ব্যৱস্থা কৰক।"

প্ৰস্তাৱটো অধিকাংশ সমজুৱাই ভাল পোৱা

নাছিল ; ৰায় চাহাবে কথাটোৰ গম ধৰিছিল। তেওঁ উঠি ক'লে,—"আমাৰ সভা-সমিতিবোৰৰ এই দোষটো সদায় দেখা যায় যে সভ্যসকলে কেইজনমান মানুহৰ ওপৰত কিছুমান কাৰ্য্যৰ ভাৰ দি ঘৰাঘৰি গুচি যায়, কিন্তু সেই কাৰ্য্য সেই মানুহ কেইজনে কেনেকৈ সম্পাদন কৰিব তাৰ কোনো ভাল ব্যৱস্থাৰ কথা সমূলি নাভাবে। সেই কাৰণে মই ভূঞাৰ প্ৰস্তাবটো সাদৰে সমৰ্থন কৰোঁ। যদিও সমিতি পতা হৈছে, তথাপি ইয়াৰ স্থায়িত্ব নিৰ্ভৰ কৰে পুঁজি আৰু কৰ্মীৰ ওপৰত। সেই কাৰণে মই সকলো সমজুৱাকে অনুৰোধ জনাওঁ যেন সকলোৱে সমিতিৰ সভ্য ভুক্ত হোৱাৰ উপৰিও শক্তি-অনুযায়ী দান আগ বঢ়ায়। তাৰ সামান্য পাতনি স্বৰূপে মই এই পাঁচশ টকা আগ বঢ়ালোঁ।"

ৰায় চাহাবে পাঁচ শ টকাৰ নোট তেতিয়াই সম্পাদকৰ হাতত অৰ্পণ কৰিলে। তাকে দেখি আন সমজুৱা ছুই চাৰি জনেও ছুই-এটকাকৈ আগ বঢ়ালে আৰু বহুতে সাধ্য অনুসৰি দিবলৈ প্ৰতিশ্ৰুতি দিলে। মুঠতে সভাস্থলতে নগদ ছ শ টকা আৰু প্ৰায় বাৰ শ টকাৰ প্ৰতিশ্ৰুতি পোৱা গ'ল।

সম্প্ৰতি মাধৱৰ ঘৰতে অস্থায়ী ভাৱে কাৰ্য্যালয় আৰু শিবিৰ স্থাপনৰ সিদ্ধান্ত কৰাৰ পাচত সভাপতিয়ে এটি চমু বক্তৃতাৰে সভাৰ সামৰণি মাৰিলে! ৰায় চাহাবে সভাপতি আৰু সমজুৱাসকলক ধন্যবাদ জনালে। সভা ভঙ্গ হ'ল।

তেতিয়া অলপ আন্ধাৰ হৈছিল। সভাৰ পৰা আহোঁতে বাটত মাধৱৰ আগে আগে যোৱা ছুটা মানুহৰ কথা-বতৰা তেওঁৰ কাণত পৰিল।

এটাই ক'লে,—"এই বলিয়াটো দেখিছোঁ কম নহয়, ই ৰায় চাহাবৰ নিচিনা মানুহকো হাত কৰিলে।"

আনটোৱে ক'লে,—"ৰায় চাহাব যে কেনে বিধৰ মানুহ তাক নো কেনেকৈ জানিলা! কি জানি দেহোঁ একে গুৰু ঘৰৰে ভকত।"

মাধৱে বুজিলে, তেওঁৰ বিষয়েই এই আলোচনা আৰু শেহৰ কথাষাৰত প্ৰতিমাৰ বিষয়েও ইঙ্গিত আছে।

# ত্ৰয়োদশ অধ্যায়

## কলঙ্কৰ ভয়

সেৱা-সমিতি স্থাপন হ'ব দিনাৰে পৰা মাধৱে তাক মনোমতকৈ গঢ়িবলৈ চেষ্টা কৰিছে, কিন্তু আশানুৰূপ হোৱা নাই। তাৰ প্ৰধান কাৰণ ধনৰ অভাৱ। বিশেষ ভাবে তিনি মাহ চেষ্টা কৰি তেওঁ দুহেজাৰ টকাকৈ গোট খুৱাব পৰা নাই। আন নালাগে সভাৰ পলীতে প্ৰতিশ্ৰুতি দিয়া সকলবো বহুতে এতিয়ালৈকে এটা ফুটা কড়িও আদায় কৰা নাই। অৱশ্যে কাৰ্য্যকাৰকসকল তাত হতাশ হোৱা নাই। তেওঁলোকে অৱস্থা অনুযায়ী ব্যৱস্থা কৰি কাম চলাই গৈছে। সমিতিৰ স্বকীয়া কাৰ্য্যালয়, সেৱা-শিবিৰ বা অনাথ আশ্ৰম এতিয়াও হোৱা নাই। মাধৱৰ ঘৰতে কাৰ্য্যালয় পাতি কাম চলোৱা হৈছে ; প্ৰায় ত্ৰিশজনমান স্বেচ্ছাসেৱকক শিক্ষা দিয়া হৈছে আৰু তেওঁলোকৰ দ্বাৰাই নানা ঠাইত সেৱা কাৰ্য্য চলোৱা হৈছে। সকলো সময়ৰ নিমিত্তে শিবিৰ পাতি স্বেচ্ছাসেৱক ৰখা, সম্ভৱ হব নে নহয় এতিয়াও ঠিক কৈ ক'ব নোৱাৰি।

মাধৱ এতিয়াও প্ৰতিমাৰ অভিভাবক হৈয়েই আছে। একালে সেৱা-সমিতিৰ পৰিচালনাৰ বাবে

মাধৱে যেনেকৈ প্ৰশংসা পাইছে, আন ফালে প্ৰতিমাৰ লগত সম্পৰ্ক ৰখাৰ বাবে তেনেকৈ বহুতৰ পৰা গৰিহণাও পাইছে। মাধৱৰ কিন্তু সেইবোৰলৈ ভ্ৰূক্ষেপ নাই, প্ৰতিমাক তেওঁৰ মনোমতকৈ গঢ়ি তোলাটো তেওঁৰ উদ্দেশ্য। প্ৰতিমায়ো মাধৱৰ নিৰ্দ্দেশমতে দ্বিগুণ উছাহেৰে কামত লাগি গৈছে। এনেকৈয়ে তিনি মাহ পাৰ হ'ল। লাহে লাহে প্ৰতিমাৰ প্ৰসৱৰ সময় ওচৰ চাপিল; মাধৱেও ঘনাই ভু-ভা লৈ থাকিবলৈ ধৰিলে। এদিন ৰাতি পুৱাওঁতেই প্ৰতিমাৰ প্ৰসৱ-বেদনা উপস্থিত হ'ল। মাধৱে এজনী ধাই নিযুক্ত কৰিলে। কিন্তু গোটেই দিনটো অৱস্থা একেদৰেই থাকিল। গধূলিৰ পৰাই অৱস্থাই ক্ৰমশঃ বেয়াৰ ফাললৈ ঢাল লৈ জটিল আকাৰ ধাৰণ কৰিলে। মাধৱে লেডি ডাক্তৰক আনি লগালে, কিন্তু বিশেষ চেষ্টা কৰিও তেওঁ একো কৰিব নোৱাৰিলে। দ্বিতীয় দিনা অৱস্থা আশঙ্কাজনক হৈ পৰিল। মাধৱে চিভিল চাৰ্জ্জনক আনিলে। কিন্তু তেৰোঁ অৱস্থাৰ একো উন্নতি কৰিব নোৱাৰিলে। শেহত সন্ধ্যা সময়ত প্ৰতিমাৰ অৱস্থা ইমান বেয়ালৈ আহিল যে চিভিল চাৰ্জ্জনেও ভয় খালে। তেওঁ ক'লে,—অস্ত্ৰ-প্ৰয়োগৰ বাহিৰে আৰু আন উপায় নাই। আৰু অপেক্ষা কৰিলে প্ৰসূতি নাবাঁচে।"

অগত্যা অস্ত্ৰ-প্ৰয়োগ কৰাই স্থিৰ হ'ল। চিভিল চাৰ্জ্জনে কোট সোলোকাই, কামিজৰ হাত কোঁচাই, অস্ত্ৰ শোধন কৰি লৈ প্ৰতিমাৰ কাষ চাপিল। কিন্তু তেওঁ অস্ত্ৰ-প্ৰয়োগ কৰিব লগা নহ'ল; অস্ত্ৰ তুলি লওঁতেই প্ৰতিমাই এটি কন্যা সন্তান প্ৰসৱ কৰিলে। ডাক্তৰে পৰীক্ষা কৰি দেখিলে সন্তানটো মৃত। তেতিয়া তেওঁ ধাইক উপদেশ আৰু প্ৰয়োজনীয় ঔষধৰ ব্যৱস্থা দি বিদায় ল'লে। কোৱা বাহুল্য, ডাক্তৰ আদিৰ সকলো ব্যয় মাধৱেই বহন কৰিছিল, সেৱা-সমিতিৰ লগত ইয়াৰ কোনো সম্পৰ্ক নাছিল।

ধাইৰ পৰিচৰ্য্যা আৰু মাধৱৰ তত্বাৱধানৰ গুণত প্ৰতিমা সোনকালে ভাললৈ আহিল। মুঠতে ডেৰ-মাহমানৰ মূৰতে আকৌ তেওঁ আগৰ দৰে কামত লাগিব পৰা হ'ল।

যদিও কিছুমান মানুহে মাধৱ আৰু প্ৰতিমাৰ প্ৰণয়ৰ কথা গৰ্হিত ভাবে গ্ৰহণ কৰিছিল, তথাপি বহুতে মাধৱৰ পক্ষে তেনে কাম সম্ভৱ নহয় বুলি ভাবিছিল। এই ঘটনাৰ পাচত তেওঁলোকৰো এদলৰ সন্দেহ গুচিল।

মানুহে যিমানেই আলচ কৰে তলে তলেহে, মাধৱৰ আগত কোনেও সেইবোৰ কথা মুলিয়ায় আৰু কোনেও তেওঁক এই বিষয়ে কোনো কথা নোসোধে। এদিন মাথোন তেওঁৰ পুৰণি বন্ধু আৰু সহপাঠী এজনে সুধিছিল,—"কি হে ভায়া! এইবাৰ দধীচি মুনিয়েই হ'লা নে পৰাশৰ হবলৈকে মন মেলিলা?"

মাধৱ : যিটো হ'লে তোমাৰ মনত ৰং লাগে তাকে বুলিয়েই ধৰি লোৱাঁ।

বন্ধু : তাতকৈ আচল কথাটো তোমাৰ মুখৰ পৰা শুনিলে জানো কিবা জগৰ লাগিব?

মাধৱ : জগৰ লাগক বা নালাগক ক'বলৈ মই অপাৰগ।

বন্ধু : মোৰ ওপৰতো তোমাৰ বিশ্বাস নাই নে?

মাধৱ : মই জানো বিশ্বাস নকৰোঁ বুলি কৈছোঁ, কিন্তু সম্প্ৰতি মোৰ কথা মোৰ বাহিৰে আনে নজনাটোৱেই মঙ্গল। কিয়নো তুমি যি কথা জানিব খুজিছা, সেই কথা কবলৈ হ'লে মোৰ লগতে আন কাবোবাৰ কথাও ক'ব লগাত পৰিব,

কিন্তু সম্প্ৰতি মই আনৰ ভিতৰুৱা কথা প্ৰকাশ কৰিব নোখোজোঁ। তোমাক বন্ধুহিচাপে ইমানকেই ক'ব পাৰোঁ যে মাধৱ এতিয়াও আগৰ মাধৱেই আছে। তাতকৈ বেছি আৰু ক'ব নোৱাৰোঁ, ক্ষমা কৰিবা।

বন্ধুজনে মাধৱৰ কথাৰ পৰা ভালকৈ একো বুজিব নোৱাৰিলে। কিন্তু মাধৱে আৰু কোনো কথা ক'ব নোখোজাত বুজিবৰো উপায় নেদেখিলে। অগত্যা তেওঁ অন্যান্য কথা-বতৰা পাতিয়েই বিদায় ল'লে।

মালৱিকায়ো আজি-কালি মাধৱৰ পৰা আগতকৈ কিছু আঁতৰি ফুৰিবলৈ ধৰিছে। মাধৱ-প্ৰতিমাৰ সম্পৰ্কে গুলোৱা আলোচনাবোৰেই যে ইয়াৰ মূলত তাত সন্দেহ নাই। মালৱিকাৰ এই পৰিবৰ্তন দেখি এদিন মাধৱে সুধিলে,—"কি হে! আজি-কালি তুমি দেখোন আগৰ দৰে মোৰ কাষ চাপিব নোখোজা! আন কি, মোৰ লগত ফুৰিবলৈ আগতে তোমাৰ যি আগ্ৰহ আছিল এতিয়া সি নাই যেন লাগিছে।"

মালৱিকা : আজি-কালি আগৰ দৰে নিঃসঙ্কোচে ফুৰিবলৈ ভয় লাগে।

মাধৱ : মোলৈ তোমাৰ ভয় লাগে! মোৰ পৰা তোমাৰ কিবা অনিষ্ট হ'ব পাৰে বুলি তুমি ভাবিব পাৰিছা মালৱিকা!

ইমান দিন বাইজৰ কুৎসিত আলোচনাৰ ভাগী হৈও মাধৱ এদিনলৈকো বিষণ্ণ হোৱা নাছিল, কিন্তু আজি মালৱিকাৰ কথা শুনি প্ৰথমবাৰৰ নিমিত্তে তেওঁৰ মুখ বিবৰ্ণ হ'ল। তেওঁ আকৌ ক'লে,—"কোৱাঁ মালৱিকা, কোৱাঁ, মই তোমাৰ অনিষ্ট কৰিব পাৰোঁ বুলি তুমি ভাবিব পাৰিছা।"

মালৱিকা : মই কি ভাবিছোঁ শুনক,—মই আপোনালৈ ভয় নকৰোঁ, আপোনাৰ বিষয়ে আনে কোৱা কথাও বিশ্বাস নকৰোঁ। কিন্তু বৰ্ত্তমান সময়ত আপোনাক আৰু প্ৰতিমাক লৈ যেনে ধৰণৰ আলোচনা চলিছে, আপোনাৰ লগত ঘনিষ্ঠতা ৰাখি চলিলে মোৰ সম্পৰ্কেও তেনে কাল্পনিক কথা গুলোৱাৰ ভয় আছে। মই আপোনালৈ ভয় কৰা নাই, ভয় কৰিছোঁ মিছা অপবাদলৈ।

মাধৱ অলপ পৰ মনে মনে থাকিল। তাৰ পাচত ক'লে,—"তোমাৰ কথাই ঠিক। মই কথাটো সেই ফালৰ পৰা ভবাই নাছিলোঁ। এৰা, তুমি মোৰ পৰা নিলগ হৈ থকাই ভাল।"

মালৱিকা : কিন্তু আপুনি যেন মোক ভুলকৈ নুবুজে। আপোনাৰ পৰা নিলগ হৈ ফুৰাৰ আন্তৰিক বাসনা মোৰ নাই আৰু কেতিয়াও তেনে ইচ্ছা নহ'ব। কিন্তু সামাজিকতা আৰু লৌকিকতা নামানি সংসাৰত চলা টান। সেই কাৰণে শাৰীৰিক ভাবে মই অলপ আঁতৰি থাকিলেও তাত আন্তৰিকতাৰ যোগ আছে বুলি যেন আপুনি কেতিয়াও নাভাবে।

মাধৱ : সেই বিষয়ে তুমি নিশ্চিন্ত থাকিব পাৰা। সঁচাকৈয়ে ভুলকৈ হ'লেও মানুহক বেয়াকৈ ভাবিবলৈ দিয়া উচিত নহয়।

মালৱিকা : তেন্তে নিজৰ বিষয়ে আপুনি তেনেকৈ ভবা নাই কিয়?

মাধৱ : মোৰ কথা সুকীয়া। মোৰ বিষয়ে বেয়াকৈ ভাবিবলৈ সুযোগ পোৱাৰ বাবেই মানুহে প্ৰতিমাৰ দোষ পাতলাই ধৰিছে।

ইয়াৰ পৰা কোনো কোনো মানুহৰ ওচৰত মই হেয় হ'ব পাৰোঁ, কিন্তু সমাজে এজনী উপযুক্ত সেবিকা লাভ কৰিব পাৰিব। মই মানুহৰ বিবেচনাত নিষ্কলঙ্ক হৈ যিমানখিনি কাম কৰিব পাৰিম, কলঙ্ক বৰণ কৰি লৈ সিমান নোৱাৰিব পাৰোঁ, কিন্তু যি পৰিমাণে ক্ষতি হ'ব, প্ৰতিমাৰ দ্বাৰা তাতকৈ বেছি কাম হ'ব বুলি মোৰ আশা আছে। যদি মোৰ আশা পূৰ হয়, তেন্তে মোৰ এই ত্যাগস্বীকাৰৰ সেয়ে যথেষ্ট পুৰস্কাৰ হ'ব।

মালৱিকা : আপোনাৰ উদ্দেশ্য মহৎ হ'ব পাৰে, কিন্তু তাক হৃদয়ঙ্গম কৰিব পৰা মানুহ এতিয়াও ওপজা নাই। এই বিষয়ে আপুনিয়েই মাত্ৰ আপোনাৰ পটন্তৰ। আৰু এটা কথা,—যদি যি আশাত প্ৰতিমাৰ দায়িত্ব লৈছে, সি মিছা হয়?

মাধৱ : হয় যদি হ'ব, এটা সত্য আবিষ্কাৰ কৰিম। কত বৈজ্ঞানিকে জীৱন বিপন্ন কৰিও কত প্ৰকাৰ পৰীক্ষা কৰিছে, সকলোতে জানো কৃতকাৰ্য্য হ'ব পাৰিছে! মোৰো ই এটা পৰীক্ষা। এই পৰীক্ষাৰ ফলাফল যেনেকুৱাই হওক, তাৰ পৰা মোৰ সংস্কাৰৰ বাটত এটা আলোকৰ ৰেখা দেখা পাম আৰু মোৰ আবিষ্কাৰ ভবিষ্যৎ সংস্কাৰক-সকললৈ বৈ যাব।

মাধৱৰ উত্তৰত মালৱিকা নিমাত হ'ল, মাধৱেও বিদায় ল'লে।

# চতুৰ্দ্দশ অধ্যায়

## নাৰী-কল্যাণ-সমিতি

প্ৰতিমাৰ স্বাস্থ্য সম্পূৰ্ণৰূপে ঘূৰি অহাৰ পাচত এদিন মাধৱে ক'লে, "প্ৰতিমা, তোমাৰ কাম-কাজ, আচাৰ-ব্যৱহাৰ, চলন-ফুৰণ সকলোতেই মই সন্তোষ পাইছোঁ। কিন্তু যি উদ্দেশ্য আগত ৰাখি মই তোমাৰ দায়িত্ব লৈছিলোঁ সেই বিষয়ে এতিয়াও তোমাক কোৱা নাই। এতিয়ালৈকে তোমাক যিবোৰ কাম কৰিবলৈ দিছোঁ সেইবোৰ পৰীক্ষামূলক হে। অল পতে তোমাক প্ৰকৃত কামৰ ভাৰ দিম বুলি ভাবিছোঁ।"

প্ৰতিমা : শক্তিৰ অতীত নহ'লে আপুনি যি কৰিবলৈ দিয়ে তাকে কৰিবলৈ মই সাজু।

মাধৱ : শক্তিৰ অতীত কাম নিশ্চয় নিদিওঁ কিন্তু সেই কাম হাতত লোৱাৰ আগতে তোমাৰ নিজৰে কিছুমান সংস্কাৰৰ প্ৰয়োজন।

মাধৱে কি ইঙ্গিত দিছে প্ৰতিমাই বুজিব নোৱাৰিলে; মাধৱৰ অসন্তোষজনক কিবা কাম কৰিছে নে নাই তাকে তেওঁ ভাবিবলৈ ধৰিলে। মুখত বিষাদৰ চিন দেখা গ'ল। তেওঁ লাহে লাহে ক'লে,—"কি সংস্কাৰৰ কথা কৈছে মই বুজা নাই।"

মাধৱ : শুনা,—এতিয়ালৈকে তোমাক অকল সাৰীকেহে পিন্ধা দেখিছোঁ, কিন্তু সি অসমীয়া সাজ নহয়। তুমি অসমীয়া ছোৱালী, ভৱিষ্যতে কামো কৰিব লাগিব অসমীয়াৰ মাজত। সেই কাৰণে সাৰী বাদ দি এতিয়াৰ পৰা ৰিহা-মেখেলা পিন্ধিব লাগিব।

প্ৰতিমা : উপজিবৰে পৰা মই বিহা-মেখেলা পিন্ধি পোৱা নাই, ঘৰত নায়ো। এতিয়া নকৈ যোগাৰ কৰিলে হে হ'ব।

মাধৱ : কৰিবা।

প্ৰতিমা : আৰু এটা কথা। মোৰ বাকচত বহুতো দামী দামী সাৰী আছে। নিপিন্ধিবৰ হ'লে সেইবোৰ কি কৰিম?

মাধৱ : সেইবোৰ কাববাক দি দিব পাৰা, নাইবা কাটি-কুটি আন কামত লগাব পাৰা। মুঠতে মোৰ কথা হৈছে এতিয়াৰ পৰা সেইবোৰ পিন্ধি সমাজত ওলাব নোৱাৰা।

প্ৰতিমা : সেইবোৰ নষ্ট কৰিলে বহুত টকা লোকচান হ'ব।

মাধৱ : তেনে লোকচান সহ্য কৰিব পৰাটোৱেই হৈছে কৰ্ত্তব্য-নিষ্ঠা। সেই কাৰণেই খদ্দৰ প্ৰচলনৰ প্ৰতি ধাউতি জন্মাবলৈ মহাত্মা গান্ধীয়ে লাখ লাখ টকাৰ বিলাতী কাপোৰ অগ্নিত আহুতি দিছিল। মই অৱশ্যে তোমাক পুৰিবলৈ কোৱা নাই, কিন্তু সেইবোৰ ব্যৱহাৰ কৰাৰ পৰা বিৰত হ'ব লাগিব।

যদিও প্ৰতিমাৰ মন কোঁচ খাইছিল, তথাপি মাধৱৰ নিৰ্দ্দেশ মানি চলিবলৈ শেহত তেওঁ সন্মতি জনালে। মাধৱে আকৌ ক'লে,—"অকল সাজ-পাৰ পৰিবৰ্ত্তন কৰিলেই নহয়, সেইবোৰত যাতে বিলাসিতাৰ কোনো চিন-চাব নাথাকে তালৈকো লক্ষ্য ৰাখিব লাগিব। খোৱা-লোৱা, পিন্ধা-উৰা, আলাপ প্ৰলাপ সকলোতে সংযত হ'ব লাগিব। এইখিনি সংস্কাৰ সম্পূৰ্ণ হ'লেহে মই মোৰ উদ্দেশ্যৰ কথা ক'ম। তাৰ নিমিত্তে এমাহ সময় দিলোঁ।"

প্ৰতিমাই মাধৱৰ নিৰ্দ্দেশ পালন কৰাত খুব পুতি লাগিল। যদিও প্ৰথমতে তেওঁ কিছু আহুকাল বোধ কৰিছিল, তথাপি লাহে লাহে সি আঁতৰ হ'ল। মাধৱৰ মনোমতকৈ নিজক গঢ়ি তুলিবৰ নিমিত্তে তেতিয়া তেওঁৰ এটা ধাউতি জন্মিল আৰু সেইমতেই সকলো বিষয়ত আগ বাঢ়িবলৈ ধৰিলে। এতিয়া তেওঁৰ চেহেৰাত চঞ্চলতাৰ আভাস নাই, সাজ-পাৰত বিলাসিতা নাই, শয়ন-ভোজনত আড়ম্বৰ নাই। এনেকৈ এমাহ যোৱাৰ পাচত মাধৱে প্ৰতিমাক ক'লে,—"প্ৰতিমা! তোমাৰ কাৰ্য্যত মই সন্তোষ পাইছোঁ। মোৰ দৃঢ় বিশ্বাস জন্মিছে তোমাৰ দ্বাৰাই মোৰ উদ্দেশ্য সফল হ'ব। সেই উদ্দেশ্য কি শুনা,- সৰুৰে পৰা মোৰ চকুত পৰিছিল আমাৰ সমাজৰ অনীতি, দুৰ্নীতি কদাচাৰ আৰু ব্যভিচাৰ। ভাবিছিলোঁ এদিন সেইবোৰৰ সংস্কাৰ সাধিম, কুসংস্কাৰ, অন্ধবিশ্বাস, অজ্ঞতা আৰু অনাচাৰ আঁতৰাই সমাজক এক নতুন গঢ় দিম। মোৰ এই সংস্কাৰৰ আঁচনিত ঘাইকৈ ধৰা হৈছিল অস্পৃশ্যতা-নিবাৰণ, অনুন্নতৰ উন্নয়ন, শিক্ষা-প্ৰচাৰ, গাওঁ-সংগঠন, আৰ্ত্ত-সেৱা, স্ত্ৰী-শিক্ষাৰ বিস্তাৰ, বাল্যবিবাহ-নিবাৰণ আৰু নাৰীৰ অধিকাৰ। এতিয়া আগৰ কেইটাৰ বিষয়ে যথাশক্তি হাতেকামে লাগি আছোঁ, কিন্তু পিচৰ কেইটাৰ সম্পৰ্কে লেখত ল'বলগীয়া কোনো কাম হাতত ল'ব পৰা নাই। মাজে-সময়ে কাকতে পত্ৰই আন্দোলনৰ অলপ সূত্ৰপাত কৰিছোঁ যদিও, তাৰ পৰা কোনো কাম হোৱা নাই, আৰু নহ'বও। তাৰ কাৰণ এতিয়া নাৰী-সমাজত আখৰ চিনি পোৱা তিৰুতাৰ লেখেই অতি নগণ্য, দুই-চাৰি গৰাকী শিক্ষিতা মহিলাই মোৰ প্ৰচেষ্টাৰ আভাস পোৱাৰ পৰা কোনো কাম নহয়; কাৰণ তেওঁলোকৰ অভাৱ

অভিযোগ নিচেই সামান্য। সেই কাৰণে নাৰী সমাজৰ মঙ্গল সাধিব খুজিলে তেওঁলোকৰ কাষ চাপি তেওঁলোকৰ অভাৱ-অভিযোগবোৰ দেখুৱাই দিব লাগিব; তেওঁলোকৰ নিৰক্ষৰতা গুচাবলৈ যত্ন কৰিব লাগিব; দেশৰ, সমাজৰ আৰু জাতিৰ উন্নতি কেনেকৈ তেওঁলোকৰ উন্নত মাতৃত্বৰ ওপৰত নির্ভৰ কৰে তাক তেওঁলোকৰ অন্তৰত ভালকৈ সুমাই দিব লাগিব। মই দেখিছোঁ এইবোৰ কাৰ্য্য পুৰুষৰ পক্ষে অসম্ভৱ; ইয়াৰ ভাৰ ল'ব লাগিব নাৰীয়ে। ইমান দিনৰ পৰীক্ষাৰ পাচত মোৰ বিশ্বাস জন্মিছে, তোমাৰ দ্বাৰাই মোৰ এই অভিলষিত কাৰ্য্য সম্পূর্ণৰূপে নহলেও আংশিকৰূপে সম্পন্ন হ'ব পাৰিব। সেই দেখি মই তোমাক অন্যান্য কর্ত্তব্যৰ পৰা অজৰাই দি অকল নাৰী-জাগৰণত আত্ম-নিয়োগ কৰিবলৈ দিব খোজোঁ। তুমি মোৰ এই অসম্পূর্ণ কাৰ্য্য সম্পূর্ণ কৰিব পাৰিবা ?"

প্রতিমা : পাৰোঁ নে নোৱাৰোঁ কেনেকৈ কওঁ! ইয়াকে মাথোন ক'ব পাৰোঁ যে যদি আপুনি বাট দেখুৱাই লৈ যায়, মই সেই বাটে দি আগ বাঢ়িবলৈ প্রাণপনে যত্ন কৰিম।

মাধৱ : মোকো তাকেই হে লাগে। কাৰ্য্য-পদ্ধতি মই স্থিৰ কৰি দিম। ক'ত, কেনেকৈ কি কৰিব লাগিব তাৰ আঁচনি মোৰ পৰা পাবা।

প্রতিমা : যদি সেয়ে হয় মোৰ তাত কোনো আপত্তি নাই। আপোনাৰ দিহামতে কাম কৰিবলৈ মই সদায় সাজু।

মাধৱ : তেন্তে শুনা,—তোমাৰ কাম হ'ব অসমৰ সকলো ঠাইতে একোখন নাৰী-কল্যাণ সমিতি স্থাপন কৰা আৰু সেই সমিতিৰ যোগে দিয়েই গাওঁ-ভূঁই সকলোতে প্রচাৰ কাৰ্য্য চলাবলৈ ব্যৱস্থা কৰা। এনেকৈ যেতিয়া গোটেই দেশত নাইবা অধিকাংশ ঠাইত এনে সমিতি স্থাপিত হ'ব, তেতিয়া সকলোৰে প্রতিনিধি লৈ এখন কেন্দ্রীয় সমিতি স্থাপন কৰিব লাগিব। সেই সমিতিবোৰে প্রথমতে এই দুটা কাম হাতত ল'ব লাগিব :—

(১) স্ত্রী-শিক্ষাৰ প্রচাৰ

(২) বাল্য-বিবাহ-নিবাৰণ

এই দুটা হ'লেই আন আন সামাজিক আৰু ৰাজনৈতিক অধিকাৰৰ দাবী আপোনা-আপুনি আহিব। স্ত্রী-শিক্ষাৰ অন্তৰায় বাল্য-বিবাহ, ইয়াক দূৰ নকৰিলে কেতিয়াও জাতীয় মঙ্গল নহয়।

এইবোৰ কাৰ্য্য হাতত লওঁতে এটা কথা কিন্তু সদায় মনত ৰাখিব লাগিব যে নাৰী আৰু পুৰুষৰ গঠন আৰু কৰ্ম্মক্ষেত্ৰ প্ৰকৃতিয়ে নিজে বেলেগাই দিছে। সেই কাৰণে দুয়োৰে শিক্ষা-পদ্ধতিত পার্থক্য থাকিবই লাগিব। চমুকৈ ক'বলৈ হ'লে পাশ্চাত্য আৰ্হি নলৈ ভাৰতীয় আদর্শলৈ লক্ষ্য ৰাখিব লাগিব। এইবোৰ কথা এতিয়া বহলাই কোৱা অনাৱশ্যক, কামৰ লগে লগে তাক উপলব্ধি কৰিব পাৰিবা। বিশেষকৈ এইবোৰ বিষয়ে মই কাকতে-পত্ৰই বহুবাৰ আলোচনা কৰিছোঁ।

প্রতিমা : মই আপোনাৰ লিখা পঢ়িছোঁ, কিন্তু তাত আপুনি তিকতা অকলশৰে ফুৰাটো অনুমোদন কৰা নাই।

মাধৱ : নাই কৰা আৰু বর্ত্তমান সময়ত কৰিব

নোৱাৰোঁও। বৰ্ত্তমান সময়ত আমাৰ তিৰুতা আত্মৰক্ষা কৰিবলৈ বহুত সময়ত অপাৰগ। যদি এনে সময় কেতিয়াবা আহে যেতিয়া তেওঁলোক পুৰুষৰ সাহায্য নহলেও চলিব পৰা হয়, তেতিয়াৰ কথা বেলেগ হ'ব। আজি কিন্তু মই এনে পুৰুষ বহুতো দেখিছোঁ যি সাজ-পাৰত কাৰবাক নাৰী বুলি বুজিলেই অসৎ অভিপ্ৰায়েৰে পিচ লয়। তেনে পুৰুষৰ হাতত অকলশৰীয়া তিৰুতা লাঞ্ছিতা নোহোৱাকৈ নাথাকে।

প্ৰতিমা : কিন্তু মোক যে আপুনি নানা ঠাইত ফুৰিবলৈ কৈছে ?

মাধৱ : মই তোমাক অকলশৰে ফুৰিবলৈ কোৱা নাই। অহা-যোৱা কৰোঁতে তোমাৰ সহকৰ্ম্মিণী এদল লগত থাকিব আৰু যি ঠাইত কাম কৰিবা সেই ঠাইৰ বিশিষ্ট মহিলাসকলক আগ ধৰি তোমাৰ লগৰীয়া হবলৈ সন্মত কৰাব লাগিব।

প্ৰতিমা : যেনেকৈ যি কৰিব লাগে কৰিম, কিন্তু মই নিজে একো নাজানো, সকলো দিহা আপুনিয়েই দিব লাগিব।

মাধৱ : সেইটো হ'ব। সম্প্ৰতি এফালৰ পৰা কাম আৰম্ভ কৰিব লাগিব। প্ৰথমে গুৱাহাটীকে কেন্দ্ৰ কৰি আগ বঢ়া ভাল। তুমি ইয়াৰ কেইগৰাকীমান মহিলাৰ লগত পৰামৰ্শ কৰি এখন সভাৰ আয়োজন কৰা, তাত কি কৰিব লাগিব তাৰ কাৰ্য্য-তালিকা মই প্ৰস্তুত কৰি দিম। গুৱাহাটীতে এই আন্দোলনৰ সূত্ৰপাত কৰি তাৰ পৰিসৰ ক্ৰমশঃ বঢ়াই নিব লাগিব। তেতিয়া তোমাৰ লগৰো অভাৱ নহ'ব।

প্ৰতিমাই বিশেষ উৎসাহেৰে গাত ল'লে। ইমান দিন বৈ ফুৰা বলে নোৱৰা বোজা এটা প্ৰতিমাৰ মূৰত তুলি দি অব্যাহতি লাভ কৰাৰ আশাত মাধৱৰ মনতো এটা নতুন আনন্দই দেখা দিলে।

সেই দিনাৰ পৰাই প্ৰতিমা নতুন কৰ্ত্তব্যত আগ্ৰহেৰে লাগি গ'ল।

## পঞ্চদশ অধ্যায়

### আদৰ্শ আৰু লক্ষ্য

মাধৱৰ ব্যৱস্থামতে প্ৰতিমাই গুৱাহাটীতে ঘূৰি ঘূৰি শেহত এখন নাৰী-কল্যাণ-সমিতি স্থাপন কৰিলে; লগে লগে এটা পুঁজি-সংগ্ৰহৰ ব্যৱস্থাও হাতত ললে। মহিলা-সমাজে ইয়াত যথেষ্ট আগ্ৰহ দেখুৱালে; পুৰুষ-সমাজৰ পৰাও আশাতীত সহানুভূতি পোৱা গ'ল। কৃতকাৰ্য্যতাৰ লক্ষণ প্ৰথম চেষ্টাতে পৰিস্ফুট হৈ উঠাত প্ৰতিমাৰ উৎসাহ দুগুণে বাঢ়িল আৰু প্ৰচাৰৰ পৰিসৰ ক্ৰমশঃ বঢ়াই নিবলৈ ধৰিলে। গুৱাহাটীকে কেন্দ্ৰ কৰি তাৰ কেইওফালৰ প্ৰধান ঠাইবিলাকত সমিতি স্থাপন কৰাতো বৰ বেছি দিন নালাগিল।

এনেকৈয়ে চাৰিওফালে জাগৰণৰ আভাস পাই প্ৰতিমাই অসমৰ আন আন ঠাইতো প্ৰচাৰ কাৰ্য্য চলাবলৈ মন মেলিলে; মাধৱেও তাত সৰ্ব্বান্তঃকৰণে সম্মতি দিলে। অকল সম্মতি দিয়াই নহয়, কেনে

ভাবে কাৰ্য্যত আগ বাঢ়িব লাগিব, কি কি কাৰ্য্য হাতত ল'ব লাগিব, সেই সম্পৰ্কে সকলো দিহা নিয়াৰিকৈ দি কাম কৰিবলৈ সুচল লগায়ো দিলে। কাম আৰম্ভ কৰিবলৈ যি প্ৰাথমিক খৰচৰ প্ৰয়োজন হৈছিল তাকো মাধৱেই বহন কৰিছিল।

প্ৰতিমাই একাণপতীয়াভাবে কাম কৰি যাবলৈ ধৰিলে। তেওঁৰ আশাশুধীয়া চেষ্টা, উদ্যম আৰু অক্লান্ত পৰিশ্ৰমৰ ফলত গোটেই দেশৰ নাৰী-সমাজত এটা নব জাগৰণৰ ঢৌ উঠিল। তাকে দেখি প্ৰতিমাই গৰ্ব্ব অনুভব কৰিলে, মাধৱেও এটা অভূতপূৰ্ব্ব আনন্দ অন্তৰত উপলব্ধি কৰিলে।

তেতিয়া ১৯৩১ চন। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলন আইন-অমান্য আন্দোলনত পৰিণত হৈছে। গোটেই ভাৰতবৰ্ষ জুৰি হুলস্থুল। শই শই হাজাৰে হাজাৰে দেশ-সেৱক ফাটেকলৈ যাব লাগিছে, অম্লানবদনে শান্তি-ৰক্ষকৰ লাঠিৰ কোব পিঠি পাতি লৈছে। যিবোৰ মানুহে আগেয়ে ৰাজনীতি খায় নে কাণত পিন্ধে বুজি নাপাইছিল, সেইবোৰেও এইবোৰ দেখি-শুনি উত্তেজিত হৈ আন্দোলনত যোগ দিছেহি। নগৰে-গাৱেঁ ঘৰে-বাহিৰে কেৱল এই আন্দোলনৰ মেল, য'তে-ত'তে সভা-সমিতি।

এই আন্দোলনৰ সময়ত গুৱাহাটীতে এখন ডাঙৰ কংগ্ৰেচী সভা বহিছিল। তালৈ অসমৰ নানা ঠাইৰ পৰা প্ৰতিনিধি আহিছিল। চৰকাৰী কৰ্ম্মচাৰীৰ বাহিৰে জাতি-বৰ্ণ নিৰ্ব্বিশেষে সকলো স্থানীয় মানুহো তাত গোট খাইছিল।

স্বেচ্ছা-সেৱক সকলৰ এটি গীতেৰে সভা আৰম্ভ হয়। যেনে:—

তই বাঢ়িব লাগিব আগ।
কৰিব লাগিব মোহ নিদ্ৰা ভাঙি
জড়তা-ভীৰুতা ত্যাগ।
ভাঙিব লাগিব লৌহ-কাৰাগাৰ,
ছিঙিব লাগিব বন্ধন হাজাৰ,
মচিব লাগিব দলিত দেহাৰ
শত লাঞ্ছনাৰ দাগ।
সঁচা পথ তোৰ কণ্টক-সঙ্কুল,
সঁচা সম্মুখত বিঘিনি বিপুল,
শত দানৱৰ বিকট ভ্ৰূকুটি,
দৈত্যৰ ভৈৰৱ ৰাগ।
শত বৈশ্বানৰে জ্বলাব খাণ্ডৱ,
শতেক পিশাচে জুৰিব তাণ্ডৱ
উঠিব ফোঁকাৰি সিঁচি হলাহল
চৌপাশে সহস্ৰ নাগ।
তথাপি পাহৰি মৰণৰ ভয়
কৰিব লাগিব দুৰ্জ্জয় হৃদয়,
লাগিব দলিব দানৱ, পিশাচ,
পাতিব মুক্তিৰ যাগ।
আত্ম বলেৰে হই বলীয়ান,
উৰাব লাগিব বিজয়-নিচান,
আনিব লাগিব বাহুৰ বলেৰে
নিজৰ নাষ্য ভাগ।

গীতৰ অন্তত নেতাসকলে এজন এজনকৈ বক্তৃতা দিবলৈ ধৰিলে। সেই বক্তৃতা শুনি আগেয়ে আন্দোলনত যোগ নিদিয়া মানুহবো বেছি ভাগ উত্তেজিত হৈ উঠিছিল আৰু দেশ-সেৱাত আত্ম-নিয়োগ কৰিবলৈ দৃঢ়-প্ৰতিজ্ঞ হৈছিল।

সভাত যিসকল লোকে বক্তৃতা দিছিল, তাৰ ভিতৰত বিশিষ্ট নেতা শ্ৰীযুত উগ্ৰসেন বৰুৱাৰ বক্তৃতা অতি উগ্ৰ আৰু তেজী আছিল। বক্তৃতাত আইন অমান্য কৰাৰ প্ৰয়োজনীয়তাৰ লগতে অস্পৃশ্যতক উন্নত কৰা,

অস্পৃশ্যতা দূৰ কৰা, নাৰীসকলক অৱৰোধৰ পৰা পোহৰলৈ আনি দেশৰ কামত আত্মবলি দিবলৈ শিকোৱা, পুৰুষৰ সমানে নাৰীৰো স্বাধীনতা লাভত সাহায্য কৰা, স্বদেশী প্ৰচাৰ, বিদেশী বৰ্জ্জন আদি বিষয়ৰো অৱতাৰণা কৰিছিল। উপস্থিত নাৰীৰ সংখ্যা যদিও নগণ্য আছিল, তথাপি তেওঁলোকক এই যুদ্ধত অৱতীৰ্ণ হবলৈ পুনঃ পুনঃ আহ্বান কৰা হৈছিল। তেওঁৰ গোটেই বক্তৃতাটো ইমান তেজী আছিল যে প্ৰায় সকলো সমজুৱাই উত্তেজিত হৈ উঠিছিল।

সভাত মাধৱ আৰু প্ৰতিমাও উপস্থিত আছিল। মাধৱে যদিও গোটেইবোৰ বক্তৃতা অবিচলিতভাবে শুনি গৈছিল, প্ৰতিমাই তেনে ধীৰভাবে শুনি যাব পৰা নাছিল। বক্তৃতা শুনি তেওঁ বৰকৈ চঞ্চল হৈ উঠিছিল। বৰুৱাৰ বক্তৃতাৰ পাচত তেৰোঁ নাৰীসকলক লক্ষ্য কৰি এটা বক্তৃতা দি সমজুৱাৰ বিপুল হৰ্ষ-ধ্বনি আৰু প্ৰশংসা লাভ কৰিছিল।

সভা ভাগিলত "বন্দে মাতৰম," "মহাত্মা গান্ধী কি জয়" ধ্বনিত বায়ুমণ্ডল মুখৰিত কৰি সমজুৱাসকল দিহাদিহি গ'ল।

সভা ভগাৰ অলপ পাচতে উগ্ৰসেন বৰুৱা মাধৱৰ ঘৰত উপস্থিত হ'ল। মাধৱো তেওঁৰ আগে আগে ঘৰ সোমাইছিল মাত্ৰ। মাধৱে বৰুৱাক বহিবলৈ দি যোৱাৰ উদ্দেশ্য কি জানিব খুজিলে। উগ্ৰসেনে ক'লে,—"বিশেষ প্ৰয়োজনত আপোনাক লগ ধৰিবলৈ আহিলোঁ।"

মাধৱ : কি প্ৰয়োজন?

উগ্ৰসেন : আপুনি আজিলৈকে কংগ্ৰেচত যোগ নিদিয়াত মই আচৰিত মানিছোঁ। মোৰ আশা, এতিয়াও আপুনি যোগ দিব।

মাধৱ : ক্ষমা কৰিব, মই আপোনাৰ অনুৰোধ ৰাখিব নোৱাৰিম।

উগ্ৰসেন : কিয়? আপুনি যিবোৰ আন্দোলন কৰি আহিছে, কংগ্ৰেচেও এতিয়া সেইবোৰকে গ্ৰহণ কৰিছে। তেনেস্থলত আপোনাৰ আপত্তিৰ কাৰণ কি বুজিব নোৱাৰিলোঁ।

মাধৱ : দেখাত একে হ'লেও কাৰ্য্যতঃ মোৰ আৰু কংগ্ৰেচৰ লক্ষ্য সম্পূৰ্ণ একে নহয়। কংগ্ৰেচৰ উদ্দেশ্য হৈছে ৰাজনৈতিক ক্ষমতা লাভ, মোৰ প্ৰধান লক্ষ্য হৈছে গোটেই দেশত সামাজিক সমতা স্থাপন।

উগ্ৰসেন : ৰাজনৈতিক ক্ষমতা হাতলৈ নাহিলে আপোনাৰ উদ্দেশ্য সিদ্ধি নহয়। ক্ষমতা হাতত থাকিলে আইনৰ বলেৰে অতি সহজে সামাজিক সংস্কাৰ সাধন কৰিব পাৰি।

মাধৱ : মোৰ তাত বিশ্বাস নাই। বহুতো আইন কাকতত সোমাই আছে, তাক প্ৰয়োগ কৰা দেখা নাই। ধৰক চৰ্দ্দা আইন। সেইখন থকাৰ পৰা কিবা কাম হৈছে জানো? মুঠতে গাৰ বলেৰে কৰা আইনেৰে মানুহৰ মনৰ পৰিবৰ্ত্তন ঘটাব নোৱাৰি, তাক পাৰি শিক্ষা আৰু সেৱাৰ দ্বাৰাহে।

উগ্ৰসেন : তেন্তে আপুনি ৰাজনৈতিক ক্ষমতা অৰ্থাৎ স্বাধীনতা নালাগে বুলি কয় নে কি?

মাধৱ : কেতিয়াও নকওঁ। স্বাধীনতাই শেষ লক্ষ্য মোৰো, আপোনাৰো। কিন্তু সেই

স্বাধীনতা পাব লাগিব সমূহ ৰাইজে। বিদেশী শাসকৰ হাতৰ পৰা আমাৰ জনচেৰেক শিক্ষাভিমানী, জাত্যাভিমানী আৰু ঐশ্বৰ্য্যাভিমানী লোকৰ হাতলৈ ক্ষমতা আহিলেই প্ৰকৃত স্বাধীনতা নাহে। এতিয়া বিদেশী শাসকে শোষণ কৰিলেও শাসিতসকলৰ মাজত বিচাৰৰ নিৰপেক্ষতা আছে, কিন্তু এটা বিশেষ দলৰ হাতত ক্ষমতা পৰিলে প্ৰধান লক্ষ্য হ'ব দলৰ মুখিয়ালসকলৰ আৰু তেওঁলোকৰ আত্মীয়-স্বজনৰ স্বাৰ্থসিদ্ধি। বাকীসকলে কাকতে পত্ৰই কিবা পালেও প্ৰকৃততে শোষণ-পীড়নৰ বাহিৰে আন একো নাপায়। মুঠতে তেনে স্বাধীনতা হ'ব অৰাজকতাৰ নামান্তৰ।

উগ্ৰসেন : আপুনি তেন্তে কেনেকৈ স্বাধীনতা অৰ্জ্জন কৰিব খোজে?

মাধৱ : মোৰ মতে আমাৰ প্ৰথম কাম হব লাগিব সমাজৰ নিচেই তল-খাপত যিবোৰ মানুহ উন্নতসকলৰ দ্বাৰা দলিত নিষ্পেষিত হৈ পশুৰ দৰে জীৱন কটাইছে সেইবোৰক মানুহ কৰি গঢ়া, তেওঁলোকো যে মানুহ সেইটো নিজে নিজে বুজিব পৰাকৈ শিক্ষা দিয়া, তেওঁলোকক সকলো বিষয়তে স্বাৱলম্বী কৰি তোলা। এনেকৈয়ে ক্ৰমশঃ আগ বাঢ়ি সামাজিক সমতা স্থাপন কৰিব লাগিব। যেতিয়া এইখিনি হৈ উঠিব তেতিয়া নিৰ্ব্বাচিত প্ৰতিনিধিৰে প্ৰত্যেক গাওঁ, প্ৰত্যেক মৌজা, প্ৰত্যেক মহকুমা আৰু জিলাত পঞ্চায়ত পাতি স্বায়ত্ত-শাসন প্ৰবৰ্ত্তন কৰিব লাগিব। স্থানীয় শিক্ষা, স্বাস্থ্য, আলি-পদূলি, মামলা-মোকৰ্দ্দমা আদি সেই ঠাইৰ পঞ্চায়তৰ দ্বাৰা পৰিচালিত হ'ব। গাওঁ-পঞ্চায়তৰ প্ৰতিনিধিৰে মৌজা-পঞ্চায়ত আৰু মৌজা-পঞ্চায়তৰ প্ৰতিনিধিৰে মহকুমা-পঞ্চায়ত গঠিত হ'ব। তেনেকৈয়ে জিলা-পঞ্চায়ত আৰু প্ৰাদেশিক পঞ্চায়তো গঠিত হ'ব লাগিব। এইখিনি কাম হলেই ইংৰাজে তালি-টোপোলা বান্ধিবলৈ বাধ্য হ'ব আৰু এই প্ৰাদেশিক পঞ্চায়তেই শাসন-পৰিষদত পৰিণত হ'ব। তেতিয়া শাসন-পৰিষদে সমগ্ৰ প্ৰদেশৰ নিমিত্তে লাগতিয়াল কাৰ্য্যবোৰ নিজৰ হাতত ৰাখি স্থানীয় কামবোৰ অধীনস্থ পঞ্চায়তবোৰক অৰ্পণ কৰিব আৰু ৰাজহৰ একোটা অংশ প্ৰত্যেক পঞ্চায়তে পাব লাগিব। তেতিয়া হ'লে শাসনৰ খৰচো কমিব আৰু প্ৰত্যেক মানুহেই স্বাধীনতাৰ ভাগ পাব। ইয়াৰ পাচত সকলো প্ৰদেশৰ প্ৰতিনিধি লৈ সৰ্ব্বভাৰতীয় শাসন-পৰিষদ গঠন কৰা অতি সহজ হ'ব। মুঠতে আপোনালোক ওপৰৰ পৰা তললৈ নামিব খোজে, মই খোজোঁ তলৰ পৰা ওপৰলৈ উঠিব। কৱিৰ ভাষাত কবলৈ হ'লে—

"স্বজাতিৰ প্ৰতি তুমি নকৰি বিচাৰ,

কি লাজেৰে বিচাৰিবা
বিজাতিৰ ওচৰত নিজে সুবিচাৰ।
প্ৰথমতে তুলি লোৱাঁ পতিত জাতিক
যোগ্য মন লভিবা আপুনি।"

উগ্ৰসেন : আদৰ্শ হিচাপে আপোনাৰ কৰ্ম্মপদ্ধতি যে প্ৰশংসনীয় তাত সন্দেহ নাই। কিন্তু সি আদৰ্শ হৈয়েই থাকিব, তাক বাস্তৱত পৰিণত কৰা অসম্ভৱ। আপুনি লৰাকালৰে পৰা এই চেষ্টা কৰি আহিছে; কৃতকাৰ্য্য হৈছে জানো?

মাধৱ : নাই হোৱা। কাৰণ ই এজনীয়া কাম নহয়। তাৰ উপৰি মই মোৰ ক্ষুদ্ৰ শক্তিৰে যিখিনি কাম আৰম্ভ কৰিছিলোঁ তাকো বৰ্ত্তমান ৰাজনৈতিক আন্দোলনে গিলি পেলালে। সেই কাৰণে বৰ্ত্তমান হুলস্থুলৰ এটা মীমাংসা হৈ নোযোৱালৈকে মোৰ কাম বাহুল্যভাবে পৰিচালনা কৰিবৰ উপায় নাই।

উগ্ৰসেন : সেই দেখিয়েই মই কওঁ আপুনি ভবিষ্যতলৈ অপেক্ষা কৰি নাথাকি বৰ্ত্তমান যি কৰ্ম্মক্ষেত্ৰ পাইছে তাতে নামি যাওক, —কংগ্ৰেচত যোগ দিয়ক।

মাধৱ : তাতকৈ আপোনালোকে মোক সাহায্য কৰক। কংগ্ৰেচক সামাজিক অনুষ্ঠানত পৰিণত কৰি মোৰ কাৰ্য্য পদ্ধতি গ্ৰহণ কৰক। তেতিয়া শাসকসকলৰ লগত সংঘৰ্ষ নোহোৱাকৈয়ে স্বাধীনতা লাভ হ'ব, প্ৰত্যেক মানুহেই স্বাধীনতাৰ নিৰ্ম্মালী হাত পাতি ল'ব পাৰিব।

উগ্ৰসেন : হয়তো তেনে হ'বও পাৰে, কিন্তু সৰ্ব্বভাৰতীয় অনুষ্ঠান এটাৰ নীতি পৰিবৰ্ত্তন কৰাৰ ক্ষমতা কোনো ব্যক্তি বিশেষৰ নাই।

মাধৱ : সেইটো জানো। কংগ্ৰেচত যোগ দিয়া মানে নিজৰ স্বাধীনতা বিসৰ্জ্জন দিয়া। আপোনালোকে সৰ্ব্বভাৰতীয় নেতাসকলৰ নিৰ্দ্দেশ নাপালে স্থানীয় ভাবে যিমানেই প্ৰয়োজনীয় হওক, কোনো কাম হাতত ল'ব নোৱাৰে। আন কি, তেওঁলোকৰ বক্তৃতা মুখস্থ কৰি সভা-সমিতিত গাই ফুৰাৰ বাহিৰে স্বাধীনভাবে চিন্তা কৰিবও নোৱাৰে। ধৰক অসমৰ বিশেষ পৰিস্থিতিৰ বিষয়ে চিন্তা কৰা, আৰু সেই মতে কাম হাতত লোৱাৰ প্ৰয়োজন থাকিব পাৰে, কিন্তু সৰ্ব্বভাৰতীয় নেতাসকলে তাক নজনা আৰু নভবাৰ কাৰণে আপোনালোকে মুখস্থ কৰিবলৈ একো নিৰ্দ্দেশ নাপায় আৰু সেই কাৰণেই তেনে বিষয়ত আপোনালোকৰ মুখ বন্ধ। এনে ভাবে চকু মুদি আনৰ অনুগামী হ'বলৈ মই অপাৰগ। সেই কাৰণেই মই কংগ্ৰেচৰ কিছুমান কাৰ্য্য সমৰ্থন কৰিব পাৰিলেও যোগ দিব নোৱাৰোঁ।

উগ্ৰসেন বুদ্ধিমান মানুহ, মাধৱৰ কথা শুনি বুজিলে যে তেওঁৰ লগত তৰ্ক কৰাৰ পৰা লাভ নহয়, মাধৱে নিজৰ মত নেৰে। সেই কাৰণে তেওঁ আৰু সময় নষ্ট নকৰি বিদায় ল'লে।

# ষোড়শ অধ্যায়

## দায়িত্ব ত্যাগ

মাধৱৰ ওচৰত বিদায় লৈ উগ্ৰসেন বৰুৱা প্ৰতিমাৰ ঘৰলৈ আহিল। প্ৰতিমাই আথে-বেথে তেওঁক বহিবলৈ দিলে। বৰুৱাই ক'লে,—"মই এই ৰাতিখন তোমাৰ ঘৰত ওলোৱা দেখি তুমি চাগৈ আচৰিত হৈছা, কিন্তু মোৰ সময় কম, পুৱা আৰু এখন সভা আছে। এতিয়াই তোমাৰ লগ নধৰিলে আৰু সময় উলিয়াব নোৱাৰিম। মই তোমাৰ নাম বহুত দিনৰে পৰা শুনিছোঁ, নাৰী জাগৰণৰ নিমিত্তে তুমি কেনেভাবে আত্মোৎসৰ্গ কৰিছা তাকো কাকতে পত্ৰই পাই আছোঁ। বিশেষকৈ আজিৰ বক্তৃতাত তোমাৰ প্ৰাণৰ আলোড়ন দেখি মুগ্ধ হৈছোঁ। এতিয়া মই তোমাৰ ওচৰলৈ অহাৰ উদ্দেশ্য হৈছে তুমি এতিয়াই কংগ্ৰেচত যোগ দি আমাক সাহায্য কৰিব লাগে। আমাৰ প্ৰচাৰ কাৰ্য্য যাতে গাৱেঁ-ভূঁয়ে, পৰ্ব্বতে-পাষণ্ডে বিয়পি পৰে, যাতে মতাৰ পৰা তিৰুতালৈ, কেচুৱাৰ পৰা বুঢ়ালৈ সকলো এই আন্দোলনত জঁপিয়াই পৰে তাৰ নিমিত্তে সকলো প্ৰকাৰ চেষ্টা কৰাৰ প্ৰয়োজন। আমাৰ কৰ্মীৰ ভিতৰত পুৰুষ যথেষ্ট আছে; তেওঁলোক বিদ্যাই-বুদ্ধিয়ে, কথাই-কামে কংগ্ৰেচৰ নীতি আৰু উদ্দেশ্য জন সাধাৰণৰ মাজত প্ৰচাৰ কৰিবলৈ সম্পূৰ্ণ উপযুক্ত। কিন্তু তেওঁলোকৰ কাৰ্য্য যাইকৈ পুৰুষ সমাজতে আবদ্ধ, তেওঁলোকৰ প্ৰচাৰ কাৰ্যাই সমূহ-হিচাপে নাৰী সমাজক চুকি নাপায়গৈ। তাৰ কাৰণে এতিয়া বিশেষ প্ৰয়োজন হৈছে শিক্ষিতা দেশ-সেবিকাৰ। যদিও এতিয়ালৈকে বহুতো মহিলাই কংগ্ৰেচত যোগ দিছে, তথাপি নাৰী-সমাজক যুদ্ধক্ষেত্ৰলৈ উলিয়াই আনিবৰ জোখাৰে তেওঁলোকৰ বিদ্যা-বুদ্ধি আৰু বাক্‌পটুতা নাই। তুমি নাৰীৰ মাজত কাম কৰি তেওঁলোকৰ বিষয়ে বিশেষ অভিজ্ঞতা অৰ্জ্জন কৰিছা। তাৰ উপৰিও তোমাৰ বিদ্যা আছে, বুদ্ধি আছে আধুনিক জগতৰ গতিৰ বিষয়ে এটা ধাৰণা আছে, আৰু আছে সুশৃঙ্খলভাবে কাৰ্য্য-সম্পাদন কৰিব পৰা প্ৰণালীৰ সম্যক বোধ। এইখিনি সম্বল লৈ তুমি আমাৰ লগ ল'লে সহজে নাৰী-সমাজক জাগ্ৰত কৰি জাতীয় যুদ্ধ-ক্ষেত্ৰলৈ টানি আনিব পাৰিবা। বৰ্ত্তমান সময়ত ইয়াতকৈ ডাঙৰ কাম আৰু একো হ'ব নোৱাৰে।

প্ৰতিমা : মই যি কাৰ্যত আত্মনিয়োগ কৰিছোঁ, সি কংগ্ৰেচ-বিৰোধী বা জাতীয়তাৰ পৰিপন্থী নহয়, বৰং পৰোক্ষভাবে কংগ্ৰেচৰ কামকেই কৰিছোঁ।

বৰুৱা : কৰা হৈছে সন্দেহ নাই। কিন্তু সম্প্ৰতি আমি যি যুদ্ধত নামিছোঁ, ইয়াক শেষ কৰিবলৈ হ'লে তত্তালিকে সেনা প্ৰস্তুত কৰিব লাগিব। সেই কাৰণে নাৰীৰ অভাৱ-অভিযোগ বিচাৰি এতিয়া সময় কটাব নোৱাৰি। এতিয়া কি পুৰুষ, কি নাৰী, প্ৰত্যেকেই হ'ব লাগিব জাতীয় যুদ্ধৰ দুৰ্দ্ধৰ্ষ সৈনিক। সেয়ে হ'লেই আমাৰ জয়, স্বৰাজ লাভ অনিবাৰ্য্য।

প্ৰতিমা : কিন্তু আপুনি জানে আমাৰ প্ৰায় তিৰুতাই অশিক্ষিতা। সেই কাৰণে প্ৰথমে তেওঁলোকৰ মাজত শিক্ষা প্ৰচাৰ কৰা আৰু অন্ধ বিশ্বাস আঁতৰোৱাই হ'ব লাগিব আমাৰ প্ৰথম কাম। জ্ঞান হ'লে, জগতৰ আও-ভাও বুজিব

পাৰিলে নিজে নিজেই তেওঁলোক দেশ-সেৱাত লাগি যাব।

বকৱা : তোমাৰ কথা সম্পূৰ্ণ ঠিক নহয়। প্ৰথমতে চোৱা অশিক্ষিতৰ মনত কোনো এটা কথা সুমাই দিয়া যিমান সহজ, স্বাৰ্থান্বেষী শিক্ষিতৰ মনত সুমুওৱা সিমান সহজ নহয়। সেই কাৰণে অশিক্ষিতৰ মনত স্বদেশ-প্ৰেম শিক্ষিতকৈ বেগাই জগাই তুলিব পাৰি। দ্বিতীয়তে তোমাৰ প্ৰণালীৰে তিৰুতাক শিক্ষা দি জাতীয় ভাবত অনুপ্ৰাণিত কৰিবলৈ যে কিমান বছৰ লাগিব তাক ক'ব নোৱাৰি। আন ফালে যদি আমি কি মতা, কি তিৰুতা জাতি-বৰ্ণ-নিৰ্ব্বিশেষে কংগ্ৰেচ-পতাকাৰ তলত গোট খাওঁ, তেন্তে এমাহৰ ভিতৰতে স্বৰাজ লাভ নহৈ নোৱাৰে। স্বৰাজ হ'লেই সকলো সংস্কাৰ সহজ হৈ পৰিব। তুমি তোমাৰ কাৰ্য্যত পঞ্চাশ বছৰে যিমান আগুৱাব পাৰিবা, স্বৰাজ হ'লে একে বছৰতে তাতকৈ বেছি আগ বাঢ়িব পাৰিবা।

প্ৰতিমা : যদি স্বৰাজ নহয়?

বকৱা : যদি আমি নিজ স্বাৰ্থত মগ্ন থাকি জাতীয় স্বাৰ্থলৈ পিঠি দিওঁ, তেন্তে আমাৰ দাসত্বৰ শিকলি কেতিয়াও নিছিগে। কিন্তু যদি আমাৰ গাইগুটীয়া সুখ-সুবিধা, ভোগ-বিলাস, কল্পনা আৰু আদৰ্শ বিসৰ্জ্জন দি মাতৃ-যজ্ঞত আত্মবলি দিবলৈ আগ বাঢ়োঁ, তেন্তে অবিলম্বে স্বৰাজ লাভ নহৈ নোৱাৰে। উদাহৰণ-স্বৰূপে কওঁ, তুমি যদি তোমাৰ ব্যক্তিগত মতামতলৈ পিঠি দি নাৰী-সমাজত কংগ্ৰেচৰ বাণী শুনাবলৈ সাজু হোৱা, তেন্তে আমাৰ উদ্দেশ্য সিদ্ধি হোৱাত পলম নঘটে। এই কাৰ্য্যত নিয়োগ কৰিবলৈ দ্বিতীয়া মহিলা মই জনাত নাই। যদি তুমি তোমাৰ মততে লাগি থাকি আমাক বিমুখ কৰা, তেন্তে আমাৰ কাৰ্য্য সম্পূৰ্ণ কৰাত বিলম্ব ঘটিব, হয় তো কেতিয়াও সম্পূৰ্ণ নহ'বই। মুঠতে এতিয়া আমাৰ কাৰ্য্যৰ সফলতা যাইকৈ নিৰ্ভৰ কৰিছে নাৰীসকলৰ সাহচৰ্য্যৰ ওপৰত। মই আশা কৰোঁ তুমি কোনো আপত্তি নকৰি মোৰ অনুৰোধ ৰক্ষা কৰিবা, কংগ্ৰেচৰ গৌৰৱ বৃদ্ধি কৰিবা।

এই দৰে কৈয়েই বকৱাই এখন প্ৰতিশ্ৰুতি-পত্ৰ আগ বঢ়াই দিলে। প্ৰতিমাই কাকতখন হাতত লৈ ক'লে,—"মই এতিয়া চহী কৰিব নোৱাৰোঁ। আপুনি নাজানিব পাৰে, কিন্তু মোৰ এজন অভিভাৱক আছে। তেওঁক নোসোধাকৈ আৰু তেওঁৰ অনুমতি নোপোৱাকৈ মই কোনো কামত যোগ দিব নোৱাৰোঁ।

বকৱা : কোন তেওঁ?

প্ৰতিমা : তেওঁৰ নাম মাধৱচন্দ্ৰ ভূঞা। বোধ কৰোঁ আপুনি চিনি পায়।

বকৱা : হয়, চিনি পাওঁ। কিন্তু তেওঁৰ অনুমতি বিচাৰিবলৈ গ'লে তোমাৰ কংগ্ৰেচত যোগ দিয়া নহয়। সভা ভগাৰ পাচতেই মই তেওঁৰ ওচৰলৈ গৈছিলোঁ, আৰু

আমাৰ লগত যোগ দিবলৈ অনুৰোধ জনাইছিলোঁ। কিন্তু তেওঁ নিজৰ মতটোৰ বাহিৰে আন কাৰো কথা নামানে। তেওঁ আছে এটা আদৰ্শ লৈ। যদিও সি কেতিয়াও কাৰ্য্যত পৰিণত নহয়, তথাপি তেওঁ তাক নেৰে। সেইটো তেওঁৰ বলিয়ালি। তেওঁৰ দ্বাৰা কোনো কাম নহয়।

প্ৰতিমা : কিন্তু তেওঁৰ অনুমোদন নোহোৱাকৈ কোনো কামত হাত নিদিওঁ বুলি প্ৰতিশ্ৰুতি দিয়াতহে তেওঁ মোৰ অভিভাবকত্ব গ্ৰহণ কৰিছিল।

বকৰুৱা : তেওঁৰ লগত তোমাৰ সম্বন্ধ কি?

প্ৰতিমা : এনেয়ে একো নাই। কিন্তু তেওঁ মোৰ পৰম উপকাৰী। অতি সাংঘাতিক বিপদতো তেওঁ মোক ৰক্ষা কৰি আহিছে। তেওঁৰ সাহায্য নোপোৱা হ'লে মোৰ জীৱনৰ গতিয়েই বেলেগ হ'লহেতেন।

বকৰুৱা : কিন্তু কংগ্ৰেচত যোগ দিলে দেখিবা এখন দেশ তোমাক তেনে সাহায্য কৰিবলৈ সাজু। আৰু চোৱাঁ, এই জাতীয় যুদ্ধত জয়-লাভ কৰিবলৈ হ'লে সাধাৰণ অনুভূতিবোৰ একেবাৰেই বাদ দিব লাগিব। সেই দেখিয়েই গোটেই দেশ জুৰি পুতেকে বাপেকৰ, ঘৈণীয়েকে গিৰীয়েকৰ শাসন অৱজ্ঞা কৰিও এই জাতীয় যজ্ঞত হবি যোগাবলৈ আগ বাঢ়িছে। তুমি এনে এটা সামান্য প্ৰতিবন্ধকতে পিচ হুঁহকিব খোজা দেখি মই লাজ পাইছোঁ। তুমি নাৰী, নাৰীত্বৰ —মাতৃত্বৰ আহ্বানেৰে এনেহুৱা ডেকা-বুঢ়াক জগাই নিদিলে জগাব কোনে? তথাপি তোমাৰ বক্তৃতা শুনি মই যেনেকৈ মুগ্ধ হৈছিলোঁ, তোমাক মাতৃজাতিৰ শীৰ্ষস্থানত বহুৱাইছিলোঁ, এতিয়া তোমাৰ এই দুৰ্ব্বলতা আৰু সঙ্কোচ দেখি তেনেকৈয়ে হতাশ হ'ব লগাত পৰিছোঁ। তোমাৰ দৰে মহিলাৰ এই দুৰ্ব্বলতা দেশৰ দুৰ্ভাগ্য, ভগৱন্তৰ অভিশাপ। তোমাৰ কথাত মই বেজাৰ পাইছোঁ। ইমান পৰিশ্ৰমৰ পাচতো এখন্তক জিৰণি নলৈ বৰ আশাৰে তোমাৰ ওচৰলৈ আহিছিলোঁ, সঁচাকৈয়ে মোক বিমুখ কৰিবলৈ তোমাৰ মন গৈছে নে? মোৰ আৰু সময় নাই, কোৱাঁ তোমাৰ শেষ সিদ্ধান্ত কি?

প্ৰতিমা : এতিয়াই ক'ব নোৱাৰোঁ, কালিলৈ ক'ম।

বকৰুৱা : কালিলৈ ক'বৰ কোনো প্ৰয়োজন নাই। মোৰ সকলো কথা ভাবি চাই বুকত হাত দি কোৱাঁচোন তোমাৰ মত কি।

প্ৰতিমা : মোৰ নিজৰ মতত চলিব পৰা হ'লে এতিয়াই প্ৰতিজ্ঞা-পত্ৰত চহী দিলোঁহেতেন।

বকৰুৱা : আকৌ "চলিব পৰা হ'লে?" নোৱাৰিবা কিয়। তোমাৰ স্বাধীন মতৰ ওপৰত কাৰো প্ৰভুত্ব খাটিব নোৱাৰে। মিছাতে পলম নকৰিবা। চাওঁ, ফৰ্ম্মখন পূৰাই চহী দিয়া।

প্ৰতিমাই দিওঁ নিদিওঁকৈ কৰ্ম্মখন পুৰাই দিলে। কাকত খন লৈ বকৰুাই ক'লে,—"কালিলৈ তোমাৰ কাৰ্য্য-তালিকা পাবা। এতিয়া যাওঁ, এনেকৈ আমনি কৰাৰ বাবে বেয়া নাপাবা।"

এনেকৈ কৈয়েই বকৰুাই বিদায় ল'লে।

পিচ দিনা পুৱা প্ৰতিমাৰ ঘৰলৈ আহি যেতিয়া মাধৱে প্ৰতিমাৰ সিদ্ধান্তৰ কথা শুনিলে, তেতিয়া তেওঁ এটা দীঘল হুমুনিয়াহ কাঢ়িলে। তাৰ পাচত ক'লে,—"প্ৰতিমা, তোমাৰ সিদ্ধান্তৰ ওপৰত মোৰ ক'বলৈ একো নাই! তোমাৰ দ্বাৰা যি কাৰ্য্য সম্পাদন কৰাম বুলি ভাবিছিলোঁ, সি অসম্পূৰ্ণ ৰ'ল, এয়েই মোৰ বেজাৰ।"

প্ৰতিমা : কংগ্ৰেচৰ যোগে দি জানো সেই কাৰ্য্য কৰিব নোৱাৰিম!

মাধৱ : পাৰিব পাবা। কিন্তু সি মোৰ আদৰ্শ-মতে নহয়। মই যি সামাজিক শৃঙ্খলাৰ মাজে দি এই কাম কৰিব খুজিছিলোঁ, সি কংগ্ৰেচৰ পদ্ধতিৰে হৈ নুঠে। সমাজ-নীতিতকৈ তাত ৰাজনীতিৰ প্ৰভাৱ পৰিব বেছি। তাৰ ফল হ'ব সামাজিক বিশৃঙ্খলা। সি যি কি নহওক, সেই বিষয়ে এতিয়া মই আলোচনা কৰিব নোখোজোঁ। তুমি যি উচিত বুলি ভাবিছা তাকে কৰা। মাত্ৰ তোমাক ইমানকে কওঁ যে মই তোমাৰ যি দায়িত্ব গ্ৰহণ কৰিছিলোঁ, সি আজিয়েই শেষ।

এনেকৈ কৈয়েই প্ৰতিমাৰ কোনো উত্তৰলৈ অপেক্ষা নকৰি মাধৱ ওলাই গ'ল, প্ৰতিমাই থৰ লাগি চাই থাকিল।

# সপ্তদশ অধ্যায়

## বাৰ্ষিক উৎসৱ

সেৱা-সমিতিৰ কাৰ্য্যকাল এবছৰ পূৰ হ'ল। সমিতিৰ নিয়ম মতে বছৰৰ অন্ততঃ এটি বাৰ্ষিক অধিবেশন বা উৎসৱ পাতিব লাগে আৰু তাতেই নতুন বছৰৰ নিমিত্তে নতুন কাৰ্য্যকাৰক নিৰ্ব্বাচিত হ'ব লাগে। সেই মতেই মাধৱে নিগাজী সভাপতিৰ লগত পৰামৰ্শ কৰি বাৰ্ষিক উৎসৱৰ আয়োজন কৰিলে। জজৰ কাছাৰীৰ ওচৰৰ বাকৰিত সভাৰ স্থান নিৰ্দ্দিষ্ট হ'ল, নগৰৰ সকলোকে নিমন্ত্ৰণ কৰা হ'ল। উৎসৱৰ সভাপতিত্ব কৰিবলৈ জিলাধিপতিক অনুৰোধ কৰিবৰ নিমিত্তে ৰায় চাহাবে প্ৰস্তাৱ দিছিল, কিন্তু কাৰ্য্য-নিৰ্ব্বাহক সভাৰ অধিকাংশ সভ্য তাত অমত হোৱাত তেওঁৰ প্ৰস্তাৱ অগ্ৰাহ্য হ'ল। অধিকাংশ সভ্যৰ ভোটেৰে সভাপতি নিৰ্ব্বাচিত হ'ল সমৰেন্দ্ৰ বৰবকৰুৱা নামে এজন বিশিষ্ট কংগ্ৰেচ-নেতা। কোৱা বাহুল্য যে কাৰ্য্য-নিৰ্ব্বাহক সভাৰ বেছি ভাগ সভ্য ইয়াৰ ভিতৰতে কংগ্ৰেচ দলভুক্ত হৈছিল।

নিৰ্দ্দিষ্ট দিনত সভা বহিল। সভাৰ পৌৰোহিত্য কৰিলে সমৰেন্দ্ৰ বকৰুৱাই। তেওঁৰ অভিভাষণত সেৱা-সমিতিৰ প্ৰয়োজনীয়তাৰ কথা অলপ অচৰপ থাকিলেও খাটকৈ কংগ্ৰেচৰ কথাহে বাহুল্যভাৱে আলোচিত হৈছিল। তেওঁৰ বক্তৃতাত এইটোও আভাস দিয়া হৈছিল যে সেৱা-সমিতিকে আদি কৰি যিবোৰ সমিতি বৰ্ত্তমান আছে সকলো কংগ্ৰেচৰ অন্তৰ্ভুক্ত হোৱা উচিত।

সভাপতিৰ বক্তৃতাৰ অন্তত সেৱা-ধৰ্ম্ম-বিষয়ে

এটি কবিতা পাঠ হোৱাৰ পিচত সম্পাদকে বছেৰেকীয়া কাৰ্য্য-বিবৰণী পাঠ কৰিলে। তাৰ পৰা জানিব পৰা গ'ল যে যোৱা বছৰত এই সমিতিৰ পুঁজিত সোতৰ শ পঁয়ষষ্টি টকা গোট খাইছিল। ৰায় চাহাবৰ পাঁচশ টকাৰ বাহিৰে বাকী টকাৰ চাৰি ভাগৰ তিনি ভাগ চাকৰিয়ালৰ পৰা আৰু বাকী চাৰি ভাগৰ এভাগ অন্যান্য লোকৰ পৰা পোৱা হৈছিল। পুঁজিৰ টকা কম হোৱাত হাতত ল'ব খোজা সকলো কাম ল'ব পৰা নগ'ল। তথাপি এই সমিতিৰ যোগে দি তলত লিখা কামখিনি কৰা হৈছিল।

মাত্র ত্রিশ জন লোকেৰে এটা স্বেচ্ছা-সেৱক-বাহিনী গঠিত কৰি প্রয়োজনীয় শিক্ষা দিয়া হয়। তেওঁলোকে মুঠ এশ আঠ জন ৰোগীক শুশ্রূষা কৰে। তাৰ ভিতৰত চৌবিশ জন টাইফয়েড, গ্রহণী কলেৰা আদি সাংঘাতিক ৰোগগ্রস্ত। এই চোবিশ জনৰ ভিতৰত তেৰ জনৰ মৃত্যু হয়। এই সকলৰ বাহিৰেও মৃতদেহ সৎকাৰ কৰা হয় আঠাইশ জনৰ। ৰোগীক পথ্য যোগোৱা হয় তিনি শ চাৰি টকাৰ; ভিকহু আৰু নিৰাশ্রয় মানুহক কাপোৰ, কম্বল আৰু চাউল দিয়া হয় মুঠ সাত শ টকাৰ। আৰু অন্যান্য খৰচ পৰে এশ এঘাৰ টকা পাঁচ অনা। বাকী ছশ উনপঞ্চাশ টকা এঘাৰ অনা জমা আছে। স্থায়ী সেৱা-শিবিৰ, কাৰ্য্যালয় আৰু তাৰ বাবে লাগতিয়াল মাটি এই টকাৰে নহয় কাৰণে তাক খৰচ কৰা নাই। এতিয়ালৈকে মাধৱৰ ঘৰতেই কাৰ্য্যালয়ৰ সকলো কাম চলিছে, তাৰ বাবে সমিতিয়ে কোনো ভাড়া দিব লগা হোৱা নাই।

বছেৰেকীয়া ৰিপোৰ্ট গৃহীত হোৱাৰ পাচত আগৰ কাৰ্য্যকাৰক সকলে অৱসৰ গ্রহণ কৰিলে। নতুনকৈ কাৰ্য্য-নিৰ্ব্বাহক সমিতি গঠিত হ'ল। নিৰ্ব্বাচিত সদস্যৰ ভিতৰত ৰায় চাহাব আৰু মাধৱৰ বাহিৰে সকলো কংগ্রেচী। সেই কাৰণেই ৰায় চাহাব সমিতিত থাকিবলৈ অসম্মত হ'ল। মাধৱেও আপত্তি তুলিলে। তেওঁ ক'লে,—"মোৰ এনেয়ে সমিতিত থাকিবলৈ আপত্তি নাছিল, কিন্তু দলৰ বাকীসকলৰ লগত মোৰ ৰাহি-পুঁজি অহাৰ সম্ভাবনা নাই। সেৱা-সমিতিত কোনো প্রকাৰৰ জাত-বিচাৰ থকা উচিত নহয়। কিন্তু বৰ্ত্তমান আন্দোলনত সকলো মানুহক কংগ্রেচী আৰু অকংগ্রেচী নামে দুটা জাতত ভগোৱা হৈছে। কোনো কোনো ঠাইত অকংগ্রেচী মানুহক কংগ্রেচী দলে অস্পৃশ্য বুলিও প্রকাৰান্তৰে ঘোষণা কৰিছে। এতিয়াও যদি সমিতিৰ সদস্যসকলে এইটোকে স্থিৰ কৰে যে কংগ্রেচত যোগ নিদিয়া বা কংগ্রেচ-বিৰোধী লোকক কোনো সাহায্য কৰিব নালাগে, তেন্তে সি আমাৰ উদ্দেশ্যটোকে নষ্ট কৰিব, আন নালাগে, যাৰ টকাৰে এই সমিতি গঠিত তেওঁলোককেই ইয়াৰ সাহায্যৰ পৰা বঞ্চিত হ'ব। আন সদস্য সকলো কংগ্রেচী হোৱাত, মোৰ কথা যে নৰজে সি স্বতঃসিদ্ধ। সেই কাৰণে মই এই সমিতিত থাকিবলৈ অক্ষম"

বহুতে মাধৱক নানা যুক্তিৰে ৰাখিবৰ চেষ্টা কৰিছিল। কিন্তু তেওঁ সম্মত নহ'ল। অগত্যা ৰায় চাহাব আৰু তেওঁৰ ঠাইত আন দুজন কংগ্রেচী সভ্য বাছি লোৱা হ'ল। দুজন বিশিষ্ট কংগ্রেচ কৰ্ম্মীয়ে সভাপতি আৰু সম্পাদকৰ বাব পালে। সমিতিৰ কাৰ্য্যালয় কংগ্রেচ অফিচলৈ উঠাই নিয়াৰ প্রস্তাৱো গৃহীত হ'ল।

ইয়াৰ পাচত স্বেচ্ছা-সেৱিকসকলৰ সেৱা-সম্পৰ্কীয় কেইটামান দৃষ্টান্ত দেখুওৱা হ'ল। দৃষ্টান্তৰ

পিচত ধন্যবাদ জ্ঞাপন আৰু সামৰণি গীতেৰে সেই দিনাৰ কাৰ্য্য শেষ কৰি সমজুৱাসকল ঘৰাঘৰি গ'ল।

বাটত যাওঁতে ৰায় চাহাবে মাধৱক ক'লে— "এনেবোৰ সমিতিৰ ওপৰত মোৰ আগৰে পৰা আস্থা নাই। সেই কাৰণে টকাকেইটা কোনো সমিতিক নিদি তোমাৰ ইচ্ছামতে খৰচ কৰিবলৈহে দিছিলোঁ। তুমিহে সমিতিৰ কথা উলিয়ালা। সি যি কি নহওক, পৰিচালনাৰ ভাৰ তোমাৰ হাতত নথকা হ'লে মই কেতিয়াও তাৰ লগত সম্পৰ্ক নাৰাখিলোঁহেঁতেন। এনেবোৰ সমিতিৰ লাভ-লোকচান নিৰ্ভৰ কৰে পৰিচালকৰ ব্যক্তিত্বৰ ওপৰত। অনুপযুক্তৰ হাতত পৰিলে তাৰ সুফল নষ্ট হয়।"

মাধৱ : আপোনাৰ কথা মিছা নহয়, কিন্তু বৰ্ত্তমান ক্ষেত্ৰত ফলাফল নৌ দেখোঁতেই মন্তব্য প্ৰকাশ কৰা উচিত নহয়। দেশ-কালেই সকলো আন্দোলনৰ গতি-বিধি নিয়ন্ত্ৰণ কৰে। অসহযোগ আন্দোলনৰ আগতে মোৰ অকলশৰীয়া আন্দোলনেই গোটেই দেশত এটা আলোড়ন সৃষ্টি কৰিছিল; বহুত মানুহে আন্তৰিকতাৰে মোৰ কাৰ্য্যত সাহায্য কৰিছিল; বিশেষকৈ নিপীড়িত, পদ-দলিত আৰু সংস্কাৰকামীসকল নানা ঠাইৰ পৰা বুদ্ধি পৰামৰ্শ বিচাৰি মোৰ ওচৰ চাপিছিল। বহুতে সঙ্ঘবদ্ধভাবে সংগঠনৰ কাম হাতত লৈছিল। আজি তাৰ পৰিবৰ্ত্তন ঘটিছে, মোৰ আন্দোলন সকলোখিনিয়েই ৰাজনৈতিক আন্দোলনৰ অন্তৰ্গত হোৱাত, সুকীয়া আন্দোলনৰ প্ৰয়োজন নোহোৱা হৈছে বা কমি গৈছে।

ৰায় চাহাব : সেইটো সঁচা নহয়। দেখাত প্ৰয়োজন কমিলেও প্ৰকৃততে বাঢ়িছেহে। চোৱাঁ, তুমি সংস্কাৰৰ নিমিত্তে ক্ষেত্ৰ প্ৰস্তুত কৰি ৰাখিছা; নেতাসকলে উপযুক্ত ক্ষেত্ৰত উপযুক্ত গুটি সিঁচিলেই হৈ যায়। কিন্তু তাকে কৰিছে ক'তা! তোমাৰ কামতো বাধা জন্মাইছে, তেওঁলোকেও একো নকৰে।

মাধৱ : সি যি কি নহওক, এইটো ঠিক যে এতিয়া সঙ্ঘবদ্ধভাবে মোৰ আন্দোলন চলোৱা সম্ভৱ নহয়। অকলশৰীয়াকৈ যি কৰিব পাৰোঁ তাতে সন্তুষ্ট থাকিব লাগিব।

ৰায় চাহাব : তাৰ বাহিৰে আৰু উপায় নাই। কিন্তু মই ভৱিষ্যৎ বাণী কৰিব পাৰোঁ, ৰাজনৈতিক হুলস্থুলবোৰ মাৰ যোৱাৰ পিচতো এইবোৰ সংস্কাৰ তোমালৈকে থাকি যাব।

মাধৱ : মই মোৰ নিজা প্ৰণালীৰে ৰাইজৰ সেৱা কৰিবলৈ সদায় সাজু, কিন্তু মোৰ মতৰ বিৰুদ্ধে আনৰ আদেশ মানিবলৈ প্ৰস্তুত নহওঁ—তেহেলেই লাগে যদি আদেশকাৰীজন স্বয়ং ব্ৰহ্মাই হওক।

এনেতে দুয়ো তিনি আলিৰ মূৰ পালেগৈ। তাতে দুয়ো বিদায় লৈ নিজ নিজ বাটে দি প্ৰস্থান কৰিলে।

# অষ্টাদশ অধ্যায়

## চিঠিৰ উত্তৰ

প্ৰতিমাই কংগ্ৰেচত যোগ দি নতুন উৎসাহেৰে কাম কৰিবলৈ ধৰিলে। দিন নাই, ৰাতি নাই, খাৱন নাই, শোৱন নাই; মাত্ৰ কাম, কাম। প্ৰথমতে উগ্ৰসেন বৰুৱাই তেওঁৰ লগত লৈ ফুৰাই কামৰ আওভাও বুজাই দিছিল। যেতিয়া তেওঁ সকলো কাম নিজে চলাব পৰা হ'ল, তেতিয়া বৰুৱাই লগত জনচেৰেক স্বেচ্ছাসেৱক দি কংগ্ৰেচৰ বাণী শুনাই স্বেচ্ছাসেৱক আৰু সেৱিকা সংগ্ৰহ কৰিবলৈ তেওঁক নিযুক্ত কৰিলে।

প্ৰতিমাই প্ৰথমতে গুৱাহাটীৰ ওচৰৰ ঠাইবিলাকত আৰু লাহে লাহে অসমৰ নানা ঠাইত ঘূৰি স্বেচ্ছা-সেৱিকাৰ সংখ্যা আশাতীতৰূপে বঢ়ালে। যিমানেই স্বেচ্ছা-সেৱিকা বাঢ়িবলৈ ধৰিলে, বোধ কৰোঁ, তাৰ পৰাই প্ৰেৰণা পাই, স্বেচ্ছা-সেৱকৰ সংখ্যাও বাঢ়িবলৈ ধৰিলে। এই দৰে তুমাহমানৰ ভিতৰতে তেওঁ স্বেচ্ছা-সেৱকৰ সংখ্যা ইমানলৈ বঢ়ালে যে পুৰুষ প্ৰচাৰকৰ পক্ষে সি কেতিয়াও সম্ভৱ নহ'লহেতেন। প্ৰতিমাৰ লগে লগে স্থানীয় নেতৃস্থানীয় লোকসকলৰো এদল ঘূৰিছিল। তেওঁলোকে আগেয়েও প্ৰচাৰ কাৰ্য্য চলাইছিল, কিন্তু তেতিয়া কোনো ঠাইতে ইমান সমাদৰ, ইমান অভ্যৰ্থনা পোৱা নাছিল; ইমান মানুহে যোগ দিবলৈকো আগ্ৰহ দেখুওৱা নাছিল। প্ৰতিমা য'লৈকে গৈছিল, তালৈকে অসংখ্য নৰ-নাৰীয়ে বহুত দূৰৰে পৰা শোভা-যাত্ৰা কৰি আগ বঢ়াই নিছিল; তেওঁৰ বক্তৃতা মন দি শুনিছিল; আৰু শেহত জাকে জাকে মানুহ স্বেচ্ছাসেৱক দলত ভুক্ত হৈছিল। বাতৰি কাকতবোৰে তেওঁৰ এই কৃতিত্ব ডাঙৰ ডাঙৰ আখৰেৰে ছপাই উলিয়াইছিল আৰু তেওঁৰ সুখ্যাতি বৈ বৈ গৈছিল। এই প্ৰশংসা আৰু আত্ম-গৌৰৱৰ মাজত প্ৰতিমাই নিজৰ ব্যক্তিত্বকো হেৰুৱাই পেলাইছিল।

প্ৰতিমাই কংগ্ৰেচৰ কামত ঘূৰাৰ কিছু দিনৰ পাচতে গোলাঘাটত ঘৰ লৈছিল আৰু মাককো তালৈকে তুলি নিছিল। অৱশ্যে তেওঁ নিজে কেতিয়াবাহে তাত থাকিবলৈ পায়। প্ৰায়ে নানা ঠাইত ঘূৰি ফুৰিব লগা হোৱাত কেতিয়াবা কোনোবা কেম্পত আৰু কেতিয়াবা কোনো মানুহৰ ঘৰত আলহী স্বৰূপে থাকিব লগাত পৰে। ঘৰত মাক চাকৰ এটাৰে সৈতে থাকে।

গোলাঘাটলৈ থিতি লৰোৱাৰ তুমাহমানৰ পাচত মাধৱে প্ৰতিমাৰ পৰা এখন দীঘলীয়া চিঠি পালে। তাত তেওঁ নিজৰ কৰ্ম্মতৎপৰতা, দলৰ কৃতকাৰ্য্যতা, তেওঁৰ অভাবনীয় অভ্যৰ্থনা, আদিৰ বিস্তাৰিত বিৱৰণ দিছিল। কিমান ডাঙৰ মানুহে তেওঁক সমাদৰ কৰে, কিমানে তেওঁক খাবলৈ নিমন্ত্ৰণ কৰে, কিমানে তেওঁক দেৱতা দেখা দি দেখে ইত্যাদি কথাৰ বৰ্ণনাও তাৰ পৰা বাদ পৰা নাছিল, বাতৰি কাকতবোৰে তেওঁৰ বিষয়ে কেনে প্ৰশংসাপূৰ্ণ মন্তব্য প্ৰকাশ কৰিছে তালৈকো মাধৱৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ এৰা নাছিল। মুঠতে প্ৰতিমাই যে নিজৰ কাৰ্য্যত গৰ্ব্ব অনুভৱ কৰিছিল সেইটো তেওঁৰ চিঠিৰ প্ৰত্যেক শাৰীতে স্পষ্ট হৈ উঠিছিল।

মাধৱে চিঠিখন পঢ়ি সম্ভৱতঃ সন্তোষ নাপালে। অলপ পৰ গম্ভীৰ ভাবে থাকি তেওঁ তাৰ উত্তৰ লিখিবলৈ বহিল। এইখিনিকে কোৱা ভাল যে মাধৱে সকলো বিষয়তে অৱস্থা চাই ব্যৱস্থা কৰিবলৈ শিকা

নাই। কথা-বতৰাতো শ্ৰোতাৰ সন্তোষলৈ লক্ষ্য ৰখা তেওঁৰ বৰ অভ্যাস নাই; সক লবাৰ দৰে মনত যিটো খেলায়, আঁৰ-বেৰ নোহোৱাকৈ তাকে কৈ পেলায়। সেই কাৰণে বহুতে মাধৱক নিৰ্ব্বোধ বুলিয়েই ভাবে। প্ৰতিমাৰ চিঠিৰ উত্তৰত তেওঁ লিখিলে,—"তোমাৰ চিঠি পালোঁ। যদিও তুমি তোমাৰ কাৰ্য্যৰ বাবে বিশেষ গৰ্ব্বিতা, তথাপি মোৰ মতে এই গৰ্ব্ব পতনৰ পূৰ্ব্বলক্ষণ মাথোন। তোমাৰ ৰূপ আছে, যৌৱন আছে, কথা কোৱাৰ বিতোপন ভঙ্গী আছে; আৰু আছে সুললিত কণ্ঠস্বৰ। ইয়াৰ যেই সেই এটায়েই বহুতক মুগ্ধ কৰিব পাৰে, সকালাখিনিয়ে যে নানা জনক তোমাৰ ফাললৈ, আকৰ্ষণ কৰি আনিব তাত বিচিত্ৰতা একো নাই। তাতে প্ৰচাৰ পদ্ধতিৰ নতুনত্বও এই সাময়িক কৃতকাৰ্য্যতাৰ এটা কাৰণ। এনেকুৱা উৎসাহ, উত্তেজনা সাধাৰণতে ধানখেৰৰ জুইৰ নিচিনা। জুইৰ স্পৰ্শ পালেই সি দপদপ কৰে জ্বলি উঠে; কিন্তু শেহত থাকে ছাই, ছাই, ছাই। যিবিলাক মানুহ এই আন্দোলনত আগৰে পৰা আছে, যিবিলাকে নিজে বিবেচনা কৰি নিজ কৰ্ম্মপন্থা অৱলম্বন কৰিছে, তেওঁলোকৰ বহুতো মোৰ নমস্য; তেওঁলোকৰ কথা সুকীয়া। কিন্তু তোমাৰ ৰূপ-যৌৱনৰ দ্বাৰা আকৃষ্ট হৈ যিসকল তোমাৰ সহচৰ হৈছে, তেওঁলোকৰ উত্তেজনা মাৰ যাবলৈ বেছি দিন নালাগিব। যদি বিপদৰ সম্মুখীন হ'ব লগা হলেও, তেওঁলোকৰ এই উৎসাহ, এই উত্তেজনা ৰৈ যায়, তেন্তে তেতিয়া মোৰ ভুল স্বীকাৰ কৰি ক্ষমা খুজিবলৈ বাধ্য হ'ম; আৰু যদি সাময়িক উত্তেজনা সময়ৰ লগে লগে মাৰ যায় তেন্তে মোৰ মত অভ্ৰান্ত বুলি প্ৰতিপন্ন হব।

যাওক সেই কথা। তোমাৰ নিজৰ ৰক্ষাৰ নিমিত্তে মই যি ৰক্ষা-কৱচ নিৰূপণ কৰিছিলোঁ, সি এতিয়া নাই। এতিয়া তোমাৰ সহচৰ, অনুচৰ আদিয়ে যাতে তোমাক আকৌ অতীতৰ নৰক-কুণ্ডলৈ টানি নিব নোৱাৰে তাৰ বাবে সতৰ্ক হ'বলৈ নাপাহৰিবা। তুমি মোৰ কথা নামানিলা নাই, সেই বিষয়ে মোৰ সম্প্ৰতি কবলৈকো একো নাই; কিন্তু যদি তোমাৰ কাৰ্য্যই মোৰ সকলো চেষ্টা আৰু ত্যাগ-স্বীকাৰৰ সুফল নষ্ট কৰে, তেন্তে মোৰ অন্তৰত ব্যৰ্থতাৰ একুৰা জুই আজীৱন জ্বলি থাকিব।

তোমাৰ মঙ্গল বিধানৰ নিমিত্তে সৰ্ব্বনিয়ন্তা ভগৱন্তৰ ওচৰত কৰযোৰে প্ৰাৰ্থনা জনালোঁ। ইতি।"

ইয়াৰ পিচত মাধৱে বহুত দিনলৈকে প্ৰতিমাৰ পৰা কোনো চিঠি পোৱা নাছিল।

# ঊনবিংশ অধ্যায়

## সভ্যতাৰ আবৰ্জ্জনা

মাধৱৰ ককায়েক যাদৱ একন্ট্ৰা এচিষ্টেন্ট কমিশ্যনাৰ। তেওঁ এতিয়া ডিব্ৰুগড়ত। চাৰি বছৰমান আগতে তেওঁৰ বিয়া হৈ গৈছে। এতিয়া তেওঁৰ সংসাৰত তেওঁ পত্নী, এটা দুবছৰীয়া লৰা আৰু এটি কেচুৱা ছোৱালী। আজি দুবছৰ হ'ল, মাকো তেওঁৰ লগতে আছে। ঘৰুৱা কাম কৰিবৰ নিমিত্তে এটা লগুৱা আৰু এজনী বান্দী ৰখা হৈছে। মটৰ ড্ৰাইভাৰটোও তেওঁৰ চৌলতে থাকে।

ককায়েকৰ বিয়াৰ সময়তে মাধৱ এবাৰ ডিব্ৰুগড়লৈ গৈছিল; তাৰ পাচত গৈছিল দুবছৰ আগতে মাকক ককায়েকৰ ঘৰত থৈ আহিবলৈ। ইয়াৰ বাহিৰে তেওঁ ককায়েকৰ ঘৰলৈ যোৱা নাই। আগেয়ে

যাবৰ বিশেষ প্ৰয়োজন নাছিল যদিও মাক থকাৰ পৰা মাজে সময়ে আহি গৈ থকাটো তেওঁৰ কৰ্ত্তব্য আছিল। তেৱোঁ সেইটো বুজিছিল, কিন্তু দুটা কাৰণত তেওঁ সেই কৰ্ত্তব্য পালন কৰিব পৰা নাছিল। এটা হৈছে অকল দেখা-সাক্ষাতৰ নিমিত্তে দুই-এসপ্তাহৰ আজৰি উলিওৱা তেওঁৰ পক্ষে সহজ কথা নাছিল। আনটো হৈছে মাকক তেওঁ যেনেকৈ মান কৰিছিল, তেনেকৈয়ে ভয়ো কৰিছিল। ককায়েকৰ বিয়াৰ পিচৰ পৰাই মাধৱৰ বিয়াখনো চাবলৈ মাকৰ বৰ আগ্ৰহ জন্মিছিল, আৰু মাধৱক বৰকৈ পীড়াপীড়ি কৰিছিল; আন কি, মাধৱে বিবাহৰ প্ৰতি অনিচ্ছা প্ৰকাশ কৰাত দুই এদিন কান্দিও পেলাইছিল। সেই কাৰণে বিয়াৰ প্ৰস্তাব তুলি হুলস্থুল সৃষ্টি কৰে বুলি মাকৰ কাষ চাপিবলৈ মাধৱে ভয় কৰে। এইবাৰ কিন্তু তেওঁ নোযোৱাকৈ থাকিব নোৱাৰিলে। যাদৱে আগে-পিচে ভায়েকক মাতিলেও সেইটো মাধৱৰ সময় আৰু সুযোগৰ মুখাপেক্ষী কৰি। কিন্তু এইবাৰ তেনে নহয়। এইবাৰ অতি গুৰু প্ৰয়োজনত তেওঁ নগ'লেই নহয় বুলি যাদৱে বৰ টানকৈ লিখিছিল, মাধৱেও সেই আদেশ পালন কৰা তেওঁৰ অৱশ্য-কৰ্ত্তব্য বুলি গণ্য কৰিছিল।

ষ্টেচনৰ পৰা যাদৱৰ মটৰত উঠি মাধৱ ককায়েকৰ ঘৰ পালেগৈ। তেওঁৰ বুকু কঁপি আছে, কি জানি তেওঁক এনে ভাবে মতাৰ লগত কিবা বিষম ঘটনাৰ সম্বন্ধ আছে। কিন্তু গৈ একো গম নাপালে। যাদৱ তেতিয়া কাছাৰীত। মাকক সেৱা কৰি আশীৰ্ব্বাদ লৈ মাধৱে গা ধুলে আৰু যতনাই থোৱা আহাৰৰ যথোচিত সদ্ব্যৱহাৰ কৰি এখন্তেক বিশ্ৰাম ল'লে। বিশ্ৰামৰ লগে লগে মাক-পুতেকৰ ভিতৰত নানাপ্ৰকাৰ ঘৰুৱা কথা-বতৰাও চলিল।

আবেলি বেলিকা তেওঁ ঘৰৰ পৰা ওলাই লাহে লাহে ডিব্ৰুনৈৰ কাষ পালেগৈ; তাতে এখন্তেক বৈ সেন্দুৰী আলিয়ে দি লাহে লাহে যাবলৈ ধৰিলে। বাটত বেছি মানুহ নাছিল, তেওঁৰ আগে আগে এজনী গাভৰু গৈ আছিল। গাভৰু সুন্দৰী নহলেও আধুনিক সাজ পাৰেৰে সুসজ্জিতা হৈ হঠাৎ দেখা দৰ্শকৰ চকুত সুন্দৰী বুলিয়েই ধাৰণা জন্মাব পৰা বিধৰ আছিল। গাভৰু এনেকৈ গৈ থাকোঁতেই আলিৰ দাঁতিৰ ঘৰ এটাৰ পৰা এজন ডেকা ওলাই আহি তেওঁৰ সন্মুখত থিয় দিলে আৰু দুয়োৰে ভিতৰত কিবাকিবি কথা-বতৰা হ'ল। মাধৱ তেতিয়া প্ৰায় এক ফাৰ্লংমান পিচত আছিল, সেই কাৰণে কোনো কথা-বতৰা তেওঁৰ কাণত পৰা নাছিল; বিশেষকৈ তেনে কথা-বতৰাত কিবা অস্বাভাবিকতা থাকিব পাৰে বুলিও তেওঁ অনুমান কৰা নাছিল। বাটৰ মানুহ বাটে গৈছে, তাত আকৌ লক্ষ্য কৰিবলগীয়া কি আছে! কিন্তু তেওঁ লক্ষ্য কৰিবলৈ বাধ্য হ'ল। হঠাৎ ডেকাজনে গাভৰুৰ হাতত থাপ মাৰি ধৰিলে আৰু গাভৰুয়ে সাহায্য বিচাৰি চিঞৰিবলৈ ধৰিলে। চিঞৰ শুনি মাধৱে বুজিলে কিবা এটা অঘটন ঘটিবৰ উপক্ৰম হৈছে, তেওঁ অলপো নৰৈ তেওঁলোকৰ গালৈ খেদা মাৰি গ'ল। মাধৱে খেদি যোৱা দেখি ডেকাজনে গাভৰুৰ হাতখন এৰি দিলে আৰু বুকুৰ পৰা এখন ছুৰি উলিয়াই মাধৱক আক্ৰমণ কৰিলে। মাধৱে অতি ক্ষিপ্ৰতাৰে ছুৰিয়ে সৈতে তাৰ হাতখন ধৰি পেলালে। আজোৰ-পিজোৰত মাধৱৰ সোঁ হাতখনত যদিও অলপ ছুৰিৰ আঘাত লাগিল, তথাপি ডেকাজনে কোনোমতেই ছুৰিখন একেবাৰ বা মাধৱৰ হাতৰ পৰা এৰাব নোৱাৰিলে। অলপ সময়ৰ ভিতৰতে ঘটনাস্থলত বহুতো মানুহ

গোট খালে আৰু ডেকাজন বন্দী হ'ল। ডেকাজনে মদ খাইছিল, কিয়নো তেওঁৰ মুখৰ পৰা তেতিয়াও মদৰ ভেকেতা-ভেকেত গোন্ধ ওলাই আছিল।

গাভৰুৰ পৰা জনা গ'ল যে তেওঁ পঢ়াশালিত শিক্ষয়িত্ৰীৰ কাম কৰে। আৰু এই বাটে দিয়েই দিনৌ অহা-যোৱা কৰে! যিটো ঘৰৰ পৰা মানুহটো ওলাই আহিছিল, সেই ঘৰটো মদাহীৰ আড্ডা। তেওঁ স্কুললৈ যাওঁতে আহোঁতে মাজে মাজে সিহঁতক লগ পায় আৰু সিহঁতে নানা প্ৰকাৰ অশোভনীয় মন্তব্য প্ৰকাশ কৰে, কিন্তু আজিৰ দৰে আগেয়ে কেতিয়াও শাৰীৰিক বল প্ৰয়োগ কৰা নাছিল।

ডেকাই প্ৰতিবাদ কৰি ক'লে,—"তেওঁৰ কথা সম্পূৰ্ণ মিছা। মোৰ লগত বহুত দিনৰে পৰা তেওঁৰ চিঠি পত্ৰৰ চলাচল আছে আৰু প্ৰায় দুশ টকাৰ উপহাৰ মোৰ পৰা লৈছে। এতিয়া মই জানিব পাৰিছোঁ তেওঁ আন এজনৰ লগত কাৰবাৰ চলাইছে। এতিয়া মই চিঠি দিলেও উত্তৰ নিদিয়ে। সেই কাৰণে মই মোৰ পৰা লোৱা উপহাৰৰ বস্তুখিনি ঘূৰাই দিবলৈ লিখিছিলোঁ। আৰু মুখেৰেও কৈছিলোঁ। কিন্তু তেওঁ আজিলৈকে ঘূৰাই নিদিলে। আন উপায়েৰে একো নোহোৱাত আজি বলেৰে আদায় কৰিব খুজিছিলোঁ। তেওঁৰ ডিঙিত যে হাৰধাৰ আছে, তাক তেওঁ ক'ৰ পৰা পাইছিল সোধকচোন। কাপোৰ-কানি আৰু আন বস্তু যিবোৰ নিছিল মই এৰি দিলোঁ, কিন্তু হাৰধাৰ মই এৰিব নোৱাৰোঁ। হয় মোৰ হাৰ ঘূৰাই দিব লাগিব, নহয় মই তাৰ প্ৰতিশোধ ল'ম।"

গাভৰুৱে ক'লে,—"গোটেইবোৰ সম্ভা কথা, তাত সঁচাৰ লেশমাত্ৰও নাই।"

ডেকাই ক'লে,—"সঁচা মিছা প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰে। তেওঁ নিজ হাতে লিখা চিঠিয়ে যদি মোৰ কথাৰ সত্যতা প্ৰমাণ কৰে, তেতিয়া?"

গাভৰু নিমাত হ'ল। মাধৱ আৰু আন উপস্থিত লোকসকলে একোকে ঠাৱৰাব নোৱাৰিলে। এজনে ক'লে,—"এওঁলোকৰ ভিতৰত কিবা এটা যে গোল-মাল আছে, সেইটো সঁচা বুলিয়েই মোৰ বিশ্বাস। সেই সম্পৰ্কে বহুতো মানুহে আলোচনা কৰা মই বহুত দিন শুনিছো।"

মাধৱে প্ৰথমে ভাবিছিল মানুহটোক লৈ গৈ থানাত শোধাই দিব; কিয়নো নাৰীৰ প্ৰতি এনে দুৰ্ব্যৱহাৰ কৰা দুৰ্বৃত্তৰ শাস্তি হোৱা নিতান্ত উচিত। কিন্তু সকলোবোৰ কথা শুনি তেনে কৰা ভাল হ'ব নে বেয়া হ'ব একোকে ঠাৱৰাব নোৱাৰিলে। গাভৰুৰ মতামত সুধিলত তেওঁ ক'লে,—"থানালৈ নিলে কেলেঙ্কাৰীখন বাঢ়ি হে যাব আৰু সি নানা মিছা কথাৰে মোক অপমান কৰিবলৈ বিচাৰিব। তাতকৈ যি হ'ল হ'ল, এতিয়া ঘৰাঘৰি যোৱাই ভাল।"

ডেকাই ক'লে,—"কিন্তু মোৰ হাৰধাৰ?"

মাধৱে ক'লে,—"তোমাৰ যদি কিবা পাবলগীয়া আছে তুমি তাক আইন-মতে আদায় কৰিবলৈ যত্ন নকৰি, গাৰ বলেৰে আদায় কৰিবলৈ যোৱা কিয়? ৰাজ আলিত এনেকৈ এজনা শিক্ষিতা মহিলাৰ ইজ্জত হানি কৰাটো যে ডাঙৰ অপৰাধ তাক তুমি জনা উচিত। এতিয়া তুমি যদি গোলমাল নকৰি ঘৰলৈ যোৱা তেন্তে আমি আৰু একো নকৰোঁ, নতুবা থানালৈ নিবলৈ বাধ্য হ'ম।

ডেকাই ক'লে,—"বাৰু, মই এতিয়া যাওঁ, কিন্তু আজিয়েই হওক, বা আন এদিনেই হওক হাৰধাৰ মোক লাগিবই। নহ'লে মই কাঁচী যাবলৈকো সাজু।"

ডেকা গ'ল। গাভৰুলৈ চাই মাধৱে ক'লে,—

"আপুনি এতিয়া ঘৰলৈ যাওক। ঘটনাটো মই প্ৰথমে যি দৰে ভাবিছিলোঁ, প্ৰকৃততে তেনে নহয়, নিশ্চয় আপোনাৰ গাতো অলপ নহয় অলপ কিবা দোষ আছে। সেই কাৰণে মই কওঁ এনেবোৰ কেলেঙ্কাৰী ৰাইজৰ আলোচনাৰ বিষয় নকৰি গুপুতে মীমাংসা কৰাই আটাইতকৈ ভাল উপায়।"

গাভৰুৱে তাৰ উত্তৰত মাত্ৰ মাধৱক ধন্যবাদ জনাই যোৱা বাটেই খোজ ল'লে। তেওঁলোক গ'লত তাত উপস্থিত থকা এজন মানুহে মাধৱক ক'লে,—"আপুনি বোধ কৰোঁ নতুনকৈ ইয়ালৈ আহিছে, নহলে এই ঘটনাত জড়িত হবলৈ নাহিলহেতেন। আমি আগে-পিচেও এওঁলোকৰ এনে অভিনয় দেখিছোঁ, সেই কাৰণে অহা নাছিলোঁ। পিচত আপুনি আহি ধৰা দেখিহে আহিলোঁ। আজি-কালি স্কুল-কলেজৰ শিক্ষাই আৰু পাশ্চাত্য সভ্যতাই আমাক ইংৰাজকে কৰিছে নে কিবা বৰ্ব্বৰ জাতিলৈ নমাইছে বুজিব পৰা নাই। এনে শিক্ষা হোৱাতকৈ বোধ কৰোঁ নোহোৱাই ভাল।"

মাধৱে ক'লে,—"পাশ্চাত্য আদৰ্শই যে আমাক মুমুজে, সেইটো মই সদায় কৈ আহিছোঁ আৰু আজিৰ ঘটনায়ো সেই কথাকেই সমৰ্থন কৰিছে।"

মানুহজনে ক'লে,—"মোৰ মতে আমাৰ আগত আজি প্ৰাচ্যই বোলক বা পাশ্চাত্যই বোলক কোনো আদৰ্শই নাই। থাকিব ক'ৰ পৰা? এই চাওক,-অসমীয়া বুলি এটা প্ৰতাপী জাতি এদিন এই অসমত আছিল, কিন্তু আজি সেই জাতিটোৰ অস্তিত্ব বুৰঞ্জীৰ পাতৰ বাহিৰে আন ঠাইত নাই। পাশ্চাত্য উন্নত জাতিবোৰৰ কথা নকৰোঁৱেই, এই ভাৰতৰে অন্যান্য প্ৰদেশৰ লোকসকলক দেখা মাত্ৰেই তেওঁলোকৰ সাজ-পাৰৰ পৰাই কোন ঠাইৰ মানুহ অনুমান কৰিব পাৰি। কিন্তু অসমীয়াৰ নাইনে নাই এবিধ জাতীয় সাজ-পাৰো নাই। অসমীয়া মতাৰ কোনোৱে পিন্ধে ধুতী, কোনোৱে পিন্ধে ঠেঙা, কোনোৱে পিন্ধে পাইজামা আকৌ কোনোৱে পিন্ধিবলৈ শিকিছে মেখেলা। কোনোৱে গোঁফকোছা ডাঢ়িৰ লগতে চাঁচি পেলাইছে, কোনোৱে নাকৰ তলতে একাঙুলমান ৰাখিছে, আকৌ কোনোৱে ক্ষুৰকে লগোৱা নাই। এই অনুক্ৰমে দেখিব কোনো বিষয়তে কাৰো লগত কাৰো মিল নাই। তিৰুতাৰ বিষয়েও সেই একে কথাই। আমাৰ এই খিচিৰি অৱস্থাটোৱে আদৰ্শবিলাকৰ খিচিৰি পগাৰ বাহিৰে আৰু কি কৰিব! আগেয়ে অসমীয়া মতাৰ এটা বৈশিষ্ট্য আছিল—পোন্ধ নমৰাকৈ খোজ লবাব নোৱাৰে। তেতিয়া কোনোবাই পুৰুষোচিত সাহ, বল দেখুৱাব নোৱাৰিলে আন কি তিৰুতায়ো কৈছিল,— "কেলেই নো পোন্ধ মৰাটো হৈ উপজিছিলি, এইটো কামকে কৰিব নোৱাৰিলি! তাতকৈ মেখেলা নিপিন্ধ কিয়?" তেতিয়া পোন্ধ এৰাটো লাজ-অপমানৰ কথা আছিল। আজি কিন্তু পোন্ধ এৰাটো অন্ততঃ বহুতো নগৰীয়া আৰু বিদ্যাৰ্থী ছাত্ৰৰ পক্ষে গৌৰৱৰ বিষয় হৈ পৰিছে। এনেকুৱা আদৰ্শক প্ৰাচ্য বা পাশ্চাত্য একো বুলিব নোৱাৰি। মুঠ কথা, প্ৰাচ্য আৰু পাশ্চাত্য সভ্যতাৰ যিখিনি আবৰ্জ্জনা সেইখিনিয়েই আমাৰ আদৰ্শ, ভালখিনি ল'বৰ জোখাই আমাৰ জ্ঞান, বুদ্ধি ধৈৰ্য্য একো নাই। সেই কাৰণে মই কওঁ কোনোবাই আমাৰ আগত জাতীয় আদৰ্শ দাঙি ধৰিব খুজিলে প্ৰথমেই জাতিটো নিৰ্ণয় কৰি ল'ব লাগিব আৰু তাৰ প্ৰথম পৰিমাপক হ'ব জাতীয় সাজ-পাৰ, জাতীয় আচাৰ-ব্যৱহাৰ, জাতীয় ভাষা। তেতিয়াহে জাতীয়তাৰ মাজেদি অন্যান্য সংস্কাৰলৈ বাট ওলাব"

মাধৱে মানুহজনক প্ৰথমে সৰ্ব্বসাধাৰণৰ ভিক্ষৰে এজন বুলি ধৰি লৈছিল, কিন্তু এতিয়া তেওঁৰ কথা শুনি চমৎকৃত হ'ল। তেওঁৰ কথাবোৰ মাধৱৰ বৰ ভাল লাগিল। তেওঁ মানুহজনক ধন্যবাদ দি তেওঁৰ পৰিচয় ল'লে। মানুহজনে ক'লে,—"মই এজন দুখীয়া মানুহ, বিখ্যাত মেট্ৰিকুলেট, নাম হাবিৰাম দাস। মাজে মাজে মোৰ মনত দেশৰ আৰু সমাজৰ সংস্কাৰৰ বিষয়ে বহুতো কথা খেলায়, কিন্তু নিজ দুৰৱস্থাৰ কাৰণে মনৰ কথা মনতে মাৰ যোৱাৰ বাহিৰে আন একো নহয়। কোনোবা নেতৃস্থানীয় লোকৰ সাহায্য পোৱা হ'লে কি জানি কিবা কৰিব পাৰিলোঁহেঁতেন, কিন্তু মোৰ নিচিনা ক্ষুদ্ৰ মানুহ এটাক সাহায্য কৰাহে নালাগে, মোৰ কথা শুনিবলৈকে তেওঁলোকৰ আজৰি নাই। দুই এজন কংগ্ৰেচ নেতাই ক'লে,—"এইবোৰ প্ৰাদেশিক সঙ্কীৰ্ণতাৰ কথা সম্প্ৰতি স্থগিত ৰখাই ভাল, এতিয়া প্ৰধান কাম স্বাধীনতা অৰ্জ্জন। স্বৰাজ হৈ গ'লে সকলো আপোনা-আপুনি হ'ব। আপুনি এইবোৰ এৰি কংগ্ৰেচত যোগ দিয়ক।"

মাধৱ : তেওঁলোকৰ কথাত আপোনাৰ আপত্তি কি? স্বৰাজ জানো আপুনি নিবিচাৰে?

হাবিৰাম : বিচাৰোঁ। কিন্তু তাৰ আগতে অসম আৰু অসমীয়াৰ নাম চিৰকাললৈ লুপ্ত হোৱাটো নিবিচাৰোঁ। ভাৰতীয় স্বাধীনতাৰ আন্দোলনৰ লগে লগে অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনো অসমীয়াৰ ভিতৰত থাকিব লাগে। নহলে স্বৰাজ পালেও অসমে নাপায়, পাব বঙ্গস্থান কি পাকিস্থানে হে।

মাধৱ : তেন্তে আপুনি কি কৰিব খোজে?

হাবিৰাম : কৰিব খোজাটো কৰিব পৰা হ'লে কেতিয়াবাই কৰিলোঁহেঁতেন। কিন্তু মই আজিলৈকে কল্পনাক বাস্তৱৰূপ দিবৰ কোনো পথ বিচাৰি নাপালোঁ। এবাৰ শেষ চেষ্টা কৰিবৰ মনেৰে গুৱাহাটীলৈ যাম বুলি ভাবিছোঁ।

মাধৱ : গুৱাহাটীত কি চেষ্টা কৰিব? প্ৰাদেশিক কংগ্ৰেচ কমিটিৰ ওচৰত আবেদন কৰিব খুজিছে হবলা?

হাবিৰাম : নাই খোজা। তাত মাধৱচন্দ্ৰ ভূঞা নামে এজন সংস্কাৰক আছে। মোৰ বিশ্বাস তেওঁৰ ওচৰলৈ গলে তেওঁ কিবা এটা পথ দেখুৱাই দিব পাৰিব।

এই অপ্ৰত্যাশিত উত্তৰত মাধৱ কিছু সময় মৌন হৈ ৰ'ল। হাবিৰামে সুধিলে,—"আপোনাক আগে-পিচে দেখা মনত নপৰে, বোধ কৰোঁ নতুনকৈ আহিছে। অনুগ্ৰহ কৰি পৰিচয় দিব নে?"

মাধৱ : মই ইয়ালৈ আজিহে আহিছোঁ। মই ইয়াৰ যাদৱ হাকিমৰ ভায়েক।

হাবিৰাম : মই যাৰ নাম লৈছিলোঁ আপুনিয়েই তেন্তে তেওঁ?

মাধৱ : হয়।

হাবিৰাম : মোৰ পৰম সৌভাগ্য যে পৰমেশ্বৰে মোৰ অন্তৰৰ কথা বুজি আপোনাকে মোৰ ওচৰলৈ লৈ আহিল। যদিও মই আপোনাক আগেয়ে দেখা নাছিলোঁ, তথাপি আপুনিয়েই বহুত দিনৰ পৰা মোৰ গুৰুৰ স্থান অধিকাৰ কৰি আছিছে। আপোনাক পালোঁ যেতিয়া মই কিবা এটা বাট পামেই পাম।

হাবিৰাম হঠাৎ উত্তেজিত হৈ উঠিল আৰু

মাধৱৰ বাধা অগ্ৰাহ্য কৰিও তেওঁৰ পদধূলি গ্ৰহণ কৰিলে। মাধৱে কিছু আহুকাল বোধ কৰিলেও এটা কথাত আনন্দ পালে যে অসমৰ একেবাৰেই পূব কোণতো তেওঁৰ অজ্ঞাতসাৰে তেওঁৰ আদৰ্শলৈ শ্ৰদ্ধা থকা অন্ততঃ এজন মানুহ আছে।

মাধৱে ক'লে,—"আপুনি মোক মোৰ আচল ঠাইতকৈ বহুত ওপৰত বহুৱাই থৈ ভুল কৰিছে। মই নেতা নহওঁ, এজন সামান্য সেৱক মাথোন।

হাবিৰাম : সেয়ে হ'লেও মোকো আপোনাৰ লগতে সেৱা কৰিবলৈ শিকাওক।

মাধৱ : সেৱাৰ প্ৰেৰণা অন্তৰৰ পৰা নাহিলে আনে শিকাব নোৱাৰে।

হাবিৰাম : তথাপি গুৰুৰ নিৰ্দ্দেশ পালে সি সহজে আহিব পাৰে।

মাধৱে কিছু সময় নীৰৱে ভাবিলে ; তাৰ পাচত ক'লে,—"বৰ্ত্তমান সময়ত সকলো মানুহেই এক প্ৰকাৰে নহয় এক প্ৰকাৰে ৰাজনৈতিক আন্দোলনত লিপ্ত। সেই কাৰণে আন কোনো আন্দোলনেই গা কৰিব নোৱাৰে।

কোনোবাই কৰবাত তেনে আন্দোলন কৰিলেও সি ৰাজনীতিৰ মেৰ পাকত সোমাই হেৰাই যাব। সেই কাৰণে এনে এটা কাম উলিয়াই ল'ব লাগিব, যিটো আপোনাৰ আদৰ্শৰ লগত খাপ খায়, আন ফালে গৱৰ্ণমেণ্ট নাইবা কংগ্ৰেচৰ আদৰ্শৰ পৰাও আঁতৰি নাযায়।"

হাবিৰাম : তেনে কাম কি ?

মাধৱ : চাহ বাগিচা আদিৰ পৰা ওলোৱা বহুতো বনুৱাই বহুত ঠাইত গাওঁ পাতি বসতি কৰিছে। সিহঁত যদিও সাজ-পাৰ আৰু ভাষাত বহু পৰিমাণে অসমীয়া হৈ আহিছে, তথাপি অসমীয়া সমাজত জাহ যাব পৰা নাই। অসমীয়াই সিহঁতক "বঙাল" পাতি থৈছে আৰু সিহঁতেও নিজক অসমীয়াৰ পৰা বেলেগ জাতি বুলি ভাবি আহিছে। সিহঁত প্ৰায়েই নিৰক্ষৰ। সিহঁতৰ মাজত সোমাই অসমীয়া ভাষাৰ জৰিয়তে সিহঁতক শিক্ষা দিব পাৰিলেই আপোনাৰ উদ্দেশ্য সিদ্ধি কৰিবলৈ চল লাগিব। শিক্ষাৰ লগে লগেই সিহঁতৰ ধৰ্ম্ম-কৰ্ম্ম আচাৰ-ব্যৱহাৰ, সাজ-পাৰ আদিৰো সংস্কাৰ সাধন কৰা কঠিন নহ'ব। মোৰ মতে এই কামকে আপুনি হাতত লওক। এই বিষয়ে মই কেতিয়াবাই এখন আঁচনি প্ৰস্তুত কৰিছিলোঁ। কিন্তু বৰ্ত্তমান দেশৰ গতি-গোত্ৰ দেখি তাক হাতত ল'বৰ সুবিধা কৰিব পৰা নাই।

হাবিৰাম : আপোনাৰ আঁচনিৰ আভাসটো দিব নে ?

মাধৱ : মোৰ আঁচনি চমুকৈ এই :—সমগ্ৰ অসমৰ নিমিত্তে শঙ্কৰ সঙ্ঘ বা শঙ্কৰ মিশ্যন নাইবা সদৌ অসম সেৱা সংঘ নামে এখন কেন্দ্ৰীয় সত্ৰ পতা হওক, ইয়াৰ নিমিত্তে কেই লাখমান টকাৰ পুঁজি প্ৰতিষ্ঠা কৰা হওক। এই সত্ৰ হ'ব এক প্ৰকাৰ বিশ্ববিদ্যালয়। ইয়াত যথেষ্ট কৰ্ম্মীক শিক্ষা দিব লাগিব। তেওঁলোক হয় আজীৱন, নহয় কোনো এক নিৰ্দ্দিষ্ট সময়ৰ নিমিত্তে কেৱলীয়া হৈ থাকিবলৈ প্ৰতিশ্ৰুত হ'ব লাগিব। এই সত্ৰৰ

তিনটা বিভাগ থাকিব। যেনে:—(১) শিক্ষা-প্ৰচাৰ বিভাগ, (২) ধৰ্ম্ম আৰু নীতি প্ৰচাৰ বিভাগ, (৩) প্ৰাথমিক চিকিৎসা-বিভাগ। উপযুক্ত লোকে এই তিনিও বিভাগত শিক্ষা ল'ব পাৰিব। যি নোৱাৰে, যেই সেই এটা বা দুটাৰ শিক্ষিত হলেও চলিব।

এই কেন্দ্ৰীয় সত্ৰৰ অধীনত জিলাই জিলাই স্থানীয় সত্ৰ স্থাপিত হ'ব। তাতো ওপৰত কোৱা প্ৰণালীৰেই শিক্ষা দিব লাগিব। এই স্থানীয় সত্ৰবিলাকৰো নিজাকৈ একোটা পুঁজি থাকিব লাগিব। অৱশ্যে, প্ৰয়োজন অনুযায়ী সেই সত্ৰবিলাকে কেন্দ্ৰীয় সত্ৰৰ পৰা ধন-জন আৰু বুদ্ধি-পৰামৰ্শ পাই থাকিব।

এনে ভাবে সত্ৰবোৰ প্ৰস্তুত হোৱাৰ লগে লগে কোন কোন ঠাইত প্ৰচাৰ কাৰ্য্য চলোৱাৰ প্ৰয়োজন, প্ৰত্যেক স্থানীয় সত্ৰই অনুসন্ধান কৰি তালিকা প্ৰস্তুত কৰিব আৰু কেন্দ্ৰীয় সত্ৰক জনাব। লগতে কেন্দ্ৰীয় সত্ৰৰ পৰা কি পৰিমাণে সাহায্য লাগে তাৰো হিচাপ দিব। তেতিয়া কেন্দ্ৰীয় সত্ৰই সকলো অৱস্থা বুজি প্ৰয়োজনীয় ধন আৰু জনৰ ব্যৱস্থা কৰিব। প্ৰত্যেক জিলা সত্ৰই তাৰ অধীনত হোৱা প্ৰচাৰকাৰ্য্য পৰিদৰ্শন কৰিবলৈ পৰিদৰ্শক নিযুক্ত কৰিব। কেন্দ্ৰীয় সত্ৰৰ পৰাও মাজে মাজে পৰিদৰ্শক গৈ সকলো চাই-চিতি ৰিপোৰ্ট পঠিয়াব।

যি ঠাইত প্ৰচাৰ কাৰ্য্য চলোৱা হয়, সেই ঠাইৰ অৱস্থা আৰু প্ৰয়োজন অনুসৰি প্ৰচাৰকৰ সংখ্যাও কম-বেছি হ'ব। এনে ভাবে কাৰ্য্য কৰি গ'লে এফালে যেনেকৈ গাওঁ-সংগঠন হব, আনফালে অসমীয়া জাতিৰ জাতীয় শৰীৰটোও পুষ্ট আৰু স্বাস্থ্যবান হৈ উঠিব, এয়ে মোৰ বিশ্বাস।

হাবিৰাম : আপোনাৰ পৰিকল্পনা বৰ ডাঙৰ। আপুনি নিজেই যেতিয়া তাক সম্পূৰ্ণভাৱে পৰিণত কৰিব পৰা নাই, আমাৰ পক্ষে সি একেবাৰেই অসম্ভৱ।

মাধৱ : সেই কাৰণেই কওঁ, ইমান ডাঙৰ আয়োজন হোৱাৰ যেতিয়া বৰ্ত্তমান সময়ত সম্ভাবনা নাই, গাই-গুটীয়া ভাৱে কাৰ্য্য আৰম্ভ কৰক। আপুনি এখন একেবাৰেই পিচ পৰি থকা অনা-অসমীয়া গাওঁ বাছি লওক, আৰু তাক নিজৰ আদৰ্শমতে গঢ়িবলৈ যত্ন কৰক। যেতিয়া সেই গাওঁৰ সংগঠন কিছুদূৰ আগ বাঢ়িব আৰু সেই ঠাইৰ কাৰ্য্য পৰিচালনা কৰিবৰ উপযুক্ত মানুহ তাতে পোৱা যাব, তেতিয়া আপুনি আকৌ আন এখন গাওঁত কাৰ্য্য আৰম্ভ কৰিব। এনেকৈয়ে ক্ৰমশঃ আগবাঢ়ি গৈ থাকিব। এনেকৈ অকলশৰে বেছি কাম কৰিব নোৱাৰিব সঁচা, কিন্তু একেবাৰে নকৰাতকৈ গি অলপ কৰিব পৰা যায় সেয়ে লাভ। তদুপৰি আপোনাক দেখি আৰু দুই-চাৰিজন কৰ্ম্মী ওলাবও পাৰে।

হাবিৰাম : সেই বিষয়ে মই যে ভবা নাছিলোঁ এনে নহয়। কিন্তু আপোনাক আগেয়ে কৈছো, মোৰ বিদ্যা, ধন, বংশগৌৰৱ একো নাই। সেইবোৰ মানুহে মোৰ দৰে মানুহৰ কথা মানিব নোখোজে। চৰকাৰী কৰ্ম্মচাৰীয়েই হওক, বা আন কোনো ডাঙৰ মানুহেই হওক, অলপ কষ্ট স্বীকাৰ কৰি গৈ সিহঁতক বুজাই

দিয়া হ'লে কাম কৰিবলৈ চল পালোঁ-হেতেন। মই এখন বনুৱা গাওঁ বাছি লৈ কেইবাজনো নেতাক এই বিষয়ে সাহায্য কৰিবলৈ অনুৰোধ কৰিছিলোঁ, কিন্তু কাকো লৰাব নোৱাৰিলোঁ। তেওঁ-লোকৰ কোনো জনৰ সময় নাই, কোনো জন মটৰ গাড়ী নোযোৱা ঠাইলৈ যাব নোৱাৰে। কোনো জনে আকৌ আজি যাম কালি যামকৈ থাকি শেহত যাব নোৱাৰোঁ বুলি কয়। আপুনি যদি সেই গাওঁখনলৈকে গৈ কিবা এটা দিহা লগাই দিয়ে তেন্তে মোৰ বিশ্বাস মই আপোনাৰ উপদেশমতে কাম কৰিবলৈ সমৰ্থ হ'ম।

মাধৱ : সেই গাওঁখন ক'ত?

হাবিৰাম : বৰ আওহতীয়া গাওঁ, ইয়াৰ পৰা বাৰ মাইল দূৰৈত। তাৰে দহ মাইল-মানলৈকে মটৰ চলে। বাকী ডোখৰৰ কৰবাত বোকা-পানী, কৰবাত আলিৰ চিনেই নাই। সেই ডোখৰ বাট গুদা ভৰিৰে খোজ কাঢ়ি যোৱাৰ বাহিৰে যাবৰ আন কোনো উপায় নাই।

মাধৱ : আপুনি কেতিয়াকৈ তাৰ মানুহবিলা-কক গোটাব পাৰিব? মই এদিন বা দুদিন থাকিয়েই ইয়াৰ পৰা যাবৰ কথা। বৰ বেছি হ'লে তিন দিন। কালিলৈ নাইবা পৰহিলৈকে সভাৰ আয়োজন কৰিলেহে মই যোগ দিব পাৰিম।

হাবিৰাম : কালিলৈ পতা টান হ'ব। পৰহিলৈকে হওক। কি কিয়?

মাধৱ : হওক। কিন্তু এটা কথা—মই ইয়াত আচহুৱা মানুহ। মোৰ কথা শুনিব জানো?

হাবিৰাম : শুনিব। অসমীয়া আৰু অসমবাসী আন মানুহবোৰ এইটোৰেই স্বভাৱ যে তেওঁলোকে অচিনাকী প্ৰচাৰকক সদায় ডাঙৰ বুলি ভাবে আৰু মান কৰে, লাগে যদি তেওঁ অতি অপদাৰ্থ ই হওক, নাইবা অসমীয়াৰ সৰ্ব্বনাশ সাধিবলৈকে আহক। তেনে স্থলত আপোনাৰ দৰে লোকৰ কথা যে শ্ৰদ্ধাৰে সৈতে শুনিব, তাত সন্দেহ নাই।

মাধৱ : বাৰু, কেতিয়া যাব লাগে জনাব। এতিয়া আহোঁ।

তেতিয়া দুয়ো ওলগনিৰে বিদায় লৈ ঘৰমুৱা হ'ল।

# ত্ৰিংশ অধ্যায়

## আশীৰ্ব্বাদ

ৰাতি খাই-বৈ উঠাৰ পাচত মাধৱে যাদৱক সুধিলে,—"পিচে দাদা, তুমি মোক বিশেষ প্ৰয়ো-জন আছে বুলি মাতি পঠাইছিলা, মই কিন্তু প্ৰয়ো-জনটো কি এতিয়াও গম পোৱা নাই।"

যাদৱ : বাৰু লাহে লাহে গম পালেও হ'ব। তদুপৰি ইয়াত মই আছোঁ, মা আছে; তেনে স্থলত আন সময়ত নহলেও বিহুৱে-সংক্ৰান্তিয়ে এবাৰ দেখা দিয়া জানো তোৰ উচিত নহয়? নে সেইটো

তই অপ্ৰয়োজনীয় বুলিয়েই ধৰিছ ?

মাধৱ : নাই ধৰা। কিন্তু তেনেকৈ অহা-যোৱা কৰি থাকিলে মোৰ বহুতো কাম পেলাই থ'ব লগা হয়। আকৌ মাৰ ওচৰলৈ আহিলেই মা অকল বিয়া বিয়াকৈয়ে বলিয়া হয়, সেই দেখি ওচৰ চাপিবলৈ সাহেই নকৰো।

যাদৱ : অকল মাই কিয়, বিয়াৰ কথা ময়ো ক'ম। তই অহো বলিয়াটোৰ দৰে অঘৰী হৈয়েই গোটেই জীৱন কটাব খুজিলেও আমি তেনে কৰিবলৈ তোক এৰি দিব নোৱাৰোঁ। আমি তোৰ বিয়াৰ বন্দবস্ত কৰিছোঁ, তই বিয়া কৰাব'ই লাগিব।

মাধৱ : তোমালোকে মই গম নোপোৱাকৈয়ে বন্দবস্ত কৰিছা যদি বৰ অন্যায় কৰিছা। যদি মই অবাধ্য হবলৈ বাধ্য হওঁ তেন্তে সি বৰ দুখৰ কথা হ'ব।

যাদৱ : অবাধ্য হবি কিয় ?

মাধৱ : যদি তোমালোকৰ বাছনি মোৰ আদৰ্শৰ বিৰোধী হয় ?

যাদৱ : থৈ দে তোৰ আদৰ্শ।

মাধৱ : আনে তেনে কথা ক'লে আচৰিত নামানো। কিন্তু তুমি লৰাকালিৰে পৰা মোৰ আদৰ্শ আৰু জীৱনৰ ব্ৰত কি তাক ভালকৈ জানিও এনে কথা কোৱা নে দাদা ?

যাদৱ : তোৰ সেই ব্ৰত-ত্ৰত এৰিব লাগিব।

মাধৱ : কিন্তু মোৰ জীৱনীশক্তি আছে মোৰ ব্ৰতৰ মাজত। ব্ৰত এৰা আৰু মোৰ অস্তিত্ব বিলোপ কৰা দুয়োটা একে কথা।

যাদৱ : বাক সেইটো থাওক। মই জানিব খোজোঁ তই চিৰকুমাৰ হৈ থাকিব খুজিছ নে কেতিয়াবা বিয়া কৰাবৰ মন আছে ?

মাধৱ : মই সেই বিষয়ে ভবাই নাই। তথাপি ইয়াকে ক'ব পাৰোঁ যে যদি কেতিয়াবা তৰুণীৰ দ্বাৰা মোৰ ব্ৰত উদ্‌যাপনত সাহায্য হ'ব বুলি মোৰ অন্তৰত বিশ্বাস জন্মে আৰু তেৰোঁ মোৰ দৰে জীৱন-যাপন কৰিবলৈ কৃতসঙ্কল্প হয়, তেন্তে বিয়া কৰালেও কৰাব পাৰোঁ। নহলে এতিয়াৰ দৰেই অকলৈ মোৰ কাম কৰি গৈ থাকিম।

যাদৱ : মই শুনিছিলোঁ প্ৰতিমা নে কি নামেৰে এজনীক তই তোৰ লগৰীয়া কৰি লৈছিলি। সেই বিষয়ে মই বহুতৰ পৰা বহুতো চিঠিও পাইছিলোঁ। তাইকে বিয়া কৰাব খুজিছ নে কি ?

মাধৱ : নাই খোজা। সঁচা, কিছুমান দিন মই তেওঁৰ অভিভাৱক আছিলোঁ আৰু তেওঁক অধঃপতনৰ পৰা ৰক্ষা কৰিবলৈ যত্ন কৰিছিলোঁ। সেই কালত মোৰ নিৰ্দ্দেশমতে তেওঁ দেশৰ নিমিত্তে মঙ্গলজনক এটা অনুষ্ঠানো গঢ়ি তুলিছিল। বৰ্ত্তমান তেওঁ কংগ্ৰেচপন্থী, মোৰ কাৰ্য্যৰ লগত এতিয়া তেওঁৰ কোনো সম্পৰ্ক নাই। তেওঁৰ লগত মোৰ সম্পৰ্ক আছিল গুৰু-শিষ্যৰ সম্পৰ্কৰ দৰে।

কলুষিত মনৰ কিছুমান মানুহে তাক আন প্ৰকাৰে বাখ্যা কৰিব পাৰে, কিন্তু মই আশা কৰোঁ, তুমি তেনে কথা পতিওৱা নাই।

যাদৱ : মই নপতিয়ালেও মাজে মাজে সন্দেহ নজন্মাকৈ থকা নাছিল। কিন্তু এতিয়া সেই সন্দেহ নাই।

মাধৱ : কিয় ?

যাদৱ : কিয় ক'ম। তাৰ আগতে আৰু এটা কথা সোধোঁ—তই ৰায় চাহাব জগদানন্দ বৰকাকতীৰ সহযোগী হৈ কিছুমান দিন কাম কৰিছিলি ?

মাধৱ : কৰিছিলোঁ ;—এবছৰ।

যাদৱ : তেওঁৰ ঘৰ-দুৱাৰ, পৰিয়ালৰ মানুহ, সমাজত তেওঁৰ ঠাই, তেওঁৰ ধন-সম্পত্তি আদিৰ বিষয়ে তোৰ নজনা কথা বোধ কৰোঁ একো নাই।

মাধৱ : নাই।

যাদৱ : তেওঁৰ সুমলীয়া ছোৱালীজনী কেনেকুৱা ?

মাধৱ : বৰ ধুনীয়া ছোৱালী ; এইবাৰ মেট্ৰিক্যুলেশ্বন পৰীক্ষা দিছে। প্ৰথম বিভাগত পাছ হোৱাৰ আশা আছে বুলি কৈছে।

যাদৱ : ধৰ সেইজনী ছোৱালীকে যদি তোলৈ ঠিক কৰোঁ তাত তোৰ কিবা আপত্তি আছে নে ?

মাধৱ : আছে।

যাদৱ : কিয় ? তোৰ মতেই দেখোন ছোৱালীজনী ৰূপে-গুণে উপযুক্ত।

মাধৱ : কিন্তু মই যে তেওঁৰ নিমিত্তে অনুপযুক্ত।

যাদৱ : কেনেকৈ ? ৰায় চাহাবে দেখোন নিজে মোলৈ এই প্ৰস্তাৱ কৰিছে। প্ৰতিমাৰ সম্পৰ্কে ওলোৱা কথাবোৰ যে মিছা এই প্ৰস্তাৱ পোৱাতহে মই সঠিককৈ বুজিব পাৰিছোঁ। কিয়নো ৰায় চাহাবৰ নিচিনা মানুহে তাৰ সত্যতাৰ বিষয়ে সামান্য প্ৰমাণ পোৱা হ'লেও এই প্ৰস্তাৱ নকৰে।

মাধৱ : ৰায় চাহাবৰ মতে মই উপযুক্ত হ'ব পাৰোঁ, কিন্তু মোৰ উপযুক্ততাৰ কথা মোতকৈ আনে বেছিকৈ জানিব নোৱাৰে।

যাদৱ : তই নো বাৰু অনুপযুক্ত হলি কেনেকৈ ?

মাধৱ : ৰায় চাহাবৰ ছোৱালীৰ ৰূপ-গুণৰ লগতে আৰু কিছুমান বৈশিষ্ট্য আছে যি মোৰ জীৱনৰ লগত খাপ নাখায়। তেওঁলোকে নিজৰ ভাত-মুঠি আৰু চাহ-টোপাৰ নিমিত্তেও নিৰ্ভৰ কৰে "ঠাকুৰ" চাকৰৰ ওপৰত ; গা ধুই তিয়নিখন নিজ হাতে মেলি দিয়াটো অপমানজনক বুলি ভাবে, মটৰ নহলে ওচৰচুবুৰীয়াৰ ঘৰলৈকো যাব নোৱাৰে। মোৰ ঘৰত যে এইবোৰ সুবিধা নাপায় সি ঠিৰাং। তাৰ ফলত দুয়োৰে জীৱন দুৰ্ব্বহ হৈ উঠিব। এনে বিবাহৰ ফলত দুই এজনৰ অকাল মৃত্যু হোৱাও দেখা গৈছে।

যাদৱ : তেনেহলে তোৰ বিয়াৰ আশা এৰিব লগাতেই পৰিল। ৰায় চাহাবৰ প্ৰস্তাৱত মাই বৰ আনন্দ পাইছিল, ময়ো ভাবি-

ছিলোঁ কুল, বংশ-গৌৰৱ অৱস্থা, ছোৱালীৰ ৰূপ-গুণ সকলো অনুকুল যেতিয়া ইয়াত কোনো আপত্তি নোলায়। ৰায় চাহাবেও বৰকৈ আশা কৰিছিল। তেওঁ প্ৰস্তাবটো তোৰ ওচৰতেই কৰিলেহেতেন কিন্তু তই কিজানি চিৰকুমাৰ হৈ থাকিবলৈকে মন কৰিছ, আৰু সেয়ে হলে তেওঁৰ প্ৰস্তাব মুখৰ আগতে প্ৰত্যাখ্যান কৰিবি—এই বুলিহে মোলৈ লিখিছে। মই চিঠিতেই এই কথা লিখিলোঁহেতেন, কিন্তু আগে পিচে এনে প্ৰস্তাবৰ যি উত্তৰ পাওঁ তাক মনত পেলাই নিলিখি মাতি পঠাইছিলোঁ। কিন্তু তোৰ যি সিদ্ধান্ত পালোঁ, নম্ৰতা হলেও চলিলহেতেন। পিচে এটা কথা। তই বিয়া নকৰালে মাৰ মনত বৰ দুখ দিয়া হ'ব।

মাধৱৰ মাকে যদিও কথা-বতৰাত যোগ দিয়া নাছিল, তথাপি সকলো কথা পাটীত পৰি থকাৰ পৰাই শুনি আছিল। এতিয়া লাহেকৈ ক'লে,—"তই আৰু ইবোৰ-সিবোৰ নকৰিবি বোপাই! মই বুঢ়ী মানুহ, আৰু নো কেই দিন জীম। তোৰ বিয়াখন চাই যাবলৈ নাপালে মনৰ আশা মনতে মাৰ যাব।"

মাধৱে ক'লে,—"মা, যদি তুমি মোক আদেশ দিয়া, তেন্তে তোমাৰ সন্তোষৰ নিমিত্তে মাথোন মই এই বিয়া কৰাব লাগিব। তাৰ ফলত বিয়াৰ দিনা তুমি ৰং পাবা, কিন্তু আন দুটা প্ৰাণীৰ হয়তো জীৱনেই ব্যৰ্থ হৈ যাব। বিবাহৰ আনন্দ তুমি ভোগ কৰিবা এদিন আৰু তাৰ বিষফল আমি ভোগ কৰিব লাগিব গোটেই জীৱন। এয়েই তোমাৰ ইচ্ছা নে?"

মাক নিমাত হ'ল। কিছু সময় নীৰৱে থাকি ক'লে,—"তোৰ সুখ হওক, সন্তোষ হওক ইয়াকে সদায় কামনা কৰিছোঁ আৰু ঈশ্বৰকো খাটিছোঁ। তোক দুখ দি মই আনন্দ কৰিম নে? কৰ তোৰ যি ইচ্ছা। মই আৰু একো নকওঁ। তোৰ সুখ-সন্তোষ উভৈনদী হওক, এয়ে মোৰ আশীৰ্ব্বাদ!"

মাকৰ সমিধান পাই মাধৱৰ মুখলৈ পানী আহিল। যাদৱেও আৰু একো নকলে।

তেতিয়া ৰাতিও ভালেখিনি হৈছিল। কথা-বতৰা সামৰি সকলোটিয়ে নিজ নিজ শয্যা গ্ৰহণ কৰিলে।

# একবিংশ অধ্যায়

## বনুৱা-গাওঁ

তৃতীয় দিনা ককায়েকৰ মটৰতে চাহিবামৰে সৈতে মাধৱ আগতে কৈ অহা বনুৱা-বস্তিলৈ গ'ল। দহ মাইলতে মটৰ ৰাখি তাতে জোপা সোলোকাই থৈ দুয়ো শুদা ভৰিৰে খোজ ল'লে আৰু বোকা-পানী গচকি বৰ কষ্টৰে নিৰ্দ্দিষ্ট ঠাই পালে গৈ।

গাওঁখনত চল্লিশ কি পঞ্চাশ ঘৰমান মানুহ আছে। প্ৰায় সকলোৱেই বাগিচাৰ পৰা ওলোৱা বনুৱা। সিহঁতৰ বৰণ ক'লা, ক'ৰবাত হে দুই এটা অলপ মিঠাবৰণীয়া মানুহ দেখা যায়। সাজ-পাৰ অসমীয়া পাৰ্ব্বতীয়া মানুহেৰে প্ৰায়ে মিলে। থকা ঠাইবোৰ লেতেৰা আৰু ঘৰবোৰো সৰু সৰু। তাৰ মাজতে অলপ দুই এজনৰ অৱস্থা কিছু ভাল। সেই ঠাইত সিহঁতে বাৰী পথা ভেৰকুৰি বহুৱমান হৈছে, বাৰীত কাঠ-বাঁহ, আম-কঠাল, কল-কুঁহিয়াৰ

আদি যথেষ্ট আছে। সময়োপযোগী খেতিও কৰে। কিন্তু কপিত মাটি সকলোৰে নাই। কোনোৱে দিন-হাজিৰা কাম কৰে; কোনোৱে অৱস্থাপন্ন অসমীয়াৰ ঘৰত হাল বায়; কোনোৱে লোকৰ মাটি আধি বোৱে। যিবিলাকৰ নিজা কপিত মাটি আছে সিহঁতে নিজৰ মাটিতে খেতি কৰে আৰু সৰহীয়া মাটি থকাবিলাকে আনকো সেই কামত লগায়। তিৰুতা-বিলাকেও মতাৰ অৱস্থা-অনুযায়ী নিজৰ বা পৰৰ ঘৰত কাম কৰি জীৱিকা উলিয়ায়। সামাজিক নিয়ম-প্ৰণালী সিহঁতৰ মাজত বৰ টিলা, বিশেষকৈ বেছি দুখীয়াবিলাকৰ মাজত। একোজনী তিৰুতা গিৰীয়েক জীয়াই থাকোঁতেই আন এটালৈ গুচি যায়। মতায়ো যে তেনে নকৰে এনে নহয়। সদায় নহলেও সপ্তাহত দুই-এদিন লাও-পানী খোৱা অভ্যাস বহুতৰেই আছে। গোটেই গাৱঁত মাত্ৰ ছটা লৰাই আখৰ চিনে; তাৰে এটা মাথোন প্ৰাইমাৰী পাছ, দুই-এটা ইংৰাজী শব্দও জানে। ওচৰত কোনো স্কুল নাই, দূৰৈৰ স্কুল-লৈকো বাট-পথৰ অসুবিধাৰ কাৰণে সৰু লৰা-ছোৱালী যাব নোৱাৰে।

গাওঁখনৰ ভিতৰত গাওঁবুঢ়াৰ ঘৰখনেই কিছু উন্নত। থকা ঘৰ কেইটা আনতকৈ ডাঙৰ, ভঁৰাল-টোও সৰু নহয়। এটা চৰা ঘৰো আছে। প্ৰাইমাৰী পাছ কৰা লৰাটো তেওঁৰে পুতেক।

গাওঁবুঢ়াৰ ঘৰৰ আগতে সভাৰ ঠাই ঠিক কৰা হৈছিল আৰু মতাই মাইকীয়ে গাৱঁৰ সৰহ ভাগ মানুহেই গোট খাইছিল। এদল মানুহে আধা মাইলমান আগবঢ়াই নিছিল। তেওঁ গৈ সভাস্থল পোৱাৰ লগে লগে সকলোৱেই জয়ধ্বনি কৰি উঠিল।

প্ৰথমতে হাবিৰামে মাধৱৰ পৰিচয় দি ক'লে,—"এখেত নিজে উকীল, ককাইদেৱেক হাকিম, ঘৰৰ অৱস্থাও ভাল। ইচ্ছা কৰা হ'লে এখেতে মাটিত ভৰি নিদিয়াকৈ মহাসুখে খাই-লৈ থাকিব পাৰিলেহেতেন। কিন্তু এখেতে ৰুগীয়া-দুখীয়াৰ মঙ্গলৰ নিমিত্তে, পিচ পৰি থকা মানুহক আগলৈ আনিবৰ নিমিত্তে নিজৰ সুখলৈ পিঠি দিছে, তোমালোকৰ দুৰৱস্থাৰ কথা শুনিয়েই এখেতে বোকা-পানী ভাঙি তোমালোকক সহায় কৰিবলৈ আহিছে। আন কোনোবা ডাঙৰ মানুহ এনেকৈ কেতিয়াবা অহা দেখিছা জানো? সেই কাৰণে তোমালোক যদি ভাল হ'ব খোজা এখেতে কি কয় ভালকৈ শুনিবা আৰু মনত ৰাখিবা।"

তাৰ পাচত মাধৱ উঠিল; প্ৰথমতে আন গাৱঁৰ তুলনাত সেই গাওঁ কিমান পিচ পৰা তাক তুলনা কৰি দেখুৱাই কেনেকৈ তাৰ উন্নতি কৰিব পাৰি তাৰ আলোচনাত ধৰিলে। গাৱঁৰ অৱস্থা উন্নত কৰিবলৈ, বাট-পদূলি, খোৱা পানীৰ সুব্যৱস্থাৰ নিমিত্তে বোৰ্ডৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ জ্বৰ-নৰিয়াত সুচিকিৎসা পাবলৈ আৰু অসমীয়া সমাজত আনৰে সৈতে সমান অধিকাৰ দাবী কৰিবলৈ প্ৰথমতে যে শিক্ষা লাগিব আৰু তাকে কৰিবলৈ হলে আনৰ হাত-মুখলৈ চাই নাথাকি নিজৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব তাক নানা যুক্তিৰে তেওঁ গাজত লাগি যোৱাকৈ সকলোৰে আগত দাঙি ধৰিলে। প্ৰত্যেকটো কথা ফঁহিয়াই ফঁহিয়াই বুজাই দিওঁতে তেওঁৰ এঘণ্টামান সময় লাগিল। বক্তৃতাৰ শেষত ৰাইজৰ মতামত সুধিলত সকলোৱে স্কুল পাতিবলৈ একবাক্যে স্বীকাৰ কৰিলে।

সভাত এইটো স্থিৰ হ'ল যে, সম্প্ৰতি স্কুল গাওঁবুঢ়াৰ চ'ৰা-ঘৰত বহিব। যি বোৰ লৰাৰ বাতি-পুৱা আজৰি আছে সেই বিলাকে পুৱা বেলা আৰু

যাৰ দিনত আজৰি নাই সেইবোৰে ৰাতি পঢ়িব। ইচ্ছা কৰিলে ৰাতিৰ স্কুলত ডেকা-বুঢ়ায়ো পঢ়িব পাৰিব। ইফালে ইয়াৰ ভিতৰতে স্কুলঘৰ সজাৰ আয়োজনো চলি থাকিব, পাৰিলে কিছু চান্দাও আদায় কৰিব লাগিব খৰালি খেৰ-ইকৰা কাটি আনি স্কুলৰ কাম সম্পূৰ্ণ কৰিব লাগিব।

পণ্ডিতৰ সম্পৰ্কে এয়ে স্থিৰ হ'ল যে তেওঁ কোনো দৰমহা নাপায়; কিন্তু নিচেই দুখীয়াবিলাকৰ বাহিৰে বাকী-বোৰে ঘৰমূৰি দিনো একোটা সিধা দিব। এনেতে গাওঁবুঢ়াই ক'লে,—"এবছৰ পণ্ডিতক মই খুৱাম। মোৰ ঘৰতে থাকিবও পাৰিব। মোৰ ভঁৰালত ধান আছে, বাৰীত শাক-পাচলি, বেঙেনা-জলকীয়া আছে, গোহালিত গাই আছে, সৌ ওচৰৰ বিলত মাৰিলেই মাছ পাওঁ। আৰু নো কি লাগিছে! লোণ-তেলকণ হে কিনিব লাগিব। তাত নো কিমান খৰচ পৰিব!"

গাওঁবুঢ়াক ধন্যবাদ দি সকলোৱে সেই প্ৰস্তাব গ্ৰহণ কৰিলে।

স্কুল সম্পৰ্কীয় সকলো নিয়ম-প্ৰণালী মাধৱৰ লগত পৰামৰ্শ কৰি আগেয়ে হাবিৰামে প্ৰস্তুত কৰি ৰাখিছিল। এতিয়া তেওঁ সেই বোৰ সভাত পঢ়ি শুনালে আৰু সকলোৱে তাক গ্ৰহণ কৰিলে।

সকলো কাম হৈ যোৱাত মাধৱে ক'লে,—"আপোনালোকৰ উৎসাহ, উদ্যম দেখি মই সন্তোষ পাইছোঁ আৰু এই উৎসাহ সদায় থাকিব বুলি আশা কৰিছোঁ। এতিয়া স্কুল অতি সাধাৰণ ভাবে আৰম্ভ হ'ব। তাক গঢ়ি তোলাৰ ভাৰ আপোনা-লোকৰ ওপৰত। কিন্তু হাতত অলপ টকা নাথা-কিলে সাধাৰণ ভাবে আৰম্ভ কৰাও সম্ভৱ নহয়। সেই কাৰণে মই এই পঞ্চাশ টকা আগ বঢ়ালো।"

এতিয়ালৈকে বাইজৰ পৰা টকা নিবলৈ কোনোৰা আহিলেও, দিবলৈ কোনো অহা নাছিল। আজি মাধৱৰ পৰা টকা কেইটা পাই তেওঁলোকৰ আনন্দৰ পাৰ নোহোৱা হ'ল। মাধৱক কান্ধতে ল'ব নে মূৰতে তুলিব ঠিক কৰিব নোৱৰা হ'ল।

টকাকেইটা গাওঁবুঢ়াৰ হাতত দি হাবিৰামে ক'লে,—"স্কুলৰ কিতাপ-পত্ৰ, বহী, দোৱাত-কলম আদি কিছুমান বস্তু লাগিব। মই সেইবোৰ কালি-লৈকে যোগাৰ কৰি লৈ পৰহিলৈ আহিম। চ'ঠা দিনাৰ পৰা স্কুল আৰম্ভ হ'ব। সকলো সাজু হৈ থাকিবা।"

মাধৱে ক'লে,—"আজিৰ কাৰ্য্য শেষ হ'ল। মই আশা কৰোঁ আকৌ যেতিয়া মই ইয়ালৈ আহিম তেতিয়া যেন আজিৰ অভাব-অভিযোগ নাথাকে; বাট-পদূলি, ঘৰ-দুৱাৰ ইয়াতকৈ ভাল হয়; প্ৰত্যেক ঘৰৰ লৰা-ছোৱালীয়ে যেন লিখিব পঢ়িব পাৰে।"

সভা ভঙ্গ হ'ল। মাধৱ আৰু হাবিৰামৰ লগে লগে বাইজো বহুত দূৰৈলৈকে আগ বঢ়াবলৈ আহিল। কিছুমান একেবাৰেই তেওঁলোকক মটৰত তুলি থৈ হে ঘূৰিল।

আহোঁতে বাটত মাধৱে হাবিৰামক ক'লে,—"ঘৰটো সাজি স্কুলখন ঠিক লাগোৱা হ'লেই এটা নামঘৰ সাজিবলৈ যো-জা কৰিব। তাত নিয়মমতে নাম-কীৰ্ত্তন হ'ব লাগিব। পাৰিলে গায়ন বায়ন আনি নাচ আৰু ভাওনাৰো শিক্ষা দিব পাৰিলে ভাল। সামাজিক সংস্কাৰলৈকো চকু দিব লাগে, কিন্তু সেই বিষয়ে কঠোৰতা বৰ্জ্জন কৰিব। যেনে সিহঁতে কুকুৰা পুহি দুপইচা উপাৰ্জ্জন কৰে; তাত বাধা দিব নালাগে। লাওপানী একেবাৰেলৈ বন্ধ

কৰিব লাগে। তাকে বুজনি দি; শাস্তি দি নহয়। মুঠতে মানুহবিলাক এনেকৈ গঢ়িব লাগে যাতে সিহঁতে নিজে বিবেচনা কৰি বেয়া অভ্যাস এৰি দিয়ে। কোনো বিষয়ে অসুবিধাত পৰিলে মোলৈ লিখিব। মই যি হয় পৰামৰ্শ দিবলৈ সাজু থাকিম। প্ৰয়োজন দেখিলে আহিবও পাৰোঁ।"

হাবিৰামে মাধৱৰ কথাত বৰ আনন্দ পালে আৰু তেওঁক ভক্তিভৰা কৃতজ্ঞতা জনালে।

সেই দিনা ৰাতি মাধৱ ডিব্ৰুগড়তে থাকিল। পিচ দিনা খাই বৈ মাক-ককায়েকহঁতক সেৱা-সৎকাৰ জনাই তেওঁ গুৱাহাটীমুৱা হ'ল।

# দ্বাবিংশ অধ্যায়

## অনুন্নতৰ মনোবৃত্তি

ওপৰত কোৱা ঘটনাৰ প্ৰায় এমাহৰ পিচৰ কথা। সেই দিনা মাধৱ এখন সভালৈ গৈছিল। সভা আবেলি বহিছিল আৰু প্ৰায় সন্ধ্যা লগাত হে ভাগিছিল। সভা ভগাৰ পাচত অলপ সময় নৈৰ দাঁতিত ফুৰি মাধৱ ঘৰলৈ উলটিল। ঘৰ পোৱাৰ লগে লগেই তেওঁৰ ঘৰৰ দুৱাৰ-মুখতে বহি থকা এগৰাকী মহিলা তেওঁৰ চকুত পৰিল। মাধৱ আচৰিত হ'ল। তেওঁৰ ঘৰত মহিলা! ই আকৌ কি ৰহস্য! তেওঁ ভিতৰলৈ সোমাই গ'ল; ওচৰ পাই দেখিলে মহিলাগৰাকী আন কোনো নহয়, প্ৰতিমা। তেওঁ অলপ পৰ থৰ লাগি থাকি ক'লে,—"তুমি! এনে ভাবে তুমি ওলালাহি ক'ৰ পৰা?"

প্ৰতিমা : ইয়াত অলপমান জৰুৰী কাম থকাত কোনো বাতৰি নিদিয়াকৈ আহিব লগাত পৰিলোঁ। দুই-তিন দিনতে কাম শেষ হ'ব। এই কেইদিন আপোনাৰ ঘৰতে আলহী থাকিম বুলি ভাবিছোঁ আন ঠাইতো থাকিব পাৰিলোঁহেতেন, কিন্তু য'তে-ত'তে থাকিবলৈ ভাল নালাগে। আশাকৰোঁ আপোনাৰ একো অসুবিধা নহয়।

মাধৱৰ মুখত অলপ বিৰক্তিৰ ভাবে দেখা দিলে। তেওঁ ক'লে,—"মই গম পোৱাৰ আগতে তুমি নিজে আলহী হলাই, এতিয়া সুবিধা-অসুবিধাৰ প্ৰশ্ন তোলা নিৰৰ্থক। পিচে অহা হ'ল কিমান পৰ?"

প্ৰতিমাই হাত-ঘৰীটোলৈ চাই ক'লে,—"প্ৰায় দুঘণ্টা। গা-পা ধুই চাহ-জলপান খাই আপোনালৈ বাট চাই আছোঁ। নহলে গধূলিতে এবাৰ কংগ্ৰেচ অফিচলৈ যাবৰ কথা আছিল। পিচে আজি আৰু নাযাওঁ, পলম হ'ল, ভাগৰো লাগিছে; কালিলৈ পুৱাতে যাম। আপুনি নো গৈছিল কলৈ?"

মাধৱ : মই এখন সভালৈ গৈছিলোঁ।

প্ৰতিমা : কিহৰ সভা?

মাধৱ : অনাচৰণীয়ক জলাচৰণীয় কৰাৰ সম্পৰ্কে।

প্ৰতিমা : সভাখন বোধকৰোঁ আপুনিয়েই আহ্বান কৰিছিল?

মাধৱ : নাই কৰা। মোৰ মতে এনে সভা-সমিতিত গ্ৰহণ কৰা প্ৰস্তাবৰ মূল্য বৰ বেছি নহয়। বহুত সময়ত সভা ভগাৰ লগে লগে তাৰ প্ৰেতকাৰ্য্য সমাধা হয়।

প্ৰতিমা : তেনেহলে সভাখননো কোনে পাতিছিল?

মাধৱ : ব্ৰহ্ম-সমাজে।

প্ৰতিমা : আও! ব্ৰহ্মসমাজ আজি-কালি ইমান উদাৰ হ'ল নে?

মাধৱ : তেওঁলোকে নিজ ইচ্ছামতে পতা নাছিল। আচল কথা হৈছে কোনো কোনো সম্প্ৰদায়ৰ মানুহে জলাচৰণীয় হ'বলৈ অনুমতি পাবৰ কাৰণে ব্ৰহ্ম-সমাজৰ ওচৰত আবেদন কৰিছিল। ব্ৰহ্মসমাজে তাৰ বিচাৰৰ ভাৰ অকলৈ ন'লৈ, সকলো জাত আৰু সম্প্ৰদায়ৰ মানুহক মাতি এই সভা পাতিছিল। মোৰ যোৱাৰ কথাই নাছিল, পিচে সম্পাদকজনে টানি ধৰাত গলোঁ।

প্ৰতিমা : কিয়? আপুনি দেখোন নিজে এনে চেষ্টা সদায় কৰিব লাগিছে। তেনেস্থলত যোগ দিব নোখোজাৰ কাৰণ কি?

মাধৱ : মোৰ উদ্দেশ্য একে হ'ব পাৰে, কিন্তু কাৰ্য্য-প্ৰণালী একে নহয়! তুমি তো জানাই এনে বিষয়ত মোৰ নীতি কি। মই নিচেই সৰু কালৰে পৰা বিশ্বাস কৰি আহিছোঁ যে আবেদন-নিবেদনেৰে দুৰ্ব্বল মানুহে অতি সামান্য কিবা লাভ কৰিব পাৰিলেও ন্যায্য প্ৰাপ্য কেতিয়াও আদায় কৰিব নোৱাৰে। সেই দেখিয়েই মই যিবোৰ অনুন্নত সমাজত সোমাইছোঁ, সেইবোৰক শিকাই আহিছোঁ স্বকীয়া-ভাবে নিজৰ সমাজ গঢ়ি তুলিবলৈ, নিজৰ মাজত শিক্ষা-বিস্তাৰ কৰিবলৈ আৰু যিবিলাকে তেওঁলোকক আন্ধাৰতে হেঁচা মাৰি ধৰি ৰাখিবলৈ চেষ্টা কৰিছে তেওঁলোকৰ লগত অসহযোগ কৰিবলৈ। যেতিয়া তেওঁলোকে এনেদৰে নিজৰ সম্প্ৰদায়টোক উন্নত কৰি তুলি আত্মনিৰ্ভৰশীল কৰিব পাৰিব, তেতিয়া উন্নত সমাজে নিজে আহি তেওঁলোকক লগৰীয়া কৰি ল'বলৈ বাধ্য হ'ব।

প্ৰতিমা : কিন্তু কংগ্ৰেচে এনে বিষয়ত অসহযোগ কৰিবলৈ কোৱা নাই।

মাধৱ : কৈছে নে নাই, মই ক'ব নোৱাৰোঁ। যদি কোৱা নাই কংগ্ৰেচৰ অসহযোগ-নীতি ঠিক থকা নাই। কংগ্ৰেচে অসহ-যোগ কৰিছে কেলেই? কাৰণ বৰ্ত্তমান ভাৰতবৰ্ষ অনুন্নত, আভ্যন্তৰিক অৱস্থা শোচনীয়। এনে অৱস্থাত আবেদন-নিবেদনেৰে, নাইবা প্ৰভুৰ প্ৰতি ভৃত্যৰ যেনে সহযোগিতা তেনে সহযোগিতাৰে কেতিয়াও উন্নতি লাভ কৰিব নোৱাৰে। এফালে আত্মাভিমানী শাসক-সম্প্ৰদায়ৰ লগত সহযোগিতা বৰ্জ্জন কৰি, আন-ফালে ভিতৰুৱা দুৰ্ব্বলতাবোৰ গুচাই যদি ভাৰতবাসী কেতিয়াবা আত্ম-নিৰ্ভৰশীল, আত্মমৰ্যাদাসম্পন্ন উন্নত জাতিৰ শাৰীলৈ উঠিব পাৰে, তেন্তে শাসক সম্প্ৰদায়ে ভাৰতক তেওঁলোকৰ সমান অধিকাৰ নিদিয়াকৈ থাকিব নোৱাৰিব। ৰাজনৈতিক বিষয়ত যিটো সত্য, সামাজিক বিষয়তো সি সত্য ন'হৈ নোৱাৰে।

প্ৰতিমা : পিচে সভাত কি সিদ্ধান্ত হ'ল?

মাধৱ : সিদ্ধান্ত নো কি হ'ব? প্ৰত্যেক সম্প্ৰ-দায়ৰ আবেদনকাৰীসকলৰ মত যে, তেওঁলোকক উন্নত সম্প্ৰদায়ৰ লগত ঠাই দিব লাগে, কিন্তু তেওঁলোকে তেওঁ-

লোকতকৈ অনুন্নত সকলক তেওঁলোকৰ সমাজত মিহলি হ'বলৈ দিব নোৱাৰে। সিবিলাক অস্পৃশ্য হৈয়েই থাকিব লাগিব। মই আগেয়ে নামাতোঁ বুলিয়েই আছিলোঁ, কিন্তু যেতিয়া সভাপতিয়ে মোৰ মতামত সুধিলে মই মাতিবলৈ বাধ্য হলোঁ। মই কলো,--"আবেদনকাৰীসকলৰ মনোবৃত্তিৰ মই শলাগ ল'ব নোৱাৰিলোঁ। তেওঁলোকৰ উদ্দেশ্য তেওঁলোকৰ ওপৰ ফালে থকা ঢাপটো ভাঙি দি, সেই ফালে যিমান দূৰলৈকে ইচ্ছা তেওঁলোকক মহটিয়াই ফুৰিবলৈ দিব লাগে, কিন্তু নামফালৰ ঢাপটো আগতকৈও ওখকৈ মাৰিব লাগে যাতে সেইফালৰপৰা কোনো লোক তেওঁলোকৰ বাৰীত সোমাব নোৱাৰে। মই এনে প্ৰস্তাব সমৰ্থন কৰিব নোৱাৰোঁ, বৰং তাৰ বিৰোধিতা কৰোঁ। মোৰ মতে হিন্দুৰ নীতি-নিয়ম পূৰাকৈ মানি চলা সকলো অনাচৰণীয় লোক আজিৰ পৰা জলাচৰণীয় হওক—এয়ে হ'ব লাগে প্ৰস্তাব।" প্ৰস্তাবটো যদিও মই যথাৰীতি দাঙি ধৰা নাছিলোঁ, তথাপি এজন ব্ৰাহ্মণে তাক সমৰ্থন কৰিলে। এনেতে আবেদনকাৰীসকলৰ এজন উঠি ক'লে,—"প্ৰস্তাবটোৰ মই প্ৰতিবাদ কৰোঁ। আমি আবেদন কৰিছোঁ, প্ৰস্তাবটো অকল আমাৰ বিষয়ে কৰিব লাগে। আমাক গোসাঁয়ে পৰাচিত কৰি জলাচৰণীয় কৰি গৈছে আৰু আগৰে পৰা আমাৰ লগত একে সম্প্ৰদায়ভুক্ত হৈ থকা যিবোৰ এতিয়া বাদ পৰিছে, তেওঁলোকৰ লগত সকলো সম্পৰ্ক ৰহিত কৰিবলৈ আদেশ দিছে। এতিয়া এই প্ৰস্তাব গ্ৰহণ কৰিলে আমি তেওঁলোকৰ লগতো খাব লগাত পৰিম। তেতিয়া হ'লে আমাৰ পৰাচিতৰ ধনখিনি এনেয়ে গ'ল। সেই কাৰণে অকল আমাৰ সম্প্ৰদায়টো জলাচৰণীয় কৰাৰ প্ৰস্তাব দিয়ক।"

অন্যান্য সম্প্ৰদায়ৰ পৰাও তেনে প্ৰতিবাদ হ'ল। কোৱা বাহুল্য যে, সভাত উচ্চবৰ্ণৰ লোকৰ উপস্থিতি বৰ কম আছিল, কিন্তু অৱনত সম্প্ৰদায়ৰ লোকেৰে সভাস্থল পৰিপূৰ্ণ হৈছিল। তেওঁলোকৰ প্ৰত্যেক দলেই নিজৰ দলটোক ওখ শাৰীলৈ নি আন দলবিলাকক তলত পেলাই ৰখাৰ পক্ষপাতী। তৰ্কবিতৰ্কত কোনো দলৰ ভিতৰত হতাহতি হবৰেই উপক্ৰম হ'ল। অৱস্থা দেখি সভাপতিয়ে ক'লে—"আবেদনকাৰীসকলে সম্মিলিত ভাবে দাবী নকৰিলে আমি একো কৰিব নোৱাৰোঁ। সভাৰ প্ৰস্তাব আজিলৈ দাঙি ধৰাতে থাকক। যিদিনা আপোনালোকে পৰস্পৰৰ মাজত থকা অস্পৃশ্যতা আৰু ঘৃণাভাব দূৰ কৰি মিলিব পাৰিব, সেইদিনাই আপোনালোকৰ আবেদন গ্ৰাহ্য হ'ব অৰ্থাৎ গ্ৰহণ কৰিবলৈ আমাক বাধ্য কৰিব পাৰিব। আজি আপোনালোক যি ভাবে আগ বাঢ়িছে, শেহত ইয়াৰ ফল শুভ নহৈ অশুভ হোৱাৰেই সম্ভাবনা বেছি। সেই কাৰণে আজিৰ সভাৰ ইমানতে মই সামৰণি মাৰিলোঁ।"

প্ৰস্তাৱৰ কোনো মীমাংসা নকৰাকৈয়ে সভাপতিয়ে সভা ভঙ্গ কৰিলে আৰু আমিও ঘৰাঘৰি গুচি আহিলোঁ।

প্ৰতিমা : এই ব্ৰহ্ম-সমাজৰ নীতি দেখিছোঁ বৃটিছ গবৰ্ণমেণ্টৰ নীতিৰেই পুনৰাবৃত্তি। এই সমাজৰ বৰমূৰীয়া বামুণ-গোঁসায়েই একোটা জাতৰ মানুহক ভাগ ভাগ কৰি ডাঙৰ-সৰু পাতিছে, আকৌ সামাজিক অধিকাৰ লাভৰ নিমিত্তে তেওঁলোকৰ মিলা-প্ৰীতি বিচাৰিছে। সেই কাৰণে মই কওঁ সকলো মানুহেই কংগ্ৰেচত যোগ দিয়া উচিত, সেয়ে হ'লে আপোনা-আপুনি ইয়াৰ মীমাংসা হৈ যাব।

মাধৱ : কেতিয়াও নহয়।

প্ৰতিমা : আপুনি কংগ্ৰেচ কেম্পলৈ যোৱা নাই। যোৱা হ'লেই মোৰ কথাৰ সত্যতা বুজিলেহেতেন তাত জাত-কুলৰ বিচাৰেই নাই।

মাধৱ : কেম্পত নাথাকিব পাৰে, কিন্তু ঘৰত আছে। স্কুল-কলেজত পঢ়া লৰাবো বোৰ্ডিঙত বা হোটেলত খাওঁতে একো বাছ-বিচাৰ নাথাকে, কিন্তু ঘৰ পোৱামাত্ৰেই সেই লৰায়েই ঘকুৱা নৈষ্টিকতা ৰোল অনা সাবটি ধৰে। আন কি, এজন সুবিখ্যাত অসমীয়া ব্ৰাহ্মণে পঢ়া কালিতে খৃষ্টান ধৰ্ম্ম গ্ৰহণ কৰিও ঘৰলৈ আহি নৈষ্ঠিক ব্ৰাহ্মণ-সমাজৰ নেতৃত্ব কৰিছিল।

প্ৰতিমা : আপোনাৰ প্ৰণালীৰে জানো কৃতকাৰ্য্য হ'ব পাৰিছে ?

মাধৱ : মোৰ কৃতকাৰ্য্যতা বহুত দূৰত। সকলো বিষয়তে মোৰ চেষ্টা পাতনি মাথোন। পাতনিত বিশেষ সুফল একো নেদেখিলেও লাগি থাকিব পাৰিলে কেতিয়াবা কিবা হ'ব বুলি মোৰ বিশ্বাস আছে। আৰু যদি কিবা হয় সি প্ৰকাণ্ড আৰু স্থায়ীভাৱেই হ'ব।

এনেতে চাকৰটোৱে ভাত খাবৰ হৈছে বুলি জনালে। তেতিয়া কথা-বতৰা এৰি হাত-ভৰি ধুই দুয়ো খাবলৈ গ'ল।

খোৱাৰ পাচত প্ৰতিমাৰ শোৱাৰ ব্যৱস্থা কৰি দিবলৈ লগুৱাটোক আদেশ দি মাধৱ দোকানলৈ গ'ল আৰু তাতে ৰাতিটো কটালে।

# ত্ৰয়োবিংশ অধ্যায়

## সহধৰ্ম্মিণী

পিচ দিনা চাহ খায়েই প্ৰতিমা ঘৰৰ পৰা ওলাল। দিনটো নানা ঠাইত ঘূৰি, অকল দিনৰ সাজেই নহয় ৰাতিৰ সাজো বাহিৰতে খাই দহমান বজাত মাধৱৰ ঘৰত শুবলৈ আহিল। মাধৱে তেওঁক বিশেষ একো নুসুধিলে আৰু আগ দিনাৰ দৰেই খাই-বৈ উঠি দোকানত শুবলৈ গ'ল। দ্বিতীয় দিনাৰ কাৰ্য্য প্ৰণালীও আগ দিনাৰ নিচিনাই।

তৃতীয় দিনা প্ৰতিমা যোৱাৰ কথা। সেই দিনা তেওঁ কলৈকো নোলাল। মাধৱৰ লগত তেওঁৰ নিজা কামৰ বিষয়ে দীঘলীয়াকৈ কথা পাতিয়েই বেছিখিনি সময় নিয়ালে। শেহত ক'লে,—"পিচে, আপুনি জানো

গোটেই জীৱন এনেকৈয়ে কটাব?”

মাধৱ : তাৰ মানে?

প্ৰতিমা : তাৰ মানে সদায় অকলশৰীয়া হৈয়েই থাকিব নে, কেতিয়াবা লগৰীয়াও বিচাৰিব?

মাধৱ : তুমি নো মোক অকলশৰীয়া দেখিলা কেতিয়া? দিনটোত কত ৰুগীয়া, কত ভিকহু, কত শিক্ষিত অশিক্ষিত লোক মোৰ লগৰীয়া হয়, তাৰ তুমি হিচাপ ৰাখিছা জানো?

প্ৰতিমা : মই তেনে লগৰীয়াৰ কথা কোৱা নাই। বাৰু, পোন-পটিয়েই কওঁ,—আপুনি বিয়া নকৰাই কিয়?

মাধৱ : মোৰ আকৌ বিয়া! মোক ছোৱালী দিব কোনে?

প্ৰতিমা : ইস্, হয়! কত মানুহে ছোৱালী দিবলৈ হামৰাও কাঢ়ি ফুৰিছে, মই যেন নাজানোহে!

মাধৱ : তেওঁলোকে জানে মই এজন বি, এল, ককাইদেউ হাকিম, পিতাৰ অৱস্থাও আছিল টনকিয়াল; গতিকে তেওঁ-লোকৰ ছোৱালী মোৰ লগত মহাসুখে থাকিব পাৰিব। মোৰ জীৱন-যাত্ৰাৰ বিষয়ে তেওঁলোকৰ কোনো ধাৰণাই নাই; থকা হ'লে কোনেও তেনে প্ৰস্তাব নকৰিলেহেতেন। প্ৰকৃত অৱস্থা বুজিলে মাক-মাপেকে দিব খুজিলেও কোনো শিক্ষিত ছোৱালী মোৰ সহধৰ্ম্মিণী হ'বলৈ নোলায়।

প্ৰতিম : কিয়?

মাধৱ : কাৰণ আজি-কালিৰ শিক্ষা-পোৱা যিবোৰ ছোৱালী দেখিছোঁ, তেওঁলোকৰ কোনেও মোৰ দৰে জীৱন নিৰ্ব্বাহ কৰিব নোখোজে, আৰু নোৱাৰেও। তেওঁলোকক লাগে মূল্যবান কাপোৰ-কানি, অলঙ্কাৰ-পাতি, স্নো, ক্ৰীম, পাউডাৰ, গ্ৰামোফোন, হাৰ্ম্মোনিয়ম; বেছি নহলেও সপ্তাহত দুবাৰকৈ চিনেমা চোৱাৰ খৰচ, আৰু, নিজাকৈয়ে হওক বা কেৰেয়ালৈকে হওক এখন মটৰ গাড়ীৰ ব্যৱস্থা; আৰু লাগে ভাত ৰান্ধি-বলৈ ঠাকুৰ, কাপোৰ ধুবলৈ ধোবা, চুৱা ধুবলৈ চাকৰ, কেচুৱা থাকিলে চাব-চিতিবলৈ আয়া বা বান্দী। লগতে নানাবিধ পেটেণ্ট ঔষধ আৰু ডাক্তৰৰ ঘন সমাগম অপৰিহাৰ্য্য। সেয়ে নহলে স্বাস্থ্যৰক্ষা নহয়। মুঠতে বৰ্ত্তমানৰ সকলোখিনি বিলাসিতা উপভোগ কৰি-বলৈ তেওঁলোকক ধন আৰু স্বাধীনতা লাগিব, উপাৰ্জ্জনৰ দায়িত্ব কিন্তু স্বামী বোলা প্ৰাণীটিৰ গাতে থাকিব লাগিব। মই যদি এনে এজনী ছোৱালী বিয়া কৰাওঁ, তেন্তে মোৰ লগত ভয়ানক অশান্তি ভোগ কৰিব নালাগিব নে? ইফালে মোৰ কামতো ব্যাঘাত নজন্মিব বুলি ক'ব পাৰিবা নে?

প্ৰতিমা : এইবোৰ আপোনাৰ কল্পনাহে। মোৰ মতে শিক্ষিতা ছোৱালীয়ে সহজে নিজক অৱস্থাৰ উপযোগীকৈ গঢ়ি ল'ব পাৰে।

মাধৱ : প্ৰকৃত শিক্ষা-পোৱাসকলে পাৰিব পাৰে,

কিন্তু বৰ্ত্তমান সময়ত শিক্ষাৰ প্ৰভাবটো ছোৱালীহঁতৰ ওপৰত যি ভাবে পৰা দেখিছো, কোনোবাই মোৰ লগত খাপ খোৱাকৈ নিজৰ জীৱন গঢ়ি ল'ব পাৰিব বুলি মই বিশ্বাস কৰিব নোৱাৰোঁ।

প্ৰতিমা : এইটো আপোনাৰ ভুল বুলিয়েই মই কওঁ। আপুনি ঠিক যেনেকৈ চলিবলৈ দিছিল, ময়ো জানো এসময়ত তেনেকৈ চলা নাছিলোঁ?

মাধৱ : হয়, এসময়ত চলিছিলা, কিন্তু বাধ্য-বাধকতাৰ ওপৰত। তাত আন্তৰিকতা নাছিল; সেই দেখি পিচত সি আমুৰালে আৰু তুমিও চলিব নোৱাৰা হ'লা। সেয়ে নোহোৱা হ'লে তুমি মোৰ শাসনৰ বান্ধৰ পৰা মুৰ-পোলোকা দি নাতৰিলাহেতেন।

প্ৰতিমাই মাত্ৰ এটা হুমুনিয়াহ কাঢ়িলে।

বেলৰ সময় চমু চপাত ইমানতে তেওঁলোকৰ কথা-বতৰা শেষ হ'ল। মাধৱৰ ভচৰত বিদায় লৈ টেক্সি এখনত উঠি প্ৰতিমা ষ্টেচনলৈ গ'ল।

# চতুৰ্বিংশ অধ্যায়

## বিয়াৰ বন্দবস্ত

মালবিকাৰ বয়স এতিয়া প্ৰায় কুৰি বছৰ। এই বয়সলৈকে তেওঁৰ বিবাহৰ কোনো আয়োজন নোহোৱাটো বহুতৰ মনত আচৰিত যেন লাগিব। লগাৰ কথাও। যি সমাজত গৌৰীদান কৰি পুণ্য অৰ্জ্জাৰ স্পৃহা অধিকভাগ লোকৰে আছে, যি সমাজত ৰজোদৰ্শনৰ পূৰ্ব্বে ছোৱালীৰ বিয়া নহলে সাত পুৰুষ নৰকলৈ যোৱাৰ বিভীষিকা আছে, যি সমাজত ছোৱালী কুৰিতে বুঢ়ী হয় বুলি ধাৰণা আছে, সেই সমাজত কুৰি বছৰীয়া আবিয়ৈ ছোৱালী থকাটো সঁচাকৈয়ে নোহোৱা-নোপজা কথা।

মালবিকাৰ এতিয়ালৈকে বিয়া নোহোৱাৰ অন্যান্য কাৰণ থাকিলেও প্ৰধান কাৰণ হৈছে তেওঁৰ জন্মগত। তেওঁৰ পিতাক মহেশ্বৰ বৰুৱা যদিও জাতত বামুণ, তেওঁৰ মাক সত্যৱতী দেবী কায়স্থ-কন্যা আছিল। সেই কাৰণে ব্ৰাহ্মণ পিতাৰ সন্তান হ'লেও, অসবৰ্ণ বিবাহৰ পৰা উৎপন্ন হোৱা মহেশ্বৰৰ লৰা-ছোৱালী-কেইটাক সমাজে ব্ৰাহ্মণ বুলি স্বীকাৰ নকৰিছিল। সেই কাৰণেই যদিও মালবিকাৰ ৰূপ-গুণত বহুতো মুগ্ধ হৈছিল, তথাপি সমাজৰ বান্ধ ছিঙি, তেওঁৰ পাণিগ্ৰহণ-কৰিবলৈ কোনো উপযুক্ত প্ৰাৰ্থী আগ বঢ়া নাছিল। যি দুই-এজন আগ বাঢ়িছিল, তেওঁলোকৰ আকৌ যোগ্যতাৰ অভাৱ। মহেশ্বৰে জাত-কুলৰ কথা ভবা নাছিল, ভাবিছিল বিদ্যা-বুদ্ধি, অৱস্থা আৰু স্বভাৱৰ কথা।

মহেশ্বৰে মালবিকাৰ বিয়াৰ নিমিত্তে বৰ বেছিকৈ চেষ্টাও কৰা নাছিল। তাৰ কাৰণ দুটা। এটা হৈছে, বিবাহৰ প্ৰতি মালবিকাৰ অনিচ্ছা, আৰু আনটো হৈছে, তেওঁৰ নিজৰ ব্যক্তিগত মত। তেওঁ ভাবিছিল যে সংসাৰৰ ভাৰ ল'বৰ উপযুক্ততা অৰ্জ্জন কৰাৰ আগতে গাৰ বলেৰে কাৰো কান্ধত সংসাৰৰ গধুৰ বোজা তুলি দিয়া উচিত নহয়। কিন্তু এতিয়া কুৰি বছৰত ভৰি দিয়া দেখি তেওঁ আৰু আগৰ দৰে নিৰ্ব্বিকাৰচিত্তে থাকিব নোৱাৰিলে। তেওঁ চাৰিও-ফালে বৰৰ অনুসন্ধান কৰিবলৈ ধৰিলে, কিন্তু মনোমত বৰ পোৱা নগ'ল। এনেকৈয়ে কেইবামাহো গ'ল।

যি হওক, শেহত তেওঁ এজনক মনোনীত কৰিলে।

যাক মনোনীত কৰিলে তেওঁৰ নাম দামোদৰ শৰ্ম্মা। তেওঁ এখন সৰু চাহ বাগিচাৰ মালিক, ঘৰ শিৱসাগৰ জিলাত। কলিকতাত পঢ়ি বি, এ, পাছ কৰাৰ পিচতে তেওঁৰ পিতৃৰ লোকান্তৰ ঘটে; মাক দহ বছৰমানৰ আগতে ঢুকাইছিল। পঢ়ি থকা কালতে তেওঁ পিতাকৰ আদেশমতে এজনী এঘাৰ বছৰীয়া ছোৱালীৰ পাণি-গ্ৰহণ কৰিছিল আৰু ডেৰ বছৰমানৰ আগতে শান্তি কৰাই ঘৰলৈ আনিছিল।

শান্তি বিয়াৰ পাচত দামোদৰ অলপ দিনহে ঘৰত আছিল। কিবা কাৰণত সপৰিবাৰে কলিকতালৈ গৈ তাতে ঘৰ ভাড়া কৰি থকাৰ দিহা কৰিছিল। এনেকৈ আঠমাহমান থকাৰ পিচত তাতে তেওঁৰ পত্নীবিয়োগ ঘটিল। কলিকতাৰ পৰা অকলশৰে উলটি আহি দামোদৰে ঘৈণীয়েকৰ প্ৰেতকাৰ্য্য সমাধা কৰিলে।

দামোদৰৰ পত্নী-বিয়োগ ঘটাৰ লগে লগে বহুতো লোকে তেওঁলোকৰ নিজ নিজ কন্যা সম্প্ৰদানৰ অভিপ্ৰায় প্ৰকাশ কৰিবলৈ ধৰিলে। দামোদৰ কিন্তু সম্মত নহ'ল। তেওঁ ক'লে,—"মই আকৌ বিয়া কৰাম নে নকৰাম এতিয়াই ক'ব নোৱাৰোঁ, সেই কাৰণে সম্প্ৰতি মোৰ ওচৰলৈ তেনে প্ৰস্তাব ননাই উচিত।" দামোদৰৰ আপত্তিলৈ কোনেও কাণ নিদিলে প্ৰস্তাব অহা বন্ধ নহ'ল। কিছুদিন এনেকৈ থকাৰ পাচত আকৌ তেওঁ কলিকতাতে থাকিবলৈ ল'লে। মানুহে কয় বোলে ঘৰত থাকি দিনে-ৰাতিয়ে বিয়াৰ প্ৰস্তাব শুনি আমনি পাইহে তেওঁ ঘৰ এৰিলে।

কলিকতাত ছমাহমান থকাৰ পাচত দামোদৰ ঘৰলৈ উলটি অহা আজি ছমাহমান হৈছে। আহোঁতে গুৱাহাটীত দুদিন আছিল। মহেশ্বৰৰ পুতেক দেৱেশ্বৰ আই, এ, পঢ়োঁতে তেওঁৰ সহপাঠী আছিল। এতিয়া গুৱাহাটীত লগ পাই কুশল-মঙ্গল সোধোঁতে দেৱেশ্বৰে দামোদৰৰ পাৰিবাৰিক অৱস্থাৰ সম্ভেদ পালে আৰু আকৌ বিয়া কৰাব নে নকৰায় সুধিলে। দামোদৰে ক'লে, —"সেই বিষয়ে মই এতিয়াও একো স্থিৰ কৰা নাই। আগেয়ে ভাবিছিলোঁ বামুণৰ ঘৰত ওপজাটো সৌভাগ্য, কিন্তু এতিয়া দেখিছোঁ সি অভিশাপ হে।"

দেৱেশ্বৰ : কিয় ?

দামো : আন বিষয়লৈ নগৈ এই বিয়াৰ কথাটোকে ভালকৈ গমি চালেই তাৰ সত্যতা ওলাই পৰিব। চাওক মই এজন শিক্ষিত মানুহ, গতিকে এজনী শিক্ষিতা ছোৱালী বিয়া কৰাবলৈ এটা স্বাভাৱিক আগ্ৰহ থাকিবই। মই যদি আন জাতৰ হলোঁহেতেন তেনেহলে তেনে শিক্ষিতা ছোৱালী পোৱা টান নহ'লহেতেন। কিন্তু জন্মিলো বামুণৰ ঘৰত, সেই বাবে মই যেনেকুৱাই হওঁ বা বয়স যিমানেই হওক বিয়া কৰাব লাগিব কোনো কামৰ আও-ভাও নুবুজা অশিক্ষিতা দহ-এঘাৰ বছৰীয়া পেন্দুকনা ছোৱালী এজনীক। ইয়াক অভিশাপ নুবুলি আৰু কি বুলিব পাৰি!

দেৱেশ্বৰ : যদি তাক অভিশাপ বুলি ভাবিছে, তেন্তে সমাজক শাপমুক্ত কৰি নিজক ভাগ্যবানৰ শাৰীলৈ তুলিবৰ চেষ্টা নকৰে কিয় ?

দামো : কৰিম বুলি ভাবিছোঁ। যদি আকৌ বিয়া কৰাবই লাগে, তেন্তে এইবাৰ তেনে চেষ্টাৰ মাজেদিহে বিয়া কৰাম।

তাৰ বাবে যদি সমাজে মোক বৰ্জন কৰে তেন্তে মইয়ো নতুনকৈ সমাজ গঢ়িবলৈ যত্ন কৰিম।

দামোদৰৰ কথাত দেবেশ্বৰে আনন্দ পালে আৰু তেওঁক সেই দিনা তেওঁলোকৰ ঘৰত চাহ খাবলৈ নিমন্ত্ৰণ কৰিলে।

আবেলি দামোদৰ দেবেশ্বৰৰ ঘৰলৈ গ'ল। দেবেশ্বৰে আদৰ-অভ্যৰ্থনা কৰি তেওঁক চাহ-জলপান খুৱালে। তাৰ পাচত বহুত বেলি নানা বিষয়ৰ আলোচনা কৰি দবেশ্বৰে মালবিকাৰ লগত তেওঁৰ বিবাহ প্ৰস্তাব কৰিলে। দামোদৰে তেতিয়াই কোনো মতামত নিদিলে, ভাবি চাবলৈ সময় ল'লে। পিচ দিনা যেতিয়া দেবেশ্বৰে দামোদৰৰ সিদ্ধান্ত জানিব খুজিলে দামোদৰে একে আষাৰেই সম্মতি জ্ঞাপন কৰিলে।

এজন উপযুক্ত অবিবাহিত যুৱকৰ হাতত মালবিকাক অৰ্পণ কৰিবৰ সম্ভাবনা থকা হ'লে, মহেশ্বৰে বৰলা এজন কেতিয়াও মনোনীত নকৰিলেহেতেন। কিন্তু যিবিলাক প্ৰাৰ্থী পোৱা গৈছে, সেইসকলৰ ভিতৰত এওঁৱেই সকলোতকৈ ভাল। বিশেষকৈ সমাজৰ শাসনলৈ ভয় নকৰি তেওঁ যে মালবিকাক বিয়া কৰাবলৈ সাহ কৰিছে এই নৈতিক বলৰ বাবেই মহেশ্বৰে তেওঁক উচ্চ আসন দিলে।

এই বন্দবস্তত মালবিকাই প্ৰথমে আপত্তি কৰিছিল, কিন্তু পিতাকৰ বিশেষ বুজনিত শেহত মৌন হৈ ৰ'ল।

মহেশ্বৰে মাধৱৰ আগতো সকলো কথা ভাঙি-পাতি ক'লে, আৰু তেওঁৰ মতামত সুধিলে। মাধৱে ক'লে,—"মোৰ আন মতামত একো নাই, মালবিকাৰ ভবিষ্যৎ যাতে শান্তিময়—মধুময় হয়, এয়ে মোৰ কামনা।"

মহেশ্বৰ : সেইটো কামনা তোমাৰো, মোৰো। ইমান দিন ঘৰতে ৰাখিলোঁ, কিন্তু বিয়া দিব লাগিবই যেতিয়া আৰু পলম কৰা উচিত নহয়। লৰাটো বিপত্নীক হ'লেও বয়সিয়াল নহয়, ঘৰুৱা অৱস্থাও চকুত লগা, শিক্ষাতো গ্ৰেজুৱেট, চেহেৰাও প্ৰশংসনীয়। মালবিকা সুখী হ'ব পাৰিব বুলিয়েই মোৰ বিশ্বাস।

মাধৱ : সেয়ে যদি হয়, বৰ আনন্দৰ কথা।

মহেশ্বৰ : বিয়াৰ আয়োজনত সম্পূৰ্ণৰূপে তোমাৰ সাহায্য লাগিব।

মাধৱ : যি কৰিব লাগে কৰিবলৈ মই সাজু আছোঁ।

মাধৱ আৰু মহেশ্বৰৰ কথা-বতৰা মালবিকাৰ কাণতো পৰিছিল। তেওঁৰ কেনে লাগিছিল ক'ব নোৱাৰি, কিন্তু তাৰ পাচত তেওঁ আৰু কোনো আপত্তি তোলা নাছিল। অৱশ্যে, সেই দিনাৰ পৰা তেওঁৰ মুখত হাঁহি মাৰ গৈছিল, এটা অৱসাদৰ চিন গোটেই দেহত বিৰিঙি উঠিছিল।

## পঞ্চবিংশ অধ্যায়

### শেষ সাহায্য

প্ৰতিমা মাধৱৰ ঘৰত আলহী হৈ যোৱাৰ পৰা প্ৰায় দুবছৰ অতীত হৈছে। ইয়াৰ ভিতৰত মাধৱে প্ৰতিমাৰ পৰা কোনো চিঠি-পত্ৰ পোৱা নাই আৰু পাবলৈ আশাও কৰা নাই। এদিন পিয়নে ডাক দি যোৱাৰ পিচত তেওঁ চিঠি-পত্ৰবোৰ চাবলৈ

ধৰিলে। তাৰে এখন আছিল গোলাঘাটৰ পৰা অহা। চিঠিখনৰ লেখক গগনেন্দ্ৰনাথ হাজৰিকা। নামটো মাধৱৰ পৰিচিত নহয়; সেই কাৰণে তেওঁৰ কৌতূহল জন্মিল। তেওঁ তেতিয়াই চিঠিখন পঢ়িবলৈ লাগিল।

"শ্ৰদ্ধাস্পদেষু,

অপৰিচিত হৈও আপোনাক আমনি কৰিব লগাত পৰিলোঁ, ক্ষমা কৰিব। নিতান্ত কৰ্ত্তব্য বুলি বিবেচনা কৰিহে আপোনাক এই কথা কেইটা জনাবলৈ বাধ্য হ'লোঁ। কথা হৈছে শ্ৰীমতী প্ৰতিমাৰ বিষয়ে। তেওঁ অধবা নে বিধবা নে সধবা তাৰ সঠিক বাতৰি কোনেও নাজানে। তেওঁৰ মতে তেওঁ আপোনাৰ ভাৰ্য্যা, কোনো কোনোৰ মতে ৰক্ষিতা আৰু আনবিলাকৰ মতে একো নহয়। আচল সত্য কি জানিবলৈ দিব নে?

প্ৰথমতে যেতিয়া তেওঁ ইয়ালৈ আহিছিল, তেওঁৰ কাৰ্য্য-তৎপৰতা দেখি সকলো মুগ্ধ হৈছিল আৰু সকলোৱে একমুখে প্ৰশংসা কৰিছিল। তেওঁৰ যে চৰিত্ৰ-দোষ আছিল প্ৰথমতে কোনেও ভাবিবই নোৱাৰিছিল, কিন্তু অলপ দিনৰ পিচতে সি সকলোৰে চকুত পৰা হ'ল আৰু লগে লগে এদলে তেওঁক পেটে পেটে ঘৃণা কৰিবলৈ ধৰিলে। তথাপি যেতিয়ালৈকে কংগ্ৰেচৰ কামত মূৰ পুতি লাগি আছিল তেতিয়ালৈকে বাহিৰত সেইবোৰ কথা বেছিকৈ প্ৰকাশ হোৱা নাছিল। কিন্তু কংগ্ৰেচৰ আন্দোলন কমি অহাৰ লগে লগে তেওঁৰ ৰূপ-যৌৱনৰ আন্দোলনটো প্ৰবল হৈ ভীষণৰূপ ধাৰণ কৰিলে। বহুতো মানুহে তেওঁৰ ওচৰত ধৰা দি ধনে-প্ৰাণে মৰা পৰিল; তেওঁৰ নিমিত্তেই বহুতৰ মাজত খণ্ড যুদ্ধও হৈ গ'ল। এই বোৰৰ বিস্তৃত বিবৰণ দিব লাগিলে এখন পুথি লিখিব লাগিব। সেই কাৰণে বাহুল্যলৈ নগৈ অতি চমুকৈ কওঁ যে এনে ব্যভিচাৰৰ ফলত তেওঁ কেইবা বাৰো ভ্ৰূণহত্যা কৰিব লগাত পৰিছে। বৰ্ত্তমান তেওঁ আকৌ তেনে সঙ্কটত পৰিছে, নানা চেষ্টা কৰিও পৰিত্ৰাণ পোৱা নাই। শুনা গৈছে অলপতে তেওঁ ইয়াৰ পৰা একেবাৰেই উঠি যাব, আৰু আপোনাৰ আশ্ৰয়ত আপোনাৰ ঘৰতে থিতাপি হৈ থাকিব। মই এই চিঠি লিখাৰ উদ্দেশ্য আপোনাক দেখুওৱা যে আপুনি এজন সংস্কাৰক হৈ এনে ব্যভিচাৰক প্ৰশ্ৰয় দি বহুতো মানুহৰ সৰ্ব্বনাশৰ পথ মুকলি কৰি দিয়া উচিত হোৱা নাই। হয়তো আপুনি এইবোৰ কথাৰ একো গম নাপায় আৰু সেই কাৰণেই তাৰ কোনো খবৰো লোৱা নাই। সেই দেখি আজি এই চিঠিৰ দ্বাৰা আপোনাক প্ৰকৃত ঘটনাৰ আভাস দিলোঁ। যদি মোৰ কথাত আপোনাৰ সম্পূৰ্ণ বিশ্বাস নজন্মে, তেন্তে জানিবলৈ দিলে মোৰ প্ৰত্যেকটো কথাৰ প্ৰমাণ দিব পাৰিম। আশা কৰোঁ আপুনি এজনা চৰিত্ৰহীনা মাইকীৰ সন্মান ৰক্ষাৰ কথা নাভাবি শ শ জনৰ ৰক্ষাৰ কথা ভালকৈ ভাবি চাব। ইতি।"

চিঠিখন পঢ়ি মাধৱে অন্তৰত এটা দাৰুণ আঘাত পালে; কিছু সময় চিন্তান্বিত মনেৰে থৰ লাগি থাকি পত্ৰলেখকলৈ উত্তৰ দিলে:—

"আপোনাৰ চিঠি পাই মোৰ ধন্যবাদ জনালোঁ, কিন্তু প্ৰতিমাৰ সম্পৰ্কে ভিতৰুৱা কথা প্ৰকাশ কৰিবলৈ সম্প্ৰতি মই অপাৰগ। সেই বাবে মই দুঃখিত। ক্ষমা কৰিব বুলি আশা কৰিলোঁ। ইতি।"

চিঠিৰ কথাত যে সত্যতা আছে তাত যদিও মাধৱৰ সন্দেহ নাছিল, তথাপি কিমানখিনিলৈকে সঁচা তাক তেওঁ ঠাৱৰাব নোৱাৰিলে। অসত্য হোৱা

হ'লেই তেওঁ ভাল পালেহেতেন। নহ'লে প্ৰতিমাৰ নিমিত্তে তেওঁৰ ইমান স্বাৰ্থত্যাগ অথলে গ'ল নে কি?

এই চিন্তা মাধৱৰ লগৰীয়া হৈ পৰিল। দিনটোৰ ভিতৰত সেই চিঠিৰ আৰু প্ৰতিমাৰ কথা তেওঁ এবাৰ নহয় এবাৰ নভবাকৈ থাকিব নোৱাৰা হ'ল। এনেকৈয়ে গ'ল তিন দিন। চতুৰ্থ দিনা মাধৱে প্ৰতিমাৰ পৰা এখন চিঠি পালে আৰু পায়েই পঢ়িবলৈ ধৰিলে:—

"শ্ৰীচৰণ কমলেষু,

বহুত দিন কোনো চিঠি-পত্ৰ লিখা নাই আপোনাক অবাবত আমনি নকৰোঁ বুলি; কিন্তু আজি লিখিবলৈ বাধ্য হ'লোঁ। আপুনি জানে গান্ধী-আৰুইন চুক্তিৰ ফলত কংগ্ৰেচৰ আগৰ উত্তেজনা নাই। তাতে আপোনাৰ তাৰ পৰা অহাৰ অলপ দিনৰ পাচতে আয়েও মোক মাউৰা কৰিলে। এতিয়া আগৰ দৰে কামো নাই, আৰু অকলৈ থকাও কঠিন হৈ পৰিছে। সেইকাৰণে আকৌ আগৰ কামতে লাগিম বুলি স্থিৰ কৰিছো। যদিও মই আপোনাৰ কথা নামানি গুচি আহিছিলোঁ, তথাপি মোৰ সকলো দোষ মাৰ্জ্জনা কৰি আকৌ আপোনাৰ ওচৰত আশ্ৰয় দিব বুলি ভাৰসা ৰাখিলোঁ। মই গুৱাহাটীত ঘৰ ভাড়া কৰি থকা অসম্ভৱ; সেই কাৰণে আপোনাৰ ঘৰৰে খোটালী এটা দয়া কৰি মোক দিব লাগিব। মই শপত খাই কৈছোঁ, ভবিষ্যতলৈ আৰু কেতিয়াও আপোনাৰ অবাধ্য নহওঁ।

মই কালিলৈকে সকলো বয়-বস্তুলৈ ৰাওনা হ'ম, আপোনাক ষ্টেচনত লগ পালে পৰম কৃতাৰ্থ মানিম। ইতি।"

চিঠিখন পঢ়ি আগৰ চিঠিখনৰ সত্যতা-সম্বন্ধে মাধৱৰ সন্দেহ গুচিল। তেওঁ ভাবিলে,—"চিঠিখন দি উত্তৰলৈ অপেক্ষা নকৰাৰ মানে কি? নিশ্চয় প্ৰতিমাই ভাবিছে সময় পালে কিজানি তেওঁৰ বিষয়ে সকলো কথা আন কাৰবাৰ পৰা জানি লৈ মোৰ ঘৰত ঠাই দিব নোৱাৰোঁ বুলিয়েই কওঁ। সেই কাৰণে যেনে তেনে এবাৰ সোমাই ল'বৰ অভিপ্ৰায় কৰিছে আৰু হয় তো ভাবিছে এবাৰ ঠাই দিলে পিচত তেওঁৰ দুষ্কাৰ্য্যৰ কথা জানিলেও খেদাব নোৱাৰিম, অথবা খেদালেও মোৰ গাত দায়িত্ব আৰোপ কৰিবলৈ সুযোগ পাব।"

যিমানেই ভাবিবলৈ ধৰিলে, মাধৱৰ সন্দেহো সিমানেই দৃঢ় হৈ আহিবলৈ ধৰিলে। শেহত তেওঁ প্ৰতিমাক তেওঁৰ ঘৰত আশ্ৰয় নিদিবলৈকে স্থিৰ সিদ্ধান্ত কৰিলে।

পিচ দিনা সঁচাকৈয়ে প্ৰতিমা এখন ঘোঁৰাৰ গাড়ীৰে আহি মাধৱৰ পদূলি-মূৰত উপস্থিত হ'ল। মাধৱ ঘৰতে আছিল; তেওঁ ইচ্ছা কৰিয়েই ষ্টেচনলৈ যোৱা নাছিল। প্ৰতিমাই বয়বস্তুবোৰ নমাব খুজিলত মাধৱে কোনো বস্তু তেওঁৰ ঘৰত নমাব নোৱাৰে বুলি একেবাৰেই খাটাংকৈ কৈ দিলে। প্ৰতিমালৈ চাই মাধৱে ক'লে,—"তুমি মোৰ মতামত নোলোৱাকৈ এনেকৈ গাৰ বলেৰে মোৰ ঘৰত সোমাবলৈ অহাত তোমাৰ কিবা এটা দুৰভিসন্ধি আছে বুলি মোৰ বিশ্বাস জন্মিছে। অকল সেয়েই নহয়, অলপতে কিজানি মই নিজেই এই ঘৰ এৰি যাম। সেই কাৰণেই মই তোমাক মোৰ ঘৰত থাকিবলৈ দিব নোৱাৰোঁ।"

প্ৰতিমাই চকু-লো মচি ক'লে,—"মই তেনেহলে ক'লৈ যাম?"

মাধৱ: মই কেনেকৈ ক'ম ক'লৈ যোৱা!

প্ৰতিমা: মোৰ হাতত যে টকা-পইচা একো নাই!

মাধৱে একো নামাতি ভিতৰলৈ সোমাই গ'ল আৰু হাতত এখন এশটকীয়া নোট লৈ ওলাই আহিল। নোটখন প্ৰতিমাৰ হাতত দি ক'লে,—"লোৰাঁ, কিন্তু মনত ৰাখিবা এয়ে মোৰ শেষ সাহায্য।"

প্ৰতিমাই নোটখন হাতত লৈ কান্দিবলৈ ধৰিলে। মাধৱে ক'লে,—"যোৰাঁ, আৰু মোক আমনি নকৰিবা।"

"যাওঁ, আপুনি যেতিয়া মোক আশ্ৰয় নিদিলে, যমৰ ঘৰৰ বাহিৰে আৰু মোলৈ ঠাই নাই।"—এই বুলি প্ৰতিমাই মাধৱৰ পদধূলি মূৰত লৈ কান্দি কান্দি গাড়ীত উঠিল? কচোৱানক ক'লে,—"আকৌ ষ্টেচনলৈ।"

গাড়ী ঘূৰি গ'ল। প্ৰতিমাৰ চকু-লোৰে মাধৱৰ হিয়া কোমলাব নোৱাৰিলে। তেওঁ চৰণ পৰা মানুহৰ দৰে পদূলি মুখতে বহুত বেলি থৰ লাগি থাকিল।

## ষড়বিংশ অধ্যায়

### নিৰুদ্দেশ

আজি মালবিকাৰ বিয়া। খোৱা-লোৱা, আমোদ-প্ৰমোদত গোটেই বিয়া-ঘৰ তোলপাৰ। অৱশ্যে নৈষ্ঠিকদলৰ বেছি ভাগে এই বিয়াত যোগ দিয়া নাই। দৰাপক্ষীয়সকল এসপ্তাহৰ আগতে আহি গুৱাহাটীত আছিল; থকা, খোৱা আদিৰ ব্যৱস্থা মহেশ্বৰে নিজৰ খৰচতে কৰি ৰাখিছিল।

দৰাৰ লগত তেওঁৰ সমনীয়া বন্ধু জনচেৰেকৰ বাহিৰে কোনো বয়সিয়াল লোক অহা নাছিল। তেওঁৰ একমাত্ৰ বায়েক আৰু ভিনীহিয়েকো অৱশ্যে ৰৰযাত্ৰী হৈ আহিছিল। দামোদৰৰ পিতৃ-মাতৃৰ আগতে পৰলোক হৈছিল আৰু বায়েকৰ বাহিৰে আন কোনো ভায়েক-ভনীয়েকো নাছিল। যিবা দুজন বেলেগতীয়া দদায়েক আছিল, তেওঁলোকে দামোদৰৰ বিয়াত যোগ দিয়াতকৈ তেওঁক মৰিবলৈহে শাও দিছিল। মুঠতে ঘৰৰ পৰা অহা ৰৰযাত্ৰীৰ সংখ্যা কুৰি জনৰ ওপৰ নহয়। গুৱাহাটীত অৱশ্যে তেওঁৰ বন্ধু-বান্ধৱ আৰু আন শিক্ষিত মানুহ বহুতৰ সমাগম হৈছিল আৰু তেওঁলোকেই বিয়াৰ দিনা ৰৰযাত্ৰীৰ সংখ্যা ভালেমান বঢ়াইছিল।

বিয়াৰ বন্দবস্ত হোৱাৰ পাচত মাধৱৰ লগত মালবিকাৰ আগৰ দৰে দেখা-সাক্ষাৎ হোৱা নাই। মাধৱে যেন মালবিকাৰ পৰা আঁতৰি ফুৰিবলৈ হে বিচাৰিছে। বিয়াৰ দিনা মহেশ্বৰে সকলো কাৰ্য্য পৰিচালনাৰ ভাৰ মাধৱৰ গাত দিলে; মাধৱো সম্মত হ'ল।

দিনৰ দিনটো মাধৱ কামত ব্যস্ত। অভ্যাগতক অভ্যৰ্থনা কৰা, পৰিচাৰকক উপদেশ দিয়া, লাগতিয়াল বস্তু বাহানি যোগাৰ কৰা, খোৱা-লোৱাৰ দিহা-পোহা কৰা ইত্যাদি কামত লাগি থাকিব লগা হোৱাত তেওঁ এক মুহূৰ্ত্তও আজৰি পোৱা নাছিল।

দিনৰ সকলো কাম সুকলমে সম্পন্ন হৈ যোৱাৰ পাচত ৰাতিৰ নিমিত্তে কৰিবলগীয়া সকলো ব্যৱস্থা কৰা হ'ল। ৰভাত ডাঙৰ ডাঙৰ "দিয়ালোক" চাকি জলোৱা হ'ল; দৰাঘৰীয়াৰ অভ্যৰ্থনাৰ নিমিত্তে লাগতিয়াল সকলো দিহা কৰি ৰখা হ'ল।

কন্যা নোৱাই-ধুৱাই, সাজ-পাৰ পিন্ধাই যথাৰীতি বহুৱাই থোৱা হৈছে। কেইওকালে বেঢ়ি নামতী-সকলে নাম গাব লাগিছে।

লাহে লাহে ৰাতি ন বাজিল, ৰৰযাত্ৰীৰ গীত-বাদ্যৰ বোল বিণি বিণি শুনা গ'ল। মাধৱে সহকাৰী-সকলক সকলো দিহা পোহা দি ভিতৰ সোমাল আৰু একেবাৰেই কন্যাৰ কাষ চাপি মাত লগালে, —"মালবিকা!"

মালবিকা বিমৰ্ষ। মাধৱৰ মাত শুনি মূৰ তুলি চালে। মাধৱে ক'লে,—"মালবিকা, ইমান দিন একেলগে আছিলোঁ, আজি আঁতৰি যাবা; যদি কেতিয়াবা কিবা বেজাৰ দিছিলোঁ ক্ষমা কৰিবা।"

মাধৱৰ মাত থোকাথুকি। মালবিকাই মাতিব নোৱাৰিলে; মাত্ৰ দুধাৰ চকু-লো বৈ গ'ল।

মাধৱৰো চকু-লো ওলাই আহিছিল। তেওঁ "মালবিকা, আহিলোঁ" বুলি মুখ ঘূৰালে আৰু ততালিকে তাৰপৰা ওলাই আহিল।

দৰা আহিল। জোৰাই-বৰণৰ পৰা আৰম্ভ কৰি আদৰণীৰ সকলো কাৰ্য্য সমাধা হ'ল। বিয়াৰ কাৰ্য্য আৰম্ভ হ'ল, পুৰোহিতে মন্ত্ৰ উচ্চাৰণ কৰিবলৈ ধৰিলে। কন্যা হোমৰ গুৰিলৈ অনা হ'ল; অগ্নিয়ে ঘৃতাহুতি গ্ৰহণ কৰি জিভা মেলি উঠিল; অপৰিচিত দুই নৰ-নাৰীক চিৰজীৱনৰ নিমিত্তে লগ্ন-গাঁথিৰে লগ লগোৱা হ'ল।

বিয়াৰ অন্তত সকলোৱে আশীৰ্ব্বাদ লৈ দৰা-কন্যা সমাৰোহেৰে যাত্ৰা কৰিলে। "ৰৰঘৰ গুৱনী জীয়াৰী ছোৱালী উলিয়াই দিয়াটো" কেনে হৃদয়-বিদাৰক মহেশ্বৰে তাক আজিহে গম পালে। একালে আনন্দ, আনকালে বিষাদ; একালে মিলন, আন-কালে বিচ্ছেদ; এয়েই সৃষ্টিৰ চিৰন্তন ৰীতি। তথাপিও মনে মানিব নোখোজে।

সম্প্ৰদানৰ কাৰ্য্যত আবদ্ধ থকাত মহেশ্বৰে বাহিৰৰ কোনো খবৰ লোৱা নাছিল, কিন্তু, বিদায়ৰ বেলিকা মাধৱক দেখা নাপাই তেওঁ ক'লৈ গ'ল তাৰ বিচাৰ ল'লে। অনুসন্ধানত জনা গ'ল, মালবিকাৰ লগত সাক্ষাৎ কৰাৰ পিচৰে পৰা তেওঁক কোনেও দেখা পোৱা নাই। দেবেশ্বৰে ক'লে যে ৰৰযাত্ৰী অহাৰ অলপ আগতে মাধৱে সকলো বাব তেওঁক শোধাই দিছিল। মহেশ্বৰে আচৰিত মানিলে; এনে আক-স্মিকভাবে মাধৱ আঁতৰি যোৱাৰ কি কাৰণ হ'ব পাৰে তেওঁ ভাবি নাপালে। তেওঁ উদ্বেগেৰে কিছু সময় কটাই ৰাতিপুৱাই অহাৰ লগে লগে মাধৱক মাতি আনিবলৈ চাকৰ এটা পঠিয়াই দিলে। কিন্তু চাকৰটোৱে ঘূৰি আহি ক'লে,—"মাধৱ ঘৰলৈ যোৱাই নাই।"

মহেশ্বৰ আৰু আচৰিত হ'ল। তেওঁ তেতিয়াই দোকানলৈ খোজ ল'লে আৰু মথুৰাক মাতি মাধৱৰ কথা সুধিলে। মথুৰাই ক'লে,—"মাধৱ ইয়াত নাই।"

মহেশ্বৰ : ক'লৈ গ'ল।

মথুৰা : ক'ব নোৱাৰোঁ।

মহেশ্বৰ : কালি ৰাতি জানো তোমাৰ লগত দেখা কৰা নাছিল?

মথুৰা : কৰিছিল, কিন্তু ক'লৈ যাব মোক নক'লে মাত্ৰ আগ দিনাই বান্ধি থোৱা কাপোৰ-কানিৰ টোপোলাটো আৰু চুটকেচটো লৈ ওলাই গ'ল।

মহেশ্বৰ : ঘৰ আৰু দোকানৰ বিষয়ে একো কোৱা নাই নে?

মথুৰা : কালি একো কোৱা নাই, কিন্তু পৰ-হিয়েই এটা মৌখিক বন্দৱস্ত কৰিছিল।

মহেশ্বৰ : কি বন্দৱস্ত?

মথুৰা : তেওঁ দোকানখনৰ স্বত্ব মোক এৰি দিছে।

তেওঁক প্ৰথমে খটোৱা মূলধন দুহেজাৰ দিলেই হ'ব। ঘৰটো অকল মেৰামতৰ খৰচ আৰু মিউনিচিপেল টেক্স দি মোক থাকিবলৈ কৈছে।

মহেশ্বৰ : টকা নিছে নে নাই ?

মথুৰা : নাই নিয়া।

মহেশ্বৰ : কেতিয়া নিব ?

মথুৰা : যেতিয়া তেওঁৰ প্ৰয়োজন হ'ব তেতিয়া। অৱশ্যে গোটেইখিনি একেলগে নিনিয়ে, দুই-এশকৈহে নিব।

মহেশ্বৰ : তেওঁ আহি নিব নে চিঠি লিখিব ?

মথুৰা : আহিবও পাৰে, চিঠিও লিখিব পাৰে।

মহেশ্বৰ : তেওঁ ক'লৈ যাব আৰু কিয় যাব সুসুধিলা কিয় ?

মথুৰা : সুধিছিলোঁ, কিন্তু তেওঁ ক'লে বোলে তোমাক নালাগে।

মহেশ্বৰে বহুত ভাবিও মাধৱৰ এই নিৰুদ্দেশৰ কাৰণ উলিয়াব নোৱাৰিলে। মালবিকাৰ বিয়াৰ লগত তাৰ কিবা সম্বন্ধ আছে বা!

মহেশ্বৰ প্ৰায়েই দোকানলৈ গৈ মাধৱৰ কিবা বাতৰি পাইছে নে নাই মথুৰাক সোধে, কিন্তু সদায় বিফলমনোৰথ হৈ উলটিব লগাত পৰে।

# সপ্তবিংশ অধ্যায়

## মন্ত্ৰৰ বন্ধন

যি উদ্দেশ্যত মহেশ্বৰে দামোদৰৰ লগত জীয়েকক বিয়া দিছিল সি সিদ্ধ নহ'ল, বোধ কৰোঁ সি ঈশ্বৰৰ ইচ্ছা নহয়।

শান্তি বিয়াৰ অলপ দিনৰ পাচতে দামোদৰ কিয় সপৰিবাৰে কলিকতালৈ গৈছিল আৰু ঘৈণীয়েক মৃত্যুৰ পিচতো কিয় কলিকতাত বাসস্থান লৈছিল তাৰ কাৰণ অসমত কোনেও ভালকৈ নাজানিছিল, তেৰোঁ কাৰো আগত একো নকৈছিল। আচল কথা হৈছে শান্তি কৰাই অনাৰ অলপ দিনৰ পাচতে তেওঁৰ গৃহিণীৰ শৰীৰ অসুস্থ হয় আৰু কোনো চিকিৎসাই গুণ নিদিয়ে। তেতিয়া তেওঁ সপৰিবাৰে কলিকতালৈ গৈ অভিজ্ঞ ডাক্তৰৰ হতুৱাই তেওঁৰ ৰোগ পৰীক্ষা কৰায় আৰু পৰীক্ষাত সি যক্ষ্মা বুলি সাব্যস্ত হয়। ডাক্তৰৰ নিৰ্দ্দেশমতে যিমান প্ৰকাৰ চিকিৎসা হ'ব পাৰে তাৰ এটাও তেওঁ বাকী নথ'লে, কিন্তু একোতেই গুণ নধৰিলে। ডাক্তৰৰ ভিজিট, ঔষধ-ইনজেকশ্যনৰ দাম আৰু ধাত্ৰীৰ দৰমহা আদিত তেওঁ কেইবা হাজাৰো টকা খৰচ কৰিলে, কিন্তু তেওঁৰ পত্নীক মৃত্যুৰ হাতৰ পৰা ৰাখিব নোৱাৰিলে।

পত্নীৰ মৃত্যুৰ পাচত দামোদৰ ঘৰলৈ আহিল আৰু শ্ৰাদ্ধাদি কাৰ্য্য সম্পন্ন কৰিলে। কিন্তু তেওঁৰ মনলৈ প্ৰফুল্লতা ঘূৰি নাহিল, লাহে লাহে জ্বৰ, কাহ আদি উপসৰ্গই মনত দাৰুণ আশঙ্কা জন্মালে। তেওঁ তেতিয়া কাকো একো নকৈ হঠাতে এদিন কলিকতালৈ যাত্ৰা কৰিলে আৰু আগৰ চিকিৎসকৰ হতুৱায়ে নিজৰ স্বাস্থ্য পৰীক্ষা কৰালে। ডাক্তৰে তেওঁৰ শৰীৰতো যক্ষ্মাৰ আক্ৰমণ ধৰা পেলালে। সেই কাৰণে তেওঁ ঘৰলৈ উলটি নাহি তাতে ঘৰ ভাড়া কৰি থাকিল আৰু ভাল মতে চিকিৎসা কৰাবলৈ ধৰিলে। ছমাহমান চিকিৎসাধীন থকাৰ পাচত ডাক্তৰে ক'লে, "আৰু ভয়ৰ কোনো কাৰণ নাই ; এতিয়া আপুনি সম্পূৰ্ণ নিৰাপদ। কিন্তু এবছৰলৈ অতি সাৱধানে

থাকিব লাগিব। অধিক পৰিশ্ৰম, ৰাত্ৰি-জাগৰণ, অনিয়মিত আহাৰ-বিহাৰ, প্ৰবল উত্তেজনা আদিৰ পৰা সততে আঁতৰি থাকিব। যদিও ভয়ৰ কোনো কাৰণ নাই, তথাপি অসাৱধান নোহোৱাই ভাল। কেনেবাকৈ দুৰচিবৰ হ'লে সাংঘাতিক হ'ব!"

ডাক্তৰৰ উপদেশ মতে তেওঁ তাৰ পাচতো পুৰী, গিৰিডি আদি ঠাইত ফুৰি আৰু মাজে মাজে কলিকতালৈ আহি আৰু ছমাহমান কটালে। তেওঁৰ স্বাস্থ্যৰ ক্ৰমোন্নতি স্পষ্ট হৈ আহিল।

এতিয়া দামোদৰৰ মনৰ পৰা ৰোগৰ ভয় সম্পূৰ্ণ আঁতৰিল। সেইহে তেওঁ মহেশ্বৰৰ প্ৰস্তাৱত সন্মতি দিলে। মহেশ্বৰ নাইবা আনেও এইবোৰ ঘটনাৰ একো উমঘামকে পোৱা নাছিল।

বিয়াৰ কেইদিনমান আগৰে পৰা অনিয়মিতভাৱে চলিব লগা হোৱাত আৰু বিয়াৰ দিনা আৰু পিচতো অনিদ্ৰাৰ হেঁচা তেওঁৰ পৰাত লুকাই থকা ৰোগে পুনৰ দেখা দিলে, বিয়া কৰাই সন্ত্ৰীক ঘৰ পাবৰ দিনাই হোলোকা হোলোকে তেজ বমিয়াবলৈ ধৰিলে, শৰীৰৰ উত্তাপো ক্ৰমশঃ বেছি হৈ আহিল।

ততালিকে ডাক্তৰ অনা হ'ল। ডাক্তৰে কিবা ঔষধ আৰু ইনজেকশ্যন দি তেওঁক ততালিকে কলিকতালৈ যাবলৈ উপদেশ দিলে।

পিচদিনাই দামোদৰে কলিকতালৈ যাত্ৰা কৰিলে; লগত গ'ল মালবিকা আৰু দেৱেশ্বৰ। আগৰ ডাক্তৰৰ হতুৱায়েই চিকিৎসা কৰালে, কিন্তু এইবাৰ কোনো ফল নধৰিলে। কলিকতাৰ পৰা গ'ল পুৰীলৈ। তাতো এমাহমান সাগৰৰ দাঁতিত ঘৰ এটা ভাড়া কৰি থাকিল; চিকিৎসাও চলিয়েই থাকিল। কিন্তু ৰোগে শাম কাটিব ছাৰি ক্ৰমশঃ বাঢ়িবলৈহে ধৰিলে।

মালবিকাই সকলো সময়তে নিখিকাৰভাৱে ৰোগীৰ শুশ্ৰূষা কৰি গৈছিল তেওঁৰ যেন আশা-নিৰাশা একো নাই, মাত্ৰ এটি যন্ত্ৰৰ দৰে অহৰহ কামত লাগি আছে।

শেষ অৱস্থাত তেওঁলোক শিলঙলৈ আহিল। তাতেই দামোদৰে চিৰবিশ্ৰাম ল'লে। বন্ধুসকল দুখিত হ'ল; বিপক্ষ দলে ক'লে, "ওভতগোৰে নাচিলে ধৰ্ম্মই নসহে। তেজৰ বলত, ধনৰ গপত ধৰ্ম্ম আৰু সমাজৰ বিৰুদ্ধে চলিবলৈ যোৱাৰ ফল হাতে হাতে পালে।"

মৃত্যুৰ পূৰ্ব্বতে দামোদৰে এখন উইল কৰে। তাত তেওঁৰ স্থাৱৰ অস্থাৱৰ সকলো সম্পত্তি মালবিকা আৰু ভাগিনীয়েকক ভাগ কৰি দি যায়।

দামোদৰৰ মৃত্যুৰ পিচত মালবিকা পূৰ্ব্বৰ দৰে পিতাকৰ ঘৰতে থাকিল। অকল হোম আৰু মন্ত্ৰতে তেওঁৰ বিবাহৰ অন্ত পৰিল। যিজন অচিনাকী মানুহৰ লগত বিবাহ মন্ত্ৰেৰে জড়িত হ'ল, তেওঁ অচিনাকী ভাবেই বিদায় ল'লে, মাত্ৰ মালবিকাৰ জীৱনত এটা পৰিৱৰ্ত্তন ঘটাই গ'ল। এতিয়া মালবিকাৰ মুখত প্ৰফুল্লতা নাই, আলাপ-প্ৰলাপত ৰসিকতা নাই, চলন-ফিৰণত ক্ষিপ্ৰতা নাই। ই যেন এটা দুঃস্বপ্নৰ পিচৰ অৱসাদ। জীয়েকৰ এই বাধাভৰা মুখ দেখি মহেশ্বৰৰ আমঠু ক'লা পৰি যায়; নিজকে ধিক্কাৰ দিয়ে কিয় তেওঁ জীয়েকৰ অনিচ্ছাতো বিয়াখন পাতি এই ইঁহি থকা ফুল পাহি অকালতে জঁয় পেলালে বুলি।

তথাপিও দিন যাবলৈ ধৰিলে। মালবিকাই বাহিৰৰ আমোদ-উৎসৱ সকলোলৈকে পিঠি দি নিৰ্জ্জনত কাম কৰি সময় কটাবলৈ ধৰিলে। ঘৰৰ সকলো কাম-বন তেওঁ নিজ হাতে কৰে; চুবুৰীয়াৰ ঘৰত কিবা প্ৰয়োজন হ'লে সাহায্য কৰে আৰু অধ-নবিয়া আদি

হ'লে শিক্ষিতা ধাইৰ দৰে অবিৰাম সেৱা-শুশ্ৰূষা কৰে। দীৰ্ঘকাল দামোদৰক শুশ্ৰূষা কৰি এই কামত তেওঁৰ বাপ বহিছিল, আৰু ৰোগী ভাল নোহোৱালৈকে ক্লান্তিবোধ নকৰিছিল। বিবাহৰ ফলত ইমানখিনিয়েই তেওঁৰ লাভ। তেওঁ নিজৰ সুখ-দুখৰ বিষয়ে কাৰো লগত কোনো কথা নাপাতে; মাজে মাজে একোটা দীঘল হুমনিয়াহে মাথোন তেওঁৰ মনৰ বেদনা বাহিৰত প্ৰকাশ কৰে।

# অষ্টাবিংশ অধ্যায়

## প্ৰত্যাগমন

মহেশ্বৰৰ ঘৰৰ পৰা এক ফাৰ্লংমান আঁতৰতে মহীধৰ শইকীয়াৰ ঘৰ। ঘৰত তেওঁৰ মাক, ঘৈণীয়েক আৰু দুটা সৰু লৰা-ছোৱালী। ছোৱালীজনীৰ বয়স চাৰি বছৰ আৰু লৰাটোৰ দুবছৰ। মহীধৰে চল্লিশ টকা দৰমহাত লোকেল বোৰ্ড অফিচত কেৰাণী কাম কৰে আৰু হাতৰ মুঠি টানি ধৰি যেনে তেনে ঘৰখন চলাই একপ্ৰকাৰ শান্তিৰেই দিন কটাইছে।

দুসপ্তাহমানৰ আগতে তেওঁৰ গৃহিণীৰ জ্বৰ হয়, ডাক্তৰে টাইফয়েড বুলি সাব্যস্ত কৰে। মহীধৰ বিপাঙত পৰিল। ডাক্তৰে ক'লে,—"এই ৰোগ কেতিয়া ভাল হ'ব কোনেও ক'ব নোৱাৰে। ইয়াৰ ভোগ উকলিলেহে ভাল হয়। যাতে ইয়াৰ লগৰীয়া আন উপসৰ্গ কিছুমানে ইয়াক দুৰাৰোগ্য কৰি নোতোলে তাৰ বাবেইহে আমাৰ ঔষধৰ ব্যৱস্থা। ইয়াৰ আচল চিকিৎসা হৈছে শুশ্ৰূষাত। ৰোগিণীক কোনো প্ৰকাৰ গোটা বস্তু খাবলৈ দিব নালাগে; হৰ্লিকচ, গ্লুকজ, বাৰ্লি, ডাবৰ পানী আদিয়েই ইয়াৰ পথ্য। উত্তাপ বাঢ়িলে অনবৰত মূৰত পানী দিব আৰু বিচিব। দুপৰীয়া সময়ত গৰম পানীত গামোচা তিয়াই চেপি লৈ গাটো মচি দিব, হাত-ভৰি ধুৱাই দিব। তিনি-চাৰি ঘণ্টাৰ আঁতৰে আঁতৰে টেম্পাৰেচাৰ লৈ লিখি ৰাখিব।"

মহীধৰে কেতিয়াও এনে ৰোগীৰ শুশ্ৰূষা কৰি পোৱা নাই, মাকে তো একোকেই নাজানে। ইফালে লৰা-ছোৱালীহালো মাকৰ টেটুতে লাগিল। তেওঁ অফিচৰ পৰা ছুটী ল'লে, কিন্তু ডাক্তৰৰ ওচৰলৈ যোৱা, ঔষধ অনা, বজাৰ কৰা আদি কাম কৰি নিয়মমতে নৰিয়াৰ তালাপি কৰাত লাগিব নোৱাৰে। ওচৰৰ কোনোবা তিৰুতা আহিলেও কথা-বতৰা পাতি আমনি কৰিয়েই কৰ্ত্তব্য শেষ কৰে; মতা মানুহে বাহিৰৰে পৰা কেনে আছে খবৰটো লৈ যায়।

চাৰি দিনৰ দিনা কথাটো মালবিকাৰ কাণত পৰিল। তেওঁ এবাৰ ৰোগিণীক চাবলৈ আহিল। দেখিলে মহীধৰ ঘৰত নাই, মাক নৰিয়া পাটীৰ ওচৰতে বহি আছে আৰু ৰোগিণীয়ে ছট ফট কৰিছে। মালবিকাই তেতিয়া উত্তাপ জুখি দেখিলে প্ৰায় ১০৫ ডিগ্ৰী। ততালিকে তেওঁ পানী আনি একেৰাহে মূৰত ঢালিবলৈ ধৰিলে। এঘণ্টামান এনেকৈ ঢলাত উত্তাপ ১০৪ ডিগ্ৰীলৈ নামিল। শুশ্ৰূষা একে নিয়মে চলি থাকিল, মাজে সময়ে গ্লুকজ, হৰ্লিকচ, ৰোগিণীৰ মুখত অলপ অলপকৈ দিয়া হ'ল। তিনি-চাৰি ঘণ্টামানৰ পাচত ৰোগিণীৰ শৰীৰৰ উত্তাপ ১০২ লৈ নামিল। এনেতে মহীধৰ আহি ঘৰ সোমাল। মালবিকাই ৰোগিণীৰ অৱস্থাৰ বিবৰণ দি ক'লে,—"আপোনালোকে এনেভাবে বেমাৰীক পেলাই থোৱা অতি অযুগুত হৈছে। শুশ্ৰূষাৰ ভাল ব্যৱস্থা নহলে কথা বিষম হ'ব।"

মহীধৰে ক'লে,—"কি কৰিম ! বেমাৰীৰ গাত লাগি নাথাকিলেও নহয়, ঔষধ-পাতি নানিলেও নহয়। ডাক্তৰলৈ বাট চাওঁতেই ইমান পলম হ'ল।"

মালবিকা : শুশ্রূষাৰ অভাবত বেমাৰী কৰিব লগা হ'লে ঔষধেৰে কি কৰিব ?

মহীধৰে কান্দোঁ কান্দোঁ হৈ ক'লে,—"সহায় সাৰথি নোহোৱা মানুহ, অকলৈ কি কৰিম ! তাতে মই নিজেও শুশ্রূষাৰ একো আও ভাও নাপাওঁ। হায় ! যদি আজি মাধৱ থাকিলহেঁতেন !"

অলপ পৰ ভাবি মালবিকাই ক'লে, "বাৰু এওঁৰ শুশ্রূষাৰ ভাৰ মই লওঁ। খোৱা-শোৱা আদিৰ নিমিত্তে সময়মতে মোক অজৰাই দিব ; আৰু মোৰ অনুপস্থিতিত মোৰ দিহামতে আপুনি সকলো কাম কৰিব।"

মহীধৰে যেন তৎ পালে; হাত-যোৰ কৰি ক'লে,—"আপোনাৰ এই দয়াৰ বাবে মই চিৰকাল আপোনাৰ ওচৰত ধৰুৱা হৈ থাকিম। যেনে তেনে মোক এই বিপদৰ পৰা উদ্ধাৰ কৰক।"

সেই দিনাৰ পৰাই মালবিকাই ৰোগিণীৰ শুশ্রূষা কৰিছে। আজি দুসপ্তাহ পাৰ হ'ল। এতিয়াও নৰিয়া ভাল হোৱা নাই, কিন্তু ভাল হোৱাৰ আশা দেখা গৈছে। এতিয়া উত্তাপ ১০১ ডিগ্রীৰ ওপৰলৈ উঠা নাই, আৰু ইফালে ৯৯ ডিগ্রীৰ তললৈকো নামে। ডাক্তৰৰ মতে আৰু এসপ্তাহৰ ভিতৰত সম্পূৰ্ণ আৰোগ্য হ'ব। ইয়াৰ ভিতৰতে মহীধৰেও কিছু আলপৈচান ধৰিবলৈ শিকিছে, সেই কাৰণে মালবিকাৰ খাটনিও কিছু পৰিমাণে কমিছে। কিন্তু পথ্য প্ৰস্তুত কৰা আৰু খুওৱাৰ ভাৰ এতিয়াও সম্পূৰ্ণৰূপে মালবিকাৰ গাতে।

ৰোগ আৰম্ভ হোৱাৰ পৰা সোতৰ দিনৰ দিনা প্ৰায় চাৰে ন মান বজাত মালবিকাই ৰোগিণীক বাৰ্লি খুৱাই হাতত বাটিটো লৈ ৰোগিণীৰ মুখখন মচি দিছে, এনেতে বাহিৰত কোনোবাই মহীধৰৰ লগত কথা পতা শুনিলে। হঠাৎ মালবিকাৰ বুকুখন চিৰিং কৰি উঠিল। ই যে মাধৱৰ মাত। কিন্তু—কিন্তু আজি চাৰি মাহ হ'ল, মাধৱ তো ইয়াত নাই ! তেন্তে—

কথালৈ কাণ দিয়াৰ লগে লগে মালবিকাই দুৱাৰ মুখৰ ফাললৈ চাই থাকিল। এনেতে মহীধৰে সৈতে মাধৱক সোমাই অহা দেখিলে। তেওঁৰ অন্তৰত কিবা এক ভাবৰ ধুমুহা উঠিল। থৰক-বৰক খোজেৰে ততালিকে তেওঁ খোটালীটোৰ পৰা বাহিৰলৈ ওলাই গ'ল।

মাধৱেও বিজুলী চমকনিৰ দৰে মালবিকাক ওলাই যোৱা দেখা পালে। তেওঁ অলপ সময় থৰ হৈ থাকিল। তাৰ পিচত নৰিয়াৰ উত্তাপ সম্পৰ্কীয় টোকাৰ কাগজখন ভালকৈ চাই ক'লে, "আৰু ভয় নাই। সোনকালেই ভাল হোৱাৰ আশা"।

মহীধৰ : মই এইবোৰ বিষয়ে একেবাৰেই একো নাজানো। এনে নৰিয়া আগে-পিচে দেখাই নাই। তাতে আপুনিও নাছিল। মই কি কৰিম, ক'লৈ যাম ভাবি অস্থিৰ হৈছিলোঁ। এনেতে ভগৱন্তই চকু মেলি চালে, মালবিকা আইদেৱে দয়া কৰি নিজে শুশ্রূষাৰ ভাৰ ল'লে। ইমান দিন খাৱন-শোৱন এৰি তেওঁ শুশ্রূষা কৰাৰ ফলত হে আজি এই অৱস্থালৈ আহিছে। পিচে আপুনি কেতিয়া আহিল ?

মাধৱ : এই এতিয়াই। ৰেলৰ পৰা নামি

দোকান পায়েই মথুৰৰ পৰা আপোনাৰ এই বিপদৰ কথা শুনিলোঁ। শুনিয়েই ঘৰলৈ নোযোৱাকৈয়ে বাজে বাজে খবৰটো ল'বলৈ বুলি আহিলোঁ। পিচে এতিয়া যি দেখিলোঁ সিমান চিন্তাৰ কাৰণ নাই, সেই কাৰণে মই এতিয়া যাওঁ, আবেলিলৈ আকৌ আহিম।

মহী : আপুনি ইমান দিন ক'ত আছিল ?

মাধৱ : গাৰোপাহাৰত। এতিয়া বেছি কথা নাপাতোঁ। জিৰাই-শ'তাই আবেলিকৈ আহিম। তেতিয়া যি সোধে সুধিব।

এই দৰে কৈয়েই মাধৱ মহীধৰৰ ঘৰৰ পৰা বাহিৰ ওলাল।

# ঊনত্ৰিংশ অধ্যায়

## হিচাপৰ ভুল

মাধৱ ঘুৰি অহাৰ কথা ততালিকে নগৰত জনাজাত হ'ল। বহুতে দেখা কৰিলেহি আৰু ইমান দিন ক'ত কেনেকৈ আছিল সেই বিষয়ে প্ৰশ্ন কৰিলে। মাধৱে চমুকৈ ক'লে যে গাড়োপাহাৰত সংক্ৰামক-ভাবে ক'লাজ্বৰ হৈ বহুতো মানুহ মৰিছিল। যদিও চৰকাৰী ডাক্তৰ গৈ চিকিৎসা আৰম্ভ কৰিছিল, তথাপি শুশ্ৰূষাকাৰীৰ নিতান্ত অভাব আছিল। তেওঁ তালৈ গৈ এটা স্বেচ্ছাসেৱকবাহিনী গঠন কৰি ৰোগী শুশ্ৰূষা কৰিছিল। এতিয়া ৰোগে শাম কটাত ঘূৰি আহিছে ?

মাধৱ অহা শুনিয়েই মহেশ্বৰে তেওঁক দুপৰীয়া খাবলৈ মাতিলে। মাধৱেও নিমন্ত্ৰণ ৰক্ষা কৰিলে। আহাৰৰ পাচত মাধৱ চ'ৰা ঘৰতে বহিল। মহেশ্বৰে এতিয়ালৈকে মাধৱক একোকে সোধা নাছিল। এতিয়া ওচৰতে বহি কথা পাতিবলৈ আৰম্ভ কৰিলে।

মহেশ্বৰ : তুমি হঠাৎ নিৰুদ্দেশ হৈছিলা কিয় ?

মাধৱ : মোৰ যোৱাৰ প্ৰয়োজন হৈছিল। আপুনি বোধ কৰোঁ জানে সেই সময়ত গাড়োপাহাৰত ব্যাপকভাবে ক'লাজ্বৰ হৈছিল।

মহেশ্বৰ : জানো। কিন্তু কৈ-মেলিও জানো যাব নোৱাৰিলাহেতেন ? নাইবা তুই এদিন পলমে যোৱা হ'লেও জানো নহ'ল-হেতেন ?

মাধৱ : হ'লহেতেন।

মহেশ্বৰ : তেন্তে তোমাৰ গন্তব্যস্থানৰ কথা গোপন কৰাত আৰু কোনেও নজনাকৈ ইয়াৰ পৰা যোৱাত নিশ্চয় তোমাব আৰু কিবা উদ্দেশ্য আছিল।

মাধৱ : হয়, আছিল।

মহেশ্বৰ : এতিয়া চাগে ক'বলৈ আপত্তি নাই।

মাধৱ : আছে।

মহেশ্বৰ : মই শুনিলেও কিবা হানি হ'ব বুলি ভাবা নে ?

মাধৱ : নাভাবোঁ। কিন্তু কথাটো কাকো কব-লগীয়া নহয়।

মহেশ্বৰ : শুনা মাধৱ, তুমি নিজে জানা তোমাক মই মোৰ নিজৰ লৰাতকৈ বেলেগ নেদেখোঁ, আন কি, নিজৰ লৰাতকৈও তোমাৰ ওপৰত মোৰ বিশ্বাস বেছি। তাৰ প্ৰমাণ তুমি নিজেই বহুত সময়ত পাইছা। সেই কাৰণেই তোমাৰ সুখ-

দুখৰ কথা জানিবলৈ মোৰ অধিকাৰ আছে বুলিও বিবেচনা কৰোঁ। অকল সেয়ে নহয়, তুমি যিভাবে আৰু যেনে সময়ত বিয়া ঘৰ এৰি গ'লা, তাৰপৰা এই বিয়াৰ লগত তোমাৰ নিৰুদ্দেশৰ কিবা সম্পৰ্ক আছে বুলি মোৰ মনত খেলাইছে। তোমাৰ পৰা প্ৰকৃত ঘটনাটো জানিব পাৰিলে মোৰ মনৰ খুতুৰনি মাৰ যাব।

মাধৱ : সেই কথা মোৰ বাহিৰে আনে নজনাই ভাল বুলি এতিয়াও মোৰ ধাৰণা। কিন্তু আপুনি যেতিয়া নুশুনিলে সন্তুষ্ট নহয়, অগত্যা ক'ব লগাত পৰিলোঁ। মোৰ কিবা অপৰাধ পালে ক্ষমা কৰিব। শুনক—মই এই ঘৰত থকা এতিয়া আঠ বছৰৰ ওপৰ হ'ল। এই গোটেইখিনি দিনতে ময়ো আপোনালোকৰ ঘৰৰে এজনৰ দৰে আছিলোঁ। আপোনাৰ ব্যৱহাৰত মই মুগ্ধ হৈছিলোঁ। যদিও মই কোনো-কোনোৰ মতে বলিয়া, কোনো-কোনোৰ মতে লম্পট, তথাপি আপুনি কাৰো কথালৈ কাণ নিদি মোক বুজিবৰ চেষ্টা কৰিছিল। তাৰ পিচত মালবিকা। সেই সক ছোৱালীটোৰে পৰা দেখি-শুনি আৰু লগত লৈ ফুৰাই মালবিকাক নেদেখিলে মই শান্তি নোপোৱা হৈছিলোঁ। মালবিকায়ো মোক লগ পাবলৈ সদায় উদ্বেগেৰে অপেক্ষা কৰিছিল। মোৰ ওপৰত মালবিকাৰ অটল বিশ্বাস আছিল। মোৰ বিৰুদ্ধে অন্যায়ে হাজাৰ কথা কলেও মালবিকাই তাক বিশ্বাস নকৰিছিল। মোৰ ওচৰত তেওঁৰ কোনো ভয়-সঙ্কোচ নাছিল। এনে সৰল, সংযত আৰু নিৰ্ভীক স্বভাৱৰ যুৱতী মালবিকাৰ দৰে আৰু কাকো মই দেখা নাছিলোঁ। সেই কাৰণে মালবিকাই মোক মুগ্ধ কৰিছিল, মালবিকাৰ সাহচৰ্যাই মোৰ উৎসাহ, উদ্যম দুগুণে বঢ়াইছিল। বিয়াৰ লগে লগে তেওঁ এই ঠাই এৰি যাব, এই ঠাই তেতিয়া মৰিশালিৰ দৰে হ'ব—এই চিন্তাই মোক ব্যাকুল কৰি তুলিলে। শেহত তেওঁ ইয়াৰ পৰা আঁতৰি যোৱাৰ দৃশ্য যাতে মোৰ চকুত নপৰে, সেই উদ্দেশ্যেই তাৰ আগতে আঁতৰিবলৈ মই প্ৰস্তুত হলোঁ। দৰা অহাৰ আগতেই আঁতৰ হলোঁ এই বাবে যাতে যি জনে মোৰ পৰা মালবিকাৰ চিৰ-বিচ্ছেদ ঘটাব, তেওঁৰ আগমন মোৰ চকুত নপৰে।

মহেশ্বৰ : তুমি মালবিকাক ইমান ভাল পাইছিলা ?

মাধৱ : পাইছিলোঁ।

মহেশ্বৰ : তেন্তে বিয়া কৰাবলৈ আগ নাবাঢ়িলা কিয় ? বিয়াত তো কোনো বাধা নাছিল। তুমি কেতিয়াও তেনে ভাবৰ আভাস নিদিলা কিয় ?

মাধৱ : বিয়া কৰাবৰ মোৰ ইচ্ছা নাছিল।

মহেশ্বৰ : কিয় ?

মাধৱ : আপুনি মোৰ জীৱন-যাত্ৰাৰ পদ্ধতি জানে। মই যদি কাৰবাক বিয়া কৰাওঁ, তেন্তে মোৰ পথৰেই পথিক হ'ব লাগিব। কিন্তু তেনে জীৱন অতিবাহিত কৰি কোনোবা নাৰী সুখী হ'ব পাৰিব বুলি মোৰ বিশ্বাস নাছিল।

মহেশ্বৰ : আৰু এটা কথা। তুমি মালবিকাৰ লগত বিচ্ছেদ ঘটাৰ বাবেই নিৰুদ্দেশ হৈছিলা; অথচ দামোদৰৰ লগত বিবাহ স্থিৰ কৰোঁতে কোনো প্ৰতিবাদ নকৰি সমৰ্থন কৰিছিলা। ইয়াৰ কাৰণ কি?

মাধৱ : মই আগেয়ে কৈছোঁ মই মালবিকাক ভাল পাওঁ, মৰম কৰোঁ। সেই বাবে তেওঁ কেনেকৈ সুখত থাকিব পাৰিব এয়ে মোৰ চিন্তা আছিল। মই যদিও জানিছিলোঁ মই মালবিকাক বিয়া কৰাব খুজিলে আপুনি সম্মতি দিব, তথাপি মই তেওঁক সুখী কৰিব নোৱাৰিম বুলিয়েই তেনে প্ৰস্তাব কৰা নাছিলোঁ। আন কি, আপুনি নিজে প্ৰস্তাব কৰা হ'লেও মই তাক গ্ৰহণ কৰিবলৈ সঙ্কোচ বোধ কৰিলোঁহেতেন। সেই কাৰণেই ইমান দিন একেলগে থাকিও, মোক জ্যেষ্ঠ ভ্ৰাতাৰ বাহিৰে আন প্ৰকাৰে ভাবিবলৈ মালবিকাক কেতিয়াও সুযোগ দিয়া নাছিলোঁ। যেতিয়া দামোদৰ লগত বিবাহ স্থিৰ হয়, তেতিয়া মালবিকা সুখত থাকিব পাৰিব বুলিয়েই মই দুখতো আনন্দ কৰিছিলোঁ।

মহেশ্বৰ : বোপা, তোমাৰ এইটো এটা ডাঙৰ ভুল। মালবিকাই এই বিয়াত সম্মতি দিয়া নাছিল। কিন্তু বিয়া নিদি গোটেই জীৱন ঘৰতে ৰখা জানো সম্ভৱ! সেই কাৰণে মই নানা প্ৰকাৰে বৰাই বুজাই তাইক সম্মত কৰাইছিলোঁ। মই যদি তাইৰ মনতে ভিৰ দিলোঁহেতেন তেনেহলে এই এটা নতুন অশান্তি চপাই ল'ব নালাগিলহেতেন।

মাধৱ : ময়ো যদি এই বিবাহত মালবিকাৰ মত নাই বুলি বুজিলোঁহেতেন, তেনেহলে সাহায্য নকৰি প্ৰতিবন্ধক হে জন্মালোঁহেতেন।

মহেশ্বৰ : বোপা, এতিয়া আৰু সেইবোৰ ভাবি লাভ নাই। আমাৰ সকলোৰে ভুলতেই এই অনৰ্থ ঘটিল। বোধ কৰোঁ সি প্ৰাক্তন। আটাইতকৈ ডাঙৰ ভুল হ'ল তোমাৰ। তুমি ভাবিছিলা তোমাৰ লগত বিয়া হ'লে তোমাৰ ব্ৰতত যোগ দি মালবিকাই অশান্তি ভোগ কৰিব, কিন্তু এতিয়া চোৱাঁগৈ তোমাৰ লগত বিয়া নোহোৱাতো তাই তোমাৰ ব্ৰতকেই পালন কৰিছে।

এনেতে দুকাপ চাহ লৈ মালবিকা সোমাই আহিল। মালবিকাৰ মুখ শুকান, চকু সোমোৱা, খোজ ধীৰ, গম্ভীৰ। মহীধৰৰ ঘৰত ছয়া-ময়াকৈ দেখিছিল যদিও মালবিকাৰ এনে পৰিবৰ্ত্তন লক্ষ্য কৰিবলৈ মাধৱৰ সুযোগ মিলা নাছিল। এতিয়া তেওঁৰ চেহেৰা দেখি মাধৱৰ সকলো সংযম লোপ পালে। হঠাৎ থিয় হৈ চিঞৰি উঠিল,—"মালবিকা! মালবিকা! তুমিয়েই নে সেই মালবিকা!"

মাধৱ কঁপিবলৈ ধৰিলে। মাধৱক দেখি আৰু তেওঁৰ কথা শুনি মালবিকাৰো কঁপনি উঠিল, হাতৰ কাপ সৰি পৰিল, পিচ মুহূৰ্ত্ততে তেওঁ অচেতন হৈ মাটিত বাগৰি পৰিল।

# ত্ৰিংশ অধ্যায়

## ভুল সংশোধন

মাধৱে একে জঁাপেই গৈ মালবিকাক ধৰি তুলিলে আৰু দাঙি লৈ গৈ পাটীত শুৱাই শুশ্ৰূষা কৰিবলৈ লাগিল। মহেশ্বৰেও সাহায্য কৰিলে।

অলপ বেলি শুশ্ৰূষা কৰাৰ পিচত মালবিকা সুস্থ হ'ল। মহেশ্বৰ অলপ সময় থাকি ওলাই আহিল। মাধৱে মালবিকাক সুধিলে,—"কেনে পাইছা?"

মালবিকা : ভাল পাইছোঁ।

মাধৱ : হঠাৎ তোমাৰ এনে হ'ল কিয়?

মালবিকা : ক'ব নোৱাৰোঁ।

মাধৱ : মোক দেখিয়েই তোমাৰ এনে হোৱা নাই জানো?

মালবিকা : হ'ব পাৰে।

মাধৱে আৰু কি সুধিব, কি নুসুধিব একো স্থিৰ কৰিব নোৱাৰিলে; মৌন হৈ একেবাৰে চাই থাকিল মাথোন। মাধৱক নিমাত দেখি মালবিকাই সুধিলে,—"আপুনি নিৰুদ্দেশ হৈছিল কিয়?"

মাধৱ : তুমি নুশুনাই ভাল।

মালবিকা : শুনা ভাল নে বেয়া ক'ব নোৱাৰোঁ, কিন্তু মই শুনিছোঁ। আগেয়ে যদি সেই কথা জানিলোঁহেতেন।

মাধৱ : তেতিয়া কি হ'লহেতেন?

মালবিকা : বিয়া হ'ব নোৱাৰিলেহেঁতেন।

মাধৱ : কিয়? তোমাৰ জানো এই বিয়াত মত নাছিল?

মালবিকা : কেতিয়াও নাছিল। যজ্ঞৰ পশু বলি-শালৰ ওচৰলৈ যোৱাদি তে মই তোমৰ ওচৰলৈ গৈছিলোঁ।

মাধৱ : তুমি তেন্তে আপত্তি নকৰিলা কিয়?

মালবিকা : আপত্তি বহুত কৰিছিলোঁ। যদিও আপত্তিৰ আচল কাৰণটো দেউতাক ভাঙি ক'ব পৰা নাছিলোঁ।

মাধৱ : পিচত সম্মতি দিলা কিয়?

মালবিকা : দেউতাই এনেকৈ বুজাবলৈ ধৰিলে যে মই সম্মতি নিদিলে তেওঁ লাজত পৰিব আৰু মৰ্ম্মান্তিক দুখ পাব। তথাপিও সম্মত হোৱা নাছিলো; ভাবিছিলোঁ মোৰ মনৰ কথা সকলো কৈ আপোনাৰ পৰা পৰামৰ্শ ল'ম, কিন্তু সাহ নহ'ল। এনেতে সেই দিনা বিয়াৰ সম্পৰ্কে আলোচনাত আপুনিও যেতিয়া দেউতাক সমৰ্থন কৰা শুনিলোঁ, তেতিয়া মোৰ সকলো আশাত জলাঞ্জলি দিবলৈ বাধ্য হ'লোঁ। তেতিয়া মোৰ দৃঢ় বিশ্বাস জন্মিল যে, আপুনি ইমান দিন মোক সৰু ভনীৰ দৰে যেনেকৈ মৰম কৰি আহিছে আগলৈকো তাকেইহে কৰিব, আপোনাৰ লগত মোৰ বিয়া হোৱাৰ সমূলি আশা নাই। আনকালে দেউতাই এজন নহয় এজনৰ লগত বিয়া পাতিবলৈ ব্যস্ত হৈ থাকিবই। বিয়াৰ পৰা মই যেতিয়া সুখী হ'ব নোৱাৰোঁৱেই,

দেউতাক আনহকত চিন্তাত ৰাখোঁ কিয়? যাৰে তাৰে লগত বিয়া হৈ গলেই তেওঁৰ অসন্তোষ আৰু দুশ্চিন্তা আঁতৰ হ'ব। এইবোৰ ভাবি-চিন্তি শেহত আপত্তি কৰিবলৈ এৰি দিলোঁ।

মাধৱ : মই যদি তোমাৰ মনোভাব বুজিব পাৰিলোঁহেতেন, তেনেহলে এই বিয়া হ'বলৈ কেতিয়াও নিদিলোঁহেতেন। এই বিয়াত তুমি সুখী হ'বা বুলি ভাবি লৈছিলোঁ আৰু সেই কাৰণেই দেউতাৰাৰ প্ৰস্তাব সমৰ্থন কৰিছিলোঁ। তেতিয়াই মই স্থিৰ কৰিছিলোঁ—মোৰ স্বাৰ্থৰ নিমিত্তে কেতিয়াও তোমাৰ সুখত ব্যাঘাত নজন্মাওঁ; তাতকৈ তোমাৰ স্মৃতি-বিজড়িত এই ঠাই পৰিত্যাগ কৰি অজ্ঞাত বাস কৰিম। মুঠতে দুয়োৰে ভুলত এই মহা অনৰ্থৰ সৃষ্টি হ'ল।

মালবিকা : মই ইয়ালৈ অহাৰ কথা আপুনি কেতিয়া জানিলে ?

মাধৱ : এসপ্তাহমান আগতে মথুৰাৰ পৰা পোৱা এখন চিঠিত তোমাৰ সকলো কথা জানিব পাৰিলোঁ। তোমাক দেখা পাবলৈ এটা প্ৰবল ধাউতি জন্মিল। সিফালে তাত কলাজ্বৰেও শাম কাটিছে। যি অলপ বাকী আছে তাৰ ভাৰ আন স্বেচ্ছাসেৱকৰ ওপৰত দি তোমাক চাবলৈ লৰি আহিলোঁ। আহি পায়েই শুনিলোঁ—মহীধৰৰ ঘৈণীয়েকৰ টাইফয়েড। তেতিয়া ঘৰলৈ নাহি বাজে বাজে বেমাৰীৰ খবৰ কৰিবলৈ গলোঁ। তাতে তোমাক ছয়ামুয়াকৈ দেখা পালোঁ। তেতিয়া মোৰ মনত এনে এটা উদ্বেগৰ সৃষ্টি হৈছিল যে, কোনোমতেহে নিজক চম্ভালি ৰাখিলোঁ। সেই কাৰণে ইয়ালৈ আহিও পোনতে তোমাৰ কাষ চাপিবলৈ সাহ জন্মা নাছিল।

মালবিকা : ময়ো সেই একে কাৰণতে ইমান বেলিলৈকে আঁতৰে আঁতৰে আছিলোঁ। মহীধৰৰ ঘৰতেই কিজানি এনে ঘটনা ঘটিলহেতেন। আপোনাক দেখিয়েই মোৰ বুকু এনেকৈ ঢপঢপাই আহিল যে মই গতি বিষম দেখি ততালিকে ওলাই গৈ বাহিৰৰ কঠ এটাত বহিলোঁ। বহুত সময় মই একোকে ক'ব নোৱাৰিছিলোঁ। তাৰ পিচত অলপ তৎ পাই লাহে লাহে ঘৰলৈ আহিলোঁ। ইয়াতো ততালিকে লগ ধৰিলে কিবা অনৰ্থ ঘটিব পাৰে বুলি ওলোৱা নাছিলোঁ, তথাপিও শেহত ধৈৰ্য্য ৰাখিব নোৱাৰিলোঁ।

মাধৱ : মই কেতিয়াও বিয়া কৰোৱাৰ কথা ভবা নাছিলোঁ, কাৰণ বিয়া কৰালেও মোৰ দাম্পত্য-জীৱন পৰসেৱাত উচৰ্গা কৰিব লাগিব। সেই কাৰণেই তোমাক প্ৰাণেৰে সৈতে ভাল পায়ো কেতিয়াও তাৰ আভাস দিয়া নাছিলোঁ; বিবাহত সুখী হ'বা বুলিয়েই তোমাক আনৰ হাতত সপি দিয়াতো আপত্তি তোলা নাছিলোঁ। কিন্তু ঈশ্বৰৰ ইচ্ছা অন্যৰূপ। সম্পূৰ্ণ বিচ্ছেদ ঘটাৰ পিচতো তেওঁ

আকৌ আমাৰ মিলনৰ ব্যৱস্থা কৰিছে। এতিয়া বুজিছোঁ তুমি মোৰ, আৰু মই তোমাৰ; কোনেও আমাৰ মিলনত বাধা দিব নোৱাৰে। মই তোমাক বিয়া কৰাম।

মালবিকা : কেনেকৈ কৰাব! যদিও মোৰ বিয়া হোমৰ গুৰিতেই শেষ, তথাপি লোকাচাৰ আৰু শাস্ত্ৰাচাৰমতে মই বিধবা।

মাধৱ : সি ঠিক এটা দুঃস্বপ্ন মাথোন। এতিয়া সি নাই; আছে এটা এৰি থৈ যোৱা অৱসাদ। তাক পাহৰি ভাবিব লাগিব যেন তোমাৰ বিয়া হোৱাই নাই।

মালবিকা : কিন্তু সমাজে তো সেই কথা নামানে সমাজৰ মতে মই বিধবা।

মাধৱ : বিধবাৰো বিয়া হ'ব পাৰে।

মালবিকা : আপুনি তেন্তে বিধবা-বিবাহ সমৰ্থন কৰে?

মাধৱ : স্থলবিশেষে কৰোঁ।

মালবিকা : কেনে স্থলত?

মাধৱ : যদি বিধবাই নিজে পুনৰ্বিবাহ কামনা কৰে, যদি বিধবাৰ বয়স থাকে, আৰু উপযুক্ত সন্তান নাথাকে। কম বয়সীয়া আৰু সন্তানহীনা হলেও যি ব্ৰহ্মচাৰিণী হৈ থাকিবলৈ ইচ্ছা কৰে, তেওঁক গাৰ বলৰে বিয়া দিবলৈ বা কৰাবলৈ চেষ্টা কৰা অনুচিত। পৰাশৰ সংহিতাত কৈছে,—

"নষ্টে মৃতে প্ৰব্ৰজিতে ক্লীৱে চ পতিতে পতৌ।
পঞ্চস্বাপৎসু নাৰীণাং পতিৰন্যো বিধীয়তে॥"

কিন্তু হ'ব পাৰে বুলিলেই যে হ'বই লাগিব এনে নহয়। হোৱাত যে বাধা নাই তাকে হে এই বচনে বুজায়। ইচ্ছা নাথাকিলে অবিবাহিত ডেকা-গাভৰুক বিয়াৰ বান্ধোনত নোসোমাব পাৰে। এতিয়া আন কথালৈ নগৈ পোনে পোনে তোমাৰ কিবা আপত্তি আছে নে নাই কোৱাঁ।

মালবিকা : আপোনাৰ আপত্তি নাথাকিলে মোৰ কোনো আপত্তি থাকিব নোৱাৰে। দেখাত আনৰ লগত বিয়া পাতিলেও অন্তৰেৰে সৈতে মই আপোনাৰ হৈ আগেয়েও আছিলোঁ, এতিয়াও আছোঁ। কিন্তু আপুনি ভাবি চাব সমাজৰ ফালৰ পৰা এই বিবাহত দুটা আপত্তি ওলাব, —এটা অসবৰ্ণ বিবাহ, আনটো বিধবা-বিবাহ। ইয়াৰ পৰা যাতে আপোনাৰ ভবিষ্যৎ অশান্তিজনক নহয়, তালৈ চাই কাম কৰিব।

মাধৱ : অশান্তি হ'ব কিয়? যদি তুমি মোৰ সহধৰ্ম্মিণী আৰু সহকৰ্ম্মিণী হৈ সুখী হোৱা তেনেহলেই মই শান্তি পাম। লোকে কি বুলিব অকল তালৈকে চাই কাম কৰা মোৰ অভ্যাস নাই; প্ৰতিমাৰ সম্পৰ্কত বোধ কৰোঁ এই কথা ভালকৈ বুজিবা পাৰিছা।

এনেতে মহেশ্বৰ সোমাই আহিল; মাধৱক ক'লে, —"বোপা, মই তোমালোকৰ কথা-বতৰা শুনিছোঁ। আমাৰ সকলোৰে এটা ভুল হৈ গ'ল। এতিয়া তোমাৰ প্ৰস্তাব কাৰ্য্যত পৰিণত কৰাই একমাত্ৰ ভুল-সংশোধনৰ উপায়। পলম কৰাৰ সকাম নাই।

ওচৰতে যি শুভ দিন পোৱা যায়, সেই দিনাই শুভ কাৰ্য্য সম্পন্ন কৰা হওক। কি কোৱা?"

মাধৱ : মোৰ কবলৈ একো নাই। মালবিকাক সোধক। মালবিকাই আনন্দেৰে সম্মতি দিলে। কৰ্ত্তব্য সম্পাদনত দুয়ো দুয়োৰে সাহায্য আৰু সাহচৰ্য্য লাভ কৰিব পাৰিলেই আমাৰ উদ্দেশ্য সিদ্ধি হ'লহেতেন। কিন্তু সমাজৰ চকুত আগৰ মালবিকা আৰু এতিয়াৰ মালবিকা সম্পূৰ্ণ বেলেগ। সেই কাৰণে এতিয়া কোনো সম্পৰ্ক নোহোৱাকৈ ঘনিষ্ঠতা ৰাখিলে সমাজে তেওঁৰ প্ৰতি অবিচাৰ কৰিব। সেই দেখিয়েইহে মই বিয়াৰ প্ৰস্তাব কৰিছোঁ। তদুপৰি এই বিয়া হৈ গ'লে সমাজৰ আগত এটা নতুন আদৰ্শও দাঙি ধৰা হ'ব।

মহেশ্বৰ : তোমাৰ সাধু উদ্দেশ্য সফল হওক, এয়ে মোৰ আশীৰ্ব্বাদ।

তেতিয়া দুখ-বেজাৰত শুকাই থকা তিনিওখন হিয়াত আনন্দৰ ঢৌ উঠিল; আগন্তুক মিলনৰ সোণালী জেউতিত মাধৱ-মালবিকাৰ মুখমণ্ডল উজ্জ্বল হৈ পৰিল।

# একত্ৰিংশ অধ্যায়

## সংগঠনৰ নমুনা

মাধৱ গুৱাহাটীলৈ অহাৰ পিচ দিনা হাবিৰামৰ পৰা এখন চিঠি পালে। চিঠিখন মেলি তেওঁ বুজিলে হাবিৰামে তেওঁৰ স্কুলৰ বছেৰেকীয়া উৎসৱ পাতিছে আৰু যিমানেই কাম থাকক, সকলো এৰি যেন মাধৱ উৎসৱত উপস্থিত থাকে তাৰ বাবে বিনীত অনুৰোধ জনাইছে।

মাধৱে দেখিলে উৎসৱলৈ আৰু চাৰি দিন মাত্ৰ বাকী। সেই কাৰণে তেওঁ পিচ দিনাই ডিব্ৰুগড়লৈ ৰাওনা হ'ল। উৎসৱৰ আগদিনাই তেওঁ ডিব্ৰুগড় পালে আৰু ককায়েকৰ ঘৰতে থাকিল। পিচ দিনা যথাসময়ত উৎসৱত যোগ দিবলৈ গ'ল। এইবাৰ কিন্তু বাটত মটৰ ৰাখিব লগা নহ'ল, এটা আহল-বহল নতুন বাট স্কুলৰ ওচৰলৈকে হৈ উঠিছে।

গাৱঁৰ শ্ৰী আগতকৈ বহুত পৰিবৰ্ত্তিত হৈছে। গাওঁবুঢ়াৰ ঘৰৰ আগত থকা মুকলি ঠাই ডোখৰতে এটা আহল বহল স্কুল ঘৰ আৰু তাৰ ওচৰতে এটা নিয়মীয়া নাম ঘৰ সজা হৈছে। সভাৰ আয়োজন এই নাম ঘৰতে। ঠাইৰ অভাৱ পূৰাবলৈ ইয়াৰ দুয়োকাষে চালি দিয়া হৈছে। সভাৰ লগতে ভাওনাৰো দিহা কৰা হৈছে। সভা আৰম্ভ হোৱাৰ আগতে ৰাজহুৱা নামকীৰ্ত্তন শেষ হৈছে। গাৱঁৰ মানুহৰ উপৰিও আন ঠাইৰ নিমন্ত্ৰিত লোক বহুতো গোট খাইছে। নগৰৰ পৰাও কেই গৰাকীমান ভদ্ৰলোক উৎসৱত যোগ দিবলৈ আহিছে। তাৰ ভিতৰত লোকেল বোৰ্ডৰ ছেয়াৰমেন আৰু ডেপুটি ইন্স্পেক্টৰৰ নাম বিশেষভাবে উল্লেখযোগ্য। ছেয়াৰমেন ডাঙৰীয়াই আজিৰ সভাৰ নিৰ্ব্বাচিত সভাপতি।

এটি বৰগীতেৰে সভাৰ কাৰ্য্য আৰম্ভ কৰা হ'ল। হাবিৰামে বছেৰেকীয়া ৰিপোৰ্ট পাঠ কৰিলে। তাৰ পৰা জানিব পৰা গ'ল যে পুৱা-গধুলি দুই বেলা স্কুল সমানে চলি আছে। প্ৰায় সকলো লৰা-ছোৱালীয়েই আখৰ চিনা হৈছে। বয়সিয়ালৰ ভিতৰতো আধা-

আঘিয়ে কীৰ্ত্তন পুথি জোঁটাই জোঁটাই পঢ়িব পৰা হৈছে। ভীম-চৰিতৰ পদ বহুতৰ মুখে মুখে।

স্কুল চলোৱাৰ বাহিৰেও সকলো গঞা লগ লাগি আলিবাট বান্ধি লৈছে, নামঘৰ সাজিছে আৰু লগে লগে ঘৰৰ ভিতৰতো কিছুমান নীতি-নিয়ম পালি চলিবলৈ শিকিছে। মুঠতে এবছৰৰ ভিতৰত এই গাৱঁৰ যি পৰিমাণে সংস্কাৰ সাধন হৈছে, এনেকৈ চলিলে চাৰি পাঁচ বছৰৰ ভিতৰতে ই এখন উন্নত অসমীয়া গাৱঁত পৰিণত হ'ব বুলি বিশ্বাস কৰিব পাৰি।

মাধৱৰ মনত পৰম আনন্দ। হাবিৰামৰ পৰা তেওঁ যিমান আশা কৰিছিল তাতকৈ বহুগুণে বেছি কাম হোৱা দেখি হাবিৰামক বিশেষ প্ৰশংসা কৰি ক'লে,—"আমাৰ ডেকাসকলৰ কৰ্ম্মশক্তি যথেষ্ট আছে, কিন্তু উপযুক্ত ক্ষেত্ৰত নিযুক্ত হ'বলৈ সুযোগ নোপোৱাত তেওঁলোকৰ সেই শক্তি সুপ্ত অৱস্থাত থাকি যায়। এইজন কৰ্ম্মীয়েই এদিন ক্ষেত্ৰৰ অভাৱত অকৰ্ম্মণ্য হৈ আছিল। আজি তেওঁ মনোমত কৰ্ম্মক্ষেত্ৰ পাই অসম্ভৱক সম্ভৱ কৰি তুলিব পাৰিছে। তেওঁক আহি লৈ যদি প্ৰত্যেক মহকুমাতে দুই-এজনকৈও এনে কৰ্ম্মী ওলায়, তেন্তে দহ বছৰৰ ভিতৰতে দেশৰ শ্ৰী বদলি হৈ যাব। শিক্ষিত নিবনুৱাসকলে এওঁৰ আৰ্হি ল'লে নিজৰ আৰু দেশৰ প্ৰভূত কল্যাণ সাধিব পাৰিব।"

সভাপতি ডাঙৰীয়ায়ো হাবিৰামক বিস্তৰ প্ৰশংসা কৰিলে আৰু ৰাইজকো ধন্যবাদ জনালে। স্কুলখন বোৰ্ডৰ অন্তৰ্ভুক্ত কৰিবলৈ তেতিয়াই তেওঁ গাত ল'লে, লগতে লোকেল বোৰ্ডৰ খৰচত স্কুলৰ ওচৰত এটা পকা কুঁৱা দিবলৈ আৰু ৰাইজে বন্ধা আলিটোৰ ভৱিষ্যৎ মেৰামতিৰ ভাৰ লবলৈ প্ৰতিশ্ৰুতি দিলে।

হাবিৰামে ক'লে—"আগেয়ে যদিও এনে কাৰ্য্য আৰম্ভ কৰা টান কাম আছিল, এতিয়া তেনে নহয়। ইয়াৰ ভিতৰতে বহুতো গাৱঁৰ মানুহৰ লগত মোৰ চিনা পৰিচয় হৈছে আৰু তেওঁলোকেও মোক বিচাৰিছে। এই গাৱঁৰ সংগঠন এক প্ৰকাৰ আৰম্ভ হৈছে, স্কুলখনো বোৰ্ডে গ্ৰহণ কৰিছে। এতেকে ইয়াৰ পৰিচালনাৰ ভাৰ বোৰ্ডে আন শিক্ষকৰ ওপৰত দি মোক অব্যাহতি দিব লাগে যাতে সোনকালে মই আন এখন এনে গাৱঁত কাৰ্য্য আৰম্ভ কৰিব পাৰোঁ।"

হাবিৰামৰ কথাত ৰাইজৰ ফালৰ আপত্তি উঠিল। তেওঁলোকে কোনোমতেই হাবিৰামক এৰি নিদিয়ে। অগত্যা চেয়াৰমেন, ডেপুটি ইন্স্পেক্টৰ, মাধৱ আদি সকলোৱে পৰামৰ্শ কৰি স্থিৰ কৰিলে যে আৰু এবছৰলৈ হাবিৰাম সেই স্কুলত থাকিব। গাওঁবুঢ়াৰ পুতেক তেওঁৰ সহকাৰী হ'ব। ইয়াৰ ভিতৰতে হাবিৰামে আৰুৰি সময়ত আন এখন গাৱঁত কাম আৰম্ভ কৰিবলৈ আয়োজন কৰিব পাৰিব। এবছৰৰ মূৰত বোৰ্ডে নতুন শিক্ষক নিযুক্ত কৰি তেওঁক অব্যাহতি দিব।

সভাত চাৰিটা আবৃত্তিও হৈছিল। আবৃত্তি কেইটা অতি উৎকৃষ্ট নহ'লেও সমজুৱাক সন্তোষ দিব পৰা বিধৰ হৈছিল।

সভাৰ অন্তত প্ৰসাদ বিতৰণ হয় আৰু দুৰণিবটীয়া অভ্যাগতসকলক সামান্য জলযোগ কৰোৱা হয়।

ৰাতি খটাসুৰ বধ ভাওনা। হাবিৰামৰ যত্নত বনুৱাসকলৰ ভিতৰতে এটা ভাওনাৰ জোৰাও হৈ উঠিছে। অৱশ্যে গায়ন, বায়ন আৰু সূত্ৰধাৰ ওচৰৰে এখন অসমীয়া গাৱঁৰ। এই কেইটা কাম বনুৱাইঁতে এতিয়াও ভালকৈ চলাব পৰা হোৱা নাই।

নতুন জোৰাৰ আয়োজন হিচাপে ভাওনা ভালেই

হৈছিল ; ক'ৰবাত কিবা আসোঁৱাহ থাকিলেও দৰ্শক-সকলে তাক ধৰিবলগীয়া বুলি নাভাবিছিল। বনুৱা-হঁতৰ ভাওনা কেনে হয় চাবলৈ বহুত দূৰৈৰ মানুহো আহিছিল।

ছেয়াৰ মেন, ডেপুটি আৰু মাধৱ ভাওনাত উপস্থিত আছিল। এজন মানুহে এবছৰত এখন বনুৱা গাৱঁত ইমানবোৰ সংস্কাৰ সাধন কৰিব পৰা দেখি তেওঁলোকে বিস্ময় মানিছিল আৰু হাবিৰামক পুনঃ পুনঃ ধন্যবাদ দিছিল।

হাবিৰামে কৈছিল,—"মই নিমিত্ত মাত্ৰ, আচল কাম হৈছে ভূঞা ডাঙৰীয়াৰ পৰা। তেখেত আহি দিহা লগাই দি নোযোৱা হ'লে এই কাম মোৰ দ্বাৰা কেতিয়াও নহ'লহেতেন। তেখেত মোৰ গুৰু। শিষ্যই কিবা ডাঙৰ কাম কৰিলেও প্ৰকৃততে সি গুৰুৰ প্ৰভাৱতহে হয়।"

উৎসৱ শেষ হ'ল। হাবিৰামৰ ভবিষ্যৎ কৰ্ম্ম-পদ্ধতি সম্পৰ্কে বিশদ আলোচনা কৰি ৰাইজৰ জয়-ধ্বনি আৰু আশীৰ্ব্বাদৰ মাজত মাধৱ পুৰতী নিশা নগৰলৈ উলটিল।

পিচদিনা মাধৱ ডিব্ৰুগড়তে থাকিল। মাক আৰু ককায়েকৰ লগত কথা পাতোঁতে কথা-প্ৰসঙ্গত মাধ-ৱৰ বিয়াৰ কথাও ওলাল। মাধৱে মালবিকাক বিয়া কৰোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে। কথাটো শুনি যাদৱে নাক কোঁচাই ক'লে,—"মই দেখিছো তোক তেজপুৰৰ পগলা ফাটেকত থোৱাই হে যুগুত।" মাকে ক'লে,—"ইমানবোৰ ভাল ভাল ছোৱালী যাচি দিওঁতেও তোৰ সেইজনীহে পছন্দ হ'ল। জাত-কুলৰ ঠিক নাই, তাতে আকৌ লোকে নিয়া তিকতা! তোক কিবা আহুতি খুৱালে কিচুৱালে হে।"

মাধৱে ক'লে—"মোৰ কাৰ্য্যত মালবিকাই সাহায্য কৰিব পাৰিব, আৰু মোকো তেওঁৰ সাহায্য লাগি-ব'ই। কোনো সামাজিক সম্পৰ্ক নথকা সাহচৰ্য্যই মানুহক কিছুমান কেলেঙ্কাৰী উদ্ভাবন কৰিবলৈ সুযোগ দিব। সেই কাৰণেই এই বিয়াৰ প্ৰস্তাব। নতুবা বিয়াৰ প্ৰতি মোৰ কোনো আগ্ৰহ নাই।"

কিছুপৰ মৌন হৈ থাকি যাদৱে ক'লে,—"তোক বুজাবলৈ যোৱাটো বিড়ম্বনা। ঢেকুৱা ঠাঁৰি যিমান সিজালেও নিসিজে। সেই কাৰণে তোৰ যি ইচ্ছা কৰ তাকে। কিন্তু আমাক নুসুধিবি আৰু যদি বিয়া পাত আমাক নামাতিবি। মাতিলেও যাব নোৱাৰিম।"

মাধৱ : তোমালোকৰ আপত্তি থাকিলে মই বিয়া নকৰাবও পাৰোঁ।

যাদৱ : তাৰ পৰা লাভ একো নহয়। তই বিয়া নকৰালেও লগ নেৰ বুলি কৈছই, তাতকৈ বিয়া কৰাই লগ লোৱাই ভাল।

যাদৱৰ কথা শুনি মাকো মনে মনে থাকিল। মাধৱে যথালাভ বুলি ককায়েকৰ সিদ্ধান্তকে গ্ৰহণ কৰিবলৈ স্থিৰ কৰিলে।

পিচ দিনা ককায়েকহঁতৰ পৰা বিদায় লৈ মাধৱ গুৱাহাটীলৈ উলটিল।

# দ্বাত্ৰিংশ অধ্যায়

## ঈশ্বৰৰ কৰুণা

ওপৰত কোৱা ঘটনাৰ প্ৰায় এমাহমানৰ মূৰত মাধৱ আৰু মালবিকাৰ শুভ পৰিণয় সম্পন্ন হ'ল; দুখনি বুভুক্ষিত হিয়াৰ অতৃপ্ত আকাঙ্ক্ষাই তৃপ্তি লাভ কৰিলে। অবয়বত ত্ৰুটি দেখিলেও তেওঁলোকৰ

ভাব-চিন্তা, শয়ন-ভোজন, ইচ্ছা-অভিলাষ, ধৰ্ম্ম-কৰ্ম্ম সকলো একে আছিল। মাধৱে আজি-কালি তেওঁৰ সকলো কাৰ্য্যত মালবিকাৰ সাহায্য বিচাৰে: মালবিকায়ো মাধৱে যেনেকৈ কৰিলেহেতেন ঠিক তেনেকৈয়ে সকলো কাম সমাধা কৰে।

বিয়াৰ ছমাহমানৰ পিচত এদিন আবেলি দুয়ো চোতালতে বহি কথা পাতি আছিল। হঠাৎ মাধৱে ক'লে,—"বুঢ়া লোকে কয় ঈশ্বৰে যি কৰে ভাললৈকে কৰে। বহুত সময়ত এইটো সচা যেন নালাগিলেও আমাৰ জীৱনত তাৰ সত্যতা পূৰাকৈ উপলব্ধি কৰিব পাৰিছো।"

মালবিকা : কি বিষয়ত?

মাধৱ : আমাৰ বিয়াৰ কথাকে কৈছোঁ। চোৱাঁ, সদায় মোৰ ভয় আছিল তুমি মোৰ লগত দুখ পাবা বুলি; কিয়নো মোৰ দৰে কষ্ট স্বীকাৰ কৰাৰ অভ্যাস তোমাৰ নাছিল। তাৰ পিচত হ'ল দামোদৰৰ লগত তোমাৰ বিয়া। লগে লগে আমাৰ মুখৰ হাঁহি মাৰ গ'ল। কিন্তু ঈশ্বৰৰ ইচ্ছা চোৱাঁ,—তোমাৰ কৌমাৰ্য্যও নষ্ট নকৰিলে, অথচ মোৰ লগত বিনা কষ্টে চলিব পৰাকৈ তোমাক গঢ়ি দিলে। অকল সেয়ে নহয়, ধনৰ অভাৱত কৰিব নোৱাৰা প্ৰয়োজনীয় কাম কৰিবলৈ তোমাৰ হাতত এটা মূল্যবান সম্পত্তিও অৰ্পণ কৰিলে। তেওঁ যেন আমাৰ সামান্য অমিল গুচাই মিলনৰ বাট পৰিষ্কাৰকৈ বান্ধিবৰ নিমিত্তেই এই বিয়াখন পাতিছিল। প্ৰথমতে যদিও ইয়াক অভিশাপ বুলি ভাবিছিলোঁ, এতিয়া সি বৰত পৰিণত হৈছে।

মালবিকা : যি হওক, সেইবোৰ কথা সমাধিৰ গৰ্ভত লয় যাবলৈ দিয়াই ভাল। তাৰ স্মৃতি আনন্দদায়ক নহয়।

মাধৱ : বাৰু, নুলিয়াওঁ আৰু। দুখ বেজাৰৰ মাজে দিও যে ঈশ্বৰে কৰুণা প্ৰকাশ কৰে, সেই ভাব মনলৈ আহিলত হে উদাহৰণস্বৰূপে কথাটো কলোঁ। খং নকৰিবা দেই।

এনেতে পিয়নে কেইখনমান চিঠি দি গ'ল।

মাধৱে চিঠিবোৰ চাই দেখিলে তাৰে এখন পূৰ্বীৰ পৰা আহিছে। পূৰ্বীৰ পৰা তেওঁলৈ চিঠি দিব লগীয়া কোনো মানুহ নাছিল; সেই কাৰণে তেওঁ সেইখনকে আগেয়ে মেলি চালে। মেলিয়েই বুজিলে চিঠিখন প্ৰতিমাৰ পৰা আহিছে। তেও পঢ়ি গ'ল:—

শ্ৰীচৰণকমলেষু,—

বহুত দিন একো লিখা নাই, আপোনাৰো একো বাতৰি পোৱা নাই। আজি মই মৃত্যুৰ দুৱাৰদলিত। শেষ দেখাৰ নিমিত্তে প্ৰাণ কান্দি উঠিছে। অভাগিনীৰ শেষ অনুৰোধ ৰাখিব নে? চিঠি পায়েই আহিলে দেখা পাবও পাৰোঁ, পলম কৰিলে আশা নাই। মোৰ শেষ সম্বল আপোনাৰ পদ-ধূলি এটিৰ পৰাও বঞ্চিত কৰিব নে!

আপোনাৰ
পতিতা শিষ্যা
প্ৰতিমা

প্ৰতিমাক ঘৰত সোমাবলৈ নিদি খেদোৱাৰ দিনাৰে পৰা মাধৱে কোনো খবৰ লোৱা নাই। প্ৰতিমায়ো ইয়াৰ আগলৈকে একো লিখা নাছিল। মাজে মাজে যে মাধৱে প্ৰতিমাৰ কথা নাভাবে

এনে নহয়; কিন্তু ভবাতেই অন্ত হয়; তেওঁ যে এজনী পতিতাক উদ্ধাৰ কৰিও ৰাখিব নোৱাৰিলে তাৰ কাৰণ উলিয়াবলৈ যত্ন কৰি হতাশ হয়; ক'ত যে ভুল হ'ল তাক কোনোমতে ধৰিব নোৱাৰে। আজি এই চিঠি পাই আকৌ সকলোবোৰ ঘটনা তেওঁৰ চকুৰ আগত ফটফটীয়া হৈ জিলিকি পৰিল। তেওঁ মৌন হৈ চিন্তা কৰিবলৈ ধৰিলে। অলপ পাচত মালবিকাই সুধিলে,— "পিচে কি কৰিব খুজিছে? যাব। নে নাযায়?"

মাধৱ : যাম। কালিলৈ পুৰীৰ গাড়ীতে যাম। কিন্তু অকলৈ নহয়, তুমিও ওলাব লাগিব।

মাধৱৰ প্ৰস্তাৱত মালবিকাই আনন্দ পালে। কিয়নো এই ছেগতে তেওঁ বহুতো নেদেখা ঠাই দেখিবলৈ পাব। তেওঁ তেতিয়াৰে পৰা লাগতিয়াল বস্তু-বাহানি ঠিক কৰাত লাগিল।

## ত্ৰয়স্ত্ৰিংশ অধ্যায়

### পদধূলি

পিচ দিনা গুৱাহাটীৰ পৰা যাত্ৰা কৰি মাধৱ আৰু মালবিকাই চতুৰ্থ দিনা পুৰী পালেগৈ। সাগৰৰ তীৰত এই মহাতীৰ্থ আজি কত কাল ৰোগী-ভোগী, উচ্চ-নীচ, সাধু-অসাধু, ধনী-দৰিদ্ৰ সকলোৰে মিলন-ক্ষেত্ৰ হৈ বিৰাজ কৰিছে। কত শত যাত্ৰী অশেষ কষ্ট স্বীকাৰ কৰি এই পুণ্য ক্ষেত্ৰত পবিত্ৰ হ'বলৈ আহিছে! কত ৰোগীয়ে সমুদ্ৰ-তীৰৰ স্বাস্থ্যাবাসত ৰোগমুক্তিৰ সাধনা কৰিছে! কালৰ প্ৰভাৱে ইয়াৰ মহিমা কমাব পৰা নাই, বৰং দিনে দিনে বঢ়াব লাগিছে।

মাধৱ আৰু মালবিকা সাগৰৰ পাৰত উপস্থিত হ'ল। সাগৰৰ বুকত সৌন্দৰ্য্য আৰু ভীষণতাৰ লীলাখেলা দেখি দুয়োৰে প্ৰাণত এটা অনিৰ্ব্বচনীয় পুলক জাগি উঠিল। কি বিশাল তাৰ অৱয়ৱ! কি অসীম তাৰ বিস্তৃতি! তাৰ শেষ সীমা আকাশৰ লগত মিলি, তলে-ওপৰে বিৰাট নীলিমাৰ সৃষ্টি কৰি যেন নীলাম্বৰৰ বিৰাট বপু বাস্তৱ কৰি তুলিছে; উদ্বেলিত তৰঙ্গ-মালাৰ তাণ্ডৱ নৃত্যই তটভূমি বিকম্পিত কৰিছে; গুৰু-গম্ভীৰ নিৰ্ঘোষে শ্ৰোতাৰ অন্তৰত একে লগে শ্ৰদ্ধা আৰু ভীতি উৎপাদন কৰিছে। সূৰ্য্যকিৰণত ফেনিল নীলাম্বুৰাশি মণিময় উত্তৰীয়ৰ দৰে জিলমিলাব লাগিছে।

পাৰত বহুতো মানুহ—কোনো স্নানাৰ্থী, কোনো ভিক্ষাৰ্থী, কোনোবা আকৌ শীতল সমীৰণাৰ্থী। কোনো কোনোৱে স্নান কৰিছে,—অভিজ্ঞ জনে পানীত বুৰিয়াই নাইবা জঁপিয়াই ঢৌৰ হাত সাৰিছে, অনভিজ্ঞ জন ঢৌৰ ঠেলাত পাৰত ছিটিকি পৰিছে। সমুদ্ৰৰ এই আন্দোলিত বুকুৰ ওপৰে দি ছটীয়া কাঠত উঠি মাছমৰীয়াই নিঃসংশয়ে মাছ মাৰি ফুৰিছে। ভিক্ষুকৰ কাকুতিত কোনোৱে এটা পাই পেলাই দিছে, কোনোৱে বা দুই চাইটা টান কথা শুনাই দি আঁতৰি গৈছে। কোনোৱে আকৌ পাই এটা লৈ সাগৰৰ মাজলৈ দলিয়াই দিছে, আৰু কুৰি ডেৰ কুৰি সৰু লৰাই পানীত বুৰিয়াই বিচাৰি ফুৰাৰ পাচত কোনোবা এটাই দাঁতেৰে কামুৰি লৈ ওলাই আহিছে।

মাধৱ আৰু মালবিকাই বেছি পৰ এইবোৰলৈ চকু দিব পৰা নাছিল; কিয়নো আমোদত কটাবলৈ তেওঁলোকৰ সময় নাছিল। তেওঁলোকে চিঠিত দিয়া

ঠিকনামতে প্ৰতিমা থকা ঠাই বিচাৰিবলৈ ধৰিলে। বহুত অনুসন্ধানৰ পিচত সাগৰৰ দাঁতিৰে সৰু ঘৰ এটাৰ খোটালী এটাত প্ৰতিমা থকাৰ গম পাই দুয়ো ভিতৰলৈ সোমাই গ'ল। তেওঁলোকে গৈয়েই দেখিলে এখন শয্যাত প্ৰতিমা শুই আছে। প্ৰতিমাক দেখি চিনিবৰ সাধ্য নাই ; দেহত হাড়-ছাল-মাত্ৰ অৱশেষ ; মুখত কান্তি নাই, চকু জ্যোতিহীন, ওচৰত এজনী চাকৰণী।

মাধৱৰ প্ৰশ্নৰ উত্তৰত চাকৰণীজনীয়ে ক'লে, — "কালিৰে পৰা একো ক'বই নোৱাৰে; মাত-কথা, আহাৰ পানী সকলো বন্ধ।"

মাধৱ ওচৰ চাপি প্ৰতিমাৰ গাত হাত দি চালে, নাড়ীৰ গতি লক্ষ্য কৰিলে। তেওঁৰ চকু ঢুলঢুলীয়া হ'ল ; মালবিকাক ক'লে,—"ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰাৰ বাহিৰে আৰু কৰিবলৈ একো নাই।"

হঠাৎ প্ৰতিমাই চকু মেলিলে। কিন্তু সেই চকুত মানুহ চিনিবৰ জোখাই জ্যোতি নাছিল; মাধৱে ক'লে—"প্ৰতিমা, মই আহিছোঁ।"

প্ৰতিমাই কিবা ক'লে, কিন্তু সি অস্পষ্ট। তথাপি মাধৱে তিনটা কথা বুজিব পাৰিলে,— "আহিল ! ভাগ্য ! পদধূলি ! "

যন্ত্ৰচালিতৰ দৰে মাধৱে পদধূলি দিলে। প্ৰতিমাৰ মুখত এটা তৃপ্তিৰ পোহৰ পৰিল। মাধৱে কি কৰিব, কি নকৰিব একো স্থিৰ কৰিব নোৱাৰি নিৰ্ব্বাক নিশ্চল হৈ মুখলৈ চাই থাকিল।

হঠাৎ প্ৰতিমাই মূৰ লৰালে, যেন তেওঁ উঠিব খুজিছে। মাধৱে তাত বাধা দিবৰ উদ্দেশ্যেই সাবটি ধৰিলে। কিন্তু পিচ মুহূৰ্ত্ততে বুজিলে সকলো অন্ত হ'ল, প্ৰতিমাৰ প্ৰাণ-পখী উৰি গ'ল, যেন মাধৱক দেখা পাবৰ নিমিত্তেই হে বাট চাই আছিল।

মাধৱ আৰু মালবিকাই চকু-লো মচিলে। চাকৰণীজনীয়ে চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে।

মৃতদেহ সৎকাৰৰ নিমিত্তে নিবলৈ ধৰোঁতে প্ৰতিমাৰ হাতৰ পৰা এখন চিঠি সৰি পৰিল। চিঠিৰ বিজোগ চাই মাধৱে দেখিলে সেইখন তেওঁলৈকে লিখা চিঠি। তাক তেওঁ ভালকৈ ৰাখি থ'লে।

সেৱা-সমিতিৰ সাহায্যত মৃতদেহৰ সৎকাৰ সম্পন্ন হ'ল।

## চতুস্ত্ৰিংশ অধ্যায়

### প্ৰতিমাৰ চিঠি

প্ৰতিমাৰ পাৰ্থিব অৱশেষ ভস্মত পৰিণত কৰি আহি মাধৱে চিঠিখন মেলিলে। মালবিকাও ওচৰতে বহিল। মাধৱে পঢ়িবলৈ ধৰিলে :

শ্ৰীচৰণকমলেষু,

কোনো বাতৰি নিদিয়াকৈ আজি এবছৰ পাৰ হৈ গ'ল। আপুনি কি কৰিছে, ক'ত আছে, তাৰো ভু নাপাওঁ। আজি মোৰ অৱস্থা সঙ্কটজনক, আৰু কেইদিন জীয়াই থাকোঁ ক'ব নোৱাৰোঁ। আপোনাক এবাৰ দেখা পাবলৈ বৰ হাবিয়াস জন্মিছে, মোৰ আশা পূৰ্ণ হ'ব নে? পাপীয়সীক আপুনি ক্ষমা কৰিব পাৰিব নে? অন্তিমত এবাৰ পদ-ধূলি ল'বলৈ সুযোগ দিব নে?

ইয়াৰ আগতে আপোনাক মাত্ৰ এখন চিঠি লিখিছিলোঁ,- শেষ দেখাৰ নিমিত্তে অনুৰোধ কৰি। আপুনি যদি ঠিক সময়ত চিঠিখন পায়, আৰু মোৰ অনুৰোধ ৰাখে, তেনেহলে হয়তো এই চিঠি নিলিখিলেও হ'লহেঁতেন। কিন্তু যদি কিবা কাৰণে নাপায়,

বা পালেও নাহে, নাইবা আহিলেও যদি সেই সময়লৈ মোৰ কথা ক'বৰ শক্তি নাথাকে, তেন্তে মোৰ কবলগীয়া বহুতো কথা মনতে থাকি যাব। সেই কাৰণে মোৰ কবলগীয়া সকলো কথা এই চিঠিত চমুকৈ লিখি থ'ব খুজিছোঁ। যদি আহে হাতে হাতে দিম, নাহিলে মোৰ মৃত্যুৰ পাচত পঠিওৱাৰ ব্যৱস্থা কৰি যাম।

মই যিখিনি কথা লিখিম সি মোৰ ব্যক্তিগত হলেও তাৰ পৰা আপোনাৰো উপকাৰ নোহোৱাকৈ নাথাকে। আপুনি সংস্কাৰব্ৰতী, সেই কাৰণে আপোনাৰ কাৰ্য্যত শেষ মুহূৰ্ত্তত কিছু সাহায্য কৰিব পাৰিম বুলিয়েই মোৰ কাহিনী বৰ্ণাব খুজিছোঁ। তাৰ দ্বাৰা অতি সামান্যভাবে আপোনাৰ ঋণ পৰিশোধ কৰা হ'ব বুলিও মোৰ মনত ধাৰণা জন্মিছে।

আপুনি উদাৰ, সৰল। এই উদাৰতা আৰু সৰলতা লৈয়েই আপোনাৰ কাৰ্য্যক্ষেত্ৰত নামিছে। কিন্তু সংসাৰখন কুটিলতা আৰু জটিলতাৰে পৰিপূৰ্ণ; সেই কাৰণে বহুত সময়তেই আপুনি প্ৰতাৰিত হৈছে। আপুনি এতিয়াও মানব-চৰিত্ৰ ভালকৈ অধ্যয়ন কৰিব পৰা নাই। অকল আদৰ্শৰ ওপৰত নিৰ্ভৰ কৰি কাৰ্য্য কৰিলে সদায় কৃতকাৰ্য্য হ'ব নোৱাৰি, তাৰ আগতে কাৰ্য্যক্ষেত্ৰ ভালকৈ পৰীক্ষা কৰি ল'ব পাৰিব লাগে।

প্ৰথমেই ধৰক নাৰী-চৰিত্ৰ। সেই বিষয়ে আপোনাৰ কোনো স্পষ্ট ধাৰণা নাই। নহ'লে মোৰ দৰে ডাঙৰ-দীঘল হোৱা, মোৰ দৰে অৱস্থাত পৰা এজনী তিকতাৰ যি কোনো কথাকে আপুনি বিশ্বাস কৰি নগ'লহেতেন। ধৰক মোৰ চিঠিখন। সেইখন আপোনাক জালত পেলাবলৈ তৰা এখন জাল মাথোন। মোৰ মৰিবৰ ইচ্ছা সমূলি নাছিল, আৰু থকা হ'লে সেই চিঠি মোৰ মৃত্যুৰ পিচত পোৱাৰহে দিহা কৰিলোঁহেতেন। মই আগধৰি আৰু সন্দেহজনক ভাবে চিঠিখন দিয়াৰ উদ্দেশ্য আছিল যাতে আপুনি আগতে নপঢ়াকৈ থাকিব নোৱাৰে। আপুনি যেনে সৰল, পঢ়িলে যে মোৰ প্ৰত্যেকটো কথাকে বিশ্বাস কৰিব সেইটো মই ধৰি লৈছিলোঁ। মই ভাবিছিলোঁ আপুনি চিঠিখন পঢ়িবই আৰু মোক ৰক্ষা কৰিবলৈ যাবই। মই তেতিয়া মোৰ সন্তানৰ দায়িত্ব আপোনাৰ গাত আৰোপ কৰিবলৈ সুযোগ পাম; কিয়নো মোক মৰিবলৈ এৰি দিয়াতকৈ তেনে দায়িত্ব লবলৈকে আপুনি আগ বাঢ়িব বুলি মোৰ সুদৃঢ় বিশ্বাস আছিল। মই যি ভাবিছিলোঁ ঘাটত হোৱা ঘটনাই তাতকৈ বহুত গুণে বেছিকৈ মোৰ উদ্দেশ্য সিদ্ধি কৰিলে: মই নিজে আপোনাৰ গাত দায়িত্ব আৰোপ কৰিবৰ নিমিত্তে একো নকৰাকৈ গোটেই নগৰে আপোনাৰ লগত মোৰ অভিলষিত সম্বন্ধ সাব্যস্ত কৰিলে। মই আপোনাক দুখ কৰি দেখুৱালেও মনত আনন্দ পালোঁ।

তাৰ পাচত মোৰ অলপ চেতনা আহিছিল আৰু আপোনাৰ নিৰ্দ্দেশমতে কাৰ্য্য কৰি অতীত জীৱন একৰকম পাহৰি গৈছিলোঁ। কিন্তু এইখিনিতেই আকৌ এটা নতুন সমস্যাৰ উদ্ভৱ হ'ল। প্ৰথমতে আত্মৰক্ষাৰ নিমিত্তে আপোনাক প্ৰতাৰিত কৰি যি সম্পৰ্ক স্থাপনৰ সুবিধা কৰিছিলোঁ, সি অন্তৰত লাহে লাহে ইমান দৃঢ়ভাবে ঠাই ল'লে যে তাক আঁতৰোৱা মোৰ অসাধ্য হ'ল। তেতিয়া আপোনাক অন্তৰেৰে সৈতে ভাল পাবলৈ ধৰিলোঁ। মানুহৰ পৰিচয় দিবলৈ নহয়, সঁচাসঁচিকৈয়ে মই আপোনাৰ সহধৰ্ম্মিণী হ'ব পাৰিম বুলি আশা কৰিছিলোঁ। কিন্তু মোৰ সকলো আশা মিছা হ'ল। কত ভাবে

আপোনাৰ মন যোগাবলৈ চেষ্টা কৰিলোঁ, কামেৰে সৈতে কিমান প্ৰকাৰে মোৰ ভালপোৱা দেখুৱালোঁ, আপোনাৰ সন্তোষৰ নিমিত্তেই কিমান কঠোৰ নীতি পালন কৰি দিন কটালোঁ, কিন্তু একোৱেই আপোনাৰ নিৰ্ব্বিকাৰ চিত্তত অলপো ছাব বহুৱাব নোৱাৰিলো সচা, আপুনি মোক মৰম কৰিছিল, সকলো বিপদ-আপদত ৰক্ষা কৰিছিল, কিন্তু সেই কৰিছিল পিতৃয়ে কন্যাৰ প্ৰতি গুৰুয়ে শিষ্যৰ প্ৰতি কৰাৰ দৰে। আপোনাৰ এই ব্যৱহাৰে মোৰ বাসনাৰ তীব্ৰ জুইত বিদ্ৰোহৰ ঘিউ ঢালিছিল। মই আপোনাৰ লগৰ পৰা আঁতৰি কংগ্ৰেছত যোগ দিয়াৰ এয়ে প্ৰধান কাৰণ। তেতিয়া ভাবিছিলোঁ আঁতৰত থাকিলে কামনাৰ তীব্ৰতা কমি আহিব, আৰু কিছু কাৰ্য্যত লাগিম সিও আপোনাৰ কাৰ্য্যৰ বিৰোধ নহয়। ওচৰত থাকিলে কেতিয়াবা অসংযত আচৰণেৰে আপোনাৰ বিৰক্তি জন্মাব পাৰোঁ বুলিও মনত ভয় আছিল।

কংগ্ৰেছৰ কাৰ্য্যত লাগি পথমৰে পৰা নানা ঠাইত আদৰ অভ্যৰ্থনা পাই বৰকৈ যে ওফন্দি উঠিছিলোঁ, সেইটো আপোনালৈ লিখা চিঠিত পাইছে। সেই চিঠিৰ উত্তৰত আপুনি যি লিখিছিল তাত মই বৰ বেজাৰ পাইছিলোঁ আৰু সেই শহতে আপোনালৈ আৰু একো নিলিখবলৈ স্থিৰ কৰিছিলোঁ। কিন্তু এতিয়া স্বীকাৰ কৰোঁ, আপোনাৰ ভবিষ্যৎ বাণী আখৰে আখৰে ফলিয়ালে। আপোনাৰ আটাইবোৰ সিদ্ধান্তৰ ভিতৰত এইটোৱেই হে সম্পূৰ্ণ নিৰ্ভুল।

আপোনালৈ চিঠি লিখাৰ সময়ত আৰু তাৰো কিছু দিন পাচলৈকে মই সঁচাকৈয়ে মোৰ চৰিত্ৰৰ বাবে গৰ্ব্ব কৰিব পৰা হৈয়েই আছিলোঁ। তাৰ কাৰণ দুটা। এটা হৈছে আপোনাৰ প্ৰতি মোৰ প্ৰাণৰ আকৰ্ষণ, আৰু আনটো হৈছে মই আপোনাৰ সহধৰ্ম্মিণী বুলি কৰ্ম্মীসকলে কৰা বিশ্বাস। প্ৰথমটো কাৰণে মই কাকো প্ৰশ্ৰয় দিয়া নাছিলোঁ, আৰু দ্বিতীয়টো কাৰণে মোৰ প্ৰতি অশ্ৰদ্ধাজনক কোনো ভাব দেখুৱাবলৈ কোনেও সাহ কৰা নাছিল। দিন যিমানেই পুৰণি হবলৈ ধৰিলে, কাৰণ দুটাও সিমানেই ক্ষীণ হৈ আহিবলৈ ধৰিলে। নানা ঠাইত ঘূৰি ফুৰি ক্লান্ত হৈ যেতিয়া কেম্পলৈ ঘূৰি আহোঁ, তেতিয়া নানা জনে নানা প্ৰকাৰে পৰিচৰ্য্যা কৰিবলৈ আৰম্ভ কৰে, কোনোৱে বিচনী লৈ বিচিবলৈ, কোনোৱে ভৰি-ভৰি পিটিকি দিয়ে, কোনোৱে কপালত অডি-কলোন বা আন তেনে কিবাকিবি প্ৰয়োগ কৰে। পুৰুষৰ লগত এনেবিধৰ সাহচৰ্য্যই লাহে লাহে মোৰ সুপ্ত কামনা আকৌ জগাই তুলিলে আৰু সেইলোকৰ এনে ধৰণৰ স্পৰ্শত আপত্তি নকৰা দেখি সেইলোকৰ মনৰ সঙ্কোচো ক্ৰমশঃ আঁতৰি যাবলৈ ধৰিলে। এনেকৈ কিছু দিন যোৱাৰ পাচত সংযমৰ সকলো বান্ধ ছিঙি এজন স্বেচ্ছাসেৱক কৰ্ম্মীৰ ওচৰত আত্মসমৰ্পণ কৰিলোঁ। এই যে ভেটা ভাগিল সি আৰু বন্ধ নহ'ল; কামনাৰ সোঁত ক্ৰমশঃ বহু ধাৰাত ববলৈ ধৰিলে। অতীতৰ জীৱনটোকৈও এই জীৱন অধিকতৰ নিম্নগামী হৈ পৰিল। আন কি, এনে জীৱনৰ অস্বাভাৱিকতাও মোৰ চকুত নপৰা হ'ল। বৰং সতীত্বই স্ত্ৰী-স্বাধীনতাৰ প্ৰধান অন্তৰায় বুলি তাক বৰ্জ্জন কৰিবলৈ নিজক আৰু আনকো বুজনি দিবলৈ হে ওলালোঁ।

আপোনাৰ নিশ্চয় মনত আছে, মই কংগ্ৰেছৰ কামত গুৱাহাটীলৈ গৈ আপোনাৰ ঘৰত আলহী আছিলোঁ। কিন্তু কংগ্ৰেছৰ কাম এটা ছেলু মাত্ৰ,

আচল উদ্দেশ্য আছিল অতি জঘন্য। তেতিয়া অন্তঃসত্বা হৈছোঁ বুলি মোৰ সন্দেহ জন্মিছিল আৰু তাৰ পৰা অব্যাহতি পাবৰ নিমিত্তে নানা উপায়ো অবলম্বন কৰা হৈছিল। তথাপিও ভয় আছিল যদি কৃতকাৰ্য্য নহওঁ তেনেহ'লে মোৰ মান-সম্মান, প্ৰতি-পত্তি সকলো নষ্ট পাব। তেতিয়া ভাবি স্থিৰ কৰিলোঁ, যদি কেইদিনমান আপোনাৰ ঘৰত আলহী থাকি আহিব পাৰোঁ, তেনেহলে লেঠাত পৰিলেও আপোনাৰ গাত দায়িত্ব আৰোপ কৰি সমাজৰ চকুত ধূলি দিব পাৰিম। গোলাঘাটৰ সকলোৱে সমানে বিশ্বাস নকৰিলেও বহুতে আপোনাকেই মোৰ স্বামী বুলি জানে।

সেই বাৰ লেঠাৰ পৰা মুক্তি পালোঁ। অৱশ্যে তাৰ ফলত বহুত দিন শয্যাত আশ্ৰয় ল'ব লগা হৈছিল। তথাপিও মোৰ শিক্ষা নহ'ল। শেহৰ বাৰ যেতিয়া একে উদ্দেশ্যতে আহিছিলোঁ, আপুনি মোক আশ্ৰয় নিদিলে। বোধকৰো এইবাৰ আপুনি আগ ধৰি কিবা গম পাইছিল। মই নিৰুপায় হ'লোঁ। আপুনি মোক যেনে ভাবে খেদিলে, তাৰ পাচত আৰু আপোনাৰ আঁৰত লুকাই সৰাৰ আশা এৰিব লগা হ'ল। এনে অৱস্থাত আকৌ গোলাঘাটলৈ উলটি যাবলৈ সাহ কৰিব নোৱাৰিলোঁ। আপোনাক যদিও টকা নাই বুলি ফাকি দিছিলোঁ, মোৰ হাতত তেতিয়া দুশমান টকা আছিল। তাৰ লগতে আপুনি দিয়া টকাশও পাই এইবাৰ ধুবুৰীৰ ফালে যোৱাকে ঠিক কৰিলোঁ। তালৈ গৈ এজন কংগ্ৰেচ কৰ্ম্মীৰ আশ্ৰয়তে দিনচেৰেক আছিলোঁ। কিন্তু গোলাঘাটৰ পৰা কিয় আহিলোঁ, তাৰ কৈফিয়ৎ যাকে তাকে দিব লগা হোৱাত তাত থাকিও শান্তি নোপোৱা হ'লোঁ; মোৰ মিছা কথা-বোৰ ধৰা পৰিলে আৰু বেছি লাজৰ কথা হব, ইয়াকে ভাবি আকৌ আন কোনোবা ফালে যোৱাৰ কথা ভাবিবলৈ ধৰিলোঁ। তাতে পৰৰ আলহী হৈ সদায় থকাৰো কোনো উপায় নাছিল। এনেতে এদিন বাতৰি-কাকতত ওলোৱা জাননী এখনত চকু পৰিল:—

গৃহ-শিক্ষয়িত্ৰী (Governess) লাগে

মাতৃহীনা দুটি শিশুৰ তত্ত্বাৱধান লবলৈ এজনা গৃহশিক্ষয়িত্ৰীৰ প্ৰয়োজন। মানুহ গৰাকী শিক্ষিতা, গৃহকৰ্ম্ম-নিপুণা আৰু সুন্দৰী হ'ব লাগিব। বয়স পঁচিশ বছৰৰ ওপৰ হ'ব নালাগে। দৰমহা মাহে কুৰি টকা। থকা আৰু খোৱাৰ খৰচ নালাগে। নিজে উপস্থিত হৈ নাইবা ফটো পঠিয়াই আবেদন কৰক।

ঠিকনা: সুধাংশু শেখৰ ৰায়
৪৫নং মাণিকতলা ষ্ট্ৰীট
কলিকতা

কংগ্ৰেচৰ কামত ঘূৰোঁতে কলিকতাৰ পৰা অহা দুই এজন কৰ্ম্মীৰ লগত চিনা-পৰিচয় আছিল; এজনৰ ঠিকনাও জানিছিলোঁ। তেওঁলৈ এখন টেলিগ্ৰাম কৰি চাকৰিৰ আশাত সেই দিনাই কলিকতালৈ ৰাওনা হ'লোঁ।

শিয়ালদহ ষ্টেচনতে সেই ভদ্ৰলোকজনে মোৰ লগ ধৰিলে আৰু ঘৰলৈ লৈ গৈ সেই দিনাৰ সাজ তেওঁৰ ঘৰতে খুৱালে। তাৰ পাচত মই অহাৰ উদ্দেশ্য সুধিলত অলপ যোৰাকোন্দা দি ক'লোঁ,—"বৰ্ত্তমান অসমত কংগ্ৰেচৰ কাৰ্য্য বন্ধ হোৱাৰ নিচিনা। মোৰ আত্মীয়-স্বজন কোনো নাই; আই ঢুকাল; স্বামীৰো মৃত্যু হ'ল। এতিয়া কিবা চাকৰি-বাকৰি এটা নহলে চলিবৰ উপায় নাই। অসমত তিকতাৰ

নিমিত্তে চাকৰি নাই বুলিলেই হয়। সেই দেখি ইয়াত এবাৰ চেষ্টা কৰি চাওঁ বুলি আহিলোঁ।"—এই দৰে কৈ জাননীখন দেখুৱালোঁ।

তেওঁ তেতিয়া মোক জাননী দিয়া ভদ্ৰলোকজনৰ ঘৰলৈ লৈ গ'ল আৰু মোৰ অভিপ্ৰায় তেওঁক জনালে। মানুহজনে দুই-চাইটা কথা সুধি সন্তোষ প্ৰকাশ কৰিলে আৰু মোক চাকৰি দিবলৈ গাত ল'লে।

সুধাংশুৰ ঘৰত এসপ্তাহমান থকাৰ লগে লগে মই নিজক সেই ঘৰৰ উপযোগীকৈ গঢ়ি ল'লোঁ; সুধাংশুও সন্তুষ্ট হ'ল। প্ৰথমতে তেওঁৰ আচৰণ বৰ ভাল লাগিছিল, ময়ো শান্তিতে আছিলোঁ। কিন্তু দুইসপ্তাহ পুৰ নৌ হওঁতেই তেওঁৰ স্বভাৱৰ পৰিবৰ্ত্তন লক্ষ্য কৰিলোঁ; তেতিয়াহে বুজিলোঁ শিক্ষয়িত্ৰীৰ আন গুণতকৈ বয়স আৰু সৌন্দৰ্য্যক কিয় আগ ঠাই দিয়া হৈছিল। মুঠতে তেওঁৰ অভিপ্ৰায় আছিল, একেজনী মানুহকে লোকক দেখুৱাই শিক্ষয়িত্ৰী আৰু ভিতৰত গৃহিণীস্বৰূপে ৰখাৰ। প্ৰথমতে তেওঁৰ এই প্ৰস্তাৱত মই আপত্তি কৰিছিলোঁ কিন্তু পিচত ভাবি চালোঁ, মই জীৱিকা-উপাৰ্জ্জনৰ নিমিত্তে এনে বিধৰ চাকৰিকেই কৰিব লাগিব, আৰু এওঁৰ বাহিৰে আন-বিলাক যে সাধু পুৰুষ সিও নহয়। লগতে এইটোও ভাবিলোঁ যে তেওঁৰ প্ৰস্তাৱত সন্মত হ'লে অকল চাকৰিটোৰেই যে থাকিব এনে নহয়, মোৰ গাত থকা আসোঁৱাহৰ বাবেও তেওঁকেই দায়ী কৰিবৰ চল লাগিব। সকলো কথা ভাবি চাই মই তেওঁৰ প্ৰস্তাৱ গ্ৰহণ কৰিলোঁ।

সুধাংশুৰ ঘৰত চাৰিমাহমান থকাৰ পিচত এটি অপূৰ্ণাঙ্গ মৃত সন্তান প্ৰসৱ কৰি হস্পিটেলৰ মেটাৰ্নিটি ৱাৰ্ডত ঠাই ল'ব লগাত পৰিলোঁ। প্ৰায় ডেৰ মাহ তাত থকাৰ পাচত আকৌ সুধাংশুৰ ঘৰলৈকে আহিলোঁ। মোৰ শৰীৰ দিনে দিনে দুৰ্ব্বল হৈ আহি-বলৈ ধৰিলে। লাহে লাহে সাধাৰণ জ্বৰ-কাঁহ আদিয়ে নেৰাই হ'ল। ডাক্তৰে কিবাকিবি ঔষধ দিয়ে, কেতিয়াবা পেটেণ্ট ঔষধো কিনা হয়। কেতিয়াবা দুদিনমান অলপ ভাল পাওঁ, কিন্তু তাৰ পিচতে আকৌ অসুখ বাঢ়ি উঠে। মই দিনে দিনে ক্ষীণাই যাবলৈ ধৰিলোঁ, দুৰ্ব্বলতাও বাঢ়ি আহিল। শেহত ডাঙৰ ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰোৱা হ'ল। পৰীক্ষাত ডাক্তৰে যক্ষ্মাৰ বীজাণু পালে আৰু ক'লে যে ৰোগ আৰম্ভ হোৱা বহুত দিন হ'ল, এতিয়া ইয়াক আৰোগ্য কৰা সহজ নহয়। সুধাংশুৱে তেতিয়া মোক এটা আওহতীয়া খোটালীত থাকিবলৈ দিলে আৰু পৰিচৰ্য্যাৰ নিমিত্তে এজনী চাকৰণী নিযুক্ত কৰিলে।

মই পোনা দৰমহা বেঙ্কত জমা থৈছিলোঁ, আগৰ টকা কেইটাও খৰচ কৰা নাছিলোঁ। মুঠতে সকলো মিলি মোৰ হাতত পাঁচশমান টকা হৈছিল। আগেয়ে মোৰ কোনো স্বকীয়া খৰচ নাছিল। এতিয়া ঔষধৰ বাবে কিছু টকা খৰচ কৰিব লগা হ'ল। পথ্যাদিৰ ব্যৱস্থা সুধাংশুৱেই কৰিছিল।

ৰোগ কিন্তু ভাল নহ'ল; শেহত গৈ সি সাংঘাতিক অৱস্থাত পৰিল। সুধাংশুও লাহে লাহে বিৰক্ত হৈ আহিল। শেহত এদিন তেওঁ তেওঁৰ মনোভাব ভাঙি-য়েই ক'লে। তেওঁ ক'লে,—"চোৱা প্ৰতিমা, তোমাৰ নিমিত্তে মই যথেষ্ট খৰচ কৰিলোঁ, যথেষ্ট আহকাল সহ্য কৰিলোঁ; কিন্তু একো নহ'ল। এনেকৈ ইয়াত পৰি থাকিলে কি হ'ব। তাতকৈ এবাৰ ঠাই সলাই চোৱা। তোমাৰ হাতত কিছু টকাও আছে, তাৰেই কিছু দিন বায়ু পৰিবৰ্ত্তনৰ ব্যৱস্থা কৰা।"